ASAMIYA SAHITYAR PURNA ITIHAS, a History of Assamese Literature from its inception till to-day by Dr. H N. Sarma Daloi, Santipur, Nalbari (Assam)

প্ৰকাশিকা : পদ্মপ্ৰিয়া লাইব্ৰেৰীৰ হকে
শ্ৰীমীনা দেৱী
শ্ৰীসৰলা দেৱী
শ্ৰীশোভনা দেৱী
শ্ৰীঅঞ্জনা দেৱী

প্ৰথম প্ৰকাশ : ২১ ডিচেম্বৰ, ২০০০ ইং

বেটুপাটৰ চিত্ৰকাৰিণী : শ্ৰীঅঞ্জনা দেৱী (মুনু)

মূল্য : ২০০ (দুশ) টকা মাত্ৰ

মুদ্ৰণ : ব্ৰহ্মপুত্ৰ অফচেট
এম. চি. ৰোড
গুৱাহাটী- ৭৮১০০৩
ফোন- ৫৪৩৬৩৭

# উৎসর্গঃ

*যস্যাঃ প্ৰিয়ায়াঃ পঠনে ৰতায়াঃ, প্ৰজ্ঞানসিন্ধৌ নিতৰাং মগ্নায়াঃ।*
*প্ৰাগেৱ গ্ৰন্থ লিখতাৱস্থায়াং, প্ৰজ্ঞাবচোভিঃ পৰমঃ কৃতাৰ্থঃ।।*
*বৰ্ষদ্বয়াৎ প্ৰাক্ মম প্ৰাণপ্ৰিয়া, ত্যক্ত্বা, শৰীৰং ক্ষণিকং নিতান্তম্।*
*স্বৰ্গং প্ৰয়াতা শশিপ্ৰভা ভাৰ্য্যা, সৰ্ব্বাম্বিহায় জগতোঽস্য মায়াম্।।*

*পূৰ্ব্বম্ময়োক্তং যদি হি প্ৰকাশঃ, তুভ্যং প্ৰদেয়ং সকলং স্বত্বম্বৈ।*
*তেনৈৱ তুভ্যং তৱ প্ৰীতিহেতুঃ, ময়াৰ্পিতোঽয়ং প্ৰণয়েন গ্ৰন্থঃ।।*

*যি গৰাকী অধ্যয়নশীলা আৰু জ্ঞানৱতী নাৰীৰ ভৌতিক-স্বৰূপ দুবছৰ আগতে আমাৰ চৰ্ম্মদৃষ্টিৰ আতৰ হ'ল, যি গৰাকীয়ে তাৰ অব্যৱহিত-পূৰ্ব্বৱৰ্তি-সময়তো এই গ্ৰন্থৰচনাৰ ওপৰত দুই এটা স্বকীয়-মত প্ৰকাশ কৰিছিল আৰু ইয়াৰ আশু-প্ৰকাশ আশা কৰিছিল, যাৰ দেহাৱসান হোৱাত "নাভাবো বিদ্যতে সতঃ"--বিশ্বাসত কথা দিছিলো যে, গ্ৰন্থখন প্ৰকাশ হৈ ওলালে তেওঁক জনাম, সেই গৰাকী প্ৰিয়তমা পত্নী শশীপ্ৰভা দেৱীৰ শাশ্বত-সত্তাৰ তুষ্টি আৰু শান্তিৰ উদ্দেশ্যে পৰম-নিষ্ঠাৰ সৈতে এই গ্ৰন্থ নিবেদিত।*

**শ্ৰীহৰিনাথ শৰ্ম্মাদলৈ**
**শান্তিপুৰ, নলবাৰী**
**২১ ডিচেম্বৰ, ২০০০**

# প্ৰাক্কথন

আমাৰ সাহিত্যৰ কেইবাখনো ইতিহাস বিভিন্ন নামেৰে এই পৰ্য্যন্ত ৰচিত হৈছে আৰু সেইবোৰ শিক্ষাৰ্থী আৰু জ্ঞানাৰ্থীসকলৰ মাজত সুন্দৰভাৱে প্ৰচলিতও হৈ আহিছে। এই ফালৰ পৰা কৰবালৈ গলে অসমীয়া-সাহিত্যৰ আন এখন ইতিহাসৰ প্ৰয়োজন অৱশ্যে অপৰিহাৰ্য্য বুলি আমি নকওঁ।

ভাৱ-অনুভূতিৰ গতিধাৰাৰ বিশেষত্ব আৰু প্ৰবলতাই বহুসময়ত মানুহক নতুন কৰ্ম্মত প্ৰবৃত্ত কৰায়। সৰু কালতে, অৰ্থাৎ হাইস্কুলৰ নিম্নখাপত পঢ়া কালতে সাহিত্য-সংস্কৃতিৰ প্ৰতি যি অনুৰাগ জাগ্ৰত হৈছিল, সি বাঢ়ি আহে ক্ৰমগতিত, তেতিয়াৰে পৰা বয়স আৰু শিক্ষানুপাতে বিভিন্ন পুথি-পাজিৰ লগত সম্পৰ্কস্থাপন, সেইবোৰৰ পাত লুটিওৱা বা তাত চকু ফুৰুৱা কাৰ্য্য, আৰু লগতে কোনো কোনো শিক্ষাগুৰুৰ আদৰ্শ-বাণীৰ মৰ্ম্মাৰ্থ আদিয়ে বিশেষকৈ ভাৰতীয় সংস্কৃতিৰ লগতে অসমীয়া-সাহিত্য-সংস্কৃতিৰ প্ৰতি আমাৰ আন্তৰিক ভালপোৱা ক্ৰমগতিত প্ৰবল হৈ আহে। অন্তৰৰ এনেকুৱা তাৰণাই অসমীয়া-সাহিত্যৰ স্বৰূপ আৰু ইয়াৰ ক্ৰমগতিৰ ৰূপাঙ্কন কৰিবলৈ আজি ভালেমান বছৰ আগৰে পৰা অন্তৰত অনুভূতি সজাগ হৈ আহিছে। আমাৰ আন কিছু মান ৰচনাৰ নিচিনা "অসমীয়া-সাহিত্যৰ পূৰ্ণ-ইতিহাস"– এই ৰচনাও, কিবা প্ৰয়োজন থাকক বা নাথাকক, উক্ত অনুভূতিৰেই প্ৰতিফলন। সাহিত্যৰ কেইবাখনো ইতিহাস থকা সত্ত্বেও সেইবোৰৰ মাজত ই মাতৃ-ভাষাৰ প্ৰতি থকা আমাৰ গভীৰ-অনুৰাগৰ অন্যতম ভাষিক-ৰূপায়ণ। এই একনিষ্ঠ-সাধু- চেষ্টাৰ গুণাগুণ বিচাৰৰ ভাৰ অৱশ্যে আছে গুণগ্ৰাহী বিজ্ঞলোকৰ হাতত।

উল্লেখনীয় কথা– "অসমীয়া-সাহিত্যৰ পূৰ্ণ-ইতিহাস", এই নামকৰণটোৰ ভিতৰত থকা "পূৰ্ণ" শব্দটো চৰম অৰ্থত প্ৰয়োগ হোৱা নাই, আপেক্ষিক অৰ্থতহে হৈছে। সেই আপেক্ষিকতাও প্ৰাসঙ্গিক-বিশেষ প্ৰয়োজনীয়-বিশেষত্বৰ মাজতে আবদ্ধ। গতিকে, পাঠকে যি বিচাৰে, সেই সকলোবোৰকে পাব বুলি কব নোৱাৰি। আন বিশেষ কথা এই যে, গ্ৰন্থখনৰ ভিতৰত যদি কিবা উল্লেখযোগ্য কথা বা ব্যক্তিবিশেষৰ কৃতি আলোচিত বা উল্লিখিত নোহোৱাকৈ ৰৈ গৈছে (ৰৈ যোৱা স্বাভাৱিকো), সি আমাৰ অনুসন্ধানৰ ত্ৰুটি, ইচ্ছাকৃত মুঠেই নহয়। সদাশয়-পাঠকৰ সহায়-সহযোগত পৰৱৰ্ত্তি-সংস্কৰণত সেই ত্ৰুটি দূৰ কৰাৰ কাৰণে আমি আগ্ৰহান্বিত।

এই গ্ৰন্থৰ প্ৰণয়ন-কাৰ্য্যত আমাক কোনো নহয় কোনো কথাত সহায় কৰিছে নলবাৰীৰ ড° পৰেশ নাথ শৰ্মা, অধ্যাপক শশী শৰ্মা, অধ্যাপক হৰেন্দ্ৰ নাথ শৰ্মা, ড° বসন্ত কুমাৰ ভট্টাচাৰ্য্য, শ্ৰীযুত গোলোক চন্দ্ৰ দত্ত, শ্ৰীযুত অশ্বিনী কুমাৰ শৰ্মা, পণ্ডিত গৌৰীদত্ত শাস্ত্ৰী আৰু শ্ৰীমতী অসীমা দেৱী, বৰপেটাৰ শ্ৰীঅক্ষয় কুমাৰ মিশ্ৰ আৰু অধ্যাপক বিজনলাল চৌধুৰীয়ে। এই বিদ্যানুৰাগী শুভাকাঙ্ক্ষী বন্ধুসকলৰ ওচৰত আমি পৰম-কৃতজ্ঞ। ইয়াৰ উপৰিও দুবছৰ আগতে (১২/১/৯৯ ইং) পৰলোকগামিনী হোৱা মোৰ সহধৰ্ম্মিনী শশীপ্ৰভা দেৱীয়ে মৃত্যুৰ আগলৈকে মাজে মাজে ইযাৰ পাণ্ডুলিপিবোৰ চাই তাৰ ওপৰত তেওঁৰ অনুভূতি প্ৰকাশ কৰিছিল, আৰু লগতে কিতাপখনৰ ৰচনাকাৰ্য্য সোণকালে শেষ হোৱাটো আশা কৰিছিল। অৱশ্যে তেওঁৰ সেই আশা পূৰ্ণ নৌহওতেই হঠাতে তেওঁ গুচি গ'ল; তেওঁৰ বিগত আত্মাৰ প্ৰতি মোৰ স্নেহসিক্ত-স্মৃতিয়ে সেই আত্মাৰ শান্তি-কামনা কৰিছে। গুৱাহাটীৰ ব্ৰহ্মপুত্ৰ অফচেটৰ তত্ত্বাবধায়ক শ্ৰীমান দীনেশ চক্ৰৱৰ্ত্তীয়ে যত্ন লৈ তেওঁৰ প্ৰেছত গ্ৰন্থখন ছপা কৰিছে। সেই কাৰণে শ্ৰীমান চক্ৰৱৰ্ত্তীক স্নেহ আৰু ধন্যবাদ জনোৱাৰ লগতে ছপাকাৰ্য্যত সংশ্লিষ্টসকলকো ধন্যবাদ জনাইছোঁ। আকৌ, যিসকল লেখকৰ (জীৱিত বা মৃত) গ্ৰন্থ বা আন ৰচনাবিশেষৰ পৰা আমি প্ৰাসঙ্গিকভাৱে সহায় লৈছোঁ, সেইসকলৰ প্ৰতিও আন্তৰিক কৃতজ্ঞতা স্বীকাৰ কৰিছোঁ।

গ্ৰন্থৰ উৎকৰ্ষসাধক যি কোনো পৰামৰ্শ বিজ্ঞ-লোকৰ পৰা ধন্যবাদ আৰু কৃতজ্ঞতাৰ সৈতে গ্ৰহণ কৰা হ'ব। ইতি—

*বিনীত*

২১ ডিচেম্বৰ,
২০০০ ইং

**শ্ৰীহৰিনাথ শৰ্মাদলৈ**
**শান্তিপুৰ, নলবাৰী**

# সূচীপত্ৰ

পঞ্চম প্ৰকৰণ

# উল্লিখিত গ্ৰন্থ কিছুমানৰ সংক্ষিপ্ত-ৰূপ

## অসমীয়া :

| | | | |
|---|---|---|---|
| অঙ্কমালা | — অঙ্কমালা | : | ড° সত্যেন্দ্ৰনাথ শৰ্মা, সম্পাদিত |
| অঙ্কাবলী | — অঙ্কাবলী | : | কালিৰাম মেধি সম্পাদিত |
| অ না. | — অঙ্কীয়া নাট | : | ড° বিৰিঞ্চি কুমাৰ বৰুৱা সম্পাদিত |
| অৰুনোদই | — অৰুনোদই | : | ড° মহেশ্বৰ নেওগ সম্পাদিত |
| অ ধ | — অৰুনোদই ৰ ধলফাট | : | ড° বিৰিঞ্চি কুমাৰ বৰুৱা সম্পাদিত |
| অ কে অ | — অসমকেশৰী অম্বিকাগিৰি | : | অক্ষয় কুমাৰ মিশ্ৰ সম্পাদিত |
| অ গৌ | — অসম গৌৰৱ | : | অসমীয়া-বিভাগ, কটন কলেজ |
| অ. শ শা. সা | — অসমত শক্তি-সাধনা আৰু শাক্ত সাহিত্য | : | ড° হৰিনাথ শৰ্মাদলৈ |
| অ.প.বু | — অসমৰ পদ্য বুৰঞ্জী | : | ড° সূৰ্য্যকুমাৰ ভূঞা সম্পাদিত |
| অ. বু | — অসমৰ বুৰঞ্জী | : | পদ্মনাথ গোহাঞিবৰুৱা |
| অসম বু. | — অসম বুৰঞ্জী (সুকুমাৰ মহন্তৰ ঘৰত পোৱা) | : | ড° সূৰ্য্যকুমাৰ ভূঞা সম্পাদিত |
| অ. ও. | — অসমৰ ওজাপালি | : | ড° নবীন চন্দ্ৰ শৰ্মা |
| অ. ক. সা. | — অসমীয়া কথা-সাহিত্য | : | ড° বিৰিঞ্চ কুমাৰ বৰুৱা |
| অ.গ. সা. গ. প | — অসমীয়া গদ্য-সাহিত্যৰ গতি-পথ | : | ড° হৰিনাথ শৰ্মা দলৈ |
| অ. উ. গ. ধা | — অসমীয়া উপন্যাসৰ গতিধাৰা | : | ড° সত্যেন্দ্ৰ নাথ শৰ্মা |
| অ. উ. ভূ. | — অসমীয়া উপন্যাসৰ ভূমিকা | : | ড° সত্যেন্দ্ৰ নাথ শৰ্মা |
| অ. না. সা. | — অসমীয়া নাট্য-সাহিত্য | : | ড° সত্যেন্দ্ৰ নাথ শৰ্মা |
| অ. না. সা. জি | — অসমীয়া নাট্য-সাহিত্যৰ জিলিঙনি | : | ড° হৰিচন্দ্ৰ ভট্টাচাৰ্য্য |
| অ. প্ৰা. লি. | — অসমীয়া প্ৰাচীন লিপি | : | সৰ্বেশ্বৰ বৰুকটকী |

| | | |
|---|---|---|
| অ. ভা সং — | অসমীয়া ভাষা আৰু সংস্কৃতি : | ড° বিৰিঞ্চি কুমাৰ বৰুৱা |
| অ. ভা. — | অসমীয়া ভাষা (আনন্দ ৰাম ঢেকিয়াল ফুকনৰ " A Few Remarks on Assamese Language" ৰ অনুবাদ | ড° মহেশ্বৰ নেওগ |
| অ বা কা — | অসমৰ বাতৰি কাকত : | প্ৰফুল্ল চন্দ্ৰ বৰুৱা সম্পাদিত |
| অ সা বু — | অসমীয়া সহিত্যৰ বুৰঞ্জী : | ডিম্বেশ্বৰ নেওগ |
| অ সা স ই — | অসমীয়া সাহিত্যৰ সমীক্ষাত্মক ইতিবৃত্ত : | সত্যেন্দ্ৰ নাথ শৰ্মা |
| অ. ভা সা বু — | অসমীয়া ভাষা আৰু সাহিত্যৰ বুৰঞ্জী : | দেবেন্দ্ৰ নাথ বেজবৰুৱা |
| অ. ভা. ব — | অসমীয়া ভাষাতত্ত্ব আৰু ব্যাকৰণ : | কালিৰাম মেধি |
| অ সা চা — | অসমীয়া সাহিত্যৰ চানেকি : | পণ্ডিত হেমচন্দ্ৰ গোস্বামী সঙ্কলিত |
| অ. ৰা সা — | অসমীয়া ৰামায়ণ সাহিত্য : | অধ্যাপক উপেন্দ্ৰ চন্দ্ৰ লেখাৰু |
| অ সা বু — | অসমীয়া সাহিত্যৰ বুৰঞ্জী (মনসা শাখা) : | ভাৰত চন্দ্ৰ দাস |
| অ সা চ বু — | অসমীয়া সাহিত্যৰ চমু বুৰঞ্জী : | অধ্যাপক যতীন্দ্ৰ নাথ গোস্বামী |
| অ ভা সা মি দা— | অসমীয়া ভাষা-সাহিত্যলৈ মিছনেৰীসকলৰ দান : | ড° বাণীকান্ত শৰ্মা |
| অ সা ৰূ ৰে — | অসমীয়া সাহিত্যৰ ৰূপ-ৰেখা : | ড° মহেশ্বৰ নেওগ |
| আদি বন — | আদি বণপৰ্ব : | ৰামসৰস্বতী |
| আ. দি — | আহোমৰ দিন : | হিতেশ্বৰ বৰবৰুৱা |
| আ ঢে. ফু. জী. চ— | আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন-চৰিত : | গুণাভি ৰাম বৰুৱা |
| আ. গ. সা — | আধুনিক গল্প সাহিত্য : | ত্ৰৈলোক্যনাথ গোস্বামী |
| আ সা. — | আধুনিক সাহিত : | হেম বৰুৱা |
| ই. সোঁ. ছ. ব. — | ইতিহাসে সোঁৱৰা ছয়শটা বছৰ : | সৰ্বানন্দ ৰাজকুমাৰ |
| উ. অ. উ — | উপন্যাস আৰু অসমীয়া উপন্যাস : | ড° গোবিন্দ প্ৰসাদ শৰ্মা |
| ঊ প — | ঊষা-পৰিণয় কাব্য : | ড° সত্যেন্দ্ৰ নাথ শৰ্মা সম্পাদিত |
| ক. গু চ — | কথা-গুৰুচৰিত : | উপেন্দ্ৰ চন্দ্ৰ লেখাৰু সম্পাদিত |
| ক. গু. চ. — | কথা গুৰুচৰিত : | ড° মহেশ্বৰ নেওগ সম্পাদিত |

| | | | |
|---|---|---|---|
| ক গী | — | কথা-গীতা | ঃ পণ্ডিত হেমচন্দ্ৰ গোস্বামী সম্পাদিত |
| ক.ক. | — | কথা-কৱিতা | ঃ যতীন্দ্ৰনাথ দুৱৰা |
| ক ভ ৰ. | — | কমলাকান্ত ভট্টাচাৰ্য্য ৰচনাৱলী | ঃ ড° প্ৰফুল্লদত্ত গোস্বামী সম্পাদিত |
| কৃ কী. | — | শ্ৰীকৃষ্ণ কীৰ্ত্তন | |
| গী. | — | গোবিন্দ মিশ্ৰকৃত গীতা | |
| ঘো ৰ | — | ঘোষা-ৰত্ন | |
| চৌ. সা প্ৰ | — | চৌধাৰীৰ সাহিত্য-প্ৰতিভা | ঃ সৱিতা-সভা (১৯৬৪) |
| ত্ৰি. বু | — | ত্ৰিপুৰা বুৰঞ্জী | ঃ ড° সূৰ্য্যকুমাৰ ভূঞা সম্পাদিত |
| ত্ৰৈ জী কৃ | — | ত্ৰৈলোক্য গোস্বামী ঃ জীৱন আৰু কৃতি | ঃ ড° নবীনচন্দ্ৰ শৰ্মা সম্পাদিত |
| দু শ. ৰ. | — | দুৰ্গেশ্বৰ শৰ্মা ৰচনাৱলী | ঃ ড° মহেন্দ্ৰ বৰা সম্পাদিত |
| দ ৰা. ব | — | দৰংৰাজ-বংশাৱলী | ঃ ড° নবীন চন্দ্ৰ শৰ্মা সম্পাদিত |
| দে দ গু | — | দেৱ দামোদৰ গুৰু | ঃ সেনাপতি দেৱ শৰ্মা |
| পু অ স স | — | পুৰণি অসমীয়া সমাজ আৰু সংস্কৃতি | ঃ ড° মহেশ্বৰ নেওগ |
| প প্ৰা না | — | পৰম্পৰাগত প্ৰাচ্য- নাট্যাভিনয় | ঃ ড° সত্যেন্দ্ৰ নাথ শৰ্মা |
| পু অ সা | — | পুৰণি অসমীয়া সাহিত্য | ঃ ড° বাণীকান্ত কাকতি |
| প ভাগৱত | — | অসমীয়া পদ ভাগৱত | ঃ হৰিনাৰায়ণ দত্ত বৰুৱা |
| পুষ্প. বন | — | পুষ্পহৰণ বনপৰ্ব | ঃ ৰামস ৰস্বতী |
| প অ বু | — | পুৰণি অসম বুৰঞ্জী | ঃ পণ্ডিত হেমচন্দ্ৰ গোস্বামী সম্পাদিত |
| প ক. সা | — | পুৰণি কথা সাহিত | ঃ ড° বিৰিঞ্চি কুমাৰ বৰুৱা |
| প্ৰা. শা | -- | প্ৰচ্য-শাসনাৱলী | ঃ ড° মহেশ্বৰ নেওগ সম্পাদিত |
| ব. ভা বু. | -- | বৰবৰুৱাৰ ভাবৰ বৰ বুৰণি | ঃ ড° বিৰিঞ্চি কুমাৰ বৰুৱা আৰু ড° সত্যেন্দ্ৰ নাথ শৰ্মা সম্পাদিত |
| বৈ প্ৰ. | -- | বৈষ্ণৱ-প্ৰদীপ | ঃ উত্তৰ পূৱ-ভাৰত হৰিদেৱ সংঘ |
| বি. লি. ভু. | -- | বিশ্বলিপিৰ ভূমিকা | ঃ নাৰায়ণ দাস |
| ভ. বি. | -- | গোবিন্দ মিশ্ৰকৃ ভক্তি-বিবেক | |
| ম. শ. অ. সা. | -- | মধ্য শতিকাৰ অসমীয়া সাহিত্য | ঃ তফজ্জুল আলি সম্পাদিত |
| ম. ফু. ক. | -- | মৰহা ফুলৰ কৰণি | ঃ অতুলচন্দ্ৰ হাজৰিকা সম্পাদিকা |
| ম.হ. চ. চি . | -- | মহাপুৰুষ হৰিদেৱ চৰিত-চিন্তা | ঃ তীৰ্থলোচন তামুলী |

| | | | |
|---|---|---|---|
| ম.কা. | -- মনসা কাব্য | ঃ | ড° বিৰিঞ্চি কুমাৰ বৰুৱা আৰু ড° সত্যেন্দ্ৰ নাথ শৰ্মা সম্পাদিত |
| ৰা ৰা | -- ৰামৰায়কৃত গুৰুলীলা | | |
| ৰ. ম ৰ | -- ৰত্নেশ্বৰ মহন্ত ৰচনাৱলী | ঃ | যোগেন্দ্ৰ নাৰায়ণ ভূঞা সম্পাদিত |
| ৰ. চৌ. | -- ৰঘুনাথ চৌধাৰী | ঃ | অসম সাহিত্য সভা (১৯৬৮) |
| ৰা ফু ৰ | -- ৰাধানাথ ফুকন ৰচনাৱলী | ঃ | প্ৰকাশন-পৰিষদ প্ৰকাশিত |
| শঙ্কৰ | -- শ্ৰীশ্ৰীশঙ্কৰদেৱ | ঃ | ড° মহেশ্বৰ নেওগ |
| সা আ. সং | -- সাহিত্য আৰু সংস্কৃতি | ঃ | ড° হৰিনাথ শৰ্মাদলৈ |
| সং. অ সং. | -- সংমিশ্ৰিত অসমীয়া সংস্কৃতি | ঃ | আব্দুছ চাত্তাৰ |
| সা অ বু | -- সাতসৰী অসম বুৰঞ্জী | ঃ | ড° সূৰ্য্যকুমাৰ ভূঞা সম্পাদিত |
| স সং ৰা ৰে | -- সত্ৰ-সংস্কৃতিৰ ৰূপ-ৰেখা | ঃ | ড° কেশৱানন্দ গোস্বামী |
| হ. গ. ৰ | -- হেমচন্দ্ৰ গোস্বামী ৰচনাৱলী | ঃ | |

## সংস্কৃত ঃ

| | |
|---|---|
| কা. পু | -- কালিকা-পুৰাণম্ |
| কঠ | -- কঠোপনিষৎ |
| গী. গো. | -- গীত-গোৱিন্দম্ |
| ভাগৱত | -- ভাগৱত-পুৰাণম্ |
| প্ৰ. উ. | -- প্ৰশ্নোপনিষৎ |
| বিষ্ণু | -- বিষ্ণু-পুৰাণম্ |
| মহা | -- মহাভাৰতম্ |
| হৰ্ষ | -- হৰ্ষচৰিতম্ |

## বাংলা ঃ

| | | | |
|---|---|---|---|
| কো. ই. | -- কোচবিহাৰেৰ ইতিহাস | ঃ | খাঁ চৌধুৰী আমাতউল্লা আহমদ |
| বা. ম. কা. ই. | -- বাংলা মঙ্গল কাব্যেৰ ইতিহাস | ঃ | আশুতোষ ভট্টাচাৰ্য্য |
| বা. সা. ক. | -- বাংলা সাহিত্যেৰ কথা | ঃ | ড° সুকুমাৰ সেন |
| বা. সা. স. ই. | -- বাংলা সাহিত্যেৰ সম্পূৰ্ণ ইতিহাস | ঃ | ড° অসিতকুমাৰ বন্দোপধ্যায় |

| | | | |
|---|---|---|---|
| বৈ. প. সা. প উ | — | বৈষ্ণৱ-পদাৱলী সাহিত্যেৰ পশ্চাৎপট ও উৎস | : দেৱিদাস ভট্টোচার্য্য |
| বৌ গা. দো | -- | বৌদ্ধ গান ও দোহা | : মহামহোপধ্যায় হৰপ্ৰসাদ শাস্ত্ৰী |
| ভা. শ. শা সা | -- | ভাৰতেৰ শক্তি-সাধনা ও শাক্ত-সাহিত্য | : ড° শশিভূষণ দাশগুপ্ত |

## ইংৰাজী ঃ

| | | | |
|---|---|---|---|
| A C E I. | — | Ancient countries in Eastern India | Pargitar |
| A F D | — | Assamese, its formation and Development | Dr B K Kakati |
| A I U | — | The Age of Imprial Unity | |
| A M R C S | — | Assam Muslim Relations and its Cultural Significance | Dr M Saikia |
| A P | — | Anatomy of Prose | Marjorie Boulton |
| B.K.M L | — | Banikanta Memorial Lecture | Dr S K. Chatterjee |
| D C.A.M. | — | Descriptive Catalogue of Assamese Manuscripts | Pdt Hem ch Goswami |
| E.H K. | — | Early Hist of Mamarup | K.L. Baruah |
| E.L. | — | English Literature | William Long |
| F.R.A.L. | — | A Few Remarks on Assamese Language | Ananda Ram Dhekial Phookan |
| H.C.A. | — | The History of Civilisation of Assam | Dr P C Choudhury |
| H.A. | — | History of Assam | Sir. Edward Gait |
| H M.L. | — | History of Maithili Liturature | Dr. J.K. Misra |
| H Eng. Lit. | — | History of English Literature | A Comptan Rickett |

| | | | |
|---|---|---|---|
| Intro S L. | – | Introduction to the Study of Literature | Hudsan |
| L H E P | – | Literary Hist of English People | Taine |
| L.S. I | – | Linguistic Survey of India | G A Grierson |
| O D B.L. | – | Origin and Development of Bangali Literature | Dr S K Chatterjee |
| S P | – | Sakta Pithas | D C Sircar |
| S L A. | – | Studies in the Literature of Assam | Dr S K Bhuyan |
| S D F | – | Standard Dictionary of Folklore | New York, 1949 |



# প্ৰথম প্ৰকৰণ

## উপক্ৰমণিকা

## প্ৰাগ্‌জ্যোতিষ, কামৰূপ আৰু অসম

ভাৰতৰ সংবিধান-স্বীকৃত ওঠৰটা প্ৰধান ভাষাৰ ভিতৰত অসমীয়া-ভাষাও এটা। ই ভাৰতৰ উত্তৰ-পূৰ্ব্বাঞ্চলীয় অসম-ৰাজ্যখনত প্ৰচলিত প্ৰধান ভাষা। অসমৰ উপৰিও মেঘালয, নগালেণ্ড, মণিপুৰ, মিজোৰাম, ত্ৰিপুৰা আদিতো এই ভাষাৰ কম-বেছি প্ৰচলন আছে। বিশেষকৈ অসমত বাস কৰা জনসাধাৰণক বোলা হয় অসমীয়া; তেওঁলোকৰ কথিত-ভাষাটোও অসমীয়া- ভাষাৰূপে প্ৰায় দুশমান বছৰৰো আগৰে পৰা খ্যাত হৈ আহিছে। বৰ্ত্তমানৰ এই অসম ৰাজ্যখনৰ ঐতিহ্য বৰ প্ৰাচীন। মহাভাৰতীয় যুদ্ধৰো কিছুকাল আগৰে পৰা ইয়াৰ স্বৰূপ- কথা কিছু জনা যায়। আজি অসম- ৰাজ্যৰ চাৰিসীমাই যি ভূখণ্ড সামৰিছে, তাতকৈও বেছি অংশ বুকুত লৈ ই এখন বিশাল ৰাজ্য বা ৰাষ্ট্ৰ ৰূপে অতীতৰে পৰা পৰিগণিত হৈ আহিছিল। প্ৰাগ্‌জ্যোতিষ আৰু কামৰূপ নামেৰে এই ৰাজ্যখন প্ৰায খৃষ্টীয় দশম-শতিকালৈ জনাজাত হৈ থকাৰ প্ৰমাণ পোৱা যায। পুৰণি কামৰূপ বা প্ৰাগ্‌জ্যোতিষৰ আৱয়বিক- স্বৰূপ সম্বন্ধে ঠোৰতে পাৰ্গীতাৰ চাহাবৰ[১] মতে কব পৰা যায়— কুৰি শতিকাৰ (স্বাধীনতাৰ আগৰ) অবিভক্ত- অসমৰ সৈতে জলপাইগুৰি, কোচবিহাৰ, ৰংপুৰ, বোগ্ৰা, মৈমনসিং, ঢাকা, ত্ৰিপুৰা, পাব্‌না-জিলাৰ কিছু অংশ আৰু সম্ভবতঃ নেপালৰ পূৰ্বাংশ মহাভাৰতীয়-যুদ্ধৰ সময়ত ইয়াৰ অন্তৰ্গত আছিল। পৰবৰ্ত্তি-কালত, অৰ্থাৎ খৃষ্টীয় সপ্তম- শতিকাৰ আদিভাগত বিখ্যাত চীন-পৰিব্ৰাজক হিউয়েন্‌চাঙে (Hieun Tsang) কৰতোয়া নদী পাৰ হৈ কামৰূপ ৰাজ্যত সোমোৱা বুলি লিখি থোৱা কথাষাৰে স্পষ্ট তথ্য দাঙি ধৰে যে, সেই সময়ত কামৰূপ-ৰাজ্যৰ স্থায়ী পশ্চিম-সীমা আছিল কৰতোয়া। খৃষ্টীয় ১১ শ, ১৪ শ আৰু ১৫ শ শতিকাৰ মধ্যভাগত যথাক্ৰমে ৰচিত কালিকা-পুৰাণ, যোগিনী-তন্ত্ৰ আৰু হৰগৌৰী-সম্বাদেও স্প’ ভাবে কৈছে যে, পশ্চিমে কৰতোয়াৰ পৰা পূবে দেৱী দিক্কৰবাসিনীৰ স্থানলৈ কামৰূপ-ৰাজ্য আছিল বিস্তৃত। ইয়াৰ উপৰিও বিশেষ কথা— “ৰাজশিৰোমণি”

---

১. A C E I. 1897, Page 106

নৰনাৰাযণৰ ৰাজত্ব কালত (১৫৪০-১৫৮৪ খৃঃ) কামৰূপৰ পশ্চিম সীমাই কৰতোযাকো অতিক্ৰম কৰিছিল। এইধৰণৰ আৰু কিছুমান প্ৰমাণৰ পৰা জনা যায়— খৃষ্টীয় ১৬ শ শতিকাৰ প্ৰায শেষলৈকে কামৰূপ ৰাজ্য পশ্চিমে প্ৰসাসিত হৈ আছিল বিখ্যাত কৰতোযা নদীলৈকে। তাৰ পাছৰপৰা ৰাজনৈতিক আদি কাৰণত কামৰূপৰ পশ্চিমাংশ খণ্ড-বিখণ্ড হবলৈ ধৰে, পশ্চিমৰ পৰা বিদেশী-শক্তি হেচি আহে। ইফালে পূবৰ পৰা আহোম ৰাজশক্তিযে ৰাজ্যবিস্তাৰ কৰি পশ্চিমলৈ আগবাঢে। ক্ৰমশঃ কামৰূপ নাম বিলুপ্ত হৈ আহোম-অধিকৃত ৰাজ্যখন অসম নামেৰে খ্যাত হয। ইংৰাজৰ শাসনাধীন হোৱাৰ পাছৰ পৰা (১৮২৬ খৃঃ) এই ভূখণ্ড অসম নামেৰে বৃটিছ সাম্ৰাজ্যৰ অন্তৰ্গত এখন প্ৰদেশৰূপে পৰিগণিত হয।

*অসমীয়া ভাষা*

আলোচ্যমান ৰাজ্যখনৰ নাম অসম হোৱাৰ পাছৰে পৰা ইযাৰ অধিবাসীসকল অসমীয়া বুলি পৰিচিত হোৱা স্বাভাৱিক। লগতে তেওঁলোকৰ কথিত ভাষাটোও অসমীয়া-ভাষাৰূপে জনাজাত হোৱা বুলি কব পৰা যায়। অসম নাম হোৱাৰ আগলৈকে ৰাজ্যখন যিহেতুকে সুদীৰ্ঘকাল কামৰূপ নামেৰে আছিল অধিক বিখ্যাত, ইয়াৰ অধিবাসীসকলো কামৰূপী নামেৰেই জনাজাত হৈছিল, আৰু তেওঁলোকৰ কথিত ভাষাটোকো স্বাভাৱিকতে কামৰূপী ভাষাই বুলিছিল।

## অসমীয়া-ভাষাৰ উদ্ভৱ ঃ

আলোচিত উত্তৰ-পূৰ্বাঞ্চলীয় ভূখণ্ডৰ জনসাধাৰণৰ মাজত প্ৰচলিত সাধাৰণ ভাষাটো পৰবৰ্ত্তি-কালৰ পৰা অসমীয়া বুলি পৰিগণিত হৈ আহিছে। ভাষা মানুহৰ ভাৱানুভূতিৰ মুখনিঃসৃত শাব্দিক-প্ৰকাশ। সকলো জাতিৰ লোকৰ মাজতেই ভাৱ প্ৰকাশৰ কাৰণে কিবা নহয় কিবা ভাষাৰ উদ্ভৱ হয়। সুসঙ্গত সৌষ্ঠৱপূৰ্ণ ভাষাৰ বিচিত্ৰ-প্ৰকাশভঙ্গিয়ে যথোপযুক্ত ভাৱ প্ৰকাশ কৰিব পাৰিলে সি হয় সাহিত্যৰ পৰ্য্যাযলৈ উন্নীত। সেয়েহে, সকলো জাতিৰ মাজতে সহজ প্ৰবৃত্তিসমূহৰ বিকাশৰ বাহনৰূপে ভাষাৰ উৎপত্তি প্ৰথম, আৰু তাৰ পাছতহে গভীৰ আৰু নান্দনিক অনুভূতিৰ বিচিত্ৰ-প্ৰকাশভঙ্গিৰূপে সাহিত্য- সৃষ্টি। এই ভাৱত কব পৰা যায়— সকলো গোষ্ঠীৰ লোকৰ মাজতেই ভাষা আছে, কিন্তু সেইবোৰৰ কোনো কোনোটোৰ মাজত সাহিত্য সৃষ্টি হবলৈ এতিয়াও বাকী আছে।

*ভাষা আৰু সাহিত্য*

আলোচনাৰ প্ৰথম বাক্যতে আমি কৈছো— বহু ভাষাই জনসাধাৰণৰ ভাৱ প্ৰকাশ কৰি থকা বিশাল ভাৰতভূমিত সংবিধান-স্বীকৃত ওঠৰটা প্ৰধান ভাষাৰ ভিতৰত অসমীয়াও এটা। এই ভাষাৰ প্ৰাচীনত্বৰ গৌৰৱো কম নহয়। এইপ্ৰসঙ্গত ভাষাতত্ত্ববিদৰ মতসাপেক্ষে আমাৰ অসমীয়া ভাষাৰ উৎপত্তিৰ দিশত দৃষ্টিপাত কৰাৰ প্ৰয়োজন। আপাত-

*অসমীয়া মূলতঃ আৰ্য ভাষাসম্ভূত*

দৃষ্টিত এই ভাষাটো আৰ্য্যভাষাসম্ভূত বুলি অৱশ্যে কব লাগিব। তথাপি কিন্তু কথাটোৰ সুস্পষ্ট অৱগতিৰ ক্ষেত্ৰত ভাষাতত্ত্বৰ অলপ বিচাৰমূলক উল্লেখ কৰা হ'ল।

বৰ্ত্তমানৰ অসম ৰাজ্যক সামৰি লোৱা উত্তৰ পূৰ্বাঞ্চলীয় ভূ-ভাগটো মহাভাৰতীয় যুদ্ধৰ আগৰে পৰা কিৰাত নামৰ জনজাতীয় লোকৰ বাসভূমি আছিল বুলি অৱশ্যে প্ৰমাণ দিব পৰা যায়।[২] কুৰুক্ষেত্ৰ-যুদ্ধত অৰ্জ্জুনৰ প্ৰতিযোদ্ধা প্ৰাগজ্যোতিষাধিপতি ভগদত্তৰ

*ভাৰত-যুদ্ধৰ সময়ত কামৰূপ আৰ্যা- অনাৰ্য্যৰ বাসস্থান*

পিতৃ নৰকে সেই কিৰাতবিলাকক ৰাজ্যখনৰ একেবাৰে পুব প্ৰান্তলৈ খেদি দি প্ৰাগ্‌জ্যোতিষত ৰাজত্ব আৰম্ভ কৰিছিল।[৩] নৰক আছিল বৈদিক- সংস্কৃতিৰ দ্বাৰা সংস্কৃত আৰু ব্ৰাহ্মণ্যধৰ্মৰ প্ৰতি অনুৰক্ত। গতিকে কব পৰা যায়— তেওঁৰ দিনতেই, অৰ্থাৎ কুৰুক্ষেত্ৰ- যুদ্ধৰ আগতেই প্ৰাগ্‌জ্যোতিষত আৰ্য্য- সংস্কৃতিৰ প্ৰচলন আৰু ব্ৰাহ্মণৰ বসতিৰো আৰম্ভ হয়।[৪] এনেকুৱা প্ৰমাণ থাকিলেও, সেই কালতে এই ৰাজখন পূৰ্ণৰূপত আৰ্য্যবসতিপূৰ্ণ হোৱা বুলি কব নোৱাৰি, স্থানবিশেষে ই আৰ্য্য-অধ্যুষিত আৰু অনাৰ্য্য-অধ্যুষিত আছিল বুলি কোৱাৰ থলী আছে। মহাভাৰতৰ এই উক্তিযে উক্ত মন্তব্য প্ৰমাণত সহায়তা কৰে—

*স কিৰাতৈশ্চ চীনৈশ্চ বৃতঃ প্ৰাগ্‌জ্যোতিষোঽভৱৎ।*
*অন্যৈশ্চ বহুভিৰ্যোধৈঃ সাগৰানুপবাসিভিঃ।। (মহা, ২/২৬/৯)*
*প্ৰাগ্‌জ্যোতিষাধিপঃ শূৰো ম্লেচ্ছানামধিপো বলী।*
*যৱনৈঃ সহিতো ৰাজা ভগদত্ত মহাৰথঃ।। (মহা, ২/৫১/১৪)*

ইয়াৰ অন্তৰ্গত কিৰাত, ম্লেচ্ছ আদি শব্দই ৰাজ্যখনৰ আদিম অধিবাসী অনাৰ্য্যগোষ্ঠীৰ লোককেই বুজাইছে। কুৰুক্ষেত্ৰ মহাযুদ্ধৰ যি সময়, প্ৰাগ্‌জ্যোতিষত আৰ্য্য-অনাৰ্য্যৰ এই ধৰণৰ বসবাসৰ সময়ো মোটামুটিভাবে সেয়েই।[৫]

আৰ্য্য-বসতিৰ বহুকাল আগৰে পৰা মঙ্গোলীয়-গোষ্ঠীৰ লোকসকল এই দেশলৈ আহিছিল আৰু ইয়াত বাস কৰিছিল। নেগ্ৰিটো, প্ৰট-অষ্ট্ৰলয়দ, মঙ্গলয়দ আদি আৰ্য্যেতৰ

---

২. মহা, ২/২৬/৯;২/৫১/১৪

৩. কা. পু., ২২ অধ্যায়

৪. দ্ৰষ্টব্য ঃ অ.শ.শ. সা., ড° হৰিনাথ শৰ্মা দলৈ

৫ এম- কৃষ্ণমাচাৰীয়াই (M Krisnamachariar)) তেওঁৰ "Hist. of Classical Sans. Literature" নামৰ গ্ৰন্থত কুৰুক্ষেত্ৰ-যুদ্ধৰ সময়সাপেক্ষে বহুত পণ্ডিতৰ মতবাদ পৰ্য্যালোচনা কৰিছে, আৰু শেষত সিদ্ধান্ত দেখুৱাইছে যে, খৃঃপূঃ ১৪০০ ত কুৰুক্ষেত্ৰ মহাযুদ্ধ সংঘটিত হৈছে।

জনগোষ্ঠীৰ ভিতৰত মঙ্গলযদ গোষ্ঠীৰ লোক অসমত বহুত বেছি। ভাষাতাত্ত্বিক-দৃষ্টিকোণৰ পৰা মঙ্গোলীয়- গোষ্ঠীটো তিব্বতবৰ্মী-ভাষাগোষ্ঠীৰ ভিতৰুৱা। আবৰ, বড়োকছাৰী, ৰাভা, ডিমাছা, মিৰি, মিকিৰ, গাৰো, লালুং, কোচ আদি জনজাতীযসকল এই গোষ্ঠীৰ, অৰ্থাৎ মঙ্গোলীয় গোষ্ঠীৰ অন্তৰ্গত। নৰকে প্ৰাগ্‌জ্যোতিষৰ পৰা দিক্কৰবাসিনীলৈ খেদি পঠোৱা যিসকল কিৰাতৰ কথা ওপৰত কোৱা হৈছে আৰু ভগদত্তৰ সৈন্য-বাহিনীৰ অন্তৰ্গত যি কিৰাত-যবনাদিৰ কথা উল্লিখিত হৈছে, সেই সকলো মঙ্গোলীয়-গোষ্ঠীৰেই অন্তৰ্গত বুলি ভাষাতত্ত্ববিদ্‌সকলে কয। উল্লেখনীয কথা- অসমত অষ্ট্ৰিক-ভাষাগোষ্ঠীৰ লোক সকলোতকৈ প্ৰাচীন বুলি ভাষাবিদ পণ্ডিতসকলে স্বীকাৰ কৰে। চাওতাল, খাচি আৰু জযন্তীযাসকল এই গোষ্ঠীৰ অধস্তন।

*মঙ্গোলীয় গোষ্ঠীৰ সংখ্যাধিক্য*

তিব্বতবৰ্মী, অষ্ট্ৰিক আদি ভাষাভাষী আদিম-অধিবাসীসকলৰ মাজত নৰকৰ দিনৰ পৰা আৰ্য্যবসতি আৰম্ভ হয়।[৬] তেওঁলোকৰ সংখ্যা প্ৰথমতে মুষ্টিমেয থাকিলেও নৰকৰ অধস্তন নৃপতিসকলৰ পৃষ্ঠপোষকতা, আৰ্য্যধৰ্মৰ আচৰণসুলভ কৰ্মৰাজিৰ নিদৰ্শন, আৰ্য্যভাষাৰ প্ৰসাৰণ আদিৰ পৰা স্পষ্টভাবে বুজা যায যে, ৰাজ্যখনত ক্ৰমশঃ আৰ্য্যবসতি বিস্তৃত হয। লগতে স্বাভাবিকতে আৰ্য্যভাষাৰো, অৰ্থাৎ সংস্কৃত ভাষাৰো প্ৰসাৰণ ঘটে। আৰ্য্যেতৰ গোষ্ঠীৰ লোকসকলৰ বাহিৰে ব্ৰাহ্মণ, ৰাজবংশধৰ আন আন উচ্চ পৰ্য্যায়ৰ মানুহে সংস্কৃত ভাষাৰ মাধ্যমতেই সকলো ধৰণৰ ভাব প্ৰকাশ কৰিছিল। শিক্ষাদান আৰু ৰজাঘৰীযা কাম-কাজ আদিবোৰো সংস্কৃত ভাষাৰ যোগেদিয়েই কৰা হৈছিল। বৰ্মন, শালস্তম্ভ আৰু পালবংশীয ৰজাসকলে দেৱতা ব্ৰাহ্মণক মাটি -বৃত্তি দান কৰা প্ৰসঙ্গত খৃষ্টীয় ৬ষ্ঠ শতিকাৰ পৰা ১২ শ শতিকাৰ ভিতৰত যিবোৰ শাসন খোদিত কৰাইছিল, সেইবোৰৰ ভাষা আছিল সংস্কৃত। সেই নৃপতিসকলৰ নাম আছিল সুৰেন্দ্ৰ বৰ্ম্মন, ভূতি বৰ্ম্মন, ভাস্কৰ বৰ্ম্মন, হৰ্জ্জৰ বৰ্ম্মন, বনমাল বৰ্ম্মন, ৰত্নপাল, ইন্দ্ৰপাল, ধৰ্ম্মপাল, গোপাল বৰ্ম্মন, আদি। সেইকালৰ ৰাজকাৰ্য্য-শিক্ষাদানৰ উপৰিও উচ্চ শ্ৰেণীৰ লোকৰ দৈনন্দিন কাৰ্য্য-সম্পাদনৰ ভাষা যে সংস্কৃত আছিল, তাৰ প্ৰকৃষ্ট স্থায়ী প্ৰমাণ এই শাসনাবলী। কথাটো এই ধৰণেও কব পৰা যায- ব্ৰাহ্মণাদি উচ্চ বৰ্ণ আৰু শিক্ষা-দীক্ষা পোৱাসকলে সংস্কৃত ভাষাৰ মাধ্যমত সকলো কাম চলাইছিল আৰু বিভিন্ন জনগোষ্ঠীৰ লোকসকলে নিজ নিজ ভাষাতেই কথা বাতৰা কৈছিল। এখন ৰাজ্যতে বিভিন্ন ধৰণৰ মানুহে যাৱতীয় কাম সম্পন্ন কৰাৰ ক্ষেত্ৰত

*সংস্কৃত-ভাষাৰ প্ৰচলন*

---

৬ কোনো কোনো পণ্ডিতৰ মতে ইয়াৰো বহুকাল আগতে প্ৰাক্‌বৈদিক আৰ্য্যগোষ্ঠীৰ এটা দল অহি এই ৰাজ্যত বসতি কৰিবলৈ লয়। এই মতবাদ অৱশ্যে সৰ্ব্বাদিসম্মত ৰূপে প্ৰচলিত নহয।

বিভিন্ন ভাষা ব্যৱহাৰ কৰিলেও ক্ৰমশঃ আন ভাষাৰ শব্দও নিজ ভাষাত স্বাভাৱিকতে সোমাইছিল। প্ৰথম অৱস্থাত (নৰকৰ দিনত) আৰ্য্য-ভাষাভাষী লোকৰ সংখ্যা নিশ্চিত ভাবেই তাকৰ আছিল। তথাপি সংস্কৃত ভাষা ক্ৰমে ৰাজ্যখনত যে প্ৰসাৰিত হৈছিল, তাৰ কাৰণ দুটা বুলি ধৰি লব পাৰি। প্ৰথমতে, ইয়াৰ শব্দ-সম্ভাৰৰ বিস্তৃতি আৰু সেইবোৰৰ প্ৰকাশক্ষমতা। এই গুণে শ্ৰোতাক স্বাভাৱিকতে ভাষাটোৰ কাষ চপায়। দ্বিতীয়তে, ই ৰাজভাষা হৈ উঠা কাৰণে ৰাজবিষয়াসকলৰ উপৰিও কতত উচ্চ-শ্ৰেণীৰ অব্ৰাহ্মণো এই ভাষাটোৰ প্ৰতি আকৰ্ষিত হৈ উঠে। এনেকুৱা পৰিস্থিতি আৰু কাৰণৰ মাজেদি আৰ্য্যভাষাৰ প্ৰসাৰণ হয়। এই খিনিতে আৰু এটা কথা উল্লেখ কৰিবলগীয়া। আৰ্য্যভাষাৰ প্ৰসাৰণৰ ক্ৰমবৃদ্ধিৰ লগে লগে সেই ভাষাযো জনজাতীয় ভাষাৰ প্ৰভাৱমুক্ত হৈ থাকিব নোৱাৰিলে। সেই ভাষাবিলাকৰ কিছুমান শব্দ যে সংস্কৃত-ভাষাতো সোমাল, তাৰ দৃষ্টান্তৰূপে শিলালিপি আৰু তাম্ৰশাসনবোৰৰ পাঠকেই আঙুলিয়াব পাৰি। ড° বিৰিঞ্চিকুমাৰ বৰুৱাই এঠাইত[৭] লিখিছে— "এই শিলালিপি আৰু অন্যান্য শাসনাৱলীৰ ভাষা সংস্কৃত। গতিকে সেই সময়ত সংস্কৃত ভাষাৰ প্ৰচলন আছিল বুলি সহজে অনুমান কৰিব পাৰি। কিন্তু এই সংস্কৃত প্ৰশস্তিৰ মাজতো সেই সময়ত জনসাধাৰণৰ মাজত প্ৰচলিত ভাষাৰ দুই-চাৰিটা শব্দই অবাধে স্থান পাইছে। সেই শব্দবোৰ মানুহৰ নাম, গাঁৱৰ নাম, নদীৰ নাম, গছৰ নাম বুজোৱাত ব্যৱহৃত হৈছে। ইয়াৰ ভিতৰত কালিযা, ধনি, সনি, অনি, দক্ষিণপাট, শিঙৰি, পাৰলি, জান, জোল আদি শব্দ মন কৰিবলগীয়া। এই শব্দসমূহে অসমীয়া ভাষাৰ জন্মকালৰ সূচনা কৰে।"

*অসমীয়া ভাষাৰ জন্মকালৰ সূচনা*

আৰ্য্য ভাষাৰ পৰাই অসমীয়া ভাষাৰ উদ্ভৱ। এই প্ৰাদেশিক ভাষাটোৰ উদ্ভৱৰ ক্ৰমগতি সম্বন্ধে এই প্ৰসঙ্গত অলপমান কোৱাৰ প্ৰয়োজন আছে। কালৰ বিৱৰ্ত্তনত ভাৰতীয় আৰ্য্যভাষাগোষ্ঠী তিনিটা স্তৰৰ মাজেদি নামি আহিছে— প্ৰাচীন ভাৰতীয় আৰ্য্যভাষা (Old Indo Aryan), মধ্যভাৰতীয় আৰ্য্যভাষা (Middle Indo Aryan) আৰু নব্য ভাৰতীয় আৰ্য্যভাষা (New Indo Aryan)। বৈদিক-ভাষা আৰু সেই সময়ৰ সংস্কৃত-ভাষা প্ৰথম স্তৰৰ অন্তৰ্গত, কিছু পৰিৱৰ্ত্তিত ভাবে ৰূপ লোৱা পালি, প্ৰাকৃত আৰু অপভ্ৰংশ দ্বিতীয় স্তৰৰ ভিতৰুৱা আৰু আৰ্য্যভাষাসমুদ্ভূত আধুনিক ভাষাসমূহ তৃতীয় স্তৰৰ ভিতৰত বৈ থকা।

*আৰ্য্যভাষা গোষ্ঠীৰ তিনিটা স্তৰ*

যি সংস্কৃত ভাষাত আপেক্ষিকভাবে পৰৱৰ্ত্তি-যুগত কাব্য নাটকাদি ৰচিত হৈছে, সেইটো বৈদিক ভাষা নহয়— সি সেই ভাষাটোৰ মাৰ্জ্জিত ৰূপৰ এক সাহিত্যিক-ভাষা। প্ৰসিদ্ধ বৈয়াকৰণ পাণিনিয়ে ব্যাকৰণ ৰচনা কৰি তাৰ নিয়মাৱলীৰে এই ভাষা মৰ্য্যদাসম্পন্ন

৭. অ.ভা. সং, পৃঃ ১২

আৰু সুশৃঙ্খলিত কৰে। ফলত আন প্ৰকাৰে কিন্তু ইযাৰ বিকাশৰ পথত বাধা জন্মে। সেয়েহে, তেতিয়াৰ পৰা এই সংস্কৃত ভাষাৰ পৰিৱৰ্ত্তন হোৱা নাই। আন হাতেদি, অসংস্কৃত বা মাৰ্জ্জিত ৰূপ নোলোৱা যি ভাষা সমান্তৰালভাবে সৰ্বসাধাৰণৰ মুখে মুখে চলি আহিছিল, সি আছিল ভাঙনমুখী— পৰিৱৰ্ত্তনৰ মাজেদি সি নামি আহে। প্ৰত্ন ভাৰতীয় আৰ্য্য-ভাষাটোৰ (বহুল অৰ্থত বৈদিক ভাষাৰেই) এই কথিত ধাৰা বহুকাল ব্যাপি বহু পৰিৱৰ্ত্তনৰ মাজেদি সৰলীকৃত হৈ আহে। কথিত ভাষাৰ এই ধাৰাটোৱে খৃঃপূঃ ৬ষ্ঠ শতিকামানত মধ্যভাৰতীয আৰ্য্যভাষা বা প্ৰাকৃত-ভাষাৰূপে পৰিগণিত হয। কব পৰা যায— প্ৰত্ন ভাৰতীয আৰ্য্যভাষাৰ পৰাই সংস্কৃত সাহিত্যিক-ভাষাটোৰ উদ্ভৱ হৈছে, আৰু আন ফালেদি মধ্যভাৰতীয আৰ্য্যভাষা বা প্ৰাকৃতৰো জন্ম হৈছে। "প্ৰাকৃত"ৰ তাৎপৰ্য্যাৰ্থ এই যে, ই প্ৰকৃতিৰ অৰ্থাৎ জনসাধাৰণৰ ভাষা। আকৌ, "সংস্কৃত"ৰ (সাহিত্যিক সংস্কৃত) অৰ্থ ই শিষ্ট সমাজৰ সংস্কৃত-ভাষা।

*সংস্কৃত আৰু প্ৰাকৃত ভাষাৰ উদ্ভৱ*

ভৌগোলিক পৰিৱেশ, পাৰিপাৰ্শ্বিকতা আৰু জনসাধাৰণৰ উচ্চাৰণৰ ভিন্নতা আদি ভেদে প্ৰাকৃত ভাষাৰো স্বৰূপভেদ হয। সেই মৰ্ম্মে অঞ্চলভেদে চাৰিবিধ প্ৰাকৃতৰ উদ্ভৱ হ'ল। পূৰ্ব্বাঞ্চলত প্ৰচলিত বিধ প্ৰাকৃতৰ নাম মাগধী, মধ্যদেশত প্ৰচলিত বিধৰ শৌৰসেনী, দক্ষিণ পশ্চিমাংশত প্ৰচলিত বিধৰ নাম মহাৰাষ্ট্ৰী আৰু উত্তৰ পূৰ্বাঞ্চলত প্ৰচলিত প্ৰাকৃত পৈশাচী নামেৰে হয় জনাজাত। এই চাৰিবিধ প্ৰাকৃতৰ প্ৰথম বিধৰ পৰা, অৰ্থাৎ মাগধী প্ৰাকৃতৰ পৰা পূব-ভাৰতৰ আধুনিক আৰ্য্যভাষাসমূহৰ উদ্ভৱ হোৱা বুলি ভাষাতত্ত্ববিদ্ পণ্ডিতসকল একমত। প্ৰাচীন মগধকেই এই বিধ প্ৰাকৃতৰ উদ্ভৱস্থান বুলি পণ্ডিতসকলে ভাবিছে। মাগধী প্ৰাকৃতৰ শেষ স্তৰ মাগধী- অপভ্ৰংশ। এই অপভ্ৰংশৰ পৰা অসমীযা, বঙলা আদি পূৰ্বাঞ্চলীয় ভাষাকেইটাৰ যে উদ্ভৱ হৈছে, সেই কথা গ্ৰীয়াৰ্ছনে তেওঁৰ "Linguistic Survey of India" (Vol.1) ত স্থিৰ কৰি গৈছে। এই কথাখিনি ডিম্বেশ্বৰ নেওগৰ ভাষাত এই— "পুৰণি প্ৰাচ্য প্ৰাকৃতৰ লগত মিলা ঘাই ভাষা মাগধী। বৰ্ত্তমান মালদহ-জিলাত থকা পুৰণি গৌড় মগধৰ পূৱে প্ৰাচ্য অপভ্ৰংশৰ সদৰ আছিল। এই প্ৰাচ্য-অপভ্ৰংশই দখিন আৰু দখিন পূৱলৈ বিয়পি আধুনিক বঙলাৰ জনম দিলে। দখিনলৈ বিয়পাৰ উপৰিও গঙ্গাৰ উত্তৰেদি ই পূৱলৈ বিয়পি আজি-কালিৰ উত্তৰ-বঙ্গ আৰু অসম উপত্যকাৰ অসমীয়া ভাষা হলগৈ। উত্তৰ-বঙ্গ আৰু অসমে (অৰ্থাৎ পুৰণি কামৰূপ-ৰাজ্যই) তেওঁলোকৰ ভাষা প্ৰকৃততে বঙ্গৰ পৰা পোৱা নাই, পছিমৰ পৰা পোনে পোনেহে পাইছে। মাগধী-অপভ্ৰংশ বাস্তৱতে পূবলৈ আৰু দখিনলৈ তিনি দিশে বিয়পা বুলিব পাৰি। উত্তৰ-পূৱে বাঢ়ি গৈ ই উত্তৰ-বঙ্গ আৰু অসমৰ অসমীয়া, দখিনে উড়িয়া, আৰু দুইৰো মাজত ই বঙলা হলগৈ। এই তিনিজনী জীয়ৰীৰ প্ৰত্যেকজনীয়ে সমানে আৰু পোনে পোনে নিজ

*চাৰিবিধ প্ৰাকৃত*

মাতৃৰ নাড়ীৰ লগত লগা, আৰু এইবাবেই বঙলাৰ উপ-ভাষা বুলি সচৰাচৰ ধৰিলেও উত্তৰ-বঙ্গৰ ভাষা বঙ্গৰ বঙলা-ভাষাতকৈ বৰং দখিনে তাৰ বহুদূৰত কোৱা উড়িয়াৰ লগতহে কিছুমান বিষযত মিলে।"[৮] গ্ৰীযাৰ্ছনৰ এই কথাৰ ওপৰত নিৰ্ভৰ কৰিযেই ড° সুনীতি কুমাৰ চট্টোপধ্যাযে[৯] পূৰ্বমাগধী প্ৰাকৃত আৰু অপভ্ৰংশক ভগাইছে চাৰিটা ভাগত— ৰাঢ়, বাৰেন্দ্ৰ, বঙ্গ আৰু কামৰূপী। ইযাৰ প্ৰথমবিধ উপ-ভাষাৰ পৰা উদ্ভৱ হৈছে পশ্চিমবঙ্গৰ ভাষা আৰু দক্ষিণ-পশ্চিমৰ উড়িয়া-ভাষা, দ্বিতীয় বিধৰ পৰা উত্তৰ-মধ্য-বঙ্গৰ ভাষা, তৃতীয বিধৰ পৰা পূৰ্ব-বঙ্গৰ ভাষা, আৰু চতুৰ্থবিধ, অৰ্থাৎ কামৰূপী উপভাষাৰ পৰা উদ্ভৱ হৈছে অসমীয়া আৰু উত্তৰ-বঙ্গৰ ভাষা। গ্ৰীয়াৰ্ছন চাহাবৰ নিচিনা ভাৰতৰ অন্যতম ভাষাতত্ত্ববিদ্ উক্ত ডক্তৰ চট্টোপধ্যায়েও কৈছে যে, অসমীয়া ভাষা আৰু উত্তৰ-বঙ্গৰ ভাষাৰ উৎস এটাই। প্ৰাচীন কালৰে পৰা উত্তৰ-বঙ্গৰ কোচবিহাৰ, ৰংপুৰ আদি এটা বৃহৎ অঞ্চল পুৰণি কামৰূপ-ৰাজ্যৰ অন্তৰ্গত আছিল। তেতিযা বঙ্গৰ এই অংশৰ ভাষা অসমীয়া-ভাষাৰ লগত স্বাভাৱিকতে একে আছিল। আনকি, কোচ-কমতাৰ ৰাজসভাক কেন্দ্ৰ কৰি তাত অসমীয়া সাহিত্যৰ চৰ্চা আৰু সৃষ্টিও হৈছিল। কোচ-ৰাজশক্তি, প্ৰকাৰান্তৰে কামৰূপী-ৰাজশক্তি বিলুপ্ত হোৱাৰ পাছৰে পৰা (১৮ শ শতিকাৰ পৰা) বঙ্গভূমিৰ উক্ত খণ্ডৰ লগত অসমৰ সাংস্কৃতিক সম্বন্ধও ক্ৰমে কমি আহিবলৈ ধৰে। ইংৰাজ- শাসনাধীনত এই ভূখণ্ড ৰাজনৈতিক ভাবে অসম-ৰাজ্যৰ পৰা বাহিৰ হোৱা কাৰণে দুই শতিকা ধৰি বঙালী ভাষাৰ প্ৰভাৱ পৰি ইযাৰ ভাষা একপ্ৰকাৰ বঙালী হৈছে। এ তিয়াও কিন্তু ইয়াৰ কথিত ভাষাৰ প্ৰকাশৰীতিত যথেষ্ট অসমীযা ঠাচ আৰু শব্দাৱলীত বহু অসমীয়া শব্দ সোমাই আছে।[১০]

*মাগধী অপভ্ৰংশৰ পৰা অসমীয়া বাংলাৰ উদ্ভৱ*

*অসমীয়া আৰু উত্তৰ বঙ্গৰ ভাষাৰ উৎস এটাই*

আধুনিক-ভাৰতীয আৰ্য্যভাষাসমূহৰ জন্ম ঠিক কোন সমযত হ'ল, সঠিকভাবে কব নোৱাৰিলেও পণ্ডিতসকল একমত যে, খৃষ্টীয় ১০ম শতিকামানত ভিন্ ভিন্ অপভ্ৰংশৰ পৰা এইবোৰ গঢ় লৈ উঠিছে। আন আন নব্য-ভাৰতীয় আৰ্য্যভাষাবোৰৰ লগে লগে মাগধী অপভ্ৰংশৰ পৰা অসমীয়া-ভাষাও ওলাই স্বকীয় ৰূপ লৈছে। লিখিত ৰূপ পোৱাৰ আগলৈকে বহুকাল ধৰি সকলো ভাষা মুখে মুখেই চলি আহে। লিখিত- সাহিত্য পালেহে

---

৮ অ সা বু, পাতনি, পৃঃ ৬১

৯. O D. B. L

১০. এক মূল-উৎসৰ পৰা অসমীয়া, বাংলা আৰু উৰিয়া ভাষাৰ উৎপত্তি হোৱা কাৰণে এটা সময়ত কোনো কোনো বঙালী লিখকে অসমীয়া আৰু উড়িয়াক বাংলাৰ উপ-ভাষা ৰূপে প্ৰতিষ্ঠা কৰিবলৈ বৃথা চেষ্টা কৰাৰ সুযোগ লৈছিল।

তাৰ সময়ানুসৰি ভাষাটোৰ উদ্ভৱ-কাল অনুমান কৰিব পাৰি। সেয়েহে, ড° বিৰিঞ্চি কুমাৰ বৰুৱাই কৈছে— "সাহিত্য ভাষাৰ জন্ম পত্ৰিকা।"[১১] অসমীয়া ভাষাৰ ক্ষেত্ৰতো একেই কথা। অসমীয়া-ভাষাৰ বিকাশমান-গতিৰ সুস্পষ্ট লক্ষণ দেখিবলৈ পোৱা যায চৰ্য্যাপদসমূহৰ মাজত। চৰ্য্যাপদ সমূহ খৃষ্টীয় ৮ ম শতিকাৰ পৰা ১২ শ শতিকাৰ ভিতৰত ৰচিত বুলি যুক্তিসাপেক্ষে ধৰি লোৱা হৈছে। (পৰৱৰ্ত্তী যথাস্থানত চৰ্য্যাপদ সম্বন্ধে আলোচনা কৰা হ'ব)। চৰ্য্যাপদ নামেৰে জনাজাত একপ্ৰকাৰ সহিত্যিক- ৰূপটোও অসমীয়া-ভাষাৰ জন্মকথা কব পৰা অন্যতম প্ৰামাণিক সাক্ষী। এইখিনিতে কবলগীয়া কথা এই যে, খৃষ্টীয- দশম শতিকাকে অসমীয়া-ভাষাৰ উদ্ভৱ-কাল বুলি ধৰি লোৱা হ্য যদিও

*অসমীয়া ভাষাৰ উদ্ভৱ-কাল*

ইযাৰ ওপৰত কোনো মাত নমতাকৈ ইযাক গ্ৰহণ কৰিবলৈ গলে মনত খুদুৱনি থাকে। কুমাৰ ভাস্কৰ বৰ্ম্মাৰ ৰাজত্ব-কালত বিখ্যাত চীন-পৰিব্ৰাজক হিউযেন চাং ৬৪৩ খৃঃত কামৰূপলৈ আহে। এই ভ্ৰমণ সম্বন্ধে পৰিব্ৰাজক-গৰাকীয়ে যি লিখিছে তাৰ ভিতৰত আমাৰ এই প্ৰসঙ্গত প্ৰযোজনীয দুটা কথা আছে। প্ৰথম—কৰতোযা-নদী পাৰ হৈ তেওঁ কামৰূপ ৰাজ্যত সোমাইছিল, দ্বিতীয— "তেওঁলোকৰ (কামৰূপ ৰাজ্যৰ মানুহৰ) ভাষা মধ্যভাৰতৰ ভাষাতকৈ অলপ পৃথক আছিল— Their speech differed a little from that of Mid-India" এই দুটা কথাৰ পৰা বুজা যায— সেই সময়ত কামৰূপৰ নিৰ্দ্দিষ্ট-পশ্চিম-সীমা আছিল কৰতোয়া, আৰু কৰতোযা পৰ্য্যন্ত বিস্তীৰ্ণ কামৰূপ-ৰাজ্যখনৰ ভাষা সুদূৰ নলন্দাবিশ্ববিদ্যালয়ৰ পৰা পুৱফালে কৰতোয়া পৰ্য্যন্ত বিয়পি থকা বিশাল-ভূখণ্ডৰ ভাষাতকৈ কিছু বেলেগ আছিল। ইযাৰ উপৰিও, ৬২৫ খৃঃ ত খোদিত ভাস্কৰ বৰ্ম্মাৰ নিধানপুৰ-তাম্ৰশাসনৰ সংস্কৃত শ্লোকৰ মাজত অসমীয়া শব্দৰ প্ৰযোগ দেখিবলৈ পোৱা যায। বিদ্যাবন্ত আৰু অভিজ্ঞ পৰিব্ৰাজক গৰাকী নলন্দাৰ পৰা কেইবাখনো ৰাজ্যৰ মাজেদি কামৰূপলৈ আহিছে আৰু তেওঁ আন ৰাজ্যবোৰৰ ভাষাৰ পৰা কামৰূপৰ মানুহৰ মুখনিঃসৃত ভাষাৰ প্ৰভেদ দেখিহে উপৰুক্ত মন্তব্য দিছে। ভাষাৰ ঐতিহাসিক-বিচাৰৰ ক্ষেত্ৰত ইমান গুৰুত্বপূৰ্ণ কথাষাৰ উলাই কৰি যাব নোৱাৰি। পৰিব্ৰাজকৰ মন্তব্যৰ পৰা বুজা যায়— ৭ ম শতিকাৰ প্ৰথমাৰ্দ্ধতে অসমীয়া-ভাষাৰ উদ্ভৱ- প্ৰক্ৰিয়া আৰম্ভ হৈছিল আৰু তাৰ মাজত ভাষাবিষয়ক কোনো কোনো বিশেষত্বও উক্ দি উঠিছিল, আৰু ক্ৰমগতিত আগবাঢ়ি চাৰ্য্যাপদৰ মাজত কিছু স্পষ্টৰূপত দেখা দিছিল। শেষত সৰ্ব্ববাদিসম্মতৰূপে আন আন নব্য-ভাৰতীয় আৰ্য্য ভাষাৰ সমসাময়িকভাবে খৃষ্টীয় ১০ ম শতিকাৰ লগে লগে ই পূৰ্ণৰূপত দেখা দিযে।

প্ৰত্ন ভাৰতীয় আৰ্য্যভাষা (বৈদিক ভাষা) সৰলীকৃত হৈ কথিত-ৰূপৰ মাজেদি নামি আহি প্ৰাকৃতৰূপে অভিহিত হৈছে, এই কথা ইতিমধ্যে কোৱা হৈছে। অসমীয়া ভাষাৰ

১১. অ. ভা. সং, পৃঃ ১১

উদ্ভৱ-প্ৰক্ৰিয়াত প্ৰাকৃতৰ সৰলীকৰণ তিনিটা দিশত দেখা যায়— ধ্বনিৰ দিশত, শব্দ আৰু ধাতুৰূপৰ দিশত, আৰু পদপ্ৰয়োগৰ দিশত। ই ভাষাতত্ত্ব সম্বন্ধীয় আলোচনা। এই প্ৰসঙ্গত ইয়াৰ বহল ব্যাখ্যাৰ প্ৰয়োজন নাই। উদাহৰণ স্বৰূপে মাত্ৰ এটা দুটা সৰলীকৰণ প্ৰণালী দেখুৱা হ'ল। ধ্বনিৰ দিশত— ঐ আৰু ঔৰ ঠাইত যথাক্ৰমে এ আৰু ও ব্যৱহাৰ হ'ল- তৈল > তেল, ঔষধ > ওষধ। ঋ আৰু ঋৃৰ ঠাইত ই, উ আৰু ৰি ব্যৱহাৰ হ'ল— ঋজু > উজু, শৃগাল > সিয়াল > শিয়াল ইত্যাদি। শব্দৰূপৰ দিশত- পদান্ত ব্যঞ্জনধ্বনি লোপ হয় আৰু তাৰ ফলত সকলো শব্দ স্বৰান্ত হয়। মূল সংস্কৃতৰ দ্বিবচন লোপ হৈ তাৰ ঠাইত বহুবচন হবলৈ ধৰে। ক্ৰিযাৰো, অৰ্থাৎ ধাতুবোৰৰো দ্বিবচনৰ ৰূপ নোহোৱা হয় ইত্যাদি। তৃতীয দিশত, অৰ্থাৎ পদপ্ৰয়োগৰ দিশত প্ৰাকৃতত‌কৈ অপভ্ৰংশ ৰূপ যিহেতুকে সৰল, প্ৰাকৃত ৰূপ সমীভূত হৈ উঠা দেখা যায। কোনো পদ উচ্চাৰণ কৰোতে কেতিয়াবা ওচৰা ওচৰি দুটা ভিন্ন ধ্বনি পৰস্পৰ নাইবা এটা আনটোৰ প্ৰভাৱত পৰি সমজাতীয়তা বা সাৰূপ্য লাভ কৰাকে বোলা হয় সমীভৱন। ধ্বনি পৰিবৰ্ত্তনৰ এই নীতি তিনি প্ৰকাৰৰ- — (১) কেতিয়াবা পূৰ্বধ্বনিয়ে পিছৰ ধ্বনিৰ পৰিৱৰ্ত্তন কৰে, (২) কেতিয়াবা পিছৰ ধ্বনিয়ে আগৰ ধ্বনিটোৰ পৰিৱৰ্ত্তন ঘটায় আৰু (৩) কেতিয়াবা আগৰ আৰু পিছৰ ধ্বনিয়ে পৰস্পৰে পৰস্পৰৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰে। উদাহৰণ স্বৰূপে তিনিও বিধৰে এটা দুটাকৈ মাত্ৰ নমুনা প্ৰদৰ্শন কৰা হল : (১) লগ্ন > লগ্ন; চক্ৰ > চক্ক; অন্য > অন্ন ইত্যাদি। (২) জগৎ +নাথ = জগন্নাথ; মৃৎ + ময় = মন্ময়; শম্ + কৰ = শঙ্কৰ ইত্যাদি। উল্লেখযোগ্য কথা— ব্যঞ্জন-সন্ধিৰ নিয়ম এইবিধ সমীভৱন প্ৰক্ৰিয়াৰ লগত খাটে। (৩) সত্য > সচ্চ ইত্যাদি।

*অসমীয়া ভাষাৰ উদ্ভৱ প্ৰক্ৰিয়াত প্ৰাকৃতৰ সৰলী কৰণ*

ভাষাৰ শব্দ-সংখ্যা যিমানেই অধিক, ভাষাও সিমানেই সমৃদ্ধ। সেযেহে শব্দ ভাণ্ডাৰেই ভাষাৰ প্ৰধান বিশেষত্ব। শব্দ ঠিহ্ মাৰি থকা শব্দ ভাণ্ডাৰ লক্ষ্য কৰিলে অসমীয়া-ভাষা সমৃদ্ধ, এই কথা স্বীকাৰ নকৰি নোৱাৰি। সংস্কৃত- প্ৰাকৃতৰ পৰা পৰিবৰ্ত্তিত- ৰূপত অসমীয়ালৈ অহা শব্দসমূহৰ ধৰণ বা শ্ৰেণী সম্বন্ধে ওপৰত আভাস দিয়া হ'ল। এই বোৰৰ উপৰিও অনাৰ্য্যমূলীয় কেইবাটাও ভাষাৰ শব্দ আৰু লগতে বহু বিদেশী-ভাষাৰ শব্দ অসমীয়া ভাষাত সোমাইছে, আৰু সোমায়েই আছে। শ্ৰেণীগত দৃষ্টিকোণৰ পৰা অসমীয়া ভাষাৰ শব্দৰাজিক পাঁচটা শ্ৰেণীত ভগাব পাৰি— তৎসম, অৰ্দ্ধতৎসম, তদ্ভৱ, দেশী আৰু বিদেশী। তৎসম, অৰ্থাৎ অবিকল সংস্কৃত শব্দ ("তৎ" শব্দই সংস্কৃতক বুজাইছে)। এইবিধ শব্দৰ প্ৰয়োগ আমাৰ ভাষাত বহুত বেছি। যেনে- ভক্তি, যত্ন, বস্ত্ৰ, বন, কানন, কুসুম, পুষ্প, ঈশ্বৰ, দৰ্শন, কৰ্ম্ম, সত্য, বৃক্ষ, লতা ইত্যাদি। যিবিলাক সংস্কৃত-শব্দ অবিকৃতভাবে নাথাকি কিছু পৰিবৰ্ত্তিত ৰূপত ব্যৱহাৰ হৈছে, সেইবোৰকে বোলা হয়

অৰ্দ্ধতৎসম শব্দ। যেনে— ভকতি, যতন, ৰতন, কৰম ইত্যাদি। যিবিলাক সংস্কৃত-শব্দ প্রাকৃতৰ মাজেদি পৰিৱৰ্ত্তিত হৈ আহি অসমীযাত ব্যৱহাৰ হৈছে, সেইবোৰক বোলা হয় তদ্ভৱ শব্দ। অসমীয়া ভাষাত এই শ্রেণী শব্দৰ সংখ্যাও প্রচুৰ। উদাহৰণ স্বৰূপে- হাত, মূৰ, নাক, কাণ, দাঁত, ভাই, ভনী মাই, নৈ, পাহাৰ, গৰু, ঘোৰা, হাতী, সাপ, এক, দুই, তিনি, দহ, বিশ, মই, আমি, তুমি ইত্যাদি। উল্লেখনীয কথা এই যে, মানৱ-দেহৰ অঙ্গ-বুজোৱা শব্দ, প্রাকৃতিক-বস্তুবাচক শব্দ, পশু-পক্ষীবাচক শব্দ, বিবিধ সংখ্যাবাচক শব্দ আৰু সর্বনাম, ক্রিয়া, অব্যয় বুজোৱা শব্দবোৰ সাধাৰণতে এই শ্রেণীৰ অন্তর্গত। অসমীযা-ভাষাত এনেধৰণৰ কিছুমান শব্দ সুদুৰ-অতীতৰ পৰা প্রচলিত হৈ আহিছে, যিবিলাক শব্দ প্রাকৃতৰ মাজেদি অহা নাই, নতুবা যিবিলাকৰ মূল কোনো বিদেশী ভাষা নাইবা আন কোনো ভাৰতীয়-ভাষাত পাবলৈ নাই। এইবিলাককে বোলা হৈছে দেশী-শব্দ। অসমৰ আদিম-অধিবাসীসকলৰ ভাষাৰ পৰা এই শব্দৰাজি চলি আহিছে। ড° বাণীকান্ত কাকতিয়ে[১২] এই শ্রেণীৰ শব্দক ভগাইছে তিনিটা শ্রেণীত— অষ্ট্র-এচি য়াটিক, তিব্বত বৰ্ম্মী আৰু টাই বা আহোম। খাচি, কোলমুণ্ডা আৰু মালয় ভাষাৰ পৰা অহা শব্দসমূহ অষ্ট্র-এচিয়াটিক শ্রেণীৰ অন্তর্গত। উদাৰহণ স্বৰূপে ডিঙ্গাঁ, জেং, খং, জপা, নোদোকা, কাবৌ আদি (খাচি ভাষা)। আটোম-টোকাৰি, ভঙ্গুঁৰা, লাটুম, ভোদা, আলাবাদু, ঢোপ, ঘুটমুট, গোহাৰি, তেজপিয়া, মুগা, লেণ্ডা আদি (কোলমুণ্ডা ভাষা)। আচুসূঁতা, বগা, বোকা, বুঢী, চেঙ্গাঁ, চোং, গাহৰি, লাউপানী., টেলেকা, কোঙ্গাঁ, আদি (মালয-ভাষা)। তিব্বতবৰ্ম্মী ভাষাগোষ্ঠীৰ পৰা (বড়ো ভাষাৰ পৰা) অহা শব্দ— লাউখোলা, হাওঁফাওঁ, হেঙাৰ, হোজা, জখলা, বোন্দা, বিজলুৱা, জপনা, ৰিহা, হাফলু, শিলিখা, লফা, জোং, চাং আদি। টাই বা আহোম ভাষাৰ পৰা অহা শব্দ- বুৰঞ্জী, চাউদাং, ফুকন, কাৰেং, লিক্‌চৌ, ফাং, জান, ৰং, হাউ, টুপ ইত্যাদি।

*শব্দ সম্ভাৰ-- ইযাৰ বিভিন্ন শ্রেণী*

উক্ত তিনি শ্রেণীৰ অন্তর্গত শব্দসমূহৰ উপৰিও আৰু বিভিন্ন ধৰণৰ নানান শব্দই অসমীয়া-ভাষা সমৃদ্ধ কৰি তুলিছে। এই বিলাকক দুটা বহল শ্রেণীত ভগাব পৰা যায়— এটা ভাৰতীয় আৰু আনটো অভাৰতীয়। এই দুয়ো শ্রেণীৰ শব্দকে আগতে বিদেশী শব্দ বুলি ধৰা হৈছিল যদিও বৰ্ত্তমান কালত প্রথম বিধক বিদেশী নুবুলি নব্য ভাৰতীয় আৰ্য্য-মূলীয়া শব্দ বুলিও কব পাৰি।। ভাৰতৰ প্রাদেশিক ভাষাসমূহৰ পৰা অহা শব্দৰ ভিতৰত হিন্দীৰ পৰা অহা কাগজৱালা, লুচিৱালা, হাইজা, চাহিদা, আপোচ, মহঙা আদি। বঙালীৰ পৰা অহা— ভেজাল, কেলেঙ্কাৰী, ৰসোগোল্লা আদি। গাৰখীয়া, তাণ্ডৱণ, বেজী, খাপ আদি শব্দৰ সাদৃশ্য দেখা যায় মাৰাঠী ভাষাৰ লগত। ড° বিৰিঞ্চি কুমাৰ বৰুৱাই এঠাইত[১৩] ভাৰতৰ বাহিৰৰ পৰা অহা বিদেশী শব্দসমূহক দুই শ্রেণীত ভগাইছে— এবিধ ফাৰ্চী আৰু আনবিধ

*বিদেশী শব্দ— ইয়াৰ শ্রেণী বিভাগ*

১২. A.F.D

১৩. অ. ভা. সং

ইউৰোপীয। তেওঁৰ মতে ফাৰ্চীৰ ভিতৰতে ফাৰ্চী, আৰবী আৰু তুৰ্কী ভাষা পৰিছে। তুৰ্কী ভাষাৰ শব্দবোৰ ঘাইকৈ ফাৰ্চীৰ মাজেদিহে অসমীয়ালৈ আহিছে। ইতিমধ্যে অসমীয়া-ভাষাত সোমোৱা ফাৰ্চী-শব্দবোৰ ড° বৰুৱাই এই ধৰণে দেখুৱাইছেঃ- (১) ৰজা, ৰাজ-সন্মান আৰু যুদ্ধবিষয়ক শব্দ— আমিৰ, উজীৰ, খিতাপ, নবাব, বাদচাহ হুজুৰ, কুচকাৱাজ, চিকাৰ, ফৌজ, চৰ্কাৰ, মালিক, চিপাহী। (২) খাজনা, শাসন আৰু আইনবিষয়ক শব্দ— আবাদ, এক্তিয়াৰ, ওৱালিচ, খাজনা, জমা, তহৱিল, অলুক, দপ্তৰি, নাজিৰ, পিয়দা, মহকুমা, চহৰ, চৰকাৰ, হিচাপ, আইন, উকিল, আদালত, এজাহাৰ, ওজৰ, ওৱাৰিচ, কানুন, ক্ৰোক, জবান, জাৰি, দৰ্খাস্ত, দলিল, দস্তখত, নাবালক, নালিচ, ফৰিয়াদি, মোকৰ্দ্দমা, বাজেয়াপ্ত, হাকিম, হাজত ইত্যাদি। (৩) ইছলাম ধৰ্ম্ম সম্বন্ধীয় শব্দ— আল্লা, ইছলাম, ইমান, ঈদ, কবৰ, কোৰবানি, নমাজ, মহৰম, মোল্লা, মছজিদ্ ইত্যাদি। (৪) সংস্কৃতি, শিক্ষা আৰু সাহিত্য সম্বন্ধীয় শব্দ— গজল, তৰ্জ্জমা, দৰদ, মজলিচ, মুন্সী, চেতাৰ, হৰফ ইত্যাদি। (৫) বিলাসৰ সামগ্ৰী আৰু ব্যৱসায়বিষয়ক শব্দ ঃ আইনা, আঙুৰ, আতৰ, আতচবাজী, আৰক, কাগজ, কিংখাপ, কিচ্‌মিচ, গোলাপ, চচ্‌মা, চাবুক, বাগিচা, বাদাম, মখলম, মলম, ময়দা, মছলা, মিচিৰি, মেজ, ৰুমাল, ৰেচম, হোকা, ইত্যাদি। (৬) বিভিন্ন দেশবাসী-নিৰ্দ্দেশক শব্দ— আৰব, ইহুদী ইত্যাদি। (৭) সাধাৰণ বস্তু আৰু ভাৱনিৰ্দেশক শব্দ— কাৰখানা, গৰজ, জানোৱাৰ, জাহাজ, দখল, দোকান, নগদ, পছন্দ, বদ্‌জাত, মুলুক, হাজাৰ ইত্যাদি।

ইউৰোপীয-ভাষাসমূহৰ ভিতৰত ইংৰাজী-ভাষাৰ শব্দ আধুনিক অসমীয়া-ভাষাত সৰ্বাধিক-বিশেষকৈ ইংৰাজ- শাসন আৰম্ভ হোৱাৰ লগে লগে বহুত বিদেশী বস্তুৰ আমদানি হ'ল, বিদেশী ভাৱধাৰা অসমীয়াৰ মাজত সোমাল, ৰাজনীতিৰ পৰিবৰ্ত্তন হ'ল, শিক্ষানীতি আৰু শিক্ষাৰ বিষয় আদিৰো পৰিৱৰ্ত্তন ঘটিল। ফলত, এইবোৰৰ লগত সম্পৰ্ক থকা বহুত ইংৰাজী-ভাষাৰ শব্দ অসমীয়া-ভাষাত সোমাল আৰু সোমায়েই আছে। সেই শব্দবোৰৰ উল্লেখ এক প্ৰকাৰ অসম্ভৱেই। তাৰ উপৰি একৰকম শিক্ষিত মাত্ৰেই এই শব্দবোৰৰ কথা জানেই। গতিকে ইয়াৰ তালিকা এই প্ৰসঙ্গত দাঙি ধৰিবলৈ যত্ন নকৰিলোঁ। ইংৰাজীৰ উপৰিও, ইউৰোপীয়- ভাষাৰ ভিতৰত বিশেষকৈ ফৰাচী, পৰ্তুগীজ আৰু ওলন্দাজ ভাষাৰ কিছুমান শব্দ আমাৰ ভাষাত সোমাইছে। উদাহৰণ স্বৰূপে কুপন, কাৰ্তিজ, চাবোন, বুৰ্জোৱা আদি শব্দ ফৰাচী ভাষাৰ পৰা, আলপিন্, আল্কাতৰা, আলমাৰি, আনাৰস, বাল্‌টি, চাবি, মিস্ত্ৰী, কেৰাণী, বুটাম, পাউৰুটি, বেহেলা আদি শব্দ পৰ্তুগীজ-ভাষাৰ পৰা, আৰু ইচ্‌ক্ৰুপ, ইস্কাপন, আদি শব্দ আহিছে ওলন্দাজ ভাষাৰ পৰা। ইয়াৰ উপৰিও ইংৰাজী ভাষাৰ যোগেদি আন কিছুমান ভাষাৰো দুই এটা শব্দ আহি আমাৰ ভাষাত সোমাইছে। উদাহৰণ স্বৰূপে— চীনা-ভাষাৰ পৰা; চাহ, চেনী; মালয় ভাষাৰ পৰা চাও, গুদাম আৰু জাপানী- ভাষাৰ পৰা ৰিক্সা ইত্যাদি।

*ইউৰোপীয ভাষাৰ শব্দ*

বিদেশী আৰু দেশী শব্দ লগ হৈ, বিদেশী শব্দত দেশী-প্ৰত্যয় বা উপসৰ্গ, আৰু দেশী-শব্দত বিদেশী-প্ৰত্যয় বা উপসৰ্গ লগ হৈ সৃষ্ট কিছুমান নতুন শব্দও আমাৰ ভাষাত সোমাইছে। উদাহৰণ স্বৰূপে— হেড্-পণ্ডিত, হেড্-মহৰী, পুলিচ-চাহাব, পাঠ্য-কিতাপ, স্কুলপাঠ্য ইত্যাদি। প্ৰত্যযৰ যোগত সিদ্ধ শব্দ— মাষ্টৰী (মাষ্টৰ + ঈ), বেটাইম (বে+ টাইম), বেনিযম (বে+ নিয়ম), গড়মিল (গড+মিল), বেৰসিক (বে+ৰসিক), ইত্যাদি। অসমীযা-শব্দত বিদেশী-প্ৰত্যয বা অন্য শব্দ যোগ হৈ সৃষ্ট মিশ্ৰ-শব্দ কিছুমানৰ প্ৰযোগো আমাৰ ভাষাত পোৱা যায়। যেনে– গাৰোৱান, দাৰোৱান, (আছে বা থকা অৰ্থত আন্ বা ৱান্ প্ৰত্যয); ডাক্তৰখানা, ছপাখানা, বৈঠকখানা, (স্থান বা দোকান অৰ্থত খানা প্ৰত্যয়), কাৰিকৰ, বাজিকৰ (কৰা অৰ্থত গৰ বা কৰ সংযোগ), ঘোচখোৰ, সুদখোৰ (খোৱা অৰ্থত খোৰ), বাবুগিৰি, কেৰাণীগিৰি (ব্যৱসায় অৰ্থত গিৰি), দলিচা, বাগিচা, ডেক্‌চি (আধাৰ অৰ্থত চা, চি), ফুলদানী, চাহদানী, পিক্‌দানী, (আধাৰ অৰ্থত দানী); মৌজাদাৰ, অংশীদাৰ, চৌকিদাৰ (ধাৰক বা কৰ্ত্তা অৰ্থত দাৰ); চিঠাবন্দী, জবানবন্দী, (গৃহীত অৰ্থত বাদ বা বন্দী); মোক্তাৰ নামা, ওকালত নামা (নাম সংযোগত) ইত্যাদি।[১৪]

*বিভিন্ন ভাষাৰ মিশ্ৰণত সৃষ্ট শব্দ*

অসমীযা-ভাষাৰ শব্দসমূহৰ উদ্ভৱ-প্ৰক্ৰিয়া আৰু ইযাৰ বিভিন্ন প্ৰকাৰ সম্বন্ধে ওপৰত এটা চমু আলোচনা দাঙি ধৰা হ'ল। শব্দই ভাষাৰ মূল হলেও সেই বোৰ যথাযোগ্য বিভক্তিযুক্ত হৈ উপযুক্ত ক্ৰমত লগ হোৱাৰ পাছতহে ভাৱপ্ৰকাশ কৰিবলৈ সক্ষম হয়। বিভক্তি দুই ধৰণৰ— এবিধ যোগ হয় শব্দত আৰু আনবিধ ধাতুত। বিভক্তি যুক্ত শব্দ ব্যাকৰণ মতে পৰিগণিত হয় কাৰক ৰূপে, আৰু বিভক্তি যুক্ত ধাতু অভিহিত হয় ক্ৰিয়াৰূপে। শব্দৰ লগত যোগ হোৱা বিভক্তি সাতবিধ, আৰু ক্ৰিয়াৰ বিভিন্ন সময়ক বুজোৱাৰ কাৰণে পুৰুষভে্দে ধাতুৰ পাছত যোগ হোৱা বিভক্তিও বহুবিধ। কাৰকবাচ্য বিভক্তিযুক্ত- শব্দবোৰৰ ক্ৰিয়াৰ লগত সম্বন্ধ স্থাপন হলেহে সেইবোৰে পূৰ্ণভাৱ প্ৰকাশ কৰিব পাৰে। ভাষাৰ পূৰ্ণৰূপ অনাৰ ক্ষেত্ৰত বিভক্তিবোৰৰ উপৰিও নানাবিধ প্ৰত্যয়ো শব্দ আৰু ধাতুত যোগ হৈ বহুধৰণৰ বহু অৰ্থপ্ৰকাশক শব্দৰ সৃষ্টি কৰে। অসমীয়া ভাষালৈ এই বিশেষত্ববোৰ ক্ৰমশঃ আহিছে সংস্কৃত আৰু বিভিন্ন জনগোষ্ঠীৰ ভাষাৰ পৰা। এই ধৰণৰ অন্ততঃ কিছুসংখ্যক বিশেষত্ব থকা ভাষাৰ যি লিখিত ৰূপ, সেই ৰূপকেই ভাষাবিশেষৰ প্ৰাথমিক ৰূপ বুলিব পাৰি, আৰু সেই ৰূপপ্ৰাপ্ত সময বা তাৰ কিছু পূৰ্ব্বকালকেই সেই ভাষা-সাহিত্যৰ ইতিহাসৰ প্ৰাৰম্ভিক-কাল বুলিব পাৰি। চৰ্য্যাপদসমূহৰ মাজত অসমীয়া ভাষাৰ উক্ত বিশেষত্বসমূহ, অৰ্থাৎ বিভিন্ন বিভক্তিৰ প্ৰয়োগ, কাৰক-ক্ৰিয়াৰ সম্বন্ধ, প্ৰত্যয়যুক্ত শব্দৰ প্ৰয়োগ আদি বিশেষত্ব দেখিবলৈ পোৱা যায়। সেয়েহে, চৰ্য্যাপদবোৰকেই অসমীয়া-ভাষা-সাহিত্যৰ

*অসমীয়া ভাষাৰ প্ৰাৰম্ভিক লিখিত ৰূপ - চৰ্য্যাপদ*

১৪. দ্ৰষ্টব্য ঃ অ. ভা সং, ড° বিৰিঞ্চি কুমাৰ বৰুৱা

আদি লিখিত ৰূপ বুলি পূৰ্ব্ব-সূৰিসকলে সিদ্ধান্ত কৰিছে। অসমীয়া ভাষা সাহিত্যৰ আদিস্তৰ ৰূপে চৰ্য্যাপদৰ আলোচনা পৰৱৰ্ত্তী যথাস্থানত দাঙি ধৰা হ'ব। চৰ্য্যাবোৰৰ প্ৰায় ডেৰশ-দুশ বছৰ পাছত ৰচিত যি কাব্যৰাজিয়ে আমাৰ সাহিত্যৰ ইতিহাসৰ গৌৰবোজ্জ্বল-স্বৰ্ণৰেখা আঁকি দিছে, সেইবোৰো সকলো প্ৰকাৰ কাব্যিক-গুণ-বিশেষত্বৰে সমৃদ্ধ।

## অসমীয়া লিপি ঃ

ভাষা- সাহিত্যৰ কথা কবলৈ গলে লিপিৰ কথা স্বাভাৱিকতে আহে। কিয়নো, ক্ৰমগতিৰ পথত দুয়োবিধৰ সম্বন্ধ এৰাব নোৱাৰা। ভাৱপ্ৰকাশৰ কাৰণে মুখেৰে উচ্চাৰিত ধ্বনিয়ে ভাষা। ধ্বনি শ্ৰৱণেন্দ্ৰিয়গ্ৰাহ্য; কাণেৰে শুনাৰ লগে লগে অৱশ্যে সেই ধ্বনিৰ মৰ্ম্মাৰ্থ শ্ৰোতাৰ মনে গ্ৰহণ কৰে। ধ্বনি অস্থায়ী কাৰণে তাৰ যোগেদি প্ৰকাশিত মনোভাৱ স্থায়ী হৈ থকিব নোৱাৰে। সেয়েহে, অৰ্থাৎ মনোভা ৱ স্থায়ী কৰি ৰখাৰ উদ্দেশ্য সময়ৰ গতিত

*লিপি কি*

হয়তো উদ্ভৱ হৈছে লিপিৰ। লিপি মানে এটা বা তাতকৈ অধিক আঁচেৰে সৃষ্ট বিশেষ নিৰ্দিষ্ট কিছুমান ছবি বা চিত্ৰ। লিপি ধ্বনিৰ বা ভাষাৰ মৰ্ম্মাৰ্থসূচক বাহক। লিপি দৰ্শনেন্দ্ৰিয়গ্ৰাহ্য, লিপিক চকুৰে চাই মন আৰু বোধ শক্তিৰ যোগেদি মানুহে ভাষাৰ মৰ্ম্মাৰ্থ গ্ৰহণ কৰিবলৈ সমৰ্থ হয়। লিপিয়ে ভাষাক স্থানিক আৰু কালিক ব্যাপকতাৰ মাজতো উজ্জ্বল কৰি ৰাখে।

প্ৰচীন ভাষাসমূহৰ ভিতৰত অসমীয়াও অন্যতম। ইয়াৰ লিপিৰ ইতিহাসো কম প্ৰচীন নহয। অসমীয়া-লিপিৰ উৎপত্তি আৰু বিকাশ সম্বন্ধে ইতিমধ্যে ভালেমান পণ্ডিতে কম-বেছি বিস্তৃতিৰ মাজেদি আলোচনা কৰি গৈছে। সেইসকলৰ ভিতৰত সৰ্ব্বেশ্বৰ কটকীৰ নাম প্ৰথম স্মৰণীয়। তেৱেঁই প্ৰথমতে অসমীয়া-লিপিৰ উৎপত্তি আৰু প্ৰণালীবদ্ধ আলোচনা প্ৰস্তুত কৰি দেখুৱাইছে "অসমীয়া প্ৰাচীন-লিপি" নামৰ পুস্তিকাত। পণ্ডিত

*অসমীয়া লিপিৰ আলোচকসকল*

হেমচন্দ্ৰ গোস্বামী, সোণাৰাম চৌধুৰী, পদ্মনাথ ভট্টাচাৰ্য্য, ড° সূৰ্য্যকুমাৰ ভূঞা, ডিম্বেশ্বৰ নেওগ, ড° মহেশ্বৰ নেওগ, ড° সত্যেন্দ্ৰনাথ শৰ্ম্মা, ড° প্ৰতাপ চন্দ্ৰ চৌধুৰী, ড° উপেন্দ্ৰনাথ গোস্বামী, ড° লীলা গগৈ, ড° ঠাকুৰ প্ৰসাদ বৰ্ম্মা, ড° মহেন্দ্ৰ বৰা, ড° ডিম্বেশ্বৰ শৰ্ম্মা, ড° মুকুন্দ মাধৱ শৰ্ম্মা, নাৰায়ণ দাস আদিয়ে কৰা কমবেছি দীঘলীয়া আলোচনাৰ সামগ্ৰিকতাই অসমীয়া-লিপিৰ বিচাৰ ধাৰা সুস্পষ্ট আৰু পূৰ্ণৰূপলৈ আগবঢ়াব পাৰিছে। এই পণ্ডিত কেইগৰাকীৰ কোনো কোনোৱে আন কিতাপৰ প্ৰাসঙ্গিক আলোচনাৰ মাজত অসমীয়া লিপিৰ উদ্ভৱ-বিকাশৰ কথা কৈছে। এই বিষয়টো আমাৰ গ্ৰন্থৰ মুখ্য উদ্দেশ্য নহয় কাৰণে ইয়াৰ বহল আলোচনাত আমি সোমাব বিচৰা নাই। প্ৰাসঙ্গিক-প্ৰয়োজন পৰিপূৰণৰ কাৰণেমাত্ৰ অসমীয়া-লিপি সম্বন্ধে অলপমান কথা ইয়াত দাঙি ধৰিব বিচাৰিছোঁ।

মহেঞ্জদাৰো আৰু হৰপ্পাৰ সভ্যতা আৱিষ্কাৰ হোৱাৰ পাছৰ পৰা ভাৰতীয়-সভ্যতাৰ আন আন দিশৰ লগতে খৃঃ পূঃ তিনি হাজাৰ বছৰৰো আগৰ লেখন-পদ্ধতিৰ কথা পণ্ডিত-সমাজৰ দৃষ্টিগোচৰ হয়। কিন্তু সেই লেখন -পদ্ধতিৰ মাজত পণ্ডিতসকলে যি লিপিৰ নমুনা দেখিছে, তাৰ ক্ৰমবিকশিত-স্বৰূপ পৰৱৰ্ত্তি-কাললৈ নামি আহিছে বুলি কবলৈ টান। সেয়েহে, ভাৰতীয-সভ্যতাৰ সেই প্ৰচীন লিপি কি ধৰণৰ আছিল, আৰু তাৰ ক্ৰমবিবৰ্ত্তিত-স্বৰূপ কিবা প্ৰকাৰে প্ৰচলিত হৈছিল নে নাই, তাৰ নিশ্চযতা তৰ্কাতীত নহয়। পৰৱৰ্ত্তি-কালৰ অশোকৰ শিলালিপিসমূহৰ ব্ৰাহ্মীলিপিৰ উৎস সম্বন্ধে দেশী-বিদেশী পণ্ডিতসকলৰ মাজত মতভেদ দেখা যায। কোনো কোনোৱে কয— ইযাৰ উৎস কোনো বিদেশী লিপি। কোনো কোনোৱে আকৌ কয— ইযাৰ উদ্ভৱ ভাৰতভূমিতেই। আনকি, ড° সুনীতি কুমাৰ চট্টোপধ্যাযেও কৈছে যে, মহেঞ্জদাৰোৰ লিপিৰ পৰাই ব্ৰাহ্মীলিপিৰ আদিৰূপটোৰ উদ্ভৱ হৈছে।[১৫] সিন্ধু-উপত্যকাৰ এই সভ্যতা আবিষ্কাৰ নোহোৱালৈকে খৃঃ পূঃ তৃতীয-শতিকাৰ মহাৰাজ অশোকৰ শাসন আৰু শিলালিপিত ব্যৱহাৰ কৰা লিপিকেই ভাৰতীয লিপিৰ প্ৰথম দৃষ্ট-নিদৰ্শন ৰূপে গ্ৰহণ কৰা হৈছিল।

*লিপিৰ প্ৰাচীনতম নিদৰ্শন—ব্ৰাহ্মীলিপি*

অশোকৰ শিলাশাসনবোৰ খোদিত হৈছিল ব্ৰাহ্মীলিপিত।[১৬] এই বৌদ্ধধৰ্মী সম্ৰাটজনাৰ দিনৰে পৰা, অৰ্থাৎ খৃঃ পূঃ তৃতীয শতিকাৰ পৰা লিপিৰ ক্ৰমাগত ইতিহাস পোৱা যায়। এই ফালৰ পৰা, ভাৰতীয-লিপিসমূহৰ উৎস ব্ৰাহ্মীলিপি বুলিযেই কব পাৰি। যিহেতুকে কোনো বস্তুযেই একেদিনতে সুন্দৰ ৰূপত প্ৰতিষ্ঠিত হোৱাটো স্বাভাৱিক নহয়, অশোকৰ শৈলশাসনৰ ব্ৰাহ্মীলিপিও অতি কম সময়ৰ ভিতৰতে সেই দৃষ্ট ৰূপত গঢ লৈ উঠা নাছিল বুলিব পাৰি। সেই লিপিযেও অন্ততঃ দুই তিনি শ বছৰ আগৰ পৰা গঢ লৈ অহাটোহে স্বাভাৱিক।

উক্ত লিপিটোৰ নাম ব্ৰাহ্মীলিপি কিয় হ'ল, এই সম্বন্ধেও একাধিক মত প্ৰচলিত।

*ব্ৰাহ্মীলিপি বোলাৰ কাৰণ*

কোনো কোনোৰ মতে ব্ৰহ্মাই এই লিপিৰ সৃষ্টিকৰ্ত্তা, সেয়েহে ইয়াৰ নাম ব্ৰাহ্মী। কিছুমানে কয়— ব্ৰহ্ম বা ব্ৰহ্মা নামৰ কোনো আচাৰ্য্যই এই বিধ লিপিৰ উদ্ভাৱন কৰে কাৰণে ই ব্ৰাহ্মী নামেৰে জনাজাত। আকৌ, ব্ৰহ্ম (জ্ঞান বা বেদ) ৰ সংৰক্ষণৰ কাৰণে প্ৰয়োগ হোৱা কাৰণে এই লিপিৰ নাম ব্ৰাহ্মী হোৱা বুলিও এক শ্ৰেণীৰ পণ্ডিতে কয়।

---

১৫. It would be reasonable to assume that the Brahmi-Script in its very ancient form as a part of Prato-Brakmi was developed out of the youngest form of the Mahen-Jo-Daro Script .

১৬. উল্লেখনীয় কথা এই যে, অশোকৰ কিছুমান শৈলশাসন এক ভিন্ন ধৰণৰ লিপিত খোদিত হৈছিল— নাম খৰোষ্ঠী, ই প্ৰচলিত হৈছিল উত্তৰ-পশ্চিমফালৰ শৈলশাসনত। এই বিধ লিখা হৈছিল সোঁফালৰ পৰা বাওঁফাললৈ। এই শ্ৰেণী লিপিৰ ক্ৰমাগত-ৰূপ কিন্তু নামি অহা দেখা নগ'ল।

মহেঞ্জদাৰোৰ লিপিৰ পৰা ব্ৰাহ্মীলিপি উদ্ভৱ হোৱা মতবাদটো যদি সঠিক বুলি ধৰি লব নোৱাৰিও, তথাপি সেই প্ৰাচীনতম লিপিৰ আবিষ্কাৰে ব্ৰাহ্মী লিপিক ভাৰতীয়-মূলোদ্ভৱ ৰূপে সুদৃঢ় কৰি তোলাত সহায়তা কৰে। এই প্ৰসঙ্গত উল্লেখনীয় কথা এই যে, ঋগ্বেদ-ৰচনাৰ কিছুকাল পাছত বৈদিক যুগতে ভাৰতত লেখনৰীতি প্ৰচলিত হৈছিল বুলি স্পষ্টভাবে জনা যায। ঐতৰেয়-আৰণ্যকৰ এঠাইত (৫/৫/৩১) আছে-

*নাৰষ্টঙ্কো ন প্ৰতিষ্টাঙ্কা অধীয়ত, ন মাংসং ভুক্ত্বা।*
*ন লোহিতং দৃষ্ট্বা, ন স্ৰজমপিতহ্য নাল্লিখ্য, নাৱলিখ্য।।*

অৰ্থাৎ, আগলৈ বা পাছলৈ হাউলি, মাংস ভক্ষণ কৰি, তেজ দৰ্শন কৰি, মালা পিন্ধি, লেখাকাৰ্য্যৰ পাছত বা লেখা মুছি পেলোৱাৰ পাছত অধ্যয়ন কৰিব নাপায।[১৭] ইয়াৰ লেখন-কাৰ্য্যই পৰৱৰ্ত্তি-বৈদিক যুগত অক্ষৰ প্ৰচলনৰ প্ৰমাণ দিয়ে।

*ভাৰতীয় লিপিৰ ঐতিহ্য*

এতিয়ালৈ অসমত আৱিস্কৃত শিলালিপিৰ ভিতৰত নগাজৰী-খনিকৰ গাও-প্ৰস্তৰখণ্ড-লিপি আৰু উমাচল-শৈললিপি, এই দুখনেই প্ৰাচীনতম। ইয়াৰ প্ৰথম খনৰ সময় খৃষ্টীয় ৪ৰ্থ শতিকা আৰু দ্বিতীয়খনৰ সময় ৫ ম শতিকা।[১৮] এই দুখন শিলালিপিয়ে প্ৰমাণ কৰে— খৃষ্টীয় চতুৰ্থ-পঞ্চম শতিকা কামৰূপী লিপিৰ (অসমীয়া লিপিৰ) প্ৰামাণিক উদ্ভৱ-কাল। এই লিপিৰ উৎপত্তি সম্বন্ধে ইতিমধ্যে অনুসন্ধিৎসু পণ্ডিতে যুক্তিসাপেক্ষে মত প্ৰকাশ কৰিছে। ভাৰতৰ প্ৰাচীন-লিপি ব্ৰাহ্মী, ইয়াৰ পৰিবৰ্ত্তিত ৰূপ কুটিল-লিপি ৰূপে হয় খ্যাত, আৰু এই কুটিল-লিপিৰ পৰাই ক্ৰম-পৰিৱৰ্ত্তনৰ মাজেদি অসমীয়া-লিপিৰ জন্ম হোৱা বুলি কেইবাগৰাকী আলোচকে মত পোষণ কৰিছে। লিপি-চৰ্চ্চাৰ অগ্ৰণী সৰ্ব্বেশ্বৰ কটকীয়ে কৈছে— "ব্ৰাহ্মীলিপি প্ৰথম, কুশান লিপি দ্বিতীয়, গুপ্তলিপি তৃতীয় আৰু গুপ্তলিপিৰ পূৱ-ভাৰতীয় কুটিল লিপি চতুৰ্থ, আৰু এই কুটিল-লিপিৰ পৰিৱৰ্ত্তন আৰু সংমিশ্ৰণ ঘটি ঘটা কামৰূপ-লিপি বা পুৰণি অসমীয়া- লিপিয়ে পূৱ-ভাৰতীয় ভাষাৰ বংশ-লতিকাত পঞ্চম স্থান অধিকাৰ কৰিছে বুলি স্থিৰ কৰিব পাৰি, আৰু এয়ে অসমীয়া লিপিৰ উৎপত্তি।"[১৯] এই একে মতবাদৰ পোষকতা কৰিছে

*অসমীয়া লিপিৰ উদ্ভৱ আৰু ক্ৰমবিকাশ*

---

১৭. দ্ৰষ্টব্যঃ অ. সা. স ই (পৰিশিষ্ট), ড° সত্যেন্দ্ৰ নাথ শৰ্মা

১৮ সময়নিৰূপণাত্মক আলোচনাৰ কাৰণে নাৰায়ণ দাসৰ বি. লি. ভূ. দ্ৰষ্টব্য।

১৯. অ. প্ৰা. লি.

ড° বুহলাৰ, ড° মহেশ্বৰ নেওগ, আৰ্-ডি-বেনাৰ্জ্জী, ডিম্বেশ্বৰ নেওগ[২০] আদি পণ্ডিতসকলে। উক্ত মতবাদ, অৰ্থাৎ কুটিল-লিপিৰ পৰা কামৰূপী-লিপিৰ উদ্ভৱ, এই কথাৰ সত্যতা স্বীকাৰ কৰাত কিন্তু অসুবিধা আছে। কিয়নো কুটিল লিপিৰ উদ্ভৱকাল ৬ ষ্ঠ শতিকা বুলি পণ্ডিতসকলে সাব্যস্ত কৰি লৈছে; কিন্তু নগাজৰী-খনিকৰ গাওঁপ্ৰস্থৰলিপি আৰু উমাচল-শৈল-লিপিত যথাক্ৰমে খৃষ্টীয় ৪ থ´ আৰু ৫ ম শতিকাতে কামৰূপী লিপিযে আত্মপ্ৰকাশ কৰিছে। এই প্ৰস্তৰলিপি দুখনৰ প্ৰাযবোৰ অক্ষৰেই গুপ্তলিপিৰ লগত মিল থকা।[২১] গতিকে, এইবোৰৰ মূল ব্ৰাহ্মীলিপি, তথা পৰৱৰ্ত্তী গুপ্তলিপি— এক শ্ৰেনীৰ পণ্ডিতে এই মত পোষণ কৰিছে। তেওঁলোকৰ ভিতৰত ডিম্বেশ্বৰ নেওগ, ড° উপেন্দ্ৰনাথ গোস্বামী, আৰু বিশ্বেশ্বৰ হাজৰিকাৰ নাম উল্লেখনীয়। ডিম্বেশ্বৰ নেওগ অৱশ্যে প্ৰথমতে প্ৰথম-মতৰেই সমৰ্থক আছিল। পাছত লিপি সম্বন্ধীয় অধিক অধ্যয়নৰ যোগেদি তেওঁৰ মতবাদৰ পৰিৱৰ্ত্তন হয় আৰু দ্বিতীয় মতলৈ আহে — এই কথা ওপৰৰ ২০ নং পাদটীকাত লিখা হৈছে। উক্ত লিপিদুখনৰ পৰৱৰ্ত্তী ভাস্ক ৰবৰ্ম্মাৰ (৭ ম শতিকা) নিধানপুৰ তাম্ৰশাসন, ডুবিতাম্ৰশাসন আদিৰ অক্ষৰৰ গঢ় কিছু পৰিৱৰ্ত্তন হোৱা দেখা যায। খৃষ্টীয ৭ ম শতিকাৰ পাছৰ পৰা নৱম-দশম শতিকাৰ ভিতৰত যিবোৰ তাম্ৰশাসন খোদিত হৈছে, সেইবোৰৰ অক্ষৰসমূহৰ আকৃতিৰ ক্ৰমপৰিবৰ্ত্তন আৰু অধিক দেখা গৈছে। সপ্তম-শতিকাৰ অক্ষৰৰ আকাৰ, ইকাৰ আদিৰ ৰূপ এই সমযত বহুত পৰিৱৰ্ত্তন হৈছে, যুক্ত ব্যঞ্জনবৰ্ণবোৰৰো আকৃতিৰ সলনি হৈছে। এইধৰণৰ পৰিৱৰ্ত্তনৰ মাজেদি খৃষ্টীয নৱম-দশম শতিকাৰ শাসনাৱলীত অসমীয়া-লিপিৰ এটা সুকীযা গঢ় সুস্পষ্টহৈ উঠে। অসমীয়া-লিপিৰ দীৰ্ঘকালীন ক্ৰমবিকাশৰ ধাৰাৰ ধৰণ সুনিৰ্দ্দিষ্ট কৰি দিযা সুকঠিন। গুপ্তলিপি বিভিন্ন পৰিৱৰ্ত্তনৰ মাজেদি আগবাঢ়ি আহি নৱম-দশম শতিকাৰ শাসনাৱলীৰ ওপৰতো চাপ বহুৱাই খৃষ্টীযদ্বাদশ-শতিকাৰ কানাই-বৰশী বোৱা তুৰুস্কক্ষযৰ শিলালিপিত এক উন্নত স্তৰৰ অসমীয়া অক্ষৰ ৰূপে দেখা দিয়ে। তথাপি কিন্তু, ব্ৰাহ্মী—তথা গুপ্তলিপিৰ ক্ৰমবিকাশমান গতিধাৰা একেবাৰে প্ৰভাৱমুক্ত বুলি কোনো বিচাৰকে কোৱা নাই। সেয়েহে, বিষয়টোৰ ওপৰত "নানা মুনিৰ নানা মত।"

ড° সত্যেন্দ্ৰনাথ শৰ্ম্মাই আলোচ্যমান বিষয়টোৰ মোখনি মাৰিছে এইদৰে— "যদিও

---

২০. বিশেষ কথা- ডিম্বেশ্বৰ নেওগে "অসমীযা সাহিত্যৰ বুৰঞ্জী"ৰ পাতনিত (পৃঃ ৭১) লিখিছে— "অসমীযা লিপিৰ মূল কুটিল-লিপি বৌদ্ধ আৰু পাল ৰজাসকলৰ কালত উৰিষ্যাৰ পৰা নেপাললৈ আৰু কাশ্মীৰৰ সীমাৰ পৰা অসমলৈকে চলিছিল। কিন্তু, তেৱেঁই আকৌ পাছৰ কালত (১৯৬৪) "Growth of the Asamiya Language" ত লিখিছে- "From what we have since gathered in our latest studies on the subject, we are now of opinion that the notion that the Asamiya script . developed through Devanagari or through Gupta and Kutil Varities is really not borne by facts

২১. দ্ৰষ্টব্য ঃ অ. লি., ড° উপেন্দ্ৰনাথ গোস্বামী

কামৰূপী লিপি আকাৰত কুটিল লিপিৰ ওচৰ চপা, তথাপি এই কথাও অনস্বীকাৰ্য্য যে, কুটিল লিপিৰ উদ্ভৱৰ অলপ আগতেই সুৰেন্দ্ৰ বৰ্ম্মাৰ উমাচল-লিপি আৰু খনিকৰ গাওঁৰ নগাজুৰীলিপি উৎকীৰ্ণ হয়। ড° টি-পি বাৰ্ম্মাৰ মতে উমাচল-লিপি ভূতিবৰ্ম্মাৰ বৰগঙ্গালিপিৰ লিখনৰীতি আৰু আখৰৰ ভাঁজ বঙ্গদেশত আৱিষ্কাৰ হোৱা গুপ্তশাসন সুশুনীয়ালিপি আৰু দ্বিতীয়-তৃতীয় শতিকাৰ কৌশাম্বী লিখনৰীতিৰ (Kausambı style of writing) লগত সাদৃশ্য আছে। এই কথা স্পষ্ট যে, উমাচল-লিপিৰ আখৰে কুটিল-ভাঁজ ভালকৈ লোৱা নাই, দুই-চাৰিটা আখৰ ব্ৰাহ্মীলিপিৰ ওচৰ চপা। ষষ্ঠ শতিকাৰ ভূ তিবাৰ্ম্মাৰ শিলালিপিৰ আখৰো কুটিল-লিপি বুলি কব নোৱাৰি। আনকি ভাস্কৰবৰ্ম্মাৰ ডুবিশাসনৰ আখৰেও সম্পূৰ্ণ কুটিল-গঢ় লোৱা নাই, কিন্তু তেওঁৰ নিধানপুৰশাসনৰ লিপিত আখৰে ত্ৰিভুজাকৃতি আৰু কোণীযা বৈশিষ্ট্য লাভ কৰা দেখা যায। ইযাৰ পৰা অনুমান হয় যে, ভাস্কৰবৰ্ম্মা আৰু হৰ্ষবৰ্দ্ধনৰ সংযোগৰ ফলত কুটিল-লিপিয়েও অসমৰ লিপিকাৰক প্ৰভাৱান্বিত কৰে।"[২২]

*ড° শৰ্মাৰ মত*

ওপৰতে কৈ অহা হৈছে যে, খৃষ্টীয় চতুৰ্থ-পঞ্চম শতিকাতে কামৰূপী-লিপিয়ে শৈলশাসনত দৃষ্টিগোচৰ হৈছে। সেই লিপি প্ৰায় ডেৰ হাজাৰ বছৰ ব্যাপি ক্ৰমপৰিবৰ্ত্তন আৰু ক্ৰমবিকাশৰ মাজেদি আগবাঢ়ি আহিছে। এই অগ্ৰগতিৰ পথত অক্ষৰসমূহৰ ক্ৰমশঃ আকৃতিৰো সলনি হৈ আধুনিকতাৰ ফালে আহিছে। আৰম্ভণিৰে পৰা অসমীয়া-লিপিৰ পৰিৱৰ্ত্তিত ৰূপবোৰ ধাৰণ কৰি আছে নানান শিলালিপি, তাম্ৰশাসন, মন্দিৰৰ গাত্ৰলিপি আৰু সাঁচিপতীয়া-তুলাপতীয়া পুথিবোৰে। এইবোৰ অসমীয়া লিপিৰ ক্ৰমবিকশিত-স্বৰূপ-সংৰক্ষণৰ প্ৰামাণিক আধাৰ। কেইবা গৰাকী পণ্ডিতে[২৩] অসমীয়া-লিপিৰ আকৃতিগত লক্ষণ অনুসৰি ইতিমধ্যে ইয়াক তিনিটা ভাগত ভগাইছে। যেনে—

*অসমীয়া লিপিৰ শ্ৰেণী বিভাগ*

(ক) খৃষ্টীয় চতুৰ্থ-পঞ্চম শতিকাৰ পৰা দ্বাদশ-শতিকালৈকে, ইয়াক বুলিব পৰা যায় পুৰণি-অসমীয়া লিপি বা কামৰূপী-লিপি। নগাজৰী-খনিকৰ-গাওৰ শিলালিপি, উমাচল-লিপি, বৰ্ম্মনবংশীয়, শালস্তম্ভ-বংশীয় আৰু পালবংশীয় নৃপতিসকলৰ বিভিন্ন তাম্ৰশাসন এই ভাগৰ অন্তৰ্গত।

(খ) খৃষ্টীয় ত্ৰয়োদশ শতিকাৰ পৰা উনবিংশ-শতিকাৰ অৰ্দ্ধভাগলৈকে, ইয়াক বুলিব পৰা যায় মধ্যযুগীয় অসমীয়া-লিপি। ১২০৬ খৃঃ ত খোদিত কৰা কানাই-বৰশীবোৱা শিলালিপিৰ পৰা আৰম্ভ কৰি আহোম-কোচ-ৰাজত্বত বিভিন্ন মঠ-মন্দিৰ আৰু ব্ৰাহ্মণৰ প্ৰতি খোদিত ভূমিদানপত্ৰ, মন্দিৰৰ গাত্ৰলিপি আৰু সাঁচিপাতত লিখা পুথিবোৰ এই ভাগৰ ভিতৰত পৰে।

---

২২. অ. সা. স. ই. পৰিশিষ্ট

২৩. ড° সত্যেন্দ্ৰনাথ শৰ্মা ( অ. সা. স. ই, পৰিশিষ্ট), নাৰায়ণ দাস (বি. লি. ভু. পৃঃ ১৬৯), ড° উপেন্দ্ৰনাথ গোস্বামী (অ লি. পৃ ঃ ১৮)

(গ) ঊনবিংশ-শতিকাৰ মাজভাগৰ পৰা (অৰুনোদইৰ জন্মৰ পৰা) বৰ্ত্তমানলৈকে চলি অহা লিপিক বোলা হৈছে আধুনিক অসমীয়া লিপি। .

অধ্যাপক বিশ্বেশ্বৰ হাজৰিকাই এঠাইত[২৪]অসমীয়া লিপিৰ ক্ৰমবিকাশৰ ইতিহাসক ছয়টা ভাগত ভগাই দেখুৱাছে। যেনে— (১) প্ৰাচীন কামৰূপী লিপি— ৫ ম শতিকাৰ পৰা ৮ ম শতিকালৈ, (২) নব্য-কামৰূপী লিপি— ৯ ম শতিকাৰ পৰা ১১ শ শতিকাৰ প্ৰথম চাৰি দশকলৈ, (৩) প্ৰাক্ অসমীয়া লিপি— ১১ শ শতিকাৰ শেষ ছয় দশকৰ পৰা ১২ শ শতিকালৈ, (৪) প্ৰাচীন অসমীয়া লিপি— ১৩ শ শতিকাৰ পৰা ১৪ শ শতিকালৈ, (৫) মধ্যযুগীয় অসমীয়া লিপি— ১৫ শতিকাৰ পৰা ১৯ শ শতিকাৰ প্ৰথম চাৰি দশকলৈ, আৰু (৬) আধুনিক অসমীয়া লিপি— ১৯ শ শতিকাৰ শেষ ছয় দশকৰ পৰা বৰ্ত্তমানলৈকে। এই ছয়টা বিভাগৰ মাজত হোৱা অসমীয়া লিপিৰ পৰিৱৰ্ত্তিত বিশেষত্ববোৰো অৱশ্যে হাজৰিকাই দেখুৱাইছে।

আধুনিক অসমীয়া অক্ষৰ সম্বন্ধে এই প্ৰসঙ্গত অলপ কোৱাৰ প্ৰযোজন আছে। অসমতকৈ বহুকাল আগতে বঙ্গদেশ বৃটিছৰ অধীন হৈছিল আৰু তাত পাশ্চাত্য- সংস্কৃতিৰো প্ৰচলন হৈছিল। মুদ্ৰণ-যন্ত্ৰ প্ৰচলন হোৱাত ১৮ শ শতিকাতে বঙালী আধুনিক আখৰৰ টাইপ কটোৱা হৈছিল গ্ৰন্থাদি ছপোৱাৰ উদ্দেশ্যে। আনহাতেদি ১৮২৬ খৃঃ ৰ অসম-ৰাজ্য বৃটিছ সাম্ৰাজ্যৰ অন্তৰ্ভুক্ত হয়, আৰু তেতিযাৰ পৰাহে এই ৰাজ্যত পাশ্চাত্য-সংস্কৃতিৰ সোঁত বৱলৈ আৰম্ভ হয। অৱশ্যে ইয়াৰ আগতে, অৰ্থাৎ ১৮১৩ খৃঃ ত বঙ্গদেশৰ শ্ৰীৰামপুৰত ইংৰাজ-মিছনাৰীৰ সৌজন্যত এখন অসমীয়া পুস্তক ছপা হৈ ওলায় আধুনিক অসমীয়া হৰফত। এই কিতাপখন আছিল বাইবেলৰ অনুবাদ—নাম "ধৰ্ম্মপুস্তক"। উল্লেখনীয কথা—উক্ত পুস্তক ছপোৱাৰ উদ্দেশ্যে মিছনাৰীসকলে তাৰ সমসাময়িক বা অব্যৱহিত পূৰ্ব্বকালৰ সাঁচিপতীয়া বা তুলাপতীয়া অসমীয়া পুথিৰ হৰফৰ অনুকৰণত "টাইপ"বোৰ কটোৱা হৈছিল নে নাই, ইযাৰ সিদ্ধান্তও কিছুবিচাৰসাপেক্ষ। ড° উপেন্দ্ৰ নাথ গোস্বামীয়ে সিদ্ধান্ত দেখুৱাইছে— "শ্ৰীৰামপুৰত মিছনাৰীসকলে অসমীযাত ধৰ্ম্মপুস্তক ছপাওতে সাঁচিপতীয়া পুথিৰ আখৰৰ আৰ্হিতে ছপা কৰে। পিছত সাঁচিপাতৰ মাত্ৰ কৃ,হৃ,কু,হু আখৰ কেইটাৰ পুৰণি ৰূপৰ সলনি কৰাত সেই লিপি সম্পূৰ্ণ আধুনিক ৰূপত পৰিণত হ'ল। গতিকে আধুনিক অসমীযা-লিপিটো মিছনাৰীসকলৰ দান বা আধুনিক অসমীয়া-লিপিটো অসমৰ সাঁচিপতীয়া পুথিৰ বা তাৰ আগৰ আখৰৰ স্বাভাৱিক বিকশিত-ৰূপ নহয় আদি কথাৰ কোনো যুক্তিযুক্ততা ধৰা নপৰে। কামৰূপী লিপিয়ে বিকাশ লাভকৰি মধ্যযুগীয়-অসমীয়া-লিপি আৰু অৱশেষত আধুনিক-অসমীয়া লিপিৰ ৰূপ পাইছে। প্ৰকৃতপক্ষে শতাব্দীৰ

*আধুনিক অসমীয়া অক্ষৰ সম্বন্ধে মত*

---

২৪. অ. গৌ. ঃ অসমীয়া বিভাগ, কটন কলেজ

পাছত শতাব্দী ধৰি থকা সেই অসমীয়া আখৰৰে ই নতুন ৰূপ"।[২৫] এই সম্পৰ্কে ডঃ গোস্বামীয়ে তেওঁৰ মতবাদ বলবৎ কৰাৰ উদ্দেশ্য টি-পি- বাৰ্ম্মা, কনকলাল বৰুৱা, আৰু ডঃ বাণীকান্ত কাকতিৰ মন্তব্যৰ আধাৰত কৈছে যে, অন্ততঃ অষ্টম শতিকালৈকে ৰাজনৈতিক আৰু সাংস্কৃতিক সোঁত অসমৰ পৰাই উত্তৰ-বঙ্গৰ পিনে বৈছিল, কোচবিহাৰকে ধৰি সমগ্ৰ উত্তৰ-বঙ্গ, ৰংপুৰ আৰু জলপাইগুৰি কামৰূপ ৰাজ্যৰ অন্তৰ্ভুক্ত আছিল। ইয়াৰ উপৰিও মিথিলাৰ এটা অংশ এই ৰাজ্যৰ ভিতৰুৱা আছিল, উৰিষ্যাৰ লগতো ইয়াৰ সম্পৰ্ক নিবিড় আছিল। এনেধৰণৰ ৰাজনৈতিক আৰু সাংস্কৃতিক প্ৰভাৱৰ বিস্তৃতিৰ মাজত কামৰূপী-লিপিৰ প্ৰসাৰণ স্বাভাৱিক বুলি অৱশ্যে কব পৰা যায়। তথাপি এই মন্তব্য গ্ৰহণত অসুবিধা নথকা নহয়। ডঃ মহেশ্বৰ নেওগ[২৬], ডঃ সত্যেন্দ্ৰনাথ শৰ্ম্মা,[২৭] নাৰায়ণ দাস[২৮] আদিয়ে মতবাদ পোষণ কৰিছে যে, একপ্ৰকাৰ বঙলা হৰফেই আধুনিক অসমীয়া অক্ষৰ হিচাপে গৃহীত হৈছে। "ধৰ্ম্মপুস্তক" ছপোৱাৰ আগতে যি ছপা বঙলা হৰফ পোৱা হৈছিল, সিও অৱশ্যে বঙালী হস্তলিখিত পুথিৰ হৰফৰ লগত অবিকল একে নহয়, অলপ-অচৰপ পৰিৱৰ্ত্তিত ৰূপ। যি ধৰণে যি ৰূপ নলওক, এই ছপা বঙালী অক্ষৰৰ লগত প্ৰথম ছপা অসমীয়া অক্ষৰ প্ৰায় একে আছিল বুলি বুজা যায়। "ৰ" আৰু "ৱ", এই দুই অক্ষৰে অসমীয়া বৰ্ণমালাক বঙালীৰ পৰা পৃথক কৰে বুলি কোৱা হয় যদিও উক্ত দুই অক্ষৰো বঙলাত অচিনাকী নাছিল।[২৯] এই প্ৰসঙ্গত "অৰুনোদই সম্বাদপত্ৰ"ৰ প্ৰথম বছৰৰ প্ৰথম সংখ্যাৰ এই নামপাতটো লক্ষনীয- "প্ৰথম চোআ। মোঃ সিৱসাগৰ, জানোআৰি, ১৮৪৬"।[৩০] ইয়েই "ৰ" আৰু "ৱ"ৰ পৰম্পৰাৰ কথা বুজায়। হেমচন্দ্ৰ বৰুৱাৰ উক্তিৰ[৩১] পৰা বুজা যায়— উক্ত অক্ষৰ দুটাৰ প্ৰচলন যথোচিতভাৱে ব্যাপক হৈ উঠা নাছিল।

অন্ততঃ সপ্তম-শতিকাৰ প্ৰথমাৰ্দ্ধ বা তাৰো কিছু আগতে যে অসমত (কামৰূপত) সাঁচিপাতত পুথি লিখা হৈছিল, তাৰ প্ৰমাণ পোৱা যায় "হৰ্ষচৰিত" গ্ৰন্থত।[৩২] সাঁচিপাতত

---

২৫ অ.লি পৃঃ ৫০

২৬ অৰুণোদই, পাতনি

২৭ অ সা স.ই

২৮ বি লি ভূ

২৯ বি. লি ভূ, পৃঃ ১৮০

৩০. অ. ধ., পৃঃ ৭০, ড° বিৰিঞ্চি কুমাৰ বৰুৱা

৩১. পৰিশেষত মোৰ যত্ন সফল হয়, তথাপি "ৱ" আখৰটোৰ ব্যৱহাৰ চলোৱা অসম্ভৱ যেন বোধ হ'ল– পিচত পাদ্ৰী ডক্টৰ কম্পৰ্ট চাহাবৰ সহায়তাৰ দ্বাৰা এই বিষয়ৰ সকলো আপত্তিৰ খণ্ডন হ'ল আৰু "ৱ"ৰ ব্যৱহাৰ চলিল। (আত্ম-জীৱন চৰিত)

৩২. কামৰূপৰ ৰজা ভাস্কৰবৰ্মাই কনৌজৰ ৰজা শিলাদিত্যলৈ উপহাৰৰূপে পঠোৱা অতি সুন্দৰ ৰঙীন সাঁচিপতীয়া পুথিৰ পাতেই ইয়াৰ প্ৰকৃষ্ট প্ৰমাণ। (হৰ্ষ, ৬ষ্ঠ উল্লাস)

লেখন কাৰ্য্যৰ ইমান প্ৰাচীন প্ৰমাণ থকিলেও তাৰ পৰম্পৰা কিমান বলবৎ আছিল সেই কথা সঠিক ভাবে অৱশ্যে কব পৰা নাযায়। খৃষ্টীয় ত্ৰয়োদশ-চতুৰ্দ্দশ শতিকাৰ পৰা অসমীয়া ভাষাৰ পুথি লিখাৰ ইতিহাস নিৰবচ্ছিন্নভাবে প্ৰচলিত হৈ আহিছে। কিছু পৰৱৰ্ত্তি-কালত সাঁচিপতীয়া বা তুলাপতীয়া পুথিসমূহৰ মাজত অসমীয়া-লিপিৰ তিনিটা ধৰণ বা ৰীতি পৰিলক্ষিত হয়। ড° সূৰ্য্যকুমাৰ ভূঞাই[৩৩] এই তিনি বিধ ৰীতিক বুলিছে- বামুণীয়া, গড়গঞা আৰু কাইথেলী বা লহকৰী। এই তিনিবিধ ৰীতিৰ মাজত প্ৰকৃতপক্ষে কোনো মৌলিক পাৰ্থক্য থকা বুলি কব নোৱাৰি। স্থানভেদে, ব্যক্তিভেদে আৰু সংস্কাৰভেদে

*অসমীয়া লিপিৰ তিনিটা ধৰণ*

আঁচৰ তাৰতম্য অনুসৰি সাধাৰণ প্ৰভেদৰ সৈতে এই তিনিটা ৰীতি দেখা গৈছিল। ব্ৰাহ্মণসকলে বিশেষকৈ সংস্কৃত পুথি লিখোতে যি লিপি ব্যৱহাৰ কৰিছিল, তাকেই বোলা হৈছিল বামুণীযা লিপি। বিশেষ কথা এই যে, বামুণীযা-লিপিত লিখা পুথিৰ বানান সাধাৰণতে সংস্কৃত ব্যাকৰণসিদ্ধ। বৈষ্ণৱ-সত্ৰত কিছুমান ধৰ্ম্মপুথিও এই লিপিত লিখা হৈছিল। বিশেষকৈ উজনিৰ লেখকসকলে বা ৰাজবিষয়াসকলে যি লিপিত বুৰঞ্জী আদি লিখিছিল, সেই লিপিটোক বোলা হৈছিল গডগঞালিপি। আহোম-ৰজাৰ ৰাজধানী আছিল গডগাওঁ, এই অঞ্চলত ৰচিত পুথিবোৰৰ লিপিটো গড়গাওঁৰ নামানুসৰি গডগঞা লিপি ৰূপে জনাজাত হয়। কাইথেলী বা লহকৰী লিপিটো ব্যৱহাৰ কৰিছিল কাযস্থসকলে। এই শ্ৰেনীৰ লোকে সাধাৰণতে হিচাপ-পত্ৰ আদি বিষয়ৰ কিতাপ লিখোতে এই বিধ লিপি ব্যৱহাৰ কৰিছিল। হস্তীবিদ্যাৰ্ণৱ, শুভঙ্কৰী আদি পুথিবো লিপি এই ৰীতিৰে। এই তিনিবিধ লিপি সম্বন্ধে ড° সত্যেন্দ্ৰ নাথ শৰ্ম্মাই কৈছে— "দৰাচলতে কাইথেলী, বামুণীযা আৰু গডগঞাৰ শ্ৰেণীভেদ উপৰুৱা। এই তিনিটাক স্বতন্ত্ৰ লিপি বুলি নকৈ অসমীযা আখৰ বা লিপিৰ তিনিটা লিখনভঙ্গিহে বুলি কোৱা অধিক সঙ্গত। প্ৰত্যেকজন ব্যক্তিৰ আখৰ যেনেকৈ একে নহয়, জনেপ্ৰতি আখৰে কিঞ্চিৎ ভিন্ন ৰূপ লয়, তেনেকৈ লেখকসকলেও যাৰ পৰা বিদ্যা আযত্ব কৰিছিল, আৰু তেওঁ যেনেকৈ লিখিবলৈ শিকাইছিল, সেইদৰে আখৰ লিখাৰ কৌশল আয়ত্ব কৰিছিল।"[৩৪]

## সাহিত্যৰ বুৰঞ্জী - অধ্যয়নৰ প্ৰয়োজনীয়তা ঃ

সমাজত অধ্যয়নৰত মানুহ কিছুমান থকা দেখা যায়। কোনো ভাষাৰ কিছুমান লেখকৰ কিছুমান কিতাপ ৰুচিসাপেক্ষে তেওঁলোকে পঢ়ে। আনকি, সেই শ্ৰেণীৰ কিছুমান পঢুৱৈৰ সেই গ্ৰন্থবোৰৰ বহুত কথা মুখস্থও থাকে, আনৰ আগত সেই কথা আঁৰ নলগাকৈ তেওঁলোকে কবও পাৰে। তথাপি কিন্তু তেনেকুৱা লোকক সেই ভাষাৰ সাহিত্য ঠিকমতে

৩৩. D C.A.M. Preface, Pdt. H.C Goswami

৩৪. অ. সা. স. ই. পৃঃ ৫১২-

জনা বুলি কব নোৱাৰি। উক্ত শ্ৰেণীৰ মানুহৰ অধ্যয়ন সাধাৰণতে বিক্ষিপ্ত, তাৰ যোগেদি লাভ কৰা তেওঁলোকৰ জ্ঞানো খণ্ডবিশেষৰ। শতাব্দীৰ পাছত শতাব্দী ধৰি হাজাৰ বা তাতোকৈ অধিক কাল ব্যাপি বহু বিশেষত্বৰে পৰিপুষ্ট হৈ ক্ৰমবৰ্দ্ধিত যি কোনো সাহিত্যৰ এটা বিৰাট-স্বৰূপৰ উপলব্ধি তেনেকুৱা জ্ঞানৰ যোগেদি হব নোৱাৰে বা নহয়। সেয়েহে, কোনো ভাষাৰ সাহিত্য জনা বুলি কবলৈ হলে সেই সাহিত্যৰ সামগ্ৰিক-স্বৰূপ সম্বন্ধে অন্ততঃ সাধাৰণভাবে হলেও জনাৰ প্ৰয়োজন আছে।

*গ্ৰন্থৰ কিছুমান কথা জানিলেই সাহিত্য জনা নহয়*

ৰাজনৈতিক-ইতিহাসে বিশেষভাবে জনায়— এখন দেশ বা এটা জাতিৰ মাজত প্ৰচলিত শাসন-পদ্ধতি, ৰাজনৈতিক কূট-কৌশল, অন্তৰ্দ্বন্দ্ব বা বহিঃৰাষ্ট্ৰৰ লগত হোৱা সংঘাত-সংঘৰ্ষ আদিৰ কথা। সাহিত্যৰ ইতিহাসৰ গুৰুত্ব কিন্তু দেশৰ আন আন বিষয়ৰ ইতিহাসতকৈও বহুত বেছি; ই অকল বিভিন্ন লেখকৰ ৰচনাৰাজিৰ ক্ৰমগতিৰ পৰিচয়সূচক-বিবৰণেই নহয়—তাৰ মাজেদি দেশৰ ৰাজনৈতিক, সামাজিক, অৰ্থনৈতিক আদি বিভিন্ন দিশৰ বুৰঞ্জীৰ সমলবোৰৰ উহ বিৰিঙি উঠে। তাৰ উপৰিও এটা জাতিৰ বৌদ্ধিক বিকাশ, সৌন্দৰ্য্যানুভূতি আৰু লগতে কল্পনাৰ বিলাস-বিচিত্ৰতাৰ ক্ৰমগতিও ইয়াৰ মাজত নিহিত। জাতীয়-জীৱনৰ দৰে জাতীয় সাহিত্যও জাতীয়ত্বক স্পন্দিত কৰি তোলা এক অন্তহীন সোঁত, যুগে যুগে ইয়াক অৱশ্যে সবল দুৰ্ব্বল দেখা যায় পৰিস্থিতিৰ পৰিৱৰ্ত্তনৰ মাজেদি। যুগ-প্ৰভাৱ (Spirit of the age) সাহিত্যৰ অন্তৰ্নিহিত চালিকাশক্তি। গতিকে সাহিত্যৰ মৰ্ম্মাৰ্থ বুজিবলৈ হ'লে সাহিত্যৰ শিক্ষাৰ্থীযে সাহিত্যৰ বুৰঞ্জী অধ্যয়ন কৰাৰ একান্ত প্ৰযোজন আছে।

সাহিত্যৰ ইতিহাসে ছাত্ৰ-ছাত্ৰীসকলৰ প্ৰতি যি শিকাব পাৰে, তাৰ তিনিটা দিশ উইলিয়াম্ জে-লঙে (william J. Long)[৩৫] তেওঁৰ "ইংৰাজী সাহিত্য" (English Literature) নামৰ গ্ৰন্থত দেখুৱাইছে। যেনে— (ক) সাহিত্যৰ বুৰঞ্জীয়ে কোনো ভাষাৰ অন্তৰ্গত গ্ৰন্থসমূহৰ ভিতৰত কিছুমান গ্ৰন্থ পঢ়াৰ কাৰণে পাঠকৰ আগ্ৰহ বঢ়ায়, আৰু লগতে সাহিত্য কি— এই কথা অনুভৱ কৰাতো ই সহায়তা কৰে। এইখিনিতে উল্লেখ কৰিবলগীয়া কথা এই যে, কোনো এটা ভাষাত সৰু ডাঙৰ আৰু কম বেছি মূল্যৰ যিমান কিতাপ ৰচিত হয় সেই সকলোকে এজন পাঠকে পঢ়াৰ সুবিধা পোৱাও টান আৰু পঢ়ি শেষ কৰাও অসম্ভৱ। সেয়েহে যুগবিশেষৰ সমভাৱাপন্ন গ্ৰন্থৰাজিৰ নিৰ্ব্বাচিত কিছুমান পঢ়িলেও সাহিত্যৰ গতিধাৰাৰ বা-বতাহ অনুভৱ কৰিব পাৰে। (খ) সাহিত্যৰ বুৰঞ্জীয়ে লেখকৰ ব্যক্তিগত বিশেষত্বৰ উপৰিও দেশৰ ঐতিহাসিক দিশো উন্মুক্ত কৰে। একোখন মহৎ গ্ৰন্থৰ মাজত অকল লেখকৰ জীৱনী আৰু চিন্তাধাৰাই প্ৰতিফলিত নহয়— তাৰ মাজেদি প্ৰতিফলিত হয় যুগধৰ্ম্ম, যুগচিত্ৰ আৰু জাতিৰ পৰম্পৰাগত আদৰ্শ। (গ) সময়ৰ বিৱৰ্ত্তনৰ লগে

৩৫. E.L Preface

লগে যুগবিশেষত সাহিত্যৰ ভাৱ আৰু ৰূপৰ পৰিৱৰ্ত্তন হৈ আহে। সৰল চহা-জীৱনৰ ভাৱপ্ৰকাশক সাঙ্গীতিক আৰু গাল্পিক ৰূপত আৰম্ভ হৈ ক্ৰমে ক্ৰমে গভীৰ আৰু জটিল ভাৱধাৰাৰে পৰিপুষ্টি লাভ কৰি সকলো সাহিত্য গদ্য-পদ্য উভযৰূপত প্ৰকাশিত হয়। এই ধৰণৰ ক্ৰমবিকাশমান গতিধাৰা দেখুৱায় সাহিত্যৰ ইতিবৃত্তই। ইযাৰ উপৰিও সাহিত্যৰ বুৰঞ্জীযে সাহিত্যৰ শিক্ষাৰ্থীক অধ্যযনৰ এটা পদ্ধতিমূলক বাট দেখুৱায। হড্‌ছনেও (Hudson) তেওঁৰ " An Introduction to the study of Literature" নামৰ গ্ৰন্থত,[৩৬] সাহিত্যৰ বুৰঞ্জী কিয পঢ়িব লাগে, তাৰ এইধৰণৰ একাধিক কাৰণ দেখুৱাইছে।

*অধ্যয়নৰ পথত সাহিত্যৰ বুৰঞ্জীযে দেখুওৱা দিশবোৰ*

সাহিত্য-অধ্যযনৰ ক্ষেত্ৰত ঐতিহাসিক-পদ্ধতিৰ প্ৰযোজনীযতা প্ৰসঙ্গত ফৰাছী সাহিত্যৰ সমালোচক টেনিৰ (Taine) মত বাদ বিচাৰ্য্য। টেনিযে তেওঁৰ ৰচনাৰ মাজত[৩৭] স্বকীয-দৃষ্টিভঙ্গীৰে যি মতবাদ দাঙি ধৰিছে, সি মৌলিক আৰু মূল্যবান হলেও এই প্ৰসঙ্গত পাঠকে তাৰ মাজত ত্ৰুটি দেখিবলৈ পায। তেওঁ সাহিত্যৰ মাজত জাতীয়-মনস্তত্ত্বৰ সন্ধানৰ পৰিৱৰ্ত্তে সমাজ-অধ্যযনৰ ওপৰতহে গুৰুত্ব দিছে। লেখকৰ ৰচনাৰ মাজেদি যুগ-মানস আৰু যুগ ধৰ্ম্ম (Spirit of the Age) প্ৰকাশিত হলেও কোনো প্ৰতিভাশালী লেখকৰ ৰচনাই তাক অতিক্ৰম কৰি গৈ ভৱিষ্যতৰ কথাও সূচনা নকৰাকৈ নাথাকে। মুঠতে টেনিৰ মতবাদত লেখকৰ ব্যক্তিত্বৰ প্ৰভাৱক প্ৰকাৰান্তৰে অস্বীকাৰ কৰা হৈছে। সাহিত্যৰ মাজত কিন্তু লেখকৰ ব্যক্তিত্বৰ স্ফুৰণ উলাই কৰিবলগীয়া নহয়।

বহু শতাব্দীৰ মাজেদি বিভিন্ন যুগধৰ্ম্মৰ সাঁচ লৈ একোটা ভাষাৰ সাহিত্যত নানান গ্ৰন্থৰ সৃষ্টি হয়। বিষযবস্তু, কলা-কৌশল, ভাষা আদিৰ ফালৰ পৰা সকলোবোৰ সৃষ্টি সমপৰ্য্যায়ৰ নহয়— তাৰ মাজত উৎকৃষ্ট-নিকৃষ্ট থাকে। সুৰচিত সাহিত্যৰ ইতিহাসে শিক্ষাৰ্থীক বিভিন্ন যুগৰ শ্ৰেষ্ঠ গ্ৰন্থবোৰ নিৰ্ব্বাচন কৰি তাক পঢ়াৰ কাৰণে আগ্ৰহ আনি দিযে, আৰু লগতে গ্ৰন্থবিশেষৰ ভাল-বেয়া সম্পৰ্কীয় এটা ধাৰণা কৰি লবলৈও শিকায়।

---

৩৬. A great writer is not an isolated fact. He has his affiliations with the present and the past, and through these affiliations he leads us inevitably to his contemporaries and predecessors, and thus at length to a sense of a national literature as a developing organism having a continuous life of its own, yet passing in the course of its evolution through many varying phases Thus in our study of literature on the historical side we shall have to consider two things- the continuous life, or national spirit in it, and the varying phases of that continuous life or, the way in which it embodies and expresses the changing spirit of successive ages.

37 L H. E P

উইলিয়াম জে. লঙে. (Willim J Long) সাহিত্যৰ বুৰঞ্জী ৰচনাৰ অন্যতম উদ্দেশ্যৰূপে কৈছে, যাতে ছাত্র-ছাত্রীয়ে এই ধৰণৰ কিতাপ নির্ব্বাচন কৰি লৈ তাক পঢ়ি সাহিত্যৰ ক্রমগতিৰ এটা ধাৰণা কৰি লব পাৰে। লঙে (Long) য়্যাংলো চেক্সন (Anglo Saxon) লেখকৰ "The things worthy to be remembered" এই উক্তিৰে তেওঁৰ উক্ত মন্তব্য সাব্যস্ত কৰিছে।[৩৮]

## অসমীয়া-সাহিত্যৰ বুৰঞ্জীৰ যুগ-বিভাগ ঃ

ৰাজনৈতিক, সামাজিক, অর্থনৈতিক, ধর্ম্মীয় আদি ভাৱৰ নতুন নতুন ঢৌ যুগে যুগে সমাজত উঠা নমা কৰে। ইয়াৰ মাজত মানুহৰ মানসিকতাৰ পৰিৱর্ত্তন হয়, চিন্তাশীল আৰু সৃষ্টিশীল লোকৰ মনত সৃষ্টিৰ নতুন নতুন সমল উন্মুক্ত হৈ উঠে। সেযেহে যুগভেদে সাহিত্যৰ ইতিহাসত ন-ন ভাৱেৰে পৰিপুষ্ট হৈ ভিন্ ভিন্ ৰূপত সাহিত্যৰ সৃষ্টি হৈ আহিছে । আলোচনাৰ সুবিধাৰ কাৰণে সাহিত্যৰ ভাৱ আৰু ৰূপৰ ভিন্নতা অনুসৰি সাহিত্যৰ বুৰঞ্জীক কিছুমান ভাগত ভগোৱাৰ প্রযোজন আছে। এই ধৰণৰ বিজ্ঞানসন্মত যুগ-বিভাগে ব্যপক-বিষযবস্তুক সুশৃঙ্খলিত ৰূপ দিযাৰ উপৰিও পাঠকৰো পঠনকার্যতি আঁত ধৰে।

*যুগ বিভাগৰ ভেটি*

অসমীযা সাহিত্যৰ বুৰঞ্জীক ইতিমধ্যে বিভিন্ন আলোচকসকলে স্বকীয-দৃষ্টিকোণৰ পৰা অলপ-অচৰপ বিশেষত্বৰ সৈতে কিছুমান ভাগত ভগাই দেখুৱাইছে। পণ্ডিত হেমচন্দ্র গোস্বামীযে অসমীযা-সাহিত্যৰ বুৰঞ্জীক ছযটা ভাগত ভগাইছে এইধৰণে ঃ (I) গীতি-যুগ—৬০০ খৃঃ ৰ পৰা ৮০০ খৃঃ লৈ, (II) মন্ত্র আৰু ভণিতা যুগ -- ৮০০ খৃঃ ৰ পৰা ১২০০ খৃঃ লৈ, (III) প্রাক্ বৈষ্ণৱ যুগ — ১২০০ খৃঃ ৰ পৰা ১৪৫০ খৃঃ লৈ, ( IV) বৈষ্ণৱ যুগ — ১৪৫০ খৃঃ ৰ পৰা ১৬০০ খৃঃ লৈ, (V) বিস্তাৰ যুগ — ১৬০০ খৃঃ ৰ পৰা ১৮০০ খৃঃ লৈ আৰু (V) বর্ত্তমান যুগ — ১৮০০ খৃঃৰ পৰা বর্ত্তমানলৈকে। (অসমীয়া সাহিত্যৰ চানেকি, ১ ম খণ্ড)

*বিভিন্ন আলোচকৰ মতে যুগ-বিভাগ*

দেবেন্দ্রনাথ বেজবৰুৱাই অসমীযা সাহিত্যৰ বুৰঞ্জীক মাত্র তিনিটা ভাগত ভগাইছে এইধৰণে ঃ (I) আদি যুগ— অসমীয়া ভাষাৰ আৰম্ভৰ পৰা শঙ্কৰদেৱৰ জন্মলৈকে , (II) মাজৰ বা উন্নতিৰ যুগ (শংকৰী যুগ) — শঙ্কৰদেৱৰ জন্মৰ পৰা ইংৰাজ-গবর্ণমেণ্টে আমাৰ দেশৰ শাসনভাৰ লোৱালৈকে, অর্থাৎ ১৩৭১ শকৰ পৰা ১৭৪৮ শকলৈকে আৰু (III) বর্ত্তমান যুগ —১৮২৬ খৃঃ ৰ পৰা এতিয়ালৈকে। (অসমীয়া ভাষা আৰু সাহিত্যৰ বুৰঞ্জী)

---

৩৮ E L Preface

ডিম্বেশ্বৰ নেওগে অসমীয়া সাহিত্যৰ বুৰঞ্জীক ভগাইছে পাঁচটা ভাগত। যেনে (I) আদিযুগ, ৬০০--১১০০ খৃঃ, (II) প্ৰাক্ বৈষ্ণৱ যুগ, ১১০০--১৪৫০ খৃঃ, (III) বৈষ্ণৱ যুগ, ১৪৫০--১৬৫০ খৃঃ, (IV) উত্তৰ বৈষ্ণৱ যুগ, ১৬৫০--১৮২৬ খৃঃ আৰু (V) বৰ্ত্তমান যুগ, ১৮২৬--১৯৫৬ খৃঃ (অসমীয়া সাহিত্যৰ বুৰঞ্জী)।

শ্ৰীযুত যতীন্দ্ৰ নাথ গোস্বামীয়েও "হেমচন্দ্ৰ গোস্বামী আৰু ডিম্বেশ্বৰ নেওগৰ যুগবিভাগৰ নীতি অলপ লৰচৰ কৰি" পাচটা ভাগত ভাগ কৰি দেখুৱাইছে। যেনে --(I) আদিযুগ, (II) প্ৰাক্ বৈষ্ণৱ যুগ, (III) বৈষ্ণৱ- যুগ, (IV) উত্তৰ-বৈষ্ণৱ বা বিস্তাৰ যুগ, আৰু (V) বৰ্ত্তমান যুগ (অসমীয়া সাহিত্যৰ চমু বুৰঞ্জী)

ডঃ সত্যেন্দ্ৰনাথ শৰ্ম্মা দেৱৰ মতে " দৰাচলতে অসমীয়া সাহিত্যৰ বুৰঞ্জীক তিনিটা যুগত ভাগ কৰিব পাৰি — আদি, মধ্য আৰু আধুনিক বা বৰ্ত্তমান।" মধ্যযুগ আৰু বৰ্ত্তমান-যুগক তেওঁ আকৌ যথাক্ৰমে তিনিটা আৰু চাৰিটা পৰ্য্যায়ত বিভক্ত কৰি দেখুৱাইছে। তেওঁৰ মতে যুগ-বিভাগ এই ধৰণৰ ঃ (১) আদি যুগ — উদ্ভৱকালৰ সাহিত্য, খৃঃ ৯৫০--১৩০০, চৰ্য্যাপদ, মন্ত্ৰ সাহিত্য, (২) মধ্যযুগ ঃ প্ৰথম পৰ্য্যায় -— প্ৰাক্ শঙ্কৰী যুগৰ সাহিত্য, খৃঃ ১৩০০—১৪৯০, দ্বিতীয় পৰ্য্যায় — শঙ্কৰী যুগৰ সাহিত্য, খৃঃ ১৪৯০—১৭০০, তৃতীয় পৰ্য্যায় — উত্তৰ শঙ্কৰী যুগৰ সাহিত্য, খৃঃ ১৭০০—১৮৩০, (৩) বৰ্ত্তমান যুগ ঃ প্ৰথম পৰ্য্যায় — মিছনাৰী সাহিত্য, খৃঃ ১৮২৬ (৩৬) —১৮৭০, দ্বিতীয় পৰ্য্যায — হেমচন্দ্ৰ গুণাভিৰামৰ কাল, ১৮৭০ — ১৮৯০, তৃতীয় পৰ্য্যায় — ৰোমান্টিক যুগ বা বেজবৰুৱাৰ যুগ, ১৮৯০—১৯৪০; চতুৰ্থ পৰ্য্যায় — সাম্প্ৰতিক কাল, খৃঃ ১৯৪০।(অসমীয়া সাহিত্যৰ সমীক্ষাত্মক- ইতিবৃত্ত)

ডঃ মহেশ্বৰ নেওগে আকৌ অসমীয়া সাহিত্যৰ বুৰঞ্জীক নিৰ্দ্দিষ্ট সময় দেখুৱাই যুগ-বিভাগ কৰাৰ পৰিবৰ্ত্তে বিষয় আৰু কবিসকলৰ ওপৰত প্ৰাধান্য দি কেইটামান ভাগত ভগাইছে। যেনে — ভাষাৰ ক্ৰমবিকাশ, লোক-গীতি আৰু লোক কথা, প্ৰত্ন অসমীয়া আৰু মিশ্ৰ অসমীয়া ৰচনা, প্ৰাক্ শঙ্কৰ যুগ, নৱবৈষ্ণৱ - সাহিত্য ঃ শঙ্কৰদেৱ আৰু মাধৱদেৱ, শঙ্কৰদেৱৰ সমসাময়িক পাঁচালী কবিসকল, নৱ-বৈষ্ণৱ সাহিত্য ঃ শঙ্কৰদেৱৰ প্ৰচ্ছায়া- উপচ্ছায়াৰ কবি-সাহিত্যিকসকল, নৱ-বৈষ্ণৱ সাহিত্যৰ বিস্তাৰ ঃ সত্ৰীয়া-সমাজৰ সাহিত্য, আহোম ৰাজত্বৰ সাহিত্য, কোচ আৰু কছাৰী আদি ৰজাসকলৰ ৰাজত্বৰ সাহিত্য, শঙ্কৰোত্তৰ অন্যান্য সাহিত্য ঃ অজ্ঞাতবাসৰ লেখকসকল, আদি- বৃটিছ যুগৰ অন্ধকাৰ ঃ ঐতিহ্য সেৱীসকল ঃ অসমীয়া ভাষাৰ অপসাৰণ, আদি বৃটিছ যুগৰ পোহৰ ঃ অৰুনোদইঃ অসমীয়া ভাষাৰ পুনঃ প্ৰতিষ্ঠা, আধুনিক অসমীয়া ভাষাৰ সাহিত্যিক প্ৰতিষ্ঠা, ৰোমান্টিক বিস্তাৰ ঃ বেজবৰুৱাৰ যুগ, আৰু বৰ্ত্তমান সাহিত্য। (অসমীয়া সাহিত্যৰ ৰূপ-ৰেখা)

পূৰ্ব্ব-সূৰিসকলৰ উক্ত যুগ-বিভাগবোৰ আগত ৰাখি অসমীয়া সাহিত্যৰ বুৰঞ্জীক আমি এই ধৰণে ভগাইছো ঃ (১) প্ৰাৰম্ভিক বা উদ্ভৱ কালীন যুগ (৮০০ - ১৩০০ খৃঃ), (২) আদিযুগ বা প্ৰাক্ বৈষ্ণৱ যুগ (১৩০০-১৪৯০ খৃঃ), (৩) মধ্যযুগ বা বৈষ্ণৱ-যুগ (১৪৯০-১৮২৬ খৃ), আৰু (৪) বৰ্ত্তমান যুগ (১৮২৬ --বৰ্ত্তমানলৈ)। বৰ্ত্তমান যুগটোকো কেইটামান উপবিভাগ বা স্তৰত বিভক্ত কৰিব পৰা যায়। যেনে --(I) প্ৰাক্-অৰুণোদই-স্তৰ (১৮২৬-- ১৮৪৬ খৃঃ), (II) অৰুনোদই -স্তৰ বা মিচনাৰী প্ৰভাৱিত স্তৰ (১৮৪৬--১৮৬১ খৃঃ), (III) অৰুণোদয-স্তৰ বা হেমচন্দ্ৰ-গুণাভিৰাম প্ৰভাৱিত স্তৰ, বা মাৰ্জ্জিত-স্তৰ (১৮৬১--১৮৮৯ খৃঃ), (IV) জোনাকী যুগ, বা উন্নত স্তৰ, বা ৰমন্যাসিক স্তৰ বা বেজবৰুৱা-গোহাঞিবৰুৱা প্ৰভাৱিত স্তৰ (১৮৮৯--১৯৪০ খৃঃ) আৰু সাম্প্ৰতিক স্তৰ (১৯৪০ খৃঃ -- বৰ্ত্তমানলৈ)। এই ধৰণৰ বিভাগ আৰু উপ-বিভাগবোৰৰ কাৰণ সমূহ যথাস্থানত ব্যাখ্যা কৰা হব।

*আমাৰ মতে যুগ-বিভাগ*



# দ্বিতীয় প্ৰকৰণ

## প্ৰাৰম্ভিক বা উদ্ভৱকালীন-যুগ

## (৮০০ খৃঃ – ১৩০০ খৃঃ)

### পটভূমি ঃ

নৰক-ভগদত্ত আদিক ইতিহাসৰ আলোকে সুস্পষ্ট কৰি নোতোলা কাৰণে তেওঁলোকক অৰ্দ্ধপৌৰাণিক ব্যক্তি বুলি ধৰিলেও তেওঁলোকৰ পৰৱৰ্ত্তী কামৰূপ-নৃপতি পুষ্যবৰ্ম্মাৰ পৰা শালস্তম্ভ আৰু প্ৰালম্ভ ৰাজবংশৰ ৰাজত্বৰ শেষলৈকে কেইবা শতাব্দীজোৰা কালৰ মাজেদি কামৰূপৰ সাংস্কৃতিক-জগতৰ বিচিত্ৰ- স্বৰূপ ঐতিহাসিক- তথ্যৰ মাজেদি দেখিবলৈ পোৱা যায়। পুষ্যবৰ্ম্মাৰ পৰা ভাস্কৰবৰ্ম্মালৈ বাৰজন ৰজাই ৰাজত্ব কৰে ৩৮০ খৃঃৰ পৰা ৬৫০ খৃঃলৈ। ভাস্কৰবৰ্ম্মাৰ পাছত প্ৰায ১০০০ খৃঃ লৈ যথাক্ৰমে কামৰূপত ৰাজত্ব কৰে শালস্তম্ভ আৰু প্ৰালম্ভ ৰাজবংশই। ইয়াৰ পাছত আকৌ পালবংশী- ৰজাসকলে ৰাজত্ব কৰে ১১২৫ খৃঃলৈ। পুষ্যবৰ্ম্মাৰ পৰা পালবংশৰ ৰাজত্বৰ শেষলৈকে প্ৰায় চাৰেসাতশ বছৰীয়া কালব্যাপ্তিৰ মাজত সময়বিশেষে সুস্পষ্ট বা অস্পষ্ট ভাবে শাক্ত, শৈৱ আৰু বৌদ্ধধৰ্মৰ ৰেঙণি দেখা যায়। তাম্ৰ-শাসনবোৰ, হিউয়েন্‌চাঙৰ ভ্ৰমণ-বৃত্তান্ত আৰু কেইখনমান সংস্কৃত-গ্ৰন্থ ইয়াৰ বিশেষ প্ৰমাণ। ভাস্কৰবৰ্ম্মা আৰু তেওঁৰ কেইবাজনো পূৰ্ব্বপুৰুষ শৈৱ আছিল। ভাস্কৰবৰ্ম্মা নিজে শৈৱ হলেও তেওঁ যে আন ধৰ্মৰ প্ৰতি, আনকি বৌদ্ধধৰ্মৰ প্ৰতিও উদাৰ আছিল, হিউয়েন্‌চাঙৰ টোকাই ইয়াক প্ৰমাণ কৰে। আকৌ, আন কথা এই যে, ভাস্কৰবৰ্ম্মাৰ দিনত (৭ ম শতিকাৰ প্ৰথমাৰ্দ্ধ) কামৰূপত বৌদ্ধধৰ্ম পতনমুখী হোৱা বুলি উক্ত পৰিব্ৰাজকে লিখি গৈছে। ইয়াৰ পৰা বুজা যায় —— ইয়াৰ কেইশতিকামান আগৰে পৰা এই ৰাজ্যত বৌদ্ধধৰ্মৰ সোঁত কিছু প্ৰবল আছিল। ভাস্কৰবৰ্ম্মাৰ নৱম- পূৰ্ব্বপুৰুষ বলবৰ্ম্মণে (৪২০—৪৪০ খৃঃ ৰাজত্ব কাল) তিবেতীয় বৌদ্ধ-গুৰুৰ পৰা বৌদ্ধধৰ্ম্ম গ্ৰহণ কৰা বুলি কনকলাল বৰুৱাই[১] লিখিছে। তৰেই কাশ্মীৰ-বুৰঞ্জীৰ প্ৰসিদ্ধ ৰাজকুমাৰ মেঘবাহনৰ মহিষী অমৃতপ্ৰভাৰ পিতৃ। সেইগৰাকী অমৃতপ্ৰভাই কাশ্মীৰত বৌদ্ধ-ধৰ্ম প্ৰচাৰ কৰিছিল। বৌদ্ধ-ধৰ্মৰ প্ৰতি অমৃতপ্ৰভাৰ ঘোৰ আসক্তি

---

১. E.H.K. Ch. III, VII

তেওঁৰ পিতৃ-ৰাজ্য কামৰূপতে বাঢ়ি উঠিছিল বুলি বুজা যায়। খৃষ্টীয় ৪ৰ্থ শতিকামানৰ পৰা কাপালিক সম্প্ৰদায়ো কামৰূপত চলি আহিছে বুলি কনকলাল বৰুৱাই কৈছে। গোটেইবোৰ প্ৰমাণৰ আধাৰত কব পৰা যায়— বলবৰ্মণ আৰু তেওঁৰ দুই বা তিনি পূৰ্ব্বপুৰুষ আৰু দুই বা তিনি অধস্তন-পুৰুষৰ দিনত বৌদ্ধ-ধৰ্মৰ প্ৰবাহ কামৰূপত কিছু বলবৎ থকা সম্ভৱ। আন হাতেদি, ভাস্কৰবৰ্ম্মা আৰু তেওঁৰ কেইজনমান পূৰ্ব্বপুৰুষৰ ৰাজত্বকালত খুব সম্ভব শৈৱ-ধৰ্ম্মই মূৰ দাঙি উঠিছিল। শক্তি-উপাসনাৰ ধাৰাও সেই বুলি কোনো দিনে লোপ হৈ যোৱা নাই। ভাস্কৰবৰ্ম্মাৰ পাছৰ পৰা (৬৫০ খৃঃ ৰ পৰা) ১১শ শতিকাৰ প্ৰাৰম্ভলৈকে শালস্তম্ভ আৰু প্ৰালম্ভ ৰাজবংশৰ ৰাজত্বৰ এই সুদীৰ্ঘ-কালডোখৰতো শিৱ-শক্তিৰ উপাসনাই চলিছিল বুলি জনা যায়, অৱশ্যে শক্তিৰ উপাসনাতকৈ শিৱোপাসনা কিছু সবল আছিল বুলি যুক্তিসাপেক্ষে ধৰি লব পৰা যায়।[২] নৃপতিসকলৰ তাম্ৰশাসন আৰু সেই যুগত খোদিত ভাস্কৰ্য্য কিছুমানে ইযাৰ সাক্ষ্য প্ৰদান কৰে।[৩] প্ৰালম্ভ-বংশৰ পাছত ১১২৫ খৃঃ লৈ কামৰূপত ৰাজত্ব কৰা পাল- বংশীয় ৰজাসকল ঘোৰ শৈৱ আছিল বুলি ড° সুনীতি কুমাৰ চট্টোপধ্যায়ে[৪] মন্তব্য দি গৈছে যদিও কথাষাৰ কিন্তু বিচাৰ্য্য। পালবংশৰ ৰজা ইন্দ্ৰপালৰ তাম্ৰশাসনত "কামেশ্বৰ-মহাগৌৰী"ক ইষ্ট-দেৱতা ৰূপে কৰা উল্লেখ, আৰু ব্যাকৰণ, মীমাংসা, ন্যায় আৰু তন্ত্ৰশাস্ত্ৰত নৃপতি নিপুণ থকা বুলি কোৱা কথাই উদঙাই দিযে যে, এই কালডোখৰতো ৰাজ্যত শিৱোপাসনাৰ লগতে শক্তিৰ প্ৰতি বিশ্বাস কম নাছিল। আন এটা বিশেষ কথা- সম্ভৱতঃ বজা ধৰ্মপালৰ পৃষ্ঠপোষকতাত শক্তি-সাধনৰ সকলো তাত্ত্বিক কথাৰ আচৰণীয় বিধি- ব্যৱস্থা আৰু পূজা-পাতাল- পদ্ধতিৰ সূক্ষ্মাতিসূক্ষ্ম বিশদ বৰ্ণনাৰ সৈতে বৃহদাকাৰৰ কালিকা-পুৰাণ ৰচিত হৈছে। শক্তি-সাধনৰ নানা দিশৰ নানাবিধ সাধন-পদ্ধতি আৰু আচৰণীয় ক্ৰিয়া-কলাপবোৰ পূৰ্ব্বৰে পৰা ক্ৰমাগতভাবে চলি নাথাকিলে একেদিনে ইমানবোৰ গূঢ়াৰ্থব্যঞ্জক ধৰ্ম্মতত্ত্বৰ দিশ সুবিস্তৃতভাবে ৰূপায়িত হোৱা সম্ভৱ নহ'লহেঁতেন।

*শৈৱ, শাক্ত আৰু বৌদ্ধধৰ্মৰ ন্যূনাধিক প্ৰচলন*

---

২ দ্ৰষ্টব্য ঃ অ শ শা সা ,২ য অধ্যায, ড° হৰিনাথ শৰ্ম্মাদলৈ

৩ উল্লেখনীয কথা— ড° সুনীতিকুমাৰ চট্টোপধ্যাযে (কিৰাতজন কৃতি, পৃঃ৫৩) স্পষ্টভাবে কৈছে যে, প্ৰালম্ভবংশীয ৰজাসকল আছিল শৈৱ। এই খিনিতে কিন্তু বিশেষ কথা এই- পালভবংশীয নৃপতি বনমাল বৰ্ম্মণৰ (৮৩৫—৮৬০ খৃঃ) তাম্ৰশাসনত থকা "কামেশ্বৰী মহাগৌৰী" ৰ পৰা জনা যায যে, তেওঁৰ আগৰ বংশৰ নহলেও অন্ততঃ তেওঁৰ বংশৰ ৰজাসকল কামেশ্বৰ আৰু মহাগৌৰীৰ, অৰ্থাৎ হৰ-গৌৰীৰ যুগল-মূৰ্ত্তিৰ উপাসক আছিল। হৰ-গৌৰীৰ যুগল-মূৰ্ত্তিৰ উপসনা ধৰ্ম্মৰ শাস্ত্ৰসম্মত এটা স্বকীয়া পদ্ধতি। এই পদ্ধতি অসমত এতিযাও লোপ হোৱা নাই। (দ্ৰষ্টব্য— অ শ. শা সা. ২য় অধ্যায়)

৪ কি জ. কৃ

সেয়েহে, পালবংশৰ ৰাজত্বকালত কামৰূপত শক্তি উপাসনাৰ প্ৰতি বিশ্বাস উৰ্দ্ধন্তৰত উঠিছিল বুলিয়েই কব পৰা যায়।[৫]

আলোচ্যমান কালডোখৰত কামৰূপৰ ভাষা সম্বন্ধেও উল্লেখ কৰাৰ প্ৰয়োজন। হিউয়েন্‌চাঙৰ মন্তব্যৰ আধাৰত নিৰ্ভৰ কৰি "অসমীয়া ভাষাৰ উদ্ভৱ" খণ্ডৰ আলোচনাত ইতিমধ্যে কৈ অহা হৈছে যে, খৃষ্টীয় ৭ম শতিকাৰ প্ৰথমাৰ্দ্ধৰ আগে আগে অসমীয়া ভাষাৰ উদ্ভৱ- প্ৰক্ৰিয়া আৰম্ভ হৈছিল, পৰিব্ৰাজকজনা কামৰূপলৈ আহি (খৃঃ ৬৪৩) তাৰ ফলস্বৰূপে দেখিছিল— মধ্য-ভাৰতীয় ভাষাতকৈ কামৰূপী ভাষাই কিছু সুকীয়া ৰূপ লৈছে। ভাস্কৰবৰ্ম্মাৰ তাম্ৰশাসনৰ সংস্কৃত শ্লোকবোৰৰ মাজত কামৰূপী প্ৰাকৃতৰ লগতে যিবোৰ অসমীয়া শব্দৰ প্ৰয়োগ হৈছে, সি লিপিকাৰৰ হয়তো অনভিপ্ৰেত, কিন্তু কামৰূপী ভাষাৰ সুকীয়া ৰূপ পৰিগ্ৰহৰ প্ৰাৰম্ভিক প্ৰক্ৰিয়াৰ নিদৰ্শন।

*কামৰূপী ভাষাৰ সুকীয়া ৰূপ-গ্ৰহণৰ প্ৰাৰম্ভিক প্ৰক্ৰিয়া*

এই ধৰণৰ ধৰ্ম্মীয়, ভাষিক আৰু সাংস্কৃতিক ভেটিৰ আধাৰত কামৰূপ-ৰাজ্যত অব্যৱহিত পৰবৰ্ত্তি-কালত ছন্দস- গতিত কিছুমান পদৰ সৃষ্টি হোৱা স্বাভাৱিক। ফলস্বৰূপে, প্ৰাৰম্ভিক-অসমীয়া বা প্ৰত্ন-অসমীয়াৰূপে গ্ৰহণযোগ্য কিছুমান পদ পোৱা যায়— ইয়েই সাহিত্যৰ ইতিহাসত চৰ্য্যাপদ নামেৰে জনাজাত হৈছে।

## চৰ্য্যাপদ ঃ

জন-সাহিত্য বা মৌখিক-সাহিত্যবোৰৰ প্ৰথমাৱস্থাত লিখিত ৰূপ নাথাকে। গতিকে সেইবোৰৰ পৰা কোনো ভাষাৰ লিখিত ৰূপৰ আৰম্ভ-কাল সঠিকভাৱে জানিব নোৱাৰি। অসমীয়া ভাষাত নানাবিধ মৌখিক - সাহিত্য অতীত-কালৰে পৰা প্ৰচলিত আছিল যদিও সেইবোৰৰ মাজেদি এই ভাষাৰো লিখিত-ৰূপ-প্ৰাপ্ত কাল ঠিকমতে নিৰ্ণয় কৰিব পৰা নাযায়। অসমীয়া ভাষাৰ লিখিত-ৰূপৰ প্ৰথম চানেকি পোৱা যায় চৰ্য্যাপদবোৰত। এই পদবোৰৰ ৰচনা কাল খৃঃ ৮ম — ১২ শ শতিকা বুলি পণ্ডিতসকলে কৈছে। সেয়েহে অসমীয়া ভাষাৰ লিখিত ৰূপৰ এক প্ৰকাৰ নমুনা উক্ত কালৰ পৰা পোৱা যায়। এই চৰ্য্যাপদ সম্বন্ধে অৱশ্যে কিছু কথা কবলগীয়া আছে।

*চৰ্য্যাপদ—লিখিত ৰূপৰ চানেকি*

কলিকতাৰ এচিয়াটিক- চোচাইটিৰ পুথিসংগ্ৰহাৰ্থে মহা-মহোপাধ্যায় হৰপ্ৰসাদ শাস্ত্ৰী একাধিক-বাৰ নেপাললৈ যায়, আৰু ১৯০৭ ইং চনত নেপাল ৰাজদৰবাৰৰ পৰা কেইখন-মান পুথি আবিষ্কাৰ কৰি আনে, নাম—- চৰ্য্যাচৰ্য্যবিনিশ্চয়, সৰোজবজ্ৰৰ দোহাকোষ আৰু কৃষ্ণাচাৰ্য্যৰ দোহাকোষ। এই তিনিখনৰ লগত আগতে উদ্ধাৰ কৰি অনা "ডাকাৰ্ণৱ" নামৰ পুথিখনো সংযোগ কৰি ১৯১৬ খৃঃত "হাজাৰ বছৰৰ পুৰাণ বাংলা ভাষাই "বৌদ্ধ

৫. অ.শ.শা.সা. ২ য় অধ্যায় দ্ৰষ্টব্য ঃ ড° হৰিনাথ শৰ্ম্মাদলৈ

গান ও দোহা" এই নামেৰে ইয়াক "বঙ্গীয় সাহিত্য পৰিষদৰ" ৰদ্বাৰা প্ৰকাশ কৰি উলিযায। শাস্ত্ৰী মহাশযে এই গোটেই কেইখন গ্ৰন্থকেই বাংলা-ভাষাৰ আদিস্তৰৰ অন্তৰ্গত বুলি কৈছিল যদিও পৰৱৰ্ত্তী গৱেষণাৰ ফল স্বৰূপে নিৰ্ণীত হৈছিল যে, অকল "চৰ্য্যাচৰ্য্যবিনিশ্চয়"হে প্ৰাচীন বাংলা-ভাষাত ৰচিত, বাকী কেইখনৰ ভাষা মুলতঃ শৌৰসেনী অপভ্ৰংস। চৰ্য্যাগীতি (চৰ্য্যাপদ) নামৰ সংগ্ৰহটিৰ নাম আছিল "চৰ্য্যাগীতি-কোষ"। হৰপ্ৰসাদ শাস্ত্ৰীয়ে ইয়াৰ নাম দিছে "চৰ্য্যাচৰ্য্যবিনিশ্চয"। সংক্ষেপে ইয়াক বোলা হয় চৰ্য্যাপদ। "চৰ্য্যাচৰ্য্যবিনিশ্চয়"ত মুঠতে পঞ্চাশটা পদ বা দোহা আছিল। কিন্তু ইয়াৰ তিনিটা পদ পূৰ্ণভাবে আৰু এটাৰ শেষাংশ নষ্ট হোৱা কাৰণে চাৰে-ছিযাল্লিশটা পদহে ৰক্ষিত হৈছে।

*চৰ্য্যাপদৰ আবিষ্কাৰ*

চৰ্য্যাপদসমূহৰ ৰচক কোন, আৰু এই ৰচকৰ বাসস্থানেই বা কি আছিল, ইযো এক আলোচনাসাপেক্ষ-কথা। যৎসামান্য-মতবৈশিষ্ট্যৰ সৈতে পণ্ডিতসকলে এই সম্বন্ধে আলোচনা কৰিছে। উল্লেখনীয কথা এই যে, ২৪ জন সিদ্ধাচাৰ্য্য এই দোহা বা পদসমূহৰ ৰচক। প্ৰতিটো পদৰ তলত ৰচকৰ নামোল্লেখ থকা কাৰণে পদ-কৰ্ত্তাসকলৰ নাম উদ্ধাৰ কৰাত অসুবিধা হোৱা নাই। নেপাল আৰু তিব্বত-দেশৰ মহাযানী বৌদ্ধ- সম্প্ৰদায়ৰ অন্তৰ্গত যি ৮৪ জন সাধক প্ৰসিদ্ধ-সিদ্ধপুৰুষ ৰূপে পৰিগণিত হৈছিল, উক্ত ২৪ জনৰ নামো তেওঁলোকৰ ভিতৰত পোৱা যায। এই ২৪ জনৰ ভিতৰত মীননাথ বা মৎস্যেন্দ্ৰনাথ, লুইপা, নাগাৰ্জ্জুন, গোৰক্ষপাদ, কাহ্নুপাদ, ডোম্বীপাদ, ভুসুকুপাদ, শান্তিপাদ, শবৰপাদ আদিৰ নাম উল্লেখ কৰা হ'ল।[৬] এই সিদ্ধাচৰ্যসকল কামৰূপীয লোক বুলি যুক্তিসাপেক্ষে স্বীকৃত।[৭] খৃষ্টীয় পঞ্চম-ষষ্ঠ শতিকাৰ পৰা ১২শ শতিকা পৰ্য্যন্ত এই কালছোৱাত কামৰূপ-ৰাজ্যৰ ধৰ্ম্মীয় আৰু সাংস্কৃতিক- পটভূমিৰ চিত্ৰও এই প্ৰসঙ্গত স্মৰণীয়। এই সুদীৰ্ঘ-কালছোৱাত বৌদ্ধ, শৈৱ আৰু শাক্ত ধৰ্মৰ ঢৌ সময়বিশেষে উঠা-নমা কৰি ৰাজ্যখন খলকিত কৰিছিল।[৮] বিশেষকৈ কালিকা- পুৰাণ, যোগিনী-তন্ত্ৰ, কামাখ্যা-তন্ত্ৰ, হৰগৌৰী সম্বাদ, শক্তি- সঙ্গম- তন্ত্ৰ, পুৰশ্চৰণ- চন্দ্ৰিকা আদি গ্ৰন্থৰ বিষয়বস্তু আৰু তাৰ মাজেদি প্ৰকাশিত সেইবোৰৰ প্ৰায়োগিক-বিধি-ব্যৱস্থাবোৰৰ পৰা সুন্দৰভাবে বুজা যায—অতি

---

৬ চৰ্য্যাৰ ভণিতাত তেওঁলোকৰ নামোল্লেখ যে পোৱা যায়, তাৰ দৃষ্টান্ত ঃ
(ক) ভু সুকু ভনই মূঢ়হি অহি ন পইসই।
(খ) সবহ ভণতি অচিন্ত স্নো ধাম।
(গ) বাহতু ডোম্বী বাহলো ডোম্বী বাটত ভইল উছাৰা।
(ঘ) ভণই লুই আম্হে ঝাণে দিঠা
(ঙ) লুইপা অণএ দাৰিকদ্বাদশ ভুঅনে লধা। ইত্যাদি

৭. E.H.K. K. L. Baruah

৮. অ.শ.শা. সা. ২য় অধ্যায়, ড° হৰিনাথ শৰ্মাদলৈ

পুৰণি কালৰে পৰা চলি অহা তন্ত্ৰ-মন্ত্ৰ আদিৰ সাধনৰ পৰম্পৰাৰ কথা। কামাখ্যা-মন্দিৰক কেন্দ্ৰ কৰি বিশাল- কামৰূপ ৰাজ্য আছিল তন্ত্ৰ-মন্ত্ৰ-সাধনৰ দেশ। ভাৰতৰ বিভিন্ন স্থানৰ পৰা সাধকসকল আহি ইয়াত তন্ত্ৰ-মন্ত্ৰ সাধন কৰিছিল আৰু তাত সিদ্ধি লাভো কৰিছিল। মহানিৰ্বাণ-তন্ত্ৰ[৯] আৰু যোগিনী-তন্ত্ৰই[১০] উল্লেখ কৰা চাৰিখন বিখ্যাত তান্ত্ৰিক-পীঠৰ ভিতৰত কামৰূপো অন্যতম। বাকী তিনিখনৰ নাম পূৰ্ণ-শৈল, উদ্দীয়ন আৰু জলন্ধৰ।

*চৰ্য্যাপদৰ ৰচক কোন, আৰু ক'ৰ?*

"সাধনমালা" নামৰ এখন বৌদ্ধ- গ্ৰন্থৰ মতেও ভাৰতবৰ্ষৰ ভিতৰত বৌদ্ধ- তান্ত্ৰিকসকলৰ এই চাৰিখন প্ৰখ্যাত সাধন-পীঠ— কামাখ্যা (কামৰূপ), সিৰিহট্ট, পূৰ্ণগিৰি আৰু উড্ডীয়ন। এই প্ৰসঙ্গত ড° দীনেশ চন্দ্ৰ সৰকাৰৰ মন্তব্যও বিশেষভাবে উল্লেখনীয় —— "In the first place, Kamarupa has a prominent place in all the lists of four. This fact may suggest that the Kamarupa- pitha became unrivalled as a centre of Tantric- culture by absorbing the popularity of other four tirthas of ancient India at a fairly early date."[১১] হাজোৰ দেৱালয় বৌদ্ধ-ধৰ্ম্মীসকলৰ কাৰণে আজিও পৰম পবিত্ৰ। তেওঁলোকৰ মাজত প্ৰচলিত জনশ্ৰুতি মতে হয়গ্ৰীৱ- মন্দিৰ বুদ্ধদেৱৰ অস্থিদেহৰ আধাৰত আধাৰিত। এই মন্দিৰ দৰ্শন কৰাৰ কাৰণে প্ৰতিবছৰে তিব্বত, ভূটান আদিৰ পৰা লোকসকল আজিও আহে। ড° প্ৰতাপ চন্দ্ৰ চৌধুৰীযেও এই ভাৱাপন্ন কথা প্ৰকাশ কৰাৰ লগতে কৈছে যে, সেই স্থান (হাজো) কালক্ৰমত তান্ত্ৰিক-বৌদ্ধসকলৰ প্ৰধান ধৰ্ম্মকেন্দ্ৰ হৈ উঠিছিল।[১২] এই ধৰণৰ আৰু বহু তথ্যই প্ৰমান কৰে যে, প্ৰাচীন কালৰে পৰা খৃষ্টীয় একাদশ-দ্বাদশ শতিকামানলৈ কামৰূপ-ৰাজ্য হিন্দু-তন্ত্ৰ আৰু বৌদ্ধতন্ত্ৰৰ মতাদৰ্শ-চৰ্চ্চাৰ কাৰণে প্ৰশস্ত হৈ উঠিছিল। এনেকুৱা পৰিস্থিতিত কবলৈ অসুবিধা নাই-- ওপৰত উল্লেখ কৰা মীননাথ, লুইপা আদি সিদ্ধাচাৰ্য্যসকলৰ বাসস্থান আৰু সাধনভূমি কামৰূপেই আছিল, তেওঁলোকে বৌদ্ধধৰ্ম্মৰ অন্তৰ্গত সহজান মতাদৰ্শৰ চৰ্য্যাবোৰ এই ৰাজ্যতে ৰচনা কৰিছিল।

চৰ্য্যাপদবোৰ বৌদ্ধ-সহজানপন্থাৰ ধৰ্ম্মমূলক গীত। উপৰুৱা ভাৱত ইয়াৰ অৰ্থ সহজ দেখা গলেও তাত্বিক-দিশৰ পৰা এইবোৰৰ অৰ্থ নিগূঢ়। মায়া-মোহজনিত আত্ম-পৰ ভেদজ্ঞানৰ পৰা মুক্ত হৈ কেনেকৈ শূন্যজ্ঞান বা পৰমতত্বৰ জ্ঞান লাভ কৰিব পাৰে, তাৰ শিক্ষা বা উপদেশেই চৰ্য্যাবোৰৰ অন্তৰ্নিহিত গূঢ়াৰ্থ। তেনে শিক্ষাপ্ৰাপ্ত অৱস্থাত সাধকে যি সুখ পায়, সি স্থিৰ—— বহিৰ্জগতৰ কোনো দ্বন্দ্বই তাক স্পৰ্শ কৰিব নোৱাৰে। সাধাকৰ

---

৯ ৬/১২

১০. ২/১/৪,৬

১১ S.P., Page 15

১২ H.C.P.A., Page 430

সেই সুখ চৰ্য্যাপদৰ মতে "সহজ-সুখ"— নিৰ্ব্বাণলাভ। চৰ্য্যাবোৰৰ ভাষিক-ৰূপৰ মাজত এনে ধৰণৰ অতিপাত গূঢ়াৰ্থ লুকাই থকা বুলি অৱশ্যে সতকাই বোধ নহয়। "বৌদ্ধগান আৰু দোহা"ৰ সম্পাদক মহামহোপাধ্যায় হৰপ্ৰসাদ শাস্ত্ৰীয়ে সেয়েহে ইয়াৰ ভাষাক বুলিছে "সন্ধ্যাভাষা"। তেওঁৰ মতে "সন্ধ্যাভাষা মানে আলো-আঁধাৰি ভাষা, কতক আলো, কতক অন্ধকাৰ; খানিক বুজা যায়, খানিক বুজা যায়না"।[১৩] ডঃ সত্যেন্দ্ৰ নাথ শৰ্ম্মাই কৈছে— "সন্ধ্যা বা সন্ধাভাষা এনেধৰণেও বাখ্যা কৰা হয়। যি ভাষাৰ শব্দৰ মৰ্ম্মাৰ্থ অনুধ্যান কৰি (ধ্যৈ) বুজিব লাগে সেয়ে সন্ধ্যা ভাষা। সন্ধ্যাৰ আধা আলো আধা ছায়াৰ ৰহস্যঘনতাই প্ৰত্যেক চৰ্য্যাকে আবৰি ৰাখিছে। এই মতবাদৰ সাৰাংশ হ'ল এয়ে যে, চিত্তৰ লগত বিষয-সম্পৰ্কৰ বিচ্ছেদ ঘটাই, সকলো বাহ্যিক ভেদভাৱ বিলুপ্ত কৰি চিত্তক শূন্যতাত প্ৰতিষ্ঠা কৰা"।[১৪] উদাহৰণ স্বৰূপে, এটা মাত্ৰ এই গীত ইযাত উদ্ধৃত কৰা হ'ল ঃ

*চৰ্য্যাপদৰ অন্তৰ্নিহিত অৰ্থ গূঢ়*

*কা আ তৰুবৰ পঞ্চ বি ডাল।*
*চঞ্চল চীন পইটো কাল।।*
*দিঢ় কৰিঅ মহাসুহ পৰিমাণ।*
*লুই ভণই গুৰু পুচ্ছিঅ জাণ।।*
*সঅল সমহিঅ কাহি কৰিঅই।*
*সুখ-দুখেতে নিচিত মৰিআই।।*
*এড়িএউ ছান্দক বান্ধ কৰণক পাটেৰ আস।*
*সুন্নপাখ ভিড়ি লাহুৰে পাস।।*
*ভণই লুই আম্হে ঝানে দিঠা।*
*ধমণ চমণ বেণি পাণ্ডি বইঠা।।*

(ডঃ পৰীক্ষিত হাজৰিকা সম্পাদিত "চৰ্য্যাপদ"ৰ পৰা উদ্ধৃত)

খৃষ্টীয় একাদশ-দ্বাদশ-শতিকামানৰ পৰা অসমীয়া, বঙালা, উৰিয়া, মৈথিলী, হিন্দী আদি আধুনিক ভাষাবোৰে সুকীয়া গঢ লবলৈ আৰম্ভ কৰে। উক্ত-কালৰ আগে আগে চৰ্য্যাপদবোৰ ৰচিত হৈছে বুলি কব পৰা যায়। প্ৰায় সকলোবোৰ পণ্ডিতৰ মতে চৰ্য্যাবোৰৰ ৰচনা কাল খৃষ্টীয় অষ্টম শতিকাৰ পৰা দ্বাদশ শতিকা। যিহেতুকে চৰ্য্যাগীতবোৰ প্ৰাচ্য-অপভ্ৰংশৰ শেষ- স্তৰৰ ৰচনা, এই অপভ্ৰংশৰ পৰা উদ্ভৱ হোৱা অসমীয়া, বঙলা, উৰিয়া আদি ভাষাৰ লগত চৰ্য্যাপদৰ ভাষাগত কম-বেছি মিল স্বাভাবিকতে লক্ষ্য কৰা যায়। বিশেষ কথা—চাৰ্য্যবোৰ বঙালী পণ্ডিতেই প্ৰথমতে আবিষ্কাৰ কৰি আন ভাষাৰ অনুকূলে

১৩. বৌ. গো. দো ভূমিকা

১৪ অ. সা. স. ই. ৩ য় অধ্যায

চিন্তা নকৰাকৈ সেই পণ্ডিতে ইয়াক বঙলা ভাষাৰ আদি স্তৰৰ নমুনা ৰূপে প্ৰচাৰ কৰাৰ সুযোগ লৈছিল। আনকি চৰ্য্যাপদৰ ওপৰত বহুত অধ্যয়ন হোৱাৰ পাছতো বৰ্ত্তমান সময়তো ড° অসিত কুমাৰ বন্দোপধ্যায়ে[১৫] লিখিছে- — "এ ভাষাৰ (চৰ্য্যাৰ) মূল বুনিয়াদ মাগধী-অপভ্ৰংশ থেকে জাত প্ৰাচীনতম বাংলা-ভাষাৰ ওপৰত প্ৰতিষ্ঠিত; অবশ্যে তখনও আদি বাংলা ভাষায় শৌৰসেনী প্ৰাকৃত ও অপভ্ৰংশেৰ প্ৰভাব ৰয়ে গিয়েছিল। তবে এতে বেশীৰ ভা গ শব্দই মাগধী অপভ্ৰংশজাত। পয়াৰ ও ত্ৰিপদী ছন্দেৰও আদিম নিদৰ্শন এই চৰ্য্যাপদে দুৰ্লভ নয়। এই জন্য ভাষা ও ছন্দেৰ দিক দিয়ে চৰ্য্যাপদ বাংলাৰ নিকটতম—যদিও এতে দু-চাৰিটি প্ৰত্যন্ত প্ৰদেশেৰ শব্দও আছে।" অৱশ্যে ড° সুনীতি কুমাৰ চট্টোপধ্যায়[১৬] আৰু ডঃসুকুমাৰ সেনৰ[১৭] মন্তব্যত চৰ্য্যাপদৰ লগত অসমীয়া আদি ভাষাৰ সাদৃশ্য স্বীকৃত হৈছে। ড° বাণীকান্ত কাকতিয়ে[১৮] চৰ্য্যাসমূহৰ ভাষাৰ লগত অসমীয়া-ভাষাৰ ৰূপতত্ত্ব আৰু ধ্বনিতত্ত্বৰ ঘনিষ্ঠ সম্বন্ধ দেখুৱাৰ লগতে দুয়োবিধৰ মাজত থকা শব্দাৱলীবো সাদৃশ্য সুন্দৰভাৱে দেখুৱাইছে। লগতে, ড° কাকতিয়ে চৰ্য্যাসমূহৰ ভাষাগত- বৈশিষ্ট্য লক্ষ্য কৰি মন্তব্য দাঙি ধৰিছে যে, অসমীয়া আৰু বাংলা-ভাষাই স্বতন্ত্ৰ-ৰূপ পোৱাৰ অব্যৱহিত-পূৰ্ব্বাৱস্থাত দুয়ো ভাষাৰেই ভাষিক-নিদৰ্শন আছিল চৰ্য্যাপদবোৰ। এই দুই ভাষাৰ উপৰিও প্ৰাচ্য-মাগধী অপভ্ৰংশৰ লগত সম্বন্ধ থকা মৈথিলী, উৰিয়া আদি ভাষাবো চৰ্য্যাৰ লগত মূলগত ভাবে কিছু সাদৃশ্য নোহোৱাকৈ নাথাকে।

*চৰ্য্যাপদৰ ভাষা সম্বন্ধে বিভিন্ন মত*

চৰ্য্যাপদৰ লগত উপৰুক্ত পূৰ্ব্বভাৰতীয়-ভাষাবোৰৰ সাদৃশ্য থকিলেও প্ৰাচীন অসমীয়া-ভাষাৰ লগতহে তাৰ সাদৃশ্য অধিক সুস্পষ্ট। ৰূপতত্ত্ব, ধ্বনিতত্ত্ব, শব্দসম্ভাৰ, ব্যাকৰণ আদি সকলো দিশতে এই স্পষ্টতা লক্ষ্য কৰা যায়। ইয়াৰ অন্যতম প্ৰধান কাৰণ হিচাপে কব পৰা যায়— প্ৰায় কেউজন চৰ্য্যাৰচক আছিল কামৰূপৰ; কোনোবা যদি নাছিলো, তেৱোঁ তান্ত্ৰিক বৌদ্ধমতপ্ৰচাৰিত কোনো সন্নিহিত স্থানৰেই বাসিন্দা আছিল। ইয়াৰ উপৰিও তেওঁলোক সকলোৱেই সংস্কাৰগতভাৱে আছিল এক উদ্দেশ্যতামুখী— সেয়েই বৌদ্ধ-সহজযান পন্থৰ অন্তৰ্গত তত্ত্বকথাৰ ইঙ্গিতপূৰ্ণ বিকাশ। এনেধৰণেও কব পৰা

*চৰ্য্যাৰ ভাষাত অসমীয়া ভাষাৰ বিশেষত্ব সুস্পষ্ট*

---

১৫. বা. সা. স ই. ১ ম অধ্যায়

১৬. Bengali and Assamese possess certain common linguistic peculiarities in their earliest literature, eg caryapadas. (P A.H C I)

১৭. বাঙ্গালাৰ প্ৰতিবেশীৰা এখন চাৰ্য্যাগীতি লইয়া ৰীতিমত মামলা বাধাইয়াছেন। . . অসমীয়াদেৰ দাবী অযৌক্তিক নয়, কেননা ষোড়শ শতাব্দী অবধি দুই ভাষাৰ বিশেষ তফাৎ ছিলনা (চৰ্য্যাগীতি পদাবলী)

১৮ A F D

যায়—পুৰণি কামৰূপত পৰম্পৰাগতভাবে চলি অহা ধৰ্ম্মীয়-সংস্কৃতিৰ ঐক্য আৰু লগতে উত্তৰকালীন ভাষাৰ প্ৰভাবে চৰ্য্যাপদক এক ভাবাপন্ন আৰু স্পষ্টভাবে এক ভাষাত আধাৰিত কৰা যেন লাগে। চৰ্য্যাপদবোৰ যে অসমীয়া ভাষাৰ বিকাশমান স্তৰৰ নমুনা, এই কথা চৰ্য্যাৰ বিশেষত্ববোৰ দেখুৱাই ইতিমধ্যে ড° সত্যেন্দ্ৰ নাথ শৰ্ম্মা,[১৯] ড° উপেন্দ্ৰ নাথ গোস্বামী[২০] ড° পৰীক্ষিত হাজৰিকা,[২১] আদি পণ্ডিত সকলে দেখুৱাই গৈছে। আলোচনাৰ খাতিৰত আমি তেওঁলোকেই দেখুৱাই যোৱা প্ৰমাণসূচক দৃষ্টান্ত কেইটামান মাত্ৰ আগবঢ়ালোঁ।

ধ্বনিতাত্ত্বিক সাদৃশ্য ঃ কোনো নিৰ্দ্দিষ্ট শব্দত ওচৰা ওচৰিকৈ দুটা অক্ষৰত থকা আ-ধ্বনিৰ পূৰ্ব্ববৰ্ত্তী আ-ধ্বনি অসমীয়াত অ- ধ্বনিত পৰিণত হয়। যেনে— চাকা = চকা (অ); চৰ্য্যাপদতো এই একে নিযমাধীন ৰূপ আছে — চাকা = চকা, পাখা = পখা।

*ধ্বনিগত*

অসমীয়াত স্বৰভক্তিৰ জৰিয়তে তৎসম শব্দই অৰ্দ্ধতৎসম ৰূপ লয়। তেনেকৈ চৰ্য্যাপদতো এই ৰূপপ্ৰাপ্ত শব্দৰ প্ৰয়োগ আছে। যেনে — প্ৰাণ =পৰাণ, যত্ন = যতন আদি। হ্ৰস্ব-দীৰ্ঘৰ উচ্চাৰণ আৰু শ,ষ,স,ন,ণ, জ, য— এই বৰ্ণবোৰৰ বিশেষ প্ৰভেদ বিশেষকৈ পুৰণি অসমীয়াত লক্ষ্য কৰা নাযায। চৰ্য্যাৰ মাজতো এই প্ৰভেদ নাই বুলিযেই হয।

চৰ্য্যাৰ লগত অসমীযাৰ ৰূপগত সাদৃশ্যাৰ ভিতৰত বিশেষভাবে লক্ষ্যণীয় এই যে, অসমীয়া ভাষাত ব্যৱহাৰ হোৱা প্ৰাযবোৰ শব্দ-বিভক্তিয়েই চৰ্য্যাপদতো ব্যৱহাৰ হৈছে। প্ৰথমা— এ, দ্বিতীয়া— ক, তৃতীযা— ৰে, চতুৰ্থী— অক্ আৰু লৈ, ষষ্ঠী— ৰ আৰু সপ্তমী— ত, অসমীয়াত প্ৰয়োগ হোৱা এই শব্দবিভক্তিবোৰ চৰ্য্যাপদৰ মাজতো ব্যৱহৃত

*ৰূপগত*

হৈছে। ৰূপতাত্ত্বিক দ্বিতীয় প্ৰধান বিশেষত্ব লক্ষ্য কৰা যায়— ক্ৰিয়া-বিভক্তিৰ প্ৰয়োগৰ ক্ষেত্ৰত। অসমীয়াত ধাতুৰ পাছত ই যোগ কৰি অসমাপিকা ক্ৰিয়া কৰা হয়। ই-যুক্ত অসমাপিকা ক্ৰিয়াৰ ৰূপ চৰ্য্যাপদৰ মাজতো আছে। অসমীয়াৰ ভূতকালৰ ক্ৰিয়া-বিভক্তি "ইলো" আৰু ভৱিষ্যত-কালৰ "ইব" চৰ্য্যাপদতো সেই সেই কাল বুজোৱাৰ কাৰণে ব্যৱহাৰ হৈছে। স্ত্ৰীলিঙ্গবাচক শব্দ বুজোৱাৰ কাৰণে অসমীয়াত "ঈ" আৰু "নী" ব্যৱহাৰ হোৱাৰ দৰে চৰ্য্যাপদতো তেনে অৰ্থত সেই দুই প্ৰত্যয়ৰ প্ৰয়োগ হৈছে। অসমীয়াত নিষেধাৰ্থ বুজোৱাৰ কাৰণে ধাতুৰ আগত 'ন' বহে, চৰ্য্যাপদতো নিষেধাৰ্থত 'ন' ধাতুৰ আগতে বহে (বঙলা ভাষাত কিন্তু তেনে অৰ্থত 'ন' ধাতুৰ পাছতহে বহে)। অসমীয়াত সম্মানাৰ্থত বহুবচন বুজোৱাৰ কাৰণে মূল-শব্দৰ লগত 'সকল' যোগ কৰা হয়, চৰ্য্যাতো তেনে অৰ্থত 'সঅল' সংযোগ হোৱা দেখা যায়।

---

১৯. অ. সা. স. ই. ৩য় অধ্যায়

২০. ভাষা আৰু সাহিত্য (চৰ্যাপদ আৰু অসমীয়া ভাষা)

২১. চৰ্য্যাপদ (২য় অধ্যায়)

শব্দসম্ভাৰ সম্বন্ধে কব পৰা যায়— বিশেষকৈ পুৰণি অসমীয়া-ভাষাত ব্যৱহৃত বিশেষ্য, বিশেষণ, ক্ৰিয়া-বিশেষণ, সৰ্ব্বনাম আদি পদবোৰৰ অধিকাংশই চৰ্য্যাপদত ব্যৱহাৰ হৈছে।

*শব্দগত*

অসমীয়া- ভাষাৰ অন্তৰ্গত বহুতো তৎসম আৰু অৰ্দ্ধতৎসম শব্দও চৰ্য্যাপদৰ মাজতেই আছে। ইয়াৰ উপৰিও অসমীয়াত ব্যৱহাৰ হৈ থকা কিছুমান ঘৰুৱা শব্দও চৰ্য্যাপদৰ মাজতে ৰৈ থকা দেখা যায়। যেনে — ঘৰ, থাহি, ডমৰু, পানী, বাট, ডাল, বপুৰা, হাডী, ভাত, গোহালি, কুঠাৰ, তেন্তেলি, মোলান ইত্যাদি।

এই ধৰণে দেখা যায়— চৰ্য্যাপদৰ ভাষা আৰু বৈয়াকৰণিক বিশেষত্ববোৰৰ বহুত মিল অসমীয়া ভাষাৰ লগত দেখা যায়। সেয়েহে, চৰ্য্যাপদবোৰ যে অসমীয়া-ভাষাৰ প্ৰাচীনতম নিদৰ্শন, তাত সন্দেহ কৰিবলগীয়া নাই বুলিয়েই কব পাৰি।

## শ্ৰীকৃষ্ণকীৰ্ত্তন আৰু শূন্যপুৰাণ

শ্ৰীকৃষ্ণকীৰ্ত্তন আৰু শূন্যপুৰাণ— এই দুয়োখন গ্ৰন্থ চৰ্য্যাপদ সমূহতকৈ যদিও বহুত পাছত ৰচিত, তথাপি চৰ্য্যাপদসমূহৰ নিচিনা অসমীয়া-বাংলা উভয় ভাষাই নিজৰ বুলি দাবী কৰিব পৰা কাৰণে ইয়াকো এই প্ৰসঙ্গতে আলোচনা কৰা হৈছে। শব্দাৱলী, বৈয়াকৰণিক -লক্ষণ আদিবোৰৰ ক্ষেত্ৰত থকা সাদৃশ্যৰ ভেটিত এই দুয়োখন গ্ৰন্থও অসমীয়া আৰু বাংলা উভয় ভাষাৰেই দাবীৰ বস্তু হৈ আছে। ড° সত্যেন্দ্ৰ নাথ শৰ্ম্মাই[22] এই দুয়োখনকেই যথাৰ্থ ভাবেই "বঙলা - অসমীযা উমৈহতীয়া সাহিত্য" বুলিছে।

### কৃষ্ণকীৰ্ত্তন ঃ

শ্ৰীকৃষ্ণকীৰ্ত্তনৰ ৰচক বড়ু চণ্ডীদাস। ড° অসিত কুমাৰ বন্দোপধ্যায়ে[23] লিখিছে যে, বসন্তৰঞ্জন ৰায় বিদ্বদ্বল্লভ মহাশয়ে ১৩১৬ বঙ্গাব্দত বাকুড়া জিলাৰ পৰা কৃষ্ণলীলাবিষয়ক এই পুথিখন আবিষ্কাৰ কৰে আৰু তেওঁৰেই সম্পাদনাত বঙ্গীয়- সাহিত্য-পৰিষদে ১৩২৩ বঙ্গাব্দত(১৯১৬ খৃঃ) ইয়াক প্ৰকাশ কৰি উলিয়ায়। এই প্ৰসঙ্গত ডঃ বন্দোপধ্যায়ে মত পোষণ কৰিছে— "চৰ্য্যাপদ যেমন আদি বাংলা ভাষাৰ প্ৰথম নিদৰ্শন, তেমনি শ্ৰীকৃষ্ণকীৰ্ত্তন মধ্যযুগেৰ বাংলা ভাষাৰ প্ৰথম নিদৰ্শন।" এনেকুৱা দৃঢ় মন্তব্য যিমান সহজ ভাবে আগবঢ়োৱা হৈছে, সিমান সহজভাবে তাৰ সত্যতা সাৰ্ব্বজনীনভাবে স্বীকৃত হোৱা নাই, আৰু হব নোৱাৰেও। ড° বাণীকান্ত কাকতিৰ[24] সুচিন্তিত নিৰপেক্ষ মত এই ক্ষিনিতে উল্লেখনীয়— "উপভাষাবোৰে স্বতন্ত্ৰ - বিকাশৰ যাত্ৰা আৰম্ভ কৰা নাই, কিন্তু আৰম্ভণিটো

---

২২. অ. সা স ই

২৩. বা. সা. স. ই

২৪ A F D.

সুস্পষ্টৰূপে নিৰ্দ্ধাৰিত হৈছে, এনেকুৱা উপভাষা কিছুমানৰ সানমিহলি ৰূপ এটা কৃষ্ণকীৰ্ত্তনৰ ভাষাই দাঙি ধৰে। যদি প্ৰাক্- বঙলা আৰু প্ৰাক্ -অসমীয়া উপভাষাগোষ্ঠীটো ক অজ্ঞাত ৰাশি স-ৰে বুজোৱা হয়, তেতিয়া কৃষ্ণকীৰ্ত্তনৰ ভাষাই পাছৰ কালত বৈশিষ্টপূৰ্ণ বঙলা আৰু অসমীয়া ভাষা হৈ বিকশিত হোৱা স- উপভাষাৰ পৰৱৰ্ত্তী কালৰ নিদৰ্শন সংৰক্ষণ কৰিছে বুলিব পাৰি"। ড° উপেন্দ্ৰনাথ গোস্বামীয়ে[২৫] পুৰণি অসমীয়া আৰু আধুনিক অসমীয়াৰ লগত শ্ৰীকৃষ্ণকীৰ্ত্তনৰ শব্দগত আৰু ধাতুগত সাদৃশ্য, আনকি হুবহু মিলবোৰ বহলাই দেখুৱাইছে। "কৃষ্ণকীৰ্ত্তন"ৰ আৱিষ্কাৰকৰ্ত্তা আৰু প্ৰথম সম্পাদক বসন্তৰঞ্জন ৰায় বিদ্বদ্বল্লভে ইযাৰ ভাষাপ্ৰসঙ্গত আনকি কবলৈ বাধ্য হৈছে যে, পুথিখনে (কৃষ্ণকীৰ্ত্তনে) শেষলিপিকাৰৰ হাতত পৰাৰ আগতে সম্ভৱতঃ কামৰূপ বা অসম ভ্ৰমণ কৰি আহিছিল। এইধৰণৰ মন্তব্যয়ো প্ৰমাণ কৰে যে, ৰায় মহাশয়েও কামৰূপী বা অসমীয়া ভাষাৰ লগত কৃষ্ণকীৰ্ত্তনৰ ভাষাৰ মিল লক্ষ্য কৰিছিল। উদাহৰণ স্বৰূপে, ইযাৰ কেইটামান মাত্ৰ উল্লেখ কৰা হ'ল ঃ তপত (কৃ কী) — তপত (অ), পৰাণ (কৃ কী) – পৰাণ (অ ), – আজি (কৃ কী) – আজি (অ ); উজান (কৃ. কী) – উজান (অ.), তেজপাত (কৃ কী) —তেজপাত (অ), দিন (কৃ কী) – দিন (অ), ভাল (কৃ কী) —ভাল (অ), ভিতৰ (কৃ.কী) — ভিতৰ (অ ), সাতেসৰী হাৰ (কৃ কী) — সাতেসৰী হাৰ (অ ), ভৈল (কৃ.কী) — ভৈল (অ.), সাধু (কৃ.কী) — সাধু (অ ) হিআ (কৃ.কী), — হিয়া (অ.) ইত্যাদি। ব্যাকৰণগত মিল ঃ অসমীয়াত ৫ মী বিভক্তিৰ চিন নাই, শব্দৰ পাছত পৰসৰ্গব্যৱহাৰ কৰা হয়, কৃষ্ণকীৰ্ত্তনতো সেই ক্ষেত্ৰত তেনেকুৱা— আজি হৈতে (কৃ.কী ) — শয্যা হন্তে (অ )। খানী, গুটি আদি নিৰ্দ্দিষ্টবাচক শব্দৰ ব্যৱহাৰ দুয়ো ঠাইতে আছে— "নাতিনী খানী, বাশীগুটি (কৃ. কী)- প্ৰাণখানি, দুগুটি সন্তান (অ.)। কিছুমান বহুবচনান্ত শব্দ দুয়ো ঠাইতে একে — পিক গণে (কৃ.কী) – তাৰাগণ (অ)। কিছুমান ক্ৰিয়া বিভক্তি দুয়ো ঠাইতে একে — কহিলান্ত (কৃ কী.) — কহিলন্ত (অ ), খাইবো (কৃ.কী.) — খাইবো (অ )। ক্ৰিয়া পদৰ আগত নিষেধাৰ্থক 'ন' ৰ প্ৰয়োগ দুয়ো ঠাইতে — নাবোল (কৃ.কী.) — নাবোল (অ.) ইত্যাদি। "কৃষ্ণকীৰ্ত্তন"ৰ ভাষাত বঙলুৱা ঠাচ অৱশ্যে নোহোৱা নহয়, কিন্তু ইয়াৰ মূল-বিশেষত্ববোৰত অসমীয়া-ভাষাৰ লক্ষণ সুস্পষ্ট।

*অসমীয়া ভাষাৰ লগত কৃষ্ণকীৰ্ত্তনৰ ভাষাৰ মিল*

"কৃষ্ণকীৰ্ত্তন" একপ্ৰকাৰ কাহিনী কাব্য। ইয়াৰ বিষয়বস্তু কৃষ্ণলীলা। বিষয়বস্তুৰ বৰ্ণনাত কবিয়ে ভাগৱতৰ কৃষ্ণলীলা আগত ৰাখিলেও জয়দেৱৰ "গীত-গোবিন্দ"ৰদ্বাৰাও তেওঁ প্ৰভাৱিত নোহোৱাকৈ থকা নাই। ইয়াৰ উপৰিও গ্ৰাম্য- জীৱনৰ ৰুচিসাপেক্ষ কৃষ্ণলীলাবিষয়ক কিছুমান কথাও কাব্যখিনিৰ প্ৰধান উপজীব্য। ই তেৰটা খণ্ডত সমাপ্ত, "জন্মখণ্ড"ত আৰম্ভ হৈ "ৰাধা-বিৰহ" খণ্ডত সমাপ্ত

*বিষয়বস্তু*

---

২৫ ভাষা আৰু সাহিত্য (শ্ৰীকৃষ্ণকীৰ্ত্তন আৰু অসমীয়া ভাষা)

হৈছে। ভূভাৰহৰণৰ কাৰণে গোলোকেশ্বৰ বিষ্ণুৱে মৰ্ত্ত্যধামত অৱতৰণ কৰি ৰাধাচন্দ্ৰাৱলীৰূপে জন্মলাভ কৰা লক্ষ্মীৰ লগত যি লীলাকাৰ্য্য কৰিছে, তাৰেই কাব্যিক-ৰূপায়ণ পোৱা যায় "কৃষ্ণকীৰ্ত্তন"ত।

বসন্তৰঞ্জন ৰায়ে যি কৃষ্ণকীৰ্ত্তন সম্পাদন কৰি উলিয়াইছে, তাৰ পাণ্ডুলিপিটোৰ প্ৰথম পাতটো আছিল ফটা আৰু শেষৰ কেইটামান পাত নথকা। তেওঁ পুথিখনৰ ৰচনাকাল আৰু ৰচয়িতা, আৰু আনকি তাৰ নামটোও তাত পোৱা নাই। উক্ত ৰায়ৰ সম্পাদিত গ্ৰন্থত ৰামেন্দ্ৰসুন্দৰ ত্ৰিবেদীয়ে যি পাণ্ডিত্যপূৰ্ণ ভূমিকা লিখিছে, তাত "কৃষ্ণকীৰ্ত্তন"ৰ মূল্য নিৰূপণ-প্ৰসঙ্গত তিনিটা কথা লিখিছে। তাৰ প্ৰথম দুটা এই : (ক) লিপিবিশেষজ্ঞ ৰাখালদাস বেনাৰ্জ্জীৰ মতে এই পুথিখনৰ লিপি চতুৰ্দ্দশ-শতিকাৰ নিদৰ্শন, আৰু সম্ভৱতঃ ই চণ্ডীদাসৰ হস্তাক্ষৰৰ প্ৰাচীনতম চানেকি। (খ) "কৃষ্ণকীৰ্ত্তন"ৰ ভাষা চতুৰ্দ্দশ-শতিকাৰ পশ্চিমবঙ্গৰ ভাষাৰ চানেকি।[২৬] পুথিখনৰ ভাষা চতুৰ্দ্দশ-শতিকাৰ পশ্চিমবঙ্গৰ ভাষাৰ চানেকি ৰূপে সৰ্ব্বজন স্বীকৃত নহলেও ইয়াৰ ৰচনাৰ সময় যে চতুৰ্দ্দশ-শতিকা, ই বহুজনসমৰ্থিত। অসিতকুমাৰ বন্দোপধ্যায়ে[২৭] ইয়াক পঞ্চদশ- শতিকাৰ প্ৰাৰম্ভৰ ৰচনা বুলি কৈছে। ডিম্বেশ্বৰ নেওগে[২৮] কৈছে যে, "শ্ৰীকৃষ্ণকীৰ্ত্তন"ৰ ৰচয়িতা চণ্ডীদাস নিশ্চিতভাবে শঙ্কৰদেৱৰ পূৰ্ব্ববৰ্ত্তী, আৰু প্ৰাকশঙ্কৰী অসমীয়া-কবি মাধৱ কন্দলী আৰু মৈথিলী কবি বিদ্যাপতিৰ "অন্ততঃ নবীন সমসাময়িক"। মুঠতে চতুৰ্দ্দশ-শতিকাৰ শেষাংশ আৰু পঞ্চদশ-শতিকাৰ প্ৰাৰম্ভিক কালডোখৰৰ ভিতৰত "শ্ৰীকৃষ্ণকীৰ্ত্তন"ৰ ৰচনাকাল বুলি যুক্তি সাপেক্ষে ধৰি লোৱাত অসুবিধা নাই।

*কৃষ্ণকীৰ্ত্তনৰ ৰচনা কাল*

চণ্ডীদাস সম্বন্ধেও সমস্যাৰ উদ্ভৱ হৈছে, কিয়নো সাহিত্যৰ ইতিহাসত একাধিক চণ্ডীদাসৰ নাম পোৱা যায়। "শ্ৰীকৃষ্ণকীৰ্ত্তন"ৰ ৰচকৰ নাম বড়ুচণ্ডীদাস। ড° সত্যেন্দ্ৰ নাথ শৰ্ম্মাৰ মতে 'বড়ু' শব্দ অসমীয়াৰ 'বৰুৱা' শব্দৰেই ৰূপান্তৰ। কৃষ্ণকীৰ্ত্তন-কাব্যখনৰ ভিতৰতে থকা "বড়ুৱাৰ ঝিয়াৰী বড নাম ধৰি, তাহে বড়ুৱাৰ বৌ" —এই পদ ফাকি অন্যতম প্ৰমাণ ৰূপে তেওঁ দাঙি ধৰিছে। বৈষ্ণৱ-পদাৱলীৰ ৰচয়িতা চণ্ডীদাস (দীন চণ্ডীদাস) "কৃষ্ণকীৰ্ত্তন"ৰ কবিজনাৰ পৰা পৃথক বুলি প্ৰমাণিত। 'চৈতন্য-চৰিতামৃত'ৰ পৰা সুন্দৰভাবে জনা যায় —প্ৰভু চৈতন্যদেৱে চণ্ডীদাসৰ গান গাই অত্যন্ত উল্লাসিত আৰু আপোন পাহৰা হৈছিল। কিন্তু যিহেতুকে শ্ৰীকৃষ্ণকীৰ্ত্তন, বিশেষকৈ ইয়াৰ প্ৰথমাংশ অত্যধিক আদি ৰসাত্মক, ইয়াৰ পদ গাই প্ৰভু চৈতন্যদেৱ ভক্তি গদ্ গদ্-

*কৃষ্ণকীৰ্ত্তনৰ ৰচক চণ্ডীদাস আৰু পদাৱলীৰ ৰচক চণ্ডীদাস পৃথক*

২৬. কৃ. কী., ভূমিকা : ৰামেন্দ্ৰসুন্দৰ ত্ৰিবেদী

২৭. বা. সা স. ই

২৮. অ. সা. বু.

চিন্ত হোৱা বুলি ভাবিব নোৱাৰি। ইয়াৰ উপৰিও "শ্ৰীকৃষ্ণকীৰ্ত্তন"ৰ ৰাধা প্ৰধানভাবে মানৱী, তেওঁৰ বিৰহ-বেদনাই জাগতিক নাৰীৰ প্ৰণয়দুঃখ তীব্ৰ কৰি তুলিছে। কিন্তু পদাৱলীৰ অন্তৰ্গত ৰাধাৰ বিৰহজনিত পদে বাস্তৱাতীত বেদনাহে প্ৰকাশ কৰিছে [২৯] মুঠতে বড়ু চণ্ডীদাস আৰু পদাৱলীৰ ৰচক চণ্ডীদাস যে পৃথক্ ব্যক্তি — এই কথা প্ৰমাণসাপেক্ষে।

## শূন্য-পুৰাণ ঃ

অসমীয়া আৰু বাংলা, এই উভয় সাহিত্যই নিজৰ বুলি দাবী কৰা অন্যতম পুথি শূন্য-পুৰাণ। ইযাৰ ৰচক ৰামাই পণ্ডিত। ধৰ্ম্মদেৱতাৰ পূজাৰ বিবৰণ শূন্য-পুৰাণৰ প্ৰধান উপজীব্য। ডঃ আশুতোষ ভট্টচাৰ্য্যই[৩০] এই পূজাৰ উৎপত্তি, বিকাশ আৰু প্ৰকৃতি সম্বন্ধে যি কথা কৈছে, তাৰ পৰা জনা যায় — বঙ্গদেশৰ ৰাঢ় জিলাত এই পূজাৰ উৎপত্তি আৰু বিকাশ হৈছিল, আৰু সেই অঞ্চলৰ লোকেই বিশেষভাবে এই উৎসৱ পালন কৰিছিল।

*ধৰ্মদেৱতাৰ পূজা*

কিন্তু প্ৰাচীন অসমতো কিবা প্ৰকাৰে নহয়, কিবা প্ৰকাৰে ধৰ্ম্ম দেৱতাৰ পূজাৰ প্ৰচলন থকাৰ কথা জনা যায়। কথা-গুৰুচৰিতত থকা উল্লেখ, মনকৰৰ মনসা-কাব্যত থকা বিবৰণ আৰু অসমৰ মনসা পূজাত তাৰ আনুষঙ্গিক-অঙ্গ ৰূপে স্থাপন কৰা ধৰ্ম্মদেৱতাৰ ঘট — এইবোৰে প্ৰমাণ কৰে যে, অসমতো পুৰণি কালত ধৰ্ম্মদেৱতাৰ বিশ্বাস আৰু ইয়াৰ পূজা কিবা নহয়, কিবা প্ৰকাৰে প্ৰচলিত হৈছিল। ধৰ্ম্মদেৱতা আৰু ইয়াৰ পূজা-পদ্ধতিৰ যি দৃষ্ট-স্বৰূপ অসমত প্ৰচালিত, সি শূন্য-পুৰাণবৰ্ণিত স্বৰূপতকৈ কিছু বেলেগ হলেও মুলতঃ সি একে আছিল নে নাই অৱশ্যে চিন্তা আৰু অধিক অনুসন্ধানৰ বিষয়।

বঙালী পণ্ডিতসকলৰ মতে শূন্য-পুৰাণৰ ৰচনাকাল বেলেগ বেলেগ, — একাদশ শতিকাৰ পৰা পঞ্চদশ-শতিকাৰ ভিতৰত। ইয়াৰ গোটেইবোৰ অংশ একে সময়তে ৰচিত বুলিও সকলোৱে বিশ্বাস নকৰে। কোনো কোনো পণ্ডিতৰ মতে ইয়াৰ অংশবিশেষ

*শূন্যপুৰাণৰ ৰচনা-কাল*

ত্ৰয়োদশ শতিকাত ৰচিত। পুৰণি সাহিত্যৰ আন কিছুমান পুথিৰ নিচিনা শূন্য-পুৰাণৰো অন্ততঃ অংশবিশেষ অসম-বঙ্গ উভয় ৰাজ্যতে প্ৰচলিত আছিল বুলি ভাবিবৰ অৱকাশ আছে। শূন্য-পুৰাণৰ সৃষ্টিতত্বৰ লগত অসমীয়া মনসা-কবি মনকৰৰ বৰ্ণনাত বহুত সাদৃশ্য যে আছে, ইয়াৰ অন্যতম কাৰণ হয়তো ইয়েই। শূন্য-পুৰাণৰ ৰচনাকাল সম্বন্ধে অসিতকুমাৰ বন্দোপধ্যায়ৰ মত এই— "যাৰা একে ষোড়শ-শতাব্দীৰ ৰচনা বলেন, তাঁদেৰ অভিমতও খুব নিৰ্ভৰযোগ্য নয়। ভাষাৰ বাইৰেৰ গড়ন দেখে-একে অতি অৰ্বাচীন কালেৰ ৰচনা বলে মনে হয়— সপ্তদশ-

---

২৯. দ্ৰষ্টব্য ঃ বৈ প. সা. প. উ. দেৱিদাস ভট্টোচাৰ্য্য

৩০. বা. ম. কা. ই., ৪ৰ্থ অধ্যায়

অষ্টাদশ শতাব্দীৰ ৰচনা হওবাও অসম্ভৱ নহয়" ।[৩১] আন হাতেদি ডিম্বেশ্বৰ নেওগে[৩২] ভাষামূলক-বিচাৰ আৰু ঘাইকৈ অসমীয়া মন্ত্ৰ-সাহিত্যৰ লগত ইয়াৰ ভাব-ভাষাৰ মিলৰ পৰা শূন্য-পুৰাণৰ ৰচনা ত্ৰয়োদশ-শতিকাৰ পাছৰ বুলি অনুমান নহয় — এই মন্তব্য দি গৈছে। এই প্ৰসঙ্গত বিশেষ কথা এই যে, অসমীয়া-মনসা-কবি মনকৰৰ মনসাকাব্যৰ খণ্ডবিশেষৰ লগত শূন্য-পুৰাণৰ অংশবিশেষৰ স্পষ্ট সাদৃশ্য লক্ষণীয়। এই কথাৰ উপৰিও বিশেষকৈ ভাষাৰ ঠাচেও বুজায় — শূন্য-পুৰাণ পঞ্চদশ ষোড়ষ শতিকাৰ ৰচনা।

শূন্য-পুৰাণক বাংলা ভাষাৰ অন্তৰ্গত বুলি বঙালী-পণ্ডিতসকলে কৈছে যদিও ইয়াৰ ভাষাৰ লগত অসমীয়া-ভাষাৰ সাদৃশ্য উলাই কৰিবলগীয়া বিধৰ নহয়। অসমীয়া-শব্দ আৰু অসমীয়া-ব্যাকৰণৰ ঠাচে পুথিখনৰ ভাষা যে অসমীয়া-ভাষাৰ ওচৰ চাপিছে, এই কথা প্ৰমাণ কৰিছে। যেনে "ব্ৰহ্মাবিষ্ণু নাছিল নাছিল আঁৰৰ", "ৰজনী পৰভাতে ভিখাৰ লাগি যাই," "কুথাএ পাই কুথাএ নাপাই", "অন্নৰ বিহনে পৰভু কত দুখ পাব" আদিবোৰ অসমীযা-ঠাচৰ বাক্য; ইয়াৰ শব্দবিলাকো অসমীয়া। ইয়াৰ উপৰিও অসমীয়াৰ প্ৰথমাবিভক্তিৰ চিন এ, ষষ্ঠীৰ ৰ, সপ্তমীৰ ত আদি শব্দবিভক্তিৰ উপৰিও বহুত অসমীয়া ক্ৰিয়া বিভক্তিৰ ব্যৱহাৰেও অসমীয়া-ভাষাৰ লগত শূন্য-পুৰাণৰ ভাষাৰ মিল দেখুৱায়।

*অসমীয়া ভাষাৰ লগত শূন্যপুৰাণৰ ভাষাৰ মিল*

## নাথ-সাহিত্য ঃ

ময়নামতী বা গোপীচন্দ্ৰৰ গান আৰু গোৰক্ষবিজয় বা মীনচেতন নামৰ আখ্যানমূলক দুখন পুথিৰ কথাও এই প্ৰসঙ্গত উল্লেখনীয়। কাব্যিকৰূপত প্ৰকাশিত এই দুই আখ্যানৰ লগত নাথধৰ্ম্মৰ সম্বন্ধ আছে। নাথধৰ্ম্ম কোনো কোনোৰ মতে বৌদ্ধতান্ত্ৰিক আৰু কোনো কোনোৰ মতে শৈৱ-সম্প্ৰদায়ৰ অন্তৰ্গত। নাথধৰ্ম্ম সৰ্ব্বভৰতীয় সিদ্ধাচাৰ্যসকলৰ ধৰ্ম্মমতৰ অন্তৰ্গত বুলিও ধৰা হয়। প্ৰাচীন-অসমত নাথ বা যোগীসম্প্ৰদায়ৰ লোক যে আছিল, এই কথা মাধৱ কন্দলীৰ ৰামায়ণৰ পৰা জনা যায়, আৰু তেওলোক যে শৈৱ আছিল, এই কথাও বুজা যায়।[৩৩] পাদটীকাত উল্লিখিত কন্দলীৰ পদ কেইফাকিৰ

*কামৰূপত নাথ-সম্প্ৰদায়ৰ পৰম্পৰা*

---

৩১ বা সা স ই.

৩২. অ. সা. বু.

৩৩. যোগীৰ কান্ধত কানি ঝুলি যত হাতে দোৱাদশ কাথি।
লৰৰন্তে লৰ ৰন্তে পাছে চান্তে, হিয়া মান গৈল ফাটি।।
পাইলেক ভাগৰ লোকণ্ডা কাখৰ, সয়ে পৰি গৈল খসি।
মুখে শিৱ শিৱ সুমৰন্তে আন্তি, পলাইলা যত তপসী।।
আস বুলি যোগী আচৰি গেলাইলে, পূজাৰ দেৱতা মান।
পূজিবাক লাগি পাছে পাইবো দেৱ থাকয় যেবে পৰাণ।। (অযোধ্যা কাণ্ড)

পৰা জনা যায় — মাধৱ কন্দলীয়ে তেওঁলোকক ভাল দৃষ্টিৰে চোৱা নাই। চৰ্য্যাপদসমূহৰ ৰচকসকলৰ অন্যতমৰূপে ইতিমধ্যে উল্লেখ কৰি অহা কামৰূপৰ মৎস্যেন্দ্ৰনাথ বা মীননাথ নাথ বা যোগী সম্প্ৰদায়ৰ প্ৰৱৰ্ত্তক ৰূপে প্ৰসিদ্ধি আছে। এনেকুৱা ক্ষেত্ৰত কামৰূপত নাথ-সম্প্ৰদায়ৰ পৰম্পৰা বহুকালব্যাপক।

নাথ-সিদ্ধাচাৰ্য্যসকলৰ আৱিৰ্ভাৱ-কাল খৃষ্টীয় দশম-একাদশ শতিকা। নাথ-সম্প্ৰদায়ৰ ধৰ্ম্মত আৰু গৌৰৱপ্ৰকাশক কিছুমান পুথি সেই কালতে ৰচিত হৈছিল। তাৰ ভিতৰত মইনামতী বা গোপীচন্দ্ৰৰ গান আৰু গোৰক্ষবিজয় বা মীনচেতন নামৰ দুখন পুথি বঙ্গ-দেশৰ উত্তৰ-পূৰ্ব্বাঞ্চলত আৱিষ্কৃত হৈছে আৰু বঙালী পণ্ডিতৰ সম্পাদনাত প্ৰকাশিত হৈ দেখাত বাংলা সাহিত্যৰ অন্তৰ্গত হৈছে। বঙ্গদেশৰ উত্তৰ-পূৰ্ব্বাঞ্চল যিহেতুকে ষোড়ষ-সপ্তদশ শতিকালৈকে, আনকি তাৰো পাছলৈকে পুৰণি-কামৰূপ-ৰাজ্যৰ অন্তৰ্ভূক্ত আছিল, এই দুই পুথিও মূলতে কামৰূপী-ভাষাতেই ৰচিত হোৱাটো অস্বাভাৱিক নহয়। ডঃ শশিভূষণ দাসগুপ্তই তেওঁৰ

*গোপীচন্দ্ৰৰ গান আৰু গোৰক্ষ বিজয়*

"Obscure Religious Cults of Bengal" নামৰ গ্ৰন্থত কৰা প্ৰাসঙ্গিক মন্তব্য এই যে, ত্ৰয়োদশ-শতিকাত মুছলমানে বঙ্গদেশ জয় কৰাৰ আগতে গোৰক্ষনাথ আৰু গোপীচন্দ্ৰৰ কাহিনী বৰ্তমান ৰূপত নহলেও, অন্ততঃ কাহিনীৰ জঁকা দুটা সম্ভৱতঃ বঙ্গদেশৰ উপৰিও ভাৰতৰ বিভিন্ন ঠাইত প্ৰচলিত আছিল। 'দ্বাদশ ত্ৰয়োদশ শতিকাত উত্তৰ-পূৰ্ব্ব-বঙ্গৰ ভাষা বঙালীতকৈ অসমীয়াৰ বেছি ওচৰ চপা আছিল। গতিকে সেই সময়তে ৰচিত হোৱা কাহিনী দুটাৰ ভাষাত অসমীয়া-ৰূপ বঙালী ভাষাৰ প্ৰভাৱত ক্ৰমে পৰিৱৰ্ত্তন হৈ সপ্তদশ শতিকামানত বঙালী-লেখকৰ হাতত বৰ্ত্তমান-ৰূপ পৰিগ্ৰহ কৰিছে"।[৩৪] তথাপি ইয়াৰ মাজতো প্ৰকাশিত উক্ত গ্ৰন্থৰ মাজত অসমীয়াৰ ভাষাৰ বিশেষত্ব সুস্পষ্ট। বসন্তৰঞ্জন ৰায় আৰু দীনেশচন্দ্ৰ সেন সম্পাদিত বৰ্ত্তমান "গোপীচন্দ্ৰেৰ গান" একাধিক ক্ৰমাগত সংগ্ৰহৰ ফলশ্ৰুতি বুলিব পাৰি। তেওঁৰ পূৰ্ব্বতে ভৱানী দাস আৰু সুকুৰ মহম্মদে গোপীচন্দ্ৰৰ গান যি দুটা খণ্ডত ৰচনা কৰি উলিয়াইছিল, তাৰেই আধাৰত উক্ত ৰায় আৰু সেনে ইয়াক সম্পাদনা কৰি উলিয়াছে ১৯২২—২৪ খৃঃত। ভাষাৰ ফালৰ পৰা ই সপ্তদশ শতিকাৰ আগৰ নহয় বুলি স্বীকৃত, কিন্তু কথ্যবস্তুৰ ফালৰ পৰা ই দশম-একাদশ শতিকাৰ পটভূমিত আধাৰিত। গোপীচন্দ্ৰৰ গান নামৰ আখ্যানটোৰ মূল চৰিত্ৰ গোপীচন্দ্ৰ আৰু তেওঁৰ মাক ময়নামতী, আৰু গোৰক্ষবিজয়ৰ মূল-চৰিত্ৰ মীননাথ আৰু গোৰক্ষনাথ। এই চৰিত্ৰকেইটাৰ উদ্ভৱ কাল খৃষ্টীয় দশম-একাদশ শতিকা হোৱাটোৱেই সম্ভৱ।

বঙালী-পণ্ডিতসকলে বাংলা সাহিত্যৰ অন্তৰ্গত বুলি ধৰি লোৱা দুয়োটা আখ্যান-

৩৪. অ. সা. স. ই. ৫ ম অধ্যায়, ডঃ সত্যেন্দ্ৰ নাথ শৰ্মা

কাব্যৰ মাজতে বহুত অসমীয়া শব্দ, আনকি অসমীয়া—প্ৰকাশৰীতি দেখিবলৈ পোৱা যায়। উদাহৰণ স্বৰূপে, গোপীচন্দ্ৰৰ গানৰ পৰা কেইটামান দৃষ্টান্ত উদ্ধৃত কৰা হ'ল ঃ

*অসমীয়া ভাষাৰ লগত সাদৃশ্য*

আই, আউলীয়া, আচুৰি-পিচুৰি, ঘৰিযাল, চুৱাপাত, টোকৰ, ডাঙৰ, ঠেং, বৰুৱা আদি শব্দ।

স্ত্ৰীপুত্ৰ কান্দে বাচা ঠাণ্ডাপানী পিয়ে।

নাঙল বেচায, জোঙাল বেচায আৰু বেচায় ফাল।

খাজনাৰ তাপত বেচায দুধৰ ছৱাল। আদিবোৰ অসমীয়াৰ লগত মিল থকা প্ৰকাশৰীতি।

"মীনচেতন" বা "গোৰক্ষ বিজয"ৰ মাজতো এই ধৰণৰ বহুত অসমীয়া শব্দ আৰু প্ৰকাশৰীতি দেখিবলৈ পোৱা যায়।

মুঠতে, উক্ত নাথ-সাহিত্য (কাব্য) সম্বন্ধে কব পৰা যায — ইয়াৰ বৰ্ত্তমান মুদ্ৰিত-স্বৰূপৰ আদিম ৰূপ বিচাৰিলে তাৰ মাজত অসমীয়া-ভষাৰ বিশেষত্ব প্ৰকাশ নোহোৱাকৈ নাথাকে। এই দৃষ্টিকোণৰ পৰা ইয়াৰ বিচাৰৰ থলী আৰু আছে।



# তৃতীয় প্ৰকৰণ

## আদিযুগ বা প্ৰাক্‌বৈষ্ণৱ- যুগ

## (১৩০০– ১৪৯০ খৃঃ)

আলোচনাৰ সুবিধাৰ কাৰণে উক্ত ভাগত আমি সুমাই লৈছো দুই শ্ৰেণীৰ সাহিত্য - (ক) জনসাহিত্য বা মৌখিক-সাহিত্য আৰু (খ) লিখিত-সাহিত্য। এই দুবিধ সাহিত্যৰ প্ৰথম বিধক অজ্ঞাত-লোকৰ মুখনিঃসৃত আৰু দ্বিতীয় বিধক জ্ঞাত-লোকৰ লেখনীনিঃসৃত বুলিও কব পৰা যায়। আমাৰ জনসাহিত্যসমূহ বা অজ্ঞাত-লোকৰ মুখনিঃসৃত গীত-কথা-বচন আদিৰ কোনবোৰ কোন সময়ত উদ্ভৱ হৈছে, সঠিককৈ কোৱা টান। এই সকলোবোৰ যে আলোচ্যমান যুগৰ সময়-সীমাৰ ভিতৰতে, অৰ্থাৎ চতুৰ্দ্দশ আৰু পঞ্চদশ শতিকাৰ মাজতে উদ্ভৱ হৈছে, এই কথাও নহয়। ইয়াৰ কিছুমান উক্ত সময়-সীমাৰ আনকি বহুকাল আগৰে পৰা গঢ় লৈ জনগণৰ মুখে মুখে চলি আহিছে। আকৌ কিছুমান সেই সময়-সীমাৰ বহুকাল পাছলৈকে উদ্ভৱ হৈছে বুলি বুজিব পৰা যায়। প্ৰকৃতাৰ্থত লিখিত - সাহিত্যৰ নিচিনাকৈ মৌখিক-সাহিত্যসমূহৰ উদ্ভৱকালীন এটা যুগ নিৰ্দ্দিষ্ট কৰি ধৰি লব নোৱাৰি — শতাব্দীৰ পাছত শতাব্দী ধৰি সাহিত্যৰ ইতিহাসৰ বুকুত এইবোৰৰ উদ্ভৱ হৈয়েই আছে আৰু পূৰ্ব্বাগত-স্বকীয় - শ্ৰেণীৰ পৰিসৰ বঢ়াই তুলিছে। তথাপি আলোচকে এটা নিৰ্দ্দিষ্ট-প্ৰসঙ্গত এইবোৰৰ আলোচনা কৰিবলগীয়া হয়। যিহেতু আলোচ্যমান যুগটোৰ ভিতৰত বুজনসংখ্যক লোক-গীত আৰু লোক-কথাৰ উদ্ভৱ হোৱা বুলি আৰু গঢ় লোৱা বুলি যুক্তিসাপেক্ষে ভাবিবৰ অৱকাশ পোৱা যায়, এই শ্ৰেণী সাহিত্যৰ আলোচনাটো আমি এই প্ৰসঙ্গত সুমাইছোঁ। ইয়াৰ পৰা ধৰি লব নালাগিব যে, উক্ত কালডোখৰেই কেৱল মৌখিক-সাহিত্যৰ যুগ— এই যুগৰ বহুকাল আগৰে পৰা বহু কাল পাছলৈকে এই শ্ৰেণীৰ সাহিত্য উদ্ভৱ হৈছে।

*আৰম্ভণ*

### পটভূমি

আমাৰ সাহিত্যৰ আদিযুগ বা প্ৰাক্‌বৈষ্ণৱ-যুগৰ ভিতৰত প্ৰায় দুশ বছৰীয়া যি খণ্ড সময় সুমাই লোৱা হৈছে, সেই কালডোখৰ বৈচিত্ৰ্যপূৰ্ণ। বিচিত্ৰতা অকল ৰাজনৈতিক-

দিশতে নহয়— আৰ্থ-সামাজিক, ধৰ্ম্মীয়, শৈক্ষিক আদি দিশতো ই সুস্পষ্ট। ভৌম-বংশীয় ৰজাসকলৰ বিশাল-কামৰূপ ৰাজ্য খৃষ্টীয় - ত্ৰয়োদশ-শতিকাৰ লগে লগে বা তাৰ অলপ আগতে ৰাজনৈতিক ক্ষমতা আৰু প্ৰতিদ্বন্দ্বিতাৰ যোগেদি বহু ভাগত বিভক্ত হয়। ব্ৰহ্মপুত্ৰ-উপত্যকাৰ পশ্চিমাংশ কৰতোয়া পৰ্য্যন্ত কমতা-ৰাজ্যত পৰিণত হয়। ইয়াত খেন-বংশৰ ৰজাই (প্ৰথম ৰজা নীলধ্বজ) প্ৰায় ১২১০ খৃঃৰ পৰা ১৪৯৮ খৃঃ লৈ (শেষ ৰজা নীলাম্বৰ) ৰাজত্ব কৰে। কামৰূপৰ পূৱফালে বুৰাই নদীৰ পৰা শদিয়া পৰ্য্যন্ত, এই ভূখণ্ড চুটিয়া-ৰাজ্য নামে জনাজাত হয়। চুটিয়া-ৰজাসকলে ইয়াত ১২৪৪ খৃঃৰ পৰা ১৫২৩ খৃঃলৈ প্ৰায় তিনিশ বছৰ ৰাজত্ব কৰে। ব্ৰহ্মপুত্ৰৰ দক্ষিণফালে দিক্ষুৰ পৰা কলং বা তাৰো সিপাৰৰ কিছু অংশলৈকে, এই সুবিস্তীৰ্ণ অংশত (কছাৰী ৰাজ্যত) কছাৰীবিলাকে ত্ৰয়োদশ-শতিকাৰ আৰম্ভণিৰ পৰা ১৮৩০ খৃঃলৈ ৰাজপাট উপভোগ কৰে। আকৌ, ত্ৰযোদশ-শতিকাৰ প্ৰায় মাজভাগৰ পৰা (কামৰূপৰ ৰাজধানী দুৰ্জ্জযাৰ পৰা কমতাপুৰলৈ স্থানান্তৰিত হোৱাত) উত্তৰে সুৱণশিৰিৰ পৰা দক্ষিণে কপিলি পৰ্য্যন্ত কামৰূপৰ এই অংশত বাৰভূঞাসকলে ৰাজকীয আধিপত্য চলায়। ইয়াৰ উপৰিও ত্ৰযোদশ-শতিকাৰ আৰম্ভণিতে সৌমাৰ-পীঠত আহোমসকলে ৰাজত্ব আৰম্ভ কৰে, আৰু ক্ৰমশঃ পশ্চিমফালে ৰাজ্য বহলাই আনে। উক্ত ৰাজবংশবিলাকৰ ভিতৰত চুটিয়া আৰু কছাৰীবিলাক আছিল একনিষ্ঠ শাক্তধৰ্মী। খেনবংশীৰজা সকলো সম্ভৱতঃ শাক্তমতাৱলম্বীয়েই আছিল। ভূঞাসকলৰ আছিল দুটা গোষ্ঠী-- বাৰভূঞা আৰু ভূঞাপোৱালি। ব্ৰহ্মপুত্ৰৰ দক্ষিণপাৰে ৰাজত্ব কৰা বাৰভূঞাসকল আছিল বৈষ্ণৱ । আন হাতেদি ব্ৰহ্মপুত্ৰৰ উত্তৰপাৰে ৰাজত্ব কৰা ভূঞাপোৱালিসকল আছিল শাক্ত। আহোমসকল প্ৰথমতে আছিল বৌদ্ধধৰ্মী, যদিও শেষৰ ফালে হিন্দুধৰ্ম গ্ৰহণ কৰি বৈষ্ণৱ আৰু শাক্ত-পন্থৰ পৃষ্ঠপোষকতা কৰে। যিহেতুকে শাক্ত-বৈষ্ণৱ উভয় সম্প্ৰদায়তে শিৰোপাসনা বিধেয়, বিশেষকৈ শাক্ত-সম্প্ৰদায়ৰ লগত ইয়াৰ সম্বন্ধ নেৰানেপেৰা; পূৰ্ব্বপ্ৰৱাহিত শিৰোপাসনাৰ ধাৰাও এই যুগত দুৰ্ব্বল হৈ যোৱাৰ প্ৰমাণ নাই। বিশেষ কথা এই যে, উক্ত ৰাজশক্তিবোৰ বেলেগ বেলেগ ধৰ্ম্মাৱলম্বী বা বেলেগ বেলেগ ধৰ্ম্মৰ প্ৰতি আস্থাশীল হলেও সেইবোৰ নিজ ধৰ্ম্মমতৰ প্ৰচাৰক থকা বুলি বুজা নাযায়। আন এটা উল্লেখনীয় কথা এই যে, খৃষ্টীয়-ত্ৰয়োদশ-পঞ্চদশ শতিকাৰ ভিতৰত বিদেশীয়ে (মুছলমানে) চাৰিবাৰ অসম আক্ৰমণ কৰে — ১২০৫ খৃঃত বঙ্গদেশৰ শাসনকৰ্ত্তা বক্তিয়াৰ খিলিজিয়ে, ১২২৮ খৃঃত বঙ্গৰ চুবাদাৰ গিয়াচুদ্দিনে, ১২৫৬-৫৭ খৃঃত ইখ্‌টিয়াউদ্দিন মল্লিকে আৰু ১৪৯৮ খৃঃ-ত গৌড়ৰ নবাব হোচেনচাহে। এই আক্ৰমণবোৰে দেখাত সাহিত্যসৃষ্টিত ব্যাঘাত নজন্মালেও ৰাজনৈতিক আৰু সামাজিক সুস্থিৰতা ভঙ্গ নকৰাকৈ থকা নাছিল।

*বিভিন্ন বিভাজন আৰু বৈচিত্ৰ্য*

আলোচ্যমান কালডোখৰতো কামৰূপ- ৰাজ্যত আদিম অধিবাসীৰ বসতিৰ বিস্তৃতিয়েই উল্লেখনীয়। দেশৰ সুখ-সমৃদ্ধিৰ বিধায়ক ৰাজদণ্ডধৰসকলো আছিল বিশেষকৈ বড়ো-কছাৰী, আহোম-চুটিয়া আদি জনগোষ্ঠীৰেই বংশধৰ। কিন্তু ভাবধাৰা আৰু মানসিকতা আছিল সংস্কৃত। নানাবিধ বৈদিক-শাস্ত্ৰ, পুৰাণ-কাব্য, জ্যোতিষ-তন্ত্ৰ, সঙ্গীতাদি বিদ্যাচৰ্চ্চাৰ যি পৰম্পৰা আছিল এই কামৰূপত, তাৰ উপযুক্ত ৰক্ষক আৰু পৃষ্ঠপোষক এই যুগৰ নৃপতিসকল। জ্ঞানলাভ আৰু শিক্ষা-প্ৰচাৰৰ প্ৰতি তেওঁলোক আছিল অনুৰাগী। সেয়েহে এই সকলো গোষ্ঠীৰ ৰজাসকলে সাহিত্যসৃষ্টি আৰু কলা- কৃষ্টি প্ৰচাৰৰ কাৰণে পৃষ্ঠপোষকতা কৰিছিল। তাৰ উদ্দেশ্য আছিল — যাতে সংস্কৃত-সাহিত্যৰ অন্তৰ্গত আদৰ্শ ৰাজ্যত প্ৰচাৰ হয়, আৰু জনসাধাৰণেও কাব্যৰস পান কৰিব পাৰে। ৰামায়ণ আৰু মহাভাৰত — এই দুই মহাকাব্যৰ ব্যাপক মহিমাই অসমৰ জনগণক মুগ্ধ কৰিছিল বুলি বুজা যায়। অসমীয়া-ভাষাত সম্পূৰ্ণ ৰামায়ণৰ ৰূপান্তৰ আৰু মহাভাৰতৰ খণ্ডবিশেষৰ আধাৰত কাব্যসৃষ্টি কৰিবলৈ নৃপতিসকলৰ অনুপ্ৰেৰণা আৰু কবিসকলৰ তাৰ প্ৰতি ৰুচিয়েই ইয়াৰ প্ৰকৃষ্ট প্ৰমাণ। ইয়াৰ উপৰিও "পঞ্চম বেদ" পুৰাণৰ জ্ঞানালোকে যে জনগণৰ অন্তৰ-গুহ আলোকিত কৰা নাছিল, এই কথাও নহয়। বামন-পুৰাণৰ কাহিনীক লৈ অসমীয়া- কাব্য সৃষ্টি হোৱাটোৱেই ইয়াৰ দৃষ্টান্ত। পূৰ্ব্বকালৰ নিচিনা খৃষ্টীয়-ত্ৰয়োদশ-চতুৰ্দ্দশ শতিকাতো শিক্ষাৰ কেন্দ্ৰ আছিল সংস্কৃত-টোলসমূহ। বেদ-উপনিষদ, ন্যায় - স্মৃতি, ব্যাকৰণ-জ্যোতিষ, কাব্য-পুৰাণ আদি বহুত বিষয়ৰ শিক্ষা দিয়া হৈছিল। শিক্ষাৰ বিকাশৰ ক্ষেত্ৰত পণ্ডিতসকলৰ মাজত তৰ্কযুদ্ধ হোৱাৰো প্ৰমাণ আছে। শিক্ষাৰ মাধ্যম আছিল সংস্কৃত-ভাষা, ব্ৰাহ্মণ-পণ্ডিত শিক্ষা-গুৰু, আৰু শিক্ষাৰ্থী আছিল বিশেষভাবে উচ্চ-বৰ্ণৰ ল'ৰা। দেশৰ অধিবাসীসকলৰ অধিকাংশই আনুষ্ঠানিক-শিক্ষালাভ কৰিব পৰা নাছিল বুলি বুজা যায়। আলোচ্যমান যুগৰ অন্তৰ্গত মাধৱকন্দলী, হৰিবৰ বিপ্ৰ, হেম সৰস্বতী, কবিৰত্ন সৰস্বতী আৰু ৰুদ্ৰ কন্দলী, এই প্ৰত্যেক জনেই আছিল সংস্কৃত-ভাষানিষ্ণাত আৰু কাব্য-কলা-কুশল।

*সাংস্কৃতিক-দিশৰ প্ৰশস্ততা*

ৰাজ্যত বিভিন্ন জনগোষ্ঠীৰ সংখ্যা বহুত আছিল যদিও সেইবোৰৰ মাজত আৰ্য্যোচিত ভাবাপন্ন বা হিন্দুসংস্কৃতিমুখী হোৱা লোকৰ সংখ্যাও কম নাছিল। সমাজত বৰ্ণাশ্ৰম-ব্যৱস্থা আছিল সুস্পষ্ট। সেই ব্যৱস্থামতে মানুহে কামো কৰিছিল। কৰ্ম্মভেদে বা ব্যবসায়ভেদে মানুহৰ মাজত কিছুমান শ্ৰেণী বা গোষ্ঠীহে উঠিছিল। শ্ৰেণীভেদে সামাজিক মৰ্য্যাদাৰো ভেদ দেখা গৈছিল। এই যুগৰ কবিসকলৰ কাব্যৰাজিৰ মাজতেই এইবোৰৰ প্ৰমাণ পোৱা যায়।

*আৰ্য্যোচিত সমাজ-ব্যৱস্থা*

আলোচ্যমান-কালৰ নৃপতিসকলে অসমীয়া-ভাষালৈ সংস্কৃত-মহাকাব্য ৰূপান্তৰ কৰিবলৈ নাইবা সেই কাব্যৰ আধাৰত অসমীয়া-ভাষাত যে কাব্য- ৰচনা কৰিবলৈ অনুপ্ৰেৰণা যোগাইছিল, ইয়েই প্ৰমাণ কৰে যে, অসমীয়া-ভাষা সকলো গোষ্ঠীৰ লোকৰ মাজত সাৰ্ব্বজনীন

আৰু ব্যাপক হৈ উঠিছিল। নহলে সৰ্ব্বসাধাৰণক কাব্য-ৰস দিয়াৰ উদ্দেশ্যে অসমীয়াত তেওঁলোকে কাব্যৰচনা কৰিবলৈ নিদিলেহেঁতেন। সংস্কৃত-পণ্ডিতসকলে সুন্দৰ অসমীয়াত বিচিত্ৰ আৰু সুগভীৰ ভাৱপূৰ্ণ বৃহৎ কাব্য ৰচনা কৰি তোলা কাৰ্য্যই বুজাইছে - সেই যুগতে অসমীয়া-ভাষাৰ ব্যৱহাৰিক-দিশৰ ব্যাপকত্ব যথেষ্ট হৈছিল।

ত্ৰয়োদশ আৰু পঞ্চদশ শতিকাৰ অন্তৰ্গত কালব্যাপ্তিৰ মাজত কামৰূপ-ৰাজ্যত বিচিত্ৰতা অনেক থকা বুলি ওপৰতে কোৱা হৈছে। সেই বিচিত্ৰতা ভৌগোলিক, ৰাজনৈতিক, ধৰ্ম্মীয়, শৈক্ষিক, গোষ্ঠীগত, সামাজিক আদি দিশত লক্ষ্য কৰা যায়। ইমান বিচিত্ৰতাৰ মাজতো

*বিচিত্ৰতাৰ মাজত ঐক্যবোধ*

এটা সৰ্ব্বসন্মত বিশেষত্ব বিশেষভাবে লক্ষনীয়। সেযেই কাব্যৰচনাৰ প্ৰতি অনুৰাগ আৰু তাৰ ৰসগ্ৰহণৰ মূল্যবোধ। কাব্যসৃষ্টিৰ প্ৰতি ৰাজন্যবৰ্গৰ যি পৃষ্ঠপোষকতা - যি অনুপ্ৰেৰণা, আৰু পণ্ডিতসকলৰ তাৰ প্ৰতি যি একনিষ্ঠতা, তাৰ ফলশ্ৰুতি স্বৰূপে বিভিন্ন কাব্যৰাজিৰ সৃষ্টি হৈছে। এই কাব্যসমূহৰ সৃষ্টিকাৰ্য্যৰ অন্তৰালত পৰৱৰ্ত্তী বৈষ্ণৱ যুগৰ নিচিনা ধৰ্ম্ম-প্ৰচাৰৰ উদ্দেশ্যতা নাই, জনগণৰ মাজত কাব্য-ৰস প্ৰচাৰেই ইয়াৰ একমাত্ৰ উদ্দেশ্যতা। সেযেহে কব পৰা যায় — আমাৰ সাহিত্যৰ এই আদিযুগ প্ৰকৃত-কাব্য-ৰচনা বা সাহিত্য-ৰচনাৰেই যুগ।

## (ক) জন-সাহিত্য বা মৌখিক-সাহিত্য

কোনো এটা ভাষা সৃষ্টি হোৱাৰ লগে লগে সি লিখিত-ৰূপ নাপায়, বহুকাল পাছতহে লিখিত-ৰূপত দেখা দিয়ে। অন্তৰৰ ভাৱ-অনুভূতি প্ৰকাশিত বিভিন্ন ধ্বনিবোৰ বুজোৱাৰ

*মৌখিক- সাহিত্য ইয়াৰ উদ্ভৱ*

কাৰণে কালক্ৰমত যেতিয়া অক্ষৰৰ উদ্ভৱ হয়, তেতিয়া তাৰ মাধ্যমত সেই ভাৱ-অনুভূতিবোৰ লিপিবদ্ধ হয়। এইদৰে লিপিবদ্ধ হোৱাৰ পাছৰ পৰা ভাৱপ্ৰকাশক - ধ্বনি স্থায়ী হয় কাৰণে সেই কালৰ পৰা সাহিত্যৰ ইতিহাস-নিৰূপক-সময়ৰ গণনা কৰা হয়। সেইবুলি ইয়াৰ আগলৈকে, অৰ্থাৎ অক্ষৰৰ যোগেদি ধ্বনি লিপিবদ্ধ নোহোৱালৈকে মানুহে ভাৱ-প্ৰকাশ নকৰাকৈ নাথাকে। তেতিয়াও তেওঁলোকে অন্তৰত জাগি উঠা বিভিন্ন ভাৱৰ স্ফুৰণ ব্যক্তিগত আৰু সামাজিক-জীৱন-যাত্ৰাত প্ৰকাশ কৰে। মানুহৰ পৰিস্থিতি আৰু সমস্যাভেদে, ভাৱৰ বিচিত্ৰতা আৰু গভীৰতাভেদে এইধৰণৰ ভাৱ-স্ফুৰণবোৰে বিভিন্ন ৰূপ বা গঢ় লৈ প্ৰকাশ লভে - - কেতিয়াবা কাব্যিক, কেতিয়াবা গাল্পিক, কেতিয়াবা আকৌ ফকৰা-যোজনা আদিৰ ৰূপত ইত্যাদি। আলোচিত পটভূমিৰ ৰাজনৈতিক, সামাজিক, অৰ্থনৈতিক, ধৰ্ম্মীয় আদি বিবিধ বৈচিত্ৰ্যৰ মাজত জনগণৰ যি ভাৱ- অনুভূতি, ধ্যান-ধাৰণা, অভিজ্ঞতা আদি উক্ দি উঠিছিল, সেইবোৰৰ বাচিক- ৰূপায়ণ বিচিত্ৰ ৰূপত প্ৰকাশ হৈছিল। এই ধৰণে উদ্ভৱ হোৱা গীত-

মাতবোৰ আদিম অৱস্থাত সকলো জনগোষ্ঠীৰ মাজত মুখে মুখে চলি আহিছে, গতিকে এইবোৰক মৌখিক-সাহিত্য বোলা হয়। এই বিধ সাহিত্য কোনো ৰাজ্য বা পৰ্য্যাপ্ত- পৰিধি-পৰিবৃত অঞ্চলবিশেষত বাস কৰা আদিম অধিবাসীসকলৰ মুখনিঃসৃত। যিহেতুকে 'জন' আৰু 'লোক' শব্দৰ অন্যতম অৰ্থ সৰ্ব্বসাধাৰণ মানুহ, সেইসকলৰ মুখৰ পৰা ওলোৱা কাৰণে এই বিধ সাহিত্যক সাধাৰণতে আমাৰ ভাষাত জন- সাহিত্য বা লোক সাহিত্যও বোলা হয়। বিশেষ ভাবে এই বিধ সাহিত্যক বাংলা-ভাষাত বোলা হয় 'লোক-সাহিত্য' আৰু হিন্দীত 'জন-গাঁথা'।

মানুহে ঘৰুৱা বা সামাজিক ব্যৱহাৰিক জীৱনত ভাব প্ৰকাশ কৰে গদ্যত। অথচ সকলো জাতিৰ ইতিহাসতে দেখা যায়—গদ্যতকৈ পদ্যৰ উদ্ভৱহে অগ্ৰৱৰ্ত্তী। ডিম্বেশ্বৰ নেওগে[১] যথাৰ্থ ভাবেই কৈছে "যেনেকৈ শিশুৱে খোজ কাঢ়াৰ আগতে নাচে, কথা কোৱাৰ আগতে গীত গাবলৈ আৰম্ভ কৰে তেনেকৈ প্ৰত্যেক জাতিয়েও নিজৰ শৈশৱ অৱস্থাত সঙ্গীতপ্ৰিয় হিচাপে দেখা দিয়ে"।

*ভাবোচ্ছ্বাসৰ ছন্দোময় স্ফুৰণ*

সুখ- দুখ, হৰ্ষ-বিষাদ আদি ভাৱৰ হেচাত কৃত্ৰিমতাৰ আৱৰণমুক্ত আদিম অধিবাসীসকলৰ ভাৱোচ্ছ্বাস সাধাৰণতে কাব্যিক-গতিত প্ৰকাশ হয়। নিৰক্ষৰ আদিবাসীসকলৰ বিভিন্ন ভাৱপূৰ্ণ অথচ লযযুক্ত বা সাঙ্গীতিক-বচনভঙ্গিবোৰ নিৰক্ষৰ লোকসকলেই মুখে মুখে ৰক্ষা কৰি আহে। লেখন-পদ্ধতি প্ৰচলিত হোৱাৰ পাছতহে এইধৰণে মুখ বাগৰি অহা গীত-প্ৰৱচনবোৰ লিপিবদ্ধ হয়।

জন-সাহিত্য বা মৌখিক-সাহিত্যৰ কিছুমান বিশেষত্ব আছে। ইতিহাসে ঢুকি নোপোৱা আদিম অধিবাসীসকলৰ অন্তৰতো ভাৱ-বৈচিত্ৰ আছে। তেওঁলোকৰ ভাৱধাৰাৰ ক্ৰমগতি, কল্পনা-বিলাসৰ সুঁতি, আচাৰ-নীতি, ধৰ্ম্মীয়-ভাব, প্ৰকৃতিৰ লগত সম্বন্ধ, সৌন্দৰ্য্যবোধ আদি বহু কথাৰ বাতৰি ইতিহাসে দিব নোৱাৰে; সেই বাতৰিৰ পথ স্পষ্ট- অস্পষ্ট ৰূপত উন্মুক্ত হয় মৌখিক-সাহিত্যৰ মাজত। এইবিধ সাহিত্যই একোটা জাতিৰ কৃত্ৰিমতাবৰ্জ্জিত-ভাবোচ্ছ্বাস প্ৰকাশ কৰে। ই মৌলিক, জাতিৰ নিজস্ব — জাতীয়-প্ৰাণৰ উৎসস্বৰূপ। সেয়েহে জন-সাহিত্যক জাতিৰ দাপোন বুলিব পৰা যায়। আদিম-যুগৰ লোকসকলৰ মনস্তত্ত্বৰ কথা ইয়াৰ মাজেদি জনা যায় কাৰণে কোনো কোনোৱে[২] ইয়াক লোকতত্ত্ব বুলিছে। জন-সাহিত্যসমূহৰ আন এটা বিশেষত্ব এই যে এইবোৰ কোন লোকৰ মুখৰ পৰা প্ৰথমতে ওলাইছিল সেই কথা জনা নাযায় — এইবোৰ নৈৰ্ব্যক্তিক। এইবোৰ যেন "অখ্যাত কবিৰ বিখ্যাত ৰচনা"। ইয়াৰ উপৰিও, যুগৰ সাঁচ নথকা কাৰণে এই শ্ৰেণী সাহিত্যৰ উদ্ভৱ-কালো সঠিকভাবে নিৰ্ণয়

*মৌখিক- সাহিত্যৰ বিশেষত্ব বা লক্ষণ*

---

১. অ. সা বু.

২ S.D.F. , Newyork, 1949

কৰিব নোৱাৰি। যিবোৰ গীতপৌৰাণিক বা ঐতিহাসিক ঘটনা বা ব্যক্তিক কেন্দ্ৰ কৰি সমুদ্ভুত,সেই কেন্দ্ৰীয চৰিত্ৰ বা ঘটনাৰ পূৰ্ব্বাপৰ সময়ৰ আশ্ৰয়ত এইবোৰৰ সম্ভৱপৰ সময় নিৰূপণ কৰিব পৰা যায়। এইশ্ৰেণীৰ গীতক ইংৰাজীত 'বেলাড'(Ballad) বোলে। ড° সূৰ্য্যকুমাৰ ভূএগ্রাই [৩] কৈছে "হাতত বীণখনি লৈ দুই চাৰি পইচাৰ আশাত ঘৰে ঘৰে গীত গাই ফুৰা অসমীয়া স্বভাৱ কৱিৰ মুখৰ পৰা এই শ্ৰেণী গীতৰ সৃষ্টি হৈছে।" ইয়াৰ উপৰিও এই প্ৰসঙ্গৰ অন্যতম বিশেষ কথা এই যে, প্ৰথমতে উদ্ভৱ হোৱা এটা গীত বা সাধুৰ ৰূপগত আৰু ভাষাগত দুয়োটা স্বৰূপেই পৰৱৰ্ত্তিকালত অবিকলভাবে পাবলৈ টান। কাৰণ,এইবোৰ অনাখৰী লোকৰ মুখে মুখে চলি আহে। এখন মুখৰ পৰা আন এখন মুখলৈ, তাৰ পৰা আন এখনলৈ — এইধৰণে মুখ বাগৰি বাগৰি আহি বহুকাল পাছত লিপিবদ্ধ হোৱা গীত-সাধু-প্ৰৱচনবোৰৰ ভাষা আৰু ৰূপৰ অলপ অচৰপ হলেও পৰিৱৰ্ত্তন ঘটে। এই পৰিৱৰ্ত্তনৰ ক্ষেত্ৰত স্থানিক-প্ৰভাৱো মন কৰিবলগীযা, কিয়নো — সময়ৰ সোঁতত এইবোৰ বিভিন্ন স্থান আৰু পৰিবেশৰ মাজত প্ৰচাৰিত হয়। ইয়াৰ মাজতো কিন্তু এটা কথা ঠিক — এই গীত-সাধুবোৰৰ অন্তৰ্নিহিত ভাৱটোৰ মাজত অৱশ্যে প্ৰাচীনত্ব বা অৰ্ব্বাচীনত্বৰ উমান পোৱা যায়। ইয়াৰ ওপৰত নিৰ্ভৰ কৰিও সূক্ষ্মদৰ্শীয়ে এইবোৰৰ উদ্ভৱকালীন সম্ভৱপৰ সময় নিৰূপণ কৰিব পাৰে।

*অসমীয়া মৌখিক-সাহিত্যৰ শ্ৰেণী-বিভাগ*

অসমীয়া-সাহিত্যতো মৌখিক-সাহিত্যৰ বিস্তৃত-প্ৰবাহ প্ৰৱাহিত হৈ আহিছে। এই প্ৰৱাহ বহুধাবিভক্ত। বহুধাবিভক্ত সকলোবাৰ মৌখিক-সাহিত্যকে দুটা প্ৰধান ভাগত বিভক্ত কৰিব পৰা যায় — এটা ধৰ্ম্মসাপেক্ষ আৰু আনটো ধৰ্ম্মনিৰপেক্ষ। ধৰ্ম্মসাপেক্ষৰ ভিতৰত আইনাম আৰু অপেচৰা নাম প্ৰধান। ইয়াৰ উপৰিও লখিমী-সবাহ-গীত, দেৱী-আইৰ গীত, দেৱী-শুভচনীৰ গীত, সদাশিৱৰ গীত, শুভচনী-ব্ৰতকথা, উৰুলীবুঢ়ীৰ ব্ৰতকথা আদিৰ লগতে মন্ত্ৰবোৰ, কিছুমান ডাকৰ ভণিতা, দুই এটা বিয়া গীত, টোকাৰী নাম আৰু বাৰমাহী-গীতকো ধৰ্ম্মসাপেক্ষ-শাখাৰ অন্তৰ্ভুক্ত কৰিব পৰা যায়। আনহাতেদি, বিহুগীত, ধাইনাম, কিছুমান বিয়ানাম, সাঁথৰ, যোজনা, সাধু আদিবোৰ ধৰ্মনিৰপেক্ষ ৰূপে পৰিগণিত। ড° সত্যেন্দ্ৰ নাথ শৰ্মাই [৪] মৌখিক-সাহিত্য বোৰক এই তিনিটা ভাগত ভগাইছে — (১) লোক-গীত, (২) ফকৰা- যোজনা আৰু প্ৰৱচন, আৰু (৩) সাধুকথা। লগতে তেওঁ লোক-গীতবোৰক এই ধৰণে আকৌ তিনিটা ভাগত ভগাইছে — (ক) অনুষ্ঠানমূলক ঃ- যেনে — বিহুগীত, আইনাম, বিয়ানাম ইত্যাদি ; (খ) আখ্যানমূলক ঃ- যেনে — মণিকোঁৱৰৰ গীত, শান্তিবাৰমাহীৰ গীত, বৰফুকনৰ গীত ইত্যাদি; (গ) বিবিধবিষয়ক ঃ- যেনে — নিচুকনি গীত, গৰখীয়া গীত, নাওখেলোৱা গীত ইত্যাদি।

---

৩.বদন বৰফুকনৰ গীত, ভূমিকা

৪ অ. সা. স. ই. ২য় অধ্যায়

**ধৰ্ম্মসাপেক্ষ ঃ**

ধৰ্ম্মসাপেক্ষ-গীতৰ ভিতৰত আইনামবোৰত ভক্তিৰ গভীৰতা সকলোতকৈ বেছি। এইবোৰ আই-ভগৱতীৰ শক্তি-মাহাত্ম্যপ্ৰকাশক গীত। গাঁৱত বেতিয়া বেমাৰ-আজাৰ, বিশেষকৈ বসন্তৰোগে দেখা দিয়ে, মানুহে সীমাবদ্ধ জ্ঞান- বুদ্ধি আৰু শক্তি লৈ ইয়াৰ প্ৰতিকাৰ কৰিব নোৱাৰে — এয়ে অসমীয়া তিৰোতাৰ বিশ্বাস। সেযেহে, আই-ভগৱতীৰ কৰুণাৰ যোগেদি ৰোগনিবৃত্তিৰ আশা কৰি তিৰোতাসকলে হাত চাপৰি মাৰি মাৰি উক্ত ভগৱতীগৰাকীৰ অপৰিসীম গুণ-মাহত্ম্যপ্ৰকাশক গীতবোৰ গায়। অপেচৰা- নামো ভক্তিপ্ৰধান-গীত। তথাপি ইযাত আইনামৰ তুলনাত ভক্তিৰ গভীৰতাতকৈ আনুষ্ঠানিক-আড়ম্বৰ-পূৰ্ণ প্ৰক্ৰিয়া বেছি। অসমীয়া তিৰোতাসকলৰ মানত আকাশৰ অপ্সৰা এগৰাকী দেৱী। সময়বিশেষে এই দেৱীৰ ছাঁ মৰতত পৰে। দৈৱ-দুৰ্ব্বিপাকত সেই ছাঁ মৰতৰ অবোধ শিশুৱে গচকিলে সিহঁতৰ মূৰ্চ্ছা যোৱা, হাত-ভৰি কোঙা হোৱা, শুকাই-ক্ষীণাই যোৱা আদি বেমাৰ হয়-- এয়ে সৰলচিতীয়া তিৰোতাৰ বিশ্বাস। সেযেহে, অপ্সৰাৰ কোপৰ পৰা শিশুক ৰক্ষা কৰাৰ উদ্দেশ্যে ধৰ্ম্মগত-প্ৰাণা তিৰোতাই আনুষ্ঠানিক পদ্ধতিৰ মাজেদি পৰম নিষ্ঠা আৰু ভক্তিৰ সৈতে হাত চাপৰি মাৰি অপ্সৰাৰ অলৌকিক-ঐশীশক্তি-প্ৰকাশক গীত গায়। এনেধৰণে স্তুতি-গীত গোৱাৰ ফলত ৰোগাক্ৰান্ত শিশুবোৰে আৰোগ্য লাভ কৰে বুলি বিশ্বাস।

*আই-নাম আৰু অপ্সৰানাম*

ধনৰ অধিষ্ঠাত্ৰী-দেৱী-লক্ষ্মীক অসমীয়া লৌকিক-ভাষাত বোলা হয় লখিমী। সৰাহ পাতি এই দেৱীৰ সন্তুষ্টিৰ কাৰণে কিছুমান গীত গোৱা হয়। এইবোৰেই লখিমী-সৰাহ গীত । লক্ষ্মী-পূজাৰ দিনাখন ৰাতি এই গীত গোৱাৰ উপৰিও আন প্ৰসঙ্গতো তিৰোতাসকলে এই গীত গায়। অসমীয়াই ধানক লখিমী জ্ঞান কৰে। সেয়েহে ধান চপোৱা-কাৰ্য্যৰ আৰম্ভণি আৰু পৰিসমাপ্তি, এই দুয়োটা দিনতে ঘৰে ঘৰে তিৰোতাসকলে লখিমী-সৰাহ পাতি লখিমীৰ স্তুতি-গীত গায়। দেৱী-আইৰ গীতসমূহে হিমৱত-নন্দিনী শিৱ-পত্নী পাৰ্ব্বতীৰ স্তুতি-মিনতি প্ৰকাশ কৰে। পুৰাণবিখ্যাতা পাৰ্ব্বতী এই গীতসমূহৰ মাজত অসমীয়া তিৰোতাৰ লৌকিক-বিশ্বাসজনিত-গুণৰাশিৰঞ্জিতা। এই দেৱী-আইৰ গীতো গোৱা হয় বিশেষকৈ দুটা দিনত — বষ্ঠ্যাদি-কল্পাৰম্ভ-শাৰদীয়া দুৰ্গা-পূজাৰ প্ৰথম দিনৰ সন্ধ্যা সময়ত আৰু সেই পূজাৰ শেষ দিনৰ সন্ধ্যা সময়ত। ইয়াৰ প্ৰথম দিনৰ গীতত দেৱীক সাদৰ-আহ্বান জনোৱা হয়, আৰু শেষৰ দিনত পুনৰাগমনৰ কাৰণে প্ৰাৰ্থনা জনাই দেৱীক বিদায় দিয়া হয়। বেদৰ যি গৰাকী ৰুদ্ৰদেৱ আৰু পৌৰাণিক- যুগৰ পৰম-পুৰুষ দেবাদিদেৱ মহাদেৱ, তেৱেঁই লোক-দেৱতা শিৱ ৰূপে অসমীয়া গ্ৰাম্য-সমাজত গৃহীত। সেয়েহে, নামতীসকলৰ মুখনিঃসৃত-গীতৰ মাজত শিৱ ভোলানাথ, ভঙ্গুঁৱা - তেওঁ ত্ৰিশূল-ডম্বৰুধাৰী ঘৰ-বাৰী নথকা এক প্ৰকাৰ দিগম্বৰ

*বিভিন্ন ধৰ্ম্মসাপেক্ষ গীত*

ভিক্ষাৰী। তেৱেঁই আকৌ হিমালয়-নন্দিনী পাৰ্ব্বতীৰ পাণিপ্ৰাৰ্থী পৰম-সুন্দৰ পাত্ৰ। দৰিদ্ৰতাজনিত আৰু ঐশীশক্তিসম্পন্ন শিৱৰ এই দুই বিষম-স্বৰূপ-চিত্ৰণৰ বৰ্ণনাৰে অসমীয়া-গীতসমূহ আমোদজনক। অন্নৰ অভাৱত কৃষিকৰ্মত লাগি আপোনভোলা শিৱ ব্যৰ্থ কৃষকৰূপেও হাঁহিয়াতৰ পাত্ৰ হৈ গীতৰ মাজত চিত্ৰিত হৈছে। মুঠতে কব পৰা যায়-- অসমৰ গ্ৰামীন-মানসিকতাৰ লগত খাপ খোৱা হিচাপে শিৱৰ পৰম-পুৰুষত্ব আৰু ভঙ্গুঁৱা-দৰিদ্ৰতাৰ চিত্ৰ নামতীসকলৰ গীতৰ মাজত ৰূপায়িত হৈছে। শাস্ত্ৰ-সন্মত দেৱী শুভসূচনী চতুৰ্বক্ত্ৰ, হংসবাহিনী, ৰক্তবৰ্ণা আৰু ব্যাধিবিপত্তিনাশিনী। অসমীয়া লোকগীতৰ মাজত এই দেৱীৰ নাম শুভচনী। লৌকিক-আনুষ্ঠানিক- পদ্ধতিৰ মাজেদি আয়তীসকলে এই দেৱীৰ পূজা কৰে মাৰত্মক ৰোগ আৰু বিপদ-বিঘিনিৰ হাত সাৰিবলৈ। পূজাৰ লগে লগে এগৰাকী বয়োজ্যেষ্ঠা ভক্তিমতী তিৰোতাই শুভচনীৰ অলৌকিক-মহিমা প্ৰকাশিত ব্ৰত-কথা কৈ যায়। শেষত হাতচাপৰি বজাই আয়তীসকলে দেৱীৰ স্তুতি-গীত গায। উকনিবুঢ়ী আন এগৰাকী লৌকিক-দেৱী। এই দেৱীৰ শাস্ত্ৰসন্মত কিবা নাম আছে নে নাই, এই কথা জনা নাযায়। বিশেষকৈ নলবাৰী জিলাত সধবা আয়তীসকলে আহাৰ মাহৰ তিনি তাৰিখে এক লৌকিক আড়ম্বৰপূৰ্ণ-অনুষ্ঠানৰ মাজেদি উক্‌নীবুঢ়ীৰ পূজা কৰে, আৰু লগতে এগৰাকী বয়োজ্যেষ্ঠা তিৰোতাই সমবেতা মহিলাসকলৰ আগত সেই দেৱীৰ মাহাত্ম্য প্ৰকাশক দুটা ব্ৰত কথা কয।

গোটেইবোৰ বিয়া-গীত আৰু বাৰমাহী-গীত অৱশ্যে ধৰ্ম্মীয-ভাৱাপন্ন নহয়, এইবোৰৰ কিছুমানত ধৰ্ম্মীয় ভাৱৰ ছিটিকনি আছে। টোকাৰী-নামবো স্থানবিশেষত দাৰ্শনিক আৰু প্ৰকাৰান্তৰে ধৰ্ম্মীয-ভাৱ সূচিত হয়। এই গীতবোৰৰ বহুলাংশত অৱশ্যে ধৰ্ম্মনিৰপেক্ষ-ভাৱেও প্ৰকাশ লভিছে। তথাপি এই প্ৰসঙ্গতে এই তিনিবিধৰ চমু আলোচনা সামৰি থোৱা হ'ল। স্বভাৱ-কবি তিৰোতাৰ মুখে মুখে চলি অহা বিয়াগীতবোৰক দুটা শ্ৰেণীত ভগাব পাৰি - এটা, হৰ-গৌৰী, কৃষ্ণ-ৰুক্মিণী আদি দেৱ-দেৱীৰ বিবাহকেন্দ্ৰী, আৰু আনটো তিৰোতাৰ কল্পনাকেন্দ্ৰী। দেৱ-দেৱীৰ বিবাহকেন্দ্ৰী গীতবোৰ বিশেষকৈ ধৰ্ম্ম-সাপেক্ষ। মহাদেৱ-পাৰ্ব্বতী, কৃষ্ণ-ৰুক্মিণী আৰু ৰাম-সীতাৰ বিবাহক কেন্দ্ৰ কৰি উদ্ভৱ হোৱা গীতবোৰৰ মাজত সংশ্লিষ্ট দেৱ-দেৱীবোৰৰ লীলা-চৰিত্ৰ আৰু গুণ-মাহাত্ম্য প্ৰকাশ হৈছে। সামগ্ৰিকভাৱে কবলৈ হলে গাঁৱলীয়া অশিক্ষিতা তিৰোতাৰ কবিত্ব-শক্তি, কল্পনা-বিলাস, সৌন্দৰ্য্যবোধ আদিৰ উপৰিও অতীত-অসমৰ সামাজিক আৰু ঘৰুৱা জীৱনৰ কিছুমান চিত্ৰৰ প্ৰকাশস্থলী বিয়াগীতবোৰ। জোৰণ পিন্ধোৱাৰ পৰা বিবাহকাৰ্য্যৰ শেষত কন্যাক স্বামীগৃহলৈ অনালৈকে অসমীয়া বিয়া এখনৰ লৌকিক আৰু বৈদিক সকলো কৰ্ম্মানুষ্ঠানৰ ৰেহ-ৰূপ প্ৰকাশক গীত আছে। আনকি, কোনো এজন শ্ৰোতাই দূৰত বহি থাকি যদি নামতীসকলে গাই থকা গীতবোৰ শুনে, তেতিয়া হলে তেওঁলোকে জানিব

*বিয়ানাম, বাৰমাহী গীত, টোকাৰীনাম, দেহবিচাৰৰ গীত আদি*

পাৰে—বিবাহ-মণ্ডপত বিবাহ-কাৰ্য্য ক্ৰমগতিত কোনটোৰ পৰা কোনটোলৈ কিমানখিনি আগবাঢ়ি গৈছে। বিয়াগীতৰ উক্ত শ্ৰেণীকেইটাৰ উপৰিও ইয়াৰ কিছুমানক আৰু এটা শ্ৰেণীভুক্ত কৰিব পাৰি। নামনি অসমত ইয়াক খিচা-গীত বোলে। গীতৰ মাধ্যমত ইয়াত বৰপক্ষৰ আযতীসকলে কন্যাপক্ষক, আৰু কন্যাপক্ষৰ আয়তীসকলে বৰপক্ষক খিচে। বিশেষকৈ বিয়াৰ পুৰোহিত আৰু বৰ-কন্যা উভয় পক্ষৰ মুখিয়ালসকলক লক্ষ্য কৰি গোৱা ধেমেলীয়া আৰু কৌতুকপূৰ্ণ-শব্দাৱলীযুক্ত এই গীতবোৰে বিবাহ-মণ্ডপ ৰসাল কৰি তোলে। টোকাৰীৰ সহায়ত ব'ৰাগীয়ে ঘৰে ঘৰে কিছুমান তত্ত্বপূৰ্ণ-ভাৱ থকা গীত গাই ফুৰে। এই গীতবোৰ প্ৰকাৰান্তৰে ধৰ্ম্মীয়- ভাৱাপন্ন। এই শ্ৰেণীৰ গীত টোকাৰী-নাম ৰূপে প্ৰসিদ্ধ। দেহবিচাৰৰ গীত ৰূপে জনাজাত আৰু এক শ্ৰেণীৰ ধৰ্ম্মীয়-তত্ত্বপূৰ্ণ গীত প্ৰচলিত হৈ আছে। বাৰমাহী-গীত নামৰ আন এক শ্ৰেণীৰ গীত আমাৰ মৌখিক-সাহিত্যৰ অন্তৰ্গত। বছৰৰ বাৰটা মাহত প্ৰকাশ হোৱা ভিন্ ভিন্ প্ৰাকৃতিক সৌন্দৰ্য্যৰাশি ইয়াৰ মাজত বৰ্ণিত হোৱা দেখা যায়। এই গীতৰ বৰ্ণনাৰ স্থানবিশেষত ধৰ্ম্মীয়-ভাৱৰ উহ্ উন্মুক্ত হোৱা যেনো লাগে। মন্ত্ৰ-সাহিত্য আৰু ডাকৰ ভণিতা কিছুমানৰ মাজতো ধৰ্ম্মীয়-দিশ উজলি উঠা দেখা যায়। সেই কাৰণে এইবোৰকো ধৰ্ম্মসাপেক্ষ-শ্ৰেণীৰ লগত উল্লেখ কৰা হৈছে। অলপ পাছত এইবোৰৰ আলোচনা অৱশ্যে সুকীয়াভাৱে আগবঢ়োৱা হ'ব।

*জিকিৰ আৰু জাৰী*

জিকিৰ আৰু জাৰী ৰূপে জনাজাত ইছলাম ধৰ্ম্মৰ তত্ত্বপ্ৰকাশক কিছুমান গীত অসমৰ মুছলমানৰ মাজত প্ৰচলিত আছে। জিকিৰসমূহৰ ৰচক আজান পীৰ বা শ্বাহ মিলন। খৃষ্টীয় ১৭ শ শতিকাৰ শেষৰ ফালে তেওঁ আৰবৰ পৰা (মতান্তৰে আজমীৰৰ পৰা) অসমলৈ আহে। জিকিৰবোৰৰ মাজত ইছলাম ধৰ্ম্মৰ নিয়ম-নীতি আৰু আল্লাৰ মহিমাই প্ৰকাশ লভিছে। জাৰী-শ্ৰেণীৰ গীতৰ মাজত বিশেষভাৱে কাৰবালা-যুদ্ধৰ কাহিনীৰ কৰুণ-সুৰ বাজি উঠা দেখা যায়। ইয়াক একপ্ৰকাৰ মহৰমৰ শোক-গীতো বুলিব পাৰি। এই দুয়োবিধ গীতেই সুললিত আৰু কাব্যধৰ্ম্মী, দুয়োবিধেই চলি আহিছে মুখে-মুখে। আপেক্ষিকভাৱে পৰবৰ্ত্তিকালত প্ৰচলিত হলেও, এই কাৰণত ইয়াত ইয়াৰ উল্লেখ কৰা হ'ল।

## ধৰ্ম্মনিৰপেক্ষ

*বিহু গীত*

জন-সাহিত্যৰ ধৰ্ম্মনিৰপেক্ষ-শ্ৰেণীৰ অন্তৰ্গত গীতবোৰৰ ভিতৰত বিহুগীতৰ কথা প্ৰথমতে উল্লেখনীয়। প্ৰকৃতি-জীয়ৰী-অসমৰ পুৰণিকলীয়া ৰেহ-ৰূপ, প্ৰকৃতিৰ ৰূপ-বৈচিত্ৰ্য, অসমীয়া-ডেকা-গাভৰুৰ স্বভাৱজাত-যৌনপ্ৰবৃত্তি, অতীত-অসমৰ সামাজিক, ধৰ্ম্মীয় আৰু অৰ্থনৈতিক বিষয়ত নানান চিত্ৰৰ আভাস পোৱা যায় বিহুগীত সমূহৰ মাজেদি। ফকৰা-যোজনা, সাধু আদিৰ নিচিনা বিহুগীত

সমূহৰ সৃষ্টিতো অসমৰ ভৌগোলিক-পৰিসীমা আৰু প্ৰাকৃতিক-সৌন্দৰ্য্যৰাজিয়ে সহায় কৰিছে- সেউজীয়া পৰ্ব্বতমালা, বিশাল ব্ৰহ্মপুত্ৰ, দুফালৰ আহল-বহল বেলাভূমি, অসংখ্য নৈ-নলা, নানাবিধ গছ-বিৰিখ, চৰাই-চিৰিকতি আদিবোৰক বাদ দি এইবোৰৰ কথা ভাবিবলৈকে টান লাগে।

বসন্ত-কালত অসমৰ বুকু হয় প্ৰকৃতি-দেৱীৰ নানাবিধ সৌন্দৰ্য্যৰে উভৈনদী। সেই সময়তে-সেই পৰিবেশতে অসমত ৰঙালী বিহুৰ উৎসৱ। তাৰ মাজত উৎসৱমতলীয়া অসমীয়া ডেকা-গাভৰুৰ দেহ-মনলৈ আহে এক অভিনৱ পৰিৱৰ্ত্তন। তেওঁলোকৰ যেন "ঘৰতো নবহে মন," "পথাৰতো নবহে মন" আৰু "কমোৱা তুলাবোৰ যেনেকৈ উৰিছে তেনেকৈ উৰিবৰ মন"। প্ৰকৃতিৰ কামোদ্দীপক-ৰূপৰাশিৰ মাজত স্বাভাৱিকতে উচ্ছ্বাস আৰু উদ্দীপনাৰ বশৱৰ্ত্তী হৈ ডেকা-গাভৰু সকলে নাচে, তাৰ ফলত তেওঁলোকৰ অন্তৰৰ ভাৱ নিঃসৃত হয় সাঙ্গীতিক-ধ্বনিত। সেয়েহে বিহুগীতসমূহ প্ৰধানভাবে প্ৰেমমূলক।বিশেষ কথা এই যে, সাধাৰণ অৰ্থত বিহুগীত বুলি ধৰি লোৱা সকলোবোৰ গীতেই প্ৰেমমূলক নহয়। এক শ্ৰেণীৰ গহীন ভাৱাপন্ন গীতো আছে। সাত বিহুৰ সময়ত গাঁৱৰ ডেকাসকলে ঘৰে ঘৰে ঢোল-পেপা বজাই এই গীত গাই ফুৰে। এইবিধ গীতক সাধাৰণতে বোলা হয় হুচৰি। আন হাতেদি, উন্মুক্ত প্ৰাকৃতিক-পৰিবেশৰ মাজত বিহুৱলীয়া ডেকা-গাভৰুসকলে মুকলিমূৰীয়াভাৱে অন্তৰৰ অনুভূতিপ্ৰকাশক যি গীত গায়, সেই বিহুগীতক বোলা হয় বনগীত। এই গীতবোৰৰ মাজেদি যৌন-বাসনাৰ পৰিস্ফুৰণ হোৱাটো প্ৰধান বিশেষত্ব। এই ধৰণেও কব পৰা যায়—আদিমযুগৰ যৌৱন-চঞ্চল যুৱক-যুৱতীৰ অন্তৰৰ নিভৃত-স্থানত অৱৰুদ্ধ হৈ লুকাভাকু খেলাই থকা প্ৰেম-বিৰহ আদি কামনা-বাসনাৰ গতিধাৰা বিহুৰ মুক্ত-পৰিবেশৰ মাজত বিচিত্ৰ-ৰূপত চিত্ৰিত হৈছে এই গীতবোৰৰ মাজেদি।

*হুচৰি গীত আৰু বনগীত*

বিহুগীতসমূহ অকল ডেকা-গাভৰুৰ প্ৰেম-প্ৰীতি, বিৰহ-বিচ্ছেদ বা হা-হুমুনিয়াহৰ প্ৰকাশস্থলী নহয়। ই প্ৰাচীন অসমৰ সামাজিক, সাংস্কৃতিক আৰু প্ৰাকৃতিক জগতৰ নানা চিত্ৰ-চিত্ৰিত আহল-বহল মানচিত্ৰস্বৰূপ। বিহুনৃত্য আৰু বিহুগীতৰ ফলস্বৰূপে হোৱা যুৱক-যুৱতীৰ মিলন, জাত-কুলৰ বিচাৰ থকা সমাজ এখনতো প্ৰেমৰ টাননিৰ ফলত জাত-কুলৰ অবজ্ঞা কৰি সময়বিশেষে বৈবাহিক-সূত্ৰত আবদ্ধ হবলৈ দিয়া স্বীকৃতি, মনে-চিতে ভালপোৱা গাভৰুক পলুৱাই নি পাছত বিয়া কৰোৱা, এনেধৰণে-পলুৱাই নিয়া দোষৰ কাৰণে সমাজক ভোজ-ভাত খুৱাই দোষমুক্ত হোৱা, ভনীজোঁৱাইক নমতা, তেওঁৰ আগত তিৰোতাই ওৰণি লোৱা, সন্মানৰ চিন স্বৰূপে তামোল-পাণ আগবঢ়োৱা, যেই সেই মানুহে কটা তামোল খালে জাতি যোৱা বুলি ভাবা, কোনো-কোনো ছোৱালী অবিবাহিতা ভাবেই ঘৰতে ডাঙৰ দীঘল হৈ থকা,

*বিহুগীতত সমাজ-চিত্ৰ*

সেইদৰে ছোৱালী অবিবাহিতা হৈ থকাটো সমাজে ভাল নোপোৱা, ঘন প্ৰসূতীৰ কন্যাক বিয়া কৰাবলৈ কৰা মানা আদি বহুত সামাজিক-চিত্ৰ বিহুগীতসমূহৰ মাজত প্ৰকাশিত হৈছে।

দূৰ-অতীতৰ সাংস্কৃতিক-স্বৰূপ প্ৰকাশক কিছুমান দিশো বিহুগীতৰ মাজেদি উন্মুক্ত হৈছে। ইয়াৰ ভিতৰত কাব্যিক-গুণ বা কাব্যিক-সৌন্দৰ্য্যৰ বিকাশ অন্যতম বিশেষত্ব। নিৰ্দ্দিষ্ট-ভাব প্ৰকাশৰ কাৰণে উপযুক্ত শব্দৰ প্ৰয়োগ, উপমা আদি নানা বিধ অলঙ্কাৰ, জতুৱা ঠাচ আৰু যুৰীয়া শব্দৰ সংযোজনাই বিহুগীতৰ কাব্যিক-মূল্য বঢ়াইছে। ঠায়ে-ঠায়ে ভাবৰ আধিক্য, অথচ প্ৰকাশভঙ্গিৰ সংযমেও কাব্যিক-সৌন্দৰ্য্য বঢোৱাত সহাযতা কৰিছে। বেছিভাগ বিহুগীতেই ত্ৰিপদীছন্দোবদ্ধ-ৰূপত ৰূপায়িত। পুৰুষ-স্ত্ৰীভেদে পৰিধান কৰা ভিন্ ভিন্ সাজপাৰ আৰু আয-অলঙ্কাৰবোৰৰ নাম পোৱা যায়। সেইবোৰ কেনেধৰণে ব্যৱহাৰ কৰিছিল, সেই কথাৰো উল্লেখ দুই এঠাইত আছে। বিভিন্ন বাদ্য-যন্ত্ৰৰ উল্লেখেও সংস্কৃতিৰ দিশ পোহৰাই তোলে। বিধিবিশ্বাস আৰু ধৰ্ম্মবিশ্বাস সম্বন্ধীয কথাবোৰো এই প্ৰসঙ্গত উল্লেখনীয়। যঁতৰত সূঁতা কটা আৰু তাঁতশালত কাপোৰ বোৱা অসমীযা সংস্কৃতিৰ এটা প্ৰধান কথা । গীতৰ মাজত থকা সূঁতা কটা আৰু কাপোৰ বোৱা চিত্ৰৰ মনোৰম বৰ্ণনাই সংস্কৃতিৰ এই দিশ প্ৰকট কৰিছে। নানাবিধ আভৰণ -প্ৰসাধনেৰে নিজৰ দেহ সুশোভিত কৰা স্পৃহা নাৰীৰ স্বাভাৱিক। বহু গীতৰ মাজত খোপাত ফুল খুচি লোৱা আৰু ফুল বচা কাপোৰৰ উল্লেখে মহিলাৰ এই চিৰশাশ্বত-স্পৃহাৰ প্ৰচলন-বাৰ্ত্তা জনায।

*বিহুগীতত সাংস্কৃতিক স্বৰূপ*

বিহুগীতৰ মাজত অসমৰ প্ৰাকৃতিক-জগতখন সুন্দৰ ভাবে প্ৰতিফলিত হোৱা দেখা যায। উৰণ, বুৰণ, গজন, ভ্ৰমণ - এই চাৰিবিধ প্ৰাকৃতিক-সম্পদেই ইয়াৰ মাজেদি জকমকীয়া ভাবে প্ৰকাশিত হৈছে। বিহুগীতবিলাক পঢ়ি যোৱাৰ লগে লগে পাঠকে অনুভৱ কৰিব পাৰে— তেওঁ যেন এখন প্ৰকৃতিৰ সুবিস্তীৰ্ণ-ৰাজ্যত সোমাই গৈছে। বিহুগীতৰ মাজত থকা পশু-পক্ষী, গছ-লতা, ফল-ফুল আদিৰ উল্লেখ ইমান বেছি যে, কোনো অনুসন্ধিৎসু লোকে সেইবোৰৰ ওপৰতে অসমৰ প্ৰাকৃতিক জগতৰ সম্পদৰাজিৰ এখন তালিকা প্ৰস্তুত কৰিব পাৰে। সেই সম্পদবোৰৰ অকল উল্লেখেই নহয়, কোন ঠাইত, কোন সময়ত সেইবোৰ পোৱা যায়, সেই কথাও বিহুগীতৰ মাজত আছে।

*বিহুগীতত প্ৰাকৃতিক প্ৰতিফলন*

ধৰ্ম্মনিৰপেক্ষ মৌখিক-সাহিত্যৰ অন্যতম শাখা ধাইনাম। শিশুৱে যেতিয়া কান্দা-কাটা কৰি মাক-বাপেকক বেজাৰ কৰে, তেতিয়া ধাত্ৰী বা কোনো বুঢ়ী তিৰোতাই সেই শিশুক আলফুলকৈ কোলাত লৈ চোতাল-ঘৰত ঘূৰি-পাকি এক শ্ৰেণীৰ গীত গায় কান্দুৰা শিশুক শান্ত কিৰবলৈ। ধায়ে গোৱা

*ধাই-নাম*

কাৰণে এই শ্ৰেণীৰ গীতক বোলা হয ধাইনাম। পণ্ডিত হেমচন্দ্ৰ গোস্বামীয়েং অসমীয়া ধাইনামক ভগাইছে তিনিটা ভাগত — ল'ৰা শুওৱা নাম, ল'ৰা নিচুকোৱা নাম আৰু ল'ৰা ওমোলোৱা নাম। কান্দুৰা শিশুক টোপনি খেদোৱাৰ উদ্দেশ্যে প্ৰথমবিধ গীত গোৱা হয়। যেনে-

*আমাৰ বাপা ঘুমতি যায়, কুম্‌তিৰ মুৰা পুৰি খায়।*
*কাণকোৱা হাপা নাহিবি ৰাতি, তোৰে কাণ কাটি লগাই থম বাতি।।*

কান্দি থকা শিশুক নিচুকাই নিচুকাই যি গীত গোৱা হয, তাক বোলা হয় নিচুকনি গীত। উদাহৰণ স্বৰূপে ঃ

*আমাৰ বাপা কান্দে, আম চোহা লাগে।*
*দিম দিম আম চোহা, বিচাৰমতিক কৈ।।*
*বিচাৰমতি বোলেৰে বাপা কোহাই গল।*
*সোন-ৰূপৰ কৰীয়া লৈ আখৈ খাব গল।। ইত্যাদি*

কিছুমান গীত শিশুক ওমোলোৱাৰ কাৰণে গোৱা হয। এই শ্ৰেণীৰ গীতেই শিশু ওমোলোৱা গীত। যেনে-

*আমাৰ বাপা সৰু, দলত চাৰে গৰু, দাইদাকে কাটি দিয়ে লৰু।*
*দাইদে কাটা লৰু, গোটেই দেখোন সৰু, কেনেকৈ চাৰিবা গৰু? ইত্যাদি।*

উদাহৰণ স্বৰূপে একোফাকি গীত মাত্ৰ ইযাত উল্লেখ কৰা হৈছে যদিও এই তিনিওবিধ ধাইনামৰেই অন্তৰ্গত বহুত গীত আছে।

পণ্ডিত গোস্বামীৰ উক্ত তিনি শ্ৰেণীৰ কোনোটোৰ ভিতৰতে নপৰা, অথচ নিচুকনি গীতৰ নিচিনাই বিভিন্ন নামৰ আৰু কিছুমান গীত আছে। যেনে- চিকিমিকি গীত, ইচেনীবিচেনী গীত, ফেচুৰদোলা দিয়া গীত আৰু কাইকুতাই দিয়া গীত। ধাত্ৰীৰ সৈতে ঢাৰিৰ ওপৰত বহা সৰু ল'ৰা-ছোৱালীবিলাকে ইজনে সিজনৰ হাতৰ ওপৰ পিঠিত চিম্‌তা মাৰি ধৰি হাতবোৰ নচুৱাই নচুৱাই যি গীত গায়, তাক বোলা হয় চিকিমিকি গীত। যেনে-

*চিকিমিকি লোন জাল্‌কি, কাকাই আনিলাক বাঙান গুটি,*
*বৌ ৰান্ধে শুকুতাৰ খাৰ।।*
*কাকাই মাৰিলাক ঢোলত কোব। বৌ গল দক্ষিণ কোব।।*
*দক্ষিণ কুলৰ নিকা মাটি। বৌ হাগে ঢাৰি পাটি।। ইত্যাদি*

শিশুবিলাকে ঢাৰিৰ ওপৰত নিজৰ হাতবিলাক পাৰি দিয়ে। সেই হাতৰ ওপৰত থপৰিয়াই

থপৰিয়াই ধাত্ৰীযে গোৱা গীতক ইচেনীবিচেনী-গীত বোলে। যেনে -

*ইচেনীবিচেনী দৰাকা লৌ। মৌধাৰা পাৰি থৌ।।*
*মৌ পৰে চিলা পৰে। গৰ্ভৰাজাই চাউল কাঢ়ে।। ইত্যাদি*

ওপৰমুৰা হৈ শুই ভৰিপাতা দুখনৰ ওপৰত শিশুক বহুৱাই ওপৰলৈ দাঙি দাঙি দি গোৱা গীতক ফেচুৰদোলা দিয়া গীত বোলে। যেনে—

*ফেচুৰ দোলা, মোমাথেৰ বাৰীক গলা।।*
*মোমাই বোলে ছিঃ, ছিঃ, ভাগিন আছি পীৰা দি।।*
*তোৰ ভাগিনক তই দি, মোৰ ভাগিনক মই দিও।।*
*দিছো পীৰা, বহিছে মাটিত, কাঠ পিপৰাই কামুৰিলে কটিত।। ইত্যাদি*

ধাত্ৰীযে দুই ভৰি মেলি বহি শিশুক কোলাত ওপৰমুৰাকৈ শুৱাই লৈ তাৰ হাত দুখন বুকুত হেচি দি লগে লগে এই গীত গায়—

*লাই বটা, বেহাৰ বটা, আবেৰী বটা, জাবেৰী বটা।*
*আমাৰ বাপাৰ শাহুয়েকৰ নাক-চুলি জপাই কাটা।।*

লগে লগে ধাত্ৰীয়ে শিশুক কাইকুতাই দিয়ে। ইয়াক কাইকুতাই দিয়া গীত বোলা হয়।

মৌখিক-সাহিত্যৰ অন্যতম শাখা সাঁথৰ। ইয়াক এক প্ৰকাৰ লোক-কথা বা জন-কথাও বুলিব পাৰি। অতীতৰ পৰা মুখে মুখে চলি অহা অসংখ্য সাঁথৰ অসমীয়া জনসাধাৰণৰ কল্পনা আৰু লগতে বাস্তৱ-অভিজ্ঞতা আৰু বুদ্ধি-চাতুৰ্য্যৰ পৰিচায়ক।

*সাঁথৰ*

সাঁথৰ মানে বিশেষ নিৰ্দ্দিষ্ট শব্দেৰে গঠিত এক বা অধিক ফাকি কথা, য'ত এটা সহজতে উদ্‌ঘাটন কৰিব নোৱাৰা অৰ্থ লুকাই থাকে। সেই অৰ্থই বুজোৱা বস্তুটো কিন্তু কোনো অজান দেশৰ নহয — আমাৰ চাৰিওফালে থকা, সদায় দেখা-শুনা আৰু চুই মেলি থকা বস্তুয়েই। অথচ ই যেতিয়া গাঁৱলীয়া জনসাধাৰণৰ মুখনিঃসৃত সাঁথৰৰ মাজত সোমায়, তাক বাহিৰ কৰাৰ চেষ্টাত বৰ বৰ পণ্ডিতৰো মুখ শুকাই যায়। উদাহৰণ স্বৰূপে ঃ গছ কাটিব গলো হাতে কুঠাৰ ধৰি, গছো আছে মৰি ফলো আছে ধৰি (কোমোৰা)। ওপৰৰ পৰা পৰিল টেকেলি, টেকেলিৰ ভিতৰে সাত গণ্ডা ভেকেলি (কঠাল)। ঘৰৰ তলতে ঘৰ, তাৰে তলত পৰি ধৰ্‌ফৰ্‌কৈ মৰ (আঠুৱা)। এঙা এঙা এঙা, একেটা ঠানিতে পাঁচটা টেঙা(হাতৰ আঙুলি)। উপজিয়ে বুঢ়া হয় কোন? (বুঢ়া আঙুলি) ইত্যাদি। জনগণৰ বুদ্ধিনিষ্ঠতাই একেটা বস্তুক বুজোৱাৰ কাৰণে ভালেমান সাঁথৰৰো সৃষ্টি কৰিবলৈ সক্ষম হৈছে। যেনে- ওপৰত জপৌপৌ তলত মৌ (আনাৰস); ওপজোতে ৰক্তবৰ্ণ যৌৱনকালে কলা, বৃদ্ধকালে হালধিবৰণ, কাটি আনে ৰসৰ কাৰণ (আনাৰস), ওপজোতে ৰক্তবৰ্ণ শিৰে জটাধাৰী, গোটেই গাতে চকু তাৰ, বাক্ৰাত থাকে পৰি (আনাৰস); কটিত টোকান মূৰত বোজা, কলৈ যোৱা ৰঙা গুজা?

(আনাৰস); গছৰ ওপৰত গুটি, গুটিৰ ওপৰত গছ, ইনো কি নিলাজৰ সাঁচ (আনাৰস) ইত্যাদি।

*পটন্তৰ বা যোজনা*

অসমীয়া-জনসাহিত্যৰ অন্যতম শাখাৰূপে গৃহীত পটন্তৰ বা যোজনাবোৰো আদিম-অধিবাসীসকলৰ অভিজ্ঞতাৰেই ফলশ্ৰুতি। যোজনা বুলিলে কোনো হিতোপদেশ প্ৰকাশ কৰা এফাকি বা দুফাকি কথাক বুজায়। উপদেশটো বুজোৱাৰ কাৰণে ইয়াৰ মাজত এটা উপযুক্ত উপমা থাকে। যি কেইটা শব্দেৰে যোজনাটো গঠিত হয়, তাৰ অৰ্থ নকৈ ই এটা বেলেগ ভিতৰুৱা অৰ্থ প্ৰকাশ কৰে। সাধাৰণতে বক্তাই কথা-প্ৰসঙ্গঁত তেওঁৰ মনৰ ভাৱ সুস্পষ্ট কৰি তোলাৰ উদ্দেশ্যে পটন্তৰ বা যোজনা ব্যৱহাৰ কৰে। উদাহৰণ স্বৰূপে ঃ জোকৰ মুখত চূণ দিযা; কেৰ্কেটুৱাই তামোল কুটে, নেউলক বান্ধি ধৰি কিলায়, হাঁহ চোৰৰ মূৰত পাখি কঠাল চোৰৰ আঠাই সাখী; ৰণত পৰি কলীযা হলো, তেল নাপাই ফপৰীয়া হলোঁ; পুৰুষ মৰে ৰণে, তিৰী মৰে বিয়নে, হাঁহৰ ওপৰত শিয়াল ৰাজ; উলুৰ লগত বগৰী পোৰা যোৱা ইত্যাদি। যোজনাবিলাকে জনসাধাৰণৰ ব্যাপক আৰু গভীৰ অভিজ্ঞতাৰ কথা সূচনা কৰে। এইবোৰৰ মাজৰ পৰা প্ৰাচীন কালৰ সামাজিক, শৈক্ষিক আৰু মনস্তাত্বিক চিত্ৰ এখনৰ আভাস লব পৰা যায়। কিছুমান যোজনা সাহিত্যিক-সৌন্দৰ্য্যৰ কাৰণেও আকৰ্ষণীয।

*সাধু বা সাধু-কথা*

সুপ্ৰাচীন কালৰে পৰা জনগণৰ মুখে মুখে চলি অহা সাধু বা সাধুকথাবোৰ অসমীয়া-মৌখিক-সাহিত্যৰ এক বিশেষ শ্ৰেণীৰূপে পৰিগণিত। অসমৰ ভৌগোলিক-পৰিসীমা, প্ৰকৃতি আৰু অসমীয়া-জাতিৰ বিশ্বাস-অন্ধবিশ্বাস, ঈৰ্ষা-অসূয়া, স্বভাৱ চৰিত্ৰ, কাৰ্য্যকলাপ, কল্পনা-প্ৰৱণতা, প্ৰকৃতি-প্ৰেম আদি ভালেমান জাতীয়-বৈশিষ্ট্যই অতীতৰ শ-শ বছৰ জুৰি ইয়াক গঢ় দিয়াত সহায়তা কৰি আহিছে। সাধুকথাবোৰ বাস্তৱতাৰ ভেটিত গঢ় লোৱা বুলি কব নোৱাৰি— বিশেষভাৱে এইবোৰ সহজবিশ্বাসী আদিবাসীসকলৰ প্ৰকৃতি-প্ৰেম আৰু অলৌকিকতাত থকা বিশ্বাসৰ ওপৰত আধাৰিত। সেয়েহে, সাধুকথাবোৰৰ মাজত ওকণিয়ে ভাত ৰান্ধে, বগলীয়ে ব্ৰত পালন কৰে, মানুহ গছলৈ ৰূপান্তৰিত হয়, গছজোপা আকৌ মানুহত পৰিণত হয়, কাঠৰ ঘোৰাত উঠি ৰাজকুমাৰ দেশ-দেশান্তৰ ঘূৰি ফুৰে, ঔটেঙা, কলফুল আৰু হাঁহৰ ভিতৰত সুন্দৰী ৰাজকুমাৰী সোমাই থাকে আৰু প্ৰয়োজন বিশেষে তাৰ পৰা ওলাই প্ৰণয়-পাত্ৰক দেখা কৰে, গছত পিঠা লাগে, বেংভেকুলিয়ে চাকৰ খাটি হাল বায় ইত্যাদি। এই ধৰণৰ উপজীব্যক লৈ গঢ় লোৱা সাধুবোৰৰ গতি-প্ৰৱাহ অতীত কালৰে পৰা আজিলৈকে প্ৰৱাহিত। সাধুবোৰ অসমীয়া-জাতীয় বৈশিষ্ট্যৰ আধাৰত আধাৰিত বুলি কোৱা হৈছে যদিও যুগ-প্ৰৱাহৰ মাজত দুই এটা পঞ্চতন্ত্ৰ হিতোপদেশ আদিৰ গল্প আৰু বিদেশী-গল্পৰ আদৰ্শত পোহ পাল লভি অসমীয়া-সাজত সজ্জিত নোহোৱাকৈ থকা নাই।

সৰ্ব্বসাধাৰণৰ মাজত প্ৰচলিত হৈ অহা অসংখ্য সাধুবোৰক বিষয়বস্তু বা আন বিশেষত্বৰ ওপৰত নিৰ্ভৰ কৰি পদ্ধতিমূলকভাবে শ্ৰেণীবিভাগ কৰা টান। তথাপি এইবোৰক মোটামুটিভাবে এই কেইটা ভাগত ভগাব পৰা যায় -- (ক) আৰবাৰ সাধু, (খ) টেন্টনৰ সাধু, (গ) প্ৰকৃতিৰ লগত সম্বন্ধ থকা সাধু, (ঘ) সতিনী আৰু মাহীমাকৰ ঈৰ্ষাপূৰ্ণ সাধু, (ঙ) গোপালভাৰৰ সাধু, (চ) ৰাক্ষসীৰ সাধু, (ছ) বুঢ়া-বুঢ়ীৰ সাধু, (জ) চাতি মাতিৰ সাধু, (ঝ) টুনীৰ সাধু আৰু ওকণিৰ সাধু, আৰু (ঞ) সাঁথৰৰ মাজত সোমাই থকা সাধু। বিশেষ কথা এই যে, প্ৰত্যেক শ্ৰেণীৰ সাধুবোৰেই অসমীয়া জাতিৰ বিশেষত্বপ্ৰকাশক।[৬]

*সাধুৰ শ্ৰেণী-বিভাগ*

## কাহিনী-গীতঃ

কাহিনী-গীত বা ঐতিহাসিক-গীত জনসাহিত্যৰ অন্যতম শাখা। সকলো দেশৰ সাহিত্যতে এই শ্ৰেণীৰ সাহিত্যৰ সৃষ্টি হৈছে। ইংৰাজীত ইয়াক বেলাড (Ballad) বোলে। পৌৰাণিক কোনো এটা ঘটনা বা ব্যক্তিক কেন্দ্ৰ কৰি এইবিধ গীতৰ সৃষ্টি হয়। বেলাড় (Ballad) শব্দটোৰ মূল ফৰাছী 'Baller' শব্দ, ইয়াৰ অৰ্থ নৃত্য। প্ৰাচীন-কালত বেলাড় সৃষ্টিৰ মূলতে আছিল নৃত্য। জনসাধাৰণৰ মাজত সুবিদিত ঐতিহাসিক বা কিম্বদন্তিমূলক কোনো ঘটনা বা ব্যক্তিয়েই এই শ্ৰেণী গীতৰ উপজীব্য। আদিম-যুগৰ লোকে মুকলিমূৰীয়াভাবে কৰা নৃত্যৰ লগে লগে কেতিয়াবা এই ধৰণৰ ব্যক্তি-বিশেষৰ জীৱন-চৰিতৰ স্মৃতি-চাৰণ স্বাভাৱিকতে হৈছিল ছান্দস-লালিত্যত। ভাষাৰ সৰলতা, বৰ্ণনাৰ ক্ষিপ্ৰতা, আখ্যানৰ স্থানবিশেষত অলৌকিকতাৰ সমাবেশ, বৰ্ণনাৰ কোনো কোনো ঠাইত নাটকীয় ভঙ্গিমাৰ অৱতাৰণা আদিবোৰ এই শ্ৰেণী গীতৰ বিশেষত্ব। ইয়াৰ উপৰিও, আন আন জনসাহিত্যৰ নিচিনা নৈৰ্ব্যক্তিকতা, অৰ্থাৎ ৰচক বা সৃষ্টিকৰ্ত্তাৰ নাম নথকা ইয়াৰো এটা প্ৰধান লক্ষণ। প্ৰথমতে গীত এটা কাৰ মুখৰ পৰা ওলায়, আৰু কেনেকৈ কিমান মুখ বাগৰি বিভিন্ন স্থান-পৰিবেশৰ স্পৰ্শ লাভ কৰি বৰ্ত্তমান স্বৰূপত দেখা দিছে, এই কথা থিৰাংকৈ কব পৰা নাযায়। গীতি কবিতাৰ (Lyric) লগত ইয়াৰ প্ৰধান প্ৰভেদ এই যে, গীতি কবিতাত ৰচকৰ নাম আৰু ব্যক্তিত্বৰ সুপ্ৰকাশ হয়; কিন্তু বেলাডত দেখা যায় -- এই উভয়বিধৰে অপ্ৰকাশ। ৰচক জ্ঞাত হোৱা কাৰণে গীতি-কবিতাৰ সৃষ্টিকালো হয় জ্ঞাত, আৰু বেলাডৰ সৃষ্টিকৰ্ত্তা অজ্ঞাত কাৰণে ইয়াৰ সৃষ্টিকালো অজানিত । অৱশ্যে বেলাডৰ কেন্দ্ৰীভূত ঐতিহাসিক- ব্যক্তি আৰু ঘটনাবিশেষৰ পাৰিপাৰ্শ্বিকতা আদিৰ পৰা এই শ্ৰেণীৰ কিছুমান গীতৰ সময় মোটামুটিভাবে নিৰ্ণয় কৰিব পৰা যায়।

*কাহিনী-গীতৰ লক্ষণ*

---

৬ দ্ৰষ্টব্য : সা আ. সং, ড' হৰিনাথ শৰ্ম্মা দলৈ

আমাৰ সাহিত্যতো এতিয়ালৈকে ভালেমানসংখ্যক বেলাড শ্ৰেণীৰ গীত আৱিষ্কাৰ হৈছে। সেইবোৰৰ ভিতৰত জনাগাভৰুৰ গীত, ফুলকোঁৱৰ-মণিকোঁৱৰৰ গীত, কমলাকুঁৱৰীৰ গীত, ৰাধিকাশান্তিৰ গীত, কন্যা বাৰমাহীৰ গীত, মধুমতীৰ গীত, নাহৰৰ গীত, বদনবৰফুকনৰ গীত, পদুম কুঁৱৰীৰ গীত, মণিৰাম দেৱানৰ গীত আদি বিশেষভাৱে উল্লেখনীয়।

*গীতৰ সংখ্যা আৰু শ্ৰেণী*

জনাগাভৰুৰ গীত আদি ইয়াৰ প্ৰথম চাৰিটা কিম্বদন্তিমূলক, কন্যা বাৰমাহীৰ গীত আৰু মধুমতীৰ গীত কাল্পনিক, আৰু নাহৰৰ গীতকে আদি কৰি শেষৰ চাৰিটা বুৰঞ্জীৰ চৰিত্ৰৰ ওপৰত কেন্দ্ৰীভূত। উল্লিখিত প্ৰায়বোৰ গীতেই পোৱা হৈছে অসম্পূৰ্ণ ৰূপত। বদন বৰফুকনৰ গীতটো কিন্তু প্ৰকাশিত হৈছে সম্পূৰ্ণ ৰূপত। ৮১৯ টা চৰণ থকা এই সৰ্ব্ববৃহৎ গীতটো—

*আই সৰেচতী, দেৱী পাৰেবতী, তোমালৈ বঢ়াই যাও শৰাই।*
*পাহৰা পদকে, সোঁৱৰাই দি যাবা, যেনে বৰা ধানৰ কৰাই।।*

এই পদেৰে আৰম্ভ হৈ শেষ হৈছে এই পদত—

*সৰেচতী আই মই, প্ৰাৰ্থনা কৰিলো, তোমাতে ৰহোক চিত।*
*সকলো সভাসদ, দায় নধৰিবা মই থও ফুকনৰ গীত।।*

বদন বৰফুকনৰ মৃত্যু হয় ১৮১৮ খৃঃত। সম্ভৱতঃ এই গীতটো ঊনবিংশ শতিকাৰ ৩য় দশকত ৰচিত হোৱা বুলি ধৰি লব পৰা যায়। উল্লিখিত ঐতিহাসিক গীত কেইটাৰ ভিতৰত নাহৰৰ গীতটোকে বেছি পুৰণি বুলি কব পৰা যায়, যিহেতুকে নাহৰ আছিল খোৱাৰজাৰ (১৫৫২-১৬০৩ খৃঃ) অপুত্ৰক কুঁৱৰী দুজনীৰ পালিত পুত্ৰ। ১৭৯৬ খৃঃৰ দন্দুৱা-দ্ৰোহৰ নায়ক হৰদত্ত চৌধাৰীৰ কন্যা পদ্মা কুঁৱৰী বা পদুম কুঁৱৰী সম্বন্ধে সৃষ্টি হোৱা গীতটোৰ দুটাফাকিহে মাত্ৰ পোৱা গৈছে —

*হৰদত্ত জীয়াৰী, পদ্মকুমাৰী, ধনৰাত নাখালে ভাত।*
*কামদান বঙ্গালে, হাতত ধৰি নিলে, পদ্ম বিচাৰি গাত।।*
*ক'ত গলি হৰদত্ত, ক'ত গলি বীৰদত্ত, ক'ত গলি খাও খাও সাবা।*
*ৰাইজৰ শাপতে, হৰদত্ত বীৰদত্ত, দুয়োজন হল ভেটিমৰা।।*[7]

দন্দুৱা-দ্ৰোহৰ সময় অনুসৰি ১৮ শ শতিকাৰ প্ৰাৰম্ভতে পদ্মকুঁৱৰীৰ গীতটোৰ উদ্ভৱ হোৱা বুলি কব পৰা যায়। বুৰঞ্জীবিখ্যাত চিপাহী-বিদ্ৰোহৰ প্ৰসঙ্গত মণিৰাম দেৱানৰ মৃত্যু হয়। গতিকে ১৯শ শতিকাৰ ৭ম দশকৰ আগত মণিৰাম দেৱানৰ গীত গঢ় লৈ উঠা নাছিল বুলি ভাবিব পাৰি। বাখৰ ৰবাৰ গীত নামৰ আন এটা ঐতিহাসিক গীত আছে। গৌৰীনাথ সিংহৰ ৰাজত্বকালত বাখৰ বৰা নামৰ এজন নগাঁৱা বিষয়াক ৰাইজে

৭ বদন বৰফুকনৰ গীত, ভূমিকা . ড° সূৰ্য্যকুমাৰ ভূঞা

প্ৰজাদ্ৰোহী বুলি ভাবি লৈ বধ কৰিছিল। ইয়াৰ অৱলম্বনত সৃষ্ট গীতৰ প্ৰাপ্তাংশ এই ঃ

*আঠিয়া কলৰে পাত সৰু সৰু, জাতি কলৰে পাত।*
*গা ধুই উঠি মোৰ বাখৰৰ তোমাক ঐ, খাবলৈ নাপালে ভাত।।*
*লুইতৰ বাঙ্গলী গৰা,*
*ভৰলুমুখতে, ঘৰবাৰী সাজিছে, পালেহি বাখৰৰ বৰা।।*[৮]

কিম্বদন্তিমূলক-গীতৰ ভিতৰত জনাগাভৰুৰ গীত আৰু ফুলকোঁৱৰ-মণিকোঁৱৰৰ গীত বেছি প্ৰসিদ্ধ আৰু কিছু পূৰ্ণতাপ্ৰাপ্ত। গীত দুটাৰ মাজত আহোম ৰাজত্বৰ পৰিবেশ

*জনা গাভৰু আৰু কুশলকোঁৱৰ-মণিকোঁৱৰৰ গীত*

থকা কাৰণে ড° মহেশ্বৰ নেওগ[৯] আৰু ড° সত্যেন্দ্ৰনাথ শৰ্মাই[১০] আহোম-ৰাজত্বৰ শেষৰ ফালে এই দুটাৰ সৃষ্টি হোৱা বুলি কৈছে। আন হাতেদি ডিম্বেশ্বৰ নেওগে[১১] ফুলকোঁৱৰ-মণিকোঁৱৰৰ গীতৰ কথাবস্তু আলোচনা কৰি কৈছে- "শঙ্কলাদিৱক খৃষ্টীয চতুৰ্থ শতিকাৰ ৰজা বুলিলে, তেওঁৰ পুতেক মণিকোঁৱৰ আৰু নাতিযেক ফুলকোঁৱৰ সম্পৰ্কীয় এই গীতকেইটিৰ কাল অৱশ্যে ষষ্ঠ শতিকামানৰ ভিতৰত পৰে"। গীতৰ অলৌকিকতাপূৰ্ণ আৰু কল্পনাপ্ৰধান কথাবস্তুৱেও ইয়াৰ প্ৰাচীনত্বৰ প্ৰমাণ নিদিয়াকৈ নাথাকে। শঙ্কলাদিৱ ৰজাৰ পুত্ৰ মণিকোঁৱৰ, এই কোঁৱৰৰ পত্নী কাচনমতী। এই দম্পতিৰ পুত্ৰ ফুলকোঁৱৰৰ প্ৰেমিকা পস্তুলা (পচতুলা)। এই দুহাল প্ৰেমিক-প্ৰেমিকাৰ অলৌকিকতাপূৰ্ণ প্ৰেম-কথাই এই গীতৰ উপজীব্য বুলি জনা যায়।

*শঙ্কলদেৱ ৰজাৰে, পুতেক মণিকোঁৱৰ কোলাতে খতিখন নাই।*
*এবেলি দোলাতে, এবেলি ঘোৰাতে, এবেলি খেৰি খেলায়।।*

* * * *

*শঙ্কলদেৱ ৰজাৰ, পুতেক মণিকোৱৰ, হেৰাল পানীত পৰি।*
*শঙ্কলদেৱ ৰজাৰ, কাঁচন বোৱাৰী, থাকিল গলত জৰী।।*
*উজনি নামনিত, মণিকোঁৱৰক, বিচাৰি নাপালে পাৰ।*
*শঙ্কলদেৱ ৰজাৰ, কাঁচন বোৱাৰীৰ, বল ছমহীয়া ভাৰ।।*

* * * *

*আজি থেন্ মেন্, কালি থেন্ মেন্, কুঁৱৰীৰ গা লৰিল।*
*মঙলবাৰৰ দিনা, মাজিনিশাখন, কোঁৱৰৰ জনম হল।।*

* * * *

*কাঠৰ পখীঘোড়াত, উঠি ফুলকোঁৱৰ, মাৰি যায় চাবুকৰ ছাট।*
*আকাশে পাতালে, উৰাৱত কৰিলে, ধৰিলে আন্ধাসৰ বাট।।*

---

৮. প্ৰাগুক্ত প্ৰসঙ্গ
৯ অ সা. ৰূ ৰে.
১০ অ সা স ই.
১১ অ সা. বু.

* * * *

*কাঠৰ পখীঘোৰাত, জেউতি চৰিলে, উৰি যাও উৰি যাও কৰে।*
*ছমাহৰ বাটকে, গৈ একেদিনে, মালিনীৰ বাৰীতে পৰে।।*

এই মালিনীয়ে পাছত পস্তুলা কুঁৱৰীৰ লগত ফুলকোঁৱৰৰ গোপন মিলন ঘটাই দিয়ে। এই মিলন উষা-অনিৰুদ্ধৰ গুপ্ত-মিলনৰ তুল্য। জনাগাভৰুৰ গীতটোৰ কথ্যবস্তুও অলৌকিক আৰু দুঃসাহসিকতাপূৰ্ণ। এই আখ্যানটোৰ নায়ক গোপীচন। তেওঁ জনাগাভৰুৰ পাণিপ্ৰাৰ্থী বীৰসকলৰ শক্তি-পৰীক্ষাৰ কাৰণে আগবঢ়োৱা চাৰিটা কঠিন পৰীক্ষাত উত্তীৰ্ণ হয়। তাৰ পাছত গোপীচনে জনাৰ ভ্ৰাতৃক যুদ্ধত পৰাস্ত কৰে আৰু জনাক বিযা কৰায। এইখিনিয়ে জনা-গাভৰু নামৰ গীতৰ কেন্দ্ৰীয়-কথা। কন্যা বাৰমাহী (মধুমতী) গীতৰ বিষয়বস্তু কাল্পনিক। এই শ্ৰেণী গীতৰ মাজত প্ৰোষিতভৰ্ত্ৰী-নায়িকাৰ বিৰহৰ বৰ্ণনাই প্ৰাধান্য লাভ কৰে। বিৰহিণী পত্নীয়ে ইযাত বাণিজ্যলৈ যোৱা বা প্ৰৱাসত থকা স্বামীৰ বিচ্ছেদজনিত দুখ প্ৰকাশ কৰা দেখা যায়। আন কথা এই যে, ভিন্ ভিন্ মাহৰ ভিন্ ভিন্ প্ৰাকৃতিক পৰিবেশৰ মাজত বিৰহিণী নায়িকাৰ বিৰহ-বেদনাৰো ভিন্ ভিন্ স্বৰূপ প্ৰকাশিত হয়। প্ৰাচীন-কালত আঘোন মাহৰ পৰা বছৰৰ মাহকেইটাৰ গণনা কৰা হৈছিল কাৰণেই বোধকৰো এই গীততো মাহৰ ক্ৰমাগত বৰ্ণনা আঘোন মাহৰ পৰাই দিয়া হৈছে। অসমীয়া বাৰমাহী গীত অৱশ্যে নতুন বস্তু নহয়, সৰ্ব্বভাৰতীয পৰম্পৰাৰ আদৰ্শত এই শ্ৰেণীৰ গীতে পুষ্টিলাভ কৰা বুলিব পাৰি।

*বাৰমাহী গীত*

## ডাকৰ বচন ঃ

অসমীয়া জাতীয-জীৱনত ডাকৰ বচনসমূহৰ প্ৰভাৱ চিৰকলীযা — সামাজিক, ধৰ্ম্মীয, গাৰ্হস্থ্য, নৈতিক, বাণিজ্যিক, ব্যৱসায়িক আদি এনে কোনো দিশ নাই, য'ত ডাকৰ বচনে অসমীযা-জাতিক কম-বেছি পৰিমাণে শাসিত কৰা নাই। যিকোনো বিষয়ত উদ্ভৱ হোৱা সমস্যাৰ সমাধান-সূত্ৰ উলিয়াবলৈ হলেই অসমীয়াৰ মুখত ডাকৰ যথাযোগ্য প্ৰৱচন এফাকি উচ্চাৰিত হয়, আৰু তাৰ গূঢ়াৰ্থ অনুসৰিয়েই কাৰ্য্য সমাধান হয়— বিশেষকৈ গ্ৰাম্যবাসী জনসাধাৰণৰ ক্ষেত্ৰত। ডাকৰ বচনসমূহ বেদবাণীস্বৰূপ। ইয়াৰ মৰ্ম্মাৰ্থৰ বিপৰীতে অসমীয়া মানুহে কোনো কাম কৰিবলৈ ইচ্ছা নকৰে। মুখে মুখে চলি অহা ডাকৰ ভণিতাবোৰ জ্ঞানগৰ্ভ আৰু উপদেশমূলক। প্ৰতিটো বচনেই যেন একোটা সংক্ষিপ্তসূত্ৰ, যেন একোটা প্ৰৱাদ। গভীৰ অৰ্থসূচক আৰু ছান্দস-লালিত্যপূৰ্ণ এই বচনভঙ্গিবোৰে কাব্যিক মূল্যও দাবী কৰিব পাৰে।

*ডাকৰ বচন - ইয়াৰ স্থান*

এটা বলবৎ জনশ্ৰুতিয়ে অসমৰ জনসাধাৰণৰ মন আগুৰি আছে যে, এই ভণিতাবোৰ

এজন জ্ঞানী পুৰুষৰ উক্তি —তেৱেঁই ডাকপুৰুষ। সেই জনশ্রুতি মতে ডাকপুৰুষ কুমাৰণীৰ পুত্ৰ। তেওঁৰ জন্ম হয় বৰপেটা জিলাৰ অন্তৰ্গত লেহিডঙৰা নামৰ গাঁৱত।

*ডাকৰ জীৱন-চৰিত*

বহুদিনলৈ হেনো কুমাৰণীৰ কোনো সন্তান হোৱা নাছিল। এদিনাখন মিহিৰ মুনি (বৰাহমিহিৰ বুলিও ভাবিবৰ অৱকাশ আছে) তীৰ্থ ভ্ৰমণৰ কাৰণে আহি সেই কুমাৰণীৰ ঘৰত অতিথি স্বৰূপে থাকে। কুমাৰণীৰ আন্তৰিক সেৱা-শুশ্ৰূষাত মিহিৰ মুনি হয় অতীৱ সন্তুষ্ট, আৰু যাবৰ সময়ত বৰ দিয়ে — কুমাৰণী হব এজন সন্তানৰ মাতৃ। সেই মৰ্ম্মেই কুমাৰণীৰ গৰ্ভত হয় ডাকৰ জন্ম। উপজিয়েই হেনো শিশুটিয়ে প্ৰসূতিশালাৰ তিৰোতাবিলাকক মাত দিছিল, আৰু সেয়েহে তেওঁৰ নাম হয় ডাক। প্ৰচলিত ভণিতাবোৰে ডাক-চৰিত সম্বন্ধে কিছুমান অলৌকিক আৰু সামঞ্জস্যবিহীন কথাও প্ৰকাশ কৰা দেখা যায়। যেনে ডাকে "এদিন এনিশালৈ" মাত্ৰ জন্মগ্ৰহণ কৰিছে, সেই বয়সৰ শিশুক লগৰ লগৰীয়াবোৰে লগ হৈ পানীত পেলাই মাৰে ইত্যাদি। পূৰ্ব্বাপৰ প্ৰচলিত-ডাক-ভণিতাবোৰৰ উপৰিও ডাকৰ জীৱন-লীলা-সম্বলিত এখন ডাক-চৰিতো পোৱা যায়; কিন্তু ই অৰ্ব্বাচীন। জনশ্ৰুতি আৰু চৰিত-পুথি, উভয়বিধতে ডাকৰ জীৱন-লীলা সম্বন্ধীয় দুই এটা কথাৰ অৱশ্যে মিল-অমিল লক্ষ্য কৰা গলেও ডাক-পুৰুষৰ চিৰ-শাশ্বত বাণী প্ৰচাৰত উভয়েই এক সমতলত।

জন্ম-কথা, জন্মস্থান আৰু প্ৰচলিত ভণিতাসমূহৰ ওপৰত নিৰ্ভৰ কৰি অসমীয়াই যেনেকৈ ডাক পুৰুষক অসমৰ বুলি দাবী কৰি আহিছে, তেনেকৈ বঙ্গদেশ, বিহাৰ,

*ডাকৰ-প্ৰবচনৰ সময় — ঐতিহাসিকত্বত সন্দেহ*

মিথিলা আদিৰ লোকসকলেও তেনেবোৰ কাৰণতেই সেই পুৰুষ জনাক নিজ নিজ ৰাজ্যৰ ভিতৰুৱা বুলি ধৰি লৈ আছে। প্ৰকৃতাৰ্থত, নীতিমূলক আৰু জ্ঞানগৰ্ভ বচনসমূহ কামৰূপৰ পৰা মিথিলা পৰ্য্যন্ত উত্তৰ-পূৰ্ব্বাঞ্চলীয় ভূখণ্ডত প্ৰচলিত হৈ আছে। এই কাৰণেই ডাক-পুৰুষক ভিন্ ভিন্ ৰাজ্যৰ লোকে নিজৰ বুলি দাবী কৰাৰ সুযোগ লভিছে। সেয়েহে, ডাক-সমস্যা এটা আলোচনা-সাপেক্ষ কথা। এদিন এনিশাৰ কাৰণে জন্ম লোৱা শিশু, সেই শিশুক লগৰ ল'ৰাবোৰে ব্ৰহ্মপুত্ৰত পেলাই মৰা, উপজিয়েই কথা কোৱা আদি ঘটনাবোৰে ডাক-চৰিত্ৰৰ ওপৰত অস্বাভাৱিকতাৰ আৱৰণ পেলাই বাস্তৱতাক আৱৰি পেলাব খোজে। তাতে আকৌ, বিভিন্ন ৰাজ্যত একে ডাক-পুৰুষৰ জীৱন-চৰিত যৎসামান্য প্ৰভেদৰ মাজেদি প্ৰচাৰিত। এনেহেন কাৰণত, ডাক বুলি কোনো নিৰ্দ্দিষ্ট-ঐতিহাসিক-ব্যক্তিৰ অৱস্থিতি মানি লবলৈ টান লাগে। অথচ আন হাতেদি, ডাক-পুৰুষৰ নামগত অসংখ্য সাৰগৰ্ভ বচন ভাৰতৰ উত্তৰ-পূৰ্ব্বাঞ্চলৰ এটা বৃহৎ খণ্ডত জনগণৰ মুখে মুখে উচ্চাৰিত হৈ আহিছে। স্ৰষ্টাৰ স্থিতি সন্দেহজনক, অথচ সৃষ্টিৰ স্বৰূপ বাস্তৱ। এনেকুৱা পৰিস্থিতিত চিন্তাশীল- ব্যক্তিক ভাবিবলৈ অৱকাশ দিয়ে—

হয়তো ডাক নামৰ কোনো ঐতিহাসিক ব্যক্তি নাছিলেই। "ডাক শব্দৰ অৰ্থ হল উচ্চাৰণ কৰা, সম্বোধন কৰা বা আহ্বান কৰা, গতিকে যিবোৰ উপদেশে সমাজক কেনেকৈ চলিব লাগে সকীয়াই দিয়ে, সেয়েই হয়তো ডাক-ৰচনাৰূপে প্ৰসিদ্ধি লভে। কালক্ৰমত সেই ডাক-ৰচনাবোৰৰ এজন উদ্ভাৱক কল্পনা কৰি ললে।[১২] ড° আশুতোষ ভট্টাচাৰ্য্যই তেওঁৰ "বাংলা লোক-সাহিত্য" গ্ৰন্থত ডাকৰ বচনসমূহক "নৈসৰ্গিক ছাড়া" বুলিয়েই ধৰি লৈছে।

*ডাকৰ সময় বা ডাক-ভণিতাৰ উদ্ভৱ কাল*

ডাক-পুৰুষ নামৰ এজন ঐতিহাসিক ব্যক্তি থাকক বা নাথাকক, তাতকৈ সাহিত্যৰ বুৰঞ্জীৰ কাৰণে ডাকৰ বচনবোৰৰ ওপৰতহে অধিক গুৰুত্ব। যদি ডাক নামৰ কোনো ব্যক্তি আছিলো, তেনেহলে ভণিতাবোৰৰ বিষয়বস্তু আৰু ভাষাই তাৰ উদ্ভৱৰ যি সময় সূচনা কৰে, সেয়েই মোটামুটিভাবে ডাক-পুৰুষৰ সময় বুলিও ধৰি লব পৰা যায। অৱশ্যে লিপিবদ্ধ হোৱাৰ আগতে সেইবোৰৰ ভাষাৰ স্বৰূপো একে হৈ থকা নাই, অলপ-অচৰপ সলনি হোৱাটো স্বাভাৱিক। গতিকে ডাক-ভণিতাৰ কাল-নিৰ্ণয়ত ভাষাক প্ৰধান-অৱলম্বন বুলি ধৰি লোৱাতোত অসুবিধা নথকা নহয। তথাপি পণ্ডিতসকলে যুক্তিসাপেক্ষে ভণিতাবোৰৰ উদ্ভৱকাল, অৰ্থাৎ প্ৰকাৰান্তৰে ডাক-পুৰুষৰ সময়-নিৰূপণ কৰি গৈছে। ডাক-চৰিতৰ লগত মিহিৰ মুনিৰ সম্বন্ধ নিবিড়; এই মিহিৰকে উজ্জয়িনীৰ বিখ্যাত ৰজা বিক্ৰমাদিত্যৰ ৰাজসভাৰ নৱৰত্নৰ অন্যতম ৰত্ন বৰাহমিহিৰ বুলি ধৰি লৈ দেবেন্দ্ৰ নাথ বেজবৰুৱাই[১৩] ডাক-পুৰুষৰ সময় বা ডাক-ভণিতাৰ সৃষ্টি-কাল খৃষ্টীয় ৬ষ্ঠ শতিকাৰ ভিতৰত বুলি কৈছে। ডিম্বেশ্বৰ নেওগৰ[১৪] মতে বৌদ্ধ-ধৰ্ম্মৰ পতন আৰু ব্ৰাহ্মাণ্য-ধৰ্ম্মৰ পুনৰুত্থানৰ আগতে ডাকৰ বচনবোৰৰ উদ্ভৱ হয, আৰু সেই কাৰণে এইবোৰ অন্ততঃ খৃষ্টীয দশম শতিকাৰ পাছৰ সৃষ্টি নহয়। ডাক-ভণিতাবোৰৰ মাজত আৰবী আৰু ফাৰ্চী ভাষাৰ শব্দৰ ব্যৱহাৰ দেখিবলৈ পাই কালিৰাম মেধিয়ে[১৫] এইবোৰৰ উদ্ভৱ-কাল খৃষ্টীয় চতুৰ্দ্দশ-পঞ্চদশ শতিকাৰ আগত নহয় বুলি কয়। পণ্ডিত হেমচন্দ্ৰ গোস্বামীৰ[১৬] মতে ডাক-ভণিতাৰ উদ্ভৱ-কাল খৃষ্টীয় ৮ম শতিকা। এইধৰণে পণ্ডিতসকলে বিভিন্ন দৃষ্টিকোণৰ পৰা ডাকৰ ভণিতাবোৰৰ সময় নিৰূপণ কৰিছে। দৰাচলতে কবলৈ গলে ভণিতাবোৰৰ কাল-নিৰ্ণয়ৰ ক্ষেত্ৰত সেইবোৰৰ বিষয়বস্তু আৰু ভাষা — এই উভয়বিধৰেই পৰ্য্যালোচনা প্ৰয়োজনীয়। বিষয়বস্তুৱে ইঙ্গিত দিব পাৰে উৎপত্তি-কালৰ, আৰু ভাষাই সূচনা কৰিব

---

১২ অ সা. স. ই
১৩ অ ভা সা বু
১৪ অ সা বু
১৫. অ. ভা. বু
১৬ অ সা চা, ১ম খণ্ড

পাৰে সেইবোৰৰ স্থায়ি-ৰূপ-গ্ৰহণ-কালৰ। এই দৃষ্টিকোণৰ পৰা চাবলৈ গলে ভণিতাবোৰ উভয়দিশৰ কালনিৰ্ণয়-প্ৰসঙ্গত খৃষ্টীয় ষষ্ঠ - সপ্তম শতিকাৰ পৰা ষোড়শ-সপ্তদশ শতিকালৈকে প্ৰায় সহস্ৰ বছৰীয়া কাল ব্যাপ্তিৰ মাজত দৃষ্টিপাত কৰাৰ প্ৰয়োজন আছে। মানুহৰ জৈৱিক, সামাজিক, সাংস্কৃতিক আদি বিভিন্ন-দিশৰ পৰিপুষ্টিসাধক-কথাবোৰেৰে গঢ় লোৱা জ্ঞানগৰ্ভ-বচনবোৰ অতীতকালৰে পৰা মুখে মুখে চলি আহি বহু শতাব্দীৰ পাছতহে সেইবোৰ লিপিবদ্ধ হৈছে বুলিব পাৰি। ভণিতাসমূহ বৰ্ত্তমানে আমি যি ৰূপত পাইছো, তাৰ ভাষা যিহেতুকে ষোড়শ-শতিকামানৰ আগৰ বুলি কবলৈ যোৱাটো নিৰাপদ নহয়, তেনেকুৱা সময়তে এইবোৰে স্থায়িৰূপ পৰিগ্ৰহ কৰিছে বুলিকোৱা অসুবিধা নহয়। আন এটা কথা এই যে, ভণিতাবোৰৰ মাজত যুগসাপেক্ষ ভিন্ন ভাব আৰু বিষয় সন্নিবিষ্ট হোৱা কাৰণে উক্ত সহস্ৰবছৰীয়া কালৰ ভিতৰত সময়ে সময়ে ন - ন উপদেশমূলক কিছুমান বচনভঙ্গিঁৰো উদ্ভৱ হৈ আহিছিল বুলি কব পৰা যায়। এনেকুৱা ক্ষেত্ৰত যদি ডাক নামৰ কোনো ঐতিহাসিক-ব্যক্তি আছিলো, তেনেহলে উল্লিখিত অতীত-কালৰ কোনো সময়তেই হয়তো তেওঁৰেই মুখৰ পৰা ওলোৱা বচনবোৰ জনসাধাৰণৰ মুখৰ পৰা মুখান্তৰলৈ আৰু স্থানৰ পৰা স্থানান্তৰলৈ বাগৰি বাগৰি আহি ষোড়শ-শতিকামানত স্থায়িৰূপ লোৱাটো অস্বাভাৱিক নহয়।

## শ্ৰেণীভেদে ডাক-ভণিতাৰ দৃষ্টান্ত ঃ

ডাকৰ বচনবোৰ বহুবিষয়ক। বিষয়বস্তু অনুসৰি সেইবোৰক ইতিমধ্যে কিছুমান শ্ৰেণীত বিভক্ত কৰা হৈছে। উদাহৰণ স্বৰূপে, তাৰ কিছুমান তলত উদ্ধৃত কৰা হল ঃ

১ জন্ম-প্ৰকৰণ -

*ভালেৰে ফুল সৰিল যেৱে। ধুৱাই কোলাত লব তেবে।।*
*জয়ধ্বনি কৰি নাড়ি কাটিব। দৃঢ়বুদ্ধিৰে নাভি বান্ধিব।।*
*গোবৰ খুটি সচলু কাঠ। সেকিলে নাডি নোহে অনাথ।।*
*লোণ জালুকেৰে খুৱাবা জাল। তেবে স্তনৰস হৈব ভাল।। ইত্যাদি*

২ ধৰ্ম্ম-প্ৰকৰণ -

*ব্ৰাহ্মণৰ পিতৃ দেৱ অৰ্চ্চন। ক্ষেত্ৰিয়সবৰ প্ৰজাপালন।।*
*যেবেসে ধৰ্ম্মক কৰিব জানি। পুখুৰি খান্দিয়া ৰাখিব পানী।।*
*শূদ্ৰৰ স্বধৰ্ম্ম নীতি সেৱন। বৈশ্যৰ বাণিজ্য ধন আৰ্জ্জন।।*
*বৃক্ষৰোপণত অধিক ধৰ্ম্ম। মঠ মণ্ডপত শোভন কাৰ্য।। ইত্যাদি*

৩. ৰন্ধন-প্ৰকৰণ -

*চাউল দিবা যতেক ততেক। পানী দিবা তিনি তেতেক।।*
*যেবে দেখিবা সিজিছে চাউল। তেবে বুলিবা ডাকক বাউল।।*
*পকা তেতেলি বুঢ়া বৰালি। বিস্তৰ কৰিয়া দিবা জ্বালি।।*
*কাঢ়ি থৈয়া দিবা টেঙা জোল। খাইবাৰ বেলা মুণ্ড নোতোল।।* ইত্যাদি

৪. গৃহিণী-লক্ষণ -

*শুদ্ধভাবে শুদ্ধবংশে উৎপত্তি। পতিপদ বিনে আনত নাই মতি।*
*মধুৰ বচন বোলে সদায়। স্বামীৰ বচন কিছু নেপেলায়।।*
*সম সৰু দন্ত লাৱণ্য মত। গৃহে বাতি দেই সন্ধ্যাবেলাত।।*
*ৰন্ধন কৰয় বচন মিষ্ট। সেই গৃহিণীৰ বোলয় ইষ্ট।।* ইত্যাদি

৫. বৃষ-লক্ষণ -

*গৰু কিন যদি চিত পাখৰ। তাক মেলিয়ো একে আখৰ।।*
*গৰু কিনিবা নিঘুণ বগা। বোলন্ত ডাকে মই হও লগা।।*
*টকা নেজা ঠুটৰি চুটি। সেইটো জানিবা গৰিযা গুটি।।*
*গৰু কিনিবা দীঘল নেজা। মৈত উঠিলে নহয় কুঁজা।।* ইত্যাদি

৬. কৃষি-প্ৰকৰণ -

*ডাকে বোলে বাপু শুনা উপায়। বাণিজ্যৰ ফলক কৃষিত পায়।।*
*নাঙল বলদত সবাৰে আশ। যাৰ নাই তাৰ সৰ্ব্বনাশ।।*
*জেঠ মাহ গল বিনা নাঙলে। তাৰ কৃষি কিমতে ফলে।।*
*শাওনৰ কঠিয়া নহয় ধান। আহিনৰ গোছ বিফল জান।।*
*আহিন কাতিত ৰাখিবা পানীক। যেনেকৈ ৰাখে ৰঁজাই ৰাণীক।।* ইত্যাদি

৭. বৃষ্টি-প্ৰকৰণ -

*মাঘী সপ্তমীত বৰিষে দেৱ। বেহা এৰি কৰ নাঙল সেৱ।।*
*মাঘৰ মাসত বৰিষে পানী। তেবে অল্পবৃষ্টি আগৰে জানি।।*
*আষাৰ নৱমী শুক্লপক্ষত। যদি নবৰষে ভূমিৰ তলত।।*
*হাল ভূমি এৰি চিন্তি দেৱ। ৰজাৰ গৃহত কৰা সেৱ।।* ইত্যাদি

৮. ৰাজনীতি-প্ৰকৰণ -

*ৰজাক চিনিবা দানত। ঘোৰাক চিনিবা কাণত।।*
*খুৰক চিনিবা শানত। তিৰিক চিনিবা স্নানত।।*
*ধন আশা এৰি সোধে সাক্ষী। ৰজাক তেৱে ধৰ্ম্মে ফুৰে ৰাখি।।* ইত্যাদি

৯ জ্যোতিষ-প্ৰকৰণ -

*'শী'ত সৰিয়হ 'মী'ত মাহ। শ্ৰৱণাত নাকাটে বেত বাঁহ।।*
*ভাদৰ চাৰি আহিনৰ চাৰি। মাহ ব'বা যিমান পাৰি।।*
*আঁউসীৰ প্ৰতিপদ পূৰ্ণিমাৰ তৃ। মাকৰ ঘৰলৈ নাযাবা জী।।*
*সোমে শনিয়ে পূৰে বাস। দুটি গলেও এটি নাশ।। ইত্যাদি*

১০ গৃহনীতি-প্ৰকৰণ -

*টিক বলধা খানে মাটি। মাক ভালেই জীয়েক জাতি।।*
*মাটি কিনিবা মাজ খাল। ছোৱালী আনিবা মাক ভাল।।*
*সৰু দন্তী লনি মাত। ঘৰত বস্তি সন্ধ্যা বেলাত।।*
*ৰন্ধন কৰে বচন মিষ্ট। সেই গৃহস্থক বোলা ইষ্ট।। ইত্যাদি*

১১ যাত্ৰা-প্ৰকৰণ -

*আগে জুগুনি পুত্ৰক খায়। ডাইনে জুগুনি সৰ্ব্বস্ব হৰাই।।*
*বামে পৃষ্টি জুগুনি পাই। লঙ্কাঁ জিনি ৰাম অযোধ্যাক যায়।। ইত্যাদি*

১২ কুপুৰুষ-লক্ষণ -

*নিদ্ৰাকৰে সন্ধ্যা বেলা। পন্তা নাখাই খোজে ভালা।।*
*স্নান কৰি থিয়াই পৰে পাত। ভাত নাপালে ঘৰ্ম্মিয়াকক মাৰে তাত।। ইত্যাদি*

১৩ সুপুৰুষৰ লক্ষণ -

*হাত পায় যাৰ আৰকত দেখি। তাহাৰ খ্যাতি দশোদিশে লেখি।।*
*অল্প আহাৰ যাৰ নিদ্ৰা খিন। সিতো পুৰুষৰ লক্ষণৰ চিন।।*
*বহি থাকোতে নানান মন। সিতো পুৰুষক নেৰিবেক ধন।।*[১৭] ইত্যাদি

## মন্ত্ৰ-সাহিত্য ঃ

প্ৰাচীন-কালতে উদ্ভৱ হোৱা পৰ্য্যাপ্ত-পৰিমাণৰ মন্ত্ৰবোৰকো অসমীয়া মৌখিক-সাহিত্যৰ এটা সুকীয়া শ্ৰেণীৰ ভিতৰত আলোচনা কৰিব পৰা যায়। মন্ত্ৰসমূহৰ প্ৰকৃতি আৰু বিষয়-বস্তুৰ ফালৰ পৰা কামৰূপ (অসম) ৰাজ্য এইবোৰৰ উপযুক্ত উদ্ভৱস্থান। তন্ত্ৰ-মন্ত্ৰ আৰু ইন্দ্ৰজাল-অভিচাৰ-চৰ্চ্চাৰ আধাৰ ভূমিৰূপে প্ৰাচীন-কালৰে পৰা কামৰূপ আছিল বিখ্যাত। কামাখ্যা মন্দিৰক বুকুত লৈ নানা বিধ ৰহস্যসাধনৰ কাৰণে এই দেশ গৌৰৱান্বিত হোৱাৰ

*কামৰূপত মন্ত্ৰশক্তিৰ প্ৰভাৱ*

১৭ ড° নবীন চন্দ্ৰ শৰ্ম্মা সম্পাতিত "ডাক - প্ৰবচন" ত বহুত প্ৰবচন একেলগে পোৱা যায়।

উপৰিও বিদেশীৰ কাৰণে আছিল ভীতিদায়ক। "শঙ্কঁৰ-দিগ্বিজয়" গ্ৰন্থৰ পৰা জনা যায়— খৃষ্টীয় অষ্টম-নৱম শতিকাৰ অদ্বৈত-বৈদান্তিক-পণ্ডিত শঙ্কৰাচাৰ্য্য কামৰূপলৈ আহি কামৰূপী-পণ্ডিত অভিনৱগুপ্তৰ অভিচাৰ-মন্ত্ৰৰ প্ৰভাৱত পৰি শেষত মৃত্যুমুখত পৰে। ইবন্‌বতুতাৰ ভ্ৰমণ-বৃত্তান্ত, আলমগিৰিনামা আদি বহুত প্ৰামাণিক-সূত্ৰৰ যোগেদিও কামৰূপৰ মন্ত্ৰশক্তি ঘোষিত আৰু প্ৰচাৰিত হৈছে। কামৰূপত প্ৰচলিত বিভিন্ন মন্ত্ৰ-সাধন আৰু তাৰ বিভীষিকাময ক্ৰিয়া-পদ্ধতি সম্বন্ধে গোগিনী-তন্ত্ৰত[১৮] বহল বৰ্ণনা আছে। সেই মৰ্ম্মে জনা যায়— কামৰূপত মুণ্ডসাধন, স্বপ্নৱতী-বিদ্যা, মধুমতী-বিদ্যা, বশীকৰণ-বিদ্যা আদিৰ কঠোৰ আৰু দুঃসাহসিক সাধন কৰা হৈছিল। ইয়াৰ উপৰিও শান্তি, বশ্য, স্তম্ভন, বিদ্বেষণ, উচ্চাটন আৰু মাৰণ — এই ষট্‌কৰ্ম্মৰ সাধনো কামৰূপত প্ৰচলিত আছিল। আনকি, ঐতিহাসিক তথ্যযো কামৰূপী মন্ত্ৰশক্তিৰ কথা ঘোষণা নকৰাকৈ থকা নাই। দৰংৰাজ-বংশাৱলীৰ তথ্যমতে সৰ্পদংশিতা নবাব-মাতৃক বীৰ-চিলাৰাযে মন্ত্ৰশক্তিৰ যোগেদি মৃত্যুমুখৰ পৰা ৰক্ষা কৰে।

*মন্ত্ৰৰ শ্ৰেণী-বিভাগ*

মন্ত্ৰশক্তি আৰু যাদুবিদ্যাৰ এনেহেন পৰম্পৰাৰ মাজত কামৰূপ-ৰাজ্যত নানা ধৰণৰ মন্ত্ৰ-সাহিত্য উদ্ভৈনদী হৈ থকাটো স্বাভাৱিক। নানান কাৰণত বহুত মন্ত্ৰ বিস্মৃত হৈছে আৰু বহুত মন্ত্ৰপুথিও বিলুপ্ত হৈছে, তথাপি যি অৱশিষ্টাংশ আছে, তাৰ সংখ্যাও কম নহয়। ড° বিৰিঞ্চিকুমাৰ বৰুৱাই[১৯] বৌদ্ধধৰ্ম্মৰ "ধাৰণী" — মন্ত্ৰৰ লগত অসমীযা-মন্ত্ৰৰ সাদৃশ্য দেখুওৱা প্ৰসঙ্গঁত কৈছে — 'মধ্যযুগৰ বৌদ্ধ ধৰ্ম্মতো এনেধৰণৰ জৰা-ফুকা মন্ত্ৰৰ বিশেষ প্ৰচলন হৈছিল। ইয়াৰ নাম আছিল "ধাৰণী" বা পৰিত্তা, অৰ্থাৎ যি মন্ত্ৰই বিপদৰ পৰা ধৰি ৰাখে বা পৰিত্ৰাণ কৰে। সাধাৰণ লোকৰ ওপৰত ধাৰণীৰ আজিও অশেষ প্ৰভাৱ। নেপালৰ ধাৰণী-মন্ত্ৰসমূহক "পঞ্চৰক্ষা" বুলি কোৱা হয়। পঞ্চৰক্ষাসমূহ হৈছে — (১) মহাপ্ৰতিসৰা— পাপ, ৰোগব্যাধি দূৰ কৰিবলৈ ইয়াৰ প্ৰয়োজন হয়; (২) মহাসহস্ৰ প্ৰমৰ্দিনী — ভূত-প্ৰেত আঁতৰাবলৈ ইয়াৰ ব্যৱহাৰ, (৩) মহামায়ূৰী — সাপৰ বিষ দূৰ কৰিবলৈ এই মন্ত্ৰ পঢ়া হয; (৪) মহাশীতৱতী— গ্ৰহদোষ, জীৱজন্তুৰ ভয় দূৰ কৰিবলৈ প্ৰয়োগ হয়, (৫) মহামন্ত্ৰানুসাৰিণী— নানাবিধ ৰোগ নিবাৰকৰণৰ বাবে ব্যৱহাৰ হয়। অসমীয়া-মন্ত্ৰসমূহকো এইভাৱে পাঁচ ভাগত ভগাব পাৰি।" ইয়াৰ উপৰিও অৱশ্যে আৰু দুবিধ মন্ত্ৰ অসমীয়াৰ মাজত আছে — এবিধ মোহিনী-মন্ত্ৰ আৰু আনবিধ সৰ্বঢাক-মন্ত্ৰ। পণ্ডিত হেমচন্দ্ৰ গোস্বামীয়ে[২০] আৰু কেইবিধমান মন্ত্ৰৰ নমুনা দেখুৱাই গৈছে। যেনে - পক্ষীৰাজ মন্ত্ৰ,

---

১৮. যো. ত. , পটল ৪,৫,৭

১৯ অ ক সা. (পুৰণি ভাগ)

২০ অ. সা. চা., ১ম ভাগ ২য় খণ্ড

সুদৰ্শন মন্ত্ৰ, বৃক্ষ আৰোপণ মন্ত্ৰ, গৃহকম্পন মন্ত্ৰ, তাম্বুলঝৰা মন্ত্ৰ, পুষ্পঝৰা মন্ত্ৰ, কদলীপত্ৰঝৰা মন্ত্ৰ, সূত্ৰঝৰা মন্ত্ৰ, সৰিয়হঝৰা মন্ত্ৰ, দিশবন্দী মন্ত্ৰ, বীড়াঝৰা মন্ত্ৰ, কৰতী মন্ত্ৰ, ধৰণী মন্ত্ৰ, গু-কৰতি মন্ত্ৰ ইত্যাদি।

ৰাক্ষস-পিশাচৰ বিনাশ, নানাবিধ ৰোগৰ নিবাৰণ, স্ত্ৰীবশীকৰণ, বলপ্ৰাপ্তি, শত্ৰুবিনাশ, সৰ্প-বিষ-নিবাৰণ, দীৰ্ঘায়ুপ্ৰাপ্তি আদি বিষয় সম্বন্ধীয় মন্ত্ৰবোৰেৰে অথৰ্ব বেদৰ প্ৰায় গোটেইবোৰ (কুৰিটা) কাণ্ডই পৰিপূৰ্ণ। আমাৰ মন্ত্ৰ-সাহিত্যৰ স্থানবিশেষত[২১] অথৰ্ব-বেদৰ উল্লেখ পোৱা যায়। উক্ত বেদৰ মন্ত্ৰসমূহৰ বহুবিধ বিষয়বস্তুৰ অৱলম্বনত অসমীয়া-মন্ত্ৰসমূহৰো সৃষ্টি হোৱা বুলি কব পাৰি। আন এটা কথা এই যে, উচ্চ-নিম্ন সকলো বৰ্ণৰ মানুহেই মন্ত্ৰবোৰ কাৰ্য্যক্ষেত্ৰত ব্যৱহাৰ কৰিব পাৰে। তথাপি কিন্তু অব্ৰাহ্মণ-বেজেহে ব্যৱসায়িক-ভিত্তিত বিশেষভাৱে মন্ত্ৰবোৰ ব্যৱহাৰ কৰে। সেয়েহে, ডঃ বিৰিঞ্চিকুমাৰ বৰুৱাই ইয়াক "বেদ বাহিৰ সাহিত্য" বুলিছে, আৰু ব্ৰহ্মাকৰতীত ইয়াক "ওভোটা বেদ" বোলা কথাষাৰ উল্লেখ কৰিছে।

*অথৰ্ব বেদৰ প্ৰভাৱ*

অতি পুৰণি-কালৰে পৰা অসমত মন্ত্ৰ-বিশ্বাস আৰু ইয়াৰ প্ৰচলন আছিল যদিও ইয়াৰ জন্ম-লগ্ন নিৰ্ণয় কৰা টান। মন্ত্ৰবোৰৰ ভাব, ভাষা আৰু প্ৰচলনৰ ব্যাপকত্ব আদিলৈ লক্ষ্য কৰি কব পৰা যায়— শঙ্কৰদেৱৰ বহুকাল আগতে এইবোৰৰ সৃষ্টি হৈছিল। অৱশ্যে তাৰ পাছত যে কোনো মন্ত্ৰৰ সৃষ্টি হোৱা নাই, এই কথাও সঠিককৈ কোৱা টান। এই প্ৰসঙ্গত ডিম্বেশ্বৰনেওগে[২২] কৈছে- "(মন্ত্ৰসমূহ) অতি আদিম, অন্ততঃ একাদশ দ্বাদশ শতিকাৰ পিছলৈ নাহে। বিশেষকৈ অসমীয়া-সমাজত বৈষ্ণৱ ধৰ্ম্মৰ ঢৌ উঠাৰ পাছত আৰু এনেবোৰ তন্ত্ৰ-মন্ত্ৰ ন-কৈ জন্ম হোৱা সম্ভৱ নহয় বুলিয়েই ভাবিব পাৰি। নেওগৰ এই বক্তব্য কিন্তু বিচাৰ্য্য। মন্ত্ৰৰ প্ৰচলন আছিল বিশেষকৈ ব্যৱসায়িক ক্ষেত্ৰত। গতিকে, মূলতঃ মৌখিক-সাহিত্য হোৱা সত্বেও সেইবোৰ সকলোৱে আয়ত্ব কৰি লোৱাৰ সুবিধা পোৱা নাছিল, এক শ্ৰেণীৰ লোকে মন্ত্ৰৰ পুথিবোৰ গোপনে ৰাখি থৈছিল। মন্ত্ৰসমূহৰ মাজত কালিক- প্ৰভাৱো নোহোৱা নহয়। ইয়েই প্ৰমাণ কৰে যে, সকলোবোৰ মন্ত্ৰ এক নিৰ্দ্দিষ্ট সময়তে সৃষ্টি হোৱা নাই।

*মন্ত্ৰৰ উদ্ভৱ - কাল*

অসমীয়া গ্ৰাম্য-জীৱনৰ বিশ্বাস-অন্ধবিশ্বাসজনিত নানাবিধ কথাৰ পৰা শাস্ত্ৰীয় কথা,

---

২১. অনন্ত শয্যাত গোসাঞি শুতি আছিলন্তে।
বাজ ভৈলা চাৰি বেদ নিশ্বাস কাঢন্তে।।
অথৰ্ব বেদৰ অৰণ্য কৰতি কহে।
কৰতী মন্ত্ৰ জগততে ৰহে।।

২২. অ. সা. বু.

তথা আখ্যান-উপাখ্যানলৈকে বহুত বিষয় মন্ত্র-সাহিত্যৰ উপজীব্য। মঙ্গলময় আৰু বিভীষিকাময় প্রাকৃতিক-বৈচিত্র্যৰাজিৰ লগত জনগণৰ সম্বন্ধ নিবিড়। সেয়েহে, সেই জগতৰ নানাবিধ উপাদানক লৈ মন্ত্র-সাহিত্যই গঢ় লৈ উঠিছে।

*মন্ত্রৰ বিষয়বস্তু*

ভূত-প্রেত, দৈত্য-দানৱ, যক্ষ-ৰক্ষ, ডাকিনী-যোগিনী, খেতৰ-খেতৰী, যখ-যখিনী, বীৰা আদি বিভীষিকাময় আৰু অনিষ্টকাৰী অতিপ্রাকৃত জীৱৰ অনিষ্টকৰ কাৰ্য্যৰ হাত সাৰিবলৈ, আৰু যাতে সেইবোৰে অনিষ্ট কৰিব নোৱাৰে, লগতে তাত বাধা দিবলৈ বহুত মন্ত্রৰ সৃষ্টি হৈছে। এই প্রসঙ্গঁত সর্পবিষনাশক মন্ত্র বিশেষভাবে উল্লেখনীয়। দেৱ-দেৱতা, গ্রহ-উপগ্রহ আদিৰ স্তুতি প্রার্থনাও কিছুমান মন্ত্রৰ উপজীব্য। মহাভাৰত-ৰামায়ণ, পুৰাণ-উপ -পুৰাণ আদিৰ কিছুমান আখ্যান আৰু চৰিত্রবিশেষৰ কাৰ্য্য-কলাপৰ বর্ণনাৰ লগতে পুৰাণ-বর্ণিত সৃষ্টিতত্ত্বৰ অলপ-অচৰপ কথাও মন্ত্রসমূহত পোৱা যায়। বশীভূত কৰা, মুগ্ধ কৰা, বিৰাগভাজন কৰা, ৰোগ জাপি দিয়া আদি ক্রিয়াবোৰো কিছুমান মন্ত্রৰ কথাবস্তুৰূপে উল্লেখনীয। ইযাৰ উপৰিও, ব্যক্তিগতবিভূতি লাভৰ আকাঙ্খা, ঈর্ষাপৰাযণতা আদিযেও এক শ্রেণীৰ মন্ত্রক গঢ দি তুলিছে। যশোলাভ, ক্ষমতাবৃদ্ধি, ধনসম্পত্তিৰ বিস্তৃতি, শত্রুক্ষয আদি ব্যক্তিবিশেষৰ ব্যক্তিগত কথাবোৰো এই শ্রেণী মন্ত্রৰ কথাবস্তু।

কাব্যিক-দৃষ্টিকোণৰ পৰা দৃষ্টিপাত কৰিও মন্ত্রসমূহৰ মাজত বিশেষত্ব লক্ষ্য কৰা যায়। উপযুক্তভাবে ছন্দোবন্ধ নহলেও মন্ত্রবোৰৰ মাজত ছান্দস-লালিত্য আছে। কোনো কোনো মন্ত্রৰ মাজত থকা শাৰীবোৰৰ অন্ত্যমিলো লক্ষণীয়। জতুৱা-

*কাব্যিক গুণ*

ঠাচ আৰু উপযুক্ত অলঙ্কাৰৰ প্রয়োগেও মন্ত্র-সাহিত্যৰ খণ্ডবিশেষ কাব্যিক-দৃষ্টিত ৰমণীয় কৰি তুলিছে। তান্ত্রিক বীজমন্ত্রৰ দৰেখীয়া হয়তো কিবা ৰহস্যঘনীভূত কিছুমান শব্দ (বর্ণসমষ্টি?) মন্ত্রবোৰৰ মাজে মাজে পোৱা যায়। যেনে- হ্রীং হুং ফট্, ৰং লং বং ঔং ইত্যাদি। এইধৰণৰ সংযোগে মন্ত্রবোৰক এক ৰহস্যময় ভাৱঘন পৰিবেশৰ মাজত সুমাই দিছে।

## (খ) লিখিত—সাহিত্য

আলোচ্যমান-যুগটোৰ অন্তর্গত লিখিত-সাহিত্যৰ সৃষ্টিকর্তাৰূপে পাঁচজন কবিৰ কথা জনা যায়। তেওঁলোকৰ নাম হেম সৰস্বতী, কৱিৰত্ন সৰস্বতী, ৰুদ্র কন্দলী, হৰিবৰ বিপ্র (হৰিহৰ বিপ্র) আৰু মাধৱ কন্দলী। কেউজন কবিয়েই আছিল পণ্ডিত লোক আৰু প্রতিভাশালী-

*চতুৰ্দ্দশ শতিকাৰ আগতো কাব্যৰচনাৰ সম্ভাৱনীয়তা*

স্বকীয় কৃতিয়েই তেওঁলোকৰ পাণ্ডিত্য আৰু প্রতিভাৰ পৰিচায়ক। তেওঁলোক আটাইকেইজনেই খৃষ্টীয় চতুর্দ্দশ শতিকাৰ কবি বুলি প্রমাণিত;

তাৰ ভিতৰত হেম সৰস্বতীক অলপ অগ্ৰৱৰ্ত্তী বুলি ধৰি লোৱাৰ অৱকাশ পোৱা যায়। ত্ৰয়োদশ-শতিকাৰ একেবাৰে শেষত নহলেও চতুৰ্দ্দশ-শতিকাৰ প্ৰথমতেই তেওঁৰ "প্ৰহ্লাদ চৰিত" কাব্য ৰচিত হৈছিল বুলি কব পৰা যায়। যদি সেয়েই হয়, তেন্তে হলে এতিয়ালৈ আবিষ্কাৰ হোৱা লিখিত-সাহিত্যৰ ভিতৰত প্ৰহ্লাদ-চৰিতেই আমাৰ সাহিত্যৰ ইতিহাসৰ প্ৰথম সম্পদৰূপে পৰিগণিত হয়। উল্লেখণীয় কথা এই যে, প্ৰহ্লাদ-চৰিতৰ উপৰিও উক্ত কবিকেইগৰাকীয়ে চতুৰ্দ্দশ-শতিকাৰ ভিতৰতে অলপ অগাপিছাকৈ ৰচনা কৰা কাব্যৰাজি কাব্যিক-মৰ্য্যদাৰ ফালৰ পৰা উচ্চ - পৰ্য্যযত অৱস্থিত। ভাৱপ্ৰকাশৰ কাৰণে উপযুক্ত-শব্দৰ প্ৰয়োগ, ছান্দাস-গতি আৰু বিবিধ অলঙ্কাৰৰ ব্যৱহাৰে ৰচনাক কাব্যৰ উচ্চ-স্তৰলৈ উন্নীত কৰাৰ উপৰিও বিষয়বস্তু-উত্থাপনৰ ক্ৰম আৰু কৌশলৰ মাজতো বিবিধ বক্ৰতা লক্ষ্য কৰা যায। কিন্তু এক প্ৰকাৰ আচৰিত কথা — হেম সৰস্বতী আদি এই কবিসকলৰ কাব্যৰাজিৰ ক্ৰমাগত অব্যৱহিত-পূৰ্ব্বকালীন-নিদৰ্শনৰূপে আন কোনো ৰচনা আমি পোৱা নাই। খৃষ্টীয় ১১শ - ১২শ শতিকাৰ পৰা যি অসমীয়া-ভাষাই স্বকীয় গঢ লবলৈ আৰম্ভ কৰিছে, আৰু সেই কালতে যি ভাষাৰ প্ৰথম নিদৰ্শনৰূপে চৰ্য্যা-দোহাৱলী পোৱা হৈছে, অথচ সেই অসমীয়া-ভাষাৰ ক্ৰমগতিৰ অব্যৱহিত-পৰিৱৰ্ত্তি নিদৰ্শনৰূপে কোনো ৰচনা আমাৰ হাতত নাই। ইফালে প্ৰায় দুশ বছৰ পাছত উক্ত পাঁচজন কবিৰ হাতত উচ্চ-মানৱিশিষ্ট কাব্যৰাজিৰ সৃষ্টি হৈছে। ক্ৰমাগত-পৰম্পৰা নাথাকিলে একেদিনে এনেকুৱা বিশিষ্ট-সৃষ্টিৰ সম্ভৱ নহয়। এই আপত্তিৰ প্ৰমাণ সাব্যস্ত কৰাৰ কাৰণে কোনো ঐতিহাসিক বা লিখিত-প্ৰমাণ নাথাকিব পাৰে, কোনো তাম্ৰশাসন বা প্ৰস্তৰলিপিও আৱিষ্কাৰ নহব পাৰে, কিন্তু সেই বুলি ইমান ডাঙৰ কথা এটা ইমান সহজভাবে মানি লৈ সন্তোষিত হব নোৱাৰি। সংৰক্ষণ-ব্যৱস্থাৰ অভাৱ আৰু তাৰ প্ৰতি অমনোযোগিতা, নানান প্ৰাকৃতিক-দুৰ্যোগ, ৰাজনৈতিক-অস্থিৰতা আদি কিছুমান কাৰণত বহুত আপুৰুগীয়া সম্পদ নষ্ট হৈ গৈছে। আন হাতেদি আকৌ, এতিযালৈ বহুত আবিষ্কাৰ হবলৈকো বাকী আছে। সেয়েহে, আমাৰ যুক্তিবাদী মনে কয়- দ্বাদশ-শতিকাৰ পৰা চতুৰ্দ্দশ-শতিকালৈকে সাহিত্যৰ বুৰঞ্জীৰ এই দুশ বছৰীয়া যুগটো সৃষ্টিবিমুখ হৈ থকাতো অস্বাভাৱিক—সৃষ্টি হয়তো হৈছিল, সেই সৃষ্টি বিলুপ্ত হৈছে, নতুবা তাৰ সম্ভেদ- সূত্ৰ আবিষ্কাৰ হবলৈ এতিয়াও বাকী আছে।

এই প্ৰসঙ্গতে এটা কথা কৈ থোৱা ভাল বুলি আমি ভাবিছোঁ। প্ৰাচীন-কালৰ কবি সাহিত্যিকসকলৰ জীৱন-কথা জনাৰ সমল হৈছে নিজেই ৰচনাৰ মাজত উল্লেখ কৰা আত্ম-পৰিচয়সূচক কথা, পৃষ্ঠপোষক ৰজা বা ৰাজপুৰুষৰ উল্লেখ, নাইবা সমসাময়িক বা পৰৱৰ্ত্তী কোনো ৰচনাৰ মাজত কবিজনাৰ সম্বন্ধে থকা কোনো উল্লেখ। এই

*সৃষ্টিৰ পৌৰ্ব্বাপৰ্য্য আৰু গুণাগুণ-বিচাৰেই মূল-কথা*

ধৰণৰ খণ্ড খণ্ড সমলবোৰ সম্পূৰ্ণ নোহোৱাৰ উপৰিও তাৰ মাজত সঙ্গতিৰ অভাৱো বহু সময়ত নথকা নহয়। গতিকে কবিসকলৰ জীৱন-বীক্ষাত মতভেদ নথকা নিখুঁত ৰূপায়ণ সকলো সময়তে দাবী কৰিবলৈ যোৱাটো নিৰাপদ নহয়। কিন্তু যিবোৰ সাহিত্যিক-সৃষ্টি পোৱা হৈছে তাৰ স্বৰূপ সন্দেহাতীত। অৰ্থাৎ, স্ৰষ্টা সম্বন্ধে কেতিয়াবা কিবা সন্দেহ থাকিলেও সৃষ্টিৰ স্বৰূপত সন্দেহ নাথাকে। সৃষ্টিৰ পৌৰ্ব্বাপৰ্য্য আৰু গুণাগুণ বিচাৰেই সাহিত্যৰ বুৰঞ্জীৰ প্ৰধান কথা, স্ৰষ্টা বা কবি সহিত্যিকৰ জীৱন কথাৰ ৰূপায়ণৰ প্ৰয়োজন থাকিলেও আনুষঙ্গিক, যদিও জীৱনৰ তৰঙ্গঁ বিশেষে সাহিত্য-কৃতি সময়বিশেষে বিধৌত কৰি তোলে।

## হেম সৰস্বতী

"প্ৰহ্লাদ চৰিত্ৰ" কাব্যত হেম সৰস্বতীয়ে আত্ম-পৰিচয় দিছে এইদৰে —

*কমতা মণ্ডল দুৰ্ল্লভ নাৰায়ণ*<br>
*নৃপবৰ অনুপাম।*<br>
*তাহান ৰাজ্যত ৰুদ্ৰ সৰস্বতী*<br>
*দেৱযানী কন্যা নাম।।*<br>
*তাহান তনয় হেম সৰস্বতী*<br>
*ধ্ৰুৱৰ অনুজ ভাই।*<br>
*পদবন্ধে তেহো প্ৰচাৰ কৰিলা*<br>
*বামন পুৰাণ চাই।।*

*হেম সৰস্বতীৰ পৰিচয়*

উদ্ধৃত পদ দুফাকিৰ মাজত কবিৰ জন্ম-পৰিচয় অলপ্প অস্পষ্ট। তেওঁ ৰুদ্ৰ-সৰস্বতীৰ পুত্ৰ, নে দেৱযানীৰ পুত্ৰ, এইটো সঠিককৈ কোৱা টান হয়। "তাহান তনয়" এই পদফাকিৰ "তাহান" শব্দই ৰুদ্ৰ সৰস্বতীক বুজোৱাটোও অস্বাভাৱিক নহয়, আৰু এই কথাত সিমান গুৰুত্ব নিদিলেও একো অসুবিধা নহয়। দুযোটা ক্ষেত্ৰতে কিন্তু স্পষ্ট কথা এই—হেম সৰস্বতী দুৰ্ল্লভনাৰায়ণৰ আমোলৰ কবি। দেৱযানীৰ পুত্ৰ হলে কবিৰ সময় মাত্ৰ অলপ পিছুৱাই আহিব পাৰে।

কমতাৰ ৰজা দুৰ্ল্লভ নাৰায়ণৰ সময়ৰ লগত কবিৰ সময় নিৰ্ভৰ কৰিছে। বুৰঞ্জী আৰু চৰিত-পুঁথিৰ মাজত পোৱা দুৰ্ল্লভ নাৰায়ণৰ উল্লেখবোৰে বিভিন্ন সময়ত একাধিক ব্যক্তিৰ অৱস্থিতিৰ সূচনা কৰে। তথাপি এই প্ৰসঙ্গত খাপ খোৱা দুৰ্ল্লভনাৰায়ণ নৃপতিৰ

অৱস্থিতি-কাল কেইবাগৰাকী পণ্ডিত-আলোচকে নিৰ্ণয় কৰিছে ১৩ শ শতিকাৰ শেষতম অংশৰ পৰা ১৪শ শতিকাৰ প্ৰাৰম্ভিক অংশ লৈকে। পদ্মনাথ গোহাঞিবৰুৱাৰ[২৩] মতে দুৰ্লভ নাৰায়ণে ১২৯৫ খৃঃৰ পৰা ১৩৩০ খৃঃলৈ কমতাপুৰত ৰাজত্ব কৰে। চাৰ এডোৱাৰ্ড গেইটে[২৪] কৈছে - কমতাত দুৰ্লভ নাৰায়ণ নামৰ ৰজা থকাটো যদি বিশ্বাসযোগ্য, তেনেহলে তেওঁ তাত ৰাজত্ব কৰিছিল ১৩ শ শতিকাৰ শেষাংশত। কনকলাল বৰুৱাৰ মতে[২৫] কিন্তু দুৰ্লভ নাৰাযণৰ ৰাজত্ব কাল আছিল ১৪ শ শতিকাৰ দ্বিতীয় চতুৰ্থাংশ। কালিৰাম মেধি[২৬] আৰু বাণী কান্ত কাকতিয়ে[২৭] আকৌ ১৩শ শতিকাৰ শেষভাগত দুৰ্লভ নাৰাযণে কমতাপুৰ শাসন কৰিছে বুলি স্পষ্টভাবে কৈছে। এই প্ৰসঙ্গত এই কথাও উল্লেখনীয ঃ লণ্ডাদেৱ আছিল শঙ্কৰদেৱৰ পঞ্চম পূৰ্ব্বপুৰুষ। "লণ্ডাদেৱৰ পুতেক চণ্ডীৱৰ। ত্ৰযোদশ শতিকাত আফগানিস্থানৰ চুলতানে ভাৰতবৰ্ষৰ আৰ্য্যাবৰ্ত্তত দিগ্বিজয কৰাইছিল। সেই আলমতে চাহাবুদ্দিনে কনৌজ আক্ৰমণ কৰাত, লণ্ডাদেৱ প্ৰমূখ্যে ১২ (বাৰ) ঘৰ কায়স্থ আৰু ৭ (সাত) ঘৰ বামুণ তাৰ পৰা কমতাপুৰৰ ওচৰৰ গৌৰ ৰাজ্যলৈ উঠি আহে। তাৰ পাছত, গৌৰেশ্বৰ ধৰ্ম্মনাৰাযণ আৰু কমতেশ্বৰ দুৰ্লভ নাৰাযণৰ মাজত

বিশেষ বন্ধুতা থকাৰ সুচলতে চণ্ডীবৰ প্ৰমুখ্যে ১২ বাৰ ঘৰ কাযস্থ ভূএ্যা আৰু দুঘৰ বামুণ কনৌজীয়া মানুহ ১২২০ শকত কমতেশ্বৰ দুৰ্লভ নাৰায়ণৰ ৰাজ্যলৈ উঠি আহি থিতাপিত হয়।[২৮] এই ঐতিহাসিক কথাখিনিয়েও বুজায় - ১২২০ শক, অৰ্থাৎ (১২২০+৭৮) ১২৯৮ খৃষ্টাব্দৰ কিছুকাল আগৰে পৰা দুৰ্লভ নাৰায়ণৰ ৰাজত্ব আৰম্ভ হৈছে। এই গোটেইবোৰ প্ৰমাণৰ আধাৰত আমি কব পাৰো— ত্ৰয়োদশ শতিকাৰ শেষাংশৰ পৰা যদি নহযো, চতুৰ্দ্দশ শতিকাৰ প্ৰথমাংশত দুৰ্লভ নাৰায়ণে কমতাপুৰত ৰাজত্ব কৰিছিল।

---

২৩ গোহাঞিবৰুৱাই লিখিছে - নীলধ্বজৰ লোকান্তৰৰ পাছত তেওঁৰ পুতেক দুৰ্লভ নাৰায়ণ ১২৯৫ খৃঃত কমতাপুৰৰ ৰাজপাটত উঠে। . দুৰ্লভ নাৰায়ণৰ লোকান্তৰৰ পাছত তেওঁৰ পুতেক আৰু নাতিয়েক সকলে খৃঃ ১৩৩০ চনৰ পৰা ১৪২০ চনলৈ ৰাজত্ব কৰে। (অ বু. অধ্যায় ৬)

২৪ One of the legends of the Bara Bhuya mentions Durlabh Narayana as a Raja of Kamata and, if it can be relied upon, he would seem to have ruled, at the end of the 13th century (H. A., Ch III)

২৫. We can, Therefore, place Durlabhanarayana's reign about the second quarter of the fourteenth century (E H K Ch X)

২৬ প্ৰহ্লাদ চৰিত্ৰ, পাতনি

২৭ A. F. D.

২৮ অ. বু. আধ্যা ৭ পদ্মনাথ গোহাঞি বৰুৱা

আন এটা কথা — পৰৱৰ্ত্তী চৰিত পুথিত দুৰ্ল্লভনাৰায়ণ নামৰ আৰু সুকুমাৰ মহন্তৰ ঘৰত প্ৰাপ্ত অসম-বুৰঞ্জীত দুৰ্ল্লভেন্দ্ৰনামৰ দুজন (এজন?) ৰাজপুৰুষৰ উল্লেখ আছে। ইয়াৰ প্ৰথম নামধাৰীক বধ কৰি কোচবংশীয় বিশ্বসিংহ (১৪৯৭-১৫৪০ খৃঃ) কমতাৰ অধিপতি হয়। আহোম-স্বৰ্গদেউ চুহুংমুঙৰ (১৪৯৭-১৫৩৯ খৃঃ) সমসাময়িক দুৰ্ল্লভেন্দ্ৰ নামধাৰী কমতেশ্বৰে পুৰোহিত পুত্ৰৰ মুখে "হৰগৌৰী-সম্বাদ" পুথি শুনে। এই দুই নামধাৰী ব্যক্তিৰ অস্তিত্ব স্বীকাৰ কৰিবলৈ হলে দুজন ব্যক্তি বুলি ধাৰিবলগীয়া হয়। কিয়নো, প্ৰথমনামধাৰীক ১৪৯৭ খৃঃত বিশ্বসিংহই বধ কৰিছে, আৰু দ্বিতীয় নামধাৰীয়ে ১৪৯৭-১৫৩৯ খৃঃৰ ভিতৰৰ কোনো সময়ত উক্ত শাস্ত্ৰ-শ্ৰৱণ কৰে। দুৰ্ল্লভনাৰায়ণক বধ কৰি বিশ্বসিংহই ৰাজত্ব আৰম্ভ কৰাৰ কথা কোনো বুৰঞ্জীত, আনকি কোচ-ৰাজবংশীৰ বিতং বিৱৰণ থকা "দৰংৰাজবংশাৱলী"তো পোৱা নাযায়। চৰিত-পুথিৰো সকলোবোৰ কথাকে সঠিক বুলি ধৰি লোৱাত অসুবিধা আছে। ইয়াৰ উপৰিও, উক্ত দুৰ্ল্লভনাৰায়ণ আৰু দুৰ্ল্লভেন্দ্ৰ নামধাৰী ৰাজপুৰুষৰ লগত হেম সৰস্বতীৰ যদি সম্বন্ধ স্থাপন কৰা হয়, তেতিয়া হলে "প্ৰহ্লাদ-চৰিত্ৰ" কাব্যৰ ৰচনা কাল খৃষ্টীয় ষোডশ-শতিকালৈ নামি আহিব। সেই কাব্যক কিন্তু ইমান পাছলৈ নমাই আনিব নোৱাৰি। কাব্যখনিৰ ভাষা আৰু বৈযাকৰণিক গাঁঠনিয়েও ইযাক নামানে। সেযেহে, ওপৰতে কোৱাৰ নিচিনা কবিৰূপে হেমসৰস্বতীৰ স্থিতি ১৩ শ শতিকাৰ শেষাংশৰ পৰা ১৪শ শতিকাৰ প্ৰথমাংশৰ ভিতৰত। প্ৰহ্লাদ চৰিত্ৰ কাব্য এই কালডোখৰৰেই সৃষ্টি।

*প্ৰহ্লাদ-চৰিত্ৰৰ ৰচনা-কাল*

## প্ৰহ্লাদ-চৰিত্ৰ ঃ

"প্ৰহ্লাদ-চৰিত্ৰ" কৱি হেম সৰস্বতীয়ে ৰচনা কৰা এখন নাতিদীৰ্ঘ কাব্য। ই মাত্ৰ এশ পদযুক্ত। ইয়াক প্ৰথমতে কালিৰাম মেধিয়ে সম্পাদন কৰি আলোচনামূলক পাতনিৰ সৈতে প্ৰকাশ কৰি পঢ়ুৱৈ সমাজত দৃষ্টিগোচৰ কৰে। দৈত্যপতি হিৰণ্যকশিপুৰ কোমলবয়সীয়া পুত্ৰ প্ৰহ্লাদৰ অন্তৰত প্ৰবল বিষ্ণুভক্তি জাগ্ৰত হোৱা দেখি বিষ্ণুদ্বেষী পিতৃয়ে সেই পুত্ৰক নানান শাস্তি দিয়ে। শেষত নৰসিংহ ৰূপ লৈ বিষ্ণুয়ে হিৰণ্যকশিপুক বধ কৰি ভক্তিৰ মহিমা প্ৰকাশ কৰে। এই সৰ্ব্বজনবিদিত আখ্যানটো ভাগৱত-পুৰাণ (৭/৫-৮) আৰু বিষ্ণু পুৰাণত (১/১৭-২১) বৰ্ণিত । "বামন-পুৰাণ চাই" কাব্যখন ৰচনা কৰা বুলি কবিয়ে কিন্তু ভণিতাত কৈছে। ইয়াৰ পৰা বুজা যায়— বামন-পুৰাণৰ পৰা বিষয়বস্তু সংগ্ৰহ কৰি হেম সৰস্বতীয়ে কাব্যখন ৰচনা কৰিছে। কিন্তু বৰ্ত্তমানে প্ৰচলিত ছপা বামন-পুৰাণত এই আখ্যানটো পোৱা নাযায়। উক্ত আখ্যান থকা বামন-পুৰাণৰ যদি কিবা প্ৰতিলিপি প্ৰাচীন

*প্ৰহ্লাদ-চৰিত্ৰৰ চমু-আলোচনা*

কালত প্ৰচলিত আছিল, সেইটো বেলেগ কথা। আলোচনাৰ ক্ষেত্ৰত মূলৰ বিচাৰ প্ৰসঙ্গ আহিলে, এই কাৰণত সমালোচক অসুবিধাৰ সন্মুখীন নোহোৱাকৈ থকা নাই।

কলাত্মক-দৃষ্টিকোণৰ পৰা "প্ৰহ্লাদ-চৰিত্ৰ"ৰ কাব্যিক-ৰূপায়ণ আগশাৰীত উঠিছে বুলিব নোৱাৰি। অৱশ্যে পৰিস্থিতি-চিত্ৰণ আৰু বিষয়বস্তুৰ স্থূলৰূপৰ বৰ্ণনাত কবিৰ নিপুনতা আছে। যেনে-

*গিৰ্ গিৰ্ শবদে লৰিলা ভূমিচাল।*
*ঘনে ঘনে কাপন্ত পৃথিৱী সাত তাল।।*
*চোৱাৰে দখন আতি তেজয় আতাস।*
*স্বৰ্গ-মৰ্ত্ত্য পাতালত লাগিল তৰাস।।*
*থলে যেবে যুজে থল যাই ৰসাতল।*
*জলে যেবে যুজে জল সুখায় সকল।। ইত্যাদি*

মাজে মাজে জ্ঞানগৰ্ভ উক্তি কিছুমানেও কবিৰ অনুভূতিৰ প্ৰকাশ ক্ষমতা দেখুৱাব পাৰিছে। যুক্তাক্ষৰবোৰ ভাঙি বহু ঠাইত ভাষা সৰল কৰিছে। ভাষাত কামৰূপী ঠাচ আৰু প্ৰাচীনতাৰ গোন্ধ সুস্পষ্ট। প্ৰাকৃতে পৰিবৰ্ত্তিত ৰূপ লোৱাৰ সময়ত সংস্কৃত-শব্দসমূহৰ যি বৰ্ণবিভ্ৰাট ঘটিছিল, তাৰ যথেষ্ট নিদৰ্শন "প্ৰহ্লাদ-চৰিত্ৰ"ত থকা বুলি কালিৰাম মেধিয়ে কৈ গৈছে। প্ৰহ্লাদ-চৰিত্ৰৰ আখ্যানটোৱেই মূলতঃ বিষ্ণুৰ মহাত্ম্যপ্ৰকাশক। ঘটনা প্ৰৱাহৰ মাজত এই মাহাত্ম্য প্ৰকাশ কৰাৰ উপৰিও হেম সৰস্বতীয়ে ইযাত বিষ্ণুমাহাত্ম্যব্যঞ্জক ভণিতাও সংযোগ কৰিছে । যেনে -

*নমো নাৰায়ণ নিৰঞ্জন যদুপতি।*
*তোমাৰ চৰণে মোৰ নিমজোক মতি।।*

* * * *

*অভয় চৰণে মঞি পশিলো শৰণ।*
*অপাৰ সাগৰে পাৰ কৰা নাৰায়ণ।। ইত্যাদি*

কালিৰাম মেধিযে[২৯] "প্ৰহ্লাদ-চৰিত্ৰ"ক বৈষ্ণৱ- ধৰ্ম্মৰ প্ৰথম অসমীয়া পুথি বুলিছে।
মেধিৰ এই তাৎপৰ্য্যপূৰ্ণ মন্তব্য মন কৰিবলগীয়া।

## হৰগৌৰী-সংবাদ ঃ

হেম সৰস্বতীৰ ভণিতা থকা আন এখন কাব্যধৰ্ম্মী পুথি পোৱা গৈছে। এই পুথিৰ নাম "হৰগৌৰী-সম্বাদ"। ই অৱশ্যে এতিয়ালৈ প্ৰকাশ হবলৈ বাকী আছে। দেৱ-সমাজৰ

২৯. প্ৰহ্লাদ-চৰিত্ৰ, পাতনি।

ওপৰত তাৰকাসুৰৰ অত্যাচাৰ, হিমালয়-পৰ্ব্বতৰ ওপৰত মহাদেৱৰ তপস্যা, কামদেৱৰ দ্বাৰা মহাদেৱৰ তপস্যা-ভঙ্গ, মহাদেৱৰ ক্ৰোধাগ্নিত কামদেৱ ভস্মীভূত হোৱা, হৰ-পাৰ্ব্বতীৰ পৰিণয আৰু কাৰ্ত্তিকেয়ৰ জন্ম-এই ঘটনাবোৰৰ বহল বিৱৰণ কালিকা-পুৰাণত আছে। পুৰাণোক্ত এইবোৰ কথাৰ আধাৰত "হৰগৌৰী-সম্বাদ" পুথিখন ৰচিত। "প্ৰহ্লাদ-চৰিত্ৰ"তকৈ এই পুথিখন ভালেখিনি ডাঙৰ। ইয়াত ৮৯৯ টা পদ অন্তৰ্ভুক্ত হৈছে।

*পুথিৰ আভাস*

## কৱিৰত্ন সৰস্বতী

আলোচ্যমান-যুগৰ অন্যতম কৱি কৱিৰত্ন সৰস্বতী। কাব্যৰ মাজত আত্ম-পৰিচয়সূচক যিখিনি কথা তেওঁ লিখিছে, সিয়েই তেওঁৰ পৰিচয়ৰ প্ৰধান আৰু প্ৰামাণিক অৱলম্বন। তেওঁ লিখিছে --

*নৃপশিৰোমণি, দেৱ অভিমানী, দুৰ্ল্লভনাৰায়ণ ৰাজা।*
*নিতে পুত্ৰৱতে, পালিলা সততে, পৃথিৱীৰ যত প্ৰজা।।*
*তাহান তনয়, ভৈল ধৰ্ম্মময়, ইন্দ্ৰনাৰায়ণ ৰাজা।।*
*মহাবীৰ ধীৰ, স্বভাৱে গম্ভীৰ, নিতে কৃত হৰিসেৱ।।*
*নিজ বাহুবলে, পাইলা অবিকলে, অখণ্ড মহীমণ্ডলে।*
*যাত খাটে নমি, সততে প্ৰণামি, বিপক্ষ নৃপসকলে।।*
*যাত সৰ্ব্বক্ষণ, ইন্দ্ৰনাৰায়ণ, বৰ দেন্ত সদাশিৱ।*
*হৌক নৰেশ্বৰ, পাঞ্চ গৌৰেশ্বৰ, পিতা পুত্ৰ চিৰঞ্জীৱ।।*
*ছোটশিলা নাম, আছে এক গ্ৰাম, য'ত গ্ৰাম মধ্যে সাৰ।*
*আছিল তথাত, জগত প্ৰখ্যাত, চক্ৰপাণি চিক্দাৰ।।*
*পটু নৰবৰ, কায়স্থ প্ৰৱৰ, ধৰ্ম্মৱন্ত মহাযশী।*
*পণ্ডিত তিলক, কুলপ্ৰকাশক, নিষ্কলঙ্ক যেন শশী।।*
*তাহান তনয়,অতিশুভনয়, কৱিৰত্ন সৰস্বতী।*
*দ্ৰোণ পৰ্ব্ব পদ, জয়দ্ৰথ বধ, কৌতুহলে নিগদতি।।*

উদ্ধৃত পদৰ মাজৰ পৰা জনা যায় — ছোটশিলা নামৰ এখন প্ৰসিদ্ধ গাওঁত (বৰপেটাৰ ওচৰৰ বৰ্ত্তমান সম্ভৱতঃ শিলা গাওঁ) চক্ৰপাণি চিক্দাৰ বোলা এজন কায়স্থ লোক আছিল; তেওঁ শ্ৰেষ্ঠ পণ্ডিত, ধাৰ্ম্মিক আৰু মহাযশস্বী। তেওঁৰেই পুত্ৰ কৱিৰত্ন সৰস্বতীয়ে মহাভাৰতৰ দ্ৰোণপৰ্ব্বৰ পৰা কথাবস্তু লৈ 'জয়দ্ৰথ-বধ" ৰচনা কৰে। আৰু জনা যায় - কাব্যৰচনাৰ ক্ষেত্ৰত কৱিৰত্ন সৰস্বতীয়ে কমতাৰ ৰজা দুৰ্ল্লভনাৰায়ণৰ পুত্ৰ ইন্দ্ৰ নাৰায়ণৰ পৃষ্ঠপোষকতা লাভ কৰিছে। লগতে, "হৌক নৰেশ্বৰ, পাঞ্চ গৌৰেশ্বৰ, পিতা-পুত্ৰ চিৰঞ্জীৱ" - এই

*কৱিৰ পৰিচয় আৰু সময়*

পদফাকিয়ে দুৰ্লভনাৰায়ণ আৰু তেওঁৰ পুত্ৰ ইন্দ্ৰনাৰায়ণক বুজাইছে, নে ইন্দ্ৰনাৰায়ণ আৰু তেওঁৰ কোনো পুত্ৰক বুজাইছে, এই কথা সঠিককৈ বুজা নাযায়। যদি দুৰ্লভনাৰায়ণ আৰু ইন্দ্ৰনাৰায়ণক নুবুজাই ইন্দ্ৰনাৰায়ণ আৰু তেওঁৰ পুত্ৰক বুজোৱা বুলি ধৰা হয়, তেনেহলে কবিৰ কাব্যৰচনাৰ সময় কেইবছৰমান পিছুৱাই আহে। কিন্তু গুণাৱলীৰ উল্লেখ কৰি দুৰ্লভনাৰায়ণৰ বৰ্ণনা কবিয়ে যি ধৰণে দিছে, তাৰ পৰা দুৰ্লভনাৰায়ণ আৰু তেওঁৰ পুত্ৰ ইন্দ্ৰনাৰায়ণৰ কথাকেই কোৱা যেন লাগে। যুক্তিসাপেক্ষে দুৰ্লভনাৰায়ণৰ ৰাজত্বৰ সময় ১৩ শ শতিকাৰ একেবাৰে শেষাংশ আৰু ১৪ শ শতিকাৰ প্ৰথমাংশ বুলি হেম সৰস্বতীৰ আলোচনা-প্ৰসঙ্গঁত আমি কৈ আহিছো। যদি কাব্যৰচনাৰ ক্ষেত্ৰত কবিয়ে ইন্দ্ৰনাৰাযণৰ পৃষ্ঠপোষকতা লাভ কৰিছিলো, তাৰ আগতে হয়তো তেওঁ দুৰ্লভ নাৰায়ণৰো সান্নিধ্য লাভ কৰিছিল। গতিকে কব পৰা যায় - সম্ভৱতঃ হেম সৰস্বতীৰ অলপ পাছত, অৰ্থাৎ ১৪ শ শতিকাৰ মধ্যভাগৰ ভিতৰত কৱিৰত্ন সৰস্বতীয়ে কবিৰূপে প্ৰতিষ্ঠা লাভ কৰিছিল। আন এটা প্ৰমাণৰ দ্বাৰাও এই সময়টো প্ৰমাণিত হয়। কৱিৰত্ন সৰস্বতী মহাপুৰুষ মাধৱদেৱৰ ভাগিনেক ৰামচৰণ ঠাকুৰৰ সপ্তম উপৰিপুৰুষ। কালিৰাম মেধিৰ মতে ৰামচৰণ ঠাকুৰৰ জীৱন-কাল ১৫২১-১৬০০ খৃঃ। এই জীৱন কালৰ-মধ্যভাগৰ পৰা ছয়পুৰুষৰ জীৱন-কাল হিচাপে মোটামুটি ২০০ বছৰ বাদ দিলেও কৱিৰত্ন সৰস্বতীৰ জীৱন-কালৰূপে চতুৰ্দ্দশ-শতিকাৰ প্ৰথমাৰ্দ্ধত উপনীত হব পৰা যায়।

*কাব্যৰ চমু-আলোচনা*

## জয়দ্ৰথ-বধ

কৱিৰত্ন সৰস্বতীয়ে মহাভাৰতৰ দ্ৰোণপৰ্ব্বৰ (১৪৪ অধ্যায়) অন্তৰ্গত জয়দ্ৰথ-বধ আৰু তাৰ লগত সংশ্লিষ্ট ঘটনাংশৰ পদানুবাদ কৰে এক প্ৰকাৰ কাব্যিক-ৰূপত। মূলৰ ঘটনাংশৰ বৰ্ণনাৰ মাজত কবিয়ে স্বকীয়-কল্পনা আৰু উদ্ভাৱন-শক্তিৰো পৰিচয় দিব পাৰিছে। ইয়াৰ সুন্দৰ নিদৰ্শন কৈলাস- বৰ্ণনাখণ্ড। ইয়াত নানা বিধ ফলফুলেৰে জাতিষ্কাৰ হৈ থকা যি প্ৰাকৃতিক জগতৰ বৰ্ণনা দিছে, সিয়েই অসমৰ বসন্তকালীন প্ৰকৃতি-ৰাজ্যৰ একপ্ৰকাৰ হুবহু প্ৰতিচ্ছবি দাঙি ধৰিছে। কাব্যৰ মাজত এনেকুৱা স্থানীয়-পৰিবেশ সৃষ্টিৰ প্ৰতি ৰুচিবোধ অতিকৈ প্ৰশংসনীয়।

উদাহৰণ স্বৰূপে ঃ

*ফটিক প্ৰকাশ, হৰৰ কৈলাস, জ্বলে নানা ৰত্নময়।*

* * * *

*আম জাম শ্যাম, অতি অভিৰাম, শাল তাল ভাল দেখি।*  
*ফুলিল কন্টকী, সুবৰ্ণ কেতেকী, ফুলমধ্যে যাক লেখি।।*  
*গুৱা নাৰিকল, জৰা পনিয়ল, লেতেকু টেঙ্গা দাড়িম্ব।*

*যোলেঙ্গ মধুৰি, আছে ডালভৰি, ৰসে টুপ টুপ জিম্ব।।*

* * * *

*অমল কমল, সুকোমল দল, ফুলি ফুলি ডাল শোভে।*
*পৰি মধুকৰ, গুঞ্জেৰুচিকৰ, তাৰ মধুপান লোভে।।*
*ভ্ৰমে জাক জাক, হংস চক্ৰবাক, জলচৰ পক্ষীগণ।*
*ক্ষণে ক্ষণে উৰি, ফুৰি ফুৰি পৰি, জলত কৰে ক্ৰীড়ণ।*
*লৱঙ্গ মালতী, ফুলিল সেউতি, কুন্দ কুৰুবক জাই।*
*চম্পা নাগেশ্বৰ, শিৰিষ বিস্তৰ, হাত মেলি ফুল পায়।।*

* * * *

*বসন্ত মিলিল, আৰাৱে কোকিল, বহয় মলয়া বাৱ।*
*ভ্ৰমৰা গুঞ্জৰি, চিত্ত চুৰি কৰি, কোকিলে তেজিল ৰাৱ*[৩০] *।।*

উল্লেখনীয় কথা এই যে, এইখণ্ড বৰ্ণনাৰ লগত পৰবৰ্ত্তিকালৰ শঙ্কৰদেৱৰ হৰমোহন-খণ্ডৰ ভিতৰুৱা "দিব্য উপবৰ্ণ"ৰ বৰ্ণনাৰ বিষয়গত ৎ ৰু ভাষাগত মিল প্ৰায় একে। বিষযবস্তুৰ ৰূপায়ণ দক্ষতা আৰু বৰ্ণনাশক্তিৰ ফালৰ পৰা কবিৰত্ন সৰস্বতী একেবাৰে উচ্চ-খাপৰ কৱি নহলেও নিম্ন-খাপত থবলগীয়া নহয়।

## ৰুদ্ৰ কন্দলী

ৰুদ্ৰ কন্দলীযে তেওঁৰ "সাত্যকি-প্ৰৱেশ"ৰ ভিতৰত লিখিছে —

*শ্ৰীমন্ত তাম্ৰধ্বজ অনুজে সহিতে।*
*বৃদ্ধৰ সমান ধৰ্ম্ম শিশু বয়সতে।।*
*বুদ্ধিত গম্ভীৰ ক্ষেমাৱন্ত শুভনয়।*
*যাহাৰ যশক সৰ্ব্বজনে প্ৰশংসয়।।*
*বিষ্ণুৰ ভকত মহামায়াৰ সেৱক।*
*পুত্ৰৰ সমান কৰি দৰিদ্ৰ পালক।।*
*দুই ভাইৰ স্নে হ যেন ৰাম লক্ষ্মণৰ।*
*সবান্ধৱে জীৱন্তোক সহস্ৰ বৎসৰ।।*

এই উদ্ধৃতিৰ মাজত কৰি ৰুদ্ৰ কন্দলীয়ে তাম্ৰধ্বজ নামৰ কোনো এজন ধাৰ্ম্মিক, স্থিৰবুদ্ধি, যশস্বী, প্ৰজাৰঞ্জক, উদাৰপন্থী আৰু ভ্ৰাতৃবৎসল ৰজাৰ দীৰ্ঘায়ু কামনা কৰিছে। বুজা যায় — সেই তাম্ৰধ্বজ-নৃপতিৰ পৃষ্ঠপোষকতা কৱিয়ে লাভ কৰিছিল। সেয়েহে, তেওঁৰ পৰিচয় আৰু ৰাজত্ব-কালৰ লগত কৱিৰ কাব্যৰচনাৰ সময়ৰ সম্বন্ধ। কনকলাল

---

৩০. অ. সা. চা., ১ম খণ্ডঃ পণ্ডিত হেমচন্দ্ৰ গোস্বামী

বৰুৱাই[৩১] কৈছে — কামৰূপ-কমতা-ৰাজ্যৰ পূৰফালে দুৰ্ল্লভনাৰায়ণে আৰু পশ্চিমফালে ধৰ্ম্মনাৰায়ণে চতুৰ্দ্দশ শতিকাৰ প্ৰথমভাগত ৰাজত্ব কৰিছিল। এই ধৰ্ম্মনাৰায়ণৰেই পুত্ৰ তাম্ৰধ্বজ। তেওঁ দুৰ্ল্লভনাৰায়ণৰ পুত্ৰ ইন্দ্ৰনাৰায়ণৰ সমসাময়িক হোৱাটো স্বাভাৱিক। গতিকে, তাম্ৰধ্বজৰ ৰাজত্বকাল চতুৰ্দ্দশ শতিকাৰ মধ্যভাগ বুলি ধৰি লোৱাত অসুবিধা নাই, আৰু এই সময়ডোখৰেই ৰুদ্ৰ কন্দলীৰ কাব্যৰচনাৰ কালৰূপে গ্ৰহণযোগ্য। আমাৰ ইতিহাসত[৩২] আৰু এজন তাম্ৰধ্বজ নামৰ নৃপতি আছে। তেওঁ খৃষ্টীয় ১৮শ শতিকাৰ প্ৰথমভাগৰ কছাৰী ৰজা। ইমান পৰৱৰ্ত্তী তাম্ৰধ্বজৰ লগত ৰুদ্ৰ কন্দলীয়ে উল্লেখ কৰা তাম্ৰধ্বজক মিলোৱাৰ কথা ভাবিবলৈ যোৱাটো নিশ্চিত ভাবেই অতি কষ্টকৰ কল্পনা।

*কবিৰ পৰিচয় আৰু সময়*

## সাত্যকি-প্ৰৱেশ ঃ

মহাভাৰতৰ দ্ৰোণপৰ্ব্বৰ ভিতৰত জয়দ্ৰথ-বধ নামৰ যি উপ-পৰ্ব্ব আছে, তাৰ ভিতৰৰ কেইবাটাও অধ্যাযৰ মাজত সাত্যকিৰ বীৰত্ব বৰ্ণিত হৈছে। সাত্যকি বৃষ্ণি-বংশীয় সত্যকৰ পুত্ৰ, শিনিৰ নাতি।কুৰুক্ষেত্ৰ-যুদ্ধত তেওঁ পাণ্ডৱৰ সেনাপতি হিচাপে কৌৰৱৰ বিপক্ষে যুদ্ধ কৰি কৌৰৱৰ কেইবাজনো বীৰক বধ কৰে। সাত্যকিৰ এই বীৰত্বপূৰ্ণ ঘটনাবোৰ কবিয়ে "সাত্যকি-প্ৰৱেশ"ত কাব্যিক-ৰস সঞ্চাৰ কৰি অনুৱাদ কৰিছে। অনুৱাদ একপ্ৰকাশ মূলানুগ হলেও কথ্য-বস্তুৰ ৰূপাযণত হ্ৰস্ব-দীৰ্ঘ নোহোৱাকৈ থকা নাই। প্ৰয়োজনবোধে কবিয়ে যিবোৰ দীঘলীযা বৰ্ণনা দাঙি ধৰিছে, উপযুক্ত-ভাষাৰ যোগেদি সেইবোৰ ৰসসিক্ত হৈ কাব্যিক মৰ্য্যদা ৰক্ষাৰ সহায়ক হৈছে। কাব্যখনৰ ভাষা হেম সৰস্বতীৰ ভাষাতকৈ কিছু অৰ্ব্বাচীন। ভাষাৰ ঘৰুৱা ঠাচ আৰু প্ৰকাশৰীতিয়ে কাব্যখন যথেষ্ট আকৰ্ষণীয় কৰি তুলিছে। সাত্যকি আৰু ত্ৰিগৰ্ত্তৰ মাজত, আৰু দ্ৰোণ আৰু ধৃষ্টদ্যুম্নৰ মাজত হোৱা যুদ্ধৰ বৰ্ণনা বিশেষভাবে উল্লেখণীয়।

*বিষয় বস্তুৰ চমু আভাস*

## হৰিবৰ বিপ্ৰ

"বব্ৰুবাহনৰ যুদ্ধ"ত হৰিবৰ বিপ্ৰই দিয়া আত্ম-পৰিচয় এই —

*জয় জয় নৃপবৰ দুৰ্ল্লভনাৰায়ণ ৰাজা*
*কমতা পুৰে ভৈলা বীৰবৰ।*
*সপুত্ৰ বান্ধৱে যেবে সুখে ৰাজ্য কৰন্তোক*
*জীৱন্তোক সহস্ৰ বৎসৰ।।*

---

৩১. E H. K Ch X

৩২. অ. বু. ৪ৰ্থ খণ্ড, আধ্যাতঃ পদ্মনাথ গোহাঞিবৰুৱা

*তাহান ৰাজ্যত থিত সৰ্ব্বজন মনোনীত*
*অশ্বমেধ পৰ্ব্বমধ্যে সাৰ।*
*বিপ্ৰ হৰিবৰ কৱি হৰিৰ (গৌৰীৰ) চৰণ সেৱি*
*পদবন্ধে কৰিলো প্ৰচাৰ।।*

এই পদ কেইফাকিৰ মাজেদি কবিযে জনাইছে যে, তেওঁ কমতাপুৰৰ দুৰ্ল্লভনাৰায়ণ নৃপতিৰ ৰাজত্ব-কালত "অশ্বমেধ-পৰ্ব্বমধ্যে সাৰ", অৰ্থাৎ জৈমিনিৰ অশ্বমেধ পৰ্ব্বৰ অন্তৰ্গত অৰ্জ্জুন-বভ্ৰুবাহনৰ যুদ্ধৰ কথা, আৰু তাৰ লগতে প্ৰাসঙ্গিকভাবে উত্থাপিত লৱ-কুশৰ যুদ্ধৰ বৰ্ণনাও "পদবন্ধে" ৰচনা কৰিছে। গতিকে দুৰ্ল্লভনাৰাযণৰ ৰাজত্বকালেই কৱি হৰিবৰ বিপ্ৰৰ কাব্য ৰচনাৰ কাল, ইযাত সন্দেহৰ থলী নাই। আলোচনাসাপেক্ষে ইতিমধ্যে আমি হেম সৰস্বতীৰ আলোচনা-প্ৰসঙ্গঁত কৈ আহিছো যে, দুৰ্ল্লভনাৰাযণে ত্ৰযোদশ-শতিকাৰ একেবাৰে শেষৰ পৰা চতুৰ্দ্দশ-শতিকাৰ আদি ভাগৰ ভিতৰত ৰাজত্ব কৰিছিল। গতিকে, হৰিবৰ বিপ্ৰযো কবিৰূপে এই কালডোখৰতে প্ৰসিদ্ধিলাভ কৰিছিল বুলি বুজা যায়।

*কবিৰ সময়*

হৰিবৰ বিপ্ৰৰ ৰচনাৰূপে গ্ৰহণ কৰা কাব্য এতিয়ালৈকে পোৱা হৈছে তিনিখন— "লৱ-কুশৰ যুদ্ধ" আৰু "বভ্ৰুবাহনৰ যুদ্ধ" এই দুখন আগৰে পৰা পণ্ডিত-সমাজত স্বীকৃত, আৰু "তাম্ৰধ্বজৰ যুদ্ধ" সম্প্ৰতি আৱিষ্কৃত আৰু তেওঁৰ ৰচনাৰূপে গৃহীত। ব্যাসদেৱৰ অন্যতম শিষ্য জৈমিনিযে মহাভাৰতৰ এখন সংহিতা ৰচনা কৰিছিল। সেই সংহিতাৰ আশ্বমেধিক-পৰ্ব্বটোহে পোৱা যায়। জৈমিনি মুনিৰ আশ্বমেধিক-পৰ্ব্বটোৰ ভিতৰত বৰ্ণিত হৈছে — যুধিষ্ঠিৰৰ অশ্বমেধযজ্ঞৰ অশ্বৰ অনুগামী হৈ অৰ্জ্জুন কেনেকৈ গৈ মণিপুৰত সোমাল, তাত মণিপুৰপতি বভ্ৰুবাহনৰ হাতত কেনেকৈ তেওঁ মৃত্যুমুখত পৰিল, আৰু বভ্ৰুবাহনৰ মাতৃ চিত্ৰাঙ্গঁদা আৰু অৰ্জ্জুনৰ অন্যতমা পত্নী নাগকন্যা-উলূপীৰ সহায়তাত পাতালপুৰৰ পৰা সঞ্জীৱনী মণি আনি তাৰ পৰশত কেনেকৈ অৰ্জ্জুনক পুনৰ্জীৱিত কৰিলে। এই কথাবোৰ বৰ্ণনা কৰোতে প্ৰসঙ্গঁক্ৰমে জৈমিনিয়ে লৱ-কুশৰ লগত হোৱা ৰামচন্দ্ৰৰ যুদ্ধৰ আখ্যানটো বৰ্ণনা কৰে। জৈমিনিয়াশ্বমেধ-পৰ্ব্বত মূল বিষয় অৰ্জ্জুন-বভ্ৰুবাহনৰ যুদ্ধৰ সমধৰ্ম্মী দৃষ্টান্তৰূপে বৰ্ণিত হৈছে লৱ-কুশৰ লগত ৰামচন্দ্ৰৰ যুদ্ধৰ সংঘটন। মূলৰ এটা ঘটনাৰে উক্ত অংশ দুটা কৰি হৰিবৰ বিপ্ৰই স্বতন্ত্ৰভাবে লৈ তাৰ আধাৰত ৰচনা কৰিছে দুখন সুকীয়া কাব্য - এখন "বভ্ৰুবাহনৰ যুদ্ধ" আৰু আনখন "লৱ-কুশৰ যুদ্ধ"।

*হৰিবৰ বিপ্ৰৰ ৰচনা, তাৰ আধাৰ*

যুধিষ্ঠিৰৰ অশ্বমেধ যজ্ঞৰ ঘোৰাৰ অনুসৰণত অৰ্জ্জুনৰ মণিপুৰত প্ৰৱেশ, আটক কৰা ঘোৰা ওভতাই দিবলৈ বভ্ৰুবাহনৰ প্ৰস্তুতি, বভ্ৰুবাহনৰ প্ৰতি অৰ্জ্জুনৰ অকথ্য-নিন্দাবাণী, যুদ্ধৰ কাৰণে বভ্ৰুবাহনৰ প্ৰস্তুতি, যুদ্ধ-সজ্জা, বিভিন্ন বীৰবিলাকৰ লগত যুদ্ধ, বৃষকেতুৰ

লগত যুদ্ধ আৰু বৃষকেতুৰ শিৰশ্চেদ, অৰ্জ্জুনৰ বিলাপ, অৰ্জ্জুনৰ লগত বভ্ৰুবাহনৰ যুদ্ধ, অৰ্জ্জুনৰ মৃত্যু, স্বামীৰ মৃত্যুত চিত্ৰাঙ্গদা উলূপীৰ বিলাপ, পিতৃবধৰ প্ৰায়শ্চিত্তৰ কাৰণে অগ্নি-প্ৰৱেশ কৰিবলৈ বভ্ৰুবাহনৰ উদ্যোগ, সঞ্জীৱনী-মণি আনিবলৈ বভ্ৰুবাহনৰ সমৰ যাত্ৰা, পাতালপুৰৰ পৰা সঞ্জীৱনী মণিৰ আনয়ন আৰু তাৰ সংস্পৰ্শত অৰ্জ্জুন-বৃষকেতু আদিৰ জীৱন-লাভ - এই প্ৰধান ঘটনাবোৰৰ লগত আৰু বহুত আনুষঙ্গিক-কথা সংযোগ কৰি কবিয়ে "বভ্ৰুবাহনৰ যুদ্ধ" ৰচনা কৰিছে। গৰ্ভৱতী সীতাক নিৰ্ব্বাসন দিয়াৰ পৰা ৰামচন্দ্ৰৰ লগত লৱ-কুশৰ যুদ্ধ আৰু তাত হোৱা ৰামচন্দ্ৰৰ মৃত্যুলৈকে মধ্যকালীন আন আন কথাবোৰ "লৱ-কুশৰ যুদ্ধ"ৰ অন্তৰ্ভুক্ত হৈছে। তাম্ৰধ্বজৰ যুদ্ধ" হৰিবৰ বিপ্ৰৰ অন্যতম ৰচনা। এই কাব্যৰ বিষযবস্তুও জৈমিনীয়াশ্বমেধ-পৰ্ব্বৰ ঘটনাৰ ওপৰত আধাৰিত। বভ্ৰুবাহনৰ যুদ্ধৰ ঘটনাৰ পৰৱৰ্ত্তী ঘটনাংশ ইয়াত বৰ্ণিত। সেই যুদ্ধৰ পাছত মণিপুৰৰ পৰা যজ্ঞৰ ঘোৰা লৈ কৃষ্ণাৰ্জ্জুন ময়ূৰধ্বজ-ৰজাৰ বাণপুৰ নগৰত গৈ সোমায়। ৰজা ময়ূৰধ্বজেও অশ্বমেধ-যজ্ঞ কৰি ঘোৰা এৰি দিছে, সেই ঘোৰাৰ অনুসৰণ কৰিছে পুত্ৰ তাম্ৰধ্বজে। দুই পক্ষৰ ঘোৰাৰ ভেটাভেটি হোৱাত যুদ্ধ আৰম্ভ হয়। যুদ্ধত তাম্ৰধ্বজে বীৰত্ব দেখুৱায়, পাণ্ডৱ-পক্ষ পৰাজিত হয়। শেষত কৃষ্ণ আৰু অৰ্জ্জুনে ছল-কৌশলৰ মাজেদি যুধিষ্ঠিৰৰ ঘোৰা মুকলি কৰিবলৈ সক্ষম হয়। এই খিনিয়েই "তাম্ৰধ্বজৰ যুদ্ধ"ৰ কথাবস্তু।

*কাব্য তিনিখনৰ বিষয়বস্তু*

হৰিবৰ বিপ্ৰ আশ্বমেধিক-পৰ্ব্বৰ কৱি, তেওঁৰ উক্ত তিনিওখন কাব্যই জৈমিনিকৃত মহাভাৰতৰ আশ্বমেধিক-পৰ্ব্বৰ আখ্যানবিশেষৰ ওপৰত আধাৰিত। বিশেষভাবে অনুবাদমূলক হলেও তিনিওখন কাব্যৰ মাজতে কবিৰ মৌলিকতাৰ পৰিচয় আছে। কলাত্মক-দৃষ্টিকোণৰ পৰা প্ৰয়োজন- অপ্ৰয়োজন-সাপেক্ষে কথাবস্তুৰ চয়নকাৰ্য্য হ্ৰস্ব-দীৰ্ঘ কৰা দেখা যায়। তিনিওখন কাব্যৰেই প্ৰধান বিষয় যুদ্ধ-বিগ্ৰহ। যুদ্ধ-বিগ্ৰহৰ বৰ্ণনাৰ মাজত স্থানভেদে যৎসামান্য ব্যতিক্ৰম থাকিলেও সি কাব্যৰ সামগ্ৰিক-ৰূপৰ ক্ষতিকাৰক নহয়। "বভ্ৰুবাহনৰ যুদ্ধ"ত এটা লক্ষণীয় ব্যতিক্ৰম দেখা যায় বভ্ৰুবাহন আৰু বৃষকেতুৰ যুদ্ধৰ বৰ্ণনাত। মূলতকৈ এই বৰ্ণনা অধিক গভীৰ আৰু বিভীষিকাময় হৈ কাব্যিক-সৌন্দৰ্য্য অধিক বঢ়াই তুলিছে। বভ্ৰুবাহনৰ লগত হোৱা যুদ্ধত অৰ্জ্জুনে নিজৰ সামৰিক-শক্তি লুপ্তপ্ৰায় হোৱা দেখি হৰিবৰ বিপ্ৰৰ অৰ্জ্জুনে নিজৰ অতীত-কীৰ্ত্তি সুৱৰি যি কৰুণ বিলাপ কৰিছে, সি কবিৰ কৰুণৰসবৰ্দ্ধক স্বকীয়-সাৰ্থক উদ্ভাৱনা। যেনে—

*কাব্য সৃষ্টিত হৰিবৰ বিপ্ৰৰ নৈ নিপুণ্য*

*সংসাৰৰ যত ভোগ সাবে ভৈল উপযোগ*
*নাৰায়ণ চৰণ প্ৰসাদে।*
*দেৱাসুৰ মনুষ্যক সবাকো জিনিলো ৰণে*
*নপাইলেক খানিকো প্ৰমাদে।।*

*আজি ঘোৰ সমৰত নিশ্চয় মৰণ হৈব*
*আকলিলো বিমঙ্গল দেখি।*

* * * *

*যুধিষ্ঠিৰ আগে গৈয়া হেন বাৰ্ত্তা কহিবাহা*
*মোক লাগি কৰা অসন্তোষ।*
*চাৰি ভাই আলোচিয়া বাসুদেৱ সখা কৰি*
*যেন যুৰাই তাকে কৰন্তোক।। ইত্যাদি*

বভ্ৰুবাহনৰ যুদ্ধজয় হোৱাত মনিপুৰত হোৱা উৎসৱৰ যি বৰ্ণনা দিয়া হৈছে, সিও কবিৰ অন্যতম মৌলিক-সৃষ্টি। এইধৰণৰ কিছুমান বিশেষত্বই হৰিবৰ বিপ্ৰৰ বাকী দুখন কাব্যকো বিশেষত্বপূৰ্ণ কৰি নোতোলাকৈ থকা নাই।

বিষয়বস্তুৰ ৰূপায়ণ, যুগচিত্ৰৰ অঙ্কন, ৰস আৰু চৰিত্ৰ সৃষ্টি, বৰ্ণনাশক্তি, উপযুক্ত-ভাষাপ্ৰয়োগ, বিবিধ অলঙ্কাৰৰ সংযোগ আদি সকলো দিশৰ পৰা কব পৰা যায়—

*ৰস আৰু চৰিত্ৰাঙ্কণ*

হৰিবৰ বিপ্ৰ আলোচ্যমান-যুগৰ এগৰাকী শ্ৰেষ্ঠ কবি, মাধৱ কন্দলীৰ তলতে তেওঁৰ স্থান নিশ্চিতভাবে নিৰূপিত কৰিব পঁৰা যায়। কবিগৰাকীৰ "বভ্ৰুবাহনৰ যুদ্ধ" বিশেষভাবে এই গুণবোৰত গৰিষ্ঠ। কোনো এঁখন আধাৰ গ্ৰন্থৰ বহুত ঘটনাৰ মাজৰ পৰা কবিৰ সঙ্কল্পিত-গ্ৰন্থৰ কাহিনীৰ কাৰণে এৰাধৰাৰ মাজেদি কি কি কথা কিমান পৰিমাণে আনি কোনটোৰ পাছত কোনটো সংযোগ কৰি কাহিনীটো সুসঙ্গত কৰিব লাগে সি এটা আৰ্ট। এই আৰ্টৰ প্ৰতিফলন হৰিবৰ বিপ্ৰৰ প্ৰতিখন কাব্যতে দেখা গৈছে। "বভ্ৰুবাহনৰ যুদ্ধ", লৱ-কুশৰ যুদ্ধ" আৰু তাম্ৰধ্বজৰ যুদ্ধ" - এই তিনিখন কাব্যৰ ঘটনাৱলী মূলত পৰস্পৰ সম্বন্ধযুক্ত একপ্ৰকাৰে এটা আখ্যান। আন বহুত কথা থাকিলেও জৈমিনীয়াশ্বমেধ-পৰ্ব্বৰ ক্ৰমাগত এই ঘটনাৰাজিৰ মাজৰ পৰা নিৰ্ব্বাচন-কৌশলৰ মাজেদি যথাযোগ্য ঘটনাবোৰ লৈ যে তিনিখন স্বতন্ত্ৰ-কাব্যসৃষ্টি কৰিব পাৰিছে, ইয়েই কবিৰ বিষয়বস্তুৰ ৰূপায়ণ-দক্ষতাৰ প্ৰকৃষ্ট প্ৰমাণ। "লৱ-কুশৰ যুদ্ধ"ত ৰামৰ পুংসৱন-ক্ৰিয়া, লৱ-কুশৰ চূড়াকৰণ-উপনয়নকাৰ্য্যৰ সম্পাদন, "বভ্ৰুবাহনৰ যুদ্ধ"ত মণিপুৰৰ সৌন্দৰ্য্যচিত্ৰণ আৰু নানাবিধ শিল্পকাৰ্য্যৰ উল্লেখে যুগচিত্ৰৰ কিছু আভাস দিয়ে। তিনিওখন কাব্যতে বীৰ, বীভৎস, ভয়ানক, কৰুণ আদি ৰসৰ সমাবেশ হৈছে। "বভ্ৰুবাহনৰ যুদ্ধ" আৰু "লৱ-কুশ"ৰ যুদ্ধৰ অন্যতম আকৰ্ষণ হৈছে কৰুণ-ৰস। প্ৰকৃত বীৰৰ গুণে বভ্ৰুবাহনক আৰু নিৰ্ভীকতা গুণে বৃষকেতু চৰিত্ৰক-উজ্জ্বল কৰি তুলিছে। স্বামীৰ বিয়োগত কাতৰ হোৱা চিত্ৰাঙ্গদা-উলূপীৰ চৰিত্ৰও স্বাভাৱিক ৰূপত আঙ্কিত। লৱ-কুশৰ চৰিত্ৰত আছে সাহঁস আৰু বীৰত্ব, আৰু ৰামচন্দ্ৰৰ চৰিত্ৰত পৰিস্থিতিভেদে পোৱা যায় উৎকণ্ঠা, দুৰ্ব্বলতা আৰু কাৰুণ্য। বভ্ৰুবাহনৰ সমৰসজ্জা, কামদেৱ, বৃষকেতু, অৰ্জ্জুন আদিৰ লগত বভ্ৰুবাহনৰ যুদ্ধ, অৰ্জ্জুনৰ বিলাপ, চিত্ৰাঙ্গদা-

উলূপীৰ বিননি, লৱ-কুশৰ যুদ্ধ আদিৰ স্বৰূপ প্ৰকাশৰ ক্ষেত্ৰত হৰিবৰ বিপ্ৰই বস্তুনিষ্ঠ বৰ্ণনাৰ যোগ্য পৰিচয় দিছে।

হৰিবৰ বিপ্ৰৰ ভাষা শক্তিশালী — ই সকলো ভাৱ, অনুভূতি আৰু কল্পনা প্ৰকাশৰ কাৰণে যোগ্য। মাধৱ কন্দলীত বাহিৰে বাকী সমসাময়িক কবিকেইগৰাকীতকৈ তেওঁৰ মানস-দৃষ্টিত শব্দ-ভাণ্ডাৰ অধিক প্ৰকট হৈ উঠা বুলি কব পাৰি। ড° সত্যেন্দ্ৰনাথ শৰ্মাই কৈছে[৩৩] "হৰিবৰ বিপ্ৰৰ ভাষা সমসাময়িক আন কবিতকৈ ঠায়ে ঠায়ে অৰ্বাচীন যেন লাগে। জনপ্ৰিয় কবি বুলিয়েই হয়তো কিছু প্ৰক্ষিপ্ত নোহোৱাকৈ থকা নাই। সময়ৰ লগত জনপ্ৰিয় পুথি সমূহৰ ভাষাই কিছু অৰ্বাচীনতা লাভ কৰাটো একো অস্বাভাৱিক নহয়।" পৰৱৰ্ত্তী বৈষ্ণৱ-সাহিত্যলৈকে চলি থকা 'ইবা"- প্ৰত্যয়ান্ত কৃদন্তপদ, ৫মী বিভক্তিৰ চিন হিচাপে "পৰা" আৰু "হন্তে"ৰ ব্যৱহাৰ, সংযোজক স্বাৰ্থিক "এৰ" প্ৰয়োগ, ৪ৰ্থী বিভক্তিৰ চিন বুজাবলৈ "লাগি" পৰসৰ্গৰ সংযোগ, নামধাতু, বিভিন্ন কালৰ বিভিন্ন- ক্ৰিয়া- বিভক্তিযুক্ত বিভিন্ন কালৰ ৰূপ আদি বৈযাকৰণিক বিশেষত্বৰোৰ প্ৰাক্‌বৈষ্ণৱ-যুগৰ সাহিত্যত, বিশেষকৈ হৰিবৰ বিপ্ৰৰ ৰচনাৰ মাজত সুস্পষ্ট।

*ভাষা আৰু বৈয়াকৰণিক বিশেষত্ব*

ফকৰা-প্ৰৱচনযুক্ত-ভাষাৰ প্ৰয়োগে হৰিবৰ বিপ্ৰৰ কাব্যৰ নানান ঠাইত ব্যাপকবাবে সূক্ষ্মাৰ্থ প্ৰকাশ কৰিবলৈ সক্ষম হৈছে। তেনে ধৰণৰ প্ৰকাশভঙ্গি চমৎকৃতিদায়ক, সেইবোৰে পাঠকৰ মনত নতুন চিন্তাৰ হেন্দোলনি জগাই তোলে। উদাহৰন স্বৰূপে ঃ

*(i). ইদিনাৰ থানে আৰো নকৰিবা একো কাৰ্য্য*
*যদি হাক নশুনে আমাৰ।*
*হস্তীৰো পিচলে পাৱ সজ্জনৰো বুৰে নাও*
*আক্ষ তুমি জানিবা সবাৰ" (বব্ৰু. যুদ্ধ)*

*(ii). দেৱাসুৰ মনুষ্যক সবাকোজিনিলো ৰণে*
*তেবেসে বোলাইলো সব্যসাচী।*
*হস্তী গুচি মাখি ভৈলো গো খোজতে তল গৈলো।*
*কচুত ভাঙ্গিল যেন কাছি। (বব্ৰু যুদ্ধ)*

*(iii). সমস্ত সেনাক মাৰিবোহো সমৰত।*
*কুমুৰাত খাণ্ডাৰ প্ৰহাৰ যেনমত।।*
*কলক যেমন গুৰি কাটিয়া পেলায়।*
*ৰিপু সেনাযুথক মাৰিবো সেহিপ্ৰায়।। (লৱ-কুশ যু.)*

---

৩৩ অ. সা. স. ই

(iv). *সিংহক যুজিতে পাৰে ছাগলৰ থাৰে।*
*সাগৰক বান্ধি ৰাখে খেৰৰ পাথৰে।।*
*মাকৰাই মেৰু শৃঙ্গ ভাঙ্গিবাক পাৰে।*
*সাম্ভুৰি পিম্পৰা পাৰ হয় কি সাগৰে।। (লৱ-কুশ যু.)*

কেউখন কাব্যৰ নানান ঠাইত থকা নানাবিধ অলঙ্কাঁৰৰ প্ৰয়োগেও হৰিবৰ বিপ্ৰৰ কাব্যিক-প্ৰতিভাৰ চিনাকি দিয়ে। দুটামান উৎকৃষ্ট আলঙ্কাৰিক উক্তিৰ দৃষ্টান্ত ঃ

(i). *হৃদয়ত পৰি বীৰে দুয়ো হাতে আটে।*
*বলৱন্ত নাৰী যেন বেসাৰক বাটে।।*
*পানীৰ মাছক যেন হাতে হাতে ধৰি।*
*এৰাইবাক লাগি কৰে আজোৰা আজুৰি।। (বব্ৰু. যুদ্ধ)*

(ii). *দীপ নাহিকন্তে যেন দেখি তমোময়।*
*দেৱ নাহিকন্তে যেন দৌল নুশোভয়।।*
*পূজা নাহি ভিণ্ডি যেন নকৰে শোভন।*
*তঞি অবিহনে মঞি ভৈলো একেশ্বৰ।। (বব্ৰু. যুদ্ধ)*

(iii). *যেনমতে পকা আম জোকাৰি পেলায়।*
*সেহিমতে ৰিপুসেনা মাৰিবো নিশ্চয়।। (লৱ-কুশ যু)*

(iv). *ঘোৰাৰ খোজত সবে ধূলি উৰি যায়।*
*অল্পজল নদী মানে নামিলে শুকায়।।*
*লৰৱন্তে প্ৰজাৰ ভৰিৰ ধূলি উৰি।*
*আকাশক ফুৰি ফুৰি মেঘে যায় পৰি।।*
*ধূলা পৰি ধবল ভৈলেক মেঘগণ।*
*সেইকাল হন্তে ধৌত মেঘৰ লক্ষণ।। (লৱ-কুশ যু.)*

কাব্যকেইখনৰ বেছিভাগ কথাৰ বৰ্ণনাতে হৰিবৰ বিপ্ৰই পদছন্দকে প্ৰয়োগ কৰিছে। দুই এঠাইত অৱশ্যে কিছুমান কথা দুলড়ী, ছবি আৰু ঝুমুৰি ছন্দতো বৰ্ণনা কৰিছে।

*প্ৰথম বীৰকাব্যৰ ৰচক*

যি কাব্যৰ কাহিনীৰ মূল সুঁতি বীৰত্বব্যঞ্জক, য'ত আধ্যাত্মিক-তত্ত্ব কথাৰ পৰিৱৰ্ত্তে লৌকিক-ভাৱাপন্ন কথা আৰু কল্পনাই-প্ৰাধন্য লাভ কৰে, তাকেই বীৰকাব্য বুলিব পৰা যায়। ইয়াৰ ঘটনা-প্ৰৱাহো সৰল। যুদ্ধ-বিগ্ৰহ থকা কাৰণে ইয়াত বীৰ, বীভৎস, ভয়ানক, কৰুণ আদি ৰসৰ সমাবেশে প্ৰাধান্য লাভ কৰে। সেয়েহে হৰিবৰ বিপ্ৰৰ কাব্য বীৰকাব্য শ্ৰেণীৰ অন্তৰ্গত আৰু তেওঁেই অসমীয়া সাহিত্যৰ প্ৰথম বীৰকাব্যৰ ৰচক।

## মাধৱ কন্দলী

মাধৱ কন্দলী প্ৰাক্‌বৈষ্ণৱ-যুগৰ সৰ্ব্বশ্ৰেষ্ঠ কবি, পুৰণি-অসমীয়া-সাহিত্য-গগণৰ সাঁজভোটা। পণ্ডিত হেমচন্দ্ৰ গোস্বামীয়ে[৩৪] তেওঁক বুলিছে অসমীয়া সাহিত্যৰ ছচাৰ (Chaucer) আৰু ডিম্বেশ্বৰ নেওগে[৩৫] বুলিছে শঙ্কৰদেৱৰ সুযোগ্য - পূৰ্ব্ববৰ্ত্তী। মাধৱ কন্দলীয়ে দিয়া আত্ম-পৰিচয় ঃ

*কবিৰাজ কন্দলী যে আমাকেসে বুলিৱয়*
*মাধৱ কন্দলী আৰো নাম।*

* * * *

*কবিৰাজ কন্দিলী যে আমাকেসে বুলিৱয়*
*কৰিলোহো সৰ্ব্বজন বোধে।*
*ৰামায়ণ সুপয়াৰ শ্ৰীমহামাণিক্য যে*
*বৰাহৰাজাৰ অনুৰোধে।। (লঙ্কাকাণ্ড)*

ইযাৰ পৰা জনা যায়– মাধৱ কন্দলী জনাজাত আছিল কবিৰাজ (শ্ৰেষ্ঠ কবি) নামেৰেও। পাণ্ডিত্য আৰু কবিপ্ৰতিভাৰ স্বীকৃতিস্বৰূপে পৃষ্ঠপোষক ৰজাই নাইবা সমসাময়িক পণ্ডিত-সমাজে “কবিৰাজ” উপাধিটো মাধৱ কন্দিলীক দিয়াটো সম্ভৱ। নিজৰ ৰচনাই কৈছে – তেওঁ শ্ৰেষ্ঠ ব্ৰাহ্মণ আছিল।[৩৬] বৰাহৰাজ মহামাণিক্যৰ কথামতে সৰ্ব্বসাধাৰণ লোকে জনাৰ কাৰণে ৰামায়ণ মহাকাব্য তেওঁ ছান্দসৰূপত অসমীয়া ভাষালৈ ৰূপান্তৰিত কৰে। “দ্বিজৰাজ মাধৱ কন্দলী নিগদতি”, “মাধৱ কন্দলী বিপ্ৰে” আদি উক্তিবোৰে তেওঁক স্পষ্টভাবে ব্ৰাহ্মণ বুলি প্ৰমাণ কৰে। নিশ্চিত কথা এই যে,

৩৪ হে গো ৰ

৩৫ অ সা বু

৩৬. উল্লেখনীয় কথা - মাধৱ কন্দলী ব্ৰাহ্মণ আছিল যদিও “কন্দলী” উপাধিটো নিৰ্দ্দিষ্ট জাতিসূচক বা বংশগত নাছিল বুলি ধাৰণা হয়। উক্ত মাধৱ কন্দলীৰ উপৰিও আমাৰ সাহিত্যৰ ইতিহাসত আৰু বহুত ব্যক্তিৰ কন্দলী উপাধি পোৱা যায়। যেনে- মহেন্দ্ৰ কন্দলী, অনন্ত কন্দলী, শ্ৰীধৰ কন্দলী, ৰত্নাকৰ কন্দলী, ৰুচিনাথ কন্দলী ইত্যাদি। অনুমান হয় “কন্দলী” উপাধিটোৰ প্ৰধান আধাৰ হয়তো পাণ্ডিত্য, তাৰ ভিতৰতো বিশেষকৈ তৰ্কশাস্ত্ৰত। কিয়নো, বৈষ্ণৱ কবি অনন্ত কন্দলীয়ে “কন্দলী” উপাধি এই কাৰণতেই লাভ কৰিছিল বুলি জনা যায়- “তৰ্কত লভিলা নাম অনন্ত কন্দলী”। পৰৱৰ্ত্তী কালত অৱশ্যে “কন্দলী” উপাধি বংশ পৰম্পৰাগত হোৱা দেখা যায় – অৱশ্যে ব্ৰহ্মণ সম্প্ৰদায়ৰ মাজত। এই উপাধিধাৰী ব্ৰাহ্মণ কিছুমান অসমৰ স্থানবিশেষত এতিয়াও আছে।

উপৰুক্ত ভণিতাখণ্ডত উল্লিখিত মহামাণিক্য নামৰ নৃপতি জনৰে যি ৰাজত্বকাল, মাধৱ কন্দলীৰো সেয়েই ৰামায়ণ ৰচনাৰ কাল।

ইতিমধ্যে অনুসন্ধিৎসু-সমালোচক পণ্ডিতসকলে মহামাণিক্য আৰু তেওঁৰ লগত মাধৱ কন্দলীৰ সম্বন্ধৰ বিষয়ে আলোচনা আগবঢাইছে। মাধৱ কন্দলী-ৰামায়ণৰ প্ৰথম সম্পাদক মাধৱচন্দ্ৰ বৰদলৈয়ে[৩৭] কৈছে – বৰাহী-বুলি পৰিচয় দিয়া কছাৰী-ৰাজবংশই খৃষ্টীয় ১২শ শতিকাৰ পৰা ১৪শ শতিকাৰ ভিতৰত ৰাজত্ব কৰিছিল জয়ন্তাপুৰ, বৰ্ত্তমানৰ নগাওঁ জিলালৈকে বিস্তৃত-ৰাজ্যত। মহামাণিক্য এই বৰাহী ৰাজবংশৰেই ৰজা, তেওঁৰ ৰাজত্ব-কাল আনুমানিক ১৪শ শতিকাৰ আদিভাগ। পণ্ডিত হেমচন্দ্ৰ গোস্বামীযে[৩৮] "মাধৱ কন্দলী" শিতানত যি আলোচনা কৰিছে, তাৰ পৰা জনা যায় – মহামাণিক্য ১৪শ শতিকাৰ মধ্যভাগৰ ৰজা। ড° বাণীকান্ত কাকতিযে[৩৯] সমস্যাটো ভাষাতাত্ত্বিক দৃষ্টিকোণৰ পৰা বিচাৰ কৰিছে। সেই দৃষ্টিকোণৰ পৰা মাধৱ কন্দলীৰ ৰামায়ণ খৃষ্টীয় ১৪শ শতিকাৰ ৰচনা। গতিকে মাধৱ কন্দলীৰ পৃষ্ঠপোষক জয়ন্তাপুৰৰ কছাৰী ৰজা মহামাণিক্যৰ ৰাজত্ব কাল ১৪শ শতিকা। কন্দলী বৰ্ত্তমান নগাও জিলাই সামৰি লোৱা মধ্য-অসমৰ লোক আছিল। কনকলাল বৰুৱাই[৪০] কৈছে যে খৃষ্টীয় চতুৰ্দ্দশ-শতিকাৰ শেষৰ ফালে মাধৱ কন্দলীয়ে ৰামাযণ ৰচনা কৰিছে। তেওঁৰ বিচাৰ মতে সেই শতিকাত নগাও অঞ্চলৰ কপিলী-উপত্যকাত সম্ভৱতঃ বৰাহী-ৰজাই ৰাজত্ব কৰিছিল, আৰু তেওঁৰ ৰাজত্বকালতে ৰামাযণ ৰচনা কৰিছিল মাধৱ কন্দলীয়ে। অধ্যাপক উপেন্দ্ৰ চন্দ্ৰ লেখাৰুযে[৪১] মাধৱ কন্দলীৰ সময় নিৰূপণ কৰিছে এই ধৰণে ঃ "শঙ্কৰদেৱৰ অধ্যাপক মহেন্দ্ৰ কন্দলীক দায় ধৰা বৃদ্ধ ৰাঘ আচাৰ্য্য মাধৱ কন্দলীৰ শিষ্য (কথা-গুৰুচৰিত)। সেই সময়ত মহেন্দ্ৰ কন্দলীৰ আনুমানিক বয়স ৪০/৫০ বছৰ আৰু ৰাঘ আচাৰ্য্যৰ বয়স ৭০/৭৫ হলে, মাধৱ কন্দলী জীয়াই থকা হলে এশ বছৰৰ ওপৰ হলেহেঁতেন। গতিকে, মাধৱ কন্দলী শঙ্কৰদেৱতকৈ প্ৰায় এশ বছৰ আগৰ"। এনেকুৱা যুক্তিত ৰামায়ণৰ ৰচকৰূপে মাধৱ কন্দলীৰ সময় মোটামুটিভাবে চতুৰ্দ্দশ শতিকাৰ মধ্যভাগ হয়। এই প্ৰসঙ্গত ড° সত্যেন্দ্ৰনাথ শৰ্মাৰ[৪২] মন্তব্য এই ঃ- "কছাৰী জাতিৰে দুটা ৰাজবংশই খৃষ্টীয়-চতুৰ্দ্দশ- শতিকামানৰ পৰাই 'মাণিক' আৰু 'মাণিক্য' উপাধি লৈ জয়ন্তাপুৰ আৰু ত্ৰিপুৰাত কেইবাশ বছৰ জুৰি

*মাধৱ কন্দলীৰ জন্মস্থান*

---

৩৭ মাধৱ কন্দলী ৰামাযণ, পাতনি

৩৮. হে গো ৰ

৩৯ A F D

৪০ E H. K, Ch XV

৪১ আ ৰা. সা.

৪২. অ. সা স. ই

ৰাজত্ব কৰিছিল। তদুপৰি ১৩শ- ১৪শ শতিকাত ডবকা, যোগীজান-অঞ্চলতো, অৰ্থাৎ কপিলী-উপত্যকাত কছাৰী-ৰজাৰ হিন্দুভাৱাপন্ন ঠালে ৰাজত্ব কৰাৰ যথেষ্ট প্ৰমাণ আছে। এই অঞ্চলত এতিয়াও বহুতো মঠ-মন্দিৰ আৰু অট্টালিকাৰ ধ্বংসাৱশেষ দেখিবলৈ পোৱা যায়। সম্ভৱতঃ মহামাণিক্যই এই অঞ্চলতে ৰাজত্ব কৰিছিল। 'ত্ৰিপুৰা-ৰাজমালা' মতে ত্ৰিপুৰা আৰু হেডম্ব এই দুই কছাৰী-ঠালে ত্ৰয়োদশ-চতুৰ্দ্দশ-শতিকাত ক্ৰমে বৰাক উপত্যকা আৰু কপিলী উপত্যকাত ৰাজত্ব কৰিছিল। গতিকে মহামাণিক্য হেড়ম্ব-ঠালৰে এজন ৰজা হোৱাটো সম্ভৱ, যদিও একে নামৰে বা উপাধিৰে ত্ৰিপুৰা-ৰজা এজনো সেই সময়ত আছিল।" মাধৱ কন্দলীৰ সময়ৰ বিচাৰ প্ৰসঙ্গত আমি আৰু এটা কথা উত্থাপন কৰিব বিচাৰিছোঁ। শঙ্কৰদেৱে জীৱনৰ ভাটী বয়সত ৰচনা কৰা ৰামায়ণৰ উত্তৰকাণ্ডত "পূৰ্ব্বকৱি অপ্ৰমাদী" আদিৰে মাধৱ কন্দলীৰ প্ৰতি যি অকৃত্ৰিম বিশেষ শ্ৰদ্ধা জ্ঞাপন কৰিছে, আৰু তাৰ মাজেদি সেই পূৰ্ব্ব কৱিৰ ৰামায়ণ যিভাবে স্বীকৃত হৈছে, সিযেই বুজায় যে, শঙ্কৰদেৱৰ মানসদৃষ্টিত মাধৱ কন্দলী এগৰাকী 'ক্লাছিক' কবি আৰু তেওঁৰ ৰামাযণ এখন 'ক্লাছিক' সাহিত্যৰূপ প্ৰতিষ্ঠিত হৈছে। ৰচক বা তেওঁৰ ৰচনাবিশেষ ক্লাছিকৰূপে পৰিগণিত হোৱাটো সময়সাপেক্ষ কথা — অন্ততঃ একশ - ডেৰশ বছৰ অতিবাহিত হব লাগে। এই ফালৰ পৰাও মাধৱ কন্দলীৰ ৰামাযণ-ৰচনাৰ সময় চতুৰ্দ্দশ-শতিকাৰ মধ্যভাগ নহলেও অন্ততঃ শেষভাগ নহৈ নাথাকে।

বলবৎ জনশ্ৰুতি, ভৌগোলিক-পৰিস্থিতি, আন প্ৰকাৰৰ পাৰিপাৰ্শ্বিকতা আদি সকলো ফালৰ পৰা নকলে উপায় নাই যে, মাধৱ কন্দলী নগাও অঞ্চলৰেই লোক আছিল।

*মাধৱ কন্দলীৰ জন্মস্থান*

মাধৱচন্দ্ৰ বৰদলৈয়েও তেওঁৰ সম্পাদিত ৰামায়ণৰ পাতনিত কৈছে যে, মাধৱ কন্দলীৰ জন্মস্থান নগাওৰ আলিপুখুৰী। বৰ্ত্তমান সময়তো নগাওৰ কন্দলী উপাধিধাৰী ব্ৰাহ্মণ কিছুমানে কয় যে, তেওঁলোক মাধৱ কন্দলীৰ বংশধৰ।

## ৰামায়ণ ঃ

*মাধৱ কন্দলীৰ বাসস্থান*

মাধৱ কন্দলীয়ে সুদূৰ চতুৰ্দ্দশ-শতিকাত বাল্মীকীয়-ৰামায়ণখন অসমীয়াত কাব্যিক-ৰূপলৈ ৰূপান্তৰিত কৰিছে — এই কথা স্বীকৃত। এই ৰামায়ণ সেই যুগৰ বৃহত্তম গ্ৰন্থই নহয়, সমগ্ৰ পুৰণি-সাহিত্যৰ ভিতৰতে গুণগত-বৈশিষ্ট্যৰ ফালৰ পৰা কীৰ্ত্তিস্তম্ভ স্বৰূপ। উত্তৰভাৰতৰ প্ৰাদেশিক-ভাষাবিলাকত ৰচিত সকলো ৰামায়ণতকৈ ই প্ৰাচীন। ইয়াৰ কাব্যিক, সাংস্কৃতিক আৰু ঐতিহাসিক বিশেষ মূল্য যে অকল অসমীয়া-সাহিত্যতে নিৰূপিত, এনে নহয়, ভাৰতীয় সভ্যতা-সংস্কৃতিৰ ইতিহাসতো এই কাব্যৰ স্থান প্ৰসাৰিত। চতুৰ্দ্দশ-শতিকাতে ৰচিত এই

অমৰ-গ্ৰন্থই আমাৰ সাহিত্য-মন্দিৰৰ ভেটি নিকপ্‌কপীয়াকৈ বন্ধি থৈ গৈছে, অসমীয়া জাতিৰ গৌৰৱময়-প্ৰাচীনত্ব ঘোষণা কৰিছে আৰু ছয়শ বছৰ পূৰ্ব্বতে অসমীয়া-ভাষাৰ চমকপ্ৰদ-সমৃদ্ধি আৰু সূক্ষ্ম-প্ৰকাশক্ষমতা প্ৰদৰ্শন কৰিছে। ই অতীত-অসমৰ দাপোন স্বৰূপ। ইযাৰ মাজেদি অতীতৰ অসমীয়া-জাতিৰ শিক্ষা, সাধনা, আদৰ্শ, ধৰ্ম্ম-ভাব, ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ, সমাজ-ব্যৱস্থা আদি ভালেমান কথা জানিব পাৰি। ইয়াৰ উপৰিও, মাধৱ কন্দলীৰ ৰামায়ণক অসমীয়া সাহিত্যৰ এটা প্ৰকাণ্ড শব্দ-ভাণ্ডাৰ বা এখন অভিধান বুলি গণ্য কৰিব পৰা যায। ইযাত অসংখ্য শব্দ সোমাই আছে ; ইয়াৰ ভালেমানৰ ব্যৱহাৰ হযতো আজি আমাৰ ভাষাত নোহোৱা হৈছে। এই ৰামায়ণ আমাৰ সাহিত্যৰ বুৰঞ্জীৰ ভবিষ্যত উন্নতিসূচক সুস্পষ্ট চিহ্ন (Land mark)।

*ৰামায়ণৰ গুণ-বৈশিষ্ট্য*

যিবোৰ গুণ-বৈশিষ্ট্য অৱলম্বন কৰি মাধৱ কন্দলীয়ে তেওঁৰ অনুবাদমূলক এই কাব্য বিশেষত্বপূৰ্ণ কৰি তুলিছে, সেইবোৰ তেওঁ গ্ৰন্থৰ মাজতে উল্লেখ কৰিছে ঃ

*সাত কাণ্ড ৰামাযণ পদবন্ধে নিবন্ধিলো*
*লম্ভা পৰিহৰি সাৰোদ্ধৃত।*
*মহামাণিক্যৰ বোলে কাব্যৰস কিছু দিলো*
*দুগ্ধক মথিলে যেন ঘৃত।।*
*পণ্ডিত লোকৰ যেবে অসন্তোষ উপজয়*
*হাত যোৰে বোলো শুদ্ধ বাক্।।*
*পুস্তক বিচাৰি যেবে তৈতে কথা নাপাৱাহা*
*তেবে সবে নিন্দিবা আমাক ।। (লঙ্কাকাণ্ড)*

আকৌ, — *বাল্মীকি ৰচিলা শাস্ত্ৰ গদ্য-পদ্য ছন্দে।*
*তাহাক বিচাৰ আমি কৰিয়া প্ৰৱন্ধে।।*
*আপোনাৰ বুদ্ধি অৰ্থ যি মত বুজিলো।*
*সংক্ষেপ কৰিয়া তাক পদ বিৰচিলো।।*
*সমস্ত ৰসক কোনে জানিবাক পাৰে।*
*পক্ষীসব উৰয় যেন পাখা অনুসাৰে।।*
*কৱিসব নিৱন্ধয় লোক ব্যৱহাৰে।*
*কতো নিজ কতো লম্ভা কথা অনুসাৰে।।*
*দেৱবাণী নুহি ইটো লৌকিক হে কথা।*
*এতেকে ইহাৰ দোষ নলৈবা সৰ্ব্বথা।। (কিষ্কিন্ধ্যা কাণ্ড)*

বিশেষ কথা এই যে, "সাত কাণ্ড ৰামায়ণ পদবন্ধে নিবন্ধিলো", কন্দলিয়ে নিজে কোৱা এই পদফাকিৰ অৰ্থানুসৰি তেওঁৰ ৰামায়ণত বাল্মীকিৰ গোটেই কেইটা কাণ্ডৰেই (সাতোটা কাণ্ডৰ) অনুবাদ থাকিব লাগিছিল। কিন্তু ইয়াৰ আদিকাণ্ড আৰু উত্তৰকাণ্ড আনকি শঙ্কৰ-মাধৱৰ দিনতে পোৱা নগৈছিল, মাত্ৰ মাজৰ পাঁচটা কাণ্ডহে আছিল। এনেস্থলত মাধৱ কন্দলীয়ে সেই দুটা কাণ্ডৰ অনুবাদ কৰিছিল নে নাই, এইটো বলবৎ সন্দেহৰ কথা। যদি সঁচাকৈয়ে কৰিছিল, তেনেহলে কিবা দুৰ্বিপাকত হয়তো সি হেৰাই গৈছিল, নতুবা নষ্ট হৈ গৈছিল। মাধৱ কন্দলীয়ে আকৌ বাল্মীকি-ৰামায়ণৰ সেই দুটা কাণ্ডৰ অনুবাদ নকৰিবও পাৰে। আদৰ্শ-বীৰ ৰামচন্দ্ৰ আৰু আদৰ্শ-সতী-নাৰী সীতাক কেন্দ্ৰ কৰি ৰচিত ৰামায়ণ-মহাকাব্যখনৰ লগত ইয়াৰ আদি আৰু উত্তৰকাণ্ডৰ কথাবস্তুৰ বিশেষ সম্বন্ধ নাই।[৪৩] কন্দলীয়ে এই কাণ্ডদুটাৰ অনুবাদ নকৰাৰ ফালেই যুক্তি কিছু বলবৎ বুলি আমাৰ বিশ্বাস। কিয়নো, গ্ৰন্থৰ শেষত লেখকৰ পৰিচয়সূচক বা আন মন্তব্যপ্ৰকাশক ভণিতা সংযোগ কৰাটো পৰম্পৰাগত সাধাৰণ দস্তুৰ। কন্দলীয়ে এইধৰণৰ ভণিতা লঙ্কা কাণ্ডৰ শেষত সংযোগ কৰিছে, অথচ উত্তৰ-কাণ্ডৰ ভিতৰত তেনে কোনো কথা নাই। গতিকে লঙ্কা-কাণ্ডতেই কবিয়ে ৰামায়ণৰ অনুবাদ শেষ কৰা বুলি হোৱা ধাৰণা অমূলক নহয়। এই খিনিতে অৱশ্যে আন এটা প্ৰশ্ন আহে। যদি কন্দলীয়ে ৰামায়ণৰ গোটেইকেইটা কাণ্ড লিখা নাছিলেই, তেনেহলে "সপ্তকাণ্ড ৰামায়ণ পদবন্ধে নিৰ্বন্ধিলো" বুলি কবিয়ে কিয় লিখি গল? ইয়াৰ যুক্তিপূৰ্ণ উত্তৰ হিচাপে অধ্যাপক উপেন্দ্ৰ চন্দ্ৰ লেখাৰুয়ে[৪৪] কৈছে যে, ৰামায়ণ বুলিলে সাধাৰণতে সাতকাণ্ড ৰামায়ণ বুজা যায়। লগতে "সাতকাণ্ড ৰামায়ণ পদবন্ধে নিবন্ধিলো, লম্ভা পৰিহৰি সাৰোদ্ধৃত" আৰু " সাতকাণ্ড ৰামায়ণ বাল্মীকিৰ কৃত, তাৰ সাৰ উদ্ধাৰিয়া বিচাৰি সম্মত" আদি কথাৰ পৰাও আদি আৰু উত্তৰ কাণ্ড এৰি দিয়াৰ সম্ভাৱনীয়তা ধৰিব পাৰি। যি কি নহওক, বৰ্ত্তমান প্ৰচলিত মাধৱ কন্দলী ৰামায়ণৰ মাজৰ পাঁচ কাণ্ডহে তেওঁৰ ৰচনা, পৰৱৰ্ত্তি-কালত আদি আৰু উত্তৰকাণ্ড

*কন্দলীকৃত ৰামায়ণৰ ব্যাপ্তি - বিচাৰ*

---

৪৩ ৰামচন্দ্ৰ যে বিষ্ণুৰ অৱতাৰ, এই কথা আদিকাণ্ড আৰু উত্তৰকাণ্ডত বাহিৰে ৰামায়ণৰ বাকী কাণ্ড কেইটাত পোৱা নাযায়। বাকী কাণ্ড কেইটাৰ ভিতৰত এইধৰণৰ স্বীকৃতিপূৰ্ণ যি উল্লেখ পোৱা যায়, সিও প্ৰক্ষিপ্ত - এই মন্তব্য পাশ্চাত্য- পণ্ডিতসকলেও দাঙি ধৰিছে। ইয়াৰ উপৰিও ভাষা আদি কিছুমান কথাৰ ওপৰত গুৰুত্ব আৰোপ কৰিও কোনো কোনো পণ্ডিতে কৈছে যে, ৰামায়ণ মূলতঃ পাঁচটা কাণ্ডতেই ৰচিত হৈছিল, পৰৱৰ্ত্তি-কালত আদি আৰু উত্তৰকাণ্ডৰ সংযোজনেহে ইয়াক ধৰ্ম্মগ্ৰন্থৰ শাৰীত তুলিছে।

৪৪ অ ৰা সা.

যথাক্ৰমে মাধৱদেৱ আৰু শংকৰদেৱে ৰচনা কৰি ইয়াত সংযোগ কৰিছে।[৪৫] এই দুগৰাকী কবিয়ে ৰচনা কৰা কাণ্ড দুটাৰ সংযোজনৰ সৈতে বৰ্ত্তমানৰ মাধৱ কন্দলীৰ ৰামায়ণ সপ্তকাণ্ডৰূপে গৃহীত হৈছে।

"সপ্তকাণ্ড ৰামায়ণ পদবন্ধে নিবন্ধিলো" কথাষাৰৰ উপৰুক্ত ধৰণৰ ব্যাতিক্ৰমত বাহিৰে উল্লিখিত পদকেইটাই বুজোৱা সকলোবোৰ বিশেষত্বই কন্দলীৰ ৰামাযণত দেখিবলৈ পোৱা যায়। অনুবাদৰ ক্ষেত্ৰত বেছিভাগ কথাকেই তেওঁ কম-বেছি পৰিমাণে চমু কৰিছে। তাৰ মাজতো কবিয়ে পাহৰা নাই—অনুবাদৰ জৰিযতে হলেও তেওঁ এখন কাব্যহে ৰচনা কৰিছে। সেয়েহে, মূলৰ সকলো ক্ষুদ্ৰ অংশ বা সূক্ষ্ম-ভাৱক আকোৰ-গোজালিভাবে ধৰি থাকি কাব্যৰ ৰসসৃষ্টিত বাধা দিয়া নাই। সেইবুলি মূল-কথাৰ স্বৰূপ নষ্ট কৰাকৈ কৃত্তিবাসী-ৰামাযণৰ নিচিনা কবিয়ে ক'তো অতিৰঞ্জন কৰা নাই, লগতে মূলৰ প্ৰয়োজনীয কথা বাদো দিয়া নাই। ই এখন কবিৰ মতেই লৌকিক-কাব্যহে, "দেৱ-বাণী" নহয়। কবিযে যথাসাধ্যে আৰু প্ৰয়োজনবিশেযে ইযাত সকলোবোৰ ৰসৰেই সঞ্চাৰ কৰিছে। কন্দলীৰ অনুৱাদ-ৰীতি আপেক্ষিক ভাবে চমু হলেও মূলৰ প্ৰধান আৰু প্ৰয়োজনীয় কথা বাদ নপৰা বুলিয়েই কব পাৰি। দুই এটা খণ্ড আকৌ চমু নকৰাকৈ মূলৰ লগত সাদৃশ্য ৰাখিও অনুবাদ কৰা দেখা গৈছে।

*অনুবাদৰ ধৰণ*

ৰস-সৃষ্টিৰ ক্ষেত্ৰত কবিৰ প্ৰতিভা লক্ষণীয়। স্থান আৰু পৰিবেশভেদে তেওঁ বীৰ, বীভৎস, ক ৰুণ, হাস্য আদি ৰসৰ সৃষ্টিত মৌলিকতা দেখুৱাইছে। বিশেষকৈ যুদ্ধৰ বৰ্ণনাত বীৰ-ৰস, ৰাক্ষস-ৰাক্ষসীৰ বৰ্ণনাত বীভৎস-ভয়ানক ৰস, ৰাম-সীতাৰ বিচ্ছেদৰ বিভিন্ন পৰিস্থিতিত কৰুণ ৰস, ৰাক্ষসৰ দৈহিক-ৰূপৰ বৰ্ণনাৰ কোনো কোনো অংশত আৰু কুঁজীৰ ৰূপ আৰু কাৰ্য্যৰ বৰ্ণনাত যি হাস্য-ৰসৰ সমাবেশ হৈছে, সি মন কৰিবলগীয়া। দিব্য-বস্ত্ৰ আৰু ' বত্ৰিশ-অলঙ্কাৰ' পিন্ধি নিজকে ৰূপৱতী হোৱা বুলি ভাবি কুঁজীয়ে ৰাজকুমাৰ ভৰতৰ গুপ্ত-পটেশ্বৰী হোৱাৰ ভৰসা কৰি আগবঢ়া দৃশ্যৰ বৰ্ণনা অতীৱ হাস্য-ৰসাত্মক। কিন্তু হাস্য-ৰসৰ লগত কৰুণ-ৰসৰ ওচৰ সম্বন্ধ। ভৰতৰ আদেশত শত্ৰুঘ্নই নানান শাস্তি দি প্ৰেম-প্ৰাৰ্থিনী কুঁজীক যেতিয়া নগুৰ-নাগতি কৰিলে, তেতিয়া এই দৃশ্যৰ হাঁহি গৈ ক্ৰমে

*কাব্যিক সৌন্দৰ্য্য*
*(।) ৰস*

---

৪৫. মাধৱ কন্দলীৰ কবিতা ৰামায়ণ ঢাকি তুচলৈ গুচাবৰ মন দিলে অনন্ত কন্দলীয়ে। তেহে গুৰুজনাত বিপ্ৰে স্বপ্নত শৰণাপন্ন হৈ প্ৰাৰ্থিলে বৰৰ হেতু। পাছে গুৰুজনে বোলে বৰা পো, তোমাৰ মিতাৰ শাস্ত্ৰ কবিতা গুচাব যে খোজে, আমি ধৰো গোৰত তুমি হোৱা আগে। তেহে আদ্য উত্তৰা কৰিছে। কাপৰ গাৰি দূৰে আগ গোৰ সমে ৰল, উপদেশ আঁচুফুল হ'ল। আগি উপদেশ নাই, গুভ গুভহে আছিল অধ্যাত। ছোট আতা দিছে। (কথা গু. চ)

কাৰুণ্যত পৰিণত হয়। এই হাস্য-কৰুণ-ৰসাত্মক দৃশ্যৰ ৰূপায়ণত মাধৱ কন্দলীৰ প্ৰতিভাৰ মৌলিকতা স্বীকাৰ্য্য।

ৰামায়ণ মূলতঃ অনুবাদ-কাব্য হলেও মাধৱ কন্দলীয়ে ইয়াৰ ঠায়ে ঠায়ে যি বৰ্ণনা-শক্তি দেখুৱাইছে, সি পূৰ্ণৰূপত কাব্যিক-সৌন্দৰ্য্যবৰ্দ্ধক। লঙ্কাৰ বৰ্ণনা, ৰাক্ষসৰ বৰ্ণনা, কিছুমান প্ৰাকৃতিক সম্পদৰ বৰ্ণনা, যুদ্ধৰ বৰ্ণনা, ৰাম-সীতা মিথিলাৰ পৰা আহি অযোধ্যাত প্ৰৱেশ কৰোতে অযোধ্যাবাসীৰ আনন্দৰ বৰ্ণনা, তিৰোতাৰ ৰূপৰ বৰ্ণনা, চিত্ৰকূটৰ বৰ্ণনা আদি কন্দলীৰ বৰ্ণনা-শক্তিৰ বিশেষ পৰিচায়ক। কবিৰ মনোধৰ্ম্মিতা-গুণৰ স্পৰ্শত বৰ্ণনাবোৰ কাব্য-ৰসামোদীৰ কাৰণে অন্তঃস্পৰ্শী হৈ উঠিছে। বিশেষকৈ চিত্ৰকূটৰ বৰ্ণনা কন্দলীৰ এটা উল্লেখনীয় সৃষ্টি। মূল-ৰামায়ণৰ এটা সৰ্গতে (অযোধ্যা কাণ্ড, ৯৩ সৰ্গ) সীমিত এই বৰ্ণনাই কন্দলীৰ হাতত আহ্লাদজনক-বিস্তৃত-ৰূপ লৈছে। অধ্যাপক উপেন্দ্ৰ চন্দ্ৰ লেখাৰুৰ ভাষাত "এই বৰ্ণনাত কেৱল গছ-লতা, ফুল-পাত, চৰাই-চিৰিকটিৰ নামবিলাকে ভৰাই থোৱা নাই; প্ৰত্যেক দৃশ্য, প্ৰত্যেক বস্তুতে কবিৰ অন্তৰৰ অনুৰাগ ৰঞ্জিত হৈছে।"[৪৬]

*(II) বৰ্ণনা-শক্তি*

স্থানীয়-পৰিবেশ (Local colour) আৰু লৌকিকতাৰ সৃষ্টি কন্দলী ৰামায়ণৰ অন্যতম-বিশেষত্ব। বৃহৎ ৰামায়ণৰ নানান ঠাইত কম-বেছি পৰিমাণে এই বিশেষত্ব দেখিবলৈ পোৱা যায়। উদাহৰণ স্বৰূপে, লঙ্কাত প্ৰবেশ কৰি হনুমানে কি কি দেখিলে আৰু শুনিলে, তাৰ বৰ্ণনা মূলত ( ৰামা, ৫/৪/১০-১৩) যি আছে, কন্দলীয়ে তাৰ যি বৰ্ণনা দিছে, সি অসমৰ প্ৰাকৃতিক-পৰিবেশৰ অন্তৰ্গত আৰু অসমীয়া সাজত সজ্জিত। ইয়াত বৰ্ণিত চৰাইবোৰ অসমৰ চৰাই আৰু খেলবোৰ অসমৰ জনসাধাৰণৰ খেল। ইয়াৰ উপৰিও, সোণৰ লঙ্কাত যে সকলো বস্তুৱেই সোণৰ, জনসাধাৰণৰ এই বিশ্বাসকে ইয়াৰ মাজত ৰূপায়িত কৰা হৈছে। যেনে—

*(III) স্থানীয় পৰিবেশ*

*সুৱৰ্ণৰ হংস লাডু আলি চক্ৰবাক।*
*সুৱৰ্ণৰ শৰালি উৰয় জাকে জাক।।*
*সুৱৰ্ণৰ ময়না ভাটো চুটিয়া শালিকা।*
*সুৱৰ্ণৰ কপৰতি ফিঙ্কা পুণ্ডৰীক।।*
*ৰঙ্গথানে কৌতুহলে ৰাক্ষস মিলিলা।*
*কৌতুহলে খেলাৱয় সুৱৰ্ণৰ ঘিলা।।*
*ভণ্টাখেড়ি খেলাৱয় কতো খেলে ৰাণ্টি।*
*ঠাৱে ঠাৱে ক্ৰীড়া কৰে আকুটি ভ্ৰুকুটি।।*

৪৬. অ. ৰা. সা.

*ঢোপ খেড়ি খেলাবয় কতো লুনি লুনি।*
*গুৱাল গুৱালী খেলে আনন্দিত গুনি।। ইত্যাদি*

অলঙ্কাৰ-প্ৰয়োগৰ ক্ষেত্ৰতো মাধৱ কন্দলী আছিল সিদ্ধহস্ত। তেওঁৰ ৰামায়ণৰ কাব্যিক -মূল্যবৰ্দ্ধনৰ এটা প্ৰধান কাৰণ বিবিধ অলঙ্কাৰৰ যথাযোগ্য- প্ৰয়োগ। শব্দালঙ্কাৰ আৰু অৰ্থালঙ্কাৰ, উভয়শ্ৰেণীৰ ইমানবোৰ অলঙ্কাৰৰ সঘন-প্ৰয়োগে কন্দলীৰ কাব্য জাতিস্কাৰ কৰি তুলিছে যে, তাৰ তুলনাত পৰৱৰ্ত্তি-যুগৰ কাব্যত আৰু নতুন অলঙ্কাৰৰ প্ৰয়োগ দেখিবলৈ পোৱা নাযায় বুলিলেই হয়। কন্দলীৰ ৰামাযণ যিহেতুকে মূলতঃ বাল্মীকিৰ অনুবাদ, ইয়াত স্বাভাৱিকতে কিছুমান মূলানুগ অলঙ্কাৰ থাকিলেও কবিৰ মৌলিক - অলঙ্কাৰৰ প্ৰয়োগেই বেছি। বিভিন্ন, অলঙ্কাৰ-প্ৰয়োগৰ মাজত কবিৰ সূক্ষ্ম-দৃষ্টি, শাস্ত্ৰজ্ঞান, সৌন্দৰ্য্যবোধ, লৌকিক-জ্ঞান আদিৰ কথা পৰিস্ফুট হৈছে। সাধাৰণ মানুহৰ জ্ঞানৰ পৰিসীমাৰ ভিতৰত থকা উপমা-ৰূপক আদিৰ বহুল প্ৰয়োগেৰে কবিয়ে দুই এটা অতি মনোৰম আৰু আকৰ্ষণীয় চিত্ৰ আঁকিছে, আৰু লগতে তাৰ মাজেদি বাল্মীকিৰ ভাবো অব্যাহত ৰাখিছে। উদাহৰণ স্বৰূপে, মূল-ৰামায়ণৰ অযোধ্যা-কাণ্ডৰ ১১৪ সৰ্গত বৰ্ণিত অযোধ্যাৰ শ্ৰীহীন অৱস্থাৰ কন্দলীকৃত অসমীয়া ৰূপান্তৰৰ একাংশ ঃ

*অলঙ্কাৰ*

*কৈকেয়ী মাৱ ভৈলা প্ৰচণ্ড অগনি।*
*শুকান অৰণ্য প্ৰজা লাগি-গৈলা ছন্নি।।*
*জাজ্জ্বল্য সমান ভৈল ৰামহিংসা বাৱে।*
*প্ৰজা অৰণ্যক দহি অগনি উধাৱে।।*
*সব ৰাজপুৰী দশৰথ গৈলা চলি।*
*অযোধ্যা নগৰী ভৈলা যেন পোৰা থলি।।*
*অযোধ্যা নদীত ভৈলা দশৰথ জল।*
*কৈকেয়ী ৰবিজালে শুষিল সকল।*
*প্ৰজা মৎস্য কচ্ছপ তৰত পৰি মৰে।*
*ৰাম শোক মৎস্য ৰঙ্গে খেদি খেদি ধৰে।।*
*শোকানলে ভৈল যেন জল সাগৰৰ।*
*তাতে খেদিলেক যেন কুঞ্জৰ কন্দৰ।।*

পুৰাণসমূহৰ অধিকাংশ কথাই অনষ্টুভ ছন্দত ৰচিত হৈছিল। মাধৱ কন্দলীয়েও ৰামায়ণ-ৰচনাত পদছন্দকেই প্ৰধানভাৱে প্ৰয়োগ কৰিছে। সেইবুলি দুলড়ী আৰু ছবিছন্দৰ প্ৰয়োগো কম দেখা নাযায়। বিষয়বস্তু অনুসৰি কন্দলীয়ে কেইবা ঠাইতো ঝুমুৰি ছন্দও ব্যৱহাৰ কৰিছে।

*(V) ছন্দ*

## দেৱজিত

মাধৱ কন্দলীৰ নামত "দেৱজিত", নামৰ আন এখন কাব্যও পোৱা যায়। নাৰদৰ মুখে কৃষ্ণই শুনে যে, ইন্দ্ৰই তেওঁক অৱজ্ঞা কৰিছে। সেইকাৰণে অৰ্জ্জুনৰ লগতে কৃষ্ণই স্বৰ্গৰ দেৱতাসকলক পৰাস্ত কৰে আৰু নিজৰ শ্ৰেষ্ঠত্ব প্ৰতিপন্ন কৰে। ফলত বিষ্ণুৰ শ্ৰেষ্ঠত্ব প্ৰতিপন্ন হয।

*কবি সাৰোদ্ধাৰ অষ্টাদশৰ সম্মত।*
*মহাপুণ্যপদ ৰচিলোহো দেৱজিত।।*

ভণিতাৰ অন্তৰ্গত এই পদ ফাকিৰ পৰা দুটা কথাই বুজা যায় — কবিয়ে হয়তো অষ্টাদশ - পৰ্ব মহাভাৰতৰ পৰা নাইবা অষ্টাদশ-পুৰাণৰ পৰা সাৰোদ্ধাৰ কৰি এই কাব্য ৰচনা কৰিছে। যি কি নহওক, কাব্যখনত বৈষ্ণৱ-আদৰ্শপ্ৰতিষ্ঠাৰ যত্ন সুস্পষ্ট ঃ

*কৃষ্ণৰ যশস্যা নাম পাপ বিমোচন।*
*মাধৱ কন্দলী ভণে-শুনা সুশোভন।।*
*হেন জানি নামক ধৰিয়ো যত্ন কৰি।*
*ধন জন যত দেখা সবে মাযা জৰি।।*
*ৰাম নাম লৈয়ো আবে দৃঢ় কৰি মন।*
*তেবেসে এৰিবা সবে যমৰ কৰণ।।*
*হৰিভকতিত তৰে চণ্ডাল সম্প্ৰতি।*
*হেন জানি হৰি ভক্তিত দিয়া মতি।।*

এনেকুৱা প্ৰবল বৈষ্ণৱ-আদৰ্শ প্ৰচাৰৰ যত্ন থকা কাৰণে "দেৱজিত" কাব্যখন আলোচ্যমান কবি মাধৱ কন্দলীৰ ৰচনা নহয় বুলি কিছুমানে কব খোজে। কোনো কোনোৱে আকৌ, ইয়াৰ ৰচক ৰূপে পৰৱৰ্ত্তিকালৰ বৈষ্ণৱ-ধৰ্ম্মৰ প্ৰচাৰকামী আন কোনো মাধৱ কন্দলীৰো কল্পনা কৰে। পণ্ডিত হেমচন্দ্ৰ গোস্বামীয়ে[৪৭] অৱশ্যে দ্বিধাহীনভাবেই কৈ গৈছে-- "মাধৱ কন্দলীয়ে লিখা আমি কেৱল দুখন গ্ৰন্থহে দেখিছোঁ-- সাতকাণ্ড ৰামায়ণ আৰু দেৱজিত কাব্য।"

*ৰচক সম্বন্ধে আলোচনা*

"Descriptive Catalogue of Assamese Manuscript"-তো গোস্বামীয়ে এই একে কথাকেই কৈছে। উল্লেখযোগ্য কথা এই যে, প্ৰাকবৈষ্ণৱ-যুগৰ আন আন গ্ৰন্থৰ মাজতো বিষ্ণুভক্তি-প্ৰচলনৰ কথা কম-বেছি পৰিমাণে পোৱা যায়। বিষ্ণু-মাহাত্ম্য প্ৰকাশক প্ৰথম কবি হেম সৰস্বতীৰ "প্ৰহ্লাদ-চৰিত্ৰ"ৰ উপৰিও ৰুদ্ৰ কন্দলী, হৰিবৰ বিপ্ৰ আদিৰ কাব্যৰ মাজতো ঠায়ে ঠায়ে বৈষ্ণৱ-আদৰ্শ প্ৰকাশিত হৈছে। মাধৱ কন্দলীৰ ৰামায়ণৰ

৪৭. হে গো. ৰ. (মাধৱ কন্দলী)

মাজত থকা বিষ্ণু-ভক্তি সূচক কথাবোৰ "আচুফুল" ৰূপে সংযোজিত বুলি ধৰি লোৱা হৈছে যদিও সমগ্ৰ-ৰামায়ণৰ বিস্তৃত কথাৰ মাজত থকা সেই সকলোবোৰ সুসঙ্গত ৰূপত আনৰ সংযোজন বুলি সহজ ভাবে ধৰি লবলৈকো টান লাগে। বহুকাল আগৰে পৰা চলি অহা বিষ্ণু-ভক্তিৰ ক্ৰম-গতি সম্যকৰূপে আলোচনা কৰি আৰু লগতে ৰামাযণৰ ভাযা আৰু প্ৰকাশৰীতিৰ লগত সম্যক সাদৃশ্য দেখুৱাই ড° শৈলেন ভৰালীয়ে[৪৮] প্ৰতিপন্ন কৰিছে যে, "দেৱজিত"ৰ ৰচক আৰু "ৰামায়ণয়"ৰ ৰচক মাধৱ কন্দলী একেজন কবি। এই বিতৰ্কিত বিষয়টোৰ ওপৰত অৱশ্যে আৰু আলোচনাৰ ঠাই আছে।

## আদিযুগৰ সাহিত্যত লক্ষণীয়-বিশেষত্ব

আদিযুগৰ লিখিত-সাহিত্যৰাজিৰ সৃষ্টি হৈছে দুটা ৰাজবংশৰ পৃষ্ঠপোষকতাত—এটা কমতাপুৰৰ ৰাজবংশ আৰু আনটো বৰাহী (কছাৰি) ৰাজবংশ। প্ৰথমটোৱে ৰাজত্ব কৰিছিল বিশাল-কামৰূপ ৰাজ্যৰ পশ্চিম ফালে, আৰু দ্বিতীযটোৱে শাসন কৰিছিল পূৱফালৰ ভূখণ্ডবিশেষ। কবিসকলৰ কাব্যকৃতিৰ আলোচনাৰ মাজত ইতিমধ্যে প্ৰকাশিত হৈছে যে, কমতাপুৰৰ ৰাজবংশৰ নৃপতি আছিল দুৰ্লভনাৰায়ণ, ইন্দ্ৰনাৰায়ণ, শ্ৰীমন্ত তাম্ৰধ্বজ আৰু তেওঁৰ অনুজ, আকৌ পূৰ্ব্বদিশৰ আছিল বৰাহী ৰজা মহামাণিক্য। এই দুই ৰাজবংশ বা প্ৰকাৰান্তৰে এই দুই ৰাজসভাই অসমীযা-সাহিত্যৰ ইতিহাসৰ প্ৰথমাৱস্থাতেই সাহিত্য-সংস্কৃতিৰ বিকাশৰ ক্ষেত্ৰত পৃষ্ঠপোষকতা কৰি অসমীযাক উত্তৰ-পূৰ্ব্বাঞ্চলীয বিশাল ৰাজ্যৰ জনগণে গ্ৰহণ কৰা সাধাৰণ ভাষাৰূপে প্ৰমাণিত কৰিছে। লগতে, সাহিত্য-সংস্কৃতিৰ বিকাশৰ ক্ষেত্ৰত ৰাজপৃষ্ঠপোষকতাৰ আৱশ্যকতা ভৱিষ্যতলৈ সূচনা কৰিছে। ত্ৰয়োদশ-চতুদৰ্শ শতিকাতে বিশাল-ভূখণ্ড কামৰূপ-কমতাৰ জনসাধাৰণৰ মাজত অসমীযা-ভাষাৰ এইধৰণৰ সাৰ্ব্বজনীনত্ব আৰু ইয়াৰ সমৃদ্ধি নিশ্চিত ভাবেই গৌৰবময ঐতিহ্যৰ জ্বলন্ত নিদৰ্শন।

*ৰাজবংশৰ পৃষ্ঠপোষকতা*

সাহিত্যৰ বিষয়বস্তুৰ গুৰুত্বও কম নহয়; ই আছিল সৰ্ব্বভাৰতীয়-সংস্কৃতি আৰু আদৰ্শৰ বাহক। আৰ্য্য-মনীষাসম্ভূত যি দুই মহাকাব্য ভাৰতীয -জনসাধাৰণৰ সকলো প্ৰকাৰে আদৰ্শ গ্ৰন্থ আছিল, সেই ৰামায়ণ-মহাভাৰতৰ কথা চতুৰ্দ্দশ শতিকাত অসমীয়া-পণ্ডিতসকলে কাব্যিক-ৰূপত জনগণৰ মাজত প্ৰচাৰ কৰিছিল। ইয়াৰ উপৰিও "পঞ্চমবেদ" পুৰাণৰ ভক্তিমূলক আখ্যানো কাব্যৰ আকাৰত প্ৰচাৰ হৈছিল।

*দুই মহাকাব্য আধাৰিত*

---

৪৮ দেৱজিত, ভূমিকা : ড° শৈলেন ভৰালী

"সঙ্গীত-সাহিত্য-কলাবিহীনঃ সাক্ষাৎ পশুঃ পুচ্ছবিষাণহীনঃ।" এই কথাষাৰ আমাৰ দেশৰ সাংস্কৃতিক-জীৱনৰ লগত প্ৰযোজ্য। পুৰণি অসমৰ ৰাজন্য-ৰাজপুৰুষসকলো আছিল সাহিত্য-সংস্কৃতিৰ সাধক। কন্দলীৰ ৰামায়ণৰ অন্যতম কাৰণ মহামাণিক্যৰ কাব্যৰস মিতোৱাটোও বুলি অনুমান হয়। কিয়নো, ৰামায়ণৰ ভিতৰতে আছে — "কন্দলী বোলন্ত মাহামাণিয়ে শুনন্ত।" "মহামাণিক্যৰ বোলে কাব্যৰস কিছু দিলো" কথাষাৰেও ৰজাৰ কাব্যস্পৃহাৰ কথা সূচনা কৰে। মুঠতে ৰজা বা ৰাজপুৰুষৰ স্বকীয় কাব্যস্পৃহাও সাহিত্য-সৃষ্টিৰ অন্যতম কাৰণ বুলি ধৰিব পৰা যায়।

*মহাপুৰুষৰ কাব্যস্পৃহা*

আদিযুগৰ উক্ত কবিসকলৰ বহুকাল আগৰে পৰা শাক্ত আৰু শৈৱ ধৰ্ম্মৰ ধাৰা প্ৰৱাহিত হৈ থকাৰ উপৰিও বিষ্ণু-উপাসনা বা বিষ্ণু-ভক্তিৰ প্ৰৱাহো চলি আছিল। খৃষ্টীয় ১০ম- ১১ শ শতিকাত ৰচিত শক্তি-উপাসনাৰ জয়গান গোৱা কালিকা-পুৰাণো[৪৯] আনকি মূলতঃ এখন বৈষ্ণৱ গ্ৰন্থই। খৃষ্টীয় ১৪ শ শতিকাত ৰচিত যোগিনী-তন্ত্ৰতো বহুত বিষ্ণু-উপাসনাৰ কথা আছে।[৫০] হেম সৰস্বতীকে আদি কৰি এই যুগৰ পাঁচোজন কবিৰেই ৰচনাৰ বিভিন্ন প্ৰসঙ্গৰ মাজত বিষ্ণু - ভক্তিৰ উল্লেখৰ কথা কোৱা হৈছে। কন্দলীৰ ৰামায়ণৰ মাজত বৈষ্ণৱ-যুগত উপদেশ "আচুফুল" সুমাই দিয়াটো যদি সঁচাও হয়, তথাপি আন প্ৰকাৰেও তাত বিষ্ণুৰ শ্ৰেষ্ঠত্ব প্ৰতিপাদক কথা নথকা নহয়। মুঠতে এই কথা কোৱাত আসুবিধা নাই— কাব্যৰসৰ কাৰণেই সৃষ্ট এই যুগৰ কাব্যৰাজিৰ অন্তৰ্গত শাক্ত-শৈৱোপাসনাৰ সুঁতিৰ উপৰিও বিষ্ণুভক্তি আৰু ইযাৰ উপাসনাৰ চলন্ত গতিয়ে পৰৱৰ্ত্তি-যুগৰ কবিসকলক বৈষ্ণৱ-ধৰ্ম্মৰ প্ৰচাৰমুখিতাত আধাৰবিহীনভাবে থিয হবলগীয়া কৰা নাই।

*ৰচক সম্বন্ধে আলোচনা*

---

৪৯ অ শ স শা সা (৯ ম অধ্যায়) ড° হৰিনাথ শৰ্ম্মাদলৈ

৫০ দ্ৰষ্টব্য : যোগিনী-তন্ত্ৰত বিষ্ণু-উপাসনা (অসম সাহিত্য সভা - পত্ৰিকা)· ড° হৰিনাথ শৰ্ম্মাদলৈ

# চতুৰ্থ প্ৰকৰণ

## মধ্যযুগ বা বৈষ্ণৱ-যুগ

## (১৪৯০ — ১৮২৬ খৃঃ)

পঞ্চদশ-শতিকাৰ শেষ-দশকৰ পৰা উনবিংশ-শতিকাৰ প্ৰথম-চতুৰ্থাংশলৈকে, এই সুদীৰ্ঘ-কালখণ্ডক অসমীয়া-সাহিত্যৰ মধ্যকালীন-যুগ বা বৈষ্ণৱ-যুগ বোলা হৈছে। উল্লিখিত উক্ত-কালডোখৰৰ মাজত বহু বিষযক লৈ বহুধৰণৰ বহুভাৱাপন্ন সাহিত্যৰ সৃষ্টি হৈছে। ভাব, বিষয়বস্তু আৰু আকৃতি-প্ৰকৃতিগত বিভিন্ন ৰূপলৈ লক্ষ্য কৰিলে এই দীৰ্ঘতম-যুগটোৰ অন্তৰ্গত সাহিত্যক বহু ভাগত বিভক্ত কৰিব পৰা যায়, আৰু সেইবোৰৰ ওপৰত গুৰুত্ব দি এই যুগটোক কেইবাটাও ভাগত ভগাবও পাৰি। ইয়াৰ মাজতো অৱশ্যে এটা বিশেষ কথা আছে। পূৰ্ব্ব-কালৰে পৰা অসমীয়া-সাহিত্যৰ মাজেদি স্পষ্ট অস্পষ্ট ভাৱে বৈ অহা বৈষ্ণৱ-উপাসনা-আদৰ্শৰ যি সুঁতি, আলোচ্যমান-যুগৰ প্ৰথমাৱস্থাতে মহাপুৰুষ-শঙ্কৰদেৱৰ মানস-সৰোবৰৰ পৰা সমুদ্ভুত ভক্তি-স্ৰোতস্বিনীয়ে তাক সামৰি লৈ ফেনেফটোকাৰে উদ্বেলিত-গতিত আগবাঢ়ে আৰু উক্ত-যুগৰ শেষৰ ফালে ইয়াৰ প্ৰৱলতা নাথাকিলেও ক্ষীণ গতি লক্ষ্য কৰা যায়। আন কথাত কবলৈ হ'লে, অন্য ভাৱাপন্ন বিবিধ-সাহিত্য-সৃষ্টি হলেও সেইবোৰৰ নিৰৱচ্ছিন্ন ধাৰাবাহিক-গতি এই যুগটোত পোৱা নাযায়, কিন্তু বিভিন্ন ধৰণৰ বৈষ্ণৱ-সাহিত্য-সৃষ্টিৰ ক্ৰম-গতি সময়বিশেষে দুৰ্ব্বল ভাৱে হলেও নিৰৱচ্ছিন্নভাবে ইযাৰ আদিৰ পৰা শেষ পৰ্য্যন্ত বৈ থাকে। সেয়েহে, আলোচ্যমান এই মধ্যযুগটোক সাৰ্থকভাবেই বৈষ্ণৱ-যুগো বুলিব পৰা যায়।

*আৰম্ভণ*

### পটভূমি ঃ

আমাৰ প্ৰস্তাৱিত এই মধ্যকালীন- যুগত নানাধৰণৰ যি সাহিত্যৰ সৃষ্টি হৈছে, তাৰ পৃষ্ঠভূমিও কম ব্যাপক আৰু শকত নহয়। ছশবছৰীয়া আহোম-ৰাজত্বকালৰ সংঘাত-বৈচিত্ৰ্যপূৰ্ণ দ্বিতীয়াৰ্দ্ধ সোমাইছে এই যুগৰ ভিতৰত। এই কালডোখৰত স্বৰ্গদেউ চুহান্ফাৰ পৰা চন্দ্ৰকান্ত সিংহলৈকে ৰাজত্ব কৰা ৰজাসকলৰ ভিতৰত চহ্‌ম্মুং বা স্বৰ্গনাৰায়ণ, চুচেংফা বা প্ৰতাপ সিংহ, জয়ধ্বজ সিংহ, চক্ৰধ্বজ সিংহ, গদাধৰ সিংহ, ৰুদ্ৰ সিংহ, শিৱ সিংহ ৰাজেশ্বৰ সিংহ, লক্ষ্মীসিংহ, গৌৰীনাথ সিংহ আদিৰ শাসন-কালত সংঘটিত ৰাজনৈতিক-

সংঘাত, যুদ্ধ-বিগ্ৰহ, সন্ধি-অভিসন্ধিবোৰৰ উপৰিও তেওঁলোকে আগবঢোৱা সাংস্কৃতিক অৱদানসমূহেও সাহিত্যসৃষ্টিৰ পটভূমি বিস্তৃত আৰু সুদৃঢ় কৰি তুলিছে। আকৌ, কামৰূপ ৰাজ্যৰ পূৰ্ব্বাংশত চুটিয়াসকলে ৰাজত্ব কৰে ষোড়শ-শতিকাৰ আৰম্ভণিলৈকে, পুৱফালৰে আন এটা অংশ শাসন কৰে কছাৰীসকলে ঊনবিংশ শতিকাৰ প্ৰাৰম্ভ পৰ্য্যন্ত। পশ্চিমাঞ্চলৰ কমতাপুৰ-ৰাজ্য ধ্বংস হোৱাৰ অব্যৱহিত পৰৱৰ্ত্তি-কালত, অৰ্থাৎ ষোড়শ শতিকাৰ আৰম্ভনিত সেই স্থানতে কোচবংশীয় বিশ্বসিংহই ৰাজত্ব আৰম্ভ কৰে, আৰু তেওঁৰ বংশধৰসকলে সপ্তদশ-শতিকাৰ চতুৰ্থ-দশকলৈ ৰাজপাট খায়। সাহিত্য-সংস্কৃতিৰ পটভূমি-সৃষ্টিত কোচ-বংশৰ "ৰাজশিৰোমণি" নৰণাৰাযণ আৰু তেওঁৰ অনুজ চিলাৰাইৰ অৱিহণা অবিস্মৰণীয়। এই বিভিন্ন ৰাজশক্তিবোৰৰ মাজত অৰিযাঅৰি আৰু সময়ে সময়ে যুদ্ধ-বিগ্ৰহো হৈ আছিল। ইয়াৰ উপৰিও এই যুগটোৰ ভিতৰতে বিদেশী মুছলমানে এঘাৰ বাৰ অসম আক্ৰমণ (৪ ৰ্থ — ১৪ শ আক্ৰমণ) কৰে। ইয়াৰ ফলত অসমত মুছলমান-বসতিৰ আৰম্ভ আৰু ক্ৰমবিকাশ হয়, ইছ্‌লামীয-প্ৰভাৱ আৰু সংস্কৃতিয়ে প্ৰৱেশ-পথ উন্মুক্ত কৰে। শেষৰ ফালে মোৱামৰীয়াৰ বিদ্ৰাহ আৰু মানৰ তিনিবাৰ আক্ৰমণত অসমীয়া- জাতিৰ ৰাজহাড ভাঙি যায় — ৰাজনৈতিক, সামাজিক আৰু আৰ্থিক অৱস্থা পানীত হাঁহ নচৰা হয।

*ৰাজনৈতিক-পটভূমি*

ইমানবোৰ ৰাজশক্তিৰ প্ৰতিদ্বন্দ্বিতা আৰু অৰিয়াঅৰি, ৰাজকুমাৰ-ৰাজবিষয়া আদিৰ বিদ্ৰোহ, আত্মকলহ, বিদেশীৰ সঘন-আক্ৰমণ আৰু যুদ্ধ-বিগ্ৰহ — এইবোৰে স্বাভাবিকতে দেশখনৰ সামাজিক-সুস্থতা বহুসময়ত ব্যাহত কৰি তুলিছিল। ইয়াৰ মাজতো কিন্তু এই কথা ঠিক — বহুত ৰজা আৰু ৰাজবিষযা আছিল সুশাসক, বিদ্বান, বিদ্যোৎসাহী, কলা-কৃষ্টিৰ সাধক আৰু তাৰ পৃষ্ঠপোষক, নীতিপৰায়ণ আৰু ধাৰ্ম্মিক। বিশেষকৈ বেছিভাগ আহোম-ৰজা আৰু কোচৰজা আছিল এই গুণবোৰৰ কম-বেছি অধিকাৰী। সেযেহে, সামাজিক বিশৃঙ্খলা আৰু অস্থিৰতা সঘনে উক্ দি থকা সত্ত্বেও ৰাজঘৰীয়া পৃষ্ঠপোষকতা আৰু অনুগ্ৰহে সাহিত্য-সংস্কৃতিৰ বিকাশসাধনৰ পৰিবেশো সৃষ্টি কৰি তুলিছিল। আন হাতেদি ধৰ্ম্মীয়-বিশ্বাস আৰু সেই বিশ্বাসপ্ৰতিফলিত হোৱা কাব্যৰচনাৰ পৰম্পৰাও পূৰ্ব্বকালৰে পৰা চলি আহিছিল। তাতে আকৌ খৃষ্টীয়-পঞ্চদশ-ষোড়শ-শতিকাত মহাপুৰুষ শঙ্কৰদেৱ আদি কেইগৰাকীমান সংস্কাৰকামী ধাৰ্ম্মিক-লোকৰ অভ্যুদয়ো এই প্ৰসঙ্গত বিশেষ উল্লেখনীয়। তেওঁলোকৰ স্বাভাৱিক-ধৰ্ম্মবিশ্বাস আৰু ভগৱদ্ভক্তিয়ে সমাজৰ অন্যায়-দুৰ্নীতি দূৰ কৰি জনকল্যাণকৰ এক শ্ৰেনীৰ সাহিত্য-সৃষ্টি কৰিবলৈ সেইসকলক অনুপ্ৰাণিত কৰিছিল। আনকি কোনো কোনো সময়ত তেওঁলোকে ৰাজভয়-মাৰিভয়কো ভ্ৰূক্ষেপ কৰা নাছিল— তেওঁলোক

*সামাজিক-পটভূমি*

আছিল ধৰ্ম্মৰ প্ৰচাৰমুখী— সাহিত্য সৃষ্টিত-অচল-অটল। এনেকুৱা সামাজিক-পৰিস্থিতিৰ মাজতো বিবিধ ভাৱাপন্ন সাহিত্যসৃষ্টি হোৱাটো সম্ভৱ হৈ উঠিছিল।

মধ্যযুগীয়-ভক্তি-আন্দোলনে সমগ্ৰ-ভাৰতবৰ্ষৰ সাহিত্য-জগতলৈ বোৱাই আনে এক অভিনৱ-প্ৰবল-প্ৰবাহ। খৃষ্টীয়-দ্বাদশ-ত্ৰয়োদশ-শতিকাৰ পৰা পঞ্চদশ-ষোড়শ শতিকালৈকে, এই কালডোখৰৰ ভিতৰত সমগ্ৰ ভাৰতব্যাপি বিষ্ণুভক্তিৰ জাগৰণ প্ৰকট হৈ উঠে। এই জাগৰণত উদ্বুদ্ধ হৈ বিভিন্ন স্থানৰ ধৰ্ম্মাচাৰ্য্যসকলে হাতত তুলি লয় লেখনী— তাৰ ফলশ্ৰুতিস্বৰূপে পোৱা যায় দেশৰ বিভিন্ন-প্ৰান্তত, বিভিন্ন-ভাষাত নানাবিধ গীত-পদ, কাব্য-নাট আদিবোৰ। অসমীযা-সাহিত্যৰ আলোচ্যমান-যুগটোৰো সাহিত্য-কাননৰ বিভিন্ন দিশ এই ধৰণৰ ফলশ্ৰুতিয়ে জকমকীয়া কৰি তোলে।

*ধৰ্মীয় পটভূমিঃ*
*১ ভক্তি-আন্দোলনৰ আৰম্ভণি*

ভাৰতৰ এই ভক্তি-আন্দোলনৰ যুগটোয়ে ইউৰোপৰ নৱজাগৰণৰ (Renaissance) তিনিশ বছৰীয়া কালডোখৰৰ (১৩৫০ খৃঃ ৰ পৰা প্ৰায় ১৬৫০ খৃঃ লৈ) কথা মনত পেলায়। জাৰ্ম্মান দেশৰ ধৰ্ম্মসংস্কাৰক মাৰ্টিন লুথাৰৰ (১৪৮৩ — ১৫৪৬ খৃঃ) প্ৰোটেষ্টাণ্ট্ (Protestant) ধৰ্ম্মৰ প্ৰভাৱ আৰু প্ৰাচীন গ্ৰীক্-ৰোমান সাহিত্য-কলাৰ চৰ্চ্চা এই যুগৰ আছিল বিশেষত্ব। গতিকে কব পৰা যায়— প্ৰায় একে সময়তে ভাৰতবৰ্ষৰ নিচিনা ইউৰোপতো ধ্ৰুপদীসম্পদ-ৰাজিক জাগ্ৰত কৰি তোলাটো অন্যতম বিশেষত্ব আছিল।

আমাৰ আলোচ্যমান-মধ্যকালীন-যুগটোৰ অধিকাংশ ৰচনাই বিষ্ণুভক্তিমূলক আৰু বৈষ্ণৱ-ভাৱাপন্ন। এই প্ৰাসঙ্গিকতা ৰক্ষাৰ কাৰণে বিষ্ণু আৰু বিষ্ণু-উপাসনাৰ সাধাৰণ আভাস ইয়াত দিয়াৰ প্ৰয়োজন অৱশ্যে নোহোৱা নহয়। শাক্ত আৰু শৈৱ ধৰ্ম্মৰ নিচিনা বৈষ্ণৱ-ধৰ্ম্মৰো বীজ নিহিত আছে ঋগ্বেদৰ ভিতৰত। ঋগ্বেদৰ একাধিক স্থানত বিষ্ণুৰ নামোল্লেখ থাকিলেও বিষ্ণু তাত প্ৰধান দেৱতা ৰূপে পৰিগণিত হোৱা নাই — তাত তেওঁ ইন্দ্ৰৰ সখা[১] আৰু কোনো কোনো ঠাইত আদিত্যৰ লগতো অভিন্ন। বিষ্ণুক উপাস্য-দেৱতাৰূপে লৈ বৈদিক-যুগত কোনো ধৰ্ম্মীয়-মতবাদ গঢ লৈ উঠা বুলি অৱশ্যে কব নোৱাৰি। পাণিনিৰ "অষ্টাধ্যায়ী"ত (৪/৩/৯৮) বাসুদেৱ-ভক্তিৰ কথা পোৱা যায়। পাণিনি-উল্লিখিত এই বাসুদেৱ-ভক্তিকেই বৈষ্ণৱ-ধৰ্ম্মৰ প্ৰাচীনতম্ উৎস বুলিও কোনো কোনো পণ্ডিতে স্বীকাৰ কৰিছে।[২] বৈদিক-দেৱতা বিষ্ণুৱেই বাসুদেৱ-কৃষ্ণৰূপে পৰিগণিত হোৱাত আৰু ক্ৰমশঃ তেওঁত ঈশ্বৰত্ব

*২. বিষ্ণু আৰু বিষ্ণু-উপাসনাৰ ক্ৰমবিকাশ*

---

১ ইন্দ্ৰস্য যুজ্যঃ সখা (ঋক্ ১/১২/১৯)

২. A.I.U. (Vaisnavism by D C. Sircar)

আৰোপিত হোৱাত তেওঁক কেন্দ্ৰ কৰিয়েই পৰৱৰ্ত্তিযুগত এটা ধৰ্ম্মীয়-শাখাই গঢ় লৈ উঠে — নাম হয় বৈষ্ণৱ-ধৰ্ম্ম। দৰাচলতে কবলৈ গ'লে, কালক্ৰমত ব্ৰাহ্মণ, ধৰ্ম্মসূত্ৰ, আৰণ্যক আদি কিছুমান শাস্ত্ৰৰ মাজেদি ভিন্ ভিন্ ভক্ত-উপাসকৰ মত-বিশ্বাসৰ ভক্তি-অৰ্ঘ্য লাভ কৰি বাসুদেৱ, নাৰায়ণ আৰু বিষ্ণু একেইজন শ্ৰেষ্ঠ-দেৱত পৰিণত হয়।[৩] তথাপি কিন্তু মহাভাৰতৰ পূৰ্ব্ববিৰচিত আখ্যানবোৰৰ মাজত অঙ্কিত বাসুদেৱ-কৃষ্ণত ঐশীশক্তিৰ পূৰ্ণ-বিকাশ হোৱা দেখা নাজায়।[৪] মহাভাৰতৰ শান্তিপৰ্ব্বৰ অন্তৰ্গত নাৰায়ণীযো-পাখ্যানতহে তেওঁক ঐশীশক্তিৰ পূৰ্ণবিকাশপ্ৰাপ্ত পৰম-পুৰুষৰূপে পোৱা যায়। মহাভাৰতৰ অন্তৰ্গত শ্ৰীমদ্ভগৱদগীতা-খণ্ডত বাসুদেৱ কৃষ্ণকেন্দ্ৰী যি যোগধৰ্ম্ম চমুকৈ কথিত হৈছে, সি অৱশ্যে "নাৰায়ণীয়োপাখ্যান"ত বৰ্ণিত ভাগৱত-ধৰ্ম্মৰ প্ৰায় অনুৰূপ। বিশেষ কথা এই যে, গীতা আৰু মহাভাৰতৰ বৰ্ণনাৰ পৰা বুজা যায়- উক্ত দুই শাস্ত্ৰৰ পূৰ্ব্বৰে পৰা এই ধৰ্ম্মৰ পৰম্পৰা চলি আহিছে। ই অব্যয়—কল্পে কল্পে ই বিলোপ আৰু প্ৰকাশ হৈ আহিছে। বৰ্ত্তমান কল্পৰ ত্ৰেতা যু গৰ আৰম্ভতে বিৱস্বানে মনুক, আৰু মনুযে নিজ পুত্ৰ ইক্ষ্বাকুক এই ধৰ্ম্ম দিযে। তেতিয়াৰ পৰা এই ভাগৱত-ধৰ্ম্ম পৃথিৱীত প্ৰচলিত হৈ আছে।[৫] এই ধৰ্ম্ম সম্বন্ধে শ্ৰীমদ্ভগৱগীতা শাস্ত্ৰযো[৬] একে কথাকেই কৈছে। আনহাতেদি আকৌ লক্ষ্য কৰিব লগীয়া— বেদান্তৰ নিৰ্গুণ ব্ৰহ্মবাদত ভক্তিৰ স্থান নাই বুলিব পাৰি। উপনিষদে "পৰং চাপৰং চ ব্ৰহ্ম",[৭] অৰ্থাৎ ব্ৰহ্মাক সাকাৰ আৰু নিৰাকাৰ বা সগুণ আৰু নিৰ্গুণ উভায়াত্মক বুলিছে যদিও সেই ব্ৰহ্মবস্তু ইয়াত প্ৰধানভাবে নিৰ্গুণ আৰু নিৰ্ব্বিশেষ; সি বাক্য, মন আৰু চক্ষুৰ আগোচৰতত্ব।[৮] সীমিত বোধজ্ঞান আৰু ধাৰণাশক্তিৰে মানুহৰ এনেকুৱা পৰমতত্ত্বৰ উপলব্ধি সহজসাধ্য নহয়, অথচ তাক উপলব্ধিৰ ভিতৰত আনিব নোৱাৰিলে ভক্তই ভক্তিৰ মাৰ্গত আগুৱাব নোৱাৰে। সেয়েহে, ধৰ্ম্ম-ৰাজ্যত নিৰ্গুণ -তত্ত্বৰ সগুণ আৰু

---

৩ নাৰাযণায বিদ্মহে বাসুদেৱায ধীমহি তন্নো বিষ্ণুঃ প্ৰচোদয়াৎ"— তৈত্তিৰীয- আৰণ্যকৰ অন্তৰ্গত এই মন্ত্ৰফাকিযেও স্পষ্টভাবে প্ৰমাণ কৰে যে, নাৰায়ণ, বাসুদেৱ আৰু বিষ্ণু এক।

৪ D C Sircar এ ইয়াৰ কাৰণবোৰ তেওঁৰ "Vaisnavism" নামৰ আলোচনাত দেখুৱাইছে (The Age of Imperial Unity)

৫ মহা শান্তিপৰ্ব্ব, ৩৪৮/৮,৫১,৫২

৬ ইমং বিৱস্বতে যোগং প্ৰোক্তৱানহমব্যয়ম্।
বিৱস্বান্ মনৱে প্ৰাহ মনুৰিক্ষ্বাকবেऽব্ৰবীৎ।।
এৱং পৰম্পৰাপ্ৰাপ্তমিমং ৰাজৰ্ষয়ো বিদুঃ।
সকালেনেহ মহতা যোগো নষ্টঃ পৰন্তপ।। (৪/১,২)

৭. প্ৰ উ., পঞ্চম প্ৰশ্ন

৮. নৈৱবাচা ন মনসা প্ৰাপ্তুং শক্যোন ন চক্ষুসা।
অস্তীতি ব্ৰুৱতোऽন্যত্ৰ কথং তদুপলভ্যতে।। (কঠ. ৬ষ্ঠ বল্লী)

সাকাৰ ঈশ্বৰৰ প্ৰযোজন অনুভূত। ফলস্বৰূপে, পৰৱৰ্ত্তিযুগত মহাভাৰত, গীতা, হৰিবংশ, বিষ্ণুপুৰাণ আৰু ভাগৱত-পুৰাণ পৰ্য্যন্ত কিছুমান শাস্ত্ৰত অৱতাৰবাদ প্ৰতিষ্ঠিত হয়। বিশেষ কথা— ব্ৰহ্মাৰ সাকাৰ-ৰূপ এইদৰে প্ৰকট হোৱা মানে তেওঁৰ নিৰাকাৰ-নিৰ্গুণ-বিভাৱৰ বিলুপ্তি নহয়, সাকাৰ-নিৰাকাৰ দুয়োটা বিভাৱেই ভক্তবিশেষ কাৰণে তাত বৰ্ত্তমান।

পুৰাণ-শাস্ত্ৰবোৰৰ ভিতৰত ভাগৱত শেষতম ৰচনা।[৯] সকলোবোৰ পুৰাণৰ ভিতৰত ই সৰ্ব্বশ্ৰেষ্ঠ; শাস্ত্ৰকাৰে নিজেই ইয়াক বুলিছে পুৰাণ-সূৰ্য্য, কলিযুগৰ অজ্ঞান-অন্ধকাৰ দূৰ কৰিবৰ কাৰণে এই সূৰ্য্যৰ উদয় হৈছে।[১০] ব্যাসদেৱকৃত-পূৰ্ব্বশাস্ত্ৰবোৰতকৈ ভাগৱত যে শ্ৰেষ্ঠ, ইয়াৰ কেইটামান বিশেষ কাৰণ আছে। প্ৰথমতে, ভাগৱতাঙ্কিত অৱতাৰিপুৰুষ শ্ৰীকৃষ্ণ পূৰ্ণ ব্ৰহ্মত্বসম্পন্ন, অৰ্থাৎ ভগৱানৰ সকলো গুণ আৰু লক্ষণ (তটস্থ-লক্ষণ আৰু স্বৰূপ-লক্ষণ ) তেওঁৰ গাত বিৰাজিত।[১১] সেয়েহে, "কৃষ্ণস্তু ভগবান্ স্বয়ম্"। দ্বিতীয়তে, ভাগৱত-শাস্ত্ৰত নিৰূপিত হৈছে পৰম-ধৰ্ম্ম। এই ধৰ্ম্মৰ দ্বাৰা ত্ৰিতাপ বিনষ্ট হয় আৰু পৰম-মঙ্গলপ্ৰদ পৰমাৰ্থস্বৰূপ-ভগৱদ্বস্তুক হৃদযঙ্গম কৰিব পৰা যায়।[১২] তৃতীয়তে, ভাগৱত-শাস্ত্ৰ বেদকল্পতৰুৰ ফল, অৰ্থাৎ ইয়াৰ সকলো কথা বেদৰ তত্ত্বৰ ওপৰত প্ৰতিষ্ঠিত।[১৩] ভাগৱতক মানা মানেই বেদক মানা। ইয়াৰ উপৰিও ভাগৱত-শাস্ত্ৰৰ শ্ৰেষ্ঠত্বৰ অন্যতম কাৰণ ইয়াৰ মাজত প্ৰকাশিত ভগৱদ্ভক্তিৰ প্ৰাধান্য। গীতা-শাস্ত্ৰৰ সংক্ষিপ্ত ভক্তিবাদে ভাগৱতত পূৰ্ণতা লাভ কৰিছে বিস্তৃত ৰূপত। এই প্ৰসঙ্গৰ আন এটা কথা এই যে, যি পৰম-সত্যক নমস্কাৰ জনাই ভাগৱতৰ প্ৰতিপাদ্য-বিষয় আৰম্ভ কৰা হৈছে, সেই পৰম-সত্যক পুনঃ নমস্কাৰ জনাই[১৪] গ্ৰন্থৰ সামৰণিও মাৰা হৈছে। আকৌ, আৰম্ভণিতে ভাগৱতক বেদৰ ফল বুলি কোৱাৰ নিচিনা পৰিসমাপ্তিতো ইয়াক বেদৰ সাৰ বুলি দোহৰা হৈছে।[১৫] ভাগৱতৰ শ্ৰেষ্ঠত্ব প্ৰতিপাদনত আদি-অন্তৰ এই দ্বিৰুক্তি তাৎপৰ্য্যপূৰ্ণ।

*৩ ভাগৱতৰ শ্ৰেষ্ঠত্বৰ কাৰণ*

---

৯ ভাগৱতৰ ৰচনাকাল সম্বন্ধে আধুনিক পণ্ডিতসকলৰ মাজত মতভেদ থাকিলেও অধিক সংখ্যক পণ্ডিতৰ বলৱৎ যুক্তি এই যে, এই শাস্ত্ৰ খৃষ্টীয় ৯ ম-১০ ম শতিকাৰ ভিতৰত দাক্ষিণাত্যৰ ভক্ত আলোৱাৰসকলৰ মাজত উদ্ভৱ হৈছে।

১০ কলৌ নষ্ট দৃশামেষ পুৰাণাৰ্কোऽধুনোদিতঃ। (ভাগৱত, ১/৩/৪৫)

১১. ভাগৱত, ১/১/১

১২. ভাগৱত, ১/১/২

১৩ ভাগৱত, ১/১/৩

১৪. শুদ্ধং বিমলং বিশোকমমৃতং সত্যং পৰং ধীমহি। (১২/১৩/১৯)

১৫. সৰ্ববেদান্তসাৰং হি শ্ৰীভাগৱতমিষ্যতে। ( ১২/১৩/১৫)

উক্ত গুণ-বৈশিষ্ট্যবোৰৰদ্বাৰা পৰিপুষ্ট ভাগৱত-শাস্ত্ৰ ৰচনা হোৱাত ভাৰতৰ মধ্যযুগীয়-বৈষ্ণৱ-পণ্ডিতসকলে ইযাক সাদৰে গ্ৰহণ কৰে। তেওঁলোকে দেখিলে— ভগৱানৰ পূৰ্ণ অৱতাৰ-বাসুদেৱ-কৃষ্ণৰ লীলা-মাহাত্ম্য যি গ্ৰন্থৰ প্ৰতিপাদ্য বিষয়, ভগৱদ্ভক্তি যি গ্ৰন্থৰ মূল-ৰস আৰু বেদাৰ্থৰদ্বাৰা যি গ্ৰন্থ সঞ্জীৱিত, সেই গ্ৰন্থখন সকলো বৈষ্ণৱ-শাস্ত্ৰৰ ভিতৰতে উৎকৃষ্ট। লগতে আৰু বুজিলে— সকলো ফালেদি নিখুঁত এই ভাগৱত-শাস্ত্ৰৰ ওপৰতেই বৈষ্ণৱ-ধৰ্ম্ম বা ভক্তিধৰ্ম্ম সুন্দৰভাবে প্ৰতিষ্ঠিত কৰিব পাৰি। সেযেহে, বৈষ্ণৱ-পণ্ডিত সকলে প্ৰধানভাবেই ভাগৱতকেই আধাৰ-গ্ৰন্থ হিচাপে লৈ কম-বেছি মত-বৈশিষ্ট্য পৰিপুষ্ট-স্বকীয-ভক্তিৱাদ প্ৰশস্ত কৰি তোলে।

*৪ ভক্তিধৰ্মৰ আধাৰ-গ্ৰন্থ*

আধুনিক-পণ্ডিতসকলৰ বিচাৰ-দৃষ্টিত প্ৰমাণিত হৈছে যে, খৃষ্টীয নৱম-দশম শতিকাৰ ভিতৰত দাক্ষিণাত্যৰ আলোৱাৰসকলৰ মাজত-ভাগৱত-পুৰাণৰ উদ্ভৱ হৈছে। আলোৱাৰসকলৰ অন্যতম উত্তৰাধিকাৰী নাথমুনি আছিল উল্লেখনীয় ভক্ত; সম্ভৱতঃ তেওঁ একাদশ-শতিকাৰ লোক। তেওঁৰ পাছত যিসকল বৈষ্ণৱাচাৰ্য্য প্ৰখ্যাত হৈ উঠে, সেইসকলৰ ভিতৰত খৃষ্টীযদ্বাদশ-শতিকাৰ ৰামানুজাচাৰ্য্য অতীৱ বিখ্যাত। বিশিষ্টাদ্বৈতৱাদ নামৰ দাৰ্শনিক-মতৱাদৰ মাজেদি তেওঁ ভক্তিধৰ্ম্মৰ পোষকতা কৰে। ৰামানুজৰ প্ৰায সমসাময়িক অন্যতম বৈষ্ণৱ-গুৰু নিম্বাকাচাৰ্য্য। ভেদাভেদবাদ নামৰ দাৰ্শনিক-মতৰ আধাৰত তেওঁ বিষ্ণুভক্তি প্ৰচাৰ কৰে। কিছুকাল পাছত কৰ্ণাটকৰ মধবাচৰ্য্য, মহাৰাষ্ট্ৰ-অঞ্চলৰ জ্ঞানদেৱ আৰু নামদেৱ আদি আচাৰ্য্যৰ যোগেদি ভাৰতৰ দক্ষিণাংশ আৰু পশ্চিমাঞ্চলত ভক্তি-আন্দোলন প্ৰসাৰিত হয় খৃষ্টীয ত্ৰয়োদশ-চতুৰ্দ্দশ শতিকাৰ ভিতৰত। ক্ৰমশঃ ভক্তি-আন্দোলনৰ প্ৰসাৰণ হয়। পঞ্চদশ-ষোড়শ শতিকাৰ ভিতৰত ভাৰতবৰ্ষৰ উত্তৰাঞ্চল আৰু পূৰ্ব্বাঞ্চলত ভক্তি-ধৰ্ম্ম-আন্দোলন ব্যাপক হৈ উঠে। উত্তৰ-ভাৰতৰ কবীৰ দাস, তুলসী দাস আৰু সুৰদাস (১৪ শ — ১৬ শ শতিকা), উৰিষ্যাৰ বলোৰাম দাস, জগন্নাথ দাস আৰু সৰলা দাস (১৫ শ — ১৬ শ শতিকা), বঙ্গদেশৰ চৈতন্যদেৱ (১৬ শ শতিকা) আৰু অসমৰ শঙ্কৰদেৱ, মাধৱদেৱ, দামোদৰদেৱ আৰু হৰিদেৱ (১৫ শ— ১৬ শ শতিকা), আদিৰ নাম এই প্ৰসঙ্গত বিশেষভাবে উল্লেখ কৰা হ'ল। এইদৰে মধ্যযুগত সমগ্ৰ ভাৰতব্যাপি হোৱা বৈষ্ণৱ-আন্দোলনে অঞ্চলবিশেষৰ আচাৰ্য্যসকলক ধৰ্ম্মপ্ৰচাৰৰ মাধ্যমৰূপে নানা গ্ৰন্থ ৰচনা কৰাৰ অৱকাশ আৰু প্ৰেৰণা যোগায়। সেয়েহে, কব পৰা যায— এই বৈষ্ণৱ-আন্দোলন অকল অসমৰে নহয়, গোটেই ভাৰতৰে ই মধ্যযুগীয় সাহিত্যৰ মূল-পটভূমি। বিশেষকৈ উত্তৰভাৰতীয় আৰু পূৰ্ব্বভাৰতীয় উক্ত আচাৰ্য্যসকলে অঞ্চলবিশেষত ধৰ্ম্ম-প্ৰচাৰ কৰাৰ লগতে সেই উদ্দেশ্য ৰচনা কৰা গীত-পদ-নাট আদিৰ যোগেদি তেওঁলোক

*বৈষ্ণৱ-আচাৰ্য্য-সকল ঃ কাব্যসৃষ্টি*

নিজ নিজ আঞ্চলিক-ভাষাৰ কৱি-সাহিত্যিক ৰূপেও পৰিগণিত হৈছে। সেযেহে, বিভিন্ন আঞ্চলিক-সাহিত্যৰ ইতিহাসত এই আচাৰ্য্যসকলৰ অৱদান অবিস্মৰণীয়েই নহয়, প্ৰাতঃস্মৰণীয়ও।

আন উল্লেখনীয় কথা এই যে, উক্ত মধ্যযুগৰ বৈষ্ণৱ-আন্দোলনৰ স্ফীট-হেন্দোলনিয়ে পূৰ্ব্বৰে পৰা চলি অহা শৈৱ-শক্তি উপাসনাৰ সুঁতিটো একেবাৰে বিলুপ্ত কৰি দিব পৰা নাছিল। সেয়েহে, এই মতাদৰ্শৰ সাহিত্যও সময়বিশেষে, আনকি বৈষ্ণৱ-ভাৱাপন্ন দুই এজন কবিৰ হাততো সৃষ্টি নোহোৱাকৈ থকা নাছিল। বিশেষকৈ এই যুগৰ প্ৰথমাৱস্থাতে সৃষ্টি হোৱা পাঁচালী-সাহিত্য (মনসা-কাব্য) আৰু শেষৰফালে বৈষ্ণৱ-আন্দোলনৰ প্ৰৱলতা

*অন্য ভাৱাপন্ন সাহিত্য-সৃষ্টি*

কমি যোৱাত আহোম-ৰাজশক্তিৰ পৃষ্ঠপোষকতাত ৰচিত হোৱা শাক্ত-সাহিত্যৰাজি উল্লেখনীয়। ইছলামধৰ্ম্মৰ প্ৰভাৱৰ ফলস্বৰূপে সেই ধৰ্ম্মৰ ভাৱাদৰ্শত কিছুমান গীত-পদ আৰু কাব্যও ৰচিত হয়। আকৌ, শঙ্কৰদেৱৰ অব্যৱহিত পৰৱৰ্ত্তি-কালত বিভিন্ন সত্ৰবোৰ গা কৰি উঠে, আৰু সেইবোৰৰ যোগেদি বৈষ্ণৱ-ধৰ্ম্ম প্ৰচাৰৰ উপৰিও প্ৰচাৰধৰ্ম্মী নানাবিধ গীত-পদ নাট-চৰিত-কথা আদিৰ সৃষ্টি হয। আন এটা কথা এই যে, আহোম-ৰাজত্বৰ শেষৰ ফালে, অৰ্থাৎ খৃষ্টীয় সপ্তদশ-অষ্টাদশ শতিকাত আহোম ৰজাসকলৰ হিন্দুধৰ্ম্ম আৰু সংস্কৃতিৰ প্ৰতি অনুৰাগ বাঢে।তাৰ ফলস্বৰূপে, ৰাজপৃষ্ঠপোষকতা আৰু ৰাজবিষয়াবিলাকৰ সৌজন্যত এক শ্ৰেণীৰ ধৰ্ম্মীয-সাহিত্য আৰু বিবিধ প্ৰকাৰৰ বৈষযিক-সাহিত্যৰ সৃষ্টি হয়।

## সাহিত্যৰাজিৰ শ্ৰেণীবিভাগ ঃ

আলোচ্যমান সুদীৰ্ঘ-মধ্যযুগৰ ভিতৰত ৰচিত সাহিত্যৰাজিক ভাৱধাৰাৰ ফালৰ পৰা প্ৰধানভাবে ভগাব পাৰি দুটা ভাগত-- এটা ধৰ্ম্মীয় আৰু আনটো বৈষয়িক। বিষয়বস্তুৰ ফালৰ পৰা সাহিত্য- ৰাজিক কেইবাটাও ভাগত ভগাব পৰা যায়। যেনে-- ভাগৱত-সাহিত্য (ভাগৱত-পুৰাণৰ অনুবাদ, ভাগৱত-পুৰাণৰ বিষয়বস্তুৰ ওপৰত আধাৰিত গ্ৰন্থ,

*বিভিন্ন দিশৰ পৰা শ্ৰেণী বিভাগ*

নাইবা ভগৱদ্ গুণ-লীলা প্ৰকাশক যিকোনো ৰচনা), ৰামায়ণী-সাহিত্য (ৰামায়ণৰ অনুবাদ আৰু ৰামায়ণী কথাৰ ওপৰত আধাৰিত যিকোনা গ্ৰন্থ); মহাভাৰতীয়- সাহিত্য (মহাভাৰতৰ অনুবাদ আৰু মহাভাৰতীয়-কথাবস্তুৰ সমল লৈ ৰচনা কৰা গ্ৰন্থ), পৌৰাণিক-সাহিত্য (ভাগৱত-পুৰাণত বাহিৰে আন আন পুৰাণৰ অনুবাদ, নাইবা তেনে কোনো পুৰাণৰ কথাবস্তুৰ আধাৰত আধাৰিত গ্ৰন্থ); চৰিত-সাহিত্য (শঙ্কৰদেৱ-মাধৱদেৱ, হৰিদেৱ-দামোদৰদেৱ আদি ধৰ্ম্মগুৰুসকলৰ লগতে আন আন প্ৰপন্ন শিষ্য-প্ৰশিষ্যসকলৰ জীৱন-লীলাৰ বৰ্ণনাবিষয়ক পুথি); তান্ত্ৰিক-সাহিত্য (তন্ত্ৰৰ অনুবাদ আৰু তান্ত্ৰিক-কথাৰ আধাৰত ৰচিত শাক্ত-সাহিত্য) বুৰঞ্জীসাহিত্য; বিবিধ বৈষয়িক-সাহিত্য; ইছলামী প্ৰভাৱ জনিত-সাহিত্য ইত্যাদি। সাহিত্যিক-

ৰূপ বা গঠনৰীতিৰ ওপৰত নিৰ্ভৰ কৰিও এই যুগৰ সাহিত্য-ৰাজিক কিছুমান ভাগক ভগাব পাৰি। যেনে — অনুবাদ, কাব্য, নাট, গীত, চৰিত-কথা, বৈষয়িক গদ্য, সংস্কৃত-গ্ৰন্থৰ গদ্যৰূপ ইত্যাদি।

সুদীৰ্ঘ-মধ্যযুগীয় ৰচনাৰাজিক সময়ৰ ওপৰত নিৰ্ভৰ কৰি সময়ৰ প্ৰভাৱ অনুসৰিও আকৌ প্ৰধানভাবে দুটা ভাগৰ অন্তৰ্গত কৰিব পাৰি। ইযাৰ প্ৰথম ভাগটো শঙ্কৰদেৱৰ ধৰ্ম্মীয়-মতবাদেৰে পৰিপুষ্ট। অৰ্থাৎ, এই যুগৰ কবিসকল আছিল শঙ্কৰদেৱৰ একান্ত অনুৰাগী, পণ্ডিত আৰু বিষ্ণুভক্ত। তেওঁলোকৰ ৰচনাৰাজি আছিল গহীন, অন্তৰ্মুখী আৰু হৰিভক্তিপ্ৰকাশক। তেওঁলোকৰ কিছুমানে, আনকি শঙ্কৰদেৱৰ অনুজ্ঞা আৰু আদৰ্শ মানি এক ভাবাপন্ন, অৰ্থাৎ বিষ্ণুভক্তি- প্ৰকাশক সাহিত্য সৃষ্টি কৰিছে। সেয়েহে, এইধৰণৰ সাহিত্যৰাজি সৃষ্টি হোৱা আমাৰ মধ্যযুগটোৰ প্ৰথমাংশক সাৰ্থকভাবে শঙ্কৰী-যুগো বুলিব পৰা যায। সময়ৰ হিচাপত কিছু পাছৰ ফালে সৃষ্ট দ্বিতীয় ভাগটোতো শঙ্কৰদেৱৰ হৰি-ভক্তিপ্ৰচাৰৰ সুঁতিটো বৈ আছিল যদিও ই সবল আৰু একক নাছিল— আন-ধৰ্ম্মীয ভাৱ আৰু বৈষযিক-জ্ঞানৰ খলকনিযে এই যুগটো হেন্দোলিত কৰি তুলিছিল। সেযেহে, এই যুগৰ লেখকসকলৰ ৰচনাৰাজিত ভাৱৰ গভীৰতা আৰু তাত্বিক-দিশ যথোচিতভাবে উন্মুক্ত হোৱাৰ পৰিৱৰ্ত্তে বিশেষভাবে বিষয়-বস্তুৰ ব্যাপকতাহে অধিকভাবে দেখা গৈছিল। ড° সত্যেন্দ্ৰ নাথ শৰ্ম্মাই[১৬] এই যুগটোক বিস্তাৰ আৰু অৱসাদৰ কাল বুলিছে। বিষযবিস্তৃতিৰ ফালৰ পৰা "বিস্তাৰ-যুগ" বোলাটো সাৰ্থক, আৰু ভক্তি-প্ৰৱণতাৰ মন্থৰ-গতিয়ে "অৱসাদৰ কাল" বোলা কথাষাৰো অৰ্থপূৰ্ণ কৰি তুলিছে যদিও আন আন নতুন দিশৰ চলন্ত প্ৰৱাহে কিন্তু যুগটোলৈ অৱসাদ অহা বুলি কোৱাত বাধা জন্মায। যি কি নহওক, এই গোটেইবোৰ বিভাগ আগত ৰাখি ভিন্ ভিন্ ধৰণে আমাৰ মধ্যযুগীয-সাহিত্য ৰাজিৰ আলোচনা কৰাৰ অৱকাশ আছে।

*শঙ্কৰী-যুগ আৰু বিস্তাৰযুগ বোলাৰ সাৰ্থকতা*

## আমাৰ আলোচনাত গৃহীত বিভাজন ঃ

ভিন্ ভিন্ দৃষ্টিকোণৰ পৰা বিভিন্ন ধৰণৰ বিভাজন আৰু তাৰ আলোচনাৰ অৱকাশৰ কথা ওপৰত কোৱা হ'ল। আলোচনাৰ সুবিধাৰ কাৰণে আমি কিন্তু আমাৰ প্ৰস্তাৱিত মধ্যযুগ বা বৈষ্ণৱ-যুগৰ ভিতৰত ৰচিত সমগ্ৰ-সাহিত্যৰাজিক এই কেইটা ভাগত ভগাইছোঃ

১। পাঁচালী সাহিত্য (মৌলিক-শাক্ত-সাহিত্য)
২। বৈষ্ণৱ-সাহিত্য

---

১৬. অ. সা স. ই.

৩। বৈষয়িক-সাহিত্য
৪। শাক্ত-সাহিত্য (প্ৰধানভাবে অনুবাদমূলক)
৫। ইছ্লামীপ্ৰভাৱজনিত সাহিত্য

উল্লেখনীয় কথা— এই কেইটা ভাগত বিভক্ত কৰা হৈছে যদিও ভাবাৰ্থ আৰু বিষয়বস্তুৰ ফালৰ পৰা এইবোৰৰ মাজত প্ৰভেদ সকলো সময়তে পানী নসৰকা বিধৰ নহয়। আনকি, কেতিয়াবা একান্ত বৈষ্ণৱ-ভাবাপন্ন কবিৰ হাততো বৈষ্ণৱ-আদৰ্শ লুকাই ৰখা লৌকিক-কাব্যৰ সৃষ্টি হৈছে। আন হাতেদি আকৌ, বৈষয়িক-ভাবাপন্ন কবিৰ কাব্যৰ মাজতো কেতিয়াবা বৈষ্ণৱ-আদৰ্শই ভুমুকি মাৰিছে, আৰু কেতিয়াবা তেওঁলোকৰ হাততেই বৈষ্ণৱ-ভাৱ-সম্পৃক্ত- গ্ৰন্থও ৰচিত হৈছে। যি কি নহওক, দীৰ্ঘকাল ব্যপক মধ্যযুগৰ প্ৰথমভাগৰ সাহিত্যৰাজিত প্ৰকাশিত হৈছে বিষ্ণুভক্তি আৰু তাত্ত্বিক-কথাৰ গাঢ়তা, আৰু দ্বিতীয় ভাগত ক্ৰমশঃ তাৰ গাঢতা শিথিল হৈ লগে লগে বৈষযিক-ভাৱাদৰ্শৰ প্ৰসাৰণ বাঢ়ি উঠিছে। শঙ্কৰ-মাধৱৰ তিৰোভাৱৰ কিছুকাল পাছৰ পৰা বহুকাৰণত সাহিত্যত গভীৰতা ক্ৰমে কমি আহে, আৰু সেই একে কাৰণত আন বিভিন্ন ভাৱৰ কথাবস্তুৰ অৱলম্বনত সাহিত্যৰ বিস্তৃতিবাঢ়ি উঠে। এই কথা ইতিমধ্যে অৱশ্যে উল্লেখ কৰা হৈছে। আমাৰ আলোচনাত ইযাৰ প্ৰথম ভাগটোক আমি বুলিছোঁ (ক) বৈষ্ণৱ-যুগ— প্ৰথমস্তৰ, বা শঙ্কৰী যুগ, আৰু দ্বিতীয় ভাগটোক বুলিছোঁ (খ) বৈষ্ণৱ-যুগ — দ্বিতীয স্তৰ, বা বিস্তাৰ-যুগ।

## (ক) বৈষ্ণৱ- যুগ – প্ৰথম-স্তৰ

আমাৰ প্ৰস্তাৱিত মধ্যযুগটোৰ ১৪৯০ খৃঃ ৰ পৰা মোটামুটিভাবে সপ্তদশ-শতিকাৰ মধ্যভাগ বা তাৰ কিছু পাছলৈকে, এই কালডোখৰত ৰচিত সাহিত্যসমূহ প্ৰধানভাবে বৈষ্ণৱ-আদৰ্শাত্মক হোৱাৰ উপৰিও গভীৰ-তত্ত্বভাৱাপন্ন। এই কালডোখৰ বৈষ্ণৱভাৱ-প্ৰধান-সাহিত্য সৃষ্টিৰ যুগ – প্ৰকৃত বৈষ্ণৱ-যুগ। কিন্তু বিশেষ ব্যাতিক্ৰম এটা এই যে, এই যুগৰ ভিতৰতে আকৌ কেইখনমান বিখ্যাত লৌকিক-কাব্যৰো (পাঁচালী সাহিত্য) সৃষ্টি হৈছে। প্ৰথমতে, এই শ্ৰেণী-কাব্যৰ আলোচনা দাঙি ধৰা হ'ল।

### ১। পাঁচালী সাহিত্য

পীতাম্বৰ দ্বিজ, মনকৰ, দুৰ্গাবৰ আৰু সুকবিনাৰায়ণদেৱ — এই চাৰিজন কবি পাঁচালী-কাব্যৰ ৰচক। এই চাৰিওজনেই পঞ্চদশ- শতিকাৰ শেষাংশ আৰু খৃষ্টীয় ষোড়শ-শতিকাৰ ভিতৰৰ কবি, কিন্তু নাৰায়ণদেৱ প্ৰথম তিনিজনতকৈ পৰৱৰ্তী। বৈষ্ণৱ- আন্দোলনৰ ক্ৰমবৰ্দ্ধমান-কালডোখৰত নামনি অসমত (কামৰূপ ৰাজ্যৰ পশ্চিমফালে) এই কবি কেইগৰাকীয়ে কাব্য ৰচনা কৰে। বৈষ্ণৱ-আন্দোলনৰ বা-বতাহ যদি তেওঁলোকৰ গাত

লাগিছিলো, সি তেওঁলোকৰ ভাৱধাৰাৰ পৰিৱৰ্ত্তন ঘটাব পৰা নাছিল— তেওঁলোকৰ ভাৱধাৰাই বিশেষভাবে এক শ্ৰেনীৰ লৌকিক-সাহিত্যৰহে সৃষ্টি কৰে। এই কবি কেইগৰাকীয়ে কাব্যৰচনা কৰাৰ সময়ত কামৰূপ- ৰাজ্যৰ পশ্চিমাঞ্চলত নৱ-বৈষ্ণৱ ধৰ্ম্মৰ প্ৰৱাহ অপ্ৰতিহতভাবে প্ৰৱাহিত নোহোৱাটোও ইয়াৰ অন্যতম কাৰণ বুলিও কোনোবাই ধৰি লব পাৰে। উক্ত কবি কেইগৰাকী বৈষ্ণৱ-আন্দোলনৰ প্ৰভাৱমুক্ত; তেওঁলোকে এক শ্ৰেণীৰ শাক্ত-সাহিত্য ৰচনা কৰিলেও তেওঁলোকক অনা বৈষ্ণৱ বুলিব নোৱাৰি—তেওঁলোক উদাৰপন্থী কবি বুলিহে বুজা যায়। কিয়নো, পীতাম্বৰ দ্বিজ আৰু দুৰ্গাবৰে যথাক্ৰমে "মাৰ্কণ্ডেয় চণ্ডী" আৰু " মনসা-কাব্য" ৰচনা কৰি শক্তিৰ প্ৰতি শ্ৰদ্ধা দেখুৱালেও তেওঁলোকেই আকৌ যথাক্ৰমে বিষ্ণুমাহাত্ম্য প্ৰকাশক "দশম" আৰু ৰামলীলাপ্ৰকাশক "গীতিৰামায়ণ" লিখি বিষ্ণুৰ প্ৰতিও আকৰ্ষণ থকাৰ প্ৰমাণ দেখুৱাইছে। পীতাম্বৰে "উষা-পৰিণয়" কাব্যত আনকি ইষ্টদেৱতাৰূপে বিষ্ণুকেই প্ৰণাম জনাইছে। মনকৰ আৰু নাৰাযণ দেৱে মনসাৰ সেৱকৰূপে কাব্যত পৰিচয় দিছে, কিন্তু তাত প্ৰচাৰ-ধৰ্ম্মিতাৰ চেষ্টা নাই, বিষ্ণুৰ প্ৰতি শ্ৰদ্ধা-জ্ঞাপন কৰাৰ পক্ষে মাত মতাৰ থলীও আছে।

*পাঁচালী কবি উদাৰপন্থী*

আমাৰ কোনো-কোনো সমালোচকে উক্ত চাৰিজন কবিৰ কাব্যৰাজিক পাঁচালী-কাব্য বা পাঁচালী-সাহিত্য বুলিছে। সংস্কৃত "পাঞ্চালিকা" শব্দৰ পৰা এই "পাঁচালী" শব্দটো অহা বুলি লগতে তেওঁলোকে যুক্তিসাপেক্ষে মত প্ৰকাশ কৰিছে। "পাঞ্চালিকা' শব্দৰ অৰ্থ পুতলা। পুতলা-নাচৰ প্ৰদৰ্শন ভাৰতত অতি-প্ৰাচীন কালৰে পৰা চলি আহিছিল। জাৰ্ম্মাণ পণ্ডিত ডঃ পীচেলে (Dr. Pischel) আনকি মতবাদ পোষণ কৰিছে যে, ভাৰতীয়-নাট্য-সাহিত্যৰ মূল পুতলা-নাচেই। অসমতো এই পুতলা-নাচৰ প্ৰচলন কম প্ৰাচীন নহয়। পুতলা নাচ-প্ৰদৰ্শন কৰোৱা দলটোত কমেও পাঁচজন মানুহ থাকে—এজন বায়ন, তিনিজন পালি আৰু এজন পুতলা নচুৱাওতা। বায়নজনে মঞ্চৰ একাষত, সমাজৰ সন্মুখত নাচি নাচি যথাযোগ্য বিভিন্ন মুদ্ৰা দেখুৱাই পুতলা-নাচৰ সংশ্লিষ্ট-আখ্যানটো এফালৰ পৰা গীতৰ মাজেদি প্ৰকাশ কৰি যায়, আৰু পালি কেইজনে যথাযোগ্য সুৰ-তালত তাক ধৰে। একোখণ্ড গীত-পদৰ ক্ৰম আৰু ভাৱ অনুসৰি মঞ্চৰ ভিতৰত থকা লোকজনে আঁৰকাপোৰৰ আঁৰৰ পৰা বিভিন্ন পুতলাবোৰ মঞ্চত নচুৱায় আৰু লগে লগে মুখেৰে পেপা ফুকাই পুতলাবোৰৰ ভিন্ ভিন্ ভাৱপ্ৰকাশক মাত শুনায়। এইধৰণে, বায়ন আৰু পালিকেইজনে আখ্যানটো খণ্ড-খণ্ডকৈ ক্ৰমশঃ গাই যায়, আৰু ভিতৰত থকাজনে তাক অনুকৰণ কৰি মঞ্চত পুতলাবোৰ নচুৱায়। বায়নজনে পুতলা-নাচৰ ঘটনা-সূত্ৰ ধাৰণ কৰে, এই অৰ্থত তেৱেঁই সূত্ৰধাৰ। অদৃশ্য হৈ থকা ভিতৰৰ

*পুতুলা নাচ*

মানুহজনে বায়নৰ নাচ-গানৰ অৰ্থানুসৰি পুতলাবোৰৰ প্ৰৱেশ, প্ৰস্থান আৰু প্ৰযোজনীয় কাৰ্য্যক্ৰম মঞ্চত সম্পাদন কৰে মাত্ৰ।

পুতলা-নাচ প্ৰদৰ্শনৰ যি পদ্ধতি, তাৰ অদৰ্শ আৰু অনুকৰণতে অসমত ওজাপালি-অনুষ্ঠান গঢ লৈ উঠিছে বুলি কব পৰা যায়। ওজাপালিৰ দল এটাতো পাঁচ-ছয় বা ততোধিক নৃত্য-গীতত পটু লোক থাকে। এই দলৰ যিজন ওজা, তেওঁ পুতলা-নাচৰ বায়নৰ লেখীয়া, যিজন দাইনাপালি তেওঁ পুতলা-নাচৰ মুখ্য-পালিজনৰ (এইজনে পুতলা নচুৱাই থকা সময়ত প্ৰয়োজন অনুসৰি আৰু চেগ বুজি বায়নৰ লগত সংশ্লিষ্ট-কাহিনীটোৰ কথা ব্যখ্যা কৰি যায) নিচিনা আৰু ইয়াৰ পালিকেইজন পুতলা-নাচৰ পালিকেইটাৰ অনুৰূপ — তেওঁলোকে ওজাই লগাই দিয়া ধুৰা বা দোহাবোৰ ভৰিৰে তাল ৰাখি হাতেৰে খুটিতাল বজাই নাচি নাচি গায়। প্ৰভেদ— পুতলা-নাচ-প্ৰদৰ্শিত- অনুষ্ঠানৰ অন্তৰ্গত আঁৰকাপোৰৰ ভিতৰত থকা মানুহজন আৰু তেওঁ নচুওৱা পুতলাবোৰ ওজাপালিৰ নৃত্যগীত পৰিবেশন- কাৰ্য্যৰ মাজত নোহোৱা হৈছে। গতিকে, এই কথা কোৱাত অসুবিধা নাই যে, ওজাপালিৰ নৃত্যগীত-পৰিবেশন প্ৰক্ৰিয়া পুতলা নাচ-প্ৰদৰ্শনৰেই একপ্ৰকাৰ সৰলীকৃত-অনুষ্ঠান। ইয়াৰ কাহিনীৰ ধাৰাবাহিক-বৰ্ণণাত্মক বিশেষত্বৰ ওপৰত অধিক গুৰুত্ব। নৃত্য-গীতৰ মাজেদি ওজাপালিয়ে পৰিবেশন কৰাৰ কাৰণে বিভিন্ন ৰাগত গাব পৰা কাহিনীপ্ৰধান একশ্ৰেনীৰ কাব্যৰ হয়তো প্ৰয়োজন হৈছিল। তাৰেই ফলস্বৰূপে আলোচ্যমান পাঁচালী-কাব্যৰ সৃষ্টি হৈছিল বুলি আমি কব পাৰো। এই প্ৰসঙ্গত এটা উল্লেখনীয় কথা এই যে, যি আখ্যান প্ৰকাশক-গীত পুতলা-নাচৰ প্ৰসঙ্গত বায়ন আৰু পালিসকলে গাইছিল, সেইবোৰো হয়তো সংশ্লিষ্ট লোকৰ মুখে মুখে চলি আহিছিল (যিহেতু তাৰ লিখিত ৰূপ পোৱা হোৱা নাই)। কিন্তু এই গীতবোৰ সুসংবদ্ধ আৰু বিস্তীৰ্ণ নহয়, কাৰণ দৰ্শকৰ মনোযোগ থাকে গীততকৈ পুতুলাৰ নাচ আৰু কাৰ্য্যকলাপৰ ওপৰত অধিক। আনহাতেদি, ভজাপালি নৃত্যত ৰাইজৰ মনোযোগ-আকৰ্ষণ কৰাৰ প্ৰধান বিষয় হ'ল নৃত্য-মুদ্ৰাৰ মাজেদি পৰিৱেশন কৰা নানাসুৰীয়া কাহিনীযুক্ত বহল কাব্যিক-কথা।

*পুতলা নাচৰ আদৰ্শত ওজাপালি*

ওপৰত কোৱাৰ নিচিনা পুত্তলিকা-নৃত্যৰেই যদি সৰলীকৃত ৰূপান্তৰ ওজাপালি-অনুষ্ঠান, তেতিয়া হ'লে কাব্য বা সাহিত্যৰ বিশেষণ ৰূপে ব্যৱহৃত "পাঁচালী" শব্দটো (যেনে পাঁচালী কাব্য আৰু "পাচালী সাহিত্য") "পাঞ্চালিকা" শব্দৰেই পৰিৱৰ্ত্তিত - ৰূপ বুলি ধৰি লোৱাত অসুবিধা নাই; কিয়নো পাঁচালী-কাব্য বা পাঁচালী সাহিত্য-শব্দ দুটা ওজাপালিয়ে গোৱা কাব্যক বুজোৱাৰ কাৰণেই ব্যবহৃত। প্ৰাসঙ্গিক কথা এই যে, "হেম-কোষ" আৰু "চন্দ্ৰকান্ত অভিধান"ৰ কোনোখনতে "পাঁচালী শব্দটো পোৱা নাজায়। কিন্তু ওজাপালিৰ উদ্দেশ্যে

*"পাঁচালী" আৰু "পঞ্চালিকা"*

নাৰায়ণদেৱ-বিৰচিত কাব্যৰ মাজত "পাঞ্চালী" আৰু "পাঁচালী" এই দুই শব্দৰ সঘন-প্ৰয়োগ দেখিবলৈ পোৱা যায়। যেনে-

I. সুকবি নাৰায়ণদেৱৰ সুৰস পাঞ্চালী।
সৃষ্টিৰ পাতন বুলি একই লেচাৰী।।

II সুকবি নাৰায়ণদেৱৰ সুৰস পাঞ্চালী
মুনিৰ যজ্ঞ যে বুলি একই লেচাৰী।।

III. সুকবি নাৰায়ণদেৱৰ সুৰস পাঞ্চালী।
সমুদ্ৰমথন বুলি এক যে লেচাৰী।। ইত্যাদি

IV. সুকবি নাৰায়ণদেৱৰ সুৰস পাঁচালি।
পযাৰ প্ৰবন্ধ বুলি এক যে লেচাৰী।।

V. সুকবি নাৰায়ণদেৱৰ সুৰস পাঁচালি।
চণ্ডীৰ জোৰণ বুলি একই লেচাৰী।।

VI. সুকবি নাৰায়ণদেৱৰ সুৰস পাঁচালী।
চণ্ডিকা সাজন বুলি এক যে লেচাৰী।।[১৭] ইত্যাদি।

মনকৰেও তেওঁৰ কাব্যৰ আৰম্ভণিতে[১৮] পোএঁৱাৰ (পদ্মাৰ) "পাঞ্চালী" বুলিছে। নাৰায়ণদেৱ আৰু মনকৰৰ কাব্যৰ মাজত থকা এই ধৰণৰ প্ৰয়োগে আলোচ্যমান-অৰ্থত "পাঁচালী" আৰু "পাঞ্চালী" শব্দৰ ব্যৱহাৰ যে চলিছিল.তাৰ বতৰা দিয়ে। তথাপি অসমীয়া ভাষা-সাহিত্যত এই শব্দ দুটাৰ উক্ত ধৰণৰ প্ৰয়োগ-পৰম্পৰা সুলভ নহয়। বাংলা-সাহিত্যত কিন্তু ইয়াৰ প্ৰযোগ-আপেক্ষিকভাবে অধিক। শঙ্কৰদেৱৰ আগতে, আনকি তেওঁৰ ধৰ্ম্মপ্ৰচাৰৰ সময়তো অসমত পাঁচালী-গীতৰ প্ৰচলন হৈছিল আৰু লগতে ওজাপালিৰ নৃত্য-গীতৰ পৰিবেশন যে উল্লেখনীয় লোক-কলাৰূপে প্ৰতিষ্ঠা লাভ কৰিছিল, এই কথা চৰিত-পুথিৰ সমলৰ পৰা জনা যায়।[১৯] ড° মহেশ্বৰ নেওগে[২০] কৈছে — "শক্তি-পূজাৰ লগত পাঁচালীৰ কিবা এটি বিশেষ সম্পৰ্ক আছিল। সেই গতিকেই অসমৰ বৈষ্ণৱ-কবিসকলে পাঁচালী ৰচনা কৰা নাই"।

তিনি শ্ৰেণীৰ ওজাপালি পুৰণি কালৰে পৰা অসমত চলি আহিছে। সেই শ্ৰেণী তিনিটা জনাজাত বিয়াহগোৱা (ব্যাসগোৱা), ৰায়মাণ গোৱা (ৰামায়ণ গোৱা) আৰু সুকনান্নী

১৭. সুকনানীঃ পদ্মাৱতী, দৈৱচন্দ্ৰ তালুকদাৰ সম্পাদিত

১৮ মনসা কাব্য, সৃষ্টিখণ্ড

১৯. দ্ৰষ্টব্যঃ অ.ও., ড০ নবীন শৰ্মা

২০. অ. সা. ৰূ. ৰে

গোৱা (সুকবি নাৰায়ণদেৱৰ পদ গোৱা) নামেৰে। ইয়াৰ প্ৰথম শ্ৰেণীৰ ওজাপালিয়ে নৃত্য-গীতৰ মাজেদি পৰিৱেশন কৰে ব্যাসদেৱকৃত মহাভাৰতীয়-আখ্যান, দ্বিতীয় শ্ৰেণীয়ে ৰামায়ণৰ আখ্যান আৰু তৃতীয়-শ্ৰেণীয়ে পৰিবেশন কৰে বিশেষকৈ নাৰায়ণদেৱে ৰচনা কৰা পদ্মা-পুৰাণৰ গীত-পদ। সাম্প্ৰতিক-কালত অৱশ্যে মনকৰ আৰু দুৰ্গাৱৰে ৰচনা কৰা মনসাৰ গীত-পদ গোৱা ওজাপালি দেখিবলৈ নোপোৱা হৈছে। নাৰায়ণদেৱৰ সুবিস্তীৰ্ণ মনসা-কাব্যৰ জনপ্ৰিয়তাই হয়তো বাকী দুখনৰ একে বিষয়ৰ কাব্যৰ প্ৰবাহ-গতি দুৰ্ব্বল কৰি দিছে। বিযাহগোৱা, ৰামাযণ গোৱা,আৰু সুকনান্নীগোৱা, এই তিনিও শ্ৰেনী ওজাপালিৰ গীত-পদ-পৰিবেশনৰ ক্ষেত্ৰত বহুধৰণৰ প্ৰভেদ আছে। তাৰ ভিতৰত সুৰ, মুদ্ৰা, নৃত্য আৰু লগতে পৰিবেশকসকলৰ-সাজপাৰৰ মাজৰ ভিন্নতা উল্লেখনীয়। বিশেষ কথা এই যে, সুকনান্নী গোৱা ওজাপালিয়ে নাৰায়ণদেৱ-বিৰচিত-কাব্যৰ পৰম্পৰা-ৰীতি ৰক্ষা কৰি আহিছে, কিন্তু বাকী দুই শ্ৰেণীৰ ওজাপালীযে যি গীত-পদ পৰিবেশন কৰে, সেইবোৰ যিহেতুকে পুৰণি কোনো প্ৰসিদ্ধ কবিৰ ৰচনাৰ লগত ঠিকমতে নিমিলে, সেইবোৰৰ সৃষ্টি আৰু স্ৰষ্টা সম্বন্ধেও আলোচনা কৰিবলৈ বাকী আছে। এই তিনিও শ্ৰেণীৰ ওজাপালিৰ নৃত্য-গীতৰ প্ৰদৰ্শন বিশেষকৈ মঙ্গলদৈ-জিলা আৰু নলবাৰী- জিলাত অধিক প্ৰচলিত। বাকী দুবিধতকৈ সুকনান্নীৰ প্ৰচলন নলবাৰী-জিলাত বহুত বেছি।

*ওজাপালি-অনুষ্ঠানৰ শ্ৰেণী বিভাগ*

পাঁচালী-কাব্য বা ওজাপালিযে গোৱা কাব্যক ডঃ সত্যেন্দ্ৰ নাথ শৰ্ম্মাই[২১] দুটা ভাগত ভগাইছে। এটা, ৰামায়ণ, মহাভাৰত আদি পুৰাণৰ কাহিনীসম্বলিত, আৰু আনটো মনসা বা পদ্মাদেৱীৰ মাহাত্ম্যপ্ৰকাশক। কিন্তু লক্ষণীয় কথা এই দুয়ো শ্ৰেণীৰ কাব্যৰ মাজত প্ৰভেদ লক্ষ্য কৰা যায়— বৰ্ণিত বিষযবস্তুৰ ক্ষেত্ৰতহে, ৰচনাৰ ৰীতি আৰু উদ্দেশ্যৰ মাজত প্ৰভেদ দেখা নাযায়। ইয়াৰ প্ৰথম বিধত আছে বীৰত্বব্যঞ্জক, প্ৰেমমূলক আৰু আদৰ্শাত্মক পৌৰাণিক-আখ্যানৰ স্বৰূপ, আৰু দ্বিতীয়বিধত আছে মনসাৰ শক্তি-মাহাত্ম্যৰ বিকাশ। এই দুই বিষয় উক্ত দুবিধ কাব্যৰ কথাবস্তু হলেও দুয়োবিধেই ৰচিত হৈছে ওজাপালিয়ে প্ৰদৰ্শন কৰা নৃত্য-গীতৰ আধাৰৰূপে। এটা উল্লেখনীয় কথা এই যে, পীতাম্বৰ দ্বিজহে কেৱল প্ৰথম শ্ৰেণীৰ কাব্য ৰচক। আকৌ মনকৰ আৰু নাৰায়ণদেৱেহে কেৱল দ্বিতীয় শ্ৰেনীৰ, অৰ্থাৎ মনসাৰ মাহত্ম্যপ্ৰচাৰক কাব্যৰ ৰচকৰূপে জনাজাত। কিন্তু কবিৰূপে দুৰ্গাবৰৰ সম্বন্ধ দেখা যায় দুয়োবিধ কাব্যৰ লগতে — গীতি-ৰামায়ণে তেওঁক নিছে প্ৰথম-শ্ৰেণীৰ কাব্যৰ শাৰীলৈ, আৰু মনসা-কাব্যই প্ৰতিষ্ঠা কৰিছে তেওঁক মনসা-কবি ৰূপে।

*পাঁচালী কাব্যৰ দুটা শ্ৰেণী*

২১. অ.সা. স. ই. ৭ ম অধ্যায়।

# পৌৰাণিক-বিষয়সম্বলিত শ্ৰেণী

## পীতাম্বৰ দ্বিজ

পীতাম্বৰ দ্বিজ মহাপুৰুষ শঙ্কৰদেৱৰ প্ৰায় সমসাময়িক আছিল। কিন্তু কোচ-কমতাৰ শাসনাধীন ৰাজ্যত শঙ্কৰদেৱৰ ধৰ্ম্মৰ, অৰ্থাৎ নৱ-বৈষ্ণৱ-ধৰ্ম্মৰ জোৱাৰ ফোনেফোটোকাৰে উদ্বলিত হৈ উঠাৰ আগে আগে পীতাম্বৰ এগৰাকী খ্যাতিমন্ত কবিৰূপে প্ৰতিষ্ঠিত হৈছিল। ঊষা-পৰিনয, ভাগৱত (১০ ম স্কন্ধ), মাৰ্কণ্ডেয়-চণ্ডী আৰু নল-দময়ন্তী — পীতাম্বৰ দ্বিজে ৰচনা কৰা এই কেইখন কাব্য এতিয়ালৈকে আৱিষ্কৃত হৈছে। "ঊষা-পৰিণয" আৰু নল-দময়ন্তী" এই দুখন কাব্য পাঁচালী-শ্ৰেণীৰ — ওজাপালিয়ে বিভিন্ন সুৰৰ তালৰ যোগেদি গোৱাৰ উদ্দেশ্যে ইযাক ৰচনা কৰিছিল বুলি কব পৰা যায। বাকী দুখন পুৰাণৰ অনুবাদ—বৰ্ণনাত্মক।

*কবিৰ পৰিচয়*

পীতাম্বৰে নিজে লিখি থোৱা কথাৰ পৰা তেওঁৰ কিছু পৰিচয় পোৱা যায। "ঊষা-পৰিণয়" কাব্যৰ শেষত তেওঁ লিখিছে—

*কমতা নগৰ সুৰপুৰে অৱতাৰ।*
*একেমুখে কে কহিব যেন গুণ তাৰ।।*
*তাত পীতাম্বৰ নামে কবি শিশুমতি।*
*ঊষা-পৰিণয় গীত কৈলা সমাপতি।।*

এই কাব্যৰ আৰম্ভণিতে কবিযে আকৌ লিখিছে —

*কমতা নগৰ সুৰপুৰ পৰতেক।*
*তাত পীতাম্বৰ নামে আছে শিশু এক।।*

এই পদ দুফাকিযে বুজায় যে, কবি পীতাম্বৰ আছিল কমতাপুৰ নিবাসী। নাইবা তেওঁ কমতাপুৰ-ৰাজ্যৰ অন্তৰ্গত আন কোনো ঠাইৰ অধিবাসীও হ'ব পাৰে। তেনে হলেও, ৰজাঘৰৰ লগত সম্বন্ধ থকাৰ পৰা কব পৰা যায় — তেওঁ ৰাজধানী কমতাপুৰৰ নাতিদূৰস্থ স্থানৰ লোক আছিল। পীতাম্বৰৰ ওপৰত শাস্ত্ৰানুবাদ আৰু গ্ৰন্থৰচনাৰ কাৰণে ৰজাঘৰীয়া দায়িত্ব পূৰ্ণ আৰু তেওঁৰ কাব্য-কৃতিয়ে প্ৰমাণ কৰে যে, তেওঁ আছিল এগৰাকী ডাঙৰ সংস্কৃতজ্ঞ-পণ্ডিত আৰু কবি-প্ৰতিভাৰ গৰাকী। ধৰ্ম্মীয়-ভাৱধাৰাৰ ফালৰ পৰা পীতাম্বৰ দ্বিজ উদাৰ পন্থী আছিল যদিও ইষ্টদেৱতাৰূপে তেওঁ বিষ্ণুকেই সততে সেৱা কৰিছিল বুলি কব পৰা যায়। ঊষা-পৰিণয়ৰ প্ৰত্যেক পদাংশ বা গীতাংশৰ তলত তেওঁ বিষ্ণুক প্ৰণতি জনাইছে এই ধৰণৰ উক্তিবোৰৰ দ্বাৰা— "নাৰায়ণ পৰশনে পীতাম্বৰ

ভণে", "কহে কবি পীতাম্বৰ শ্ৰীহৰিৰ চৰণ পৰশণে", "কহে পীতাম্বৰ হৰিৰ দাস" ইত্যাদি। আনকি মাৰ্কণ্ডেয-চণ্ডীৰ অনুবাদতো তেওঁ শ্ৰীহৰিৰ অনুগ্ৰহ স্বীকাৰ কৰিছে। গতিকে কব পৰা যায় — বৈষ্ণৱ আৰু শাক্ত, উভয়বিধ গ্ৰন্থ-ৰচনা কৰিলেও পীতাম্বৰ দ্বিজ উদাৰদৃষ্টি-সম্পন্ন বৈষ্ণৱেই আছিল — সমসাময়িক বৈষ্ণৱ-কবিসকলৰ নিচিনা ধৰ্ম্মবিশ্বাসৰ একলীয়া প্ৰৱাহ তেওঁৰ অন্তৰত প্ৰবল নাছিল।

কেইটামান প্ৰামাণিক-কথাৰ ওপৰত নিৰ্ভৰ কৰি পীতাম্বৰ দ্বিজৰ কাব্যৰচনাৰ কাল নিৰ্ণয় কৰিব পৰা যায়। মহাপুৰুষ শঙ্কৰদেৱে ১৪৬৮ শক মানত (১৫৪৬চন) পাটবাউসীলৈ আহে।[22] তাৰ এবছৰ মান আগতে (১৫৪৫ চন) চুনপোৰাত ভক্তলোক সম্বন্ধে কৰা জিজ্ঞাসাৰ উত্তৰত শঙ্কৰদেৱে ভৱানন্দ সাউদৰ মুখে শুনিবলৈ পায যে, পীতাম্বৰ নামৰ এজন ভক্ত-পণ্ডিত আছে, তেওঁ দশমৰ পদ ৰচিছে। লগতে পীতাম্বৰে তাত দিয়া কৃষ্ণদৰ্শনকাঙ্ক্ষিণী ৰুক্মিণীৰ এই বৰ্ণনা সাউদে শঙ্কৰদেৱক শুনায়—

*সময়*

*বিলাপ কৰি কান্দে মাই ৰুকমিণী।*
*কোন অঙ্গেঁ খুন দেখি নাইলা যদুমণি।।*

এই কথাৰ পৰা স্পষ্টভাবে বুজা যায — পীতাম্বৰে উক্ত সময়ৰ, অৰ্থাৎ ১৫৪৫ খৃঃৰ আগে আগে দশমৰ পদ ৰচিছে। কবিযে নিজে উল্লেখ কৰা মতে "উষা-পৰিণয়"ৰ ৰচনাৰ সময ১৪৫৫ শক[23] অৰ্থাৎ ১৫৩৩ খৃষ্টাব্দ। এই সময়ত কবিৰ বযস হয়তো ২০/২৫ বছৰ, যিহেতু তেৱেঁই কৈছে — "পীতাম্বৰ নামে কবি শিশুমতি, উষা-পৰিণয গীত কৈলা সমাপতি"। মাৰ্কেণ্ডেয়-চণ্ডীৰ আৰম্ভণিতে পীতাম্বৰে লিখিছে —

*মহাৰাজ বিশ্বসিংহ কমতা নগৰে।*
*তানপুত্ৰ ভোগে তুল্য নহে পুৰন্দৰে।।*
*সৰ্ব্বথাই চিন্তে চিন্তে ভৱানী চৰণ।*
*গুণালয় সদয় হৃদয় অনুক্ষণ।।*
*এক দিনা সভামাজে বসি যুৱৰাজ।*
*মনে আলোচিয়া যেন কৰিলন্ত কাজ।।*

---

২২ শঙ্কৰ, ড° মহেশ্বৰ নেওগ

২৩ বাণযুত বাণ বেদ শশাঙ্ক সময়।
বৈশাখৰ সিতপক্ষত শুভ সময়।।
সৰ্বসিদ্ধি যোগ আৰু শুভ শুক্ৰবাৰ।
কহে পীতাম্বৰে উষা বিবাহ পয়াৰ।।
(উষা-পৰিণয় কাব্যৰ পাঠান্তৰ। ড° সত্যেন্দ্ৰনাথ শৰ্মাই এইটোহে শুদ্ধ পাঠ বুলি কৈছে। দ্ৰষ্টব্যঃ তেওঁৰ সম্পাদিত উ প.)

*পুৰাণাদি শাস্ত্রে যেহি ৰহস্য আছয়।*
*পণ্ডিতে বুজয় মাত্র অন্যে নুবুজয়।।*
*একাৰণে শ্লোক ভাঙি সবে বুজিবাৰ।*
*নিজ দেশ ভাষাবন্ধে ৰচিলো পয়াৰ।।*
*বেদ পক্ষ বাণ আৰু শশাঙ্ক শকত।*
*আৰম্ভ কৰিলো মার্কণ্ডেয় কথা যত।।*

এই গ্রন্থৰে আন ঠাইত আকৌ পোৱা যায় —

*কুমাৰ সমৰসিংহ-আজ্ঞা পৰিমাণে।*
*কহে পীতাম্বৰ নাৰাযণ পৰশনে।।*

এই উদ্ধৃত-পদ কেইটাৰ পৰা জনা যায় —— কমতাপুৰৰ ৰজা বিশ্ব সিংহৰ পুত্রৰ ৰাজত্বকালত যুৱ-ৰাজ সমৰসিংহৰ (চিলাৰাইৰ) কথামতে ১৫২৪ শকত, অর্থাৎ ১৬০২ খৃঃ ত (বেদপক্ষ বাণ আৰু শশাঙ্ক শকত) পীতাম্বৰে মার্কণ্ডেয-চণ্ডীৰ পদ ৰচনা কৰে। কিন্তু "উষা-পৰিণয়"ৰ ৰচনা-কালৰ লগত মিলালে এই সময়টো সম্ভৱ হ'ব নোৱাৰে। ইয়াৰ উপৰিও বিশেষ কথা এই যে, ইতিহাসমতে নৰনাৰায়ণৰ ৰাজত্ব-কাল ১৫৪০--১৫৮৬ খৃঃ। দৰংৰাজ-বংশাৱলী[২৪] মতে ৰাজপাটত উঠি নৰনাৰায়ণে ভ্রাতৃ শুক্লধ্বজক যুৱৰাজ পাতি সমৰসিংহ নাম দিয়ে। শুক্লধ্বজ বা সমৰসিংহৰ মৃত্যু হয় ১৫৭১ খৃষ্টাব্দত। ১৫৪০—১৫৭১ খৃঃ ৰ ভিতৰতহে পীতাম্বৰে চণ্ডীৰ পদ ৰচনা কৰিছে বুলি কব পৰা যায। নিষধৰাজ নল আৰু তেওঁৰ পত্নী দমযন্তীৰ আখ্যানক লৈ ৰচনা কৰা কাব্য পূর্ণৰূপত পোৱা হোৱা নাই। এই কাব্যও সম্ভৱতঃ চিলাৰাইৰ মৃত্যুৰ আগতে ৰচিত।[২৫]

"উষা-পৰিণয" পুৰণি অসমীয়া-সাহিত্যৰ এখন শ্রেষ্ঠ আৰু উল্লেখযোগ্য কাব্য। ই কবি পীতাম্বৰৰ প্রথম ৰচনা বুলি বুজা যায়। ১৫৩৩ খৃঃত ৰচিত হিচাপে যুৱৰাজ সমৰসিংহৰ পৃষ্ঠপোষকতা লাভ কৰাৰ আগতে ইয়াৰ সৃষ্টি।

*উষা- পৰিণয়ৰ আখ্যান— কাব্যিক গুণ*

কবিয়ে ইয়াৰ বিষয়বস্তু আহৰণ কৰিছে খিল-হৰিবংশৰ অন্তর্গত বিষ্ণু-পর্ব্বৰ ভিতৰৰা ১১৬ অধ্যায়ৰ পৰা ১২৮ অধ্যায়ৰ অন্তর্ভুক্ত ঘটনাৱলীৰ পৰা। বাণাসুৰৰ যুদ্ধাকাঙক্ষাৰ পৰা আৰম্ভ হৈ উষাৰ পতিলাভৰ কামনা আৰু স্বপ্নদর্শন, তামসী-বিদ্যাৰ যোগেদি চিত্রলেখাৰদ্বাৰা অনিৰুদ্ধহৰণ, উষা-অনিৰুদ্ধৰ মিলন, ইয়াত বাণৰ ক্রোধ আৰু অনিৰুদ্ধক বন্দী, বাণৰ লগত কৃষ্ণৰ যুদ্ধ,

---

২৪. আপুন ভ্রাতৃক যুব নৃপতি পাতিলা।
আনন্দতে সংগ্রামসিংহ যে নাম দিলা।। (পদ ৩১৩)

২৫. ড° সুকুমাৰ সেনে "নল-দময়ন্তী"ৰ ৰচনা কাল ১৫৪৪-১৫৪৫ খৃষ্টাব্দ বুলি কৈছে।

মহাদেৱৰ মধ্যস্থতাত বাণৰ প্ৰাণৰক্ষা আদি বহু ঘটনাৰ মাজেদি আগবাঢ়ি গৈ উষা-অনিৰুদ্ধৰ মিলনোৎসৱত সমাপ্ত হোৱা দীঘলীয়া আখ্যান-ভাগৰ সকলো কথাৰে কাব্যিক ৰূপ "উষা পৰিণয়"ত দিয়া হৈছে। মূল-ঘটনাবোৰৰ মাজত সঙ্গতি ৰাখি কবিয়ে ইয়াৰ মাজত সংযোগ কৰা কাল্পনিক-কথা কেইটামানো উল্লেখনীয়। সেইকেইটা হৈছে— কামসেনা-যক্ষিণীৰ কাৰ্য্যাৱলী, অনিৰুদ্ধৰ সন্ন্যাস গ্ৰহণ আৰু কোকিলা দাসীৰ কাৰ্য্য। এইকেইটা মৌলিক -চিত্ৰৰ উপৰিও কাব্যিক-গুণবৃদ্ধি আৰু ৰসসৃষ্টিৰ কাৰণে উষাৰ ৰূপ গুণৰ বৰ্ণনা,হৰ-পাৰ্বতীৰ বিলাস, উষা-অনিৰুদ্ধৰ স্বপ্ন আৰু অনঙ্গ-বিকাৰ, হৰি-হৰৰ যুদ্ধ আদি কিছুমান কথাৰ বৰ্ণনা কবিৰ স্বকীয়। বিশেষ কথা এই যে, পদছন্দৰ মাজেদি বৰ্ণিত অংশবোৰত মূলৰ ঘটনাবোৰে প্ৰকাশ লভিছে, গীতবোৰৰ মাজত প্ৰধানভাৱে কবিৰ মৌলিক-চিন্তাপ্ৰসূত ভাৱহে ব্যঞ্জিত হৈছে। পদাংশতকৈ গীতবোৰ কাব্যিক-দৃষ্টিকোণৰ পৰা অধিক মনোৰম। ৰূপ-যৌৱনৰ বৰ্ননা আৰু ভাৱ-বিলাস, বিশেষকৈ অনঙ্গ -বিকাৰজনিত ভাৱৰ সংযমহীন বৰ্ণনাৰ স্থানবিশেষত কোমল-বয়সীয়া কবিৰ চপলতাৰ চিহ্ন আছে। এইধৰণৰ বৰ্ননাই কাব্যিক-সৌন্দৰ্য্য হ্ৰাস নকৰাকৈও থকা নাই। আন এটা কথা এই যে, কাব্যৰ অন্তৰ্গত সকলোবোৰ কথা মূলৰ একপ্ৰকাৰ ক্ৰমাগত অনুবাদ হোৱা কাৰণে ইযাৰ কাহিনীয়ে কলাত্মক-গুণৰ মাজেদি ঠিকমতে নিটোল ৰূপ লৈ উঠিব পৰা নাই।

কোচবিহাৰৰ ৰাজকীয় পুথিভঁৰালত ভাগৱতৰ দশম-স্কন্ধৰ অনুবাদ আৰু মাৰ্কণ্ডেয়-চণ্ডীৰ অনুবাদ সংৰক্ষিত হৈ আছে। পীতাম্বৰে ভাগৱতৰ প্ৰথম-স্কন্ধৰ পদ কৰিছিল বুলি জনা গলেও সেইখনৰ বিশেষ সন্ধান পোৱা নাযায়। "দশম" আৰু "চণ্ডী"— এই দুই

*আন আন পুথি*

মূল্যবান অনুবাদ গ্ৰন্থ এতিয়ালৈকে ছপা হৈ ওলোৱা নাই। এই সুযোগতে বঙালী-পণ্ডিতে তাক বাংলা-সাহিত্যৰ অন্তৰ্গত কৰি প্ৰচাৰ কৰিছে। তথাপি ভাষাৰ ঠাচ আৰু তাৰ মাজত থকা বৈয়াকৰণিক-বিশেষত্বই প্ৰমাণ কৰে যে, সেই পুথি অসমীয়া-সাহিত্যৰ অন্তৰ্গত। পীতাম্বৰ দ্বিজ ধৰ্ম্মীয়-দিশত উদাৰপন্থী আছিল বুলি ওপৰতে কোৱা হৈছে। সেযেহে তেওঁ দশম আৰু মাৰ্কণ্ডেয়-চণ্ডী —এই দুই বৈষ্ণৱ আৰু শাক্ত ভাৱাপন্ন পুথি ৰচনা কৰিছে, বিশেষকৈ কাব্যিকসৃষ্টিৰ মানসিকতা লৈ। গতিকে, এই দুই পুথিয়ে বৈষ্ণৱ-আন্দোলনৰ মাজতো কাব্যকৃতি ৰূপেহে আত্মপ্ৰকাশ কৰে। হয়তো কাব্যিক-ৰসৰ প্ৰতি কবিৰ দৃষ্টি অপলক হোৱা কাৰণে দশমৰ পদ কিঞ্জানি কিছু পৰিমানে আদিৰসাত্মক-হৈ উঠিছে। "মাৰ্কণ্ডেয়-চণ্ডী"ত অসুৰ-বধৰ আখ্যান প্ৰকাশত পীতাম্বৰৰ মনোযোগ সুস্পষ্ট দেখা যায়। ইয়াৰ মাজত বীৰ-ৰসৰ ব্যঞ্জনা লক্ষণীয়। "নল-দময়ন্তী" কাব্যৰ মাজতো বিষয়বস্তুৰ উপস্থাপন আৰু বিবিধ ছন্দৰ যোগেদি দিয়া যি বৰ্ণনা, সি পীতাম্বৰক শ্ৰেষ্ঠ কবিৰূপে প্ৰতিষ্ঠিত কৰে।

## দুৰ্গাবৰ

ওপৰতে কোৱা হৈছে যে, ৰাম-সীতাৰ বীৰত্বব্যঞ্জক আৰু আদৰ্শাত্মক আখ্যান, অৰ্থাৎ ৰামায়ণী-কথা দুৰ্গাবৰে বিবিধ গীতৰ ৰূপত ৰচিছে ওজাপালিয়ে সুৰ-তাল ৰাখি-গোৱাৰ উদ্দেশ্য। এই ৰামায়ণী-কাব্যৰ ৰচক-ৰূপে তেওঁক পাঁচালী-কাব্যৰ আলোচ্যমান শ্ৰেনীৰ অন্তৰ্ভুক্ত কৰা হৈছে। গীতৰ আকাৰত ৰূপ দিয়া দুৰ্গাবৰৰ এই ৰামাযণী-কথা আমাৰ সাহিত্যৰ ইতিহাসত গীতি-ৰামায়ণৰূপে খ্যাত।

দুৰ্গাবৰে তেওঁৰ মনসা-কাব্যৰ ভিতৰত লিখি যোৱা কেইটামান পদৰ পৰা তেওঁৰ পৰিচয়, সময় আৰু বাসস্থান সম্বন্ধে কিছু কথা অনুমান কৰিব পৰা যায়। সেই পদ কেইটা —

I. কমতা ঈশ্বৰ বন্দো বিশ্বসিংহ নৃপবৰ।
আঠছল্লিশ মহিষী বন্দো অঠৰ কোঁৱৰ।।

II. বহুবল সিকদাৰ যে পোঞা সুপ্ৰসন্নে।
চিৰঞ্জীৱী হৌক কবি দুৰ্গাৱৰ ভণে।।

III নীলাচল নামে গ্ৰাম সংসাৰত সাৰ।
আছয় পাৰ্বৃতী অসুৰৰ ক্ষয়ঙ্কৰ।।

উদ্ধৃত পদকেইটাৰ প্ৰথমটোত পোৱা যায় — দুৰ্গাৱৰে ৪৮ (আঠছল্লিশ) গৰাকী মহিষী আৰু ১৮ (ওঠৰ) জন পুত্ৰ থকা কমতাপুৰেশ্বৰ বিশ্বসিংহক বন্দনা কৰিছে। এই কমতেশ্বৰ খৃষ্টীয় যোড়শ-শতিকাৰ আদিভাগত (১৫১৫—১৫৪০ খৃঃ) ৰাজত্ব কৰা কোচৰজা বিশ্বসিংহত বাহিৰে অন্য নহয় বুলি কব পৰা যায়। বিশ্বসিংহৰ ৪৮ গৰাকী মহিষীৰ উল্লেখ অৱশ্যে বুৰঞ্জীত পোৱা নাযায়। কিন্তু তেওঁৰ ১৮ (ওঠৰ) জন ৰাজকোঁৱৰ আৰু ১৮ (ওঠৰ) জনী মহিষীৰ নাম আৰু পৰিচয় "দৰংৰাজ-বংশাৱলী"ত স্পষ্টভাৱে আছে।[২৬] মহিষীৰ সংখ্যাৰ ক্ষেত্ৰত "ওঠৰ" শব্দৰ পৰিৱৰ্ত্তে কিবা কাৰণত "আঠছল্লিশ" শব্দৰ প্ৰয়োগ হোৱা বুলি ধৰি লব পাৰি। গতিকে কব পৰা যায় — বিশ্বসিংহৰ ৰাজত্ব-কালত, অৰ্থাৎ যোড়শ-শতিকাৰ আদিভাগত দুৰ্গাৱৰে কবিৰূপে খ্যাতি অৰ্জ্জন কৰিছিল। উদ্ধৃত দ্বিতীয় পদটোৰ পৰা জনা যায় — দুৰ্গাৱৰে কোনো বহুবল সিকদাৰৰ অনুপ্ৰেৰণা পাই পদ্মাৰ মাহাত্ম্যপ্ৰকাশ কৰিবলৈ সক্ষম হৈছে। এই প্ৰসঙ্গত আৰু উল্লেখনীয়— ভাৰত চন্দ্ৰ দাস আৰু

*দুৰ্গাবৰৰ পৰিচয় সময়, বাসস্থান*

২৬ দ. ৰা. ব. পৃঃ ৪৬-৫০ (ডঁ নবীনচন্দ্ৰ শৰ্মা, সম্পাদিত)

ডঃ মহেশ্বৰ নেওগে দুৰ্গাবৰৰ কাব্যৰ পৰা এটা পদ[২৭] উদ্ধৃত কৰি কৈছে যে, দুৰ্গাবৰ কোনো এজন চন্দ্ৰধৰ নামৰ কায়াস্থৰ পুত্ৰ। উদ্ধৃত তৃতীয় পদটোত দুৰ্গাবৰৰ বাসস্থানৰ আভাস পোৱা যায়। অসুৰঘাতিনী দেৱীৰ বাসস্থান নীলাচল-পাহাৰক শ্ৰেষ্ঠ বুলি কোৱাৰ পৰা চাই নীলাচল বা ইয়াৰ সমীপৱৰ্ত্তী কেনো ঠাই কবিৰ বাসভূমি আছিল। দুৰ্গাবৰে ৰচনা কৰা মনসাৰ গীত (মনসা-কাব্য) ওজাপালিয়ে এতিয়াও কামাখ্যা-ধামত গোৱাৰ পৰা লক্ষ্য কৰি ডঃ সত্যেন্দ্ৰ নাথ শৰ্মাই কৈছে যে, দুৰ্গাবৰে সম্ভৱতঃ নীলাচল বা কামাখ্যাত মনসা-কাব্য ৰচনা কৰিছে।[২৮] বিষয়চন্দ্ৰ বিশ্বাসীয়ে "গীতি-ৰামায়ণ"ৰ পাতনিত লিখিছে যে, দুৰ্গাবৰ হাজো-অঞ্চলৰ লোক আছিল। উক্ত দুয়োগৰাকী চিন্তাশীল ব্যক্তিৰ মন্তব্যক সন্মান জনালেও তথ্য-নিৰূপণত অৱশ্যে অসুবিধা নহয়, কাৰণ কামাখ্যা-ধাম আৰু হাজো-অঞ্চলৰ মাজত দূৰত্বৰ ব্যৱধান প্ৰয়োজনবিশেষে গণ্য কৰিবলগীয়া নহয়। নীলাচল বা হাজো যিয়েই নহওক, মুঠতে কব পৰা যায় — দুৰ্গাবৰৰ বাসস্থান আছিল বিশ্বসিংহৰ ৰাজ্যৰ পূৰ্ব্বাঞ্চল (বৰ্ত্তমান কামৰূপ জিলাৰ কোনো ঠাই)।

দুৰ্গাবৰ আছিল সঙ্গীতজ্ঞ। পদত উল্লেখ কৰা বহুবল শিকদাৰৰ পৰা তেওঁ সঙ্গীত-বিদ্যা আয়ত্ব কৰিছিল বুলি কোনো কোনো পণ্ডিতে অনুমান কৰে। দুৰ্গাবৰ ব্যৱসায়িক ওজাও আছিল। সেইকাৰণে তেওঁ বিভিন্ন সুৰ তালৰ পৰা লক্ষ্য ৰাখি ওজাপালিয়ে গাব পৰাকৈ ৰামায়ণী-কথা আৰু মনসাৰ আখ্যানৰ কাব্যিক-ৰূপ আগবঢ়াইছে।

*দুৰ্গাবৰৰ ৰচনা*

দুৰ্গবৰে ৰচনা কৰিছে দুখন কাব্য— গীতি-ৰামায়ণ আৰু মনসা-কাব্য। আমাৰ আলোচনাৰ এই প্ৰসঙ্গত "গীতি-ৰামায়ণ"ৰ কথাহে প্ৰাসঙ্গিক। এতিয়ালৈকে গীতি-ৰামায়ণৰ চাৰিটা কাণ্ডহে পোৱা হৈছে— অৰণ্য, কিস্কিন্ধ্যা, সুন্দৰা আৰু লঙ্কাকাণ্ড। দুৰ্গাবৰে অৰণ্য কাণ্ড আৰম্ভ কৰিছে এইদৰে —

*অযোধ্যা কাণ্ডৰ কথা ভৈলা সমাপতি।*
*অৰণ্য কাণ্ডৰ কথা শুনিযো সম্প্ৰতি।।*

এনেধৰণৰ আৰম্ভণিয়ে স্বাভাৱিকতে বুজায় যে, কবিয়ে অযোধ্যাকাণ্ড শেষ কৰি উঠি অৰণ্য-কাণ্ডৰ ৰচনা আৰম্ভ কৰিছে। যদি সেয়েই হয়, তেনেহলে দুৰ্গাবৰী ৰচনাৰ সেই কাণ্ডটো কিবা কাৰণত নষ্ট হৈছে, নাইবা এতিয়ালৈকে উদ্ধাৰ হবলৈ বাকী আছে। যি কি নহওক, দুৰ্গাবৰী-ৰামায়ণৰ যি চাৰিটা কাণ্ড পোৱা হৈছে, আমাৰ পুৰণি সাহিত্যত তাৰ

২৭. শ্ৰীকায়স্থ চন্দ্ৰধৰ তাৰ পুত্ৰ দুৰ্গাবৰ
বিৰচিল গীত বিতোপন।
(অ.সা.বু. মনসা শাখা; অ. সা. ৰূ, বে.)

২৮. অ. সা. স. ই.

এটা বিশেষ স্থান আছে। ইযাৰ বিষয-বস্তু আৰু প্ৰকৃতিগত-দিশৰ পৰা সন্দেহ আহে— ইযাক ৰচনা কৰোতে দুৰ্গাবৰে বাল্মীকিকৃত-ৰামায়ণ আগত ৰাখিছিল নে নাই। দুৰ্গাবৰ আছিল খ্যাতিমান ওজা, কবিপ্ৰতিভাৰ গৰাকী আৰু সুগায়ক। বাল্মীকিৰ ওচৰ চপাৰ পৰিবৰ্ত্তে তেওঁৰ ওচৰ সম্বন্ধ লক্ষ্য কৰা যায "পূৰ্ব্বকবি"মাধৱকন্দলীৰ লগতহে। কন্দলীকৃত ৰামায়ণৰ পৰা ৰাম-সীতাৰ আখ্যান বুটলি লৈ স্বকীয উদ্দেশ্য- প্ৰণোদিতভাবে গীত-পদৰ মাজেদি তাৰ ৰূপাঙ্কন কৰে। বাল্মীকিৰ ঘটনাবিন্যাসৰ ক্ৰম, তাৰ মাজত মনস্তাত্ত্বিক-বিশ্লেষণ আৰু ভাষা-গাম্ভীৰ্য্যৰ পৰিবৰ্ত্তে দুৰ্গাবৰী-ৰামাযণত প্ৰধানভাবে পোৱা যায গ্ৰাম্য-ৰুচিপূৰণৰ পৰিবেশ আৰু উপাদান। এই দৃষ্টিকোণৰ পৰা ডঃ বাণীকান্ত কাকতিযে[২৯] গীতি-ৰামাযণক বাল্মীকিৰ মহাকাব্যৰ গাঁৱলীয়া তাণ্ডৱণ বুলিছে। ড° মহেশ্বৰ

*গীতি-ৰামায়ণৰ বিশেষত্ব*

নেওগে[৩০] কিন্তু ওজাপালিৰ কাৰণে পৰিবেশনৰ উপযোগী এই গীতি-ৰামাযণক বুলিছে মাধৱকন্দলীৰ পদ-ৰামায়ণৰ ওজাপালি তাণ্ডৱণ। দুৰ্গাবৰৰ কৃতিৰ আৰ্হি কন্দলীকৃত ৰামায়ণ হোৱা কাৰণে তাৰ প্ৰভাৱ গীতি-ৰামাযণত লক্ষ্য কৰা যায। বিশেষকৈ কিস্কিন্ধ্যাকাণ্ড আৰু সুন্দৰা-কাণ্ডৰ গীত-পদত মাধৱ কন্দলীৰ প্ৰভাৱ চকুত পৰা। বহু ঠাইত ভাষা আৰু বৰ্ণনাৰ মাজত দুযোজন কবিৰ সাদৃশ্য দেখিবলৈ পোৱা যায়। কিষ্কিন্ধ্যাকাণ্ডৰ বালী-দুন্দুভিৰ মাজত হোৱা যুদ্ধৰ যি বৰ্ণনা দুৰ্গাবৰে দাঙি ধৰিছে, কন্দলীকৃত সেই বৰ্ণনাৰ লগত ইযাৰ মিল লক্ষণীয। গীতি-ৰামায়ণৰ মাজত দুৰ্গাবৰৰ কিছুমান মৌলিক-সৃষ্টিও আছে। সীতাৰদ্বাৰা দশৰথক বালিপিণ্ড-প্ৰদান, সীতাৰ লগত ৰামচন্দ্ৰৰ পাশা-খেল আৰু সীতাৰদ্বাৰা মাযা-অযোধ্যাৰ সৃষ্টি, মায়া-মৃগ-বধ কৰিবলৈ ওলাই ৰামচন্দ্ৰই ধনুৰ শৰেৰে পৰ্ণ-কুটীৰৰ সন্মুখত তিনিডাল আঁক পাৰি তাৰ ভিতৰতে সীতাক থাকিবলৈ কোৱা, আৰু ৰাৱণ-মন্দোদৰীক সীতাই পিতৃ-মাতৃ বুলি কোৱা — এই চিত্ৰবোৰ দুৰ্গাবৰৰ মৌলিক-সংযোজন। মৌলিক সংযোজন বুলি ধৰি লোৱা হৈছে যদিও গোটেই কেইটা কবিৰ স্বকল্পিত নহয়। বালি-পিণ্ড-প্ৰদান আখ্যানটো[৩১] শিৱ পুৰাণত আৰু ৰাৱণ-মন্দোদৰী যে সীতাৰ পিতৃ-মাতৃ, এই আখ্যান অদ্ভুত-ৰামায়ণত (৮ সৰ্গ) আছে। ইয়াৰ উপৰিও কিষ্কিন্ধ্যা কাণ্ডৰ ভিতৰত কবিৰ কল্পনাসিক্ত কেইটামান চিত্ৰ বৰ্ণিত হৈছে। এইবোৰে অৰণ্যকাণ্ডটো বিশেষত্বপূৰ্ণ কৰি তোলাৰ লগতে সৰ্ব্বসাধাৰণ পাঠকৰ কাৰণে ইয়াক আকৰ্ষণীয় কৰিছে। "গীতি-ৰামায়ণ"ৰ গোটেই কেইটা

---

২৯ পু. অ. সা (লৌকিকগীত)

৩০. গী. ৰা. ভূমিকা

৩১. শিৱ-পুৰাণৰ (জ্ঞান-সংহিতা) অন্তৰ্গত সীতাৰদ্বাৰা দশৰথক বালি-পিণ্ড দিয়া ঘটনাৰ বিবৰণ আৰু দুৰ্গাবৰৰ উক্ত ঘটনাৰ বিবৰণ একে। এই সাদৃশ্য দেখুৱাই বহুকাল আগতে আমি এটা দীঘলীয়া প্ৰবন্ধ লিখিছো। (অসম বাণী, ১২ জানুৱাৰী, ১৯৬২ ইং)

কাণ্ডৰেই ঘটনাৰ সংযোজন সম্পূৰ্ণ নহয় আৰু সকলো ঠাইতে ক্ৰমাগতও নহয়, এইবোৰৰ ৰূপায়ণ সংক্ষিপ্ত। কাব্যখন ৰচিত হৈছিল ওজাপালি অনুষ্ঠানৰ কাৰণে। ওজাপালিৰ নৃত্য-গীত-পৰিবেশনৰ ব্যৱহাৰিক-দিশলৈ ৰখা লক্ষ্যও ঘটনাৰ অসংলগ্নতাৰ অন্যতম কাৰণ হব পাৰে। কাৰণ, ওজাই দাইনাপালিৰ লগত আকৰ্ষণীয় উপায় অবলম্বন কৰি, কাহিনীৰ ছিন্নভিন্নতা কিবা থাকিলে তাক আঁতৰায়।

পদছন্দত ৰচনা কৰা ঘটনাংশবোৰতকৈ গীতবোৰ অধিক হৃদয়সংবাদী। গীতৰ অন্তৰ্গত কথাবস্তুসমূহ কবিৰ অনুভূতিৰঞ্জিত। গীতি-ৰামায়ণত দুৰ্গাবৰে উল্লেখ কৰিছে এই ৰাগবোৰ— বড়াড়ী, ভাটিয়ালী, ধনশ্ৰী, গুঞ্জৰী, মঞ্জৰী,মালচি, ৰামগিৰি, বেলোৱাৰা, সাৰোৱাৰা, পটমঞ্জৰী, মেঘমণ্ডল, শ্ৰীগান্ধাৰ, সুহই, বসন্ত, দেৱজিনি ইত্যাদি।

*ৰাগ আৰু ৰস*

এই ৰাগবোৰৰ উল্লেখে দুৰ্গাবৰৰ সঙ্গীত-নিপুণতা আৰু প্ৰাচীন অসমত সঙ্গীত-চৰ্চাৰ ব্যাপকতাৰ কথা প্ৰমাণ কৰে। লগতে, দুৰ্গাবৰী-গীতসমূহে প্ৰাকশঙ্কৰী অসমীযা-সঙ্গীতৰ পৰম্পৰা সু স্পষ্ট কৰি তোলে।

বিভিন্ন ৰসৰ সমাবেশ ঘটাইছে যদিও কাব্যৰ মাজত দুৰ্গাবৰে কৰুণ-ৰস চিত্ৰণতহে বিশেষ নিপুণতা দেখুৱাইছে।

## মনসাৰ মাহাত্ম্যপ্ৰকাশক শ্ৰেণী (মনসা-সাহিত্য)

### মনসা-দেৱীৰ উদ্ভৱ ঃ

পৃথিবীৰ সকলো দেশৰে আদিম-অধিবাসীসকলৰ মাজত সৰ্প-পূজাৰ প্ৰচলন আছিল। ফাৰ্গুছন (Fergusson) আৰু ইলিয়ট স্মিথৰ (Eliot Smith) মতে সৰ্প-পূজা ভাৰতত স্বতন্ত্ৰভাৱে গা কৰি উঠা নাই, বাহিৰৰ পৰাহে ইয়াৰ অঙ্কুৰ ভাৰত-ভূমিলৈ আহিছে আৰু ক্ৰমশঃ ইয়াত সৰ্প-পূজা প্ৰচলিত হৈছে। আন কোনো কোনো পণ্ডিতৰ মতে আকৌ, সৰ্প-পূজাৰ উৎপত্তিস্থান ভাৰতভূমিয়েই। ড° আশুতোষ ভট্টাচাৰ্যই[৩২] যুক্তিসাপেক্ষে মত পোষণ কৰিছে যে, আৰ্য্যসকল অহাৰ আগতেই ভাৰতবৰ্ষত সৰ্প-পূজাৰ উৎপত্তি হৈছে। ড°

*সৰ্প পূজাৰ আতিগুৰি, প্ৰাচীনত্ব*

বিৰিঞ্চিকুমাৰ বৰুৱা আৰু ড° সত্যেন্দ্ৰনাথ শৰ্ম্মাই [৩৩] কৈছে -দ্ৰাবিড়সকলৰো পূৰ্ব্ববৰ্ত্তী অষ্ট্ৰিক-গোষ্ঠীৰ লোকৰ মাজত সৰ্প-পূজাৰ প্ৰচলন আছিল, ইয়াৰ সপক্ষে পণ্ডিত দুয়োগৰাকীয়ে অসমৰ খাচীয়াসকলৰ মাজত প্ৰচলিত সৰ্প-পূজাৰ কথা উল্লেখ কৰিছে। সি যি কি নহওক, এই কথা কিন্তু ঠিক যে, বৈদিক-যুগতো কিবা প্ৰকাৰে নহওক কিবা

৩২. বা. ম. কা. ই., ২য় অধ্যায়

৩৩. ম. কা. ভূমিকা

প্ৰকাৰে সৰ্প-পূজাৰ প্ৰচলন আছিল। শুক্ল-যজুৰ্ব্বেদ সংহিতাৰ অন্তৰ্গত শ্লোক কেইটাৰ (১৩/৬-৮) উপৰিও ঋগ্বেদ (৭/৫৫/১৩), তৈত্তিৰীয় সংহিতা (৪/২/১/২৮) মানৱ-শ্ৰৌতসূত্ৰ (৬/১/৭), আপস্তম্ভ শ্ৰৌত-সূত্ৰ (১৬/২/৪), আপস্তম্ভ গৃহ্য-সূত্ৰ (৭/১৮/১/১০) আৰু পাৰস্কৰ-গৃহ্য-সূত্ৰই (২/১৪/১৮) সৰ্প-পূজা প্ৰচলনৰ স্পষ্ট-অস্পষ্ট প্ৰমাণ দিয়ে। লগতে উল্লেখনীয় কথা অথৰ্ব্ববেদৰ ১০ ম কাণ্ডৰ গোটেইটো চতুৰ্থ-সূক্তই সৰ্পবিষ-নাষক মন্ত্ৰেৰে পৰিপূৰ্ণ।

কালৰ বিৱৰ্ত্তনৰ লগে লগে মানুহৰ অন্তৰতো সৌন্দৰ্য্যবোধ বাঢ়ি আহে। ইতিহাসৰ কোনো এটা সময়ত সৌন্দৰ্য্যপ্ৰয়াসী মনে ভয়ঙ্কৰ জীৱন্ত-সৰ্পক পূজা কৰিবলৈ ইচ্ছা নকৰা হয়, আৰু সেই পূজাৰ আধাৰৰূপে সৰ্পৰ অধিষ্ঠাত্ৰী-দেৱী এগৰাকীৰ সৃষ্টি কৰে। কালক্ৰমত তেওঁৰে নাম হয় মনসা। এই মনসা-দেৱীৰ প্ৰাচীনত্বৰ অনুসন্ধান-ব্যাপাৰত পণ্ডিতসকল গৈ অথৰ্ব্ব-বেদৰ অন্তৰ্গত দুটা স্ত্ৰী-চৰিত্ৰৰ ওচৰ চাপে— এটা সৰ্প-বিদ্যা-বিশাৰদা কিৰাত-কন্যা, আৰু আনটো সৰস্বতী। দুযোজনীযেই বিষনাশিনী। পণ্ডিতসকলে অনুমান কৰে যে, কালক্ৰমত এই দুজনীযেই ৰূপান্তৰিত হয় এজনী নতুন দেৱীলৈ— নাম জাঙ্গুলী। তান্ত্ৰিক-বৌদ্ধসকলে এই জাঙ্গুলীক সৰ্পৰ অধিষ্ঠাত্ৰী দেৱীৰূপে পূজা কৰে। বৌদ্ধ-তান্ত্ৰিক-শাস্ত্ৰ "সাধনমালা"ত থকা ধ্যানমতে দেৱী জাঙ্গুলী শুক্লবৰ্ণা, চতুৰ্ভুজা, একবক্তৃা, শ্বেত-সৰ্প-বিভূষিতা ইত্যাদি। সম্ভৱতঃ এই জাঙ্গুলী দেৱীযেই পৰৱৰ্ত্তি-কালত মনসা-দেৱীলৈ ৰূপান্তৰিত হয়।[৩৪] এই জাঙ্গুলী-দেৱীৰ আকৃতিমূলক- বৈশিষ্ট্যসমূহৰ লগত বৰ্ত্তমানে অসম আৰু বঙ্গদেশত পূজিতা মনসা-দেৱীৰ বিশেষ সাদৃশ্য আছে। "মনসা" শব্দটোৰ উৎপত্তি সম্বন্ধে মতভেদ থাকিলেও এক শ্ৰেণী পণ্ডিতৰ সুস্থ মতবাদ এই যে, "মনসা" দাক্ষিণাত্যত পূজিতা সৰ্প-দেৱী মঞ্চমাৰ নামান্তৰ আৰু ৰূপান্তৰ। দাক্ষিণাত্যৰ পৰা আহি খৃষ্টীয় ১১ শ — ১২ শ শতিকাত বঙ্গদেশত ৰাজত্ব কৰা সেন-ৰজাসকলে মঞ্চমা-দেৱীক উক্ত দেশলৈ আমদানি কৰে। সম্ভৱতঃ মঞ্চমা-দেৱীৰ পূজা-উপাসনাৰ প্ৰতি তেওঁলোক অনুৰক্ত আছিল। ফলত মঞ্চমাৰ প্ৰতি জনসাধাৰণৰ আকৰ্ষণ বাঢ়ে। আনহাতেদি দেশত বৌদ্ধ-তান্ত্ৰিক-ধৰ্মৰ প্ৰবাহ দুৰ্ব্বল হৈ পৰে আৰু জাঙ্গুলী-দেৱীৰ স্থানো কমি আহে। জাঙ্গুলীৰ প্ৰতি থকা মানুহৰ শ্ৰদ্ধা-আকৰ্ষণ ক্ৰমশঃ মঞ্চমাত পতিত হৈ সেই দেৱী শক্তিশালিনী হৈ উঠে। পাছত এই মঞ্চমাই হিন্দু-ধৰ্ম্মত অনতিপলমে প্ৰতিষ্ঠা হয়। এই মতবাদটো ড° বিৰিঞ্চিকুমাৰ বৰুৱা আৰু ড° সত্যেন্দ্ৰনাথ শৰ্ম্মাই গ্ৰহণযোগ্য-ভাবেৰে ড° নলিনীনাথ ভট্টশালীৰ উক্তিৰ সৈতে আলোচনা কৰিছে।[৩৫] আন প্ৰমাণ দেখুৱাই

*কালক্ৰমত মনসাৰ উদ্ভৱ*

৩৪. বা ম কা ই., ২ য় অধ্যায়
ম. কা. ভূমিকা

৩৫. ম কা. ভূমিকা

কিন্তু ড° আশুতোষ ভট্টাচাৰ্য্যই[৩৬] কৈছে যে, পুৰণি কালত ভাৰতৰ বিভিন্ন ঠাইত সাপৰ খেলা দেখুৱাই ফুৰা সাপধৰা বঙালী-যাদুকৰৰ দল এটাইহে দাক্ষিণাত্যৰ পৰা মঞ্চমা-দেৱীক বঙ্গদেশলৈ আমদানি কৰাটো সম্ভৱ। মুঠতে কব পৰা যায় —সাপৰ অধিষ্ঠাত্ৰী-দেৱীৰূপে কল্পিত-কোনো দেৱী কালৰ বিবৰ্ত্তনৰ মাজেদি বিভিন্ন নাম আৰু ৰূপ লৈ আহি হিন্দুৰ ধৰ্ম্মৰাজ্যত হৈছে অধিষ্ঠিতা আৰু পূজিতা— তেৱেঁই মনসা।

মনসা-দেৱীৰ পৰিচয়সূচক বিস্তৃত-আখ্যান কোনো প্ৰাচীন সংস্কৃত-গ্ৰন্থত পোৱা নাযায়। খৃষ্টীয় দশম-শতিকাৰ পাছত ৰচিত দেৱী-ভাগৱত আৰু ব্ৰহ্মবৈৱৰ্ত্ত - পুৰাণত মাত্ৰ এই গৰাকী দেৱীৰ জন্ম আখ্যান আছে। এই দুই শাস্ত্ৰই কয় যে, এই দেৱী-কাশ্যপ ঋষিৰ মানস-কন্যা, আৰু সেয়েহে তেওঁৰ নাম মনসা। কাশ্যপে তেওঁক বিয়া দিয়ে জৰৎকাৰু মুনিলৈ।

*ধৰ্ম-ৰাজ্যত দেৱীৰূপে মনসাৰ প্ৰতিষ্ঠা*

এই খিনিতে উল্লেখনীয় কথা এই যে, মহাভাৰতে[৩৭] বৰ্ণনা কৰিছে — বাসুকি-নাগৰ ভগ্নী জৰৎকাৰুক মুনি-জৰৎকাৰুলৈ বিয়া দিয়া হয়, আৰু ইয়াৰ ফলস্বৰূপে আস্তীক মুনিৰ জন্ম হয়। মহাভাৰতত বৰ্ণিত উক্ত জৰৎকাৰু-জৰকাৰু-আখ্যানেই প্ৰয়োজনীয় পৰিৱৰ্ত্তনৰ মাজেদি পৰৱৰ্ত্তিকালত মনসা-জৰৎকাৰুৰ আখ্যান হিচাপে দেৱী-ভাগৱত আৰু ব্ৰহ্ম বৈৱৰ্ত্ত—পুৰাণত অঙ্কিত হৈছে বুলিও কোনো কোনো পণ্ডিতেঅনুমান কৰে। এই অনুমান প্ৰমাণ কৰাত সহায়তা কৰে অসম-বঙ্গত মনসা- পূজাত প্ৰচলিত মনসা-দেৱীক কৰা এই প্ৰণাম মন্ত্ৰই —

*আস্তীকস্য মুনের্মাতা বাসুকিভগিনী তথা।*
*জৰৎকাৰুমুনেৰ্পত্নী মনসা-দেৱি নমোঽস্তুতে।।*

সকলোবোৰ কথা পৰ্য্যালোচনা কৰি এইধৰণে কবলৈ অসুবিধা নহয় যে, পূৰ্ব্বাগত জাংগুলী-মনসা সম্বন্ধীয় জকাটোত মহাভাৰতীয়-আখ্যানে যথোপযুক্ত ৰক্ত-মাংস প্ৰদান কৰি তাক সুন্দৰী দেৱী-মূৰ্ত্তিত পৰিণত কৰে আৰু শেষত ধাৰ্ম্মিক-পণ্ডিতে তাত দেৱত্ব-শক্তি নিহিত কৰি জাগ্ৰত দেৱীৰূপে হিন্দুৰ ধৰ্ম্মৰাজ্যত সুমাই লয়। অৱশ্যে এই কথাও ঠিক যে, মনসা এইদৰে সুপ্ৰতিষ্ঠা হোৱাৰ আগলৈকে ক্ৰমবিকাশৰ দীঘলীয়া পথত আগবাঢ়ি আহোতে কিছুমান অনাৰ্য্য উপাদানেও এই দেৱীৰ পৰিপুষ্টিসাধানত সহায়তা কৰে।

অসম আৰু বঙ্গদেশত এতিয়ালৈকে মনসাৰ যিমানবোৰ শিলামূৰ্ত্তি আৱিষ্কৃত হৈছে,

---

৩৬. বা. ম কা. ই., ২ য় অধ্যায়

৩৭. মহা., আস্তীক পৰ্ব

সেইবোৰ খৃষ্টীয় দশম আৰু একাদশ শতিকাৰ ভিতৰত খোদিত।[৩৮] ইয়াৰ পৰা অনুমান কৰিব পৰা যায় যে, উক্ত কালছোৱাৰ ভিতৰত বা তাৰো অলপ আগৰে পৰা সৰ্পৰ অধিষ্ঠাত্ৰী-দেৱীৰূপে মনসাৰ ৰূপ জনসাধাৰণৰ মাজত স্পষ্ট ৰূপত দেখা দিছিল, আৰু নিম্ন-পৰ্য্যায়ৰ জনগোষ্ঠীৰ মাজত হয়তো তেওঁৰ কিবা প্ৰকাৰৰ পূজা-সেৱাও চলিছিল। দেৱী-ভাগৱত আৰু ব্ৰহ্মবৈৱৰ্ত্ত-পুৰাণে মনসাক দেৱী-মৰ্য্যদাৰে মহিমামণ্ডিতা কৰি তোলাৰ পাছৰে পৰা, অৰ্থাৎ খৃষ্টীয ১১ শ- ১২ শ শতিকা মানৰ পাছৰ পৰা সৰ্পাধিষ্ঠাত্ৰী, বিষনাশিনী আৰু আন মাৰি-মৰকৰ পৰা ৰক্ষাকাৰিণীৰূপে তেওঁ অসম-বঙ্গৰ-ধৰ্ম্ম-ৰাজ্যৰ উচ্চাসনত উঠিছে বুলিব পাৰি। মনসা বা পদ্মা (মনসাৰ আন নাম) দেৱীৰূপে জনসাধাৰণৰ বিশ্বাসত এইদৰে সোমাই পূজিতা হোৱাৰ বহুকাল পাছতহে তেওঁৰ মাহাত্ম্য প্ৰকাশ কৰা আৰু পূজা-পদ্ধতিৰ বিবৰণ দাঙি ধৰা সাহিত্য (মনসা-কাব্য) স্বাভাৱিকতে প্ৰাদেশিক-ভাষাত সৃষ্টি হ'বলৈ ধৰে। সেয়েহে, অসমীযা আৰু বাংলা সাহিত্যত এইবিধ কাব্যৰ প্ৰথম সৃষ্টি হোৱা দেখিবলৈ পোৱা যায় খৃষ্টীয় পঞ্চদশ-শতিকাৰ শেষৰ ফালে।[৩৯]

*মনসা-পূজাৰ আৰম্ভণি, মহাত্ম্য-প্ৰকাশক- সাহিত্য সৃষ্টি*

## মনকৰ

ওপৰতে কোৱা হ'ল যে, মনসা বা পদ্মাদেৱী হিন্দুৰ ধৰ্ম্মৰাজ্যত অধিষ্ঠিতা হৈ জনসাধাৰণৰ ভক্তি-অৰ্চ্চনা লাভ কৰিবলৈ ধৰাৰ বহুকাল পাছতহে (১৫ শ শতিকাৰ শেষৰ ফালে) অসম আৰু বঙ্গত সেইদেৱীৰ শক্তি-মাহাত্ম্য প্ৰকাশক-কাব্য ৰচিত হয। দেৱী মনসা বা পদ্মাৱতীৰ প্ৰতি চান্দ সদাগৰৰ ঘৃণা আৰু বিদ্বেষৰ মাজেদি সেই দেৱীৰ লগত সদাগৰৰ প্ৰতিদ্বন্দ্বিতা আৰু শেষত চান্দৰ পৰাজয় —এই মূল কথাখিনিৰ লগত বহুত ঘটনা যোগ হৈ মনসাৰ মাহাত্ম্যপ্ৰকাশক-কাব্য গঢ় লৈ উঠিছে। আমাৰ সাহিত্যত মনসা-কাব্য ৰচনা কৰা কবি তিনিজন — মনকৰ, দুৰ্গাৱৰ আৰু নাৰায়ণদেৱ।

মনকৰে নিজেই তেওঁৰ কাব্যৰ মাজত উল্লেখ কৰা কেইটামান কথাৰ পৰা তেওঁৰ সময় আৰু জীৱন-কথাৰ অলপ আভাস পোৱা যায়। তেওঁ লিখিছে —

---

৩৮. পু. অ. স. স., ড° মহেশ্বৰ নেওগ
বা ম কা. ই., ২ য় অধ্যায

৩৯. প্ৰথম অসমীয়া মনসা কবি মনকৰ খৃষ্টীয় ১৫ শ শতিকাৰ শেষ আৰু ১৬ শ শতিকাৰ আদিভাগৰ মানুহ।
প্ৰথম বঙালী মনসা কবি বিপ্ৰদাস খৃষ্টীয় ১৫ শ শতিকাৰ শেষভাগৰ মানুহ (বা সা. ক. পৃঃ ২১)

*I কামৰূপৰ কামাখ্যা বন্দো ঢেকেৰিআৰ নাতি।*

*II কমতাইৰ ৰাজা বন্দো ৰাজা জল্লেশ্বৰ।*
*এক শত মহিষী বন্দো অঠাৰ কুমাৰ।।*

*III পঞ্চদেৱতাক বন্দো গুৰু দুই পাও।*
*পদুমাই সুপ্ৰসন্নে মনকৰে গায়।।*

*IV গুৰুৰ বন্দন এহিমানে সমাপতি।*
*তোতলা চৰণে মনকৰে নিগদতি।।*

*V. কালিন্দ্ৰী মাৱৰ গুণ সুজন নাযায়।।*

উক্ত পদকেইফাকিৰ অন্তৰ্গত অৰ্থানুযাযী বুজা যায়—মনকৰ কোনোবা ঢেকেৰিয়া নামৰ ব্যক্তিৰ নাতি, কামাখ্যা পাহাৰ বা তাৰ নিকটৱৰ্ত্তি -স্থানৰ অধিবাসী আৰু কামাখ্যাৰ ভক্তও। তেওঁ কমতাৰ ৰজাক (জল্লেশ্বৰক), তেওঁৰ একশ মহিষী আৰু ওঠৰজন কোঁৱৰক সন্মান জনাইছে। পঞ্চদেৱতা, নিজ গুৰু আৰু মনসা বা পদ্মাৰ (তোতলা) চৰণত প্ৰণতি জনাই মনসাৰ গীত ৰচনা কৰিছে। মাতৃ কালিন্দ্ৰীৰ প্ৰতি থকা ঋণৰ কাৰণে তেওঁ সজাগ। অৰ্থাৎ, আন প্ৰকাৰে ধৰি লব পৰা যায়— মনকৰ ঢেকেৰিয়াৰ নাতি, কামাখ্যাৰ ওচৰৰ অধিবাসী, কমতাৰাজ (জল্লেশ্বৰ)ৰ আমোলৰ মানুহ, দেৱতা আৰু গুৰুৰ ভক্ত, মনসাৰ সেৱক আৰু কালিন্দ্ৰী-মাতৃৰ পুত্ৰ। তিনিওজন মনসা কবিৰ প্ৰথম আলোচক ভাৰত চন্দ্ৰ দাসে[৪০] মনকৰৰ পৰিচয়-প্ৰসঙ্গত মোটামুটিভাবে এই কথা খিনি উল্লেখ কৰি গৈছে। ইয়াৰ উপৰিও তেওঁ কৈছে যে, দুৰ্গাৱৰৰ নিচিনা মনকৰো আছিল নিজে ওজা, ওজাপালিৰ দৰে তেওঁ গীত-পদ গাইছিল। তাল আৰু নানা সুৰত যে তেওঁ বিশেষজ্ঞ আছিল, সেই কথা তেওঁৰ কাব্যই প্ৰমাণ কৰে। তলৰ পদ দুটাৰ পৰা জনা যায় যে, গুৰুৱে মনকৰক ওজাপালিৰ ৰাগ-তাল শিকাইছিল আৰু সভাত গোৱাৰ কাৰণে তেওঁ মনসাৰ গীত ৰচিছিল —

*কবিৰ পৰিচয়*

*গুৰুজনক বন্দিয়া গাইবো গুৰুতে দিয়া চিত।*
*হাতে তাল যন্ত্ৰ ধৰি নিত্যে শিকায় গীত।।*
*সৰ্ব্বজন বন্দিয়া গাইবো গুৰুৰে দুই পাৱ।*
*তাত পাছে বন্দিয়া গাইবো এসৱ সভাও।।*

ভাৰত চন্দ্ৰ দাসে মনকৰৰ সময় দ্বাদশ শতিকা বুলি কৈছে। ডিম্বেশ্বৰ নেওগে[৪১] কমতাৰ ৰজাসকলৰ সময়-সীমা দেখুৱাই উপৰুক্ত পদত উল্লিখিত জল্লেশ্বৰ ৰজাৰ ৰাজত্ব-কাল দ্বাদশ-শতিকাৰ শেষ আৰু ত্ৰয়োদশ-শতিকাৰ আদিভাগ বুলি কোৱাত বাহিৰে

৪০. অ. সা বু. (মনসা-শাখা)
৪১. অ. সা. বু.

উপায় নাই বুলি কৈছে। গতিকে মনকৰ এই দুই শতিকাৰ মধ্যৱৰ্ত্তী লোক হয়। কালিৰাম মেধিযেও[৪২] মনকৰৰ সময় দ্বাদশ-শতিকাৰ শেষ নাইবা ত্ৰয়োদশ-শতিকাৰ আদিভাগ বুলি কৈছে। এই প্ৰসঙ্গত আন কথা বাদ দিলেও বিশেষকৈ মনকৰী-কাব্যৰ ভাষাৰ ফালৰ পৰা বিচাৰ কৰি মনকৰক উক্ত সময়ৰ কবি বুলি ঠাৱৰ কৰাত কিন্তু অসুবিধা হয। হেমসৰস্বতী-মাধৱ কন্দলীৰ আগতো কাব্য ৰচনাৰ সম্ভৱতা সম্বন্ধে আমি পূৰ্ব্ব-আলোচনাৰ স্থানবিশেষত মত পোষণ কৰি আহিছো যদিও, আৰু আনহাতেদি মনকৰী-কাব্যৰ ভাষাত প্ৰাচীনত্বৰ গোন্ধ পোৱা গলেও ইযাক সেই বুলি হেম সৰস্বতী মাধৱ কন্দলীতকৈ ডেৰশ-দুশ বছৰ আগলৈ ঠেলিব নোৱাৰি। এই সমস্যাটোৰ সকলোবোৰ কথা ড° বিৰিঞ্চি কুমাৰ বৰুৱা আৰু ড° সত্যেন্দ্ৰনাথ শৰ্ম্মাই[৪৩] বহলভাবে আলোচনা কৰিছে। আলোচনাৰ শেষত পণ্ডিত দুযোগৰাকীযে আনুমানিক সিদ্ধান্ত দেখুৱাইছে যে, মনকৰে কাব্যত উল্লেখ কৰা "কমতাৰ ৰজা" আৰু "জলেশ্বৰ" দুজন ব্যক্তি নহয এজন, আৰু তেৱেঁই হৈছে কোচৰজা বিশ্বসিংহ। মনকৰৰ লগতে দুৰ্গাৱৰেও বিশ্বসিংহক ১৮ জন পুত্ৰৰ পিতৃ বুলি কোৱা কথাটো বুৰঞ্জীৰ লগত মিলে। অৱশ্যে

*মনকৰৰ সময়*

ইতিহাসে তেওঁৰ বহুসংখ্যক পত্নীৰ কথা কৈছে– " He married a number of wifes."[৪৪] এই বহুসংখ্যক কথাটোকে মনসা-কবিযে নিৰ্দ্দিষ্ট সংখ্যক কৰি মনকৰে কৈছে একশ আৰু দুৰ্গৱৰে কৈছে আঠছল্লিশ। ইয়াৰ উপৰিও ডঃ সত্যেন্দ্ৰনাথ শৰ্ম্মাই উল্লিখিত কমতাৰ ৰজাক বিশ্বসিংহ বুলি প্ৰতিপন্ন কৰিবলৈ গৈ কৈছে — "মনকৰৰ ৰচনাত দুৰ্গাই কুঁচুণীৰ বেশত মহাদেৱৰ সৈতে ৰমণ কৰা আৰু চিকণাত হাট বেহোৱাৰ উল্লেখ থকাৰ পৰা আমি সহজে অনুমান কৰিব পাৰো যে, একশত মহিষী আৰু অষ্টাদশ কুমাৰযুক্ত কমতাৰ ৰজা আন কোনো নহয়, বিশ্বসিংহহে। হাৰিয়া কোঁচৰ পত্নীক মহাদেৱে হৰণ কৰা আৰু বিশ্বসিংহই প্ৰথমতে চিকণাত ৰাজধানী পতাৰ লগত মনকৰৰ বিবৰণৰ সামঞ্জস্য বিশেষভাবে মনকৰিবলগীয়া"।[৪৫] ইতিহাস[৪৬] মতে বিশ্বসিংহৰ ৰাজত্ব-কাল ১৫১৫—১৫৪০ খৃঃ লৈ। গতিকে ষোড়শ-শতিকাৰ আদিভাগ মনকৰৰ সময় বুলি প্ৰতীয়মান হয়। ড° বৰুৱা আৰু ড° শৰ্ম্মাই কিন্তু আলোচনাৰ মোখনি মাৰিছে এইদৰে— "আমি শ্ৰীযুত মেধি ডাঙৰীয়াৰ মত গ্ৰহণ নকৰি মনকৰৰ সময়-নিৰূপণত পঞ্চদশ

---

৪২. জয়ন্তী, ৩ য বছৰ, ২ য় সংখ্যা

৪৩. ম কা ভূমিকা

৪৪. H A. Ch IV, E Gait

৪৫ . অ সা. স. ই

৪৬ I H A Ch IV, E Gait

II অ বু (৪ র্থ খণ্ড, ১ ম অঃ

শতিকাৰ শেষ বা যোড়শ শতিকাৰ আদি ভাগতহে পেলাব খোজো"।[৪৭] এই উক্তি অৱশ্যে গ্ৰহণযোগ্য। তথাপি কবলগীয়া কথা এই যে, বিশ্বসিংহৰ আমোল-কাল ১৫১৫-—১৫৪০ খৃঃ ধৰিলে মনকৰৰ সময় নিৰূপণত পঞ্চদশ-শতিকাৰ শেষাংশ কেনেকৈ আহিব পাৰে? এই সন্দেহপূৰ্ণ -প্ৰশ্নৰ উত্তৰ এই যে, হুচেনচাহে কমতাপুৰ-ধ্বংস কৰাৰ (১৪৯৮ খৃঃ ৰ) আগৰে পৰা বিশুৱে (বিশ্বসিংহ নাম লোৱাৰ আগতে) পঞ্চদশ শতিকাৰ শেষ দশক জুৰি বৰনদীৰ পৰা পশ্চিমফালে ভূখণ্ডত ৰাজক্ষমতাৰে আধিপত্য বিস্তাৰ কৰিছিল। পাছত ১৪৯৭ খৃঃত, তেওঁ হিন্দুধৰ্ম্মৰ সকলো নিয়ম-কানুন গ্ৰহণ কৰি বিশ্বসিংহ নামলৈ প্ৰতাপী ৰজা ৰূপে চিনাকি দিয়ে। ১৪৯৮ খৃঃত কমতাপুৰ ধ্বংস হোৱাৰ লগে লগে খেন-বংশী-ৰাজত্ব লোপ হোৱাৰ পাছত এই বিশ্বসিংহ ক্ৰমশঃ অধিক ক্ষমতাশালী হৈ উঠে, আৰু কোচবিহাৰত নতুনকৈ ৰাজধানী (কমতাপুৰ) নিৰ্ম্মান কৰি ৰাজত্ব আৰম্ভ কৰে।[৪৮] এডোৱাৰ্ড গেইটে যে বিশ্বসিংহৰ ৰাজত্বৰ আৰম্ভণি ১৫১৫ খৃঃ বুলি কৈছে, সম্ভৱতঃ সেই সময়তো বিশ্বসিংহৰ কমতাপুৰত এইধৰণে অধিষ্ঠিত হোৱা সময়। পদ্মনাথ গোহাঞিবৰুৱাই আকৌ লিখিছে যে, বিশ্বসিংহই ৪৯ বছৰ ৰাজত্ব কৰিছে। বিশ্বসিংহৰ ৰাজত্বৰ সৰ্ব্ববাদিসন্মত শেষ সময় ১৫৪০ খৃঃ। গতিকে কব পৰা যায় — ১৪৯১ খৃঃ ৰ পৰা তেওঁ ৰাজক্ষমতা বিস্তাৰ কৰিছিল। দুৰ্গাবৰ আৰু মনকৰ একেজন ৰজাৰ আমোলৰ কবি বুলি জনা গলেও প্ৰথমজনতকৈ দ্বিতীয়জন, অৰ্থাৎ মনকৰ কবিৰূপে কিছু আগৰ বুলি ঠাৱৰ কৰিব পৰা যায়। মনকৰৰ কাব্যৰ ভাষাও ইয়াৰ অন্যতম প্ৰকৃষ্ট প্ৰমাণ। ইয়াৰ উপৰিও মনকৰ আৰু দুৰ্গাবৰৰ মনসা-কাব্য বা পদ্মা-পুৰাণৰ অন্তৰ্ভুক্ত বিষযবস্তুযেও বুজায় যে, দুৰ্গাবৰতকৈ মনকৰৰ সৃষ্টি অগ্ৰৱৰ্ত্তী। কিয়নো, মনকৰী কাব্যত চান্দো-মনসাৰ কাহিনীৰ পূৰ্ণৰূপ পোৱা নাযায় — ইয়াত মাত্ৰ পোৱা যায় সৃষ্টিতত্ব, হৰ-পাৰ্ব্বতীৰ বিবাহ আৰু পদ্মাৰ জন্মখণ্ডৰ বৰ্ণনা। হয়তো সময়ৰ ব্যৱধানৰ কাৰণে দুৰ্গাৱৰী-কাব্যত চান্দো-মনসাৰ বিৰোধ আৰু মনসাৰ দেৱত্বপ্ৰাপ্তি সম্বন্ধীয় আখ্যানটো মূল ঘটনাবোৰৰ সৈতে মোটামুটিভাবে গঢ় লৈ উঠিছে। ইয়াৰ উপৰিও মনকৰৰ কাব্য অধিক গীতিধৰ্মী, কিন্তু দুৰ্গাবৰৰ কাব্য অধিক কাব্যধৰ্ম্মী। আন এটা কথা এই যে, মনকৰে কম বয়সতে মনসাৰ গীত ৰচিছিল বুলি তেওঁৰ নিজৰ ৰচনাৰ[৪৯] পৰাই বুজা যায়। এই গোটেইবোৰ কথাৰ সঙ্গতি ৰক্ষা কৰি আমি কব পাৰো যে, মনকৰ বিশ্বসিংহৰ আমোলৰ হলেও কবি হিচাপে তেওঁ খৃষ্টীয় পঞ্চদশ-শতিকাৰ শেষাংশৰ অন্তৰ্গত হোৱাটোহে অধিক সম্ভাৱনীয়। অৰ্থৎ, দুৰ্গাবৰতকৈ মনকৰৰ কাব্যিক-সৃষ্টি অগ্ৰৱৰ্ত্তী।

---

৪৭. ম. কা ভূমিকা

৪৮. অ বু. (৪ৰ্থ খণ্ড, ১ম অধ্যায়)

৪৯. অল্পবয়সে নাম লইতে ভৰাউ।
ভাৰত চন্দ্ৰ দাসৰ অ. সা বু (মনসা-শাখা)ৰ পৰা উদ্ধৃত

মনকৰ-বিৰচিত মনসা-কাব্যকেই (মনসাৰ গীত) কবিজনাৰ একমাত্ৰ কাব্যিক-কৃতি বুলি কব পৰা যায়, যিহেতু আন কোনো গ্ৰন্থৰচনাৰ প্ৰমাণো নাই। ছপা হৈ ওলোৱা এই কাব্যখনৰো শেষাংশই বুজায় — ই অসম্পূৰ্ণ। এই খিনিতে মন কৰিবলগীয়া কথা এই যে, মনকৰে সৃষ্টিখণ্ডৰ শেষত লিখিছে— "কাণ্ডেৰ মেৰত পশি ডঙ্কিবো লখাই।" এই উক্তিযে ভাবিবলৈ অৱকাশ দিয়ে — কিজানি মনকৰে বেউলা-লখিন্দাৰৰ আখ্যানটো লিখিছিলেই, নাইবা লিখাৰ কাৰণে হয়তো মনস্থ কৰিছিল। যি কি নহওক, সৃষ্টিখণ্ড, হৰ-গৌৰীৰ বিবাহ-খণ্ড আৰু পদ্মাৰ জন্ম-খণ্ড এই তিনিটা খণ্ডহে সম্প্ৰতি প্ৰাপ্ত-কাব্যখনৰ অন্তৰ্গত। মনকৰে সৃষ্টিতত্ত্বৰ যি বৰ্ণনা দিছে তাত তান্ত্ৰিক-বজ্ৰযান আৰু শৈৱনাথ-সম্প্ৰদায়ৰ সংমিশ্ৰণ হৈছে যেন লাগে। "হৰেৰ আদেশে ব্ৰহ্মা স্ৰজিলা সকল"- এই উক্তিয়ে সৃষ্টি কাৰ্য্যত মহাদেৱৰ শ্ৰেষ্ঠত্ব প্ৰমাণিত কৰে। আকৌ, "অৰ্দ্ধ অঙ্গ মহাদেৱ অৰ্দ্ধ অঙ্গ ধৰ্ম্ম"— এই উক্তিয়ে মহাদেৱ আৰু ধৰ্ম্মদেৱতা এক বুলি প্ৰমাণিত কৰে। মনকৰৰ সৃষ্টিতত্ত্বৰ লগত শূন্য-পুৰাণৰ সৃষ্টিতত্ত্বৰ সাদৃশ্য লক্ষণীয়। যুগসাপেক্ষে সামাজিক-ৰীতি-নীতিৰে পৰিপূৰ্ণ হৰ-গৌৰীৰ বিবাহ-খণ্ড গ্ৰাম্য-ৰুচিৰ পাঠকৰ কাৰণে আকৰ্ষণীয়। পুষ্পবনৰ চিত্তাকৰ্ষক-সৌন্দৰ্য্যত মহাদেৱ কামচঞ্চল হয়, ফলত তেওঁৰ হয় ৰেতস্খলন, সি পদুমৰ নালাৰে যায় পাতাললৈ আৰু তাৰ পৰা "কন্যাগোট উপজিল আতি অনুপাম"- নাম পদুমাই (পদ্মাদেৱী)। কাব্যখনৰ চৰিত্ৰবোৰ নামত দেৱতা, কিন্তু কাৰ্য্যতঃ দেৱত্ববৰ্জ্জিত মানৱীয়-ভাৱ অনুভূতিৰে চালিত। মহাদেৱ, নাৰদ, হেমন্ত, দুৰ্গা, মেনকা- এই প্ৰধান চৰিত্ৰ কেইটা প্ৰত্যেকেই বিভিন্ন মানৱীয়-অনুভূতি আৰু কাৰ্য্যৰ প্ৰতীক। বিশেষকৈ মহাদেৱ চিত্ৰিত হৈছে শৃঙ্খলাবিহীন, অসতৰ্ক আৰু কাম-মাদকতাত অস্থিৰ ডেকাৰূপে, নাৰদ গাৱঁলীয়া টুটুকীয়া ঘটকৰূপে, হেমন্ত আদৰ্শ-পিতৃৰূপে আৰু মেনকা কন্যাদায়গ্ৰস্তা স্নেহশীলা মাতৃৰূপে। হৰ-পাৰ্ব্বতীৰ বিবাহ-প্ৰসঙ্গৰ নানাবিধ অনুষ্ঠানৰ বৰ্ণনাৰ মাজেদি মধ্যযুগীয় সমাজৰ এখন সুস্পষ্ট ছবি দেখিবলৈ পোৱা যায়। হাস্য আৰু শৃঙ্গাৰ, এই দুবিধ ৰসে গ্ৰাম্য-জীৱনৰ স্থূল-ৰুচি পৰিপূৰণত সহায়তা কৰিছে, যদিও তাৰ ৰূপায়ণৰ স্থানবিশেষত অশ্লীলতা দোষে সংস্কৃত-মনক সঙ্কোচিত নকৰাকৈ নাথাকে। মনকৰৰ কাব্য সহজ কথিত-ভাষাত ৰচিত— শব্দপ্ৰয়োগত বা প্ৰকাশৰীতিত বিলাসিতা নাই বুলিলেই হয়।

*কাব্যৰ বিশেষত্ব*

*চৰিত্ৰ আৰু ৰস-সৃষ্টি*

## দুৰ্গাৱৰ

দুৰ্গাৱৰৰ পৰিচয় আৰু সময় সম্বন্ধে "গীতি-ৰামায়ণ"ৰ প্ৰসঙ্গত ইতিমধ্যে আলোচনা কৰি অহা হৈছে। "গীতি-ৰামায়ণ"ৰ উপৰিও তেওঁ মনসা বা পদ্মা দেৱীৰ মাহাত্ম্য প্ৰকাশ কৰি ৰচনা কৰিছে আন এখন কাব্য— নাম মনসা-কাব্য (পদুমাইৰ গীত)। বিবিধ

ৰাগ আৰু সুৰত ওজাপালিয়ে গাব পৰাকৈ এই কাব্যখন ৰচনা কৰা কাৰণেও দুৰ্গাবৰ পাঁচালী-কবি।

দুৰ্গাবৰে ৰচনা কৰা মনসা-কাব্যত বৰ্ণিত হৈছে চান্দো-মনসাৰ বিবাদ-খণ্ড। গঙ্গাৰ পাৰত সোনেকাৰ ছয় পুত্ৰ লাভ, পুত্ৰ কেইজনৰ বিবাহ, চান্দোৰ বাণিজ্য-যাত্ৰা, সোনেকাৰ মনসা পূজা, চান্দোৰদ্বাৰা মনসা পূজা ভ্ৰষ্ট, মনসাৰদ্বাৰা চান্দোৰ ছয়পুত্ৰৰ বিনাশ, বাণিজ্যৰ পৰা প্ৰত্যাৱৰ্ত্তনত চান্দোৰ নৌকা ধ্বংস, লখিন্দাৰৰ জন্ম, পদ্মাৰদ্বাৰা চান্দোক নানা প্ৰকাৰে ছলনা, বেউলা লখিন্দাৰৰ বিবাহ, সৰ্প দংশনত লখিন্দাৰৰ মৃত্যু, পদ্মাৱতীৰ চক্ৰান্তত শঙ্খ ওজাৰ মৃত্যু, লখিন্দাৰৰ মৰাশ লৈ বেউলাৰ দেৱপুৰীলৈ যাত্ৰা. নেতাৰ লগত বেউলাৰ পৰিচয, নেতাৰ সহায়তাত পদ্মাৰ লগত বেউলাৰ সাক্ষাৎ, বেউলাৰ নৃত্য-গীত প্ৰদৰ্শন, পদ্মাৰ দ্বাৰা লখিন্দাৰৰ জীৱন দান আৰু স্বামীৰ সৈতে বেউলাৰ চম্পাৱলীত প্ৰৱেশ— এই প্ৰধান ঘটনাবোৰৰ মাজেদি চান্দো মনসাৰ আখ্যানটো একপ্ৰকাৰে পূৰ্ণ ৰূপত দেখা দিছে।

*কাব্যৰ বিষয়বস্তু*

আৱিষ্কৃত আৰু প্ৰকাশিত কাব্যৰ পৰা বুজা যায— মনসা বা পদ্মাৰ কথা কবলৈ গৈ মনকৰে যি ঠাইত (অৰ্থাৎ পদ্মাৰ জন্ম-কথা বৰ্ণনা কৰাৰ পাছত) বন্ধ কৰিছে, দুৰ্গাৱৰে তাৰ পাছৰ পৰা তাক আৰম্ভ কৰি জনসমাজত ক্ৰমবিকশিত-আখ্যানভাগ আনুক্ৰমিক ৰূপত চমুকৈ ৰূপাযিত কৰিছে। বিষয়ীভূত আখ্যান-ভাগৰ এই সুচিন্তিত-পৰিকল্পনাই প্ৰমাণ কৰিছে— মনসা-গীতৰ ৰচকৰূপে, ইতিমধ্যে কৈ অহাৰ নিচিনা, দুৰ্গাবৰ মনকৰতকৈ কিছু পাছৰ। আখ্যানভাগ সুসঙ্গতিপূৰ্ণ কৰাৰ কাৰণে সন্নিৱেশিত কলাত্মক উদ্ভাৱন কিছুমানেও দুৰ্গাবৰৰ কবি-প্ৰতিভা নিৰূপণ কৰে। উদাহৰণ স্বৰূপে, দুৰ্গাবৰে "লখিন্দাৰক ডকা অজগৰত বিষহৰিৰ স্বামীত্ব নিৰ্দ্দেশ কৰিছে। দংশনৰ পিছত বেউলাই তেওঁক নিজৰ স্বামীৰ জামীন স্বৰূপে সঁফুৰাত বন্দী কৰিছে। তেওঁ ভাবিছে— বিষহৰিয়ে যদি তেওঁক সঁচাকৈয়ে বাঁৰী কৰে, তেন্তে তেৰোঁ সাপটি বধ কৰি তেওঁক বাঁৰীভাত খুৱাব। মেৰৰ ভিতৰত আৰু ভেলৰ ৰক্ষক স্বৰূপে তেওঁ বেউলাৰ লগত নেউলী, ময়ূৰী ৰাখিহে নিৰস্ত। তদুপৰি দিন-ৰাতিৰ ভু দিবৰ কাৰণে ঘড়ী-ঘন্টাৰ কাজ কৰাৰ উদ্দেশ্যে কুকুৰা চৰায়ো তেওঁ ভেলত দিছে। সময়ে সময়ে অজগৰক কাটি নেউলী ময়ূৰীক খুৱাবৰ ভয় দেখুৱাই তেওঁ বিষহৰিৰ কাৰ্য্যত অনেক বিপদৰ পৰা পৰিত্ৰাণ পোৱা আৰু অৱশেষত স্বামীৰ জীৱন লাভ কৰা দেখা যায়।"[৫০] দুৰ্গাবৰৰ মনসা-কাব্যত চৰিত্ৰ আছে দুই শ্ৰেণীৰ- এক শ্ৰেণীৰ দেৱতা আৰু আন শ্ৰেণীৰ মনুষ্য। কাৰ্য্য-কলাপৰ মাজেদি দেৱতা নামিছে মনুষ্যৰ শাৰীলৈ, আৰু মনুষ্য উঠিছে

*বিশেষত্ব*

---

৫০. অ. সা বু. (মনসা-শাখা) : ভাৰত চন্দ্ৰ দাস

দেৱতাৰ শ্ৰেণীলৈ। গীতি-ৰামায়ণৰ নিচিনা দুৰ্গাবৰৰ মনসা-কাব্যও কৰুণ ৰসপ্ৰধান। তেওঁৰ কৰুণৰসসিক্ত গীতবোৰ অধিক সংবেদনশীল।

## সুকবি নাৰায়ণদেৱ

নাৰায়ণদেৱ যে অকল মনসা কবিৰ ভিতৰতে শ্ৰেষ্ঠতম এনে নহয়— পুৰণি অসমীয়া-সাহিত্যৰ শ্ৰেষ্ঠ-কবিসকলৰ ভিতৰতো তেওঁ অন্যতম ৰূপে স্বীকৃত। এই কবিজনাৰ নামৰ আগত সুপ্ৰচলিত "সুকবি" শব্দটোৱে বুজায় যে, জনসমাজত তেওঁ শ্ৰেষ্ঠ-কবি বুলি পৰিগণিত হৈছিল। নাৰায়ণদেৱে তেওঁৰ বিৰাট-মনসা কাব্য বা পদ্মা-পুৰাণৰ প্ৰতিখণ্ড পদৰ অন্তত যে "সুকবি নাৰাযণ দেৱৰ সুৰস পাঞ্চালি" বুলি নিজেই লিখি গৈছে, এই কথাও আলোচ্যমান প্ৰসঙ্গত উলাই কৰিবলগীয়া বিধৰ নহয়। ৰচনাৰ মাজত এই সঘন উক্তি অৱশ্যে কবিৰ বৃথা গৌৰৱ বা আত্মশ্লাঘা নহয়, ই নিজৰ কলা-নৈপুণ্যৰ প্ৰতি যথাৰ্থ আত্ম-বিশ্বাসহে। দুই এটা ভণিতাৰ পৰা জনা যায়— নাৰায়ণদেৱ জানকীনাথ আৰু ৰঘুনাথ নামেৰেও জনাজাত আছিল। যেনে-

*শ্ৰেষ্ঠকবি*

*বিপ্ৰ জানকীনাথে ভণে।*
*বিপ্ৰ ৰঘুনাথে ভণে। ইত্যাদি*

নাৰাযণদেৱৰ পৰিচয় সম্বন্ধে দুই এটা কথা পোৱা যায়। কাব্যত নিজে লিখি যোৱা ভণিতাৰ পৰা জনা যায় যে, নাৰায়ণদেৱৰ পিতৃৰ নাম আছিল নৰসিংহ— "নৰসিংহ সুত কবি নাম নাৰাযণ।" ওপৰত উল্লেখ কৰা পদাংশ দুটাই বুজায়— তেওঁ জাতিত ব্ৰাহ্মণ আছিল। ভাৰত চন্দ্ৰ দাসৰ[৫১] মতে নাৰায়ণদেৱ আছিল হাজোৰ ওচৰৰ। কাব্যৰ অন্তৰ্ভুক্ত ঘটনাসমূহৰ স্থান-নিৰ্দ্দেশ আৰু ভাষাৰ ফালৰ পৰাও নাৰাযণদেৱক যে কামৰূপৰ বুলি কব পাৰি, এই কথাও তৈওঁ কৈছে। শোৱালকুছিৰ বাসত্তৰীয়া ব্ৰাহ্মণসকল নাৰায়ণদেৱৰ বংশধৰ। তেওঁলোকে নাৰাযণদেৱ বিৰচিত পদ্মাপুৰাণ সুন্দৰভাৱে ৰক্ষা কৰিছে, আৰু ভক্তিসহকাৰে সাত দিন ধৰি আজিও বছৰি বছৰি মনসা-পূজা কৰি আহিছে। তেওঁলোকে বিৰাট-কলেৱৰৰ পদ্মাপুৰাণখন আদিৰ পৰা অন্তলৈ পঢ়ি সেই সাতদিনত শেষ কৰে। ডিম্বেশ্বৰ নেওগে প্ৰচলিত কিম্বদন্তি অনুসৰণ কৰি ছয়গাওঁ অঞ্চলৰ পছৰিয়া গাওঁ নাৰাযণদেৱৰ জন্মস্থান বুলি উল্লেখ কৰিছে। হাজো বা ছয়গাও যিয়েই নহওক, এই দুই ঠাইৰ দূৰত্ব বিশেষ গণ্য কৰিবলগীয়া নহয়। মুঠতে কব পৰা যায়— নাৰায়ণদেৱ বৰ্ত্তমানৰ কামৰূপ জিলাতেই জন্মিছিল আৰু ইয়াতেই মনসাৰ পদ ৰচিছিল। তেওঁৰ কাব্যৰ ভাষা, তাৰ ভিতৰত থকা পৰম্পৰাগত নানাবিধ সামাজিক- কথাৰ বিবৰণ, কাব্যখনৰ জনপ্ৰিয়তা আদিবোৰো ইয়াৰ প্ৰকৃষ্ট প্ৰমাণ।

*নাৰাযণদেৱৰ পৰিচয*

---
৫১ অ. সা বু (মনসা শাখা)

বঙ্গদেশতো নাৰাযণদেৱৰ পদ্মাপুৰাণৰ প্ৰচলন আছে। বঙালী পণ্ডিতসকলেও[৫২] নাৰাযণদেৱক বাংলা-সাহিত্যৰ এগৰাকী কবিৰূপে দাবী কৰিছে। কিন্তু নাৰায়ণদেৱকৃত পদ্মাপুৰাণৰ ভাষাৰ উপৰিও তাৰ অন্তৰ্নিহিত সকলো কথাই প্ৰমাণ কৰে— নাৰাযণদেৱ পুৰণি কামৰূপ-ৰাজ্যৰ পশ্চিমাঞ্চলৰ (বৰ্ত্তমান কামৰূপ) কবি আছিল, আৰু তেওঁ কাব্য ৰচনা কৰিছিল তেওঁৰ মাতৃ-ভাষা অসমীযাত। নাৰায়ণদেৱৰ কাব্য সকলো দিশৰ পৰা কামৰূপ-অঞ্চলত ইমান জনপ্ৰিয় হৈ উঠিছিল যে, ই ক্ষিপ্ৰ-গতিত পূৰ্ব বঙ্গলৈ আৰু তাৰ পৰা পশ্চিমবঙ্গলৈ প্ৰচলিত হয়। আমি ভাবো-খুব সম্ভৱ, তাত এই কাব্যৰ পাঠৰ ওপৰত বাংলা ভাষাৰ ৰহন পৰে। ফলত, কোনো কোনো বঙালী-পণ্ডিতে নাৰায়ণদেৱক বাংলা ভাষাৰ কবিৰূপে প্ৰচাৰ কৰাৰ অৱকাশ পাইছে।

*নাৰায়ণদেৱৰ কাব্যৰ প্ৰসাৰণ*

মনকৰ আৰু দুৰ্গাৱৰতকৈ নাৰায়ণদেৱ যে পৰৱৰ্ত্তী, এই কথা আমি ওপৰতে উল্লেখ কৰি আহিছোঁ। কাব্যৰ ভাষা আৰু নানা কথা-সমন্বিত বিচিত্ৰ-ঘটনাৰাজিৰে পৰিপুষ্ট হৈ উঠা যি বিশাল কাহিনী, সিয়েই কবিজনা আৰু তেওঁৰ কৃতিৰ পৰৱৰ্ত্তিতা প্ৰমাণ কৰে। মনসা-আখ্যানৰ উদ্ভৱ-কালৰ পৰা নাৰাযণদেৱৰ দিনলৈকে প্ৰায় তিনিশ বা তাতোকৈ অধিক কাল অতিবাহিত হৈছিল। এই সুদীৰ্ঘ কালছোৱাৰেই মনকৰ দুৰ্গাৱৰৰ আগৰ কোনো সময়ত মনসা-পূজা অসমীয়া সমাজত হয়তো আৰম্ভ হয়। উদ্ভৱ-কালৰ পৰা নাৰায়ণদেৱৰ দিনলৈকে, এই দীঘলীয়া কালছোৱাৰ ভিতৰত মনসাৰ পূজা আৰু মাহাত্ম্যই বিকাশ আৰু বিস্তৃতি লাভ কৰি আহে। লগে লগে মুখে মুখে প্ৰচলিত দেৱী-মাহাত্ম্যসূচক বহুত কথা মনসা-আখ্যানৰ লগত মিলি ইয়াক সুস্থ সবল কৰি তুলিছিল। সেয়েহে, শেষতম মনসা-কবি নাৰায়ণদেৱে নানা প্ৰকাৰে পল্লৱিত এটা সুদীৰ্ঘ- আখ্যান পায়, আৰু তাকেই তেওঁ কাব্যত ৰূপায়িত কৰে। কাব্যখনৰ এই ধৰণৰ বিশেষত্বলৈ বিশেষভাবে লক্ষ্য কৰি আমি কব খোজো— নামনি অসমত নৱ-বৈষ্ণৱ ধৰ্মৰ জোৱাৰ প্ৰবলভাবে উঠলি উঠাৰ আগে আগে খৃষ্টীয়-ষোড়শ-শতিকাৰ মধ্যভাগত নাৰায়ণদেৱ খুব সম্ভৱ কবিৰূপে খ্যাত হৈছিল।

*কাব্যৰ প্ৰসাৰণ আৰু ৰচনাৰ সময়*

নাৰায়ণদেৱৰ বিৰাট মনসা কাব্য (সুকনানী বা সুকনান্নী) বিভক্ত হৈছে দুটা প্ৰধান ভাগত— এটা পদ্মাপুৰাণ আৰু আনটো ভাইঠেলি। প্ৰথম ভাগটো সৃষ্টিতত্ত্বৰে আৰম্ভ হৈ পদ্মাৱতীৰ বিবাহ বৰ্ণনাত সমাপ্ত হৈছে। দ্বিতীয়খণ্ডটো চম্পকেশ্বৰ চান্দৰ জন্ম আখ্যানেৰে আৰম্ভ হৈ পুত্ৰসকলৰ লগত হোৱা তেওঁৰ মিলন দৃশ্যত শেষ হৈছে।

৫২. বা. স্ব. কা. ই. ২ য় অধ্যায় ঃ ডঃ আশুতোষ ভট্টাচাৰ্য্য।
বা. সা. ক. ৩ য় অধ্যায় ঃ ডঃ সুকুমাৰ সেন

নাৰাযণদেৱৰ কাব্যৰ অন্তৰ্গত ঘটনাবোৰৰ ভিতৰত প্ৰধান এইবোৰ ঃ নেতা আৰু পদ্মাৱতীৰ জন্ম, চণ্ডিকাৰ খাৰুৰ খোচত পদ্মাৰ কাণত্বপ্ৰাপ্তি, পদ্মাৱতীৰ বিবাহ, চান্দৰ জন্ম, তেওঁৰ ছয় পুত্ৰৰ জন্ম, চান্দৰ প্ৰথম বাণিজ্য-যাত্ৰা, হাছান-হুছানৰ লগত মনসাৰ সংঘৰ্ষ, মনসাৰ লগত চান্দৰ প্ৰতিদ্বন্দ্বিতা, চণ্ডীৰ পৰা চান্দৰ হেমতাল লাভ, মনসাৰ কঁকালত চান্দৰদ্বাৰা হেমতালৰ কোব, সৰ্পাঘাতত চান্দৰ ছয়পুত্ৰৰ মৃত্যু, দ্বিতীয়বাৰ চান্দৰ বাণিজ্যযাত্ৰা, লখিন্দাৰৰ জন্ম, বাণিজ্যৰ পৰা প্ৰত্যাৱৰ্ত্তনত চান্দৰ চৈধ্যখন দিঙাৰ নিমজ্জন, বেউলাৰ লগত লখিন্দাৰৰ বিবাহ, মেৰঘৰৰ ভিতৰত কালিনাগৰ দংশনত লখিন্দাৰৰ মৃত্যু, মৃত-স্বামীক ভুৰত তুলি লৈ বেউলাৰ দেৱৰ পুৰীলৈ গমন, দেৱ-সমাজক সন্তুষ্ট কৰিবৰ উদ্দেশ্যে বেউলাৰ নৃত্য-প্ৰদৰ্শন, মনসাৰদ্বাৰা লখিন্দাৰ আৰু চান্দৰ আন ছয় পুত্ৰৰ জীৱন দান, তেওঁলোকক লৈ বেউলাৰ চম্পক নগৰলৈ প্ৰত্যাৱৰ্ত্তন আৰু শেষত মনসাৰ প্ৰতি বাওহাতেৰে চান্দৰ পুষ্পদান।

*কাব্যৰ অন্তৰ্ভুক্ত ঘটনাবোৰ*

বহু ঘটনাসন্নিৱেশিত পদ্মাপুৰাণৰ মাজত নাৰাযণদেৱৰ সৃষ্টিমূলক প্ৰতিভাও লক্ষণীয়। সুবৃহৎ কাব্যখনৰ মাজত আনুষঙ্গিক বহু কথা থাকিলেও সেইবোৰে কাহিনীৰ ঐক্য-সূত্ৰ একেবাৰে বিচ্ছিন্ন কৰা নাই আৰু সেইবোৰ উদ্দেশ্যবিহীনো নহয়। ইয়াৰ উপৰিও স্থানভেদে বিভিন্ন ৰসৰ সমাৱেশে কাব্যামোদীক আনন্দ দিব পাৰে। আন আন ৰসৰ ভিতৰত কৰুণ-ৰসৰ প্ৰাধান্যৰ কাৰণে বিশেষকৈ ভাইঠেলি-খণ্ডই সহানুভূতিশীল পাঠকৰ অন্তৰ বিগলিত কৰে। বৰ্ণনাবোৰো উকা নহয়, সেইবোৰ কবিৰ অনুভূতিৰে সিক্ত আৰু ৰঞ্জিত। গীতিধৰ্মিতা নাৰায়ণদেৱৰ কাব্যৰ অন্যতম বিশেষত্ব। ওজাপালিয়ে গাব পৰাকৈ সমগ্ৰ গ্ৰন্থখনেই বিভিন্ন গীতত ৰচিত। সকলো গীতৰ আৰম্ভণিতে বিভিন্ন দিহা বা ধুৰাবোৰ দিয়া আছে। গীতৰ অন্তৰ্নিহিত মৰ্ম্মাৰ্থৰ লগত সম্বন্ধ ৰাখি দিহা আৰু পদৰ ৰাগবোৰ ধৰি দিয়া আছে। গীতৰ ভাৱানুগামী বিভিন্ন ৰাগৰ ব্যৱস্থাবোৰে প্ৰমাণ কৰে যে, নাৰায়ণদেৱ এগৰাকী সুদক্ষ-সংগীতজ্ঞ আছিল।

*সৃষ্টিমূলক প্ৰতিভা*

চিত্ৰোপম-বৰ্ণনা, মৌলিক-কল্পনা, যথোপযুক্ত উপমাদি অলঙ্কাৰৰ উপৰিও ঘৰুৱা শব্দ আৰু জতুৱা-ঠাচৰ সঘন-প্ৰয়োগ থকা সঙ্গতিপূৰ্ণ ললিত-ভাষাই তেওঁক কৱিকুল গণনাত আগশাৰীত তুলি দিয়ে। মেৰঘৰৰ ভিতৰত লখিন্দাৰ টোপনিত পৰাৰ পাছৰ পৰা চম্পক নগৰৰ সকলোৰে ওপৰত নিদ্ৰা মাৰা, মেৰঘৰত কালিনাগৰ প্ৰৱেশ, সেই নাগৰ দ্বাৰা লখিন্দাৰৰ ৰূপ-বৰ্ণনা, লখিন্দাৰৰ দ্বাৰা সৰ্পবিষ উজাই যোৱাৰ বৰ্ণনা আৰু লখিন্দাৰৰ মৃত্যুত চম্পক নগৰত লগা হুৱাদুৱা— এই সকলোবোৰ চিত্ৰোপম-বৰ্ণনা কবিৰ অনুৰাগ-ৰঞ্জিত আৰু পাঠকৰ অন্তঃস্পৰ্শী। আন বহুতো পুৰণি কবিৰ নিচিনা উপমাদি প্ৰয়োগৰ

*নান্দনিক-দিশত বিশেষত্ব*

ক্ষেত্ৰত নাৰায়ণদেৱ অকল কৱি-প্ৰসিদ্ধিবোৰতে আৱদ্ধ থকা নাই, বহু সময়ত আনৰ চকুত নপৰা বস্তুবোৰকো উপমাদি অলঙ্কাৰসৃষ্টিত ব্যৱহাৰ কৰি ভাৱপ্ৰকাশত তেওঁ বিশেষত্ব দেখুৱাইছে। উদাহৰণ স্বৰূপে, লখিন্দাৰৰ মূৰক ডাব নাৰিকলৰ লগত, কপালক দ্বিতীয়াৰ জোন, কৰ্ণক বাৰে গছৰ পান, চকুক আকাশৰ তৰা, নাকক সোণৰ পাকৰা, বাহুক শালৰ শিৰি, ৰাজহাডক মুধাৰ মাৰলী, কামিহাডক পুতলাৰ শাৰী, ককালক হৰৰ ডম্বৰু, আঠুক সুবৰ্ণৰ ঘিলা, ডিমাক কেতেকীৰ ডিলা ইত্যাদি।

কৰুণ ৰসৰ প্ৰাধান্যই যেন নাৰায়ণদেৱৰ কাব্যৰ আন সকলো ৰসকে ঢাকি থৈছে। চান্দ সদাগৰৰ দীঘলীয়া জীৱনটো নানা দুঃখ-বিপৰ্য্যয়পূৰ্ণ এটা কাৰুণ্যৰ প্ৰৱাহ। নাৰায়ণদেৱৰ কাব্য এই জীৱন-প্ৰৱাহৰ ৰূপায়ণ। কৰুণ-ৰসৰ ব্যাপকতা আৰু গভীৰতা কাব্যখনৰ জন-প্ৰিয়তাৰ অন্যতম কাৰণ। কৰুণ-ৰসৰ পাছতে কাব্যখনত শৃঙ্গাৰ-ৰসৰ কথা উল্লেখ কৰিব পাৰি।

*কৰুণ ৰসৰ প্ৰাধান্য*

নাৰাযণদেৱৰ সুবৃহৎ কাব্যখনৰ মাজত বহুসংখ্যক চৰিত্ৰৰ কাৰ্য্যাবলী চিত্ৰিত হৈছে। সেই চৰিত্ৰবোৰৰ ভিতৰত চান্দ, সোনেকা, বেউলা, লেঙ্গা, আৰু পদ্মাৱতীৰ কাৰ্য্যবলী বিশেষ। চান্দ কাব্যখনৰ প্ৰধান চৰিত্ৰ। তেওঁ চম্পক নগৰৰ আঢ্যৱন্ত সদাগৰ— ঐশ্বৰ্য্য বিভূতি, শক্তি-সামৰ্থ্য আৰু পৰিজনৰ অভাৱ নাই- সকলোফালে পৰ্য্যাপ্তি। তেওঁ শিৱৰ একান্ত ভক্ত— পদ্মাৱতীকতো পূজা নকৰেই, আনকি দেৱীৰূপেও স্বীকাৰ নকৰে। বৰং পদ্মাৱতীক তেওঁ সদায় ঘৃণা-বিদ্ৰূপৰ চকুৰে চায় আৰু সুবিধা পালেই গালি পাৰি হেমতাল দাণ্ডি মাৰিবলৈ খেদে। শেষত এক বিশেষ পৰিস্থিতিত মানৱীয়- দুৰ্বলতাই তেওঁক কাবু কৰাতো জীৱনভৰি শিৱক পূজা কৰা হাতখনেৰে (সোঁহাতেৰে) মনসাক পূজা নকৰি বাওঁ হাতেৰেহে এটা ফুল দলি মাৰি দিছিল, তাকো দেৱীৰ ফালে পিছ দিহে। উল্লেখনীয় কথা এই যে, শিৱ-ভক্তি আৰু মনসা-বিদ্বেষ— এই দুই দিশত চান্দৰ যিমানখিনি নিষ্ঠা, দৃঢ়তা আৰু পাৰুষ্য দেখা যায়, আন আন চাৰিত্ৰিক দিশত সিমানখিনি পোৱা নাযায়। জন্ম-মৰ্য্যদাত মনসা দেৱী, কিন্তু কাৰ্য্যক্ষেত্ৰত দেখা যায়— সততে তেওঁ দেৱত্বগুণবৰ্জ্জিতা, নিজ স্বাৰ্থ সিদ্ধিৰ কাৰণে, অৰ্থাৎ নিজকে দেৱীৰূপে প্ৰতিষ্ঠা কৰাৰ উদ্দেশ্যে মানৱীয় দুৰ্বলতা আৰু নীচতাৰ বশবৰ্ত্তিনী হৈ আনকি তেওঁ নিৰ্ম্মম আৰু নীচ কামো কৰিছে। উজনি নগৰৰ সাহেৰাজৰ কন্যা বেউলা ৰূপ আৰু নাৰীসুলভ সকলো গুণৰ অধিকাৰিণী। তেওঁ নৃত্য-গীত-বিশাৰদা, উপস্থিত বুদ্ধিসম্পন্না সুচতুৰা আৰু পতিব্ৰতা। অনুপম সতীত্বৰ মহিমাই তেওঁৰ চৰিত্ৰক অত্যুজ্জ্বল আৰু অমৰ কৰি তুলিছে। সোনেকা আঢ্যৱন্ত সদাগৰৰ উপযুক্ত গৃহিণী— বিশেষকৈ সাতজন পুত্ৰৰ মৃত্যুশোক-যাতনাৰ মাজেদি জীয়াই থকা সোনেকাৰ গৃহিণী-ৰূপ অতীৱ মৰ্ম্মস্পৰ্শী। অনুগত আৰু অতীৱ বিশ্বাসী দাস লেঙ্গা, চান্দ সদাগৰৰ সোঁহাত স্বৰূপ সি। শিৱ ভক্তৱৎসল লৌকিক-দেৱতা, আৰু নাৰদ টুটুকীয়া।

*চৰিত্ৰ চিত্ৰণ*

নাৰায়ণদেৱৰ পদ্মাপুৰাণ পুৰণি অসমীয়া-সাহিত্যৰ অন্যতম শ্ৰেষ্ঠ-কাব্য হোৱাৰ উপৰিও মধ্যযুগীয় অসমৰ সামাজিক-ইতিহাস-ৰচনাৰ উদ্দেশ্যে সমল আহৰণৰ ই অপৰিহাৰ্য্য সম্বল। ধৰ্মীয়, সামাজিক, আৰ্থিক, ব্যৱহাৰিক আদি এনে কোনো দিশ নাই, য'ত নাৰায়ণদেৱৰ কাব্যই সমল নোযোগায়। বৰ্ণাশ্ৰম-ধৰ্ম্মৰ প্ৰচলন থকা এখন ধৰ্ম্মীয়-সমাজৰ স্পষ্ট-চিত্ৰ কাব্যখনৰ মাজত চিত্ৰিত হৈছে। ব্ৰাহ্মণ. দৈৱজ্ঞ, কায়স্থ, কেওঁট, হালৈ, জালৈ, কোচ, নাপিত, হাৰী, ডোম, আদি জাতিবোৰৰ অকল উল্লেখ থকাই নহয়, সেই সেই জাতিৰ মানুহে ব্যৱস্থিত নিৰ্দ্দিষ্ট কাম কৰি থকাৰো বৰ্ণনা ইয়াত আছে। বিবাহাদি কৰ্ম্ম স্বধৰ্মৰ ভিতৰতে সম্পন্ন হৈছিল। বৈদিক-ধৰ্ম্মানুষ্ঠানবোৰ আৰু লগতে প্ৰচলিত-লৌকিক-অনুষ্ঠানবোৰো পালন কৰা হৈছিল। অধিবাস, নান্দীমুখ-শ্ৰাদ্ধ, কুশণ্ডিকা, মুখচন্দ্ৰিকা, আদি বৈদিক-অনুষ্ঠান আৰু সুৱাগতোলা, যোৰণদিয়া, ফলকটাৰীসলোৱা, বিয়াৰ পাছত বৰক ভোজন কৰোৱা, সেই সমযত নানা ধৰণৰ হাঁহি-তামচা কৰা আদি লৌকিক কথাৰ উল্লেখেই ইযাৰ প্ৰমাণ। কাজল, সেন্দুৰ, চন্দন, কুঙ্কুম আদি প্ৰসাধন ৰ প্ৰয়োগ, কেয়ুৰ, কঙ্কন, হাৰ, বাজু, কুণ্ডল, ঘুণ্ডৰা আদি অলঙ্কাৰ পৰিধানৰ ব্যৱস্থা, পাটৰ উত্তৰী, পাটৰ পচৰা, পাটৰ ভুনি, কাঞ্চুলি আদি নানাবিধ সাজপাৰৰ প্ৰচলনে এখন সুৰুচিসম্পন্ন আৰু সৌন্দৰ্য্যবোধ থকা সমাজৰ পৰিচয় দিয়ে। বহুবিধ শাক-পাচলিৰ উল্লেখৰ সৈতে বিবিধ আঞ্জা, আৰু লগতে পিঠা-পোনাৰ নানাত্বৰ বাতৰায়ো সমাজত ভোজন-বিলাসিতা আৰু ৰুচিবোধ থকাৰ কথা বুজায়। চান্দই পুত্ৰৰ কন্যা চাবলৈ যোৱাৰ ধৰণ-কৰণ আৰু লখিন্দাৰ বিয়া কৰাবলৈ যোৱাৰ ধৰণ-কৰণৰ মাজত যিমানবোৰ শাস্ত্ৰীয আৰু সামাজিক ৰীতি-নীতি পালন কৰা দেখা গৈছে, সেইবোৰো স্মৰণীয়। মেৰঘৰৰ নিৰ্ম্মাণ কাৰ্য্যৰ প্ৰণালীয়ে কাৰুশিল্পৰ উন্নত- অৱস্থা, চান্দৰ বাণিজ্যাই বেহা-বেপাৰৰ উন্নত প্ৰচলন আৰু বিনিময কৰাৰ নানাবিধ দ্ৰব্যৰ পৰ্যাপ্তি দেখুৱায়। চান্দৰ বাণিজ্যৰ কাৰণে কালিদাহ- সাগৰৰ গভীৰতা অনুপাতে যি নিৰাপদ দিঙা নিৰ্ম্মাণ কৰোৱা হৈছিল, সেই শিল্প-নৈপুণ্যও বিশেষভাবে উল্লেখনীয়। এই ধৰণে মধ্যযুগীয়-অসমৰ সমাজত প্ৰচলিত যিমান চিত্ৰ কাব্যখনত পোৱা যায়, সেইবোৰৰ উল্লেখো এই প্ৰসঙ্গত সম্ভৱ নহয়।

*সামাজিক আৰু সাংস্কৃতিক স্বৰূপ*

সৰ্গ, প্ৰতিসৰ্গ আদি পাঁচ বা দহবিধ লক্ষণৰ উপৰিও একোখন পুৰাণে কোনো এজন নিৰ্দ্দিষ্ট দেৱতা বা দেৱীৰ শক্তি-মাহাত্ম্য পূৰ্ণৰূপত প্ৰকাশ কৰে। দেৱী মনসা বা পদ্মাৱতীৰ মাহাত্ম্য বিশেষভাবে কোনো সংস্কৃত পুৰাণ-শাস্ত্ৰই অৱশ্যে প্ৰকাশ কৰা নাই। নাৰায়ণদেৱে অসমীয়াত ৰচনা কৰা তেওঁৰ বিৰাট কাব্যখনত পদ্মাৱতীৰ-শক্তি মাহাত্ম্য প্ৰতিষ্ঠা কৰিছে। তাকে কৰিবলৈ যাওতে কবিয়ে পুৰাণৰ আদৰ্শ আৰু লক্ষণসমূহ আগত ৰাখিছে। সৃষ্টিতত্ত্বৰ বৰ্ণনা, দেৱতা ঋষিৰ জন্মকথা, নানাবিধ উপ-কাহিনীৰ সংযোগ, বিষয়বস্তুৰ উপস্থাপন-ৰীতি আদি

*প্ৰাদেশিক ভাষাৰ পুৰাণ*

বিশেষত্বই নাৰায়ণদেৱৰ এই বৃহৎ কাব্যখনক পুৰাণৰ শাৰীতো তুলিছে। ড° বিৰিঞ্চিকুমাৰ বৰুৱা আৰু সত্যেন্দ্ৰ নাথ শৰ্মাই [৫৩] কেবল ভাষাটোৰ বাহিৰে (পুৰাণৰ ভাষা সংস্কৃত, ইয়াৰ ভাষা অসমীয়া) পুৰাণৰ সকলো লক্ষণ থকা এই গ্ৰন্থখনক প্ৰাদেশিক ভাষাত লিখা এখন পুৰাণেই বুলিছে। এই দৃষ্টিকোণৰ পৰা গ্ৰন্থখনৰ "পদ্মা-পুৰাণ" নামটো যুক্তিপূৰ্ণ ।

এটা বিশেষ কথা এই যে, "নন্দৰ পুত্ৰ কানু বৃন্দাবনে যায়। গোপীগণ সঙ্গে ক্ৰীড়া কৰয়।"— এই ধৰণৰ বৈষ্ণৱ-ভাৱাপন্ন বা কৃষ্ণলীলাবিষয়ক বহুসংখ্যক দিহা নাৰায়ণদেৱৰ পদ্মা-পুৰাণত পোৱা যায়। এই ধৰণৰ দিহাবোৰৰ সংযোগ ক্ৰমবৰ্দ্ধমান বৈষ্ণৱ-আন্দোলনৰ প্ৰভাৱ বুলিও ভাবিবৰ অৱকাশ আছে। তথাপিও উল্লেখনীয় কথা-- তিনিও গৰাকী মনসা কবি আছিল শক্তিৰ উপাসক। মনকৰে ঘনে ঘনে দুৰ্গাক আৰু কেতিয়াবা হৰ-গৌৰীক প্ৰণাম জনাইছে; দুৰ্গাবৰ আৰু নাৰায়ণদেৱে বাৰে বাৰে পদ্মাৱতীৰ চৰণ তলত দাসত্ব স্বীকাৰ কৰিছে। প্ৰথমতেই কোৱা হৈছে— মনসা-ভক্ত হলেও কবি নাৰায়ণদেৱ উদাৰপন্থী, তথাপি বিশেষকৈ মনসাৰ মাহাত্ম্যপ্ৰকাশৰ কাৰণে ৰচনা কৰা এই কাব্যত কৃষ্ণ লীলাবিষয়ক দিহাবোৰৰ অন্তৰ্ভুক্তি চিন্তনীয় নোহোৱা নহয়। সেয়েহে, নাৰায়ণদেৱে নিজেই এই ধৰণৰ দিহাবোৰ লিখা বুলি ভবাতকৈ তেওঁৰ অব্যৱহিত পৰৱৰ্ত্তি কালত কোনো বৈষ্ণৱ-পণ্ডিতে উদ্দেশ্যৰ বশৱৰ্ত্তী হৈ এইবোৰ সংযোগ কৰা বুলি ভাবিবলৈও অৱকাশ পোৱা যায়।

*বৈষ্ণৱ ভাৱাপন্ন দিহাৰ সংযোগ*

## (২) বৈষ্ণৱ—সাহিত্য

মহাপুৰুষ শঙ্কৰদেৱৰ পাণ্ডিত্য, ব্যক্তিত্ব, ধৰ্ম্মীয়-মতবাদ, সৃষ্টিধৰ্ম্মি-ক্ষমতা আদি বিশেষ গুণবোৰৰ সমাহাৰেই বৈষ্ণৱ-যুগৰ (প্ৰথম স্তৰৰ) সাহিত্য-সৃষ্টিৰ মূল-অনুপ্ৰেৰণা বুলি কব পৰা যায়। এই যুগৰ প্ৰায়বোৰ কবি-সাহিত্যিকেই আছিল তেওঁৰ অনুগামী। দৰাচলতে তেওঁলোকৰ সকলো সৃষ্টিকেই শঙ্কৰদেৱকেন্দ্ৰী বুলি কব পৰা যায়। শঙ্কৰদেৱৰ প্ৰভাৱত বিশেষভাৱে প্ৰভাৱিত হৈ কবিসকলে তেওঁৰেই ভাৱাদৰ্শক ৰূপ দি কাব্য-ৰচনা কৰিছিল কাৰণে আলোচ্যমান যুগটোক শঙ্কৰী-যুগ বোলাটোও সাৰ্থক।

**শঙ্কৰদেৱ ঃ**

অসমৰ বৈষ্ণৱ-সমাজত প্ৰতিষ্ঠিত কথা এই যে, বৰ্ত্তমান নগাওঁ জিলাৰ বৰদোৱাত ১৪৪৯ খৃষ্টাব্দত মহাপুৰুষ শঙ্কৰদেৱৰ জন্ম হয়, আৰু প্ৰায় ছকুৰি বছৰ মানৱ-জীৱন

৫৩. ম. কা. পাতনি

যাপন কৰি ১৫৬৮ খৃষ্টাব্দত তেওঁ কোচবিহাৰত নৰ-তনু ত্যাগ কৰে।[৫৪] তেওঁৰ পিতৃ-মাতৃৰ নাম আছিল যথাক্ৰমে কুসুম্বৰ ভূঞা আৰু সত্যসন্ধা। সৰুতে পিতৃ-মাতৃৰ বিয়োগ হোৱাত বুটীমাক খেৰসুতীয়ে লালন-পালন কৰি তেওঁক ডাঙৰ-দীঘল কৰে। তেৰ বছৰ বয়সত তেওঁ শিক্ষাগুৰু মহেন্দ্ৰ কন্দলীৰ টোললৈ যায়, আৰু তাত থাকি লিখা-পঢা কৰিবলৈ আৰম্ভ কৰে। চৰিত পুথিৰ পৰা জনা যায় যে, সৰু কালৰে পৰা শঙ্কৰদেৱৰ কাৰ্য্যাৱলীত নানা প্ৰকাৰৰ অসাধাৰণ লক্ষণ প্ৰকাশিত হৈছিল। বৰ্ণ-পৰিচযৰ পাছতে তেওঁ "কৰতল-কমল-কমলদল-নযন"ৰে আৰম্ভ হোৱা 'আ' কাৰ 'উ' কাৰ নথকা শব্দাৱলীৰে এটা গীত ৰচনা কৰি অসাধাৰণ ক্ষমতাৰ পৰিচয দিছিল বুলি জনা যায। ছাত্ৰাৱস্থাতে যোগ সাধন কৰি তেওঁ শাৰীৰিক আৰু মানসিক শক্তি বঢাইছিল। গুৰু-গৃহত থাকি পুৰাণ-ভাৰত, কাব্য-কোষ আদি নানান শাস্ত্ৰ অধ্যযন কৰি ব্যুৎপত্তি লাভ কৰে। এইদৰে শিক্ষালাভৰ অন্তত ১৪৭০ খৃঃ ত শঙ্কৰদেৱে সুৰ্য্যৱতী নামৰ কন্যাৰ পাণিগ্ৰহণ কৰি গৃহীজীৱন আৰম্ভ কৰে। সেই সময়তে তেওঁ পিতৃৰ বিষয়-বাব শিৰোমণি-ভূঞাৰ দায়িত্ব গ্ৰহণ কৰিবলগীযা হয়। কম বযসতে এই দাযিত্ব লোৱাৰ কাৰণে তেওঁ "ডেকাগিৰি" নামে খ্যাত হয। বিবাহৰ তিনি বছৰ পাছত সূৰ্য্যৱতীৰ গৰ্ভৰ পৰা মনু নামৰ এজনী কন্যাৰ জন্ম হয, তাৰ অলপ দিন পাছতে সূৰ্য্যৱতীযে ইহলীলা ত্যাগ কৰে।

*জীৱনীৰ আভাস*

শঙ্কৰদেৱৰ তেতিয়া বৈৰাগ্য ভাৱ ওপজে। কন্যাজনীৰ সাত বছৰ হোৱাত তেওঁক কায়স্থ-পুত্ৰ এজনৰ হাতত সম্প্ৰদান কৰে, আৰু ৰাম-ৰাম গুৰু, পৰমান্দ আদি বহুত সঙ্গীৰ সৈতে তীৰ্থ-ভ্ৰমণৰ উদ্দেশ্যে যাত্ৰা কৰে। সুদীৰ্ঘ বাৰ বছৰ কাল ধৰি শ্ৰীক্ষেত্ৰ, মথুৰা, বৃন্দাবন বদৰিকাশ্ৰম আদি তীৰ্থস্থান পৰিভ্ৰমণ কৰে। এই স্থানবোৰৰ ধৰ্ম্মীয-বাতাবৰণৰ প্ৰভাৱ আৰু লগতে বহুত সন্ত-মহন্তৰ সংস্পৰ্শতেই শঙ্কৰদেৱৰ অন্তৰৰ আধ্যাত্মিক-দিশ হয়তো সুস্পষ্ট হৈ উঠিছিল। এইদৰে আধ্যাত্মিক জ্ঞান-অভিজ্ঞতাত সুস্থ হৈ ৪৪ বছৰ বয়সত তেওঁ তীৰ্থভ্ৰমণৰ পৰা ঘূৰি আহি আলিপুখুৰি পায়। শঙ্কৰদেৱৰ অন্তৰত আধ্যাত্মিকতাৰ উন্মেষৰ ক্ষেত্ৰত তীৰ্থ-পৰ্য্যটনৰ ফলশ্ৰুতি সম্বন্ধে অনিৰুদ্ধ কায়স্থৰ ৫ ম স্কন্ধ ভাগৱতত পোৱা যায়। — (মহাপুৰুষে)

*অল্প বয়সতে জগন্নাথ ক্ষেত্ৰে গৈলা।*
*বহুদিন হৰিৰ সে চৰণ সেৱিলা।।*

---

৫৪. এই প্ৰসঙ্গত ছাৰ এডোৱাৰ্ড গেইটে কৈছে — " He (Sankardev) is said to have been born in 1449 and to have died in 1568. The latter date is probably correct, in which case the former is possibly thirty or forty years too early (HA., ch. 1V)

*তথাতে পাইলন্ত জ্ঞান ভকতি বিশেষ।*
*আজ্ঞা পায়া পাছে আসিলন্ত নিজ দেশ।।*

ইয়াৰ উপৰিও, বাৰাণসীত কবীৰৰ গীতৰ প্ৰভাৱৰ কথা শঙ্কৰদেৱে নিজে "কীৰ্ত্তন-ঘোষা"ৰ ওৰেষা-বৰ্ণনাত কৰা উল্লেখ, ত্ৰিহুতৰ জগদীশ মিশ্ৰই শ্ৰীধৰীটীকাসম্বলিত-ভাগৱত-শাস্ত্ৰ বৰদোৱাত আনি দিয়া কাৰ্য্য আৰু বহ্মানন্দৰ আদেশানুসৰি বিষ্ণুপুৰীৰ "ভক্তি-ৰত্নাৱলী" কণ্ঠভূষণে শঙ্কৰদেৱক দিয়া তথ্য আদিবোৰেও উক্ত কথা প্ৰতীয়মান কৰাত সহায়তা কৰে।

তীৰ্থ-ভ্ৰমণৰ পৰা ঘূৰি আহি জ্ঞাতি-বন্ধুসকলৰ অনুৰোধ মতে ৫৪ বছৰ বয়সত শঙ্কৰদেৱে ৰাম ভূঞাৰ কন্যা কালিন্দী দেৱীক বিয়া কৰায়। দ্বিতীয়বাৰ বিয়া কৰালেও আধ্যাত্মিক-স্পৃহা মহাপুৰুষজনাৰ মুঠেই নকমিল। ৰাম-ৰাম গুৰু, ভায়েক বনগঞা গিৰি আদি সহযোগীৰ সৈতে ভাগৱতকেন্দ্ৰী ভক্তিধৰ্ম্ম-প্ৰচাৰৰ তেওঁ পাতনি মেলে। কছাৰীৰ উপদ্ৰৱ হোৱাত কিছুকাল পাছত আলিপুখুৰি এৰি গৈ আহোম-ৰাজ্যত সোমায়। গাংমৌ আৰু তাৰ পাছত ধুৱাহাটা-বেলগুৰিত কিছুকাল বসতি কৰে। ১৫২২ খৃঃত এই ঠাইত শঙ্কৰদেৱ আৰু মাধৱদেৱৰ মিলন হয়। ইযাত হাতী-খেদা প্ৰসঙ্গ লৈ ভূঞাসকল আহোম-ৰজাৰ ৰোষত পৰে। সেই সূত্ৰতে ৰাজ-বিষযাই শঙ্কৰদেৱৰ জোঁৱাই হৰিক ধৰি নিয়ে আৰু বিচাৰত তেওঁক কটা হয। ইতিমধ্যে এক শ্ৰেণীৰ লোকে শঙ্কৰদেৱ-প্ৰচাৰিত ধৰ্ম্মৰো বিৰোধিতা কৰিবলৈ ধৰে। মুঠতে, আহোম-ৰাজ্যত নিৰাপদ বিবেচনা নকৰি শঙ্কৰদেৱ তাৰ পৰা ভটিয়াই আহে, আৰু ১৫৪৩ খৃঃৰ পৰা কোচ ৰজা নৰনাৰায়ণয়ৰ শাসনাধীন বৰপেটা-অঞ্চলত থাকিবলৈ লয়। স্থানীয়-বিশ্বাসমতে পাটবাউসীত শঙ্কৰদেৱ চৈধ্য বছৰ থাকে, আৰু ১৫৪৬ খৃঃত তাৰ পৰা তেওঁ ৯৭ বছৰ বয়সত ছকুৰি শিষ্য লগত লৈ দ্বিতীয়বাৰ তীৰ্থ ভ্ৰমণৰ কাৰণে যায়। ছয় মাহৰ মূৰত সেই ভ্ৰমণৰ পৰা ঘূৰি আহে, আৰু ধৰ্ম্মপ্ৰচাৰত মনোনিবেশ কৰে। মাধৱদেৱৰ উপৰিও পাটবাউসীত থকা কালডোখৰত নাৰায়ণ দাস ঠাকুৰ আতা নামৰ এজন কাৰ্য্যদক্ষ আৰু বাস্তৱ-দৃষ্টিসম্পন্ন ভক্তৰ সহযোগিতাত মহাপুৰুষে এই অঞ্চলত ভক্তিধৰ্ম্ম প্ৰচাৰ কৰিবলৈ বহু পৰিমাণে সক্ষম হয়। ইয়াতো কিন্তু তেওঁৰ বিৰুদ্ধে প্ৰতিবন্ধক নোহোৱাকৈ নাথাকিল। কিছুমানে তেওঁৰ ধৰ্ম্ম-প্ৰচাৰৰ বিৰুদ্ধে গৈ ৰজা নৰনাৰায়ণক লগালে। ফলস্বৰূপে ৰজাই ধৰ্ম্মবিৰোধী বুলি ভাবি তেওঁক ধৰি নিবলৈ হুকুম দিয়ে। সেই মৰ্ম্মে শঙ্কৰদেৱ কোচবিহাৰলৈ গৈ শুক্লধ্বজ বা চিলাৰায়ৰ আশ্ৰয়ত নিৰাপদে থাকি তাৰ পৰা মহাৰাজ নৰনাৰায়ণৰ ৰাজসভাত উপস্থিত হয়। ৰজাৰ আগত মহাপুৰুষজনাই পাণ্ডিত্য আৰু নিজৰ প্ৰচাৰিত ভক্তিধৰ্ম্মৰ স্বৰূপৰ পৰিচয় দিবলৈ সক্ষম হয়। তেতিয়া গুণগ্ৰাহী ৰজাৰ পৰা যথোচিত সন্মান আৰু

উৎসাহ লাভ কৰি কোচবিহাৰতে তেওঁ থাকে, লগে লগে তাত ধৰ্ম্মপ্ৰচাৰ আৰু কাব্যচৰ্চ্চাতো ব্ৰতী হয়। শেষত প্ৰিয়তম শিষ্য-মাধৱদেৱৰ ওপৰত ধৰ্ম্মৰ সকলো ভাৰ অৰ্পণ কৰি ১৫৬৮ খৃঃ ত প্ৰায় ছয়কুৰি বছৰত মহাপুৰুষ শঙ্কৰদেৱে নৰদেহ ত্যাগ কৰে কোচবিহাৰৰ মধুপুৰ সত্ৰত।

## কৃতি আৰু আদৰ্শ

মহাপুৰুষ শঙ্কৰদেৱৰ কৃতি বিভিন্ন দিশত চিৰোজ্জ্বল। তেওঁৰ ভিন্নমুখী কৃতিযে অসমীয়া-জাতিক চিৰদিনৰ কাৰণে সুস্থ-সৱল কৰি তুলিছে। কালিৰাম মেধিযে[৫৫] উপযুক্ত ভাবেই কৈছে যে, মহাপুৰুষজনাৰ কৃতি প্ৰতিফলিত হৈছে তিনিটা দিশত — ধৰ্ম্মীয, সামাজিক আৰু সাহিত্যিক। সাহিত্যৰ বুৰঞ্জীত অৱশ্যে ব্যক্তিবিশেষৰ ধৰ্ম্মীয় আৰু সামাজিক দিশত থকা অৱদানৰ কথা সিমান উল্লেখনীয নহয়। কিন্তু শঙ্কৰদেৱৰ সাহিত্য সৃষ্টিৰ মূল-উৎস ধৰ্ম্মানুভূতি, সেই অনুভূতিৰ বাস্তৱ-ৰূপায়ণ দেখা গৈছে তেওঁৰ সমাজ-সচেতন-মানসিকতাৰ মাজেদি। ইযাৰ উপৰিও বৈষ্ণৱ-যুগৰ সাহিত্যৰাজি শঙ্কৰদেৱৰ ধৰ্ম্মৰ আদৰ্শক লৈয়েই সৃষ্টি হৈছে। গতিকে শঙ্কৰদেৱৰ সাহিত্যৰ আলোচনাৰ প্ৰসঙ্গত তেওঁৰ ধৰ্ম্মানুভূতি আৰু সমাজসচেতনতাৰ কথা একেবাৰে বাদ দিব নোৱাৰি। অসমীয়া-সমজ-সংস্কৃতিৰ লগত তেওঁৰ সাহিত্য-কৃতিৰ সম্বন্ধ নিবিড়। শঙ্কৰদেৱে নিজে আচৰণ কৰা আৰু প্ৰচাৰ কৰা ধৰ্ম্মৰ আধাৰভূমি বিশেষকৈ ভক্তিপ্ৰধান-শাস্ত্ৰ-ভাগৱত-পুৰাণ। ইয়াত অৱতাৰী-পুৰুষ শ্ৰীকৃষ্ণ সচ্চিদানন্দ, স্বয়ং ভগৱান। ভক্তই একান্ত ভক্তিৰ যোগেদি ভগৱানক লাভ কৰিব পাৰে, অৰ্থাৎ মুক্তি লভিব পাৰে। আনুষ্ঠানিক-ক্ৰিয়াবহুলতাৰ ওপৰত গুৰুত্ব কমাই বহু দেৱতাৰ ঠাইত এক পৰমপুৰুষ (শ্ৰীকৃষ্ণ)ৰ প্ৰতি ভক্তি-নিৱেদনত মহাপুৰুষে গুৰুত্ব আৰোপ কৰে। শ্ৰৱণ, কীৰ্ত্তন আদি[৫৬] নৱবিধ ভক্তি আছে যদিও তেওঁ শ্ৰৱণ আৰু কীৰ্ত্তনৰ ওপৰত অধিক গুৰুত্ব আৰোপ কৰা যেন লাগে তেওঁৰ গ্ৰন্থৰাজিৰ পৰ্য্যালোচনাৰ পৰা। অৱশ্যে দাস্য-ভক্তিৰ ওপৰতো গুৰুত্ব কম দেখা নাযায় —বিশেষকৈ ওপৰ খাপত উঠা ভকতসকলৰ কাৰণে। ভক্তি-আচৰণৰ ক্ষেত্ৰত পাত্ৰভেদ নাই। অৰ্থাৎ, জাতি-বৰ্ণ নিৰ্ব্বিশেষে শিক্ষিত-অশিক্ষিত সকলোৱে এই ধৰ্ম্ম আচৰণ কৰিব পাৰে, আৰু যোগ্যতাভেদে ভক্তিৰ নিষ্ঠানুসৰি ভক্ত ভক্তিৰ মাৰ্গত ঊৰ্দ্ধগামী হয়। নাম, দেৱ, গুৰু আৰু ভকত — এই চাৰিবিধৰ ওপৰত শঙ্কৰদেৱৰ আচৰণীয় দিশ তিষ্ঠিছে। ঈশ্বৰ-বিশ্বাসৰ যোগেদি ধৰ্ম্ম-

*কৃতিৰ তিনিটা দিশ*

---

৫৫. অঙ্কাৱলী, ভূমিকা

৫৬. শ্ৰৱণং কীৰ্ত্তনং বিষ্ণোঃ স্মৰণং পাদসেৱনম্।
অৰ্চ্চনং বন্দনং দাস্যং সৌখ্যমাত্মনিবেদনম্।। (ভাগৱত, ৭/[illegible]/২৩)

আচৰণৰ এটা সহজ আৰু সৰল পন্থা উলিযাই মধ্যযুগীয় জনসাধাৰণক ভগৱৎমুখী কৰিবলৈ কৰা যত্ন তেওঁৰ আছিল সাৰ্থক। সেই সময়ৰ নানা গোষ্ঠী আৰু নানা জাতিৰ মানুহবোৰ (বেছিভাগেই অশিক্ষিত) বিভিন্ন ৰীতি-নীতি আৰু ধৰ্মানুভূতিৰে আছিল বিক্ষিপ্ত। এনেকুৱা বিক্ষিপ্ত-সমাজক এক ধৰ্ম-সূত্ৰৰ ডোলেৰে বান্ধি এক জাতীয়তাবোধ সৃষ্টি কৰাত মহাপুৰুষৰ কৃতকাৰ্য্যতা নিশ্চিতভাবে স্বীকৃত। সমাজত শৃঙ্খলা আৰু সাম্য- মৈত্ৰী-ভাব আনিবলৈ আৰু তাত বিষ্ণু-ভক্তি প্ৰচাৰ কৰিবলৈহে শঙ্কৰদেৱে নানাবিধ গীত-পদ, কাব্য-নাট আদি ৰচিছে। এই অৰ্থত, মহাপুৰুষৰ সাহিত্য-কৃতি উপজাত-সম্পদ। অথচ এই সম্পদেই হৈছে অসমৰ জাতীয় আৰু সাংস্কৃতিক-জীৱনৰ পুষ্টিকাৰক-চিৰকলীয়া আহাৰ্য্য।

*সকলো কৃতি ভক্তিপ্ৰধান*

## ৰচনাৱলী

প্ৰায এশ বছৰীয়া সাহিত্যিক-জীৱনত শঙ্কৰদেৱে ভালেমান গ্ৰন্থ আৰু গীত-পদ ৰচনা কৰিছে। ৰাজসন্মান বা সামাজিক কোনো প্ৰতিপত্তি লাভ কৰাৰ উদ্দেশ্যে মহাপুৰুষে সাহিত্য-সৃষ্টি কৰিছিল বুলি কোনো প্ৰমাণ পোৱা নাযায। সাহিত্য-কলাক সাধন হিচাপে লৈ তেওঁ গ্ৰন্থ ৰচনা কৰিছিল বুলিও কব নোৱাৰি।

বুজা যায, আৰু বহু ক্ষেত্ৰত প্ৰমাণো পোৱা যায — মহাপুৰুষে সকলো গ্ৰন্থৰচনা কৰিছিল এটা বিশেষ উদ্দেশ্য আগত ৰাখি। সেয়েই হৈছে ওপৰত উল্লেখ কৰাৰ নিচিনা জনসাধাৰণৰ মাজত ভগৱদ্ভক্তিৰ প্ৰচাৰ।

অসম, কামৰূপ, আৰু বেহাৰ --- এই তিনি ৰাজ্যৰ বিভিন্ন স্থানত কম-বেছি কাল জুৰি অনুকুল-প্ৰতিকূল-পৰিবেশৰ মাজেদি শঙ্কৰদেৱে প্ৰায় ছকুৰি বছৰীয়া[৫৭] জীৱন-যাপন কৰিছিল বুলি জনা যায়। উক্ত তিনিখন ৰাজ্যৰ কোন ঠাইত আৰু জীৱনৰ কোন সময়ত কোনখন গ্ৰন্থ ৰচনা কৰিছিল, ইয়াৰ সঠিক সিদ্ধান্ত সকলোবোৰ গ্ৰন্থৰ ক্ষেত্ৰত দিয়া টান। চৰিত-পুথিবো কিছুমান কথাৰ মাজত অসঙ্গতি লক্ষ্য কৰা যায়। ইয়াৰ উপৰিও, একোটা কথাৰেই, এজনৰ বিবৰণ আনজনৰ লগত অমিল হোৱা কাৰণে বহু সময়ত সত্যান্বেষী আলোচক বিমোৰত নপৰাকৈ নাথাকে। এনেকুৱা পৰিস্থিতিৰ মাজতো অৱশ্যে

*ৰচনাৰ সময় আৰু বিভাজন*

৫৭ "কথা-গুৰু চৰিত"ত মহাপুৰুষৰ জীৱন-কালৰ এটা হিচাপ পোৱা যায়। কোন ঠাইত কিমান বছৰ বা কিমান দিন আছিল, তাৰ বিতং হিচাপ সেই গ্ৰন্থত আছে। সেই মৰ্ম্মে শঙ্কৰদেৱৰ জীৱন-কাল হয় প্ৰায় ১০৬ বছৰ।

একাধিক আলোচকে[৫৮] শঙ্কৰদেৱৰ ৰচনাৱলীৰ সময়, স্থান আৰু প্ৰসঙ্গ সম্বন্ধে আলোচনা কৰি গৈছে।

বিষয় বস্তু, ভাষা আৰু সাহিত্যিক-ৰূপ অনুসৰি শঙ্কৰদেৱৰ ৰচনাৱলীক কিছুমান ভাগত ভগাব পাৰি। আলোচনাৰ সুবিধাৰ কাৰণে সাহিত্যিক-ৰূপৰ ওপৰত প্ৰধানভাৱে নিৰ্ভৰ কৰি মহাপুৰুষৰ গ্ৰন্থসমূহক ভগোৱা হল এইদৰে ঃ

(১) কাব্য —— হৰিচন্দ্ৰ-উপাখ্যান, ৰুক্মিণী-হৰণ, বালিছলন, অমৃত-মথন, কুৰুক্ষেত্ৰ, আৰু অজামিলোপাখ্যান।

(২) নাট — পত্নী-প্ৰসাদ, কালি-দমন, কেলিগোপাল, ৰুক্মিণী-হৰণ, পাৰিজাত-হৰণ আৰু ৰাম-বিজয়।

(৩) অনুবাদ-সাহিত্য – ভাগৱত-পুৰাণৰ ১ ম, ২ য়, ১০ ম, ১১ শ আৰু ১২ শ স্কন্ধৰ পদভাঙনি আৰু ৰামাযণৰ উত্তৰকাণ্ডৰ পদভাঙনি।

(৪) ভক্তিতত্ত্ব প্ৰধান-ৰচনা —— ভক্তি-প্ৰদীপ, নিমি-নৱ-সিদ্ধ-সংবাদ আৰু অনাদি-পাতন।

(৫) গীত — বৰগীত, ভটিমা আৰু তোটয়।

(৬) নাম-প্ৰসঙ্গ — কীৰ্ত্তন, গুণমালা।

(৭) প্ৰকৰণ-গ্ৰন্থ — ভক্তি-ৰত্নাকৰ।

## (১) কাব্য

শঙ্কৰদেৱৰ ছয়খন উল্লিখিত কাব্য সংস্কৃত-মহাকাব্যৰ (Epic of art, Literary Epic) কিছু মান লক্ষণ আগত ৰাখি ৰচিত। আৰম্ভণিতে কবিৰ ইষ্টদেৱতাৰ প্ৰতি স্তুতি-

---

৫৮ ড° মহেশ্বৰ নেওগ (শ্ৰী শ্ৰীশঙ্কৰদেৱ) আৰু ড° সত্যেন্দ্ৰনাত শৰ্ম্মাৰ (অ সা স ই) মন্তব্য উল্লেখনীয়। ড° মহেশ্বৰ নেওগে-সময়ানুসৰি শঙ্কৰদেৱৰ গ্ৰন্থসমূহ তিনিটা ভাগৰ অন্তৰ্ভুক্ত কৰিছে। সময়ৰ ভাগ তিনিটা তেওঁৰ মতে (১) আদি বা বাৰভূঞা-ৰাজ্যত কটোৱা কাল (১৪৩৮ শক বা ১৫১৬ খৃঃলৈ), (২) মধ্য বা অসম-ৰাজ্যত কটোৱা কাল (১৪৩৮—১৪৬৫ শক বা ১৫৪৩ খৃঃ মানলৈ) আৰু (৩) শেষ বা কোচ ৰাজ্যত কটোৱা কাল (১৪৬৫—১৪৯০ শক বা ১৫৬৮ খৃঃলৈ)। ইয়াৰ প্ৰথম কালডোখৰৰ ভিতৰত "হৰিশ্চন্দ্ৰ উপাখ্যান", "ৰুক্মিণী হৰণ" কাব্য, "কীৰ্ত্তন"ৰ উৰেষা বৰ্ণনা, ভাগৱতৰ কিছু অনুবাদ, প্ৰথমটোবৰগীত আদি, দ্বিতীয় কালডোখৰত "কীৰ্ত্তন"ৰ কিছু অংশ পত্নী-প্ৰসাদ নাট, ভাগৱতৰ শিশুলীলাৰ অংশবিশেষৰ অনুবাদ আৰু তৃতীয় ডোখৰত "কীৰ্ত্তন"ৰ কিছু অংশ, ভাগৱতৰ দশম, একাদশ আৰু দ্বাদশ স্কন্ধৰ অনুবাদ, পত্নী-প্ৰসাদত বাহিৰে বাকী পাঁচখন নাট, কুৰুক্ষেত্ৰ, নিমি-নৱ-সিদ্ধ-[illegible] আদি ৰচিত।

নমস্কাৰ, এটা বিস্তৃত- আখ্যানৰ পূৰ্ণ-ৰূপায়ণ, ধীৰোদাত্ত-শ্ৰেণীৰ উপযুক্ত গুণসম্পন্ন নায়কৰ চৰিত্ৰ-চিত্ৰণ, যুদ্ধ-বিগ্ৰহৰ লগতে নানাবিধ প্ৰাকৃতিক-সৌন্দৰ্য্য আদিৰ বৰ্ণনা, বিভিন্ন ৰসৰ সমাবেশ, বহুবিধ ছন্দ আৰু সুললিত আলঙ্কাৰিক-ভাষাৰ প্ৰয়োগ, নায়ক-নায়িকাৰ নাম বা বিষয়বস্তু অনুসৰি কাব্যৰ নামকৰণ—সংস্কৃত-আলঙ্কাৰিকে দেখুৱাই যোৱা এইধৰণৰ লক্ষণবোৰ সম্পূৰ্ণভাবে নহলেও ইযাৰ কিছুমানে শঙ্কৰদেৱৰ উক্ত ৰচনাবোৰক কাব্যিক-ৰূপ দিয়াত সহায়তা কৰিছে।

*লক্ষণ*

"হৰিশ্চন্দ্ৰ-উপাখ্যান" নামৰ কাব্যখন শঙ্কৰদেৱৰ প্ৰথম আৰু কম বয়সৰ ৰচনা। কবিৰ নিজৰ এই কথাই ইয়াৰ প্ৰমাণ —

*কৰযোৰে বোলো শুনা বুধজন*
*আত কিবা দেখা দোষ।*
*ছাৱালৰ বাণী হেন অনুমানি*
*মনে হুইবা পৰিতোষ।। (৬১৬)*

এই কাব্যখনৰ বিষয়বস্তু কবিয়ে মাৰ্কণ্ডেয়-পুৰাণৰ ৭ম আৰু ৮ম অধ্যায়ৰ পৰা গ্ৰহণ কৰিছে। এই সম্বন্ধে কবিয়ে নিজেও লিখিছে —

মাৰ্কণ্ডেয়-পুৰাণৰ কথাতে প্ৰধান।
পয়াৰ ৰচিবো হৰিশ্চন্দ্ৰ উপাখ্যান।। (২)
শুনিয়োক যত সভাসদ নিৰন্তৰ।
পৰমাৰ্থ কথা মাৰ্কণ্ডেয়-পুৰাণৰ।। (৫৬)

মৃগযাৰ উদ্দেশ্যে হৰিশ্চন্দ্ৰৰ অৰণ্য-গমন, তাত স্ত্ৰীৰূপিণী ভৱাদি বিদ্যাসমূহক "মাভৈ" দিয়া প্ৰসঙ্গত ৰজা বিশ্বামিত্ৰ-ঋষিৰ ৰোষত পৰা, তাৰ ফলস্বৰূপে হৰিশ্চন্দ্ৰই ৰাজ্যাদি সৰ্ব্বস্ব হেৰাই চণ্ডালৰূপে শ্মশানবাসী হোৱা আৰু শেষত স্ত্ৰী-পুত্ৰৰ লগত মিলন হৈ স্বৰ্গ-গমন কৰা — এইধৰণৰ মূলৰ সকলোবোৰ প্ৰধান ঘটনাৰে প্ৰায় অবিকল-আনুবাদিক-ৰূপায়ণ ইয়াত পোৱা যায়। কাব্যখনৰ আৰম্ভণিতে বৈষ্ণৱ-কবিয়ে অৱশ্যে আন দেৱতাতকৈ বিষ্ণুৰ শ্ৰেষ্ঠত্ব প্ৰতিপাদন কৰাৰ কাৰণে কাহিনী-সূত্ৰত এটা উল্লেখনীয় পৰিৱৰ্ত্তন ঘটাইছে। শাস্ত্ৰ-ব্যৱস্থিত গণেশ-পূজাৰ পৰিবৰ্ত্তে মৃগয়া- যাত্ৰাৰ সময়ত শঙ্কৰদেৱৰ হৰিশ্চন্দ্ৰই "সংসাৰৰ আদিমূল" বিষ্ণুকহে পূজা কৰে। ইয়াত গণেশদেৱ ক্ৰুদ্ধ হয়, আৰু ভৱাদি বিদ্যাসমূহক মাভৈ দিয়া প্ৰসঙ্গত তেওঁ ৰজাৰ শৰীৰত প্ৰৱেশ কৰি প্ৰতিশোধ লয়। কাব্য-কলাৰ কালৰ পৰা প্ৰয়োজন নথকা সত্ত্বেও কবিয়ে মূলৰ ৯ম অধ্যায়ৰ বকৰূপী বিশ্বামিত্ৰ আৰু শৰালিৰূপী বসিষ্ঠৰ হাস্যাস্পদ যুদ্ধৰ বৰ্ণনাখণ্ড কাব্যৰ শেষৰ ফালে সংযোগ কৰিছে। কাব্যখন কৰুণ-

*হৰিশ্চন্দ্ৰ উপাখ্যান*

ৰসপ্ৰধান। হৰিশ্চন্দ্ৰ-শব্যাৰ ঘটনা-প্ৰবাহৰ মাজেদি যি ব্যাপক আৰু হৃদয়বিদাৰক গভীৰ-কাৰুণ্যৰ সৃষ্টি কৰিছে, সি কবিৰ কলাত্মক-দক্ষতাৰ পৰিচায়ক। মুঠতে কব পৰা যায় — - "হৰিশ্চন্দ্ৰ উপাখ্যান" কবিৰ প্ৰথম কাব্যিক-সৃষ্টি হলেও অনুবাদ-বৈশিষ্ট্য, চৰিত্ৰাঙ্কন, পৰিস্থিতি-চিত্ৰণ, ৰসসৃষ্টি, ভাষা-মাধুৰ্য্য আদি বিশেষত্ববোৰে ইয়াক নিশ্চিতভাবে উল্লেখযোগ্য-কাব্যৰ শাৰীত তুলি ৰাখিছে।

"ৰুক্মিণী-হৰণ" কাব্যখনৰ মূল সম্বন্ধে শঙ্কৰদেৱে লিখিছে —–

*হৰিবংশ কথা কবি শঙ্কৰে সম্প্ৰতি।*
*ৰুক্মিণী-হৰণ পদ বন্ধে নিগদতি।।*
*একে হৰিবংশ কথা অমৃত সাক্ষাত।*
*আৰো ভাগৱত-কথা মিশ্ৰ দিলো তাত।।*

উক্ত পদফাকিৰ পৰা বুজা যায় যে, কাব্যখনৰ বিষযবস্তু কবিয়ে প্ৰধানভাবে হৰিবংশৰ পৰা লৈ ভাগৱতৰ অলপ কথা তাত যোগ দিছে। প্ৰকৃতাৰ্থত কিন্তু ইয়াত ভাগৱতৰ কথাহে প্ৰধান, এটা কথা মাত্ৰ বিশেষভাবে হৰিবংশৰ পৰা লৈছে। সেযে হৈছে — কৌশাম্বীৰাজ্যত গৈ কৃষ্ণৰ থিতাপি আৰু ইন্দ্ৰৰ আদেশ মতে ৰজা বিশ্বকেতুৰ কৃষ্ণক ৰাজমৰ্য্যাদাপ্ৰদান। এইখিনিতে আকৌ এটা বিশেষ কথা এই যে, হৰিবংশৰ ক্ৰথ আৰু

*ৰুক্মিণী হৰণ*

কৌশিক এই দুযোটা নামৰ ব্যক্তি দুজনৰ পৰিৱৰ্ত্তে শঙ্কৰদেৱে এজন ব্যক্তি কৰিছে, আৰু সেযে হল বিশ্বকেতু। দেখা যায় — কাব্যখনৰ মূল আখ্যানৰ বিকাশসাধনত হৰিবংশৰ এই ঘটনাটোৰ সংযোগ অপৰিহাৰ্য্য নহয। হয়তো কৃষ্ণৰ লীলা-মাহাত্ম্য প্ৰকাশৰ কাৰণেই এই ঘটনাটো বৈষ্ণৱ-কবিয়ে সংযোগ কৰিছে। কাব্যিক গুণসমূহৰদ্বাৰা সংস্কৃত-মহাকাব্যৰ নিচিনা সমৃদ্ধ হৈ নুঠিলেও কাহিনী-সৃষ্টি, চৰিত্ৰৰ ৰূপায়ণ, বৰ্ণনা-নৈপুণ্য, ৰসৰ সমাৱেশ — এই সকলোবোৰ দিশৰ পৰা "ৰুক্মিণী-হৰণ" অৱশ্যে শঙ্কৰদেৱৰ শ্ৰেষ্ঠতম-কাব্যিক ৰচনা। অসমীয়া-সমাজ-জীৱনৰ প্ৰভাৱে চৰিত্ৰবোৰ সমুজ্জ্ব ল কৰি তুলিছে। "ভীষ্মক দেখাত ৰজা হলেও অসমীয়া গৃহস্থীৰ উদ্ধত পুতেকৰ আগত কথা নৰজা বৃদ্ধ পিতৃ, শশীপ্ৰভা অসমীয়া সমাজৰ বিবাহযোগ্যা কন্যাৰ মাক, ৰুক্মবীৰ উদ্ধত মদগৰ্ব্বী বৰবোপা, বেদনিধি কথাত পানী নসৰকা শুভাকাঙ্ক্ষী পুৰোহিত দেউ, ৰুক্মিণীক সৰুৰে পৰা কোলাই-বোকাই ডাঙৰ-দীঘল কৰা সুমালিনী প্ৰকৃত অসমীয়া ধাইৰূপে চিত্ৰিত হৈছে।"[৫৯] কাব্যখনৰ ভাষা উন্নত পৰ্য্যায়ৰ। ঠায়ে ঠায়ে সংস্কৃত-শব্দৰ প্ৰাধান্য থাকিলেও ভাষাত ঘৰুৱা-ৰূপ আৰু জতুৱা-ঠাচৰ প্ৰয়োগে প্ৰকাশ-ৰীতি স্বাভাৱিক আৰু মনোৰম কৰি তুলিছে। এই কাব্যও শঙ্কৰদেৱৰ আদি ভাগৰ ৰচনা।

---

৫৯ ৰুক্মিণী হৰণ কাব্য, ভূমিকা, সম্পাদিত ড° সত্যেন্দ্ৰনাথ শৰ্মা

"হৰিশ্চন্দ্ৰৰ উপাখ্যান" আৰু "ৰুক্মিণী-হৰণ"ৰ নিচিনাকৈ সংস্কৃত কাব্যৰ লক্ষণবোৰ স্পষ্টভাবে আগত ৰাখি শঙ্কৰদেৱে "অমৃত-মন্থন" আৰু "বলিছলন" ৰচনা কৰা নাই। এই দুখন কবিৰ প্ৰতিভাভাস্বৰ অনুবাদকৃতি — ভাগৱতৰ যথোচিত বিস্তৃতিসম্পন্ন আৰু সুসঙ্গত এটা আখ্যানৰ দুটা ভাগৰ ই অতীৱ মনোৰম কাব্যিক-ৰূপায়ণ। প্ৰকাশৰীতি আৰু বৰ্ণনাৰ বিশেষত্ব আদি দুই এটা কথাৰ উপৰিও বিশেষকৈ কাহিনীৰ এককত্ব-গুণে এই দুখণ্ড ৰচনাক কাহিনী-কাব্যৰ শাৰীত তুলিছে। ভাগৱতৰ (৮/৬ — ৯ আৰু ৮/১৫ - - ২৩) বৰ্ণনা মতে, দৰাচলতে অমৃত-মন্থন আৰু বলিছলন দুটা সম্বন্ধৰহিত স্বতন্ত্ৰ-আখ্যান নহয়। অমৃত-মন্থন-প্ৰসঙ্গৰ যুদ্ধত দৈত্যৰাজ বলিৰ পৰাজয় আৰু মূৰ্চ্ছাৰ লগতে প্ৰথম আখ্যান শেষ হয়। তাৰ পাছত শুক্ৰাচাৰ্য্যৰ অনুগ্ৰহত অধিক শক্তিশালী হৈ বলিয়ে পূৰ্ব্বৰ পৰাজয়ৰ প্ৰতিশোধ লোৱাৰ কাৰণে স্বৰ্গ-ৰাজ্য অধিকাৰ কৰে, আৰু ইয়াতেই হয় দ্বিতীয়-আখ্যান আৰম্ভ। ভাগৱতৰ এটা আখ্যানৰে এই দুই ধৰণৰ দুটা ভাগৰ শঙ্কৰদেৱকৃত-অনুবাদ দুখন কাহিনী-কাব্যৰূপে গ্ৰহণযোগ্য হৈছে। অৱশ্যে ভাগৱতৰ বৰ্ণনাতেই দুযোটা আখ্যানৰ মূল-চৰিত্ৰ বলিৰাজ হলেও প্ৰথম আখ্যানত তেওঁৰ বীৰত্ব আৰু দ্বিতীয় আখ্যানত ভক্তিৰ মাহাত্ম্য অধিক প্ৰকট হোৱা দেখা যায়। শঙ্কৰদেৱৰ "বলিছলন" কিন্তু মূলতকৈও বহু পৰিমাণে ভক্তি-মাহাত্ম্য প্ৰকাশক। বলিৰাজ আৰু তেওঁৰ ৰাণী বিন্ধ্যাৱলীৰ দীঘলীয়া স্তুতি-মিনতিয়ে এই ৰচনাখণ্ড ভক্তিপ্ৰধান গ্ৰন্থলৈ বেছি আগুৱাই দিছে। প্ৰচণ্ড-বিক্ৰমী বলিৰায়ক শেষৰ ফালে ইয়াত দেখা যায় ভক্তিৰসত নিমগ্ন পৰম-বৈষ্ণৱৰ ৰূপত, তেওঁৰ "সদায়ে কৃষ্ণৰ নাম নুগুচে মুখত।" দুৰ্ব্বাসাৰ অভিশাপত শ্ৰীহীন দৈত্যৰাজ বলিৰদ্বাৰা পৰাজিত দেৱগণে বিষ্ণুৰ উপদেশ মতে দৈত্যগণৰ সহযোগত সমুদ্ৰ-মন্থন কৰে। মোহিনীৰূপী বিষ্ণুৱে সমুদ্ৰ-মন্থনত ওলোৱা অমৃত-বিতৰণৰ ভাৰ লৈ দৈত্যগণক অমৃতপানৰ পৰা বঞ্চিত কৰে। ইয়াৰ ফলত দেৱতা-দৈত্যৰ মাজত হোৱা যুদ্ধত বলিৰাজ মূৰ্চ্ছিত হয় — এই খিনিয়েই অমৃত-মন্থনৰ মূলকথা। ইয়াৰ লগত জম্ভাদি দৈত্য-বধৰ কথা আৰু হৰৰ মোহপ্ৰাপ্তিখণ্ড অনুবাদৰ খাতিৰত সংযোজিত হৈছে যদিও এই সংযোজনে কাহিনী-কলা হ্ৰাসহে কৰিছে। "অমৃত-মন্থন"ত (৩১০) কবিয়ে নিজকে "আতি শিশুমতি" বুলি কৈছে আৰু "বলিছলনত"ত বৰদোৱাৰ আৰু নিজৰ পূৰ্ব্বপুৰুষৰ গুণানুকীৰ্ত্তন কৰিছে। ইয়াৰ পৰা বুজা যায় — এই দুখন কাব্যিক-ৰচনাও শঙ্কৰদেৱৰ আদিভাগৰ সৃষ্টি।

*অমৃত-মন্থন আৰু বলিছলন*

ভাগৱতৰ চাৰিটা অধ্যায়ৰ (১০/৮২ — ৮৫) পদানুবাদ "কুৰুক্ষেত্ৰ"। এই খণ্ড ৰচনা শঙ্কৰদেৱৰ জীৱনৰ শেষৰ ফালৰ বুলি বুজা যায়। "কুৰুক্ষেত্ৰ" ৰচনা সম্বন্ধে কথা-গুৰুচৰিতত থকা উল্লেখ, কুৰুক্ষেত্ৰৰ ভণিতাবোৰত শঙ্কৰদেৱৰ নামৰ পৰিবৰ্ত্তে "কৃষ্ণৰ কিঙ্কৰ" "অধম', "অধম মূঢ়মতি", "মহামূঢ় মন্দমতি দুৰাচাৰ" আদি বিনয় আৰু

আত্মলঘিমাসূচক শব্দবোৰে ইয়াৰ প্ৰমাণ দিয়ে। সৰ্ব্বগ্ৰাস-সূৰ্য্যগ্ৰহণ উপলক্ষে স্নান কৰিবলৈ কৃষ্ণাদি যাদৱসকল আৰু পৃথিৱীৰ ৰজা-প্ৰজাগণৰ কুৰুক্ষেত্ৰত উপস্থিতি, নন্দ-যশোদা আদি গোপ-গোপীসকলৰ লগত তেওঁলোকৰ মিলন, কৃষ্ণৰ প্ৰধান মহিষী কেইগৰাকীৰ আত্ম-বিবাহ-বৰ্ণন, বলিৰ কৃষ্ণস্তুতি আৰু পাতালৰ পৰা দৈৱকীৰ মৃত-ছয় পুত্ৰক মাতৃৰ সন্মুখলৈ আনয়ন — এই কথাখিনি বৰ্ণিত হৈছে "কুৰুক্ষেত্ৰ"ত। কাহিনীৰ পীনবদ্ধ-এককতা, কাব্যৰ এই প্ৰধান বিশেষত্বটো "কুৰুক্ষেত্ৰ"ত নাথাকিলেও ইয়াৰ মূল-চৰিত্ৰ কৃষ্ণৰ প্ৰতি ভক্তি-ধাৰা সকলোবোৰ ঘটনাৰ পৰা প্ৰৱাহিত হৈছে। ভক্তি-মাহত্ম্য প্ৰকাশেই এই ৰচনাখণ্ডৰ মূল উদ্দেশ্যতা। ভক্তি-প্ৰৱাহে সকলোবোৰ কথাৰ যোগ-সূত্ৰ ৰক্ষা কৰাৰ উপৰিও অনুৱাদৰীতি, পৰিস্থিতি-চিত্ৰণ, উপমাদি অলঙ্কাৰৰ সুপ্ৰয়োগ আৰু স্থানবিশেষে ভাৱ আৰু ভাষাৰ সুস্পষ্টতা আদি গুণে ইয়াক কাব্যিক-ৰচনাৰ অন্তৰ্ভুক্ত কৰিব পাৰিছে। প্ৰধান চৰিত্ৰ শ্ৰীকৃষ্ণৰ উপৰিও বলিৰাজ বিশেষ উল্লেখনীয় ভক্ত-চৰিত্ৰ।

*কুৰুক্ষেত্ৰ*

ভাগৱতৰ (৬/১ — ৩) অন্তৰ্গত ব্ৰাহ্মণ-অজামিল ; কথা ভগৱানৰ নাম-মাহাত্ম্য-প্ৰকাশক বিখ্যাত আখ্যান। এই আখ্যানটো শঙ্কৰদেৱে অসমীয়ালৈ ৰূপান্তৰিত কৰিছে "ঠাই ঠাই নানা বিধ হ্ৰস্ব-দীৰ্ঘ ছন্দে"। এই ৰচনাখণ্ডৰ মাজতো কবিয়ে বৰদোৱা আৰু নিজৰ পূৰ্ব্বপুৰুষৰ মহিমা ঘোষণা কৰাৰ পৰা বুজাত অসুবিধা নাই যে, তেওঁ বৰদোৱাত বাস কৰা সময়তে ই ৰচিত। ব্ৰাহ্মণ অজামিলে নানাবিধ গুৰুতৰ পাপত নিমজ্জিত হৈ "নাৰায়ণ" নামোচ্চাৰণ কৰি কেনেকৈ মুক্তি-পথলৈ আগবাঢ়িল— ভাগৱতৰ এই আখ্যানটো ইয়াত ৰূপায়িত হৈছে। এই ৰূপায়ণত ক'তো ক'তো মূলৰ কথাবস্তুৰ পৰিবৰ্ত্তন, স্থানান্তৰৰ কথাৰ সংযোগ আৰু কল্পনাৰ ৰহণো অৱশ্যে আছে।

*অজামিলোপাখ্যান*

## (২) নাট

মহাপুৰুষ শঙ্কৰদেৱে ছয়খন নাট ৰচনা কৰি আমাৰ সাহিত্যৰ ইতিহাসৰ এটা অভিনৱ-দিশ উন্মুক্ত কৰে। তেওঁ ৰচনা কৰা নাট ছয়খনৰ নাম — পত্নী-প্ৰসাদ, কালি-দমন, কেলিগোপাল, ৰুক্মিণী-হৰণ, পাৰিজাত-হৰণ আৰু ৰাম-বিজয়। এই নাটককেইখন ৰচনা কৰাৰ আগতে শঙ্কৰদেৱে "চিহ্নযাত্ৰা" নামৰ এখন নাট অভিনয় কৰি দেখুৱাইছিল বুলি চৰিত-পুথিৰ পৰা জনা যায়। চিহ্নযাত্ৰা অভিনয়ৰ সময় সম্বন্ধে মতভেদ দেখা যায়। ৰামচৰণ ঠাকুৰৰমতে ১৯ (ঊনৈশ) বছৰ বয়সত আৰু কথা-গুৰুচৰিত মতে প্ৰথমবাৰ তীৰ্থ ভ্ৰমণৰ পৰা উভতি অহাৰ পাছত শঙ্কৰদেৱে চিহ্নযাত্ৰাৰ অভিনয় কৰিছিল বুলি জনা যায়। ৰামচৰণ-ঠাকুৰৰ বিবৰণ

*নাটৰ নাম— চিহ্নযাত্ৰা*

মতে মহাপুৰুষে কাপোৰত সাত বৈকুণ্ঠৰ পট আঁকি তাত য'ত যি দিব লাগে তাকে দিযে। অভিনয়ৰ উপযোগীকৈ গীত, ভটিমা,শ্লোক আদিও তাত সংযোগ কৰা হৈছে। নাটৰ বিশেষ প্ৰযোজনীয কাহিনী আৰু সংলাপ, এই দুটা বস্তুত বাহিৰে বাকীবোৰ চিহ্ন-যাত্ৰাত আছিল। শঙ্কৰদেৱে নিজে ইয়াত বৈকুণ্ঠৰ ঈশ্বৰৰ ভাও লৈ ওলায়। ৰাম ৰাম গুৰু, সৰ্ব্বজয় আতৈ আদিয়েও আন আন ভাওত দেখা দিয়ে। বিশেষ কথা—সংলাপ নথকা কাৰণে ইযাক প্ৰকৃত নাট বোলাত অসুবিধা আছে।

শঙ্কৰদেৱৰ নাটসমূহৰ ভিতৰত "পত্নী-প্ৰসাদ" প্ৰথম ৰচনা। ভাগৱত-পুৰাণৰ ১০ ম স্কন্ধৰ ২৩ শ অধ্যায়ত কৰ্ম্ম-গৌৰৱ ধ্বংস কৰি ভক্তিৰ শ্ৰেষ্ঠত্ব প্ৰকাশক যি আখ্যান বৰ্ণিত হৈছে, তাৰেই অৱলম্বনত এই নাট ৰচিত। ভাগৱতৰ ১০ ম স্কন্ধৰ ১৫ শৰ পৰা ১৭ শ অধ্যায়ৰ ভিতৰত বৰ্ণিত ক্ৰুৰ-কালিনাগক শ্ৰীকৃষ্ণই দমন কৰা আখ্যানভাগৰ নাটকীয-ৰূপ দিযা হৈছে কালি-দমন নাটত। শৰত-কালৰ জোনাক ৰাতিত কৃষ্ণাত্মিকা গোপীগণৰ সৈতে শ্ৰীকৃষ্ণই কৰা ৰাস-লীলা-বৰ্ণনাৰ একপ্ৰকাৰ হুবহু ৰূপ চিত্ৰিত কৰা হৈছে কেলি-গোপাল বা ৰাস-ক্ৰীডা নাটত। ৰাস-ক্ৰীড়াৰ বৰ্ণনা ভাগৱতৰ ১০ ম স্কন্ধৰ ২৯-৩৩ অধ্যায়ৰ ভিতৰত বৰ্ণিত। এইখণ্ড বৰ্ণনাৰ নাট্যৰূপ দিওতে ভাগৱতৰ স্থানান্তৰৰ (১০/৩৪) শঙ্খচূড-বধ আখ্যানটো শঙ্কৰদেৱে ইযাত সুমাই দি কাহিনী বৈচিত্ৰ্যপূৰ্ণ আৰু কৌতূহলপূৰ্ণ কৰিছে। শিশুপাল আদি ৰজাসকলক পৰাস্ত কৰি ভীষ্মক-নন্দিনী ৰুক্মিণীক হৰণ কৰি নি দ্বাৰকাত বিধিমতে বিবাহ কৰোৱা ভাগৱতৰ (১০/৫২-৫৪) আখ্যানটো শঙ্কৰদেৱে "ৰুক্মিণী-হৰণ" ৰ কাহিনীৰূপে গ্ৰহণ কৰিছে। এই নাটৰ ৰূপায়ণ-কাৰ্য্যতো মহাপুৰুষৰ মৌলিকতা যথোচিতভাবে লক্ষণীয। বিষ্ণু-পুৰাণ (৫/২৯ — ৩১) আৰু ভাগৱত-পুৰাণৰ (১০/৫৯) কথাবস্তু মনত সজাগ কৰি ৰাখিলেও "পাৰিজাত-হৰণ"ৰ বিষয়বস্তু শঙ্কৰদেৱে প্ৰধানভাৱে হৰিবংশৰ (২/৬৩ — ৭৬) পৰাহে গ্ৰহণ কৰিছে। নৰক-বধ আৰু পাৰিজাত-হৰণ, হৰিবংশৰ এই দুটা স্বতন্ত্ৰ-আখ্যান কলা-নৈপুণ্যৰ মাজেদি পৰস্পৰ সম্বন্ধযুক্ত কৰি নাট্যকাৰে নাটৰ কাহিনী যথোচিত-অখণ্ডৰূপত দেখুৱাইছে। ৰাম-বিজয় নাট শঙ্কৰদেৱৰ শেষতম ৰচনা। যুৱৰাজ চিলাৰায়ৰ অনুৰোধত কোচবিহাৰত মহাপুৰুষে মহাপ্ৰয়াণৰ আগে আগে ১৫৬৮ খৃঃত (১৪৯০ শকত) এই নাট ৰচনা কৰে। বাল্মীকি-ৰামায়ণৰ আদি কাণ্ডৰ ১৯ সৰ্গৰ পৰা ৭৭ সৰ্গৰ অন্তৰ্গত সুবিস্তীৰ্ণ ঘটনাৰাজিৰ আধাৰত এই নাটকখন ৰচিত। আদিকবি-বৰ্ণিত ঘটনাবাহুল্যৰ মাজৰ পৰা ভালেমান অপ্ৰয়োজনীয় কথা বাদ দি আৰু কোনো কোনো ঠাইত সামান্য পৰিৱৰ্ত্তন কৰি শঙ্কৰদেৱে "ৰাম-বিজয়"ৰ কাহিনী সাজিছে। অযোধ্যাপতি দশৰথৰ অনুমতিক্ৰমে বিশ্বামিত্ৰই ৰাম-লক্ষ্মণক যজ্ঞৰ বিঘ্নিকাৰক ৰাক্ষসক দমন কৰাৰ কাৰণে নি পাছত মিথিলাত উপস্থিত কৰায়।

*নাটকেইখনৰ সাধাৰণ পৰিচয়*

তাত ৰামচন্দ্ৰই হৰ-ধনু ভঙ্গ কৰি সীতাৰ পাণিগ্ৰহণ কৰে আৰু প্ৰত্যাৱৰ্ত্তন-কালতবাটতে পৰশুৰামক পৰাভূত কৰি অযোধ্যাত আহি উপস্থিত হয়। এয়েই ৰাম-বিজয় নাটৰ কাহিনীৰ মূল-কথা।

কাহিনীসৃষ্টি, চৰিত্ৰাঙ্কন আৰু সংলাপ-সংযোজনৰ ফালৰ পৰা "পাৰিজাত-হৰণ", নৃত্য-গীতৰ প্ৰাচুৰ্য্যৰ ফালৰ পৰা "কেলিগোপাল" আৰু কাহিনীৰ বিস্তৃতি আৰু তাৰ মাজত পঞ্চসন্ধিৰ সুস্পষ্টতাৰ ফালৰ পৰা "ৰুক্মিণী-হৰণ" আৰু "ৰাম-বিজয" বিশেষভাবে উল্লেখনীয। উক্ত ছয়খন নাটৰ উপৰিও শঙ্কৰদেৱে আৰু এখন নাট ৰচিছিল বুলি ৰামচৰণ ঠাকুৰৰ চৰিত-পুথিৰ পৰা জনা যায—নাম "জন্মযাত্ৰা"। সেইখন অৱশ্যে পোৱা হোৱা নাই।

*বিশেষত্ব*

শঙ্কৰদেৱ অসমীযা নাট্য-সাহিত্যৰ জনক। পূৰ্ব্বাগত কি কি অনুষ্ঠানৰ আধাৰত বা আদৰ্শত এই অভিনৱ-সৃষ্টি তেওঁ কৰিলে, সি অৱশ্যে আলোচনা আৰু বিচাৰসাপেক্ষ কথা। বুজা যায — শঙ্করদেৱে নাট-সৃষ্টিৰ ক্ষেত্ৰত সমল আহৰণ কৰিছে তিনি দিশৰ পৰা— অসমৰ স্থানীয-লোকানুষ্ঠান, সংস্কৃত—নাটক আৰু অসমৰ বাহিৰৰ নৃত্য-গীতানুষ্ঠান। ভাৰতবৰ্ষত প্ৰাচীন কালৰে পৰা দেৱ-দেবীৰ সন্মুখত স্তুতি-গীতৰ লগত নৃত্য কৰাৰ প্ৰমাণ আছে।[৬০] প্ৰচীন অসমত প্ৰচলিত দেওধনী-নৃত্য, ওজাপালি-নৃত্য আদিও ইযাৰ অনুৰূপ। বিশেষকৈ দেওধনী-নৃত্য মনসা-পূজাৰ এক প্ৰকাৰ অপৰিহাৰ্য্য অঙ্গস্বৰূপ, এই নৃত্যত গীত নাই, অঙ্গ-ভঙ্গিৰদ্বাৰাই ইয়াত ভাৱ প্ৰকাশিত হয। আজিলৈকে সৰবৰহী নৃত্য-গীতানুষ্ঠানৰূপে চলি অহা ওজাপালিৰ একোটা দলত তিনি শ্ৰেণীৰ মানুহ থাকে— এজন ওজা, এজন দাইনাপালি আৰু পাঁচ, ছয় বা ততোধিক পালি। এই তিনিওটা ভাগৰ মানুহৰ সাজপাৰ, প্ৰকৃতি আৰু ৰসবোধো বেলেগ। ওজাজনে পালিবোৰৰ মাজৰ পৰা নাচি নাচি আগবাঢি আহি গাৱলৈ লোৱা পৌৰাণিক-আখ্যানৰ পদবোৰ লগাই দিয়ে, পালিবোৰে গুৰিত থাকি নাচি নাচি খুঁটি-তালৰ সহাযতাত তাল-মান ৰাখি-পদৰ বিভিন্ন ধুৰাবোৰ গাই যায়। দাইনাপালিজনেও ওজাৰ লগত নাচি নাচি কেতিয়াবা ওজাৰ স্বৰ চুটি হলে নিজে ৰাগ টানি তাত সহায কৰে, আৰু কেতিয়াবা পালিবোৰৰ লগতো সুৰ মিলায়। একোখণ্ড পদ (বিশেষকৈ সুকন্নানী) গোৱাৰ পাছত তাৰ অন্তৰ্গত অৰ্থবোৰ ওজাই দাইনাপালিৰ লগত নাটকীয়-ভঙ্গিমাত ব্যখ্যা কৰে। দাইনাপালিজন ৰসিক, কথাচহকী আৰু উপস্থিত-বুদ্ধি সম্পন্ন। তেওঁলোকৰ, বিশেষকৈ ওজা আৰু দাইনাপালিৰ নাচ, অঙ্গ-ভঙ্গি আৰু মুদ্ৰাই তেওঁলোকে গোৱা পদৰ ভাৱক অনুসৰণ কৰে। ওজাপালি-অনুষ্ঠানৰ উপৰিও ঢুলীয়াৰ

*নাটৰ উৎস, সমল*

৬০ মেঘদূত, ১/৩৬

ভাও আৰু পুতলা-নাচো শঙ্কৰদেৱৰ বহুকালৰ আগৰে পৰা প্ৰচীন-অসমত প্ৰচলিত আছিল। উল্লেখনীয় কথা — জাৰ্ম্মান-পণ্ডিত ড° পিছেলে (Dr Pischel) আনকি মতবাদ দাঙি ধৰিছে যে, ভাৰতীয-নাট্য সাহিত্যৰ মূল-উৎস পুতলা নাচেই (Puppet Show)। পুতলা-নাচ-প্ৰদৰ্শন-পদ্ধতিৰ আভাস দিয়া হ'ল ঃ

পুতলা- নচুৱা একোটা দলত সাধাৰণতে পাঁচজন মানুহ থাকে। তেওঁলোকৰ এজন বায়ন, এজন দাইনাপালি, দুজন পালি আৰু এজন পুতলা-নচুওঁতা। পুতলা নচুওতাজন থাকে মঞ্চৰ ভিতৰত, তেওঁৰ উপস্থিতিৰ কথা দৰ্শকে গম নাপায়। মঞ্চৰ প্ৰয়োজন অনুসৰি কৌশল-পূৰ্ণ ভাবে আঁৰি থোৱা ক'লা আঁৰকাপোৰখনৰ ভিতৰত তেওঁ থাকে, আৰু ক'লা সুঁতা প্ৰয়োজন অনুসৰি কিটিপমতে টানি টানি পুতলাবোৰ যেনেধৰণে নচুৱাব লাগে, আৰু যেনেধৰণে সিহঁতৰ দ্বাৰা কাৰ্য্য কৰাব লাগে, তাক কৰায়। পুতলাবোৰৰ নাচ, কাৰ্য্য আৰু প্ৰৱেশ-প্ৰস্থান অনুসৰি লগে লগে সেই মানুহজনেই মুখেৰে পেপা বজাই সেইবোৰৰ বিভিন্ন ভাৱপূৰ্ণ মাত মতায়। যিজন বায়ন, তেওঁ নৃত্য-গীতত পটু।

*পুতুলা নাচ সম্পাদন-পদ্ধতি*

তেওঁৰ মূৰত বিশেষ ধৰণৰ পাগুৰি, কঁকালত দীঘল চুৰিযা, গাত আঠুলৈ ওলমি পৰা চোলা আৰু তাৰ ওপৰত চাদৰ। মঞ্চৰ একাষে (সাধাৰণতে বাওফালে) বাহিৰত দৰ্শকমণ্ডলীৰ সন্মুখত তেওঁ এনেকুৱা এটা ঠাইত পালিকেইজনৰ সৈতে থিয় দি থাকে, য'ৰ পৰা তেওঁ মঞ্চত নৃত্যাদি কাৰ্য্যৰত পুতলাবোৰ দেখা পায। এই বাযনজনে হাতত চোঁৱৰ লৈ নাচি নাচি যথোচিত মুদ্ৰাপ্ৰদৰ্শন কৰি গীত-পদবোৰ লগাই দিয়ে। পালিকেইজনে খোল-তালৰ সুৰত তাক ধৰে। এই গীত-পদবোৰে পুতলা-নাচৰ কাহিনীটো এফালৰ পৰা অবিকল্লভাবে প্ৰকাশ কৰি যায। এইদৰে বাহিৰত অনুষ্ঠিত নৃত্য-গীতৰ অৰ্থ আৰু ক্ৰম অনুসৰি মঞ্চত যথাযোগ্য পুতলাবোৰৰ প্ৰবেশ, কাৰ্য্য সম্পাদন, মাত-কথা আৰু যথাসময়ত প্ৰস্থান চলি থাকে। কাহিনীৰ অন্তৰ্গত যি গীতাংশ বায়নে পালিবোৰৰ লগত গায, তাৰ ভাবাৰ্থ আৰু ক্ৰম অনুসৰি ভিতৰত থকা মানুহজনে বিভিন্ন পুতলাবোৰ মঞ্চত নচুৱায আৰু সেইমতে কাৰ্য্য কৰায। এটা বা দুটা পুতলা আহি মঞ্চত বহাৰ পাছৰ পৰা আন পুতলা অহালৈকে, নাইবা এটা দৃশ্য শেষ হোৱাৰ পাছৰ পৰা আন এটা দৃশ্য আৰম্ভ হোৱালৈকে, এই সময়খিনিৰ ভিতৰত উক্ত গীতবোৰ গোৱা হয়। মাজে মাজে, অৰ্থাৎ মঞ্চত পুতলাৰ কাৰ্য্যকালত (কথোপকথন বা যুদ্ধ-বিগ্ৰহ আদিবোৰ যেতিয়া চলি থাকে) সিহঁতৰ কাৰ্য্যবোৰ দৰ্শকৰ মনত বেছি স্পষ্ট হোৱাৰ কাৰণে চেগ বুজি তেওঁ ওজাপালিৰ ওজাৰ দৰে দাইনাপালিৰ লগত সেইবোৰ ব্যাখ্যা কৰে। পুতলাৰ নিজ মুখেৰে প্ৰকাশ হোৱাৰ উপৰিও এই গীত-পদবোৰৰ মাজেদিয়ে পুতলা-নাচৰ অভিনয়ৰ কাহিনীটো আগধৰি প্ৰকাশ হয়। দৰাচলতে এই বায়নজনেই ইয়াৰ ঘটনা-সূত্ৰডাল গুৰিৰ পৰা শেষলৈকে উক্ত প্ৰণালীত

ধৰি থাকে। সেযেহে, এই ব্যক্তিজনেই প্ৰকৃত সূত্ৰধাৰ, পুতলা নচুৱাজন নহয়। বুজা যায়—পুতলা-নাচ-প্ৰদৰ্শন-প্ৰক্ৰিয়াৰ পৰা পুতলাবোৰ বাদ দিলে ওজাপালিৰ কাৰ্য্যক্ৰমৰ স্বৰূপটো ওলাই পৰে। গতিকে, এই কথা কোৱাত অসুবিধা নাই— পুতলা-নাচৰ বায়নৰ আদৰ্শ আৰু কাৰ্য্যানুকৰণত ওজাপালিৰ ওজাৰ স্থিতি, আৰু সেই দুযোজনৰ আদৰ্শ আৰু কাৰ্য্যানুকৰণৰ যোগেদি শঙ্কৰদেৱৰ নাটৰ সূত্ৰধাৰে স্বৰূপ লাভ কৰিবলৈ বহু পৰিমাণে-সমৰ্থ হৈছে।[৬১]

অসমীয়া-নাটৰ উদ্ভাৱনৰ মূলত যদিও অসমৰ পুৰণিকলীয়া ঢুলীয়া, পুতলা-নাচ, ওজাপালি আদি থলুৱা লৌকিক-সাংস্কৃতিক অনুষ্ঠানৰ আদৰ্শ আৰু প্ৰভাৱ কম নহয, তথাপি ইয়াৰ গঠন-কাৰ্য্য (Frame-Work) কিন্তু প্ৰধানভাবে সংস্কৃত নাটকৰ আদৰ্শত প্ৰতিষ্ঠিত। নান্দীৰ ব্যৱহাৰ, সূত্ৰধাৰৰ অৱতাৰণা, পূৰ্ব্বৰঙ্গ-অনুষ্ঠানৰ অনুসৰণ, সংস্কৃত-শ্লোকৰ প্ৰযোগ, ভৰতবাক্যৰ অনুৰূপ মুক্তিমঙ্গল-ভটিমাৰে নাটৰ পৰিসমাপ্তি আদি অঙ্গবোৰে অসমীয়া নাটৰ গঠন-কাৰ্য্যত সংস্কৃত-নাটকৰ সুস্পষ্ট প্ৰভাৱ দেখুৱায। সূত্ৰধাৰ চৰিত্ৰৰ অৱতাৰণা, বিশেষকৈ এই চৰিত্ৰৰ "সূত্ৰধাৰ"—নামকৰণ সংস্কৃত নাটকৰ প্ৰত্যক্ষ অনুকৰণ, অৱশ্যে ইযাৰ কাৰ্য্যাৱলী বহু পৰিমাণে সুকীয়া। অসমীয়া-নাটৰ সূত্ৰধাৰৰ সৃষ্টিৰ উপাদান ত্ৰিমুখী বুলি কব পৰা যায়। সংস্কৃত-নাটকৰ সূত্ৰধাৰৰ অনুকৰণত এই চৰিত্ৰই "সূত্ৰধাৰ" নাম আৰু কিছু কাৰ্য্যভাৰ লৈ অসমীয়া নাটত সোমালেও ওজাপালিৰ ওজা আৰু পুতলা-নাচৰ বায়নৰ কাৰ্য্যক্ৰমৰ অনুকৰণত বেছি কাৰ্য্যৎপৰ হৈ অঙ্কীয়া-নাটৰ অপৰিহাৰ্য্য অঙ্গ হৈছে যেন অনুমান হয়। সংস্কৃত নাটকৰ অনুকৰণত শঙ্কৰদেৱে তেওঁৰ নাটকো "নাট" আৰু "নাটক" বোলা বুলি ভাবিবৰ থলী বলবৎ। পৰবৰ্ত্তি-কালত চৰিত-কাৰসকলেহে[৬২] ইয়াক অঙ্ক বুলিছে। শঙ্কৰদেৱৰ নাটত সংস্কৃত নাটকৰ প্ৰভাৱ থাকিলেও অঙ্ক বা নাটক যি কোনো ৰূপকৰ লগত ইয়াৰ ঠিক মিল নাই, ই এটা অঙ্ক থকা বিশেষ ধৰণৰ নাট। এটা অঙ্কযুক্ত কাৰণে ই অঙ্কীয়া-নাট-বুলি জনাজাত।

*সংস্কৃত নাটকৰ প্ৰভাৱ*

সুদীৰ্ঘ বাৰ বছৰ কাল ধৰি শঙ্কৰদেৱে ভাৰতৰ বিভিন্ন তীৰ্থস্থানবোৰ পৰিভ্ৰমণ কৰা সময়ত উত্তৰ-ভাৰতৰ কোনো কোনো ঠাইত কিছুমান নাটৰ অভিনয় আৰু নৃত্য-গীতৰ

৬১. এই মত বহুকাল আগতে আমি পোষণ কৰিছোঁ। অষ্টাদশ বছৰৰ "অসম সাহিত্য সভা পত্ৰিকা"ৰ ৩ য় সংখ্যাত প্ৰকাশিত "পুতুলা-নাচ" প্ৰবন্ধ দ্ৰষ্টব্য)

৬২. ৰামৰ বিবাহ কথা সীতা স্বয়ম্বৰ। অঙ্কক লিখিলা তৈত শ্ৰীমন্ত শঙ্কৰ।।
শুক্ৰধ্বজ নৃপতিকো অঙ্কে নিৰ্ম্মিলা। অঙ্কতে শ্লোকক কৰি অঙ্ক সমাপিলা।।
শুক্ৰধ্বজে শুনিলন্ত অঙ্ক কৰিবাৰ। চাহিলন্ত গৃহক আনিয়া আপোনাৰ।।
(দ্বিজ ৰামানন্দ)
দেৱানৰ বাণী শুনি সীতা স্বয়ম্বৰ। ৰামায়ণ অঙ্ক কৰি দিলন্ত শঙ্কৰ।। (দৈত্যাৰি)

পৰিৱেশন দেখি তাৰদ্বাৰাও তেওঁ নাট্যকলাৰ ক্ষেত্ৰত উপকৃত হোৱাটো স্বাভাৱিক। চতুৰ্দ্দশ-শতিকাৰ আদিভাগৰ জ্যোতিৰীশ্বৰ আৰু শেষভাগৰ বিদ্যাপতি ঠাকুৰৰ[৬৩] পৰা সংস্কৃত-মিশ্ৰিত মৈথিলী-নাটৰ পৰম্পৰা দেখিবলৈ পোৱা গৈছিল। ড° সত্যেন্দ্ৰনাথ শৰ্ম্মাৰ সুচিন্তিত মন্তব্য এই যে, "অসমীয়া অঙ্কীয়া-নাটৰ উদ্ভৱত প্ৰাচীন মৈথিলী-নাট্যকাৰ দুই এজনে সীমাবদ্ধভাৱে প্ৰভাৱান্বিত কৰাটো অসম্ভৱ নহয়।"[৬৪] ড° হৰিচন্দ্ৰ ভট্টাচাৰ্য্যৰ মতে "নাট্যকাৰ শঙ্কৰদেৱে ব্ৰজাৱলী-ভাষা বিষয়ত কবি বিদ্যাপতিৰ মৈথিলী-গীত, শব্দালঙ্কাৰ আৰু অৰ্থালঙ্কাৰ বিষযত কৱি জয়দেৱ বা তেনে কোনো কবি, নাটকীয় ৰূপপ্ৰদান-ক্ষেত্ৰত সংস্কৃত-নাট আৰু ৰূপায়ণ পদ্ধতিত অসমীয়া সুপ্ৰাচীন ঢুলীয়া, ওজাপালি আদি লৌকিক-সাংস্কৃতিক অনুষ্ঠানবোৰৰ চানেকি গ্ৰহণ কৰিব পাৰে বুলি ভাবিবৰ থল আছে"।[৬৫] অঙ্কীয়া-নাটৰ গঠন-ৰীতি (Technique) প্ৰসঙ্গত উল্লেখ কৰিবলগীয়া আন কথা এই যে, ইয়াৰ কাহিনীৰ একোটা চিত্ৰ তিনিধৰণে প্ৰকাশ কৰা হয়— শ্লোকেৰে, কথাৰে আৰু গীতেৰে। প্ৰকাশৰীতিৰ ক্ৰমটো সাধাৰণতে এনেধৰণৰ— প্ৰকাশ্য বিষযখণ্ড প্ৰথমতে শ্লোকৰ মাজেদি চমুকৈ কোৱা হয়, সেইখিনিকেই পাছত ক্ৰমে কথা (গদ্য) আৰু গীতৰ মাজেদি মুকলি কৰা হয। গীতৰ বৰ্ণনা আপেক্ষিকভাবে বহল আৰু আকৰ্ষণীয়ভাবে সুললিত। বিস্তীৰ্ণ-গীতাংশই চিত্তাকৰ্ষক-ৰূপত নাট্যবস্তু প্ৰকাশ কৰিব পৰা কাৰণে নাটসমূহক গীতিধৰ্ম্মী নাটো বুলিব পৰা যায়।

*উত্তৰ ভাৰতৰ নাট্য কলাৰ প্ৰভাৱ*

শঙ্কৰদেৱে পূৰ্ব্বপ্ৰচলিত যি অসমীয়া-ভাষাত কীৰ্ত্তন-দশম, কাব্যাদি ৰচনা কৰিছে, সেই ভাষাত নাটসমূহ ৰচনা কৰা নাই। তেওঁ নাটকেইখন আৰু লগতে বৰগীত সমূহো ৰচনা কৰিছে এটা বেলেগ ভাষাত — নাম ব্ৰজাৱলী। এই ব্ৰজাৱলী ভাষা সম্বন্ধে বিভিন্ন পণ্ডিতসকলে বিভিন্ন মতবাদ পোষণ কৰিছে। কালিৰাম মেধিৰ[৬৬]মতে উত্তৰ আৰু পূৰ্ব্বভাৰতৰ কৃষ্ণ-ভক্তি শাখা প্ৰচাৰৰ ই এটা সাধাৰণ ভাষা (Common language)। ড° বিৰিঞ্চি কুমাৰ বৰুৱাই[৬৭] কৈছে — ই মৈথিলী মিশ্ৰিত অসমীয়া-ভাষা। ড° মহেশ্বৰ নেওগৰ[৬৮] অভিমত এই যে, শঙ্কৰদেৱৰ প্ৰায় মধ্যাহ্ন জীৱনৰ সময়ত অসম, বঙ্গ, আৰু উৰিষ্যাত বিশেষকৈ ব্ৰজপ্ৰিয় কৃষ্ণক কেন্দ্ৰ

*নাটৰ ভাষা*

---

৬৩. H.M L Vol I Ch IV

৬৪. প প্ৰ. না, ৩ য় খণ্ড, ২ য অধ্যায়।

৬৫ অ না.সা.জি, পৃঃ ১৩, ড° হৰিচন্দ্ৰ ভট্টাচাৰ্য্য

৬৬ অঙ্কাৱলী, Intro.

৬৭ অ না. Intro

৬৮. শঙ্কৰ

কৰি কিছুমান গীত মাতৰ একেটি কৃত্ৰিম-উপভাষাৰ সৃষ্টি হৈছিল। এই সাহিত্যিক-ভাষাক ব্ৰজবুলি, ব্ৰজবোল আৰু অসমত সাধাৰণ কথাত ব্ৰজাৱলী ভাষা বোলে। ড° সুনীতি কুমাৰ চেটাৰ্জ্জীৰ[৬৯] মতে " It is a kind of Maithili mixed with Bengali in Bengal and with Assamese in Assam, with some earlier Apabhramsh and contemporary western Hindi (Brajabhasa) forms " ড° উপেন্দ্ৰনাথ গোস্বামীযে[৭০] কৈছে যে, ব্ৰজাৱলী মিথিলাৰ পৰা অহা ভাষা নহয়, ই চৰ্য্যাপদৰ ভাষাই প্ৰতিনিধিত্ব কৰা পূৰ্ব্ব-প্ৰচলিত সাহিত্যিক-ভাষাহে। ড° কৃষ্ণ নাৰাযণ মাগধে[৭১] আকৌ কৈছে যে, ব্ৰজাৱলী কৃত্ৰিম-ভাষা নহয। পূৰ্ব্বাঞ্চলত মাগধীৰ পৰা উৎপত্তি হোৱা উপভাষা মৈথিলী, অসমীয়া, বঙলা আদি সুকীযা ৰূপত বিকাশ লভা সময়ত তাৰ সমানেই সৰ্ব্বভাৰতীয় শৌৰসেনীৰ মাগধী-প্ৰভাৱাপন্ন ৰূপত ব্ৰজাৱলীৰো বিকাশ হৈছিল।

শঙ্কৰদেৱে নাট আৰু বৰগীতসমূহ কিয় ব্ৰজাৱলী-ভাষাত ৰচনা কৰিলে, সেই কথা সঠিককৈ কোৱা টান। ধৰ্ম্মমূলক নাট আৰু গীতবোৰৰ গাম্ভীৰ্য্য অটুত থকাৰ কাৰণে আৰু লগতে নিজ দেশৰ উপৰিও আন ঠাইৰ বৈষ্ণৱসকলেও সেইবোৰ বুজাৰ সুবিধাৰ কাৰণে তাত ব্ৰজাৱলী ব্যৱহাৰ কৰা বুলি অনুমান কৰিব পাৰি। ৰাজমোহন নাথে[৭২] ইযাৰ আন এটা কাৰণ দেখুৱাইছে এইদৰে— এই ভাষাৰ (ব্ৰজাৱলীৰ) যোগেদি এই দেশৰ মানুহে আন আন ঠাইৰ বৈষ্ণৱসকলৰ লগত সহজে মিলিব পাৰিব। অসমৰ বৈষ্ণৱক সৰ্ব্বভাৰতীয়-বৈষ্ণৱৰ সৈতে একে শাৰীতে ঠাই দিযাটোৱেই আছিল শঙ্কৰদেৱৰ প্ৰধান উদ্দেশ্য।

*ব্ৰজাৱলী ব্যৱহাৰৰ সম্ভৱপৰ কাৰণ*

আন এটা কথা এই যে, নাটৰ প্ৰায়বোৰ কথাই ব্ৰজাৱলীত লিখিলেও, বিশেষকৈ শঙ্কৰদেৱৰ নাটকেইখনৰ ভাষা একমাত্ৰ ব্ৰজাৱলী নহয়। ইযাৰ কিছুমান কথা সংস্কৃত-ভাষাতো লিখা হৈছে। নান্দী, "ভো ভোঃ" আদিৰে আৰম্ভ হোৱা প্ৰৰোচনাৰ অনুৰূপ শ্লোক, "নান্দন্তে সূত্ৰধাৰঃ", "ইতি সূত্ৰ নিস্ক্ৰান্তঃ" আদি নিৰ্দ্দেশাত্মক কেইটামান বাক্য আৰু সংস্কৃত নাটকৰ বিষ্কম্ভক, চুলিকা বা অঙ্কাস্যৰ অনুৰূপ শ্লোকবোৰ সংস্কৃত ভাষাত লিখা। ইয়াৰ উপৰিও দুই এটা পয়াৰত প্ৰাচীন অসমীয়া-ভাষাৰ বহুল প্ৰয়োগ দেখা যায়।

*অংশ বিশেষত সংস্কৃত*

---

৬৯. B.K.M.L

৭০ শঙ্কৰী সংস্কৃতিৰ অধ্যয়ন (ব্ৰজাৱলী)

৭১. শঙ্কৰী সংস্কৃতিৰ অধ্যয়ন (শঙ্কৰদেৱৰ ভাষা)

৭২. কালি-দমন নাট, ভূমিকা

# (৩) অনুৱাদ-সাহিত্য

ওপৰতে উল্লেখ কৰা হৈছে— শঙ্কৰদেৱৰ অনুৱাদ-শ্ৰেণীৰ গ্ৰন্থৰ অন্তৰ্গত হৈছে ভাগৱতৰ ১ম, ২য়, ১০ম (প্ৰথমাংশ), ১১শ আৰু ১২শ স্কন্ধ, আৰু লগতে ৰামায়ণৰ উত্তৰ কাণ্ড। শঙ্কৰদেৱৰ অনুৱাদ-সাহিত্যৰ সামগ্ৰিক-স্বৰূপ-নিৰ্ণয়ৰ ক্ষেত্ৰত কেইটামান বিশেষ কথা মন কৰিবলগীয়া। তেওঁৰ শাস্ত্ৰানুৱাদৰ মূল-প্ৰেৰণা আছিল ভক্তি-ধৰ্ম্ম প্ৰচাৰ কৰা। সেযেহে, ভাগৱতৰ যিবোৰ শ্লোক বা অংশ কৃষ্ণ-ভক্তি বা কৃষ্ণৰ মাহাত্ম্য-প্ৰকাশক, সাধাৰণতে সেইবোৰৰ অনুৱাদ বিস্তৃত। আনহাতেদি, যিবোৰ অংশ ভক্তি-প্ৰধান বা কৃষ্ণমাহাত্ম্যসূচক নহয়, আৰু যিবোৰ অধিক তত্বপ্ৰকাশক— সৰ্ব্বসাধাৰণৰ বোধাতীত, সেইবোৰৰ অনুৱাদ মহাপুৰুষে প্ৰায়েই চমু কৰিছে, আনকি ক'তো ক'তো দীঘলীয়া খণ্ড বা অধ্যাযবোৰো বাদ দিছে। অনুবাদৰ ক্ষেত্ৰত নিজ উদ্দেশ্য-সিদ্ধিৰ কাৰণে তেওঁ কোনো কোনো ঠাইত মূলৰ ক্ৰমো ৰক্ষা কৰা নাই— স্থানবিশেষে মূলৰ কিছুমান শ্লোক বা অংশৰ কথা অগা পিছাও কৰিছে। আন এটা বিশেষ কথা— ভাগৱতৰ টীকাকাৰ শ্ৰীধৰস্বামীৰ টীকাৰ ওপৰত শঙ্কৰদেৱ বিশেষভাৱে নিৰ্ভৰশীল হোৱা কাৰণে তেওঁ শ্ৰীধৰীটীকা-নিৰ্দ্দেশিত অৰ্থানুযায়ী অনুৱাদ কৰাৰ উপৰিও ভাগৱতৰ শ্লোকৰ মাজত নথকা অথচ সেই টীকাৰ অন্তৰ্গত দুই এটা প্ৰাসঙ্গিক-কথাও অনুৱাদ কৰিছে— নিজৰ উদ্দেশ্য সিদ্ধিৰ কাৰণে। শঙ্কৰদেৱৰ অনুবাদৰ আন এটা বিশেষত্ব এই যে, মূলতঃ ধৰ্ম্মপ্ৰচাৰৰ কাৰণে শাস্ত্ৰানুৱাদ কৰিলেও কাব্যিক-সৌন্দৰ্য্য-সৃষ্টিৰ প্ৰতি তেওঁৰ দৃষ্টি যে মুঠেই নাছিল, এনে নহয়। স্থানীয়-পৰিৱেশ-সৃষ্টি, ভাষা আৰু প্ৰকাশৰীতিৰ মনোহাৰিত্ব, নানাবিধ অলঙ্কাৰৰ সুপ্ৰয়োগ, স্থানবিশেষে মৌলিক-সৃষ্টি আদিবোৰ তেওঁৰ অনুবাদৰ সৌন্দৰ্য্যবৃদ্ধিকাৰক বিশেষত্ব। সৌন্দৰ্য্যবৃদ্ধিকাৰক প্ৰাসঙ্গিক-সৃষ্টিবোৰ দেখি যাতে সাধুজনে নিন্দা নকৰে, সেই সম্বন্ধে তেওঁ কৈছে—

*অনুবাদৰ বিশেষত্ব*

*যিবা কিছু বঢ়া দেখা ইটো অপৰাধ এৰা*
*ব্যাসো দেন্ত কথাত ৰঞ্জন।*
*আনো মহা কবিচয় কাব্যৰস নিৰন্তয়*
*তাক নিন্দে কোন সাধুজন।।*

• **শঙ্কৰদেৱে ভাগৱতৰ ১ম আৰু ১১শ স্কন্ধৰ অনুবাদৰ মাজত বহুত শ্লোকৰ কথা বাদ দিয়াৰ উপৰিও কেইবাটাকৈ অধ্যায়ো বাদ দিছে।[৭৩] ২য় আৰু ১২শ স্কন্ধৰ অনুবাদত সম্পূৰ্ণ কোনো অধ্যায় বাদ নপৰিলেও এই দুই স্কন্ধও সংক্ষিপ্ত-ৰূপায়ণ। দশম স্কন্ধৰ**

৭৩ আমাৰ **"শঙ্কৰ দেৱৰ সাহিত্য-প্ৰতিভা" (২য় খণ্ড) দ্ৰষ্টব্য**

অনুবাদ কাব্যিক-দৃষ্টিকোণৰ পৰা, আৰু লগতে ধৰ্ম্মীয়-দিশৰ পৰাও প্ৰসিদ্ধ। ভাগৱত-পুৰাণৰ ১০ ম স্কন্ধত ৯০ টা অধ্যায় আছে। শঙ্কৰদেৱে কিন্তু শ্ৰীকৃষ্ণৰ জন্মৰ পৰা কংস-বধ আৰু গোপী-উদ্ধৱ-সংবাদলৈকে কৃষ্ণৰ আদ্যলীলা প্ৰকাশক প্ৰথম ৪৭ টা অধ্যায়ৰহে অনুবাদ কৰিছে। ভাগৱতৰ এই খণ্ডক বোলা হয় আদি-দশম। বিশেষ কথা — অসমৰ ধৰ্ম্মীয়-সমাজত "দশম" বুলিলে শঙ্কৰদেৱকৃত এইখণ্ড ৰচনাকহে বুজায়। ইয়াত ভক্তিমূলক, বৰ্ণনামূলক, তত্ত্বমূলক আদি সকলো কথাই ৰূপায়িত হৈছে — অৱশ্যে কম-বেছি বিস্তৃতিৰ মাজেদি। বঢা-টুটাৰ মাজেদি হলেও মহাপুৰুষৰ এইখণ্ড ৰচনা মূলৰ একপ্ৰকাৰ নিৰ্ভৰযোগ্য অনুবাদ। ইয়াত তেওঁ শিশু-কৃষ্ণৰ চল-চাতুৰি, ৰোহ-ভেম, দুষ্টামি-উদ্ভাগুলি আদি শৈশৱ-লীলা আৰু অসুৰ-দুৰ্বৃত্তৰ নিধনকাৰ্য্যৰ মাজেদি কৃষ্ণৰ ঐশ্বৰিক-মহিমা প্ৰদৰ্শনত সফল হৈছে। মূলৰ শৰদ্বৰ্ণন আৰু বৰ্ষা-বৰ্ণনাৰ চিত্ৰবোৰ এক প্ৰকাৰ অবিকলভাবে ৰূপান্তৰিত কৰা কাৰ্য্যৰ মাজতো কবিৰ বিশেষ প্ৰতিভা দেখা গৈছে। ৰাস-লীলা আৰু গোপী-উদ্ধৱ-সংবাদ — দশমৰ এই দুই প্ৰসিদ্ধ খণ্ডযো শঙ্কৰদেৱৰ হাতত মনোৰম ৰূপ লৈ উঠিছে। এই দুইখণ্ড ৰচনাৰ মাজত প্ৰকাশিত সম্ভোগ আৰু বিপ্ৰলম্ভ-শৃঙ্গাৰ-ৰসৰ বৰ্ণনাৰ যোগেদি আধ্যাত্মিক-দিশো উন্মুক্ত হৈছে। ভগৱানৰ ভক্ত-বৎসলতা-গুণ ইয়াৰ মাজেদি উক্ দি উঠিছে। শঙ্কৰদেৱৰ "দশম" অসমীয়া বৈষ্ণৱ-ধৰ্ম্মৰ চাৰিপুথিৰ[৭৪] অন্যতম ৰূপে পৰিগণিত।

*উত্তৰ কাণ্ড ৰামায়ণ, অনুবাদৰ বিশেষত্ব*

শঙ্কৰদেৱে বাল্মীকি-ৰামায়ণৰ উত্তৰকাণ্ডৰ পদ-ভাঙনি কৰে। তেওঁ ৰামায়ণৰ এই কাণ্ডৰ পদ-ভাঙনি কিয় কৰিব লগা হ'ল, সেই সম্বন্ধে চৰিত-পুথিত পোৱা যায় এইধৰণেঃ মাধৱ কন্দলী-বিৰচিত-ৰামায়ণৰ আদিকাণ্ড আৰু উত্তৰকাণ্ড কিবা কাৰণত বৈষ্ণৱ-যুগতেই পোৱা নগৈছিল। কন্দলী-ৰামায়ণৰ প্ৰচলন সমাজত কমোৱাৰ উদ্দেশ্য শঙ্কৰদেৱৰ সমসাময়িক-কবি অনন্ত কন্দলিয়ে জনৰুচিসাপেক্ষে এখন ৰামায়ণ লিখিবলৈ আৰম্ভ কৰে। সেয়েহে, মাধৱ কন্দলীয়ে হেনো স্বপ্নৰ যোগেদি শঙ্কৰদেৱক কয — তেওঁৰ (মাধৱ কন্দলীৰ) ৰামায়ণখন লুপ্ত নোহোৱাৰ ব্যৱস্থা কৰিবলৈ। সেই মৰ্ম্মে শঙ্কৰদেৱে মাধৱদেৱৰ হতুৱাই ৰামায়ণৰ আদিকাণ্ডৰ পদ কৰায় আৰু তেওঁ নিজে উত্তৰকাণ্ড ৰচনা কৰি দুয়োটা কাণ্ডকে "পূৰ্ব্বকবি"কৃত ৰামায়ণৰ আদি আৰু অন্তত যোগ দিয়ে।[৭৫] উল্লেখনীয় কথা এই যে, এইধৰণে ৰচনা কৰা কাণ্ড দুটাত ৰামচন্দ্ৰ বিষ্ণুৰ অৱতাৰী পুৰুষৰূপে অঙ্কিত হয়। সেয়েহে,

---

৭৪. বাকী তিনিখন হৈছে— শঙ্কৰদেৱ বিৰচিত "কীৰ্ত্তন-ঘোষা" আৰু মাধৱদেৱ বিৰচিত "নামঘোষা" আৰু "ভক্তি-ৰত্নাৱলী"।

৭৫. দ্ৰষ্টব্য ঃ ক.গু. চ., পৃঃ ১১৯, অধ্যাপক লেখাৰু সম্পাদিত"

এই কাণ্ড দুটাৰ সংযোগত কন্দলীৰ ৰামায়ণ নিভাঁজ কাব্য গুচি প্ৰকাৰান্তৰে হয় বৈষ্ণৱগন্ধী। শঙ্কৰদেৱে ইয়াৰ অনুবাদ-কাৰ্য্যত মূলৰ উত্তৰ-কাণ্ডৰ বহুত কথা বাদ দি কেৱল সীতাসম্বন্ধীয় কথাখিনিৰ চিত্ৰণত মনোনিবেশ কৰিছে। সীতাক বনবাস-প্ৰদান, বাল্মীকিৰ আশ্ৰমত লৱ-কুশৰ জন্ম, ৰামৰ অশ্বমেধ-যজ্ঞত লৱ-কুশৰ ৰামায়ণ-গান-কীৰ্ত্তন, লৱ-কুশৰ পৰিচয়-প্ৰকাশ, সীতাৰ পাতাল-প্ৰৱেশ, লক্ষ্মণ-বৰ্জ্জন, কুশৰ ৰাজ্যাভিষেক, ৰামৰ স্বৰ্গ-গমন —এই প্ৰধান ঘটনাবোৰ শঙ্কৰদেৱকৃত ৰামায়ণৰ অন্তৰ্ভুক্ত হৈছে। বিশেষকৈ সীতাৰ কাৰুণ্যপ্ৰৱাহে উত্তৰ-কাণ্ড কৰুণ-ৰসসিক্ত কৰি তুলিছে।

## (৪) ভক্তিতত্ত্বপ্ৰধান-ৰচনা

"নিমি-নৱ-সিদ্ধ-সংৱাদ", "ভক্তি-প্ৰদীপ" আৰু "অনাদি-পাতন"ক ভক্তিতত্ত্বপ্ৰধান ৰচনাৰ অন্তৰ্ভুক্ত কৰা হৈছে। ভাগৱতৰ ১১ শ স্কন্ধৰ দ্বিতীয়ৰ পৰা পঞ্চমলৈ, এই চাৰিটা অধ্যাযত নিমি ৰজাৰ নটা তত্ত্বপূৰ্ণ-প্ৰশ্নৰ, একোটাৰ উত্তৰ কৰি, হৰি, অন্তৰীক্ষ, প্ৰবুদ্ধ, পিপ্পলাযন, আবিহোত্ৰ, দ্ৰুমিল, চমস আৰু কৰভাজন— এই নজন সিদ্ধপুৰুষে দিছে। ইযাৰ আধ্যাত্মিক-তত্ত্বপূৰ্ণ কথাবোৰৰ যি অনুবাদ শংকদেৱে কৰিছে, অসমীযা-বৈষ্ণৱ-সমাজত তাক স্বতন্ত্ৰ পুথি ৰূপে গ্ৰহণ কৰা হৈছে। বিশেষকৈ ধৰ্ম্মীয-দিশত এই ৰচনাখণ্ডৰ মূল্য অধিকভাবে উপলব্ধ। "ভক্তি-প্ৰদীপ" শঙ্কৰদেৱৰ নামত প্ৰচলিত অন্যতম গ্ৰন্থ। চৰিত-পুথিৰ প্ৰমাণৰ পৰা বুজা যায় — বৰপেটা-অঞ্চল পোৱাৰ আগতে, অৰ্থাৎ জীৱনৰ আদিভাগতে শঙ্কৰদেৱে "ভক্তি-প্ৰদীপ" হয়তো ৰচনা কৰিছিল। হৰিনামেই যে একমাত্ৰ মুক্তিৰ উপায়, এই কথা কৃষ্ণ-অৰ্জ্জুনৰ কথোপকথনৰ মাজেদি ইয়াত বৰ্ণিত হৈছে। বিশেষ কথা এই যে, আধাৰগ্ৰন্থৰূপে উল্লেখ কৰা পুথিত বৰ্ণিত-বিষয়ৰ অপ্ৰাপ্তি, নিন্দাবাদৰ প্ৰাচুৰ্য্য, ভাষা আৰু ছন্দৰ নিম্নগামিতা আদিবোৰৰ পৰা "ভক্তি-প্ৰদীপ" মহাপুৰুষৰ ৰচনা নহয় বুলি ভাবিবলৈ যথেষ্ট অৱকাশ পোৱা যায়[৭৬] তত্ত্বমূলক কথা থকা "অনাদি-পাতন" শঙ্কৰদেৱৰ নামত প্ৰচলিত গ্ৰন্থসমূহৰ ভিতৰত অন্যতম। কবিয়ে ইয়াৰ ভিতৰত উল্লেখ কৰা পদৰ পৰা জনা যায় — গ্ৰন্থখনৰ বিষয়বস্তু ভাগৱতৰ ৩ য় স্কন্ধৰ পৰা লৈ তাত বামন-পুৰাণৰো কিছু কথা মিহলাইছে। কিন্তু উল্লেখ নকৰিলে নহয় — বামন-পুৰাণৰ কোনো কথা "অনাদি-পাতন"ৰ মাজত দেখিবলৈ পোৱা নাযায়। বিষয়-বস্তু-গ্ৰহণত অকল ভাগৱতৰ ৩ য় স্কন্ধৰ ওপৰতো কবি নিৰ্ভৰশীল বুলিব নোৱাৰি। চৌবিশ-তত্ত্বাদিৰ উৎপত্তিৰ সৈতে সৃষ্টিতত্ত্বৰ বৰ্ণনা গ্ৰন্থখনৰ

*"নিসি-নৱ- সিদ্ধ-সংবাদ", ভক্তি-প্ৰদীপ' আৰু "অনাদি-পাতন"*

৭৬ আমাৰ "শঙ্কৰদেৱৰ সাহিত্য-প্ৰতিভা" (২য় খণ্ড)ৰ অন্তৰ্গত "ভক্তি-প্ৰদীপ"-আলোচনা দ্ৰষ্টব্য।

মূল কথা। যিহেতু সৃষ্টি অনাদি,[৭৭] সৃষ্টিকাৰ্য্যত ব্ৰহ্মা নতুন নহয়। এই অনাদি সৃষ্টিৰ পুনঃপাতন শঙ্কৰদেৱে ইয়াত দেখুৱাইছে। গতিকে গ্ৰন্থখনিৰ "অনাদি-পাতন" নামটো সাৰ্থক আৰু সুন্দৰ।

## (৫) গীত

বৰগীত, ভটিমা আৰু তোটয় — এই তিনি বিধ ৰচনা উক্ত শ্ৰেণীৰ অন্তৰ্ভুক্ত কৰি লোৱা হৈছে। সঙ্গীত-কলাৰ চৰ্চ্চাৰ ঐতিহ্য অসম-ভুমিত প্ৰাচীন। শঙ্কৰদেৱৰ বহুকাল আগৰে পৰা বিভিন্ন ৰাগ-তাল-নিয়ন্ত্ৰিত-গীতৰ প্ৰচলন আছিল। শঙ্কৰ-মাধৱৰ পাছতো বহু কাললৈকে ইয়াৰ পৰম্পৰা দেখা গৈছিল। কিন্তু "বৰগীত" বুলি জনাজাত হৈ উঠা কিছু সংখ্যক গীত আমাৰ সঙ্গীত-জগতত অভিনৱ সম্পদ। বিষয়বস্তু, ৰাগ-তাল আদি সকলো দিশতে এইবোৰ পূৰ্ব্বাপৰ প্ৰচলিত গীতৰ পৰা পৃথক। মহাপুৰুষ শঙ্কৰদেৱ এই গীতৰ জনক। চৰিত-পুথিৰ পৰা জনা যায — প্ৰথমবাৰ তীৰ্থ-ভ্ৰমণৰ কালত বদৰিকাশ্ৰমত শঙ্কৰদেৱে ১৫ শ শতিকাৰ একেবাৰে শেষত (১৪৯০ খৃষ্টাব্দ মানত) "মন মেৰি ৰাম চৰণেহি লাগু। তই দেখনা অন্তক আগু"। — এই গীতটো প্ৰথমতে ৰচনা কৰে। তাৰ পাছত ৰচনা কৰে বাকী গীতবোৰ। চৰিত-পুথিৰ তথ্যানুসৰি শঙ্কৰদেৱে হেনো প্ৰথমতে বাৰকুৰি বৰগীত ৰচনা কৰে। বৰপেটাৰ কমলা বায়ন নামৰ এজন ভকতে সেইবোৰ আওৰাবলৈ নিয়াত দৈবাৎ পুৰি যায়। মনৰ দুখত শঙ্কৰদেৱে নতুনকৈ গীত ৰচনা নকৰি প্ৰিয়-শিষ্য মাধৱদেৱক গীত ৰচনা কৰিবলৈ কয়। সেই মৰ্ম্মে মাধৱদেৱে কিছু গীত ৰচনা কৰে — তাৰ সংখ্যা হয নকুৰি এঘাৰটা (১৯১ টা)। শঙ্কৰদেৱ-বিৰচিত একুৰি চৈধ্যটা গীত মাত্ৰ ভকতসকলৰ মুখত ৰৈছিল।[৭৮] এই কেইটা গীতেই শঙ্কৰদেৱ-বিৰচিত ৰূপে বৰ্ত্তমানে প্ৰকাশিত আৰু প্ৰচাৰিত।

*বৰগীত ইয়াৰ সংখ্যা*

বৰগীতসমূহ বিশেষভাবে কৃষ্ণকেন্দ্ৰী। শঙ্কৰদেৱৰ বৰগীতৰ মাজত প্ৰধানভাবে প্ৰকাশিত হৈছে কিশোৰ-কৃষ্ণৰ ৰূপ-লাৱণ্য, লৌকিক-অলৌকিক-লীলাৰাশি আৰু ঐশীমহিমা। তেওঁৰ গীতৰ মাজত কৃষ্ণ শৰণ্য; শৰণাগতক তেওঁ সকলো প্ৰকাৰে দুঃখ-যন্ত্ৰণাৰ পৰা ৰক্ষা কৰি উৰ্দ্ধগতিলৈ আগৰঢাব পাৰে। সেয়েহে, দাসৰূপে শঙ্কৰদেৱে ভগৱান-কৃষ্ণৰ চৰণত আত্ম-নিবেদন কৰিছে। বৰগীতৰ মাজত যেন তেওঁ দাস্য-ভক্তিৰ মূৰ্ত্তিমন্ত-পুৰুষ। ড° কাকতিৰ ভাষাত "মানৱ জীৱন দুষ্প্ৰাপ্য, অথচ ক্ষণভঙ্গুৰ আৰু

---

৭৭ ভাগৱত, ৩/৯/৪৩ (শ্ৰীধৰীটীকা দ্ৰষ্টব্য)

৭৮. ক গু. চ

মায়াময, হৰিভকতি মোহাচ্ছন্ন জীৱন-সমুদ্ৰত ধ্ৰুৱ-তৰা, এয়ে নানা ভাব আৰু ভাষাত শঙ্কৰদেৱৰ গীতবোৰৰ সাধাৰণ তাৎপৰ্য্য"।[৭৯] আধ্যাত্মিকতাৰ প্ৰাধান্যৰ কাৰণে বৰগীতক আকৌ ড° কাকতিয়ে বুলিছে "Noble Numbers"[৮০] কালিৰাম মেধিয়ে বুলিছে "Great songs or songs celestial"[৮১] আৰু দেবেন্দ্ৰ নাথ বেজবৰুৱাই "Holy songs"[৮২] বুলিছে। সমসাময়িক আন শাস্ত্ৰীয়-গীতৰ পৰা বৰগীত যে পৃথক, তাকে কবলৈ গৈ ড° মহেশ্বৰ নেওগে বৰগীতৰ পাঁচটা বৈশিষ্ট্য ব্যাখ্যা কৰি দেখুৱাইছে। সেই পাচটা হৈছে

*বৰগীতৰ বৈশিষ্ট্য*

ভাষা, বিষয়-বস্তুৰ সংৰক্ষণশীলতা, সুৰ, চৈধ্যপ্ৰসঙ্গৰ পৰিক্ৰমাত তাৰ স্থান আৰু সীমাবদ্ধ-পৱিত্ৰতা। বৰগীতৰ ভাষা ব্ৰজাৱলী। এই ভাষা সম্বন্ধে "নাট"ৰ প্ৰসঙ্গত ইতিমধ্যে চমুকৈ কৈ অহা হৈছে। দ্বিতীয়তে, ইয়াৰ বিষযবস্তু লৌকিক-ভাৱাপন্ন নহয, আধ্যাত্মিকতাৰ মাজতেই পৰিসীমিত। তৃতীয়তে, বিষয়বস্তু, উদ্দেশ্য আৰু উপলক্ষ্য অনুসৰি গীতবোৰৰ যি সুৰ শঙ্কৰ-মাধৱে বান্ধি দি গৈছে, সেই সুৰতেই ইযাক গোৱা হয়। চতুৰ্থতে, সত্ৰত যি চৈধ্য-প্ৰসঙ্গ অনুষ্ঠিত হয়, ই নিৰ্দ্দিষ্ট প্ৰসঙ্গ ৰূপে তাৰ অন্তৰ্গত। পঞ্চমতে, বৰগীতৰ পবিত্ৰতা শঙ্কৰ-মাধৱ-বিৰচিত এই ধৰণৰ কিছুসংখ্যক গীতৰ ওপৰতে আৰোপিত।[৮৩]

বৰগীতসমূহ এফালেদি আধ্যাত্মিক-গীতিকবিতা, আৰু আনফালেদি উচ্চ-পাৰমাৰ্থিক-ভাৱাপন্ন-উপাসনাৰ গীত। সেয়েহে, ৰুচিভেদে পাঠকে ইযাৰ যোগেদি কাব্যিক-ৰস আৰু

*বৰগীতত-কাব্যিকতা আৰু আধ্যাত্মিকতা*

আধ্যাত্মিক-শক্তি লাভ কৰি আহিছে। নানাবিধ অলঙ্কাৰযুক্ত-ললিত-ভাষাৰে ৰচিত এই গীতবোৰৰ মাজত কবিৰ অনুভূতিৰ যি গভীৰতাৰ উমান পোৱা যায়, সিযেই এইবোৰৰ কাব্যিক-আবেদন বঢ়াই তুলিছে। দাস্য আৰু বাৎসল্য-ভক্তিৰসৰ প্ৰৱাহে গীতবোৰক যি ভাবে পৰিপ্লাৱিত কৰিছে, সিয়েই ইয়াক আধ্যাত্মিক-গীতি-কাব্যৰ শাৰীত চিৰকালেই তুলি ৰাখিছে। আনহাতেদি আকৌ, অৰূপ-ব্ৰহ্মৰ সৰ্ব্বোৎকৃষ্ট-ৰূপৰ প্ৰদৰ্শন, তেওঁৰ লীলা মাহাত্ম্যৰ প্ৰকাশ, জীৱনৰ মায়িক-সত্বা, ইয়াৰ ক্ষণভঙ্গুৰতা, ভগৱদ্ভক্তিৰ মাহাত্ম্য আদি ভাৱপূৰ্ণ-অভিব্যক্তিবোৰে বৰগীতবোৰক ধৰ্ম্মীয়-উপাসনাৰ গীতৰূপে পৰিগণিত কৰিছে।

শঙ্কৰদেৱৰ ছয়োখন নাট আৰু পৰৱৰ্ত্তী আন আন লিখকৰ দুই এখন নাটতো ভটিমা নামৰ এক শ্ৰেণীৰ গীত পোৱা যায়। শঙ্কৰদেৱৰ গোটেই কেইখন নাটৰ ভিতৰত মুঠতে

---

৭৯ পু. অ, সা (বৰগীত)

৮০. পু. অ. সা. (বৰগীত)

৮১ অঙ্কাৱলী, Intro

৮২. অ.ভা.সা.বু

৮৩ শঙ্কৰ

১৬ টা ভটিমা পোৱা যায। সংস্কৃত "ভট্" ধাতুৰ অৰ্থ কথা কোৱা। এই ধাতুৰ পৰা "ভটিমা" শব্দটো আহিছে, ইয়াৰ অৰ্থ ঈশ্বৰ, গুৰু বা ৰজাৰ গুণ-গৰিমা-সূচক-বৰ্ণনা। প্ৰচীন-ভাৰতত ভট্ট বা ভাট নামেৰে খ্যাত এক শ্ৰেণীৰ স্তাৱকে দেশে দেশে ৰাজকুমাৰ বা ৰাজকুমাৰীৰ গুণ-যশস্যা গীতৰ আকাৰত গাই ফুৰিছিল। এই আদৰ্শতে শঙ্কৰদেৱে নাটত ভাটৰ সৃষ্টি কৰি তেওঁলোকৰ মুখেৰে প্ৰশস্তিমূলক "ভটিমা" শ্ৰেণীৰ গীত গোৱাইছে বুলি কব পৰা যায়। শঙ্কৰদেৱে ৰচনা কৰিছে তিনি শ্ৰেণীৰ ভটিমা—নাটকীয ভটিমা, দেৱভটিমা আৰু ৰাজভটিমা। ইয়াৰ লগত মাধৱদেৱে আৰু এক শ্ৰেণীৰ ভটিমাৰ সৃষ্টি কৰে — নাম "গুৰুভটিমা"। নাটৰ আৰম্ভণি আৰু শেষত যি ভটিমা থাকে সিয়েই নাটকীয় ভটিমা, নাটৰ বাহিৰৰ দেৱস্তুতিমূলক-ভটিমাই দেৱ-ভটিমা, আৰু ৰজাৰ গুণানুকীৰ্ত্তন কৰা ভটিমাক বোলা হয় ৰাজভটিমা। শঙ্কৰদেৱৰ কোনো কোনো নাটত তিনিধৰণৰ নাটকীয়-ভটিমা পোৱা যায়। প্ৰথমতে, নাটৰ নায়ক ৰাম বা কৃষ্ণৰ গুণানুকীৰ্ত্তন কৰা প্ৰাৰম্ভিক-ভটিমা, দ্বিতীযতে, নাটৰ মাজত নাযক বা নাযিকাৰ (ৰাম,কৃষ্ণ, ৰুক্মিণী বা সীতা) ৰূপ-গুণ বৰ্ণনা কৰা ভটিমা, আৰু তৃতীযতে, নাটৰ শেষত ৰাইজৰ মঙ্গল কামনা কৰি গোৱা ভটিমা।

*ভটিমা*

সুললিত-অৰ্থপূৰ্ণ আৰু অনুপ্ৰাস আদি অলঙ্কাৰযুক্ত-শব্দপ্ৰয়োগ ভটিমাবোৰৰ আকৰ্ষণীয-বিশেষত্ব। আনহাতেদি কিন্তু, শব্দ আৰু প্ৰকাশৰীতিৰ পুনৰুক্তি, এই অনৌচিত্য-দোষৰ পৰা এইবোৰ মুক্ত নহয়।

শঙ্কৰদেৱে "মধুদানৱদাৰণ দেৱবৰম্, বৰবাৰিজলোচন-চক্ৰধৰম্"ৰে আৰম্ভ কৰি বিষ্ণুৰ লীলা-মাহাত্ম্যপ্ৰকাশক এটা বিখ্যাত স্তোত্ৰ ৰচনা কৰিছিল। এই সংস্কৃত-স্তোত্ৰ তেওঁৰ শেষ কালৰ ৰচনা। চৰিত-পুথিমতে শঙ্কৰদেৱে হেনো এই স্তোত্ৰটো গাই গাই মহাৰাজ নৰনাৰায়ণৰ সন্মুখত উপস্থিত হৈছিল। স্তোত্ৰটো তোটকছন্দত ৰচিত। ছন্দটোৰ নামানুসৰি সম্ভৱতঃ ইয়াক তোটয় বোলা হয়। স্তোত্ৰটোৰ গোটেইবোৰ চৰণেই অনুপ্ৰাস-অলঙ্কাৰেৰে অলঙ্কৃত। ইয়াৰ উপৰিও, প্ৰতিটো চৰণৰ শেষৰ যিটো বৰ্ণসমষ্টি, ঠিক সেই বৰ্ণসমষ্টিৰে পাছৰ চৰণটো আৰম্ভ হৈছে। উপযুক্ত নিৰ্ব্বাচিত- শব্দৰ উপযুক্ত স্থানত যিধৰণে প্ৰয়োগ হৈছে তাৰ পৰা কবিৰ শব্দজ্ঞানৰ ব্যপকতা আৰু তাৰ প্ৰয়োগ-বিধিৰ কৌশল-দক্ষতা সুস্পষ্ট হৈ উঠিছে।

*তোটয়*

## (৬) নাম-প্ৰসঙ্গ

নাম-প্ৰসঙ্গৰ উপযোগীকৈ ৰচনা কৰা শংকদেৱৰ "কীৰ্ত্তন" অকল ধৰ্ম্ম-গ্ৰন্থৰূপেই নহয়, কাব্যিক-দিশৰ পৰাও পৰণি অসমীয়া-সাহিত্যৰ অন্যতম কীৰ্ত্তিস্তম্ভ। এক ঠাইতে

আৰু এক সময়তে শঙ্কৰদেৱে কীৰ্ত্তন পুথিখন ৰচনা কৰা নাই। বৰদোৱাতে ইয়াৰ কিছুমান খণ্ড ৰচনা কৰিছিল যদিও বাকী খণ্ডবোৰ পৰৱৰ্ত্তি-কালত বিভিন্ন সময়ত তেওঁ ৰচনা কৰে। শঙ্কৰদেৱৰ তিৰোভাৱৰ পাছত মাধৱদেৱে তেওঁৰ ভাগিন ৰামচৰণ ঠাকুৰৰ হতুৱাই

*কীৰ্ত্তন*

ইয়াৰ বিভিন্ন খণ্ডবোৰ একগোট কৰায়। ৰামচৰণ ঠাকুৰে যি ক্ৰমত সজাই তুলিছিল, সেই ক্ৰমত বৰ্ত্তমানে কীৰ্ত্তন-পুথি প্ৰচলিত। "ঘুষ্" ধাতুৰ পৰা নিস্পন্ন "ঘোষা" (ঘুষ্+ অ+ আ) শব্দৰ অৰ্থ (পুনঃ পুনঃ) আবৃত্তি। কীৰ্ত্তন পুথিও নাম-প্ৰসঙ্গৰ কাৰণে (প্ৰকাৰান্তৰে আবৃত্তিৰ কাৰণে) ৰচিত হৈছিল কাৰণে ইয়াৰ পাছত "ঘোষা" শব্দৰ সংযোগ কৰি কোনো কোনোৱে পুথিখনক "কীৰ্ত্তন-ঘোষা" বোলা কথাটো অৱশ্যে যুক্তিসঙ্গত।

চতুৰ্বিংশতি-অৱতাৰ-বৰ্ণনা, নামাপৰাধ, পাষণ্ডমৰ্দ্দন, ধ্যান-বৰ্ণন, অজামিলোপাখ্যান, প্ৰহ্লাদ-চৰিত্ৰ, গজেন্দ্ৰোপাখ্যান, হৰমোহন, বলিছলন, শিশুলীলা, ৰাসক্ৰীড়া, কংস-বধ, গোপী-উদ্ধৱ সংবাদ, কুঁজীৰ বাঞ্ছা-পূৰণ, অক্ৰূৰৰ বাঞ্ছা-পূৰণ, জৰাসন্ধৰ যুদ্ধ, কালযৱন-

*বিষযবস্তু*

বধ, মুচকুন্দস্তুতি, স্যমন্তক-হৰণ, নাৰদৰ কৃষ্ণ-দৰ্শন, বিপ্ৰপুত্ৰ-আনয়ন, দামোদৰ-বিপ্ৰাখ্যান, দৈৱকীৰ পুত্ৰ আননয, বেদস্তুতি, লীলামালা, কৃষ্ণৰ বৈকুণ্ঠ-প্ৰয়াণ, সহস্ৰনাম-বৃত্তান্ত, উৰেষা-বৰ্ণন আৰু ভাগৱতৰ তাৎপৰ্য্য — এই বিষয়বোৰ মুদ্ৰিত "কীৰ্ত্তন"ৰ ভিতৰত পোৱা যায। ইযাৰ উপৰিও কিন্তু ঘুনচা-কীৰ্ত্তন, ধ্যান-বৰ্ণন, ৰুক্মিনীৰ প্ৰেম-কলহ আৰু ভৃগু-পৰীক্ষা — এই চাৰিটা বিষয়ো ওপৰিঞ্চি হিচাপে কোনো কোনো সংস্কৰণৰ [৮৪] অন্তৰ্ভূক্ত হোৱা দেখা গৈছে। উল্লেখনীয় কথা এই যে, শেষৰ ওপৰিঞ্চি বিষয চাৰিটা আৰু লগতে নামাপৰাধ, পাষণ্ড-মৰ্দ্দন, উৰেষা বৰ্ণন আৰু সহস্ৰনাম-বৃত্তান্ত — এই চাৰিটাত বাহিৰে উল্লিখিত সকলোবোৰ বিষয ভাগৱত-পুৰাণৰ পৰাই আহৰণ কৰা। গতিকে, কব পৰা যায় — "কীৰ্ত্তন" ভক্তি-ৰসাত্মক-ভাগৱত শাস্ত্ৰৰ সাৰ-সংগ্ৰহ। এই ধৰণৰ সাৰ-সংগ্ৰহৰ উদ্দেশ্য — যাতে ইয়াৰ কীৰ্ত্তনে জন-সাধাৰণৰ মানস-পটত সৰ্ব্বনিয়ন্তা-পৰমেশ্বৰৰ ৰূপ স্পষ্ট কৰি তুলিব পাৰে আৰু ক্ৰমশঃ তেওঁলোকক ভগৱৎমুখী কৰিব পাৰে। কাব্যিক-দৃষ্টি-কোণৰ পৰা "কীৰ্ত্তন"ৰ অন্তৰ্গত প্ৰতিটো খণ্ডই

*কাব্যিক বৈশিষ্ট্য*

স্বকীয়-ৰূপ-গুণত মহীয়ান। অজামিলোপাখ্যান, প্ৰহ্লাদ-চৰিত্ৰ, গজেন্দ্ৰোপাখ্যান, বলিছলন, হৰমোহন আদি ৰচনাখণ্ডবোৰৰ প্ৰত্যেকেই গুণগত আৰু ৰূপগত ভাবে খণ্ডকাব্যস্বৰূপ। কাৰণ, এইবোৰত সুললিত ছন্দোবদ্ধ আলঙ্কাৰিক-ভাষাৰ মাজেদি একোটা আখ্যান নাতিদীৰ্ঘ-ৰূপত পৰিণতি লাভ কৰিছে। ভক্ত-কবিৰ বিষ্ণু-ভক্তিসিক্ত-অন্তৰৰ অনুৰণন ইয়াৰ প্ৰায় সকলো ঠাইতে ধ্বনিত

---

৮৪. কীৰ্ত্তন-ঘোষা আৰু নাম-ঘোষাঃ ড° মহেশ্বৰ নেওগ সম্পাদিত

হৈছে, আৰু সিয়েই সহৃদয়-পাঠকৰ অন্তৰত আঘাত কৰে। বেজবৰুৱাই কৈছে—"ভাষাৰ লালিত্য, ছন্দৰ ঝঙ্কাৰ, সুৰৰ লাৱণ্য, ভাৱৰ মাধুৰ্য্য, ভক্তিৰ দৃঢ়তা, চিন্তাৰ উচ্চতা আদিৰ সমষ্টিৰে শঙ্কৰদেৱৰ কীৰ্ত্তন ৰচিত।"[৮৫]

শঙ্কৰদেৱ বিৰচিত "গুণমালা" এখন ক্ষুদ্ৰ পুস্তিকা, ই ৩৭৭ টা পদত সমাপ্ত। ছয় অক্ষৰ-যুক্ত চাৰিটা পৰ্ব্ব থকা কুসুম-মালা ছন্দত ৰচিত "গুণমালা" নিৰ্গুণ-ঈশ্বৰৰ গুণ-ৰত্নৰাশিৰ যেন নাতি-দীৰ্ঘ মালা। ভক্তই ইযাক ধাৰণ কৰি নিৰ্গুণ-অনন্তৰ গুণৰাশি সীমাৰ মাজতে জুকিযাই চাব পাৰে। এই পুস্তিকাখনিত আছে ছযটা ঘোষা। "ৰাম নিৰঞ্জন। পাতক ভঞ্জন।।"ৰে আৰম্ভ হোৱা প্ৰথম ঘোষাটোত কৃষ্ণস্তুতি কৰি বাকী পাঁচটা ঘোষাত ভাগৱতৰ দশম আৰু একাদশ স্কন্ধত প্ৰকাশিত ভগৱানৰ গুণ-ঐশ্বৰ্য্যৰাশি জুকিযাইছে। "গুণমালা"ৰ সৃষ্টি সম্বন্ধে কথা-গুৰুচৰিতত এই কথা পোৱা যায়ঃ এদিনাখন মহাৰাজ

*গুণমালা*

নৰনাৰাযণে একবহাতে ভাগৱত-শ্ৰৱণৰ ইচ্ছা কৰি কথাটো পণ্ডিতসকলৰ আগত ব্যক্ত কৰিলে। সেই কথাটো পণ্ডিতসকলে অসম্ভৱ মানিলে। কিন্তু শঙ্কৰদেৱে ৰাতিৰ ভিতৰতে ভাগৱতৰ সাৰাংশ লৈ "গুণমালা" ৰচি পিছদিনা তাক ৰজাৰ আগত নিৱেদন কৰে।[৮৬] কিন্তু আন আন চৰিত-পুথিৰ পৰা বুজিব পৰা যায় — বৰদোৱাত থাকোতেই মহাপুৰুষে "গুণমালা" ৰচিছে। এই প্ৰসঙ্গত লক্ষ্মীনাথ বেজবৰুৱা,[৮৭] ড° মহেশ্বৰ নেওগ[৮৮] আৰু ডিম্বেশ্বৰ নেওগে[৮৯] মত পোষণ কৰিছে যে, নৰনাৰায়ণৰ ইচ্ছা পূৰণাৰ্থে পূৰ্ব্বৰচিত "গুণমালা"ত ৰাতিৰ ভিতৰতে কিছুমান কথা সংযোগ কৰি পিছদিনা তাক নি ৰজাৰ আগত শঙ্কৰদেৱে নিৱেদন কৰে।

## (৭) প্ৰকৰণ- গ্ৰন্থ

প্ৰসিদ্ধ সংস্কৃত-পণ্ডিত-শঙ্কৰদেৱে শাস্ত্ৰৰ মৰ্ম্মাৰ্থ বুজিছিল। সৰ্ব্বসাধাৰণৰ মনত বিষ্ণুৰ শ্ৰেষ্ঠত্ব প্ৰতিপন্ন কৰাৰ উদ্দেশ্যে আৰু তেওঁলোকৰ অন্তৰত বিষ্ণুভক্তি জাগ্ৰত কৰি তোলাৰ মানসেৰে তেওঁ এৰা ধৰাৰ মাজেৰে হ্ৰস্ব-দীৰ্ঘকৈ ভাগৱত আদি ভক্তি-শাস্ত্ৰবোৰ অনুবাদ কৰিছিল। কিন্তু তেনেধৰণৰ অনুবাদে যে শাস্ত্ৰৰ সকলো কথা আৰু সূক্ষ্মাৰ্থ প্ৰকাশ কৰিব পৰা নাছিল, এই কথা মহাপুৰুষে উপলব্ধি কৰিছিল। লগতে তেওঁ এই

---

৮৫ শঙ্কৰদেৱ

৮৬ ক গু চ, পৃঃ ২০০, ২০)ঃ অধ্যাপক উপেন্দ্ৰচন্দ্ৰ লেখাৰু সম্পাদিত

৮৭ শঙ্কৰদেৱ

৮৮. শঙ্কৰ, ২য় তাণ্ডৱণ, পৃঃ ৯১

৮৯ অ সা বু, ৪ৰ্থ সংস্কৰণ, পৃঃ ৩৪৩

কথাও উপলব্ধি নকৰাকৈ থকা নাছিল যে, গীত-পদৰ যোগেদি সৰ্ব্বসাধাৰণে বিশেষ আয়াস নোহোৱাকৈয়ে ভক্তিৰ দুৱাৰদলিত নমাৰ সুবিধা পালেও ধৰ্ম্মৰ পথত আগবাঢ়ি থকা আৰু শাস্ত্ৰৰ তত্বাৰ্থ বুজিবলৈ সক্ষম পণ্ডিত-শ্ৰেণীৰ লোকেও যাতে কৃচ্ছ্ৰ-সাধনাদিৰ যোগেদি ভক্তিৰ সোপানত উৰ্দ্ধমুখী হব পাৰে, তাৰ ব্যৱস্থাও সুলভ কৰাৰ প্ৰয়োজন। সেযেহে, ভক্তিমাৰ্গৰ সকলো দিশ-আলোকিত কৰা সংস্কৃত-শ্লোকবোৰ শৃঙ্খলিত-পদ্ধতিৰ মাজেদি একত্ৰিত কৰিছিল, যাতে ভক্তিমাৰ্গী-পণ্ডিতসকলে অনায়াসে ভক্তিতত্বৰ সাধন কৰিবলৈ সুবিধা পায়। এই সংগ্ৰহটোক বোলা হয় "ভক্তি-ৰত্নাকৰ"। এই সংগৃহীত গ্ৰন্থখন গুৰু-সেৱা-মাহাত্ম্যকে আদি কৰি ৩৮ টা ভাগত বিভক্ত। শ্ৰীমদ্ভগৱদগীতা, আৰু বিষ্ণু-পুৰাণ, পদ্ম-পুৰাণ, নাৰদীয়-পুৰাণ, বৃহন্নাৰদীয়-পুৰাণ আদি কিছুমান পৌৰাণিক-সাহিত্যৰ পৰাও শ্লোক সংগ্ৰহ কৰা হৈছে যদিও গ্ৰন্থখনৰ প্ৰায়বোৰ শ্লোকেই শ্ৰীমদ্ভাগৱত-পুৰাণৰ পৰাহে সংগৃহীত। গ্ৰন্থখনৰ অন্তৰ্গত সৰ্ব্বমুঠ ৫৬৮ টা শ্লোকৰ ভিতৰত ৪৪৯ টাই ভাগৱতৰ শ্লোক, বাকী ১১৯ টাহে অনা হৈছে আন আন শাস্ত্ৰৰ পৰা। বিভিন্ন শাস্ত্ৰ-সংগৃহীত শ্লোকবোৰে বিবিন্ন মাহাত্ম্যৰ ভিতৰত কথিত বিষয়সমূহৰ পূৰ্ণৰূপ গঢ়ি তোলাত সহায়তা কৰিছে। গতিকে কব পৰা যায় — ভাগৱতৰ উপৰিও আন বহুতো বৈষ্ণৱ-শাস্ত্ৰসন্মত-ভক্তিতত্বনিৰূপক ই এখন প্ৰামাণিক-শাস্ত্ৰ। ই অকল অসমৰেই নহয়, সৰ্ব্বভাৰতীয়-বৈষ্ণৱ-পটভূমিতো ইয়াৰ মূল্য চিৰকলীয়া বুলি কব পৰা যায়।[৯০]

*ভক্তি-ৰত্নাকৰ ইয়াৰ বিশেষত্ব*

"ভক্তি-ৰত্নাকৰ" শঙ্কৰদেৱৰ জীৱনৰ শেষৰ ফালে সঙ্কলিত। কিয়নো, বিষ্ণুপুৰীকৃত "ভক্তি-ৰত্নাৱলী"খন কণ্ঠভূষণৰ যোগেদি শঙ্কৰদেৱে পাই তেওঁ কৈছিল যে, আগতে তাক (ভক্তি-ৰত্নাৱলী) পোৱা হলে তেওঁ "ভক্তি-ৰত্নাকৰ" প্ৰণয়ন নকৰিলেহেঁতেন।[৯১] গতিকে এইটো সুস্পষ্ট যে, "ভক্তি-ৰত্নাৱলী" পোৱাৰ আগে আগে "ভক্তি-ৰত্নাকৰ" সঙ্কলিত হৈছে।

আধ্যাত্মিকতা শঙ্কৰদেৱৰ সাহিত্যৰ মূল-বস্তু। জন-জীৱনৰ সুখ-দুঃখৰ ৰূপাঙ্কন কৰাৰ চেষ্টা অৱেশ্যে দেখা গলেও সি তেওঁৰ কাব্যৰ বিশেষ কথা নহয়; তাৰ পৰিবৰ্ত্তে কিন্তু তেওঁলোকৰ দুঃখ-নিবৃত্তিৰ উপায়হে কাব্যৰ প্ৰধান উপজীব্য হৈছে। কাব্যশোভাকৰ বিভিন্ন অঙ্গসংযোগৰ মাজেদি গীত-পদ, কাব্য-নাট আদি শাখাবোৰৰ সৃষ্টি কৰি মহাপুৰুষ শঙ্কৰদেৱে ১৫ শ — ১৬ শ

*শঙ্কৰদেৱ চিৰস্মৰণীয়*

---

৯০. ইংৰাজী বা হিন্দী অনুবাদৰ সৈতে দেৱনাগাৰী হৰফত "ভক্তি-ৰত্নাকৰ" গ্ৰন্থখন ছপা কৰি উলিওৱাৰ প্ৰয়োজন আছে বুলি আমি ভাবো।

৯১. বোলে বিষ্ণুপুৰী মোৰ সঙ্গী, আগে পোৱা হলে শ্ৰমকৈ ৰত্নাকৰ নকৰোএ। (ক. গু. চ., পৃঃ ১৭৫, অধ্যাপক লেখাৰু সম্পাদিত)

শতিকাতে অসমীয়া সাহিত্যৰ বিস্তীৰ্ণ আৰু উন্মেষশালী ৰূপ দি গৈছে, তাৰ বাবে তেওঁ নিশ্চিতভাৱেই চিৰস্মৰণীয়।

## মাধৱদেৱ

বৰ্ত্তমান উত্তৰলক্ষীমপুৰৰ নাৰায়ণপুৰ-অঞ্চলৰ কাচিকটা নদীৰ পাৰত মহাপুৰুষ মাধৱদেৱৰ জন্ম হয় ১৪৮৯ খৃঃত। গোবিন্দগিৰি ভূঞা (বা লামকণা) আৰু মনোৰমা দেৱী যথাক্ৰমে তেওঁৰ পিতৃ-মাতৃ। চৈধ্যবছৰমান বয়সতে পুত্ৰটিক লৈ দাৰিদ্ৰ্যজনিত-শোচনীয় অৱস্থাৰ মাজত তেওঁলোক ঘূৰি ঘূৰি হাবুং অঞ্চললৈ আহে, আৰু তাত ঘাঘৰ মাজিৰ ঘৰত কিছুকাল থাকে। তাত তেওঁলোকৰ উৰ্ব্বশী নামৰ কন্যাজনীৰ জন্ম হয়।

*জীৱনীৰ আভাস*

পাছত তেওঁলোক ভটিয়াই আহি ৰৌতাত অৱস্থিত হয়। ইযাতে কন্যা উৰ্ব্বশীক গযাপাণি ভূঞাৰ (পাছলৈ ৰামদাস) লগত বিয়া দিয়ে। পাছত মাধৱদেৱক লৈ গোবিন্দগিৰি তেওঁলোকৰ পূৰ্ব্বৰ ঠাই বাণ্ডুকালৈ (ৰংপুৰ অঞ্চলৰ কোনো ঠাই) যায়। তাত ৰাজেন্দ্ৰ অধ্যাপকৰ টোলত মাধৱদেৱে শিক্ষা লাভ কৰে। ইতিমধ্যে গোবিন্দগিৰিৰ মৃত্যু হয়। শিক্ষা শেষ কৰি মাধৱদেৱ ৰামদাসৰ ঘৰলৈ (মাক আৰু ভনীয়েক থকা ঠাইলৈ) উভতি আহে। এসমযত মাক ৰোগাক্ৰান্ত হোৱাত শক্তি-পূজাত বিশ্বাসী মাধৱদেৱে দুৰ্গা-গোসানীলৈ পঠা ছাগলী সৈছিল। দুৰ্গা-পূজাৰ সমযত বলিৰূপে নিৱেদন কৰাৰ উদ্দেশ্যে পঠা এটা বিচাৰি অনাৰ ভাৰ মাধৱদেৱে বৈনাযেক ৰামদাসৰ ওপৰত দিছিল।সেই প্ৰসঙ্গত ঘটনাক্ৰমে ১৫২২ খৃঃত বেলগুৰি নামে ঠাইত শঙ্কৰদেৱৰ লগত মাধৱদেৱৰ লগালগি হয়। তেতিয়া পৰম-বৈষ্ণৱ-শঙ্কৰদেৱ আৰু শক্তিত বিশ্বাসী মাধৱদেৱৰ মাজত স্বকীয়-মতবাদৰ শ্ৰেষ্ঠত্ব প্ৰতিপন্ন কৰাৰ কাৰণে শাস্ত্ৰৰ ভেটিত বাদ আৰম্ভ হয়, আৰু অৱশেষত মাধৱদেৱ পৰাস্ত হৈ শঙ্কৰদেৱৰ ওচৰত শৰণ লয় — বৈষ্ণৱ-পন্থ পৰম নিষ্ঠা আৰু আন্তৰিকতাৰে তেওঁ গ্ৰহণ কৰে।

শৰণ লোৱাৰ পাছৰ পৰা ইষ্টদেৱ-বিষ্ণু আৰু লগতে নিজ গুৰু-শঙ্কৰত মাধৱদেৱৰ ভক্তি ইমান গাঢ় হল যে, বিয়া কৰাবলৈ ঠিক কৰি আগতে জোৰণ পিন্ধাই থোৱা কন্যাকো পৰিত্যাগ কৰি গুৰুভক্তি,ধৰ্ম্মাচৰণ, আৰু ধৰ্ম্ম প্ৰচাৰত মাধৱদেৱে জীৱন উচৰ্গ কৰে। হাতীধৰা কাৰ্য্যত অবহেলা দেখি দিহিঙীয়া ৰজাই শঙ্কৰদেৱৰ জোৱায়েক হৰি ভূঞাৰ লগতে মাধৱদেৱকো ধৰি নিয়াই হৰি ভূঞাক বধ কৰাইছিল আৰু মাধৱদেৱক কিছুদিন পাছত এৰি দিছিল। আহোম-ৰাজ্য এৰি শঙ্কৰদেৱ কোচৰাজ্যৰ অন্তৰ্গত কামৰূপলৈ আহা সময়ত মাধৱদেৱেও মাতৃ আৰু বৈনায়েকৰ সৈতে গুৰুক অনুসৰণ কৰে। প্ৰথমতে বৰপেটা-অঞ্চলৰ বাৰাদিত কিছুদিন থাকি পাছত গণককুছিত তেওঁ স্থায়িভাৱে বাস কৰে, আৰু গুৰুৰ ওচৰলৈ যোৱা-অহা কৰি সকলো প্ৰকাৰে গুৰুক সহায় কৰে। শঙ্কৰদেৱৰ

দ্বিতীয়বাৰ পুৰী ভ্ৰমণৰ সময়ত মাধৱদেৱো গুৰুৰ লগত গৈছিল। মহাপুৰুষ শঙ্কৰদেৱে নিজ ধৰ্ম্মৰ সকলো ভাৰ একান্ত প্ৰিয় শিষ্য- মাধৱদেৱৰ ওপৰত ন্যস্ত কৰি ১৫৬৮ খৃঃত বৈকুণ্ঠপ্ৰয়াণ কৰে। ধৰ্ম্মাধিকাৰ লাভ কৰাৰ পাছত মাদৱদেৱ অলপ দিন পাটবাউসীত, তাৰ পাছত সুন্দৰীদিয়াত অধিক কাল থাকে, আৰু তাত ধৰ্ম্মচৰ্চা, ধৰ্ম্মপ্ৰচাৰ আৰু শাস্ত্ৰ-ৰচনাও কৰে। মাধৱদেৱৰ লগত নাৰায়ণ দাস ঠাকুৰ আতাৰ সহায়-সহযোগ বিশেষভাবে উল্লেখনীয়। ঠাকুৰ আতাৰ সহযোগত মাধৱদেৱে বৰপেটা-সত্ৰ স্থাপন কৰে। সুন্দৰীদিয়াত থকা কালডোখৰত কিছুমান দুষ্ট লোকৰ প্ৰৰোচনাত কোচৰজা ৰঘুদেৱৰ নিৰ্দ্দেশত হাজোলৈ স্থানান্তৰিত হয়। তাতো তেওঁ থাকিব নোৱাৰিলে, বৈষ্ণৱ-বিদ্ৰোষী চক্ৰৰ আচৰণৰ ফলত শেষত লক্ষীনাৰায়ণৰ ৰাজধানী কোচবিহাৰলৈ যাব লগা হয়। গুণগ্ৰাহী ৰজা লক্ষ্মীনাৰায়ণে সসন্মানে মাধৱদেৱক ভেলা-মধুপুৰত থকাৰ ব্যৱস্থা কৰি দিয়ে। একশ সাত বছৰ বয়সত মাধৱদেৱে তাত ১৫৯৬ খৃঃত মানৱীলীলা সম্বৰণ কৰে।

মাধৱদেৱ শঙ্কৰদেৱৰ একান্ত অনুগত শিষ্য হোৱাৰ উপৰিও আছিল নেৰানেপেৰা সঙ্গী আৰু সকলো কাৰ্য্যৰে সহায়ক। গুৰু-ভক্তি ৰ কাৰণে উৎসৰ্গীত জীৱনৰ মাজেদি ধৰ্ম্মৰ প্ৰচাৰ আৰু আচৰণৰ দিশত তেওঁৰ স্থি নিষ্ঠা আৰু সাধনা দেখা গৈছে, তাৰ সমতুল্য দৃষ্টান্ত পোৱা নাযায়। ধৰ্ম্মপ্ৰচাৰ আৰু শাস্ত্ৰ-ৰচনাৰ ক্ষেত্ৰত যি সাৰ্থকতা, সি গুৰুশঙ্কৰ আৰু শিষ্য-মাধৱৰ মিলনতহে সম্ভৱ হোৱা বুলিব পাৰি। দৰাচলতে কবলৈ গলে এই দুযোগৰাকী মহাপুৰুষৰ ব্যক্তিত্ব আৰু কৃতিত্বৰ কথা আন জনৰ ব্যক্তিত্ব আৰু কৃতিত্বক বাদ দি ভাবিব নোৱাৰি। বেজবৰুৱাই এই দুয়োগৰাকী গুৰু-শিষ্যৰ মিলনক সাৰ্থকভাবেই "মণি-কাঞ্চনৰ মিলন" বুলিছে।

*শঙ্কৰ-মাধৱৰ পৰস্পৰ সাপেক্ষ ব্যক্তিত্বৰ ফল*

## ৰচনাৱলী

গুৰু-শঙ্কৰদেৱতকৈ শিষ্য-মাধৱদেৱৰো কাব্যিক-প্ৰতিভা কম বুলি কব নোৱাৰি। শঙ্কৰদেৱৰ শিষ্যত্ব লাভ কৰাৰ পাছৰে পৰা মাধৱদেৱৰ জীৱনৰ ভাবাদৰ্শৰ সলনি হয়। গুৰুৱে উদ্দেশ্য সিদ্ধিৰ কাৰণে গ্ৰন্থ ৰচনা কৰিছে, শিষ্য মাধৱদেৱেও গুৰুৰ আদৰ্শ অনুসৰি সেই উদ্দেশ্য সিদ্ধিৰ কাৰণে গ্ৰন্থ প্ৰণয়ন কৰি গৈছে। গুণ আৰু ৰূপ অনুসৰি মাধৱদেৱৰ ৰচনাৰাজিক পাঁচটা ভাগত ভগাব পৰা যায়। যেনে— (১) অনুৱাদ, (২) কাহিনীমূলক-কাব্য, (৩) ভক্তিমূলক-কাব্যিক ৰচনা, (৪) গীত আৰু (৫) নাট।

### (১) অনুৱাদ

বাল্মীকি-ৰামায়ণৰ আদিকাণ্ডৰ পদানুবাদ মাধৱদেৱৰ একমাত্ৰ অনুৱাদ-কৃতি। মাধৱদেৱে ৰামায়ণৰ আদিকাণ্ডৰ পদ-ভাঙনি কিয় কৰিছে, এই সম্বন্ধে শঙ্কৰদেৱৰ

উত্তৰকাণ্ডৰ আলোচনা-প্ৰসঙ্গত কোৱা হৈছে।[৯২] শঙ্কৰদেৱৰ কথামতে মাধৱদেৱকৃত বাল্মীকি-ৰামায়ণৰ আদিকাণ্ডৰ পদ মাধৱকন্দলীৰ ৰামায়ণত সংযোজিত হৈছে। মূল-ৰামায়ণৰ উক্ত কাণ্ডটোৰ ৭৭ টা অধ্যায়ৰ গোটেইবোৰ কথা মাধৱদেৱে অনুবাদ নকৰি বিশেষভাৱে ৰাম-লক্ষ্মণৰ কাৰ্য্যাৱলীৰ লগত সংশ্লিষ্ট-কথাবোৰৰ ৰূপায়ণতহে চকু ৰাখিছে।

*আদিকাণ্ড ৰামায়ণ*

ইয়াৰ মাজতো কবিয়ে কোনো কোনো সুৰুঙাত মূলত নথকা কথাৰ সংযোগ কৰাৰো উদাহৰণ আছে। উদাহৰণ স্বৰূপে, ছদ্মবেশী ইন্দ্ৰৰদ্বাৰা অহল্যাৰ সতীত্ব নষ্ট কৰা, আৰু অভিশপ্ত ইন্দ্ৰই দেৱীক আৰাধনা কৰি সহস্ৰলোচন হোৱা আখ্যান ভাগ কবিয়ে শাস্ত্ৰান্তৰৰ পৰা গ্ৰহণ কৰিছে। অনুবাদ-কৃতিৰ সকলো ঠাইতে মাধৱদেৱৰ কাব্যিক-প্ৰতিভাৰ বোল উজলি উঠিছে। কৃত্তিবাসী-ৰামায়ণৰ বৰ্ণনাৰ লগত মাধৱদেৱৰ ৰামায়ণৰ কিছুমান বৰ্ণনাৰ মিল দেখি ড° সত্যেন্দ্ৰনাথ শৰ্ম্মাই[৯৩] কৈছে — "সম্ভৱত ঃ বাণ্ডুকাত থাকোতে কৃত্তিবাসী-ৰামায়ণৰ লগত মাধৱদেৱৰ পৰিচয় ঘটিছিল, তাৰ প্ৰভাৱ তেওঁৰ আদিকাণ্ডত লক্ষ্য কৰা যায়।"

## (২) কাহিনীমূলক-কাব্য

"ৰাজসূয়" মাধৱদেৱৰ কাহিনী-মূলক-কাব্য-শ্ৰেণীৰ অন্তৰ্গত ৰচনা। যুধিষ্ঠিৰৰ ৰাজসূয়-যজ্ঞ-সম্পাদন আৰু সেই প্ৰসঙ্গত জৰাসন্ধ-শিশুপাল, এই দুজন দুৰ্দ্দান্ত পৰাক্ৰমী নৃপতিৰ নিধনকাৰ্য্যৰ অৱলম্বনত কবিয়ে এইখণ্ড স্বতন্ত্ৰ-পদ ৰচনা কৰিছে। উক্ত বিষয়খণ্ড মহাভাৰত (২/৩৩—৪৫) আৰু ভাগৱতত (১০/৭০—৭৫) আছে যদিও কবিৰ সৃষ্টিকাৰ্য্যৰ

*ৰাজসূয়*

প্ৰধান অৱলম্বন ভাগৱতৰ আখ্যানহে। কাব্যৰ ভিতৰতে কবিয়ে সূচনা কৰিছে — "মহাভাগৱত-পদ সাক্ষাতে অমৃত। আনো শাস্ত্ৰমত কিছু কৰিবো মিশ্ৰিত।।" ইত্যাদি। কবিয়ে আকৌ এই কথাও লিখিছে — "ৰস অনুসাৰে, আনো শাস্ত্ৰমত, দিলো আনি ঠাই ঠাই।" গতিকে এই কথা সুস্পষ্ট যে, "ৰাজসূয়"ৰ প্ৰধান অৱলম্বন ভাগৱতৰ আখ্যান, কাব্যিক-ৰস-সৌন্দৰ্য্যবৃদ্ধিৰ খাতিৰত স্থানবিশেষে কবিয়ে অলপ-অচৰপ আন শাস্ত্ৰৰ কথাও সংযোগ কৰিছে। চাৰিখন হাত আৰু তিনিটা চক্ষু লৈ জন্মগ্ৰহণ কৰা শিশুপালৰ (চেদিৰাজকুলে জাতস্ত্ৰক্ষ এষ চতুৰ্ভুজ ঃ) উপৰুৱা হাত দুখন আৰু চকুটো যিজনৰ স্পৰ্শত নোহোৱা হব, সেইজনৰ হাততেই শিশুপালৰ মৃত্যু হব বুলি ঘোষিত কথাৰ ফলদায়ক ঘটনাটো মহাভাৰতৰ (২/৪৩) অন্তৰ্গত। শিশুপালৰ

---

৯২. মাধব কন্দলীৰ কবিতা ৰামায়ণ ঢাকি তুচ্ছৈকে গুচাবৰ মন দিলে অনন্ত কন্দলীয়ে। তেহে গুৰুজনত বিপ্ৰে স্বপ্নত শৰণাপন্ন হৈ প্ৰাৰ্থিলে বৰৰ হেতু। পাছে গুৰুজনে বোলে বৰাপোৰ, তোমাৰ মিতাৰ শাস্ত্ৰ কৰিতা গুচাব যে খোজে, আমি ধৰো গোৰত, তুমি ধৰা আগে। (ক. গু. চ)

৯৩. অ. সা. স. ই

কথা প্ৰসঙ্গত কবিয়ে ৰাজসূয-কাব্যত ইয়াক সুমাই দি কাব্য-কাহিনীৰ বৈচিত্ৰ্য বঢ়াইছে। আকৌ, প্ৰাগ্‌জ্যোতিষাধিপতি ভগদত্তই প্ৰীতিপূৰ্ব্বক যুধিষ্ঠিৰৰ ৰাজসূয-যজ্ঞলৈ ধন দিয়া কথাখিনি মহাভাৰতৰ (২/২৬) পৰা লোৱা; কিন্তু সেই ধন কম হোৱা কাৰণে ভগদত্তক কৰা অসন্মান মাধৱদেৱৰ কাল্পনিক। এইদৰে আৰু দুই এটা সৰু সুৰা কথা মহাভাৰতীয়-প্ৰভাৱত ৰচনা কৰি কাব্যখনৰ কাহিনী সৌষ্ঠৱপূৰ্ণ কৰি তুলিছে। কাব্যৰ কাহিনী আৰম্ভ হৈছে ৰাজসূয়-যজ্ঞ-সম্পাদন-প্ৰস্তাৱৰ দ্বাৰা, ইয়াৰ বিকাশ হৈছে জৰাসন্ধ-শিশুপাল-বধৰ মাজেদি, আৰু যজ্ঞৰ শেষ অঙ্গ অৱভৃথ-স্নান-সম্পাদনত হৈছে ইয়াৰ পৰিসমাপ্তি। সেযেহে, কাব্যখনৰ "ৰাজসূয়" নাম সাৰ্থক। এই কাব্য ভক্তি-ৰস প্ৰধান। চৰিত-পুথিৰ[৯৪] পৰাও জনা যায় — মাধৱদেৱে ভক্তিৰ প্ৰাধান্য দেখুৱাবলৈহে শঙ্কৰদেৱৰ আদেশ মৰ্ম্মে "ৰাজসূয" ৰচনা কৰিছে। ভাষা, বৰ্ণনা-শক্তি আদি কাব্যিক-গুণ-বৈশিষ্ট্যৰ ফালৰ পৰাও "ৰাজসূয" মাধৱদেৱৰ উৎকৃষ্ট ৰচনা, সন্দেহ নাই।

## (৩) ভক্তিমূলক-কাব্যিক-ৰচনা

নাম-ঘোষা, ভক্তি-ৰত্নাৱলী, জন্ম-ৰহস্য আৰু নাম-মালিকা, এইকেইখন পুথি-আমি উক্ত শ্ৰেণীৰ অন্তৰ্ভুক্ত কৰিছোঁ। "নাম-ঘোষা" অকল মাধৱদেৱৰ গ্ৰন্থৰাজিৰ ভিতৰতে নহয, অসমীযা বৈষ্ণৱ-সাহিত্যৰ ভিতৰতো উৎকৃষ্ট সম্পদ। ই অসমীয়া বৈষ্ণৱ-ধৰ্ম্মৰ চাৰিপুথিৰ অন্যতম। "কীৰ্ত্তন-ঘোষা"ৰ নিচিনা ইয়াকো পুনঃ পুনঃ আবৃত্তি কৰাৰ উদ্দেশ্যে ৰচিত কৰা হৈছে বুলি বুজিব পৰা যায। "নাম-ঘোষা"ত এক হাজাৰ ঘোষা আছে কাৰণে ইয়াক হাজাৰী-ঘোষাও বোলা হয। বিশেষ কথা — ইয়াৰ প্ৰায় ছয়শমান ঘোষা

*নাম-ঘোষা*

নানা বৈষ্ণৱ-শাস্ত্ৰৰ অন্তৰ্গত ভক্তিমূলক-শ্লোকসমূহৰ কাব্যিক-অনুবাদ, আৰু বাকী চাৰিশমান ঘোষা ভক্ত-কৱি মাধৱদেৱৰ ভক্তি-মিশ্ৰিত-অনুভূতিৰ কাব্যিক-স্ফুৰণ। "নাম-ঘোষা" বিশেষভাবে অনুবাদ-কাব্য হলেও ইয়াৰ বিষয়বস্তু কবিয়ে হৃদযঙ্গম কৰি লৈ স্বকীয়-বোধশক্তি আৰু অনুভূতিৰ উত্থাৰে উদ্দীপিত কৰি যি ৰূপ দিছে, পাঠকৰ মনত সি অনুবাদ-গ্ৰন্থৰূপে অনুভূত নহয়। মাধৱদেৱৰ ব্যাপক-শাস্ত্ৰজ্ঞান, বোধশক্তি, ধৰ্ম্মীয়-আদৰ্শ, ভক্তিৰ গাঢ়তা, ভক্তসুলভ-বিনম্ৰতা আদিৰ লগতে নানাত্বৰ সমন্বয়সাধন-ক্ষমতাৰ পৰিচায়ক "নাম-ঘোষা"। ড° সত্যেন্দ্ৰনাথ শৰ্ম্মাই[৯৫] ইয়াক

---

৯৪. গুৰুজনে চাই বোলে, বামুনীপুতেক হই টৌকৰ মাইলা, বেল শিৰত নপৈল, ভক্তি পৰ হ'ল ৰস্ম, যুদ্ধত কৈলা দীৰ্ঘ। বোলে বঢ়াপো, মই আগ গুৰিয়ে ধৰো, তুমি উঠা মাজত। সাৰ কাঢ়ি গুৰুজনে কৈলে হৰিবংশ মিশ্ৰ দি ৰুক্মিণী-হৰণ, কুৰুক্ষেত্ৰ; চোটআতা ৰাজসূয়। (ক.গু.চ)

৯৫. অ.সা.স.ই., ৮ ম অধ্যায

"মাধৱদেৱৰ আধ্যাত্মিক-জীৱনৰ পূৰ্ণ-অভিব্যক্তি" বুলিছে। ড° বাণীকান্ত কাকতিৰ[৯৬] মতে "নাম-ঘোষাত প্ৰধানতঃ তিনিটা ভাৱৰ ধাৰা মিহলি হৈ বিশাল-আনন্দ-সাগৰৰ ফালে প্ৰধাৱমান হৈছে — পুণ্যশ্লোক-শঙ্কৰস্মৃতি, মাধৱদেৱৰ আত্ম- লঘিমা আৰু কৃষ্ণ-ভক্তি-মাহাত্ম্য। কিন্তু হিমালয়ৰ নিভৃত-শৃঙ্গৰ ওপৰত স্তুপীকৃত হৈ থকা এক অনন্ত তুহিনৰাশিয়েই গলি গৈ ভৈয়ামত নানান নদ-নদীৰূপে অৱতীৰ্ণ হোৱাৰ দৰে এই তিনিও ধাৰাৰেই মূল কাৰণ হৈছে মাধৱদেৱৰ ৰসময়-ভক্তিৰ গভীৰ-আবেগ"। কোচবিহাৰত থাকোতে জীৱনৰ একেবাৰে শেষত মাধৱদেৱে নাম-ঘোষা ৰচিছিল কাৰণে ড°কাকতিয়ে[৯৭] যথাৰ্থভাবেই ইয়াক "মাধৱদেৱৰ মহাপ্ৰাস্থানিক-গীত" বুলিছে। ভক্ত-কৱি মাধৱদেৱৰ ভক্ত-জীৱনৰ শ্ৰেষ্ঠতম কৃতি "নাম-ঘোষা" — ইয়াত কবিৰ হিয়া-হিমাচল ভেদি নিৰ্গত হোৱা ভক্তি-গঙ্গাৰ প্ৰবাহে যি কোনো আবৰ্জ্জনা আঁতৰাই স্পষ্টৰূপত দেখা দিছে। "ভক্তি-ৰত্নাৱলী" ভক্তি-ধৰ্ম্মৰ অন্যতম শ্ৰেষ্ঠ সম্পদ। "বৈষ্ণৱ-ধৰ্ম্মৰ চাৰিপুথি"ৰ ইয়ো অন্যতম। বিশেষকৈ ভগৱদ্ভক্তিৰ আচৰণীয় দিশৰ ফালৰ পৰা এই গ্ৰন্থ অসমৰ বৈষ্ণৱ-সমাজৰ আদৰণীয়। "ভক্তি-ৰত্নাৱলী" অনুবাদ-গ্ৰন্থ; ইয়াৰ মূল সংস্কৃত-গ্ৰন্থখন বিষ্ণুপুৰী-সন্ন্যাসীৰ দ্বাৰা সঙ্কলিত। এই গ্ৰন্থ তেৰটা বিৰচনত বিভক্ত। ইয়াৰ প্ৰথম তিনিটাই যথাক্ৰমে ভক্তি, সৎসঙ্গ আৰু ভক্তবিশেষৰ কথা, তাৰ পাছৰ নটা বিৰচনে শ্ৰৱণাদি নৱিধ ভক্তিৰ কথা, আৰু ত্ৰয়োদশ বিৰচনে শৰণৰ মাহাত্ম্য প্ৰকাশ কৰিছে। বিশেষ কথা — এই গ্ৰন্থত পৰ্য্যায়ক্ৰমে অন্তৰ্ভুক্ত কৰা সকলোবোৰ শ্লোকেই ভাগৱত-পুৰাণৰ বিভিন্ন স্থানৰ পৰা নিৰ্ব্বাচন কৰি অনা। বিষ্ণুপুৰীকৃত "ভক্তি-ৰত্নাৱলী"খন কণ্ঠভূষণে কাশীৰ পৰা আনি শঙ্কৰদেৱক দিয়াত ইয়াৰ প্ৰয়োজনীয়তা উপলব্ধি কৰি শঙ্কৰদেৱে[৯৮] ইয়াক মাধৱদেৱৰ হতুৱাই অনুবাদ কৰায়। "ভক্তি-ৰত্নাৱলীৰ" এই অনুবাদ প্ৰাঞ্জল আৰু যথোচিতভাবে মূলাৰ্থ প্ৰকাশক।

"জন্ম-ৰহস্য" মাধৱদেৱ-বিৰচিত অন্যতম পুথি, ই ছয়শ পদত ৰচিত। চৰিত-পুথিমতে চিলাৰাই যুৱৰাজে জন্ম-ৰহস্য ৰচনা কৰিবলৈ শঙ্কৰদেৱক অনুৰোধ কৰাত শঙ্কৰদেৱে প্ৰিয়শিষ্য মাধৱদেৱৰ হতুৱাই এই পুথি ৰচনা কৰায়। কোনো জন্ম-পুৰাণৰ[৯৯] কথাবস্তুৰ আধাৰত ভাগৱতৰ কথা মিহলাই (ভাগৱত মিশ্ৰ দিয়া কৰা পদবন্ধে) "জন্ম-ৰহস্য" ৰচনা কৰা বুলি বুজা যায়। চৰিত-পুথিৰ[১০০] পৰা ধাৰণা হয়— মাধৱদেৱে ইয়াত মূলৰ কোনো

৯৬. পু. অ. সা. (নাম-ঘোষা)

৯৭. পু. অ. সা. (নাম-ঘোষা)

৯৮. ক. গু. চ. পৃঃ ১৭৫ ঃ অধ্যাপক উপেন্দ্ৰ চন্দ্ৰ লেখাৰু সম্পাদিত।

৯৯. জন্ম-পুৰাণৰ পাঠ কিন্তু এতিয়ালৈকে পোৱা হোৱা নাই।

১০০. গুৰুজনে চাই বোলে....... আমি বঢ়াবহে পাৰো, টুটাব নোৱাৰো। তুমি হ্ৰস্ব-দীৰ্ঘ সবে পাৰা দহো। (ক.গু.চ.পৃঃ ২০২)

কোনো কথা সংক্ষেপ আৰু কোনো কোনো কথা বিস্তৃত কৰিছে। বিশ্বসৃষ্টি আৰু প্ৰলয়ৰ বিবৰণ দিয়াৰ উপৰিও বিষ্ণুৰ শ্ৰেষ্ঠত্ব ইয়াত প্ৰতিপন্ন কৰাৰ প্ৰয়াস আছে।

"নাম-মালিকা"ও মাধৱদেৱৰ অনুবাদমূলক পুথি। মাধৱদেৱ কোচবিহাৰত থকা কালডোখৰৰ (১৫৯৩ – ১৫৯৬ খৃঃ) ভিতৰত ই ৰচিত। কোচৰজাৰ ভক্তি-পৰায়ণ-মন্ত্ৰী বিৰূপাক্ষ কাজীৰ অনুৰোধ মৰ্ম্মে উৰিষ্যাৰ পুৰুষোত্তম গজপতিৰ "নাম-মালিকা" নামৰ সংস্কৃত-গ্ৰন্থখন অনুবাদ কৰে। নাম-মাহাত্ম্য প্ৰচাৰ কৰাটোৱেই "নাম-মালিকা"ৰ মূল উদ্দেশ্য। বিশেষ কথা — পদ্ম-পুৰাণৰ নাম-মাহাত্ম্যখণ্ডৰ ভাৱাৰ্থৰ ওপৰতো পদ ৰচনা কৰি মাধৱদেৱে সুমাই দিছে। এই গ্ৰন্থত ভাগৱত-পুৰাণৰ প্ৰভাৱ অবশ্যে লক্ষ্য কৰা নাযায়, কিন্তু আন আন পুৰাণ-উপ-পুৰাণৰ কিছু প্ৰভাৱ নপৰাকৈ থকা নাই।

## (৪) গীত

মাধৱদেৱে ৰচনা কৰা বৰগীত আৰু ভটিমা কেইটা এই শ্ৰেণীৰ অন্তৰ্ভুক্ত কৰি লোৱা হৈছে। বৰগীত যে এক প্ৰকাৰ আধ্যাত্মিক ভাৱাপন্ন গীত আৰু ই যে লৌকিক-গীতৰ পৰা পৃথক — ইয়াৰ কিছুমান বিশেষত্ব আছে — এই কথা শঙ্কৰদেৱৰ বৰগীতৰ আলোচনা প্ৰসঙ্গত কোৱা হৈছে। শঙ্কৰদেৱে প্ৰথমতে ৰচনা কৰা বাৰকুৰি বৰগীত পুৰি যোৱাত তেওঁ মনৰ দুখত নতুনকৈ গীত ৰচনা নকৰি মাধৱদেৱক গীত ৰচিবলৈ কয়, আৰু সেই মৰ্ম্মে মাধৱদেৱে কিছুমান গীত ৰচনা কৰে — তাৰ সংখ্যা হয় ১৯১টা। ইয়াৰ ৩৪ টা শঙ্কৰদেৱে ৰচনা কৰা, বাকী ১৫৭ টাহে মাধৱদেৱৰ স্বকীয়-ভাৱানুভূতি-স্ফুৰিত। মাধৱদেৱৰ বৰগীতসমূহ বিশেষভাৱে বাল-কৃষ্ণৰ লীলা-চৰিত্ৰকেন্দ্ৰী। শিশু-কৃষ্ণৰ অতুলনীয়-ৰূপ, যশোদা-মাতৃৰ লগত তেওঁৰ শিশুসুলভ আচৰণ, গোৱালিনীৰ ঘৰত দৈ-মাখন খোৱা আদি ব্ৰজধামত কৰা নানাবিধ লীলাক কেন্দ্ৰ কৰি গীতসমূহ ৰচিত হৈছে। শিশু-কৃষ্ণকেন্দ্ৰী হোৱা কাৰণে মাধৱদেৱৰ বৰগীতবোৰ বাৎসল্য-ৰসপ্ৰধান। সেইবুলি দাস্য-ভাৱৰ গীত যে মুঠেই নাই, এই কথা নহয়। মাধৱদেৱ নিজেও আছিল চিৰকুমাৰ— কিজানি এই কাৰণে যুৱ-কৃষ্ণৰ লীলা-চৰিত্ৰ-অঙ্কনৰ পৰিবৰ্ত্তে গীত-নাটত শিশু-কৃষ্ণৰ লীলা চৰিত্ৰ-অঙ্কনতহে তেওঁৰ প্ৰবৃত্তি হল। শিশুৰূপী ভগৱানৰ প্ৰতি ভক্তৰ অন্তৰত বৎস ভাৱৰ অনুৰাগ জাগ্ৰত হয়। বাৎসল্য-প্ৰেম মাধৱদেৱৰ গীত-নাটৰ প্ৰধান বিশেষত্ব। এই প্ৰসঙ্গত ড° বাণীকান্ত কাকতিৰ কথা স্মৰণীয় : "ল'ৰা কৃষ্ণৰ লীলা-ক্ষেত্ৰ ব্ৰজ। আৰু লীলা-ক্ষেত্ৰৰ প্ৰধান প্ৰধান ভাৱৰীয়াসকল হৈছে -- যশোদা দেৱী, স্বয়ং কৃষ্ণ, দাম, সুদাম আদি গৰখীয়া ল'ৰাবোৰ আৰু ৰাধিকা আদি গোৱালীসকল। এই নিৰীহ প্ৰাণীসকলৰ স্নেহ আৰু ভক্তিৰ গুণত আপোনা আপুনি মেৰপাক খাই পৰমপুৰুষে

*বৰগীত*

গৰখীয়া ল'ৰাৰ ভাও ধৰি নানা ৰং-ধেমালিৰ অৱতাৰণা কৰিছে। তীব্ৰ ভাস্বৎ সূৰ্য্যৰ পোহৰে পাত্ৰভেদে স্নিগ্ধ, মধুৰ কিৰণ বিলোৱাৰ দৰে পৰমপুৰুষেও পাত্ৰভেদে এই অজলা প্ৰণীসকলৰ ভিতৰত সৰল মাধুৰ্য্য প্ৰকাশ কৰি সকলোৰে মন হৰণ কৰিছে।"[১০১]

কৃষ্ণৰ গুণ-মহিমাপ্ৰকাশক মাধৱদেৱৰ ভটিমা কেইটাও ভাষা-মাধুৰ্য্য আৰু অৰ্থ-ব্যঞ্জনাৰ ফালৰ পৰা আকৰ্ষণীয় সম্পদ। তেওঁৰ প্ৰসিদ্ধ গুৰু-ভটিমাত নিজ গুৰু শঙ্কৰদেৱৰ গুণানুকীৰ্ত্তন কৰিছে সুমধুৰ ভাষা আৰু ছন্দৰ মাজেদি।

## (৫) নাট

নাটৰচনাৰ ক্ষেত্ৰতো মাধৱদেৱৰ খ্যাতি চিৰোজ্জ্বল। গুৰুৰ আদৰ্শ আগত ৰাখি প্ৰায সকলোবোৰ শাস্ত্ৰ প্ৰণযন কৰিলেও সুগাযক আৰু অভিনযকুশল মাধৱদেৱক নাটৰচনাৰ ক্ষেত্ৰত গুৰুৰ কলা-কৌশলৰ পৰা কিছু আঁতৰি যোৱা দেখা গৈছে। মাধৱদেৱৰ ৰচনাৰূপে এতিয়ালৈকে প্ৰাপ্ত নাট এই কেইখন — অৰ্জ্জুন-ভঞ্জন বা দধি-মথন, চোৰধৰা, পিম্পৰা গুচোৱা, ভূমি লুটিযা, ভোজন-বিহাৰ, ব্ৰহ্মামোহন, ভূষণ-হৰণ, ৰাস-ঝুমুৰা আৰু কোটোৰা খেলা। উল্লেখনীয় কথা এই যে, এতিযালৈকে প্ৰাপ্ত এই নখন নাটৰ ভিতৰত প্ৰথম পাঁচখন মাধৱদেৱ-বিৰচিত বুলি সৰ্ব্বজনগৃহীত, কিন্তু বাকী চাৰিখনৰ ৰচক পৰম-বৈষ্ণৱ

*মাধৱদেৱৰ নাট—সংখ্যা*

মাধৱদেৱ নহয় বুলি কোনো কোনো পণ্ডিতে[১০২] সন্দেহ কৰিছে। এই সন্দেহৰ কাৰণ— নাটকেইখনত আদিৰসৰ প্ৰাধান্য, ৰাধা-চৰিত্ৰৰ অৱতাৰণা আৰু ভাষাৰ গ্ৰাম্যতা। অব্যৱহিত-পৰৱৰ্ত্তি-কালত কোনো লোকে এই কেইখন নাট ৰচনা কৰি হয়তো মাধৱদেৱৰ নাম তাত সংযোগ কৰি দিবও পাৰে। আনহাতেদি আকৌ, ড° হৰিচন্দ্ৰ ভট্টাচাৰ্য্যই[১০৩] এই সন্দেহৰ উক্ত কাৰণকেইটা যুক্তি দেখুৱাই অস্বীকাৰ কৰিছে, আৰু নাটকেইখনত মাধৱদেৱৰ নাম প্ৰক্ষিপ্ত নহয় বুলি কৈছে। যুক্তি প্ৰদৰ্শনৰ পাছত তেওঁৰ সিদ্ধান্ত— "সাঁচিপতীয়া এই নাটবোৰ প্ৰায়েই সত্ৰ বা সত্ৰসদৃশ পৱিত্ৰঅধিষ্ঠানৰ পৰা উদ্ধাৰ কৰি অনা হৈছে। দায়িত্বশীল মহলত ইয়াৰ সংৰক্ষণৰ সুব্যৱস্থা আছে। বহিৰাগত কোনো ৰকম ব্যক্তিয়ে ইয়াৰ ওপৰত হাত বুলাব পাৰে বুলি সন্দেহ নহয়। এনে স্থলত অবাঞ্ছনীয় ৰচনা বা প্ৰক্ষিপ্ত উক্তি-প্ৰত্যুক্তিৰ আমদানি ইয়াত কোন সূত্ৰত কেনেদৰে হব পাৰে ভাবিব নোৱাৰি"।

মাধৱদেৱৰ নাটকেইখনৰ ভিতৰত "অৰ্জ্জুন-ভঞ্জন"ৰেই মাত্ৰ শঙ্কৰদেৱৰ নাটৰ টেক্‌নিকৰ লগত কিছু মিল আছে, আৰু এইখনেই কিছু পূৰ্ণ-পৰ্য্যায়ৰ নাট। বাকীকেইখন

১০১ পু. অ সা. (বৰগীত)

১০২. অঙ্কাৱলী, Intro., কালিৰাম মেধি

১০৩. অ. না. সা জি, ১ম অধ্যায়, ৩ য় পট

কলেবৰত ক্ষুদ্ৰ হোৱাৰ উপৰিও গুণগত দিশতো শঙ্কৰদেৱৰ নাটৰ লগত নিমিলে। এই নাটকেইখনত শিশু-কৃষ্ণৰ শিশু-সুলভ-চৰিত্ৰৰ বিভিন্ন দিশ একোটা পৰিস্থিতি বা ক্ষুদ্ৰ ঘটনাৰ মাজেদি ৰূপায়িত কৰা হৈছে। এই ৰূপায়ণ-নৃত্য-গীতপ্ৰধান। নৃত্য-গীতৰ প্ৰাধান্য থকা ক্ষুদ্ৰ-কলেবৰৰ নাটকীয়-ৰূপায়ণক ঝুমুৰা বোলা হয়। এই অৰ্থত মাধৱদেৱৰ এই নাটককেইখনক বোলা হয় ঝুমুৰা—মাধৱদেৱৰ নাটকেইখনৰ কেইটামান লক্ষণীয় বিশেষত্ব আছে। সেইকেইটা হ'লঃ (১) শঙ্কৰদেৱৰ নাটৰ টেকনিকৰ লগত অমিল, (২) বিষয়বস্তুৰ আধাৰ ভাগৱত-পুৰাণৰ উপৰিও বিল্বমঙ্গলৰ শ্লোক আৰু বৰগীত, (৩) বাল-কৃষ্ণৰ চৰিত্ৰ-ৰূপায়ণত ঐশী-শক্তি আৰু চিৰন্তন-মানৱ-শিশুৰ প্ৰকৃতি-প্ৰদৰ্শন, (৪) ভক্তিৰস-প্ৰদৰ্শনৰ মাজতো হাস্যোদ্দীপক-পৰিস্থিতিৰ চিত্ৰণ, (৫) ব্ৰজাৱলী ভাষাৰ মাজতো পুৰণি অসমীয়া-ভাষাৰ প্ৰচুৰ প্ৰযোগ, (৬) সূত্ৰধাৰৰ লগত "সঙ্গী" বোলা চৰিত্ৰৰ বিলুপ্তি ইত্যাদি।

*মাধৱদেৱৰ নাটৰ বিশেষত্ব*

আকৃতি আৰু প্ৰকৃতি উভয় দিশৰ পৰা "অৰ্জ্জুন-ভঞ্জন" মাদৱদেৱৰ শ্ৰেষ্ঠ নাট। চৰিত্ৰ-পুথিমতে গণককুছিত মাধৱদেৱে ইযাক ৰচনা কৰে। তেতিয়া হলে ১৫৪৫ – ১৫৫০ খৃঃৰ ভিতৰত ই ৰচিত হোৱা সম্ভৱ। "অৰ্জ্জুন-ভঞ্জন"ৰ বিষয়বস্তু ভাগৱত-পুৰাণৰ (১০/৯,১০,১১/১-৬) অন্তৰ্গত। যশোদাৰ দধিমথন-কাৰ্য্যত শিশু-কৃষ্ণৰ আমনি, যশোদাৰ দ্বাৰা কৃষ্ণক বন্ধন আৰু শেষত কৃষ্ণৰ দ্বাৰা যমলাৰ্জ্জুন-ভঙ্গ, এই আখ্যানটো মাধৱদেৱে "অৰ্জ্জুন-ভঞ্জন"ত ৰূপাযিত কৰিছে। বাকী কেইখন ঝুমুৰা "অৰ্জ্জুন-ভঞ্জন"ৰ পাছত ৰচিত। "ভোজন-বিহাৰ"ৰ কথা বস্তুও ভাগৱতৰ ১০ ম স্কন্ধৰ পৰা গৃহীত। "চোৰধৰা", "পিম্পৰা গুচোৱা" আৰু "ভূমি-লুটিয়া" – মাধৱদেৱে এই তিনিখন ঝুমুৰাৰ সৃষ্টি কৰিছে বিল্বমঙ্গল বা লীলাশুকৰ "কৃষ্ণ-কৰ্ণামৃত"ৰ শ্লোকবিশেষৰ অৱলম্বনত। বৃন্দাবনত গৰু চাৰি থকা কালত গোপগণৰ সৈতে কৃষ্ণই ভোজন কৰি থাকোতে ব্ৰহ্মাই গৰুবোৰ চুৰি কৰি নিয়ে আৰু কৃষ্ণই পিছে পিছে বিচাৰি যায় – এই কথাখিনি "ভোজন-বিহাৰ"ৰ অন্তৰ্ভুক্ত। "চোৰধৰা"ত গোপীৰ ঘৰত লৱনু চুৰ কৰি খোৱা কৃষ্ণক ধৰা পেলোৱাত কৃষ্ণই আসে মতা দৃশ্য, আৰু "পিম্পৰা গুচোৱা"ত গোৱালিনীৰ ঘৰত কৃষ্ণই লৱনু চুৰ কৰি খাই থকা অৱস্থাত ধৰা পৰাত দধিভাণ্ডৰ পৰা পিপৰা গুচোৱা বুলি কানাই কোৱা দৃশ্যটো ৰূপ দিয়া হৈছে। এদিনাখন ঘৰৰ ভিতৰত সোমাই খীৰ-লৱনু খাই থকা কৃষ্ণই মাকক দেখি মাটিত লুটি খাই পৰি কান্দিবলৈ ধৰে – এই দৃশ্যটো "ভূমি-লুটিয়া"ত অঙ্কিত হৈছে। বিশেষ কথা এই যে, "ভোজন-বিহাৰ"ৰ ঘটনাংশৰ শেষৰখিনি "ব্ৰহ্মা-মোহন"ত অঙ্কিত হৈছে। বৃন্দাবনৰ পৰা গোপবৃন্দ আৰু গৰুবোৰ ব্ৰহ্মাই চুৰ কৰি নিয়া বুলি কৃষ্ণই জানি তেওঁ নিজে গোপবালক আৰু গাইগৰুৰ ৰূপকলৈ ব্ৰজধামত ৰৈ থাকিল। এনেকুৱা অলৌকিক-

*নাটকেইখনৰ পৰিচয়*

মহিমা দেখি ব্ৰহ্মাই কৃষ্ণক স্তুতি কৰে — এয়ে "ব্ৰহ্মা-মোহন"ৰ কথাবস্তু। এদিনাখন কদমগছৰ তলত কৃষ্ণ টোপনিত লাল্‌কাল হৈ পৰি থকা অৱস্থাত তেওঁৰ গাৰ পৰা ৰাধাই অলঙ্কাৰবোৰ খহাই নি যশোদাক দিয়ে, আৰু যশোদাই পাছত ৰাধাক তিৰস্কাৰ কৰে — এইখিনি "ভূষণ-হৰণ"ৰ মূল-কথাবস্তু। শঙ্কৰদেৱৰ কেলি-গোপাল নাটৰ বিষয় বস্তুৰ লগত "ৰাস-ঝুমুৰা"ৰ বিষয় প্ৰায় একে। কৃষ্ণৰ সঙ্গসুখত ব্যাকুলা হৈ ৰাধাই কৃষ্ণৰ কান্ধত উঠি পাছত কৃষ্ণৰ চৰণত পৰি ক্ষমা খোজা দৃশ্যটো "ৰাস-ঝুমুৰা"ত অঙ্কিত হৈছে। যমুনাৰ পাৰত গোপীসকলে দধি-দুগ্ধৰ লোভ দেখুৱাই কৃষ্ণক নচুৱা দৃশ্য এটাৰ অৱলম্বনত "কোটোৰা খেলা" ঝুমুৰা ৰচিত হৈছে।

মাধৱদেৱৰ নাটৰ আলোচনা-প্ৰসঙ্গত আন এটা কথা এই যে, "বাৰ নাট" বা "বাৰ অঙ্ক" বুলি এটা কথা যে বৈষ্ণৱ-সমাজত প্ৰচলিত আছে, সিয়েই শঙ্কৰদেৱ-বিৰচিত ছয়খন আৰু মাধৱদেৱ-বিৰচিত ছয়খন নাটক সামৰে। ইযাক সত্যৰূপে প্ৰমাণিত কৰিবলৈ হলে মাধৱদেৱৰ উপৰুক্ত সৰ্ব্ববাদিসন্মত পাঁচখন নাটৰ লগত মাধৱদেৱৰ নিসন্দেহ নাটৰূপে আন এখনৰ প্ৰয়োজন হয়। চৰিত-পুথিৰ[১০৪] পৰা জনা যায় — মাধৱদেৱে "ৰাম-যাত্ৰা" আৰু "গোবৰ্দ্ধন-যাত্ৰা" নামৰ আন দুখন ভাওনা ৰচনা কৰি অভিনয় কৰিছিল, আৰু "ৰাম-যাত্ৰা"খন বৰ দীঘল হোৱা কাৰণে তাক নষ্ট কৰা বুলিও কোৱা হৈছে। "গোবৰ্দ্ধন-যাত্ৰা" সম্বন্ধে অৱশ্যে আৰু বিশেষ সম্ভেদ পোৱা নাযায়। চৰিত-পুথিৰ পৰা আকৌ জনা যায় — নৃসিংহ-যাত্ৰা নামৰ ভাওনাৰ অভিনয়ত মাধৱদেৱে নিজে নৃসিংহৰ অভিনয় কৰিছিল। দৈত্যাৰি ঠাকুৰৰ "নৃসিংহ-যাত্ৰা" যিহেতুকে পৰবৰ্ত্তি-ৰচনা (মাধৱদেৱৰ তিৰোভাৱৰ পাছত ৰচিত), মাধৱদেৱে অভিনয় কৰা উক্ত নাটখনো মাধৱদেৱৰ ৰচনা বুলি ভাবিবৰ অৱকাশ নোহোৱা নহয়। ড° সত্যেন্দ্ৰনাথ শৰ্ম্মাই[১০৫] কৈছে " চাৰিখন সন্দেহযুক্ত নাটৰ ভিতৰত ভূষণ-হৰণেহে মাধৱদেৱৰ ৰচনা বুলি দাবী কৰিব পাৰে।" আকৌ যিহেতুকে ভোজন-বিহাৰ নাটৰ ঘটনাৰ আধৰুৱা অংশ ব্ৰহ্মামোহন-নাটৰ ঘটনাৰূপে

*"বাৰনাট" বা "বাৰঅঙ্ক"ৰ সমস্যা*

---

১০৪. আৰু গুৰুজনে নাট, সূত্ৰ, গীত, চোঁ কৰি পাচ নিশা ৰাম-ভাওনা কৈলে জন্মৰ পৰা পযাণলৈ। ... ... ....অদ্ভুত আশ্চৰ্য্য হ'ল দেখি লোকে। ই কৰ্ম্ম মনুষ্যৰ নহয়। ..........ইয়াৰ ভাও পাচলৈ কোনে গাব, কৰিব? এই বুলি নাট, গীত, সূত্ৰ পুৰি পেলালে।

আৰু একবৰ্ষ বৃষ্টি নাই দেশত। ....... .গুৰুজনে বোলে গোবৰ্দ্ধন-যাত্ৰাটি কৈলে হব। বুঢ়ী লুইতৰ পাৰ হৈ সুন্দৰী ওচৰতে ৰভা খলাকৈ পৰ্বত চো-সাজিলে। আখৈ, চিৰা, কল, দুগ্ধ, চেনী তুলি বোলে গোসাই হ'ব কোন? (ক. গু. চ)

১০৫. অ. না. সা

গ্ৰহণ কৰা হৈছে "ব্ৰহ্মামোহনক মাধৱদেৱৰ ৰচনা বুলি গ্ৰহণ কৰাৰ সপক্ষে যুক্তি দাঙি ধৰিব পাৰি"। এনেবোৰ সমস্যাৰ মাজত "বাৰনাট" কথাষাৰৰ সত্যতা প্ৰমাণ কৰিবলৈ বিচাৰিলে সন্দেহযুক্ত নাটকেইখন আৰু লগতে এই কেইখনৰ ভিতৰত কোনখন মাধৱদেৱৰ ৰচনা বুলি গ্ৰহণ কৰিব পাৰি, সি অনুসন্ধান আৰু বিচাৰৰ বিষয় হৈ আছে।

## অনন্ত কন্দলী

বৈষ্ণৱ-যুগৰ অন্যতম বিখ্যাত কবি অনন্ত কন্দলী। তেওঁ নিজে লিখি যোৱা কেইফাকিমান পদৰ পৰা তেওঁৰ বিষয়ে কিছু কথা জনা যায়। যেনে —

*কামৰূপে অনুপাম হাজো হেন যাৰ নাম*
*যাত মহা পঞ্চতীৰ্থ আছে।*

* * * *

*সেহি হাজো নামে স্থানে আছিলন্ত ৰঙ্গমনে*
*মাধৱত কৰিয়া সেৱন।।*
*তন্ত্ৰ-কুল কমলৰ প্ৰকাশক দিবাকৰ*
*ভাগৱত-শাস্ত্ৰত পাৰ্গতি।*
*ৰত্ন পাঠক নাম দ্বিজবৰ অনুপম*
*আছিলন্ত কৃষ্ণত ভকত।।*
*তথা মহাভাগৱত শাস্ত্ৰৰো আছিল সত্ৰ*
*সদায়ে শুনিলো সাধুজন।*
*ৰত্ন পাঠকৰ মুখে শুনি আছে যত নৰ*
*অদ্যাপি প্ৰশংসে ঘনে মন।।*
*দেৱ মাধৱৰ বৰে উপজিলা তান ঘৰে*
*তাহান নন্দন শুদ্ধমতি।*
*পিতৃকুল অনুসাৰে মহাভাগৱত শাস্ত্ৰে*
*কৃষ্ণে উপজাইলা কিছু ৰতি।।*
*অনন্ত কন্দলী কবি নাম মাত্ৰ ভৈল খ্যাত*
*কাৰ্য্য কিছু নভৈল তাহাৰ।*
*নৰাধিলো একো দেৱ নকৰিলো ৰাজ সেৱ*
*একো শাস্ত্ৰ নজানিলো আৰ।।*
*নচাহিলো কাব্য কোষ কাতো নাহি পৰিতোষ*
*তৰ্কতো কৰ্কশ ভৈল মতি।*

*একে ভাগৱত শাস্ত্রে চিত্তক তুষিলা মোৰ*
*তাতেসে দ্রবিল প্রেম ৰতি।।*
* * * *
*শ্লোক সংস্কৃতে আমি লিখিবাক ভালজানি*
*তথাপি কৰিব পদবন্ধ।*
*স্ত্রী-শূদ্র আদি যত জানোক পৰম তত্ত্ব*
*শ্রৱণত মিলয় আনন্দ।*[১০৬]

(মধ্য দশম, ১৬১৯৪ —১৬২০১ পদ)

*কবিৰ পৰিচয়*

উক্ত পদকেইটাৰ পৰা স্পষ্টভাবে জনা যায — হাজো অঞ্চলত বাস কৰা মাধৱৰ একান্ত সেৱক-ৰত্ন পাঠকৰ পুত্র আছিল অনন্ত কন্দলী। ৰত্ন পাঠক আছিল ভাগৱত-শাস্ত্রত পাৰ্গত, তেওঁৰ মুখে ভাগৱত-বাখ্যা শুনি বহু সাধু পুৰুষ পৰিতুষ্ট হৈছিল। পিতৃ-কুলৰ আদৰ্শত অনন্ত কন্দলীয়েও ভাগৱত-শাস্ত্রত বুৎপত্তি লাভ কৰে, ভক্তিৰসত তেওঁৰ চিত্ত দ্রবীভূত হয়। অনন্ত কন্দলী সংস্কৃত ভাষাত শাস্ত্র-ৰচনা কৰিব পৰা বিখ্যাত পণ্ডিত আছিল। স্ত্রী-শূদ্র আদি সৰ্বসাধাৰণ লোকে যাতে শাস্ত্রৰ পৰম-তত্ত্ব জানি উপকৃত হব পাৰে, তাৰ কাৰণেহে তেওঁ অসমীযা-পদত ভাগৱত ৰচনা কৰিছে।

*বিভিন্ন নাম*

অনন্ত কন্দলী কেইবাটাও নামেৰে জনাজাত আছিল। পিতৃ-মাতৃয়ে দিয়া তেওঁৰ আচল নাম হৰিচৰণ, ব্যকৰণত ব্যুৎপত্তি লাভ কৰা কাৰণে চন্দ্রভাৰতী, তৰ্কত পাৰদৰ্শী কাৰণে অনন্ত কন্দলী আৰু ভাগৱত-শাস্ত্রত বিশেষজ্ঞ-পণ্ডিত কাৰণে পণ্ডিতসমাজে তেওঁক ভাগৱত-ভট্টাচাৰ্য্য বুলিছিল ঃ

*ৰত্ন পাঠক নামে তাহান সন্ততি।*
* * * *
*শ্রীহৰিচৰণ নামে তাহান সন্ততি।*
*ব্যাকৰণ পঢ়ি নাম শ্রীচন্দ্রভাৰতি।।*
*তৰ্কত লভিলা নাম অনন্ত কন্দলী।*
*ভাগৱত আচাৰ্য্য পদ বী ভৈল বলী।।*
*ভাগৱত-ভট্টাচাৰ্য্য বেলে আৰ্য্যজনে।*[১০৭]

(শেষ দশম, ১৭৪৪৯ — ১৭৪৫০)

---

১০৬. পঃ ভাগৱত (২য় সংস্কৰণ) ঃ হৰিনাৰায়ণ দত্তবৰুৱা সম্পাদিত
১০৭. পঃ ভাগৱত (২ সংস্কৰণ), হৰিনাৰায়ণ দত্তবৰুৱা

মহাপুৰুষ-শঙ্কৰদেৱৰ কামৰূপ-ৰাজ্যলৈ অহাৰ পাছৰ কোনো সময়ত অনন্ত কন্দলীয়ে হয়তো তেওঁৰ সান্নিধ্য লাভ কৰে। আগৰে পৰা অনন্ত কন্দলীৰ অন্তৰত বৈ থকা ভগৱদ্ভক্তিৰ সোঁত শঙ্কৰদেৱৰ সান্নিধ্য-লাভৰ পাছৰ পৰা প্ৰৱল হৈ উঠা বুলি ধাৰণা হয়, আৰু সেয়েহে তেওঁ নিজে ভাগৱত-ধৰ্ম্ম আচৰণ কৰাৰ উপৰিও মহাপুৰুষৰ অনুৰক্ত সহযোগী হৈ বৈষ্ণৱ-ধৰ্ম্মৰ প্ৰচাৰ-কাৰ্য্যতো লাগে। শঙ্কৰদেৱৰ গুণত মুগ্ধ হৈ অনন্ত কন্দলীয়ে বিশেষ ভাবে তেওঁৰ প্ৰতি আকৃষ্ট হৈছিল, তাৰ প্ৰমাণ কবিজনাৰ নিজৰ লেখাৰ মাজতে আছে। তেওঁ যে ভাগৱতৰ (শেষ দশমৰ) অনুবাদ কৰিছে, তাৰে আদৰ্শ আৰু প্ৰেৰণা যি সকলৰ পৰা পাইছিল, সেই সকলৰ ভিতৰত শঙ্কৰদেৱৰ নামো উল্লিখিত হোৱা দেখা যায়ঃ

*শঙ্কৰদেৱৰ প্ৰতি শ্ৰদ্ধাকৰ্ষণ*

*আছিল কায়স্থ কৃষ্ণ-কিঙ্কৰ শঙ্কৰ।*
*তেহো ভাগৱত কথা ৰচিলা সুন্দৰ।।*
*যাত হন্তে ভৈল কৃষ্ণ কথাৰ প্ৰসিদ্ধি।*
*জানিলেক লোকে ভকতিসে নৱ নিধি।।*
*সিটো মহন্তৰ মহা কহিবো মহত।*
*যাৰ কৃষ্ণ কথা গীতে ব্যাপিলে জগত।।*
*নামতে কায়স্থে মহা হৰিত ভকত।*
*কৃষ্ণ স্মৰি মৰি স্থিত ভৈল বৈকুণ্ঠত।।*
*আনো যত মহাকবি আছিল পূৰ্ব্বত।*
*কৃষ্ণকথা কহি সবে তাৰিলা জগত।।*
*কৃষ্ণকথা নৌকা কৰি দুস্তৰ তাৰিলা।*
*আনকো তাৰিতে প্ৰতি নাও থৈয়া গৈলা।।*
*ধন্য ধন্য আৰা সব জানা পৃথিৱীত।*
*যাহাৰ কৰুণা চিত্ত পৰক তাৰিত।।*
*তাসম্বাৰ অনুগ্ৰহ লভিয়া সৰ্ব্বথা।*
*জানা আমি বিৰচিলো ভাগৱত কথা।।*
*জয়তি কেশৱদাস দলৈ মধুকৰ।*
*শিষ্টকুল কুমুদ সম্পূৰ্ণ শশধৰ।।*
*তন্ত্ৰীকুল কমল বিমল গুণশালী।*
*দুষ্টকুল নিকালি বৈষ্ণৱ প্ৰতিপালি।।*
*বিষ্ণুত ভকত কৃষ্ণ কথাত নিৰত।*

*দাতা দয়াৱন্ত সৰ্ব্বকাৰ্য্যতি শকত।।*
*তাহান উদ্যোগে গোৱিন্দৰ প্ৰসাদত।*
*কথাবন্ধে (পদবন্ধে?) ভাগৱত কৰিলো বেকত।।*[১০৮]

(মধ্যদশম, ১৭৪৫১ — ১৭৪৫৬)

অনন্ত কন্দলীৰ ভাগৱতৰ দশম-স্কন্ধৰ দ্বিতীয়াৰ্দ্ধ-ৰচনা প্ৰসঙ্গটো "কথা-গুৰুচৰিত"ত পোৱা যায় এই ধৰণে — অনন্ত কন্দলীয়ে এদিনাখন শঙ্কৰদেৱৰ "অৱশেষ" বিচৰাত শঙ্কৰদেৱে তেওঁক দশমৰ মধ্য আৰু শেষভাগ ভক্তিপ্ৰধান হোৱাকৈ ৰচনা কৰিবলৈ কয়।[১০৯] এই কথাটো সত্য বুলি ধৰি লববলৈ টান। "কথা-গুৰুচৰিত"ৰ কিছুমান কথা সূক্ষ্ম-বিচাৰত পৰিস্থিতি আৰু সংগতি সাপেক্ষে সত্য যেন নালাগে। আনকি, কথা-গুৰুচৰিতত উল্লেখ কৰামতে শঙ্কৰদেৱ বৰদোৱাত থাকোতে অনন্ত কন্দলীয়ে শৰণ লোৱা কথাষাৰো সত্য হব নোৱাৰে। উপৰুক্ত পদকেইফাকিৰ উপৰিও আন ঠাইতো কন্দলীয়ে নিজে ক'তো এই কথা কোৱা নাই। উক্ত পদ অনুসৰি বৰং তেওঁ "বিষ্ণুৰ ভকত কৃষ্ণকথাত নিৰত" কেশৱদাসৰ "উদ্যোগে গোবিন্দৰ প্ৰসাদত"হে ভাগৱতৰ পদ ৰচনা কৰিছে।[১১০] সি যি কি নহওক, এই কথা ঠিক — শঙ্কৰদেৱে দশম-স্কন্ধৰ আদিভাগ (৪৭ অধ্যায়লৈ) ৰচনা কৰাৰ পাছত তাৰ বাকী অংশ (৪৮ — ৯০ অধ্যায়লৈ) ৰ পদ-ভাঙনি কৰিছে অনন্ত কন্দলীয়ে। "কৃষ্ণ স্মৰি মৰি স্থিত ভৈল বৈকুণ্ঠত" — দশমৰ একেবাৰে শেষত শঙ্কৰদেৱ সম্বন্ধে কবিয়ে এই কথাষাৰ লিখাৰ পৰা বুজা যায়— অনন্ত কন্দলীৰ দশম-ৰচনাৰ কালডোখৰৰ ভিতৰত মহাপুৰুষ স্বৰ্গী হৈছে, আৰু তাৰ পাছতহে সেই কাৰ্য্য শেষ হৈছে। অনন্ত কন্দলী খৃষ্টীয় ষোড়শ-শতাব্দীৰ তৃতীয় বা চতুৰ্থ দশকৰ ভিতৰত সম্ভৱতঃ জন্ম গ্ৰহণ কৰি সেই শতিকাৰ শেষলৈকে জীৱিত আছিল বুলি ড° সত্যেন্দ্ৰ নাথ শৰ্ম্মাই[১১১] কৈছে।

---

১০৮ প ভাগৱত (২ সংস্কাৰণ), হৰিনাৰায়ণ দত্ত বৰুৱা সম্পাদিত

১০৯ বোলে বাপ, অৱশেষ প্ৰাৰ্থনা কৰিছো। মহাপুৰুষ গুৰু হস্তদাঙ্গিবোলে বিপ্ৰ, উঠা যক, পাবা। বোলে আমি আদ্য কৰিম, মধ্য শেষ কৰিবা তুমি। কৃষ্ণৰ ভক্তিলীলা বৰ্ণাই গাহিবা। (ক. গু. চ.)

১১০ এই প্ৰসঙ্গত উল্লেখনীয় কথা এই যে, ভোজনদ্ৰব্যৰ "অৱশেষ"তকৈ "উচ্ছিষ্ট" বহুত বেয়া আৰু চুৱা। এনেস্থলত, "কথা-গুৰুচৰিত" (অধ্যাপক লেখাৰু আৰু ড° নেওগ, উভয়ৰেই ভিন ভিন সংস্কৰণ)ত থকা অনন্ত কন্দলীৰ "অৱশেষ প্ৰাৰ্থনা"ৰ পৰিবৰ্ত্তে আমাৰ পূৰ্বসূৰি- আলোচকসকলে "উচ্ছিষ্ট ভোজন" প্ৰয়োগ কৰি কিয় প্ৰচাৰ কৰিছে, ই চিন্তনীয় কথা। বৈষ্ণৱ-ধৰ্মৰ আধাৰগ্ৰন্থ পৰম-পবিত্ৰ ভাগৱত শাস্ত্ৰক পৰম বৈষ্ণৱ লোকে উচ্ছিষ্টৰ লগত তুলনা কৰা বুলি কোনে ভাবিব পাৰে?

১১১. অ. সা. স ই.

## ৰচনাৱলী

অনন্ত কন্দলী শঙ্কৰদেৱতকৈ বয়ঃকনিষ্ঠ হলেও মহাপুৰুষৰ জীৱিতাৱস্থাতে তেওঁৰ কাব্যিক-প্ৰতিভাৰ ভৰপক অৱস্থা দেখা গৈছিল। সন্দেহ নাই — অনন্ত কন্দলী শঙ্কৰদেৱৰ দ্বাৰা প্ৰভাৱিত আৰু অনুগৃহীতও। তেওঁৰ ৰচনাৱলীয়ে বৈষ্ণৱ-সাহিত্যৰ পৰিপুষ্টিসাধনত আৰু বৈষ্ণৱ-জাগৰণ বলৱৎ কৰি তোলাত যথোচিত সহায়তা কৰিছে। কুমৰ-হৰণ, মহীৰাৱণ-বধ, ৰামায়ণ, ভাগৱতৰ (৬ষ্ঠ স্কন্ধৰ বৃত্ৰাসুৰ-বধ, ১০ম স্কন্ধৰ মধ্য আৰু শেষাংশ) পদানুবাদ আৰু সীতাৰ পাতাল-প্ৰৱেশ নাট — এইকেইখন অনন্ত কন্দলীৰ প্ৰমাণিক ৰচনা। ইয়াৰ উপৰিও, কন্দলীৰ ৰচনাৰূপে ৰামকীৰ্ত্তন, গুণমালা, ঘুনুচা-কীৰ্ত্তন আদি কেইবাখনো পুথিৰ উল্লেখ আছে, কিন্তু সেইবোৰ প্ৰমাণিকৰূপে ধৰি লব নোৱাৰি।

*গ্ৰন্থৰ নামোল্লেখ*

কুমাৰ-হৰণ আৰু মহীৰাৱণ-বধ বৰ্ণনাত্মক-কাব্যশ্ৰেণীৰ ৰচনা। দ্বাৰকাৰ শ্ৰীকৃষ্ণৰ নাতি অনিৰুদ্ধ-কোঁৱৰক চিত্ৰলেখাই বিশেষ ধৰণৰ কৌশলেৰে (তামসী-বিদ্যা, হৰলুকী-বিদ্যাৰ যোগেদি) হৰণ কৰি আনি শোণিতপুৰৰ অধিপতি বাণাসুৰৰ কন্যা উষাৰ লগত মিলন কৰি দিয়া আখ্যানটো পুৰাণ-প্ৰসিদ্ধ। এই আখ্যানটো হৰিবংশত বহলকৈ আৰু ভাগৱত-পুৰাণত কিছু চমুকৈ বৰ্ণিত আছে। অনন্ত কন্দলীয়ে কিছু কল্পনাৰ হৰণ সানি এই আখ্যানটোৰ কাব্যিক-ৰূপ দিছে "কুমৰ-হৰণ"ত। বিশেষ কথা এই যে, কাব্যখনৰ অন্তৰ্গত "শুনা সভাসদ লোক ভাগৱত কথা", "হেন মহাভাগৱত পদ-বন্ধ কৰি। বিৰচিবো হৈয়ো মোত সুপ্ৰসন্ন হৰি।।" আদি কেইবাফাকি পদে ইয়াৰ বিষয়বস্তু ভাগৱতৰ ভিতৰুৱা বুলি বুজালেও প্ৰকৃতাৰ্থত ই হৰিবংশৰ আখ্যানৰ ওপৰতহে প্ৰধানভাৱে আধাৰিত। ভাগৱতৰ আখ্যানৰ প্ৰভাৱে বিশেষভাবে কাব্যৰ কাহিনীৰ মাজত ভক্তিৱাদ সুমাই দিছে। হৰিবংশৰ আখ্যান বাণ-চৰিত্ৰকেন্দ্ৰী; কিন্তু অনন্ত কন্দলীৰ কাব্যৰ নাম যিহেতুকে "কুমৰ-হৰণ", ইয়াত উষাক নায়িকাৰ ৰূপত অঙ্কন কৰি কবিয়ে কাহিনী সৃষ্টিত কলাত্মক-প্ৰতিভাৰ পৰিচয় দিব পাৰিছে। বিষয়বস্তুৰ ফালৰ পৰা শৃঙ্গাৰ-ৰসপ্ৰধান কাব্যখনৰ মাজত কবি-কল্পনাই বীৰ, হাস্য আদি ৰসৰ সমাবেশ ঘটালেও তাৰ মাজতে আকৌ বৈষ্ণৱ-কবিয়ে ভক্তিৰ উইঁ দেখুৱাবলৈ পাহৰা নাই। বিশেষকৈ ভাষাৰ পল্লৱিত-ৰূপ আৰু কল্পনাৰ প্ৰাচুৰ্য্যই নিশ্চিতভাবে প্ৰমাণ কৰে যে, ই কবিৰ আগ বয়সৰ ৰচনা। মুঠতে নিঃ সন্দেহে কব পৰা যায়— "কুমৰ-হৰণ" পুৰণি-অসমীয়া সাহিত্যৰ অন্যতম-শ্ৰেষ্ঠ কাব্যৰূপে পৰিগণিত। লঙ্কেশ্বৰ ৰাৱণৰ পুত্ৰ মহীৰাৱণে ৰাম-লক্ষ্মণক পাতাললৈ হৰণ কৰি নি তাত কালীমূৰ্ত্তিৰ সম্মুখত বলি দিবলৈ ধৰোতে আচম্বিতে হনুমানে ৰক্ষা কৰি মহীৰাৱণক বধ কৰা আখ্যান "মহীৰাৱণ-বধ" নামৰ কাব্যত অঙ্কিত।[১১২]

*বৰ্ণনাত্মক কাব্য*

---

১১২. অ. ৰা.সা., পৃঃ ১১৪ঃ অধ্যাপক উপেন্দ্ৰচন্দ্ৰ লেখাৰু

এই আখ্যন কিন্তু বাল্মীকিৰ ৰামায়ণত নাই, কোন মূল-গ্ৰন্থৰ পৰা এই ঘটনা সংগৃহীত তাক জানিব পৰা নাই। বঙালী কৃত্তিবাসী-ৰামায়ণত অৱশ্যে ই বৰ্ণিত হৈছে। ভাষা আৰু চিত্ৰকল্পৰ ফালৰ পৰা এই ৰচনা কিন্তু "কুমৰ-হৰণ"ৰ শাৰীত নুঠে।

"ৰামায়ণ" অনন্ত কন্দলীৰ অন্যতম উল্লেখনীয় ৰচনা। সাহিত্যিক-দিশতকৈ ধৰ্ম্মীয়-দিশতহে কন্দলীৰ এই ৰচনাখণ্ডই অধিক আলোকপাত কৰিছে। "অপ্ৰমাদী কবি" মাধৱ কন্দলীৰ ৰামায়ণ শ্ৰেষ্ঠ কাব্যৰূপে চলি থকা সত্ত্বেও প্ৰায় ডেৰশ বছৰ পাছত অনন্ত কন্দলীয়ে কিয় আন এখন ৰামায়ণ ৰচনা কৰিলে, সেই সম্বন্ধে তেওঁ ৰামায়ণৰ ভিতৰতে লিখিছে—

*ৰামায়ণ*

*মাধৱ কন্দলী বিৰচিলা ৰামায়ণ।*
*তাক শুনি আমাৰ আকুল কৰে মন।।*
*ৰামৰ সামান্য সন্ত কথা যথাৱত।*
*ভজনীয় গুণ যত নভৈল বেকত।।*
*এতেকে যতন কৰো ভকতিৰ পদে।*
*নুবুলিবা নিন্দা সদা শুনা সভাসদে।।*

কন্দলীয়ে জানিছিল যে, ৰামায়ণ-মহাকাব্য জনসাধাৰণৰ মাজত বৰ আদৰণীয়। মাধৱ কন্দলীৰ ৰামায়ণখন জনগণৰ মাজত সমাদৃত হৈ অহা দেখি বৈষ্ণৱ-কবিয়ে হয়তো ভাবিলে যে, কন্দলীকৃত সেই ৰামায়ণখনৰ ওপৰতে ভেজা দি ৰাম-সীতাক বিষ্ণু-লক্ষ্মীলৈ ৰূপান্তৰিত কৰি ৰাম-কথাক বিষ্ণুলীলা ৰূপে বৰ্ণনা কৰিব পাৰিলে সেই গ্ৰন্থ বৈষ্ণৱ-জনগণৰ মাজত অধিক জনপ্ৰিয় হব, আৰু লগতে ই বৈষ্ণৱ-ধৰ্ম্মৰ প্ৰচাৰকাৰ্য্যতো সহায়তা কৰিব। বিদগ্ধ সংস্কৃত-পণ্ডিত অনন্ত কন্দলীয়ে হয়তো এই কাৰণতেই কিজানি মূল-ৰামায়ণৰ ওচৰ নচপাকৈয়ে মাধৱ কন্দলীৰ ৰামায়ণৰ পাঁচ কাণ্ডৰ (আদি আৰু উত্তৰকাণ্ড বাদে) ওপৰতে আন এখন বৈষ্ণৱ-ৰামায়ণ ৰচনা কৰিলে, আৰু তাত "ভজনীয় গুণ"ৰ সমাবেশ ঘটালে। ৰামায়ণক যে ভক্তি-শাস্ত্ৰ-ভাগৱতৰ শাৰীলৈ নিয়াৰ প্ৰয়াস, সেই কথাও কন্দলীয়ে প্ৰকাশ কৰিছে—

*ৰামায়ণ কথা পদে নিবন্ধিলো*
*ভাগৱত চৰ্চ্চা কৰি।*
*হৰি কথা বিনে দুৰ্ঘোৰ কলিত*
*তৰিতে কেহো নপাৰি।।*

ৰাম আৰু কৃষ্ণক যে এক কৰিছে, এই কথাও কন্দলীয়ে কৈছে—

*কৃষ্ণ কথা বিনে মনক দমিবে*
*নাহিকে আন উপায়।।*

*হেন জানি আক ৰামৰ কথাক*
*শুনিও যতন কৰি।*

মূঠতে, মাধৱ কন্দলীৰ ৰামায়ণৰ নিচিনা অনন্ত কন্দলীৰ ৰামাযণে কাব্যৰূপে খ্যাতি দাবী নকৰি ই এখন বৈষ্ণৱ-শাস্ত্ৰৰূপেহে পৰিগণিত হৈছে। যদি কথা-গুৰু চৰিতৰ কথা সঁচা হয, তেনেহলে হযতো এই বিশেষত্বৰ কাৰণেই "মাধৱ কন্দলীৰ কবিতা ৰামায়ণ ঢাকি তুচকৈ গুচাবৰ মন দিলে অনন্তকন্দলীযে"। বৈষ্ণৱ-গ্ৰন্থৰ শাৰীত উঠিছে বুলি অনন্ত কন্দলীৰ ৰামাযণত যে আন কাব্যিক-বিশেষত্ব মুঠেই নাই, এই কথা কিন্তু নহয়।

অনন্ত কন্দলীযে ভাগৱতৰ দুটা স্কন্ধৰ খণ্ডবিশেষৰ অনুবাদ কৰিছে। ইয়াৰ প্ৰথম খণ্ড ষষ্ঠ-স্কন্ধৰ শেষাংশ, ইযাত বৃত্ৰাসুৰৰ জন্ম, ইন্দ্ৰৰ হাতত বৃত্ৰাসুৰৰ বধ আদি ঘটনাবোৰ বৰ্ণিত। এটা অখণ্ড-আখ্যান বৰ্ণিত হোৱা কাৰণে এই খণ্ড অনুবাদক "বৃত্ৰাসুৰ-বধ" নামৰ কাব্য হিচাপেও গণ্য কৰা হৈছে। যজ্ঞকুণ্ডৰ পৰা উদ্ভৱ হোৱা বৃত্ৰাসুৰৰ ভয়ঙ্কৰ-ৰূপৰ চিত্ৰণ, ইন্দ্ৰ-বৃত্ৰৰ মাজত হোৱা যুদ্ধৰ বৰ্ণনা আদিৰ যোগেদি কবিযে কল্পিত-চিত্ৰক যথাৰ্থ ৰূপ দিব পাৰিছে। দ্বিতীয় খণ্ডটো দশম-স্কন্ধৰ উত্তৰাৰ্দ্ধৰ পদানুৱাদ। শঙ্কৰদেৱে ভাগৱতৰ দশম-স্কন্ধৰ প্ৰথমাৰ্দ্ধৰ অনুৱাদ কৰাৰ পাছত ইয়াৰ দ্বিতীযাৰ্দ্ধ (৪৮ অধ্যায়ৰ পৰা) অনন্ত কন্দলীযে অনুৱাদ কৰে। দশমত এই দ্বিতীয়াৰ্দ্ধ আকৌ সাধাৰণতে দুটা ভাগত বিভক্ত — মধ্যদশম (৪৮ অধ্যায়ৰ পৰা ৮১ অধ্যায়লৈ) আৰু শেষ দশম (৮২ অধ্যায়ৰ পৰা ৯০ অধ্যায়লৈ)। বিশেষ কথা এই যে, ৮২ — ৮৫ অধ্যাযৰ কথাবস্তুক লৈ শঙ্কৰদেৱে "কুৰুক্ষেত্ৰ কাব্য" ৰচনা কৰা কাৰণে অনন্ত কন্দলীয়ে এই কেইটা অধ্যায় অনুবাদ নকৰাকৈ এৰি গৈছে। অনন্তকন্দলীকৃত ভাগৱতৰ দশম-স্কন্ধৰ দ্বিতীয়াৰ্দ্ধৰ এই দুয়োটা খণ্ডৰে অনুবাদ কৱিজনাৰ অক্ষয়-কীৰ্ত্তি হোৱাৰ উপৰিও সমগ্ৰ পুৰণি অসমীয়া -সাহিত্যৰ ভিতৰতে অন্যতম শ্ৰেষ্ঠ সম্পদ। প্ৰয়োজনভেদে মূলাৰ্থ আৰু সৌন্দৰ্য্য নষ্ট নোহোৱাকৈ মূল-পাঠৰ হ্ৰস্ব-দীৰ্ঘকৰণ, বেছিভাগতে মূলৰ অবিকৃত-স্বৰূপৰক্ষণ, নানাবিধ-অলঙ্কাৰ-পূৰ্ণ-বাক্যৰীতি, ভাষাৰ প্ৰকাশক্ষমতা আৰু মসৃনতা, খকুচা নলগা ছান্দসংগতি — এই সকলোবোৰ গুণৰ সমাবেশে কন্দলীৰ এই খণ্ড ৰচনা উচ্চ-স্তৰত তুলি ৰাখিছে। বিশেষ কথা এই যে, ৮৭ অধ্যায়ৰ বেদস্তুতিবোৰ ভাষিক, দাৰ্শনিক, গূঢ়াৰ্থ প্ৰকাশক আদি সকলো দিশৰ পৰা সুকঠিন। ইয়াৰ টীকাপ্ৰসঙ্গত শ্ৰীধৰস্বামীয়ে প্ৰতিটো শ্লোকৰে অৰ্থ প্ৰকাশ কৰি একোটাকৈ ছাঁয়াশ্লোক ৰচনা কৰি গৈছে। মূল-শ্লোকৰ উপৰিও এই ছাঁয়া-শ্লোকৰ ওপৰতো সামঞ্জস্য ৰাখি অনন্ত কন্দলীয়ে এই খণ্ডৰ যি অনুবাদ কৰিছে, তাৰ মাজত তেওঁৰ পাণ্ডিত্য, দাৰ্শনিক-জ্ঞান (বিশেষকৈ বেদান্ত-দৰ্শনৰ), গূঢ়তত্ত্বৰ বোধশক্তি আৰু তাক ছান্দসংগতিত প্ৰকাশ কৰিব পৰা দক্ষতা প্ৰদৰ্শিত হৈছে। অৱশ্যে দশমৰ অনুবাদৰ

*বৃত্ৰাসুৰ বধ*

*দশম ইয়াৰ বৈশিষ্ট্য*

বিভিন্ন স্থানত শঙ্কৰদেৱৰ প্ৰভাৱ লক্ষ্য কৰা যায়। বিশেষকৈ ৰুক্মিণী-হৰণ-অংশৰ অনুবাদ খণ্ডত শঙ্কৰদেৱৰ "ৰুক্মিণী-হৰণ" কাব্যৰ প্ৰভাৱ স্পষ্ট। বেদনিধি, শশীপ্ৰভা আৰু সুমালিনী, এই চৰিত্ৰ কেইটাৰ নাম আৰু কাৰ্য্য মহাপুৰুষৰ উক্ত কাব্যৰ পৰা গৃহীত —সন্দেহ নাই। "ভক্তিপৰ হল ৰস্ব, যুদ্ধত কৈলা দীৰ্ঘ" — শেষ-দশম সম্বন্ধে কথা-গুৰুচৰিতত থকা শঙ্কৰদেৱৰ এই মন্তব্য ভক্তকৰি অনন্ত কন্দলীৰ ৰচনাৰ সামগ্ৰিকতাৰ মাজত কিন্তু বিৰুদ্ধ হোৱা দেখা যায়।

*সীতাৰ পাতাল প্ৰৱেশ*

অনন্ত কন্দলীৰ ৰচনাৱলীৰ অন্তৰ্গত "সীতাৰ পাতাল-প্ৰৱেশ" নাটখন সম্বন্ধে দেৱেন্দ্ৰ নাথ বেজবৰুৱাই[১১৩] কৈছে — "এইখন সৰ্ব্বাঙ্গসুন্দৰ নাটক আৰু শঙ্কৰদেৱৰ নাটতকৈ কোনো গুণে কম নহয়। . . মোটতে নাটখনি অসমীয়া সাহিত্যৰ এখনি অমূল্য ৰত্ন।"

## ৰামসৰস্বতী

শঙ্কৰদেৱতকৈ বয়ঃকনিষ্ঠ, অথচ তেওঁৰ জীৱন-কালৰ শেষাংশতে লব্ধপ্ৰতিষ্ঠ কবিৰূপে পৰিগণিত হোৱা কবিকেইগৰাকীৰ ভিতৰত ৰামসৰস্বতী অতি বিখ্যাত। তেওঁ আছিল কোচ-ৰাজসভাৰ কবি। কোচবংশীয়-মহাৰাজ-নৰনাৰায়ণৰ পৃষ্ঠপোষকতাত

*কবিৰ পৰিচয়*

ৰামসৰস্বতীৰ প্ৰতিভাৰ ভানু উদিত হৈ সেই বংশৰ পৰৱৰ্ত্তী কেইবাগৰাকী ৰাজন্যৰ অনুগ্ৰহ লাভ কৰি তেওঁলোকৰ শাসিত সুদীৰ্ঘ-কালব্যাপ্তিৰ মাজত এই কবিজনাৰ কাব্যিক-ৰশ্মিৰ পূৰ্ণ-বিকাশ ঘটিছিল। প্ৰমাণ-সাপেক্ষ কথা — নৰণাৰায়ণৰ ৰাজত্ব-কালৰ (১৫৪০ — ১৫৮০ খৃঃ) প্ৰথমাংশতে কবিৰূপে দেখা দিয়া ৰামসৰস্বতীয়ে পৰৱৰ্ত্তী কোচৰজা ৰঘুদেৱ, পৰীক্ষিতনাৰায়ণ, বলিতনাৰাযণ বা ধৰ্ম্মনাৰায়ণ আৰু দৰঙ্গী-ৰজাৰূপে খ্যাত সুন্দৰ-নাৰায়ণলৈকে ৰাজন্যসকলৰ পৃষ্ঠপোষকতা একাদিক্ৰমে লাভ কৰি কাব্যৰচনা কৰিছিল। যিহেতুকে ১৬৪৪ খৃঃত সুন্দৰনাৰায়ণৰ মৃত্যুহয়, ৰামসৰস্বতী সপ্তদশ-শতিকাৰ অন্ততঃ চতুৰ্থ দশকলৈ জীয়াই থাকি দীৰ্ঘকাল ব্যাপি কাব্যচৰ্চ্চা কৰিছিল। ৰামসৰস্বতীয়ে নিজে লিখি যোৱা আত্মপৰিচয় সূচক কথাবোৰৰ কেইটামান ঃ

*কামৰূপ মধ্যে গ্ৰাম নাহিকে উপাম।*
*তাতে গ্ৰাম ভৈলা চমৰিয়া যাৰ নাম।।*
*সেহি গ্ৰামেশ্বৰ ভৈলা কবি চূড়ামণি।*
*পণ্ডিত গণৰ মধ্যে যাক অগ্ৰগণি।।*

---

১১৩. অ.ভা.সা.বু., পৃঃ ২০১ (২ য় সংস্কৰণ)

*গোবিন্দৰ ভকতিত যাহাৰ দিন গৈল।*
*তাত অনন্তৰে তাৰ দুই পুত্ৰ ভৈল।।*
*জ্যেষ্ঠ ভৈল কবিচন্দ্ৰ অতি শুদ্ধমতি।*
*তাহান অনুজ ভৈল ৰামসৰস্বতী।। (ভীষ্মপৰ্ব্ব)*

উক্ত পদখণ্ডৰ পৰা জনা যায় — কামৰূপৰ চমৰিয়া নামৰ গাওঁত বিশিষ্ট-পণ্ডিত আৰু বিষ্ণুৰ ভক্ত কোনো এক কবিচূড়ামণি (ভীমসেন) আছিল। তেওঁৰ দুজন পুত্ৰৰ সৰুজনৰ নামেই ৰামসৰস্বতী। আকৌ, ৰামসৰস্বতীৰ পুত্ৰ গোপীনাথ পাঠকে তেওঁৰ দ্ৰোণ-পৰ্ব্বৰ ভণিতাত লিখিছে ঃ

*পাটচৌৰা নাম, আছে এক গ্ৰাম, চিলাকোণ নাম যাৰ।*
*অতি বিতোপন, সৰ্ব্বসুসম্পন, দুই যেন স্বৰ্গহাৰ।।*
*সেহি গ্ৰামেশ্বৰ, মহাযশধৰ, ভীমসেন দ্বিজবৰ। * **
*তাহান সন্ততি, ৰামসৰস্বতী, পাঠক শুক্ৰধ্বজৰ। * **
*তাহান তনয়, অতি শিশুনয়, গোপীনাথ দ্বিজবৰ।*

*আকৌ,*

*কামৰূপে মধ্যে সাৰ। পাটচৌৰা নাম যাৰ।*
*তাৰ মাজে এক গ্ৰাম। চিলাকোণ যাৰ নাম।।*

উক্ত পদবোৰৰ মাজত থকা চমৰিয়া, পাটচৌৰা আৰু চিলাকোন (চিনকোণা) নামৰ উল্লেখে ৰামসৰস্বতীৰ জন্মস্থান বা আদি-বাসস্থান কি আছিল, ইয়াৰ সিদ্ধান্ত কৰাত অৱশ্যে অসুবিধা নকৰাকৈ থকা নাই। ঐতিহাসিক-তথ্যমতে চিনকোণাত বিশ্বসিংহই প্ৰথমতে ৰাজধানী পাতিছিল। চিনকোণা গাওঁ পাটচৌৰাৰ অন্তৰ্ভুক্ত বুলি ধৰি ড° সত্যেন্দ্ৰনাথ শৰ্ম্মাই[১১৪] কৈছে — "পাটচৌৰা যদি বৰ্ত্তমান পাটাচাৰকুছি বা পাঠশালাৰ ওচৰত হয় তেন্তে ৰামসৰস্বতী মূলতে বজালি অঞ্চলৰ মানুহ আছিল"। এনেকুৱা ক্ষেত্ৰত অৱশ্যে প্ৰথমাৱস্থাতে ৰামসৰস্বতীৰ নৰনাৰায়ণৰ ৰাজসভাৰ লগত সম্বন্ধ স্থাপনো স্বাভাৱিক হৈ উঠে। যি কি নহওক, এই কথা ঠিক — ৰামসৰস্বতী কোচৰাজসভাৰ পৰা নাতি দূৰৱৰ্ত্তী কামৰূপৰ কোনো ঠাইত জন্মিছিল। ৰামসৰস্বতীৰ উপৰিও কবিচন্দ্ৰ আৰু অনিৰুদ্ধ নামেৰেও তেওঁ জনাজাত আছিল —

*পিতৃয়ে মাতৃয়ে অনিৰুদ্ধ নাম দিলা।*
*কবিচন্দ্ৰ নাম গোট দেৱানে বুলিলা।।*
*ৰামসৰস্বতী নাম নৃপতি দিলন্ত।*
*ভাৰতৰ পদ মোক কৰা বুলিলন্ত।। (পুষ্প. বন)*

---

১১৪. স.সা.স.ই.

উল্লেখনীয় কথা — ইতিমধ্যে উপৰুক্ত পদত পোৱা হৈছে — ৰামসৰস্বতীৰ জ্যেষ্ঠ ভ্ৰাতৃৰ নাম কবিচন্দ্ৰ। জ্যেষ্ঠ ভ্ৰাতৃৰ সেই নাম থকা সত্ত্বেও দেৱানে ( শুক্লধ্বজে) হয়তো তেওঁক গুণগত দৃষ্টিকোণৰ পৰা "কবিচন্দ্ৰ" নাম দিছিল। ৰামসৰস্বতী আছিল একান্ত কৃষ্ণভক্ত —

*(I) কৃষ্ণৰ চৰণ যুগ ধৰি হৃদয়ত।।*
*বিৰচিলো পদ ইটো আতি অনুপম।*
*পুষ্পক হৰণ বনপৰ্ব্ব যাৰ নাম।। (পুষ্প. বন)*
*(II) মই দুখিতৰ গতি তুমি নাৰায়ণ।।*
*জন্মে জন্মে তোমাৰ দাসৰো হৈবো দাস।*
*গোপীৰ বল্লভ কৃষ্ণ নকৰা নৈৰাশ।।*

* * * * *

*এতেকে কাকুতি কৰো তোমাৰ চৰণে।*
*শৰণাগতক মোক ৰাখা নাৰায়ণে।। (বন)*

নিজগুৰু যে মুকুন্দদেৱ, এই কথা ৰামসৰস্বতীয়ে পৰম-শ্ৰদ্ধা আৰু ভক্তিৰ সৈতে ৰচনাৰ মাজত নানান ঠাইত উল্লেখ কৰিছে। এই মুকুন্দদেৱৰ পৰিচয় সম্বন্ধে মতভেদ দেখা গৈছে। ড° মহেশ্বৰ নেওগে[১১৫] কৈছে — যিজন "মাধৱদেৱৰ শেষকালত কোচবিহাৰত থকা সময়ত ভকতৰ হাটীত নিবাস কৰা মুকুন্দ আতৈ, এইজন মুকুন্দৰ বাহিৰে ৰামসৰস্বতীৰ গুৰু হব পৰা সাধু-মহন্ত আৰু দেখা নাযায়"। এই মন্তব্য আমাৰ বোধেৰে কষ্টকৰ কল্পনা আৰু কেইবাফালৰ পৰা সম্ভৱ নহয যেন লাগে। আমি দেখিবলৈ পাওঁ— মহাপুৰুষ দামোদৰদেৱৰ অগ্ৰজ ভ্ৰাতৃৰ পুত্ৰ, সেই সময়ৰ অন্যতম বৈষ্ণৱ গুৰু মুকুন্দদেৱৰ অৱস্থিতি। বিখ্যাত পণ্ডিত আৰু অসমীয়া ব্যাস-ৰামসৰস্বতী-উল্লিখিত-মুকুন্দদেৱক কথা-গুৰুচৰিত-উল্লিখিত "মুকুন্দ আতৈ"ৰ লগত মিলাবলৈ যোৱাতকৈ সেই ক্ষেত্ৰত উক্ত মুকুন্দদেৱৰ ফালে দৃষ্টি যোৱাটোহে আমাৰ মতে স্বাভাবিক আৰু লগতে অধিক যুক্তি সঙ্গত।[১১৬]

*প্ৰধানভাৱে মহাভাৰতৰ কবি*

বিভিন্ন দিশত সাহিত্যসৃষ্টি কৰিলেও ৰামসৰস্বতী প্ৰধানভাবে মহাভাৰতৰ কবি। আন আন কাব্যকৃতিৰ উপৰিও তেওঁ মহাভাৰতৰ অধিকাংশৰ পদ কৰিছে, তাৰ উপৰিও মহাভাৰতীয়-কথাৰ আধাৰত স্বকীয় কল্পনা-কুসুম নানা ৰূপত ফুলাই সাহিত্য-কানন জাতিস্কাৰ কৰি তুলিছে। ৰচনাৰ স্থুল-ৰূপৰ ফালৰ পৰা কোনো কোনোৱে ৰামসৰস্বতীক অসমীয়া-

---

১১৫ অ. সা. ৰূ ৰে

১১৬. ড° সত্যেন্দ্ৰনাথ শৰ্মায়ো এই মুকুন্দদেৱকে ৰামসৰস্বতীৰ গুৰু ৰূপে মত পোষণ কৰিছে। (অ. সা. স. ই)

ব্যাস বোলে। ড° সত্যেন্দ্ৰনাথ শৰ্ম্মাই [১১৭] কৈছে — "প্ৰাচীন অসমীয়া কবিসকলৰ ভিতৰত সকলোতকৈ সৰহসংখ্যক পদ-ৰচনা কৰি গৈছে ৰামসৰস্বতীয়ে। তেওঁ ৰচনা কৰা পদৰ সংখ্যা মহাপুৰুষ শঙ্কৰদেৱতকৈও অধিক"।

*ৰাজপৃষ্ঠপোষকতা*

কবি-জীৱনৰ প্ৰথমভাগত ৰামসৰস্বতীয়ে কোচৰজা নৰনাৰায়ণৰ উদ্যোগ আৰু পৃষ্ঠপোষকতাত অধিকাংশ মহাভাৰতৰ পদ ৰচনা কৰিছে, সেই কাৰ্য্যৰ কাৰণে ৰজাঘৰৰ পৰা তেওঁ সকলো ধৰণৰ সহাযতা, মান-সন্মান আৰু ধন-সম্পদো লাভ কৰিছে। কবিৰ এই প্ৰসঙ্গৰ স্বীকাৰোক্তি উল্লেখনীয় ঃ

(I) *জয় নৰনাৰায়ণ ৰাজশিৰোমণি।*
*সন্তৰ পৰম মিত্ৰ দুষ্টৰ অগনি।।*
*আমাক কৰিলা আজ্ঞা পৰম সাদৰে।*
*ভাৰতৰ পদ তুমি কৰিও যতনে।।*
*আমাৰ গৃহত আছে ভাষ্য-টীকা যত।*
*নিয়োক আপোন গৃহে দিলোহো সমস্ত।।*
*এহি বুলি ৰাজা পাছে বলধি জোৰাই।*
*পঠাইলা পুস্তকসব আমাসাৰ ঠাই।।*
*ধন-বস্ত্ৰ অলঙ্কাৰ দিলা বহুতৰ।*
*দাস-দাসী দিয়া মান বঢ়াইলা আমাৰ।।* (অদি. বন.)

(II) *হেনয় মহন্ত নৰনাৰায়ণ*
*নৃপতিত শ্ৰেষ্ঠতৰ।*
*আমাক আনিয়া আজ্ঞা কৰিলন্ত*
*পদ কৰা-ভাৰতৰ।।*
*তাহাৰ আজ্ঞাত বিৰচিলো আমি*
*চৌবিশ হাজাৰ পদ।*
*মূল-শ্লোক আৰ ত্ৰিংশ যে হাজাৰ*
*ব্যসৰ মুখে নিবন্ধ।।*

(মণিচন্দ্ৰ ঘোষ, বন)

নৰনাৰায়ণৰ পাছত ৰঘুদেৱ আদি পৰবৰ্ত্তী কেইৰাজনো ৰজাৰ পৃষ্ঠপোষকতাত ৰামসৰস্বতীয়ে জীৱনৰ শেষ কাললৈকে কাব্য ৰচনা কৰিছে বুলি ইতিমধ্যে কোৱা হৈছে।

---

১১৭ অ. সা. স. ই

মহাভাৰতৰ ভীষ্ম-পৰ্ব্ব আৰু সিন্ধু পৰ্ব্ব যে ৰামসৰস্বতীয়ে ধৰ্ম্মনাৰায়ণৰ পৃষ্ঠপোষকতাত ৰচনা কৰিছে, তাকো তেওঁ স্বীকাৰ কৰিছে ঃ

*(।) নৃপতি যে ধৰ্ম্মৰায় যাৰ যশ সবে গায়,*
*স্বদেশী বিদেশী সবে প্ৰজা।*
*ধৰ্ম্মত প্ৰশান্ত কাম ধৰ্ম্মনাৰায়ণ নাম*
*থৈলা স্বৰ্গী নাৰায়ণ ৰজা।। * **
*ভীষ্ম পৰ্ব্ব পদ-গদ ৰচিলো ভাৰত পদ*
*মহাসুখে যাৰ ৰাজ্যে বহি।।*
*(ভীষ্ম পৰ্ব্ব)*

*(।।) জয় ধৰ্ম্মনাৰায়ণ পৰম বৈষ্ণৱ জন*
*যাৰ ৰাজ্যে বঞ্চোহো আনন্দে। * **
*তাহান ৰাজ্যত থাকি ৰচিলো পযাৰ আমি*
*বনপৰ্ব্ব সিন্ধুযাত্ৰা নাম।।*
*(সিন্ধু পৰ্ব্ব)*

## ৰচনাৱলী

মহাভাৰতৰ অধিকাংশৰ পদানুৱাদ, বধকাব্যসমূহ, সিন্ধুযাত্ৰা, ব্যাসাশ্ৰম, পাঞ্চালী-বিবাহ, গীত-গোৱিন্দৰ পদানুৱাদ আদি ৰাম-সৰস্বতীৰ ৰচনা। ব্যাসদেৱৰ মূল-মহাভাৰতৰ সম্পূৰ্ণ অনুৱাদ অৱশ্যে ৰামসৰস্বতীয়ে কৰা নাই। আদিপৰ্ব্ব, সভাপৰ্ব্বৰ একাংশ, বনপৰ্ব্ব, বিৰাট পৰ্ব্বৰ অংশবিশেষ, উদ্যোগ পৰ্ব্ব, ভীষ্ম পৰ্ব্বৰ অধিকাংশ, দ্ৰোণপৰ্ব্ব, কৰ্ণপৰ্ব্ব, গদা-পৰ্ব্ব আৰু শান্তিপৰ্ব্বৰ একাংশ ৰামসৰস্বতীয়ে অনুৱাদ কৰিছে বুলি বুজা যায়। মহাভাৰতৰ অনুবাদ-ৰীতি সম্বন্ধে উল্লেখ কৰিবলগীয়া কথা এই যে, কবিয়ে অবিকল-অনুৱাদত

*মহাভাৰতৰ অনুবাদ— ধৰণ, সময়*

গুৰুত্ব দিয়াৰ পৰিবৰ্ত্তে পল্লবিত ৰূপৰ মাজেদি ৰচনা-বৈচিত্ৰ্যহে বেছিভাগ ঠাইতে বঢ়োৱা দেখা গৈছে। তাকে কৰিবলৈ যাওতে মূলাৰ্থও কোনো কোনো ঠাইত সুস্পষ্ট-অস্পষ্ট নোহোৱাকৈ থকা নাই। লোক-শিক্ষাৰ উদ্দেশ্যে কাব্য-ৰচনা কৰা কাৰণে বহু ঠাইত বিষয় বস্তুৰ জটিলতা এৰাই অনুৱাদৰ মাজত তাক সৰলভাবে প্ৰকাশ কৰিবলৈ যত্ন কৰিছে, স্থানবিশেষে আকৌ ঘটনাৰ সামগ্ৰিক-ৰূপটোকে বিস্তৃত-ৰূপত বৰ্ণনা কৰিছে। ৰচনাৰ মাজতে সততে বৈষ্ণৱ-আদৰ্শৰ চাপ পেলোৱাৰ মানসিকতা দেখা যায়। লোকৰঞ্জনৰ কাৰণে কোনো কোনো ঠাইত কল্পনাৰ ৰঙেৰে ৰচনাবিশেষ ৰঙীন কৰি তুলিলেও টীকা-ভাষ্যৰ মৰ্ম্মাৰ্থ অনুৱাদৰ মাজত ফুটাই তোলাও দেখা যায়। অনুৱাদৰ ধৰণ সম্বন্ধে ৰামসৰস্বতীয়ে এঠাইত সকীয়াই গৈছে —

*নিন্দা নকৰিবা মোক ভাষ্য নিবিচাৰি।*
*ভাষ্যৰ অৰ্থক কোনে বুজিবাক পাৰি।।*
*সাগৰ সমান ইটো ভাষ্যৰ বিচাৰ।*
*সাৰশেষে কোনজনে অৰ্থ পাৱে তাৰ।।*
*তথাপি ৰচিবো পদ মতি অনুসাৰে।*
*কৃষ্ণৰ প্ৰসাদে হৌক পদৰ প্ৰচাৰে।। (পুষ্প. বন)*

ৰামসৰস্বতীকৃত মহাভাৰতৰ অনুবাদকৃতিৰ সকলোবোৰ খণ্ড তেওঁৰ আনুক্ৰমিক-প্ৰচেষ্টাৰ ফলশ্ৰুতি নহয় যেন লাগে। আদি পৰ্ব্ব আৰু সভাপৰ্ব্বৰ মাজত ৰাজপৃষ্ঠপোষকতাৰ উল্লেখ নথকা কাৰণে এই দুই পৰ্ব্ব কবিৰ প্ৰথম-অনুবাদকৃতি বুলি ধৰিব পৰা যায়। নৰনাৰায়ণৰ ৰাজসভাৰ সভাকবিৰূপে ৰাজপৃষ্ঠপোষকতা লাভ কৰি ৰামসৰস্বতীয়ে অনুবাদ কৰা পৰ্ব্ব এইবোৰ ঃ আদি-বন পৰ্ব্ব, যজ্ঞানুপৰ্ব্ব, পুষ্পহৰণ বনপৰ্ব্ব, মণিঘোষ বনপৰ্ব্ব, ব্যাসাশ্ৰম, বিজয় পৰ্ব্ব আদি। গতিকে নৰনাৰায়ণৰ ৰাজসভাত থকা সময়ত উক্ত পৰ্ব্ববোৰ ৰচিত বুলি বুজিব পাৰি। উল্লেখখনীয় কথা— বিজয়-পৰ্ব্বৰ মাজত কবিয়ে ৰজাক উদ্দেশ্য কৰি লিখা "হৌক তান বৈকুণ্ঠত থান" এই কথাখিনিৰ পৰা ধৰি লব পৰা যায় — উক্ত পৰ্ব্বটো লিখা সময়ত নৰনাৰায়ণ স্বৰ্গী হৈছে। উদ্যোগ-পৰ্ব্ব সম্ভৱতঃ ৰঘুদেৱৰ ৰাজসভাত থকা কালত ৰচিত। বনপৰ্ব্বৰ অন্তৰ্গত সিন্ধুযাত্ৰাখণ্ড, বিৰাট পৰ্ব্ব, ভীষ্ম পৰ্ব্ব আদি ধৰ্ম্মনাৰায়ণৰ ৰাজত্ব কালত ৰচিত বুলি কবিজনাৰ ৰচনাৰ মাজত থকা প্ৰমাণৰ পৰাই বুজা যায়। শান্তি পৰ্ব্বৰ অন্তৰ্গত "সাৱিত্ৰী-উপাখ্যান" খণ্ড সম্ভৱতঃ ৰামসৰস্বতীৰ শেষৰ ৰচনা; কিয়নো, ইয়াৰ মাজত কবিয়ে ধৰ্ম্মনাৰায়ণৰ পৰৱৰ্ত্তী দৰঙী-ৰজা সুন্দৰ নাৰাযণৰ গুণানুকীৰ্ত্তন কৰিছে।

*বধকাব্য*

মহাভাৰতীয়-অনুবাদকৃতিৰ উপৰিও ৰামসৰস্বতীয়ে আন এক বিশেষ শ্ৰেণীৰ ৰচনাৰ সৃষ্টি কৰিছে। এই শ্ৰেণী কাব্যিক-ৰচনাৰ বিষয়বস্তুৰ আধাৰ, আশ্ৰয় বা আভাস মহাভাৰতৰ বনপৰ্ব্ব হলেও ইয়াত কবিৰ কল্পনাৰ প্ৰাচুৰ্য্যহে দেখা যায়। কবিৰ স্বীকাৰোক্তি মতে জনা যায — পুৰাণ-সংহিতাৰ আখ্যানৰ লগত শিৱ-ৰহস্য, হংস-কাকি আদিৰ কথা যোগ দি উক্ত কাব্যিক-ৰচনাবোৰৰ ৰূপ দিছে। কবিৰ ভাষাত —

*মহন্ত পাণ্ডৱ তাৰা চৰিত্ৰ উত্তম।*
*পুৰাণ সংহিতা সবে অতি নিৰুপম।।*
*মাজে মাজে আছে আৰ ৰহস্য শিৱৰ।*
*হংস-কাকি দিলা ব্যাস মহামুনিবৰ।।*

*(মণিচন্দ্ৰ ঘোষ বনপৰ্ব্ব)*

কাব্যসমূহত বৰ্ণিত কথাবোৰ থকা উল্লিখিত শাস্ত্ৰ সম্প্ৰতি পোৱা হোৱা নাই কাৰণে এইবোৰ প্ৰধানভাবে কবিৰ কল্পনাপ্ৰসূত বুলিয়েই ধৰি লব লাগিব। এই ৰচনাবোৰ কলেৱৰত নাতিদীৰ্ঘ, প্ৰতিখনতে একোটা স্বয়ংসম্পূৰ্ণ আখ্যান বৰ্ণিত। প্ৰতিটো আখ্যান আসুৰিক আৰু ঐশী-শক্তিৰ বিৰোধৰ মাজেদি আগবাঢ়ি গৈ পৰিশেষত আসুৰিক-শক্তিৰ বিনাশত সমাপ্ত। অৰ্থাৎ, ইয়াত কোনো অসুৰ বা দৈত্যই দেৱতা বা বিষ্ণুভক্ত লোকক অত্যাচাৰ-উৎপীড়ন কৰে, আৰু শেষত গৈ বিষ্ণুৰ সহায়তাত ভক্তৰ হাতত সেই অসুৰৰ মৃত্যু হয়। প্ৰতিখন কাব্যিক-ৰচনাৰ মাজতে একোজন বিষ্ণুদ্বেষী অসুৰ বধ হোৱা কাৰণে সাধাৰণ ভাবে এই শ্ৰেণীৰ ৰচনাক বধ-কাব্য বোলা হয়। একোটা সৰু আখ্যান নাতিদীৰ্ঘ পৰিসৰত ছন্দোবদ্ধ সুললিত আলঙ্কাৰিক-ভাষাৰ মাজেদি প্ৰতিখণ্ড ৰচনাৰ মাজেত ৰূপায়িত হৈ উঠিছে।

*বধকাব্যৰ বৈশিষ্ট্য*

এই দৃষ্টিকোণৰ পৰা এই ৰচনাখণ্ডবোৰক খণ্ড-কাব্যও বুলিব পাৰি। বৈষ্ণৱ-কবি ৰামসৰস্বতীয়ে বধকাব্যসমূহৰ মাজেদি জন-সমাজত এই সত্য প্ৰতিষ্ঠা কৰিছে যে, অধাৰ্ম্মিক-আসুৰিক-প্ৰবৃতিৰ লোকে নিজ শক্তিত উন্মত্ত হৈ গুৰু-গোঁসাই নামানি কিছু দিনৰ কাৰণে ধাৰ্ম্মিকক নানান দুখ-দুৰ্গতি দিয়ে, কিন্তু শেষত গৈ সেই ধাৰ্ম্মিকৰ হাততে তেওঁলোকৰ মৃত্যু হয় — অৰ্থাৎ ধৰ্ম্মৰেই জয় আৰু অধৰ্ম্মৰ হয় পৰাজয়। কৃষ্ণ-ভক্ত পাণ্ডৱ আৰু কৃষ্ণদ্বেষী কৌৰৱৰ বিভিন্ন কথাক আশ্ৰয় কৰি কেইবাখনো বধকাব্যত ৰামসৰস্বতীয়ে এই সত্য প্ৰতিপাদন কৰিছে। বনবাসৰ কালত পাণ্ডৱসকলে অনাই-বনাই ঘূৰি ফুৰোতে অনেক অসুৰ-দৈত্যৰ দ্বাৰা তেওঁলোক পীড়িত হৈছিল, শেষত ভক্ত-বৎসল ভগৱান শ্ৰীকৃষ্ণৰ সহায়তাত তেওঁলোক জয়ী হৈছিল আৰু শত্ৰুক পৰাভৱ কৰিছিল। ভগৱানৰ, অৰ্থাৎ প্ৰকাৰান্তৰে ভক্তিৰ মহিমা প্ৰকাশ, বিশেষকৈ এই বৈষ্ণৱ-আদৰ্শৰে বধকাব্যসমূহক কবিয়ে জনসাধাৰণৰ আকৰ্ষণীয় কৰি তুলিছে। ড° বিৰিঞ্চি কুমাৰ বৰুৱাই[১১৮] উপযুক্ত কাৰণ দেখুৱাই কৈছে যে, বধকাব্য সমূহ গণ-চিত্ত বিনোদক। ইয়াৰ উপৰিও এই কাব্যবোৰক তেওঁ গুণগতভাবে একধাৰে নাটক, কাব্য, উপন্যাস, গল্প আদিও বুলিছে। ড° বানীকান্ত কাকতিয়ে[১১৯] কৈছে — "বধকাব্যবোৰ সকলো ধৰ্ম্মৰেই অন্তৰ্নিহিত আন এটি মজ্জাগত ভাৱৰ প্ৰকাশ। সেইটো হৈছে জগতত সাম্যভাৱ প্ৰৱৰ্ত্তনৰ চেষ্টা আৰু একান্তিকা ভক্তিৰ বিজয়-ঘোষণা।" একে ঠাইতে ড০ কাকতিয়ে এইবোৰক য়ুৰোপীয় সাহিত্যৰ ৰোমাঞ্চৰ লগত তুলনা কৰিছে — "হিংসা, দ্বেষ, উৎপীড়ন সকলোকে সমূল উৎপাতন কৰি জগতত এক ভাৱ, একমত, এক ধৰ্ম্ম, এক সমাজ সংগঠন কৰি

---

১১৮. বধকাব্য নামৰ প্ৰবন্ধ (মূলতে খটাসুৰ বধ কাব্যৰ পাতনি, হৰিনাৰায়ণ দত্তবৰুৱা সম্পাদিত আৰু প্ৰকাশিত

১১৯. পু. অ. সা (বধ কাব্য)

ধৰ্ম্মৰাজ্য স্থাপনৰ আকাঙ্খা এইবোৰৰ ভিতৰেদি সজাগ হৈ উঠা দেখা যায়।" মুঠতে কব পৰা যায় — বৈষ্ণৱ আদৰ্শত প্ৰাণৱন্ত হৈ উঠা আৰু বহুপ্ৰকাৰে জনসাধাৰণক আকৰ্ষণ-কৰিব পৰা অভিনৱ সম্পদ এই বধকাব্যবোৰ। বেছিভাগ বধকাব্যই নৰনাৰায়ণৰ ৰাজত্ব-কালত ৰচিত।

বঘাসুৰ-বধ, কালকুঞ্জ-বধ, কালজঙঘ-বধ, খটাসুৰ-বধ, অশ্বকৰ্ণ-বধ, জঙঘাসুৰ-বধ, কুলাচল-বধ আৰু ভীম-চৰিত —এই কেইখন প্ৰসিদ্ধ বধকাব্য। ইয়াৰ উপৰিও ৰামসৰস্বতীৰ পুষ্পহৰণ পৰ্ব্ব, মণিচন্দ্ৰ ঘোষ-পৰ্ব্ব, বিজয়-পৰ্ব্ব, সিন্ধুৰা-পৰ্ব্ব আৰু যজ্ঞ-পৰ্ব্ব নামৰ ৰচনাখণ্ডবোৰকো উক্ত বধকাব্যৰ শাৰীতে ৰখা হৈছে। ভীমৰ হাতত বঘাসুৰৰ মৃত্যু, ইন্দ্ৰৰ সহায়তাত দ্ৰৌপদীৰদ্বাৰা কালকুঞ্জ-বধ আৰু কালজঙঘ-বধৰ আখ্যান বৰ্ণিত হৈছে যথাক্ৰমে "বঘাসুৰ-বধ" "কালকুঞ্জ-বধ" আৰু "কালজঙঘ-বধ" নামৰ কাব্যত। খটাসুৰ, অশ্বকৰ্ণ, জঙঘাসুৰ আৰু কুলাচল — এই অসুৰবিলাকৰো মৃত্যুৰ আখ্যান কম বেছি বিস্তৃতিৰ মাজেদি ৰামসৰস্বতীয়ে বৰ্ণনা কৰিছে যথাক্ৰমে "খটাসুৰ-বধ", "অশ্বকৰ্ণ-বধ", "জঙঘাসুৰ-বধ" আৰু "কুলাচল-বধ" কাব্যত। কলেবৰত সৰু হলেও "ভীম-চৰিত" ৰামসৰস্বতীৰ এখন উৎকৃষ্ট ৰচনা। ই বধ-কাব্যৰ অন্তৰ্গত, ভীমে ইয়াত বক নামৰ অসুৰক বধ কৰিছে। ইয়াৰ উপৰিও কোনো সময়তে ক্ষুধানিবৃত নোহোৱা বৃকোদৰ ভীমে পেটৰ জালা পূৰোৱাৰ কাৰণে ভঙুৱা ভোলানাথ-মহাদেৱৰ ঘৰত চাকৰ থকা, মহাদেৱৰ কৃষিকৰ্ম্ম আৰু তাত ব্যৰ্থতা, পেটৰ জোখাই ভীমক ভাত দিব নোৱাৰি গৃহিণী পাৰ্ব্বতীৰ মৰ্য্যাদাহানি, ভীমৰ নানা প্ৰকাৰ দুষ্টালি আদি অসমীয়া দৰিদ্ৰ-গ্ৰাম্য-জীৱনৰ বহু চিত্ৰৰে এই ক্ষুদ্ৰ কাব্যখন সমৃদ্ধ, অতীৱ আমোদজনক আৰু হাস্যকৰ। দৰিদ্ৰ-ক্ষুধাতুৰ-গ্ৰাম্যজীৱনৰ মানসিকতাৰ বিবিধ-চিত্ৰ ভীম আৰু মহাদেৱ-পাৰ্বতীৰ কাল্পনিক-কাৰ্য্যাৱলীৰ আলমত কৰা ৰূপায়ণক এক প্ৰকাৰ ৰূপক বুলিবও পাৰি। যি কি নহওক, গাৱলীয়া জীৱনৰ লগত খাপ খোৱা বিষযবস্তুৰ উদ্ভাৱন, ফকৰা-যোজনাপূৰ্ণ মনোৰম-বাক্যৰীতিৰ মাজেদি তাৰ উপস্থাপন আৰু অনাবিল হাস্যৰসে ৰামসৰস্বতীৰ এই ৰচনাখণ্ড চিৰদিনেই গণচিত্তৰ আকৰ্ষণীয় কৰি ৰাখিছে। বনবাসৰ কালত খোজ কাঢ়ি যাওতে এজন বামুণৰ পথাৰৰ সৰিয়হৰ ফুলবোৰ নষ্ট হোৱাত ভীমে সেই বামুণৰ ঘৰত চাকৰ খাটি দিয়াৰ বৰ্ণনা পুষ্প-হৰণ-পৰ্ব্বত পোৱা যায়। পুণ্ডৰীক নামৰ নাগে যুধিষ্ঠিৰ আদি চাৰিজন পাণ্ডৱক দংশন কৰাত ভীমে পাতালপুৰৰ পৰা সঞ্জীৱনী মণি আনি ভায়েকসকলক জীয়ায়— এই কথা মণিঘোষ-পৰ্ব্বৰ উপজীব্য। বিজয়-পৰ্ব্বত ধৃতৰাষ্ট্ৰ আৰু বিদূৰৰ দিগ্বিজয়ৰ কথা বৰ্ণিত হৈছে। বিবাহৰ পূৰ্ব্বে কুন্তীয়ে চন্দ্ৰৰ ঔৰসত লাভ কৰা সিন্ধুৰাক গঙ্গাত উটাই দিছিল, পাছত সেই অপৰিচিত পুত্ৰৰ লগত পঞ্চ পাণ্ডৱৰ যুদ্ধ আৰু শেষত দেৱতাৰ মধ্যস্থতাত হোৱা যুদ্ধ-বিৰতিৰ বৰ্ণনা সিন্ধুৰা-পৰ্ব্বত বৰ্ণিত হৈছে।

*বধকাব্যৰ পৰিচয়*

"ব্যাসাশ্ৰম" আৰু "পাঞ্চালী-বিবাহ" নামৰ আন দুখন কাব্যিক ৰচনা ৰামসৰস্বতীৰ নামত পোৱা যায়। বিষয়বস্তু মহাভাৰতৰ লগত সম্বন্ধ থকা হলেও এই দুখনক বধকাব্যৰ অন্তৰ্গত নকৰি এক প্ৰকাৰ সুকীয়া কাব্যৰূপে ধৰি লব পৰা যায়। পৰশুৰামৰ লগত ভীষ্মৰ যুদ্ধ আৰু পৰশুৰামৰ পৰাজয়ৰ যোগেদি ভীষ্মৰ বীৰত্ব-প্ৰকাশ এই কাব্যত প্ৰদৰ্শিত হৈছে। দ্ৰৌপদীৰ স্বয়ম্বৰৰ বিবৰণ আৰু পঞ্চপাণ্ডৱৰ লগত তেওঁৰ বিবাহৰ কথাৰ অৱলম্বনত "পাঞ্চালী-বিবাহ" নামৰ কাব্যখন ৰচিত হৈছে। যুধিষ্ঠিৰ ইন্দ্ৰপ্ৰস্থৰ ৰাজপদত অধিষ্ঠিত হোৱা মনোৰম বৰ্ণনাযো এই কাব্য বিশেষত্বপূৰ্ণ কৰি তুলিছে।

*ব্যাসাশ্ৰম, পাঞ্চালী বিবাহ*

জয়দেৱৰ সংস্কৃত-কাব্য "গীত-গোৱিন্দ"ৰ যি "মধুৰ-কোমল কান্ত-পদাৱলী", তাৰো বিশেষত্বপূৰ্ণ কাব্যিক-ৰূপান্তৰ ৰামসৰস্বতীৰ অন্যতম শ্ৰেষ্ঠ-কৃতি। ই মূলৰ অৱশ্যে অৱিকল শ্লোকানুবাদ নহয়। ইয়াৰ অনুবাদত ভাগৱতৰ ৰাস-লীলাৰ প্ৰভাৱ সুস্পষ্ট কৰি তুলি অসমীয়া-বৈষ্ণৱ কবিয়ে স্বমত সাপেক্ষে এক প্ৰকাৰে ইয়াক এখন বৈষ্ণৱ- গ্ৰন্থলৈ ৰূপান্তৰিত কৰিছে। "গীত-গোবিন্দ"ৰ শুক্লধ্বজ দেৱানে কৰা টীকা "সাৰৱতী"ও কবিয়ে এই প্ৰসঙ্গত আগত ৰাখিছে। কবিযে নিজেই লিখিছে—

*গীত-গোৱিন্দ*

*জয়দেৱ নামে কাব্য বিৰচিলো সাৰ।*
*শুক্লধ্বজ ৰাজটীকা কৰিলন্ত যাৰ।।*

ৰামসৰস্বতীৰ জীৱনৰ শেষৰ ফালে, অৰ্থাৎ ধৰ্ম্মনাৰায়ণৰ ৰাজত্বকালত গীত-গোবিন্দৰ পদ কৰিছিল বুলি বুজা যায়।

মহাপুৰুষ শঙ্কৰদেৱৰ নিচিনা ৰামসৰস্বতীৰো সাহিত্যিক জীৱন সুদীৰ্ঘ — হয়তো অলপ কম এশবছৰীয়া। সৃষ্টি-কালৰ ব্যপকতা, ৰচনাৰ বিশালতা আৰু বৈচিত্ৰ্যৰ ফালৰ পৰা কোনো সমালোচকে একাধিক ৰামসৰস্বতীৰ অৱস্থিতিও অৱশ্যে কল্পনা কৰিব পাৰে, কিন্তু সকলো প্ৰকাৰৰ বিচাৰত সেই কল্পনা বাস্তৱৰূপে টিকিব নোৱাৰে।

## শ্ৰীধৰ কন্দলী

শঙ্কৰদেৱৰ অব্যৱহিত-পূৰ্ববৰ্ত্তি-কালৰ অন্যতম কবি শ্ৰীধৰ কন্দলী। । তেওঁ এগৰাকী বৈষ্ণৱ-কবি। তেওঁৰ জীৱনী সম্বন্ধে বিশেষ কথা জনা নগলেও এই কথা কব পৰা যায় যে, তেওঁ কামৰূপৰ মানুহ আছিল। যতীন্দ্ৰনাথ গোস্বামীয়ে[১২০] কৈছে -শ্ৰীধৰ কন্দলী হাজোৰ লোক। "কাণ-খোৱা" আৰু "ঘুনুচা-কীৰ্ত্তন", বিশেষকৈ এই দুখন পুথিৰ ৰচকৰূপে

১২০. অ. সা. চ. বু.

কন্দলী বৈষ্ণৱ-যুগৰ অন্যতম সৰবৰহী কবি। কাণ-খোৱা পুথিখন পূৰ্ব্বৰ পৰা চলি অহা নিচুকনি-গীতৰ আদৰ্শত ৰচিত। এই এখুদমান কাব্যখনৰ দুটা ভাগ। প্ৰথমটোত "ঘুমটি যাওৰে ওৰে কানাই, ওৰে কাণকোৱা আসে। সমস্ত শিশুৰে কাণ-খাই খাই, আসয় তোমাৰ পাশে।"- এই গীত গাই যশোদাই শিশু-কৃষ্ণক শুৱাবলৈ যত্ন কৰে। সেই কাণখোৱাৰ নাম শুনি বৰ ভয় লগা বুলি কৈ কৃষ্ণই মাকক কবলৈ ধৰে যে, অনাদি স্বৰূপে জগত সৃজন কৰি আত্মাৰূপে তেওঁ তাক ধাৰণ কৰি আছে— মৎস্যাদি দহটা অৱতাৰ ধাৰণ কৰি নানান কাৰ্য্য সম্পাদন কৰাৰ লগতে জগতৰ সকলো কথাকে তেওঁ জানিছে, অথচ কাণখোৱা কি বস্তু কোনো কালে তেওঁ নাজানিলে। গতিকে মাকে তেওঁক চিনাই দিব লাগে— কাণখোৱা কেনেকুৱা। এনেকুৱা অভাৱনীয় প্ৰশ্নৰ একো উত্তৰ দিব নোৱাৰি যশোদাই শেষত হাঁহি মাৰি "মিছাসে বুলিয়া, মুখে স্তন দিযা" কৃষ্ণক সাবটি ধৰে। দ্বিতীয় ভাগত বৰ্ণিত কথা এই ঃ এদিনাখন ৰাতিপুৱা গোপশিশুসকলৰ কথামতে শুই থকা কৃষ্ণক ধেনু চাৰিবলৈ যোৱাৰ কাৰণে মাতে। কৃষ্ণই তেতিয়া অভিমান কৰি কয় — যিজনে নাৰাযণ ৰূপে নাভিপদ্মত ব্ৰহ্মাক উপজাইছে, ব্যাসৰূপে তত্বজ্ঞান প্ৰচাৰ কৰিছে, তাৰ উপৰিও আৰু নানা অৱতাৰৰ যোগেদি জগতৰ নানান মঙ্গল সাধন কৰিছে, সেইজনেই যশোদাৰ ঘৰত জন্ম লৈ "কাঠ বাজী বুলি" জগতে হাঁহি থকা যশোদাৰ গ্লানি দূৰ কৰিছে। অথচ সেই কৃষ্ণই যশোদাৰ যথোচিত মৰম-চেনেহৰ পৰা বঞ্চিততো হৈছেই, তাতে আকৌ "দধিচোৰ নাম"লৈ দিন কটাব লগা হৈছে। গতিকে কৃষ্ণ মথুৰা-পুৰীলৈ গুচি যাব। এনেকুৱা কথা শুনি যশোদাই "এৰ হাবিয়াস, মোৰ মাথা খাস, নাকান্দিবা মোৰ বাপি" বুলি আতৌ - পুতৌকৈ কৃষ্ণক মাতে। "কাণখোৱা"ৰ অন্তৰ্গত ৰচনাদুখণ্ড দেখাত নিচুকনি-গীতৰ লেখীয়া আৰু বৰ্ণনাত্মক হলেও ফল্গু-ধাৰাৰ দৰে ইয়াৰ মাজত থকা প্ৰৱাহ অন্তৰ্মুখী আৰু শীতল। ভগৱানৰ অনন্ত-ঐশ্বৰ্য্যৰাশিৰ মাজৰ পৰা কিছুমান জুকিয়াই ভক্ত-কবিয়ে কম সময়ৰ ভিতৰতে তাক অন্তৰত থাপনা কৰাৰ ই যেন কলাত্মক ৰূপায়ণ। ড° বাণীকান্ত কাকতিয়ে[১২১] লিখিছে — "ভক্ত-কবিয়ে বিষ্ণুৰ নানান অৱতাৰৰ গুণ-গৰিমাত ভক্তিত আপ্লুত হৈ সেইবোৰ ধ্যান কৰিবৰ ছলেৰে কবিতাটো লিখিছে। কিন্তু মানৱ-হিয়াৰ স্বাভাৱিক স্নেহেৰে উপলব্ধি কৰিব পৰা নিসহায় বাল্য-ভাৱ উপাস্য-দেৱতাত আৰোপ কৰি ব্যৎসল্য-ৰসৰ ভিতৰেদি প্ৰাণৰ একান্তিকা গভীৰ ভক্তি সেই আটাইবোৰলৈ নিবেদন কৰিছে।"

*কাব্যকৃতি— কাণ খোৱা*

শ্ৰীধৰ কন্দলীৰ "ঘুনুচা-কীৰ্ত্তন"— ৰচনাখণ্ড শঙ্কৰদেৱৰ "কীৰ্ত্তন-ঘোষা"ৰ কোনো কোনো সম্পাদনাৰ শেষৰ ফালে অন্তৰ্ভুক্ত হোৱা দেখা গৈছে। ইন্দ্ৰদ্যুম্ন ৰজাৰ কন্যা

---

১২১. পু.অ.সা. (কাণখোৱা)

ঘুনুচাৰ ওচৰলৈ কৃষ্ণৰ গমন আৰু সেই কাৰণত ৰুক্মিণীৰ অন্তৰত জাগ্ৰত হোৱা ৰোহ-অভিমানৰ বৰ্ণনা এই ৰচনাখণ্ডৰ মূল-বিষযবস্তু। এই আখ্যানটো জগন্নাথৰ ৰথযাত্ৰা-উৎসৱৰ ভেটিত ৰচিত। এই খণ্ড ৰচনা কোনো জগন্নাথ-পুৰাণৰ কথাৰ ওপৰত লিখা বুলি কবিয়ে কেইবা ঠাইটো উল্লেখ কৰিছে। ৰচনাখণ্ডৰ বিষয়বস্তুও তেওঁৰ নিজৰ ভাষাতেই প্ৰকাশ হৈছে —

*ঘুনুচা-কীৰ্ত্তন*

*(I) শুনিয়োক নৰ-নাৰী কৰি থিৰ মন।*
*জগন্নাথ পুৰাণৰ কথা বিতোপন।।*
*নাৰদৰ আগে পূৰ্ব্বে ব্ৰহ্মাযে কহিলা।*
*জগন্নাথ যাতো ঘঞ্চা-গৃহত চলিলা।।*
*নিবন্ধিলো পদ শ্লোক-অৰ্থ অৱগাই।*
*নকৰিবা নিন্দা মোক শাস্ত্ৰক নাচাই।।*
*আনো শাস্ত্ৰ মত আনি মিশ্ৰ কৰি মাজে।*
*পদ্যাৰ্থে ৰচিলো যেৱে বুজে সামৰাজে।।*
*(ঘুনুচা-কীৰ্ত্তন, পঞ্চম কীৰ্ত্তন)*

*(।।) জগন্নাথ-পুৰাণৰ ইটো কথা সাৰ।*
*নিৱন্ধিলো পদ অৰ্থ কৰিয়া বিচাৰ।।*
*শুনা নৰ-নাৰী লোক আন কাম হেলি।*
ঘুনুচাৰ সঙ্গে যাদৱৰ যাত্ৰা কেলি।। (৭ম. কীৰ্ত্তন)

বিশেষ কথা এই যে, স্কন্ধ-পুৰাণৰ উৎকল-খণ্ডত থকা গুণ্ডিচাৰ আখ্যানৰ ভেটিত শ্ৰীধৰ কন্দলীয়ে তেওঁৰ "ঘুনুচা-কীৰ্ত্তন" ৰচনা কৰা বুলিও ভাবিব পাৰি। কন্দলীৰ সেই পুথিখন সাতটা কীৰ্ত্তনত সমাপ্ত। ৰুক্মিণী আৰু ঘুনুচাৰ ঈৰ্ষাপ্ৰসূত কন্দলখনে ৰচনাখণ্ড ৰসাল আৰু আমোদজনক কৰি তুলিছে।

অশ্বমেধ-পৰ্ব নামৰ এখন পুথিও শ্ৰীধৰকন্দলীৰ নামত প্ৰচলিত আছে।

## ৰত্নাকৰ কন্দলী

শঙ্কৰদেৱৰ অন্যতম বয়ঃকনিষ্ঠ কবি ৰত্নাকৰ কন্দলী। তেওঁৰ জীৱন-বৃত্ত সম্বন্ধে বিশেষ কথা জনা নাযায়। মাত্ৰ নিজৰ ৰচনাৰ পৰাই বুজা যায় — ৰত্নাকৰ কন্দলী জাতিত আছিল ব্ৰহ্মণ আৰু তেওঁৰ আন এটা নাম আছিল কবিশেখৰ ঃ

*দ্বিজ কবিশেখৰ কহিলা হেন সাৰ। (স. না. বৃ., কীৰ্ত্তন ৩)*
*ৰত্নাকৰ কন্দলী কহিলা হেন সাৰ। (স. না. বৃ., কীৰ্ত্তন ৬)*
*সুকবি শেখৰ তুৱা দাসৰো দাস। (স. না. বৃ., কীৰ্ত্তন [illegible])*

ৰত্নাকৰ কন্দলীয়ে "সহস্ৰনাম-বৃত্তান্ত" নামৰ পুথি ছয়টা কীৰ্ত্তনৰ মাজত ৰচনা কৰিছে। ইযাৰ প্ৰথম কীৰ্ত্তনটোৰ বিষয়বস্তু এই যে, মানুহৰ ইন্দ্ৰিয়বিলাকৰ সেৱা ভগৱানত নলগালে সেই ইন্দ্ৰিয়বোৰ বৃথা। এই কথা ভাগৱতৰ (২/৩) কথাবস্তুৰ ৰূপান্তৰ। দ্বিতীয় কীৰ্ত্তনৰ কথাখিনি পদ্ম-পুৰাণৰ স্বৰ্গখণ্ডত বৰ্ণিত নামৰ সাতকাৰ্য্যৰ অনুবাদ। তৃতীয়-কীৰ্ত্তনৰ পৰা বাকী অংশ পদ্ম-পুৰাণৰ উত্তৰ-খণ্ডৰ অন্তৰ্গত ৰামনাম-মাহাত্ম্যৰ আধাৰত ৰচিত। ৰত্নাকৰ কন্দলীৰ এই ৰচনাখণ্ড কীৰ্ত্তনৰ উপযোগী, ই শঙ্কৰদেৱৰ "কীৰ্ত্তন-ঘোষা"ৰ অন্তৰ্ভুক্ত হৈ প্ৰচাৰিত হৈছে।

## কংসাৰি

কংসাৰি ৰামসৰস্বতীৰ সমসাময়িক এগৰাকী উল্লেখযোগ্য কৱি। বুজা যায়- তেওঁ আছিল ৰামসৰস্বতীৰ একপ্ৰকাৰ সহযোগী মহাভাৰতীয কৱি। পুষ্পাহৰণ-বনপৰ্ব্বৰ মাজত ৰামসৰস্বতীয়ে কৰা উল্লেখৰ পৰা এই কথাৰ আভাস পোৱা যায় —

*কংসাৰি প্ৰমুখ্যে ঋষি আছে যত যত।*
*সি সবেও পদচয় কৰিলা পাছত।।*
*আমাক বুলিলা পাছে সঙ্কেত বচন।*
*আমাসাৰো পদচয় কৰিবাক মন।।*
*ৰাজাত কাহিনী কৰি দিলো কতখানি।*
*তাৰাসবে পদ কৰি আছে মনে মানি।।*
*অমৃতক দেখি যেন লুভিয়া বিস্তৰে।*
*নতু পূৰে মন যেন লট্ পট্ কৰে।। (পুষ্প বন)*

ইযাৰ পৰা বুজিব পৰা যায় — মহাভাৰতৰ ৰচনা কাৰ্য্যত কংসাৰি আদি কৱিসকলো ৰামসৰস্বতীৰ সহযোগী আছিল। কোনো কোনো সমালোচকৰ মতে ৰামসৰস্বতী যেন মণ্ডাভাৰতৰ সম্পাদক। তেওঁৰ পৰামৰ্শ আৰু তত্বাবধানত গোপীনাথ পাঠক, বিদ্যা পঞ্চানন, কংসাৰি আদি কৱিসকলে মহাভাৰত অনুবাদ কৰিছিল। কংসাৰি আছিল যশচন্দ্ৰখাঁ নামৰ এজন কায়স্থ-শ্ৰেষ্ঠৰ বংশধৰ। চিলাৰায়ৰ অন্যতম সেনাপতি আৰু সহযোগী গাভৰু খাঁ ভূঞা নামৰ এজন ৰাজপুৰুষৰ পৃষ্ঠপোষকতা কংসাৰিয়ে লাভ কৰাৰ কথা তেওঁৰ বিৰাট-পৰ্ব্বৰ পৰা জনা যায় —

*ভূঞাৰ মধ্যত, প্ৰৱল কুলত, আছিলন্ত শিৰোমণি।*
*শ্ৰীদৌলৎখাঁ, গ্ৰাম নাম জানা, আছিল সত্য ভৱানী।।*
*জ্ঞানী মধ্যে সৱে, তাহান প্ৰৱৰ, শ্ৰীমন্ত গাভৰু খাঁ নাম।*

*হৰিপদ সেৱি, মহাযত্ন কৰি, ৰচিলা পদ উপাম।।*
*শ্ৰীমন্ত গাভৰু খান, সহপুত্ৰ জয়যুত, আৰো ভ্ৰাতৃ যতেক সোদৰ।*
*তাহান বচন শুনি, আতি মুগ্ধ ভাবে পাছে, লিখিলা কায়স্থ পীতাম্বৰ।।*

এই পীতাম্বৰ কায়স্থৰেই আন নাম কংসাৰি কাযস্থ। কবিয়ে নিজৰ ৰচনাৰ মাজত কংসাৰি নামটো প্ৰশস্তভাবে লিখিছে — "ভণতি কংসাৰি পদ দক্ষিণ-গো-গৃহ", "সুকবি কংসাৰি নামে, পদবন্ধে নিবনিধিলা, বিৰাট-পৰ্ব্বৰ কথা প্ৰায" ইত্যাদি। নিজে "সুকৱি" বোলাটো আত্মশ্লাঘা নহয়, কংসাৰি প্ৰকৃতাৰ্থতে সুকৱি আছিল, বিশেষকৈ বিষযবস্তুৰ উপস্থাপনৰীতি আৰু বৰ্ণনাত্মক দিশৰ পৰা। মহাভাৰতৰ কিৰাট-পৰ্ব্ব আৰু বিৰাট-পৰ্ব্বৰদক্ষিণ-গোগ্ৰহ আৰু উত্তৰ-গোগ্ৰহ, এই খণ্ড দুটা কংসাৰিৰ অনুৱাদকৃতি।

## সাৰ্ব্বভৌম ভট্টাচাৰ্য্য

সাৰ্ব্বভৌম ভট্টাচাৰ্য্য নামৰ এজন কবিয়ে "বৃহৎ স্বৰ্গখণ্ড" আৰু "ক্ষুদ্ৰ-স্বৰ্গখণ্ড" নামৰ দুখন পুথি ৰচনা কৰিছে বুলি জনা যায়। এই দুখণ্ড ৰচনা পদ্ম-পুৰাণৰ সাৰাংশ বুলি কবিয়ে কৈছে। সাৰ্ব্বভৌম ভট্টাচাৰ্য্যৰ কথা কথা-গুৰুচৰিতত পোৱা যায। সেইমতে এই গৰাকী পণ্ডিতে বাৰানসীত শাস্ত্ৰ পঢ়ি শঙ্কৰদেৱৰ লগত তৰ্ক কৰিছিল, পাছত কিন্তু শঙ্কৰদেৱৰ ওচৰত শৰণ লয়। তেওঁৰ নিজৰ ভণিতাৰ পৰা কিন্তু জনা যায — প্ৰথমতে তেওঁ শঙ্কৰদেৱৰ লগত তৰ্ক কৰি পৰাস্ত হৈহে কাশীলৈ গৈ তাত অধ্যযন কৰে। পদ্মপুৰাণৰ উপৰিও যোগিনী-তন্ত্ৰ, হৰগৌৰী-সংবাদ, ৰুদ্ৰযামল আদি পুথিও তেওঁ প্ৰসঙ্গ ক্ৰমে অধ্যয়ন কৰিছে। ড° সত্যেন্দ্ৰনাথ শৰ্ম্মাই[১২২] অৱশ্যে কেইবাটাও যুক্তি দেখুৱাই সাৰ্ব্বভৌম ভট্টাচাৰ্য্যৰ অৱস্থিতি সন্দেহজনক বুলি কৈছে।

## হৰিদেৱ

মহাপুৰুষ হৰিদেৱ মহাপুৰুষ শঙ্কৰদেৱৰ সমসাময়িক অসমৰ অন্যতম বৈষ্ণৱ-গুৰু। এই গৰাকী বৈষ্ণৱাচাৰ্য্যৰ জন্মস্থান আৰু জন্ম-শক সম্বন্ধে মতভেদ দেখা যায়। ইতিমধ্যে ছপা হৈ ওলাইছে দুখন হৰিদেৱ-চৰিত — এখন দ্বিজ বাণেশ্বৰ আৰু দ্বিজ দিবাকৰকৃত, আৰু আনখন বনগএগা গিৰি-বিৰচিত।[১২৩] ইয়াৰ দ্বিতীয়খনৰ মাজত হৰিদেৱৰ জীৱন-আলেখ্যৰ সৰ্ব্বতোপ্ৰকাৰে শুদ্ধ-স্বৰূপ ৰূপায়িত হৈছে বুলিব নোৱাৰি। ইতিমধ্যে ছপা হৈ

---

১২২ অ. সা স. ই

১২৩ ইয়াৰ প্ৰথম চৰিতখন কৈহাটীৰ হৰিনাৰায়ণ গোস্বামী আৰু নগাওঁৰ কৰুণাকান্ত বৰুৱাই ১৯২৫ খৃঃত ছপা কৰি উলিয়াইছিল। দ্বিতীয়খন ১৯৬০খৃঃত বহৰি সত্ৰৰ পৰা ছপা কৰি উলিয়াইছিল।

ওলোৱা বিভিন্ন লেখকৰ পুথি, প্ৰবন্ধ আৰু আন তথ্যসমূহ আলোচনা কৰি শ্ৰীতীৰ্থলোচন তামুলীয়ে[১২৪] যুক্তি সাপেক্ষে মত প্ৰকাশ কৰিছে যে, হৰিদেৱৰ জন্মস্থান বৰ্ত্তমানৰ নলবাৰী জিলাৰ হাজো-অঞ্চলৰ কোনোৱা নাৰায়ণপুৰ গাওঁ; আৰু তেওঁৰ জন্ম-সময়নিৰূপক প্ৰাপ্ত শককেইটাৰ ভিতৰত ১৩৭৫ শকটো কেই (অৰ্থাৎ ১৪৫৩ খৃঃ) অধিক প্ৰামাণিক জন্ম-শকৰূপে ধৰা উচিত। এই সিদ্ধান্ত আন এটা বিশেষ কথায়ো সমৰ্থন কৰাত সহায়তা কৰে। নৰনাৰায়ণৰ অন্যতম সভাপণ্ডিত পুৰুষোত্তম ভট্টাচাৰ্য্য হৰি দেৱতকৈ ডাঙৰ আছিল বুলি লোক-বিশ্বাস। পুৰুষোত্তমে কোচ-ৰাজসভাত থাকি ১৪৯০ শকত (গগন-গ্ৰহ-মনু শাকে), অৰ্থাৎ ১৫৬৮ খৃঃত ৰত্নমালা ব্যাকৰণ ৰচনা কৰে। এই শকতে ১১৫ বছৰ বয়সত হৰিদেৱ স্বৰ্গী হয়। বিশ্বনাৰায়ণ শাস্ত্ৰীয়ে[১২৫] অৱশ্যে উত্তৰলক্ষীমপুৰৰ নাৰায়ণপুৰত ১৩৪৮ শকত (১৪২৬ খৃঃত) হৰিদেৱে জন্মগ্ৰহণ কৰা বুলি পোষকতা কৰিছে। তেতিয়া হলে হৰিদেৱৰ জীৱনী-কাল হয় (১৫৬৮– ১৪২৬) =১৪২ বছৰ। এই ক্ষেত্ৰত পুৰুষোত্তমৰ বয়সেই বা কি হয়? এই কথা অতিকৈ চিন্তনীয়। চৰিত-পুথিমতে জনা যায়— মানেৰীসত্ৰ প্ৰতিষ্ঠা কৰি লোৱাত তাত হৰিদেৱৰ লগতে শঙ্কৰদেৱ আৰু দামোদৰদেৱো কিছুদিন লগ হৈছিল। পাছত শঙ্কৰদেৱ আৰু দামোদৰদেৱ পাটবাউসীলৈ যায়, হৰিদেৱ তাতে থাকে। হৰিদেৱ আছিল পৰম-বৈষ্ণৱ, ভক্ত আৰু আচাৰ্য্য। তেওঁৰ দীক্ষিত শিষ্য-প্ৰশিষ্য-পৰম্পৰাৰ মাজত বিষ্ণু-ভক্তি-ধৰ্ম্মৰেই এটা সুকীয়া সম্প্ৰদায়ৰ সৃষ্টি হয়— নাম "হৰিদেৱী-সম্প্ৰদায়"। এই সম্প্ৰদায়ৰ মাজতো উদ্ভৱ হোৱা সত্ৰানুষ্ঠান আদি অসমৰ সংস্কৃতিৰ দিশত উল্লেখনীয়। হৰিদেৱে ভাগৱতৰ পঞ্চম-স্কন্ধৰ একাংশ অনুবাদ কৰাৰ উপৰিও "ভাগৱত-ভক্তি-ৰস-তৰঙ্গিনী" আৰু "শৰণ সিদ্ধান্ত" প্ৰণয়ন কৰিছে।[১২৬]

## দামোদৰদেৱ

শঙ্কৰদেৱৰ সমসাময়িক, অথচ বয়ঃকনিষ্ঠ অন্যতম বৈষ্ণৱ-গুৰু মহাপুৰুষ-দামোদৰদেৱ। তেওঁ শঙ্কৰদেৱৰ আছিল সহযোগী আৰু তেওঁৰ প্ৰতি শ্ৰদ্ধাশীল। বৰ্ত্তমানৰ নগাওঁ জিলাৰ বৰদোৱাৰ ওচৰৰ নলচা গাওঁত দ্বিজ সদানন্দৰ ঔৰসত সুশীলা দেৱীৰ গৰ্ভত দামোদৰদেৱৰ জন্ম হয় ১৪১০ শকত। ৰামৰায়কৃত "গুৰুলীলা", কৃষ্ণ মিশ্ৰৰ "দামোদৰ-চৰিত্ৰ" আৰু নীলকণ্ঠ দ্বিজকৃত "শ্ৰী শ্ৰী দামোদৰদেৱ-চৰিত্ৰ", এই তিনিওখন দামোদৰী-চৰিত পুথিৰপৰা জনা যায় — সদানন্দৰ এই পুত্ৰ জন্মত আনন্দিত হৈ মহাপুৰুষ শঙ্কৰদেৱে শিশুটিৰ নাম দিয়ে "দামোদৰ"।

*জীৱনীৰ আভাষ*

---

১২৪. ম.হ.চ.চি.

১২৫. বৈ. প্ৰ. (অসমত সংস্কৃত চৰ্চাৰ পটভূমিত হৰিদেৱৰ অৱদান)

১২৬. বৈ. প্ৰ. (অসমত সংস্কৃত-চৰ্চাৰ পটভূমিত হৰিদেৱ) বিশ্বনাৰায়ণ শাস্ত্ৰী।

শিশুটিয়ে যথাসময়ত কলাপবল্লভ নামৰ পণ্ডিতৰ তলত শিক্ষালাভ কৰে। পাছত দামোদৰদেৱে আহোম-ৰাজ্য এৰি ভটিয়াই আহি হাজোত কিছুকাল থাকি কোচৰাজ্যলৈ আহে আৰু বিয়াসপাৰাত (পাটবাউসীত) বাস কৰে। "সেই সময়ত শঙ্কৰদেৱ, দেৱদামোদৰ গুৰু, হৰিদেৱ আৰু মাধৱদেৱে একেলগে বহি শাস্ত্ৰালাপ আৰু ধৰ্ম্মালোচনা কৰিছিল"।[127] দামোদৰদেৱে ধৰ্ম্মৰ তত্বজ্ঞান লাভ কৰে হাজোৰ হয়গ্ৰীৱ-মাধৱৰ মন্দিৰত কোনো এজন সন্ন্যাসীবেশী নাৰদৰ পৰা — এই কথা জনা যায় কবিচন্দ্ৰৰ সন্তচৰিত, ৰামৰায়ৰ গুৰুলীলা, দামোদৰদেৱৰ বৃদ্ধশিষ্য হৰিআতাৰ গীত আৰু প্ৰপন্ন শিষ্য ভট্টদেৱৰ লেখাৰ পৰা।[128] শঙ্কৰদেৱ নাইবা ৰামৰাম গুৰু অথবা চৈতন্যদেৱক কোনো কোনো সমালোচকে দামোদৰদেৱৰ গুৰু বুলি কয়। এই গুৰুত্বপূৰ্ণ কথাটোৰ মিথ্যাত্ব প্ৰমাণ কৰি সুন্দৰভাবে দেখুৱাইছে সোণাপতি দেৱ শৰ্ম্মাই।[129]দামোদৰদেৱৰ ধৰ্ম্মীয-মতবাদো ভাগৱতৰ ওপৰতে প্ৰতিষ্ঠিত, শ্ৰুতি-স্মৃতিৰ অনুশাসনৰ মাজেদি হয বিষ্ণু-ভক্তিৰ নিৱেদন। দামোদৰদেৱে প্ৰথমতে ভতিজাক মুকুন্দদেৱক ভক্তি-ধৰ্ম্মত দীক্ষিত কৰে। তাৰ পাছত বংশীগোপাল, বৈকুণ্ঠনাথ (ভট্টদেৱ), গোপাল মিশ্ৰ আদি বহুত পণ্ডিত লোক তেওঁৰ শিষ্য হয। ১৫৪০ খৃঃত দামোদৰদেৱে ধৰ্ম্ম-চৰ্চ্চা আৰু ধৰ্ম্মপ্ৰচাৰৰ কেন্দ্ৰৰূপে পাটবাউসীত সত্ৰস্থাপন কৰে। পাছত বিভিন্ন পণ্ডিত-শিষ্যসকলক তেওঁ অসমৰ বিভিন্ন স্থানলৈ পঠাই সত্ৰানুষ্ঠান পতা আৰু ধৰ্ম্মীয-সংস্কৃতিৰ লগতে সাহিত্যৰ বিকাশ-সাধনতো সহাযতা কৰে। ১৫১৬ শক বা ১৫৯৪ খৃঃত দামোদৰদেৱ পাটবাউসী এৰি কোচবিহাৰলৈ যায়, আৰু তাত লক্ষ্মীনাৰায়ণ ৰজাৰ সমাদৰ পাই আৰু ৰাজ-অনুগ্ৰহৰ যোগেদি বৈকুণ্ঠপুৰসত্ৰ স্থাপন কৰি তাত ধৰ্ম্মপ্ৰচাৰ কৰি থাকে। শেষত ১৫২০ শকত এইজনা মহাপুৰুষে দেহত্যাগ কৰে।

সাহিত্যিক-দিশত দামোদৰদেৱৰ বিশেষ লিখিত অৱদান পোৱা হোৱা নাই। যি গৰাকী বৈষ্ণৱ-আচাৰ্যই ভট্টদেৱ আদি বিদগ্ধ-পণ্ডিতসকলক সাহিত্যসৃষ্টিৰ ক্ষেত্ৰত নতুন সৃষ্টিৰ

---

১২৭. দে দা গু , পৃঃ ৫৪ ঃ সোণাপতি দেৱশৰ্মা

১২৮. দে. দা. গু , ৬ষ্ঠ অধ্যাযঃ সোনাপতি দেৱশৰ্মা

১২৯. দে দা গু.৬ষ্ঠ অধ্যায়

এই প্ৰসঙ্গত উল্লেখনীয় কথা এই যে, শঙ্কৰদেৱ, হৰিদেৱ আৰু দামোদৰদেৱ, এই তিনিওগৰাকী বৈষ্ণৱাচাৰ্য্যৰ অনুগামীসকলে নিজ গুৰু বা অনুৰক্ত ধৰ্মাচাৰ্য্যজনৰ লীলা-চৰিত্ৰ বৰ্ণাই কিছুমান চৰিত-পুথি লিখি গৈছে। এই বৈষ্ণৱাচাৰ্য্যসকলৰ বিষয়ে আলোচনা কৰাৰ ক্ষেত্ৰত তেওঁলোকৰ স্বকীয়-শ্ৰেণীৰ চৰিত পুথিৰ ওপৰতহে বিশেষভাৱে নিৰ্ভৰ কৰা উচিত— বিশেষকৈ গুৰুত্বপূৰ্ণ কথাৰ নিৰ্ণয়ৰ বিষয়ত। তাকে নকৰি, অৰ্থাৎ স্বকীয়-চৰিত্ৰলৈ লক্ষ্য নকৰি আন চৰিত ওপৰতৰ গুৰুত্ব দি সিদ্ধান্ত কৰিলে সাংস্কৃতিক স্বৰূপত বেমেজালি অহা স্বাভাৱিক।

কাৰণে অনুপ্ৰাণিত কৰিছিল, সত্ৰাদি স্থাপন কৰি সেই সৃষ্টিৰ ভেটি স্থাপন কৰাইছিল, সেই গৰাকী আচাৰ্য্যই সৃষ্টিৰ তুলিকা হাতত লোৱা নাছিল বুলিও অৱশ্যে ভাবিবলৈ টান লাগে। এনেকুৱা ক্ষেত্ৰতো কিন্তু দামোদৰদেৱৰ নিজ ৰচনা ৰূপে স্বীকৃত প্ৰসিদ্ধ গীত তিনিটা[১৩০] পোৱা গৈছে। কাব্যিকতা আৰু আধ্যাত্মিকতাৰ দৃষ্টিকোণৰ পৰা এই গীতকেইটা উচ্চ-স্তৰত স্থাপনীয়। সাহিত্য-সৃষ্টি আনকি মুঠেই নকৰিলেও, যিজনে সেই সৃষ্টিত দিহা-পৰামৰ্শ দি তাৰ পথ মুকলি কৰি দিয়ে আৰু বহুতক সৃষ্টি-কাৰ্য্যত অনুপ্ৰাণিত কৰে, সাহিত্যিকৰ পৰিগণনাত সেইজনৰ নামো পৰিগণিত হয়।

*সৃষ্টিৰ প্ৰেৰণাদাতা*

## ভট্টদেৱ (১৫৫৮ — ১৬৩৮ খৃঃ)

বৈকুণ্ঠনাথ ভট্টাচাৰ্য্য অসমীয়া-সাহিত্য-জগতত ভট্টদেৱ নামেৰে খ্যাত। তেওঁৰ জন্মস্থান সম্বন্ধে মতভেদ দেখা যায়। নীলকণ্ঠদাসকৃত দামোদৰদেৱ-চৰিতমতে তেওঁৰ জন্মস্থান বজালীৰ বিছানকুছি, ৰামৰায়ৰ গুৰুলীলা মতে কিন্তু বৰনগৰৰ ভেৰাগ্ৰাম বুলিহে বুজা যায়। পণ্ডিত হেমচন্দ্ৰ গোস্বামীয়ে[১৩১] ভট্টদেৱৰ জন্মস্থান ভেৰাগ্ৰাম বুলিয়ে ধৰি লৈছে। ভট্টদেৱে "বিষ্ণু-সহস্ৰনাম" পুথিত দিয়া বংশ-পৰিচয়ৰ পৰা জনা যায় — শ্ৰীচন্দ্ৰ ভাৰতী আছিল তেওঁৰ পিতামহ, আৰু বিখ্যাত পণ্ডিত কবি সৰস্বতী তেওঁৰ পিতৃ। ১৫৫৮ খৃঃত বৈকুণ্ঠনাথৰ জন্ম হৈছিল। যথাসময়ত তেওঁক গোপালদেৱ নামৰ এজন পণ্ডিতৰ টোলত বিদ্যাৰ্থীৰূপে ভৰ্ত্তি কৰায়। অসাধাৰণ প্ৰতিভাৰ ফলত কম দিনৰ ভিতৰতে ভট্টদেৱে ব্যাকৰণ, কাব্য, স্মৃতি-ভাগৱত, দৰ্শন আদি আয়ত্ব কৰি বিখ্যাত পণ্ডিতৰূপে পৰিগণিত হয়। ভাগৱত-ব্যাখ্যা কৰি পণ্ডিত-সমাজক পৰিতুষ্ট কৰি তেওঁ "ভাগৱত-ভট্টাচাৰ্য্য" উপাধি লাভ কৰে। ভাগৱত-শাস্ত্ৰত অগাধ-পাণ্ডিত্য দেখি বহুতে তেওঁক আনকি ব্যাসদেৱো বুলিছিল। এই সময়তে তেওঁৰ বৈবাহিক-জীৱনো আৰম্ভ হয়। পিতৃৰ কথামতে বৈকুণ্ঠনাথ পাটবাউসীলৈ গৈ দামোদৰদেৱৰ ওচৰত শৰণ লয় আৰু গুৰুৰ সান্নিধ্যত কিছুদিন তাত থাকে। ইতিমধ্যে ভট্টদেৱৰ অভাৱত বৰনগৰৰ ভাগৱত-ৰস-পিপাসুসকল বৰকৈ উদ্বিগ্ন হয়। তেতিয়া গুৰুৰ অনুমতি লৈ তেওঁ বৰনগৰলৈ আহি ভাগৱত-বাখ্যা কৰ্ম্মত ব্ৰতী হয়। ভাগৱত-ব্যাখ্যাত সন্তুষ্ট হৈ বৰনগৰৰ "মোড়লসকলে" (ভাগৱত- শ্ৰোতাসকলে) ভট্টদেৱক "কবিৰত্ন" উপাদি দিয়ে। উল্লেখনীয় কথা — গুৰু-সান্নিধ্য এৰি বৰনগৰলৈ অহা সময়তে দামোদৰদেৱে ভট্টদেৱক উপদেশ দিছিল — সৰ্ব্বসাধাৰণে বুজাৰ কাৰণে ভাগৱত-শাস্ত্ৰখন গদ্যত লিখাৰ কাৰণে। ইয়াৰ কিছুকাল পাছত এক শ্ৰেণী দুষ্টলোকৰ

১৩০ দে দা.গু (৭ ম অধ্যায়) দ্ৰষ্টব্য

১৩১ কথা-গীতা, পাতনি

বিদ্বেষাত্মক কথাত প্ৰত্যয় মানি ৰজা পৰীক্ষিতনাৰাযণে দামোদৰদেৱক "ধোপধৰা" পঠাই ৰাজধানী বিজযনগৰলৈ মতাই নিযে। ৰাজআজ্ঞা মতে পাটবাউসী এৰিব লগা হোৱাত দামোদৰদেৱে ভট্টদেৱক মতাই নি তেওঁৰ ওপৰত পাটবাউসী-সত্ৰৰ ৰক্ষণৰ ভাৰ দিযে, আৰু আন প্ৰযোজনীয উপদেশৰ লগতে পুনঃ কয — গদ্যত ভাগৱত-শাস্ত্ৰখন লিখিবলৈ, যাতে সৰ্ব্বসাধাৰণ সকলোলোকে বুজি পায় — "কথাবন্ধে একখণ্ড ভাগৱত কৰা। স্ত্ৰী-শূদ্ৰ সৰ্ব্বলোকে বুজে যেন মত।"[১৩২] সেই মৰ্ম্মে ভট্টদেৱে সমগ্ৰ ভাগৱত-শাস্ত্ৰৰ গদ্যৰূপ দিযে। গুৰুৰ আদেশ মৰ্ম্মে তেওঁ "গীতা" আৰু "ৰত্নাৱলী"ৰো গদ্যানুৱাদ কৰে। পাছত কোচবিহাৰৰ পৰা দামোদৰদেৱে প্ৰিযশিষ্য ভট্টদেৱক পাটবাউসীসত্ৰৰ উত্তৰাধিকাৰী ৰূপে ঘোষণা কৰে। পৰম-নিষ্ঠা আৰু অক্ষুন্ন-গৌৰৱৰ সৈতে পাটবাউসী-সত্ৰ কিছুকাল চলোৱাৰ পাছত ভট্টদেৱে পাটবাউসী এৰি গৈ কিছু দূৰত এখন নতুনকৈ সত্ৰ পাতে — নাম হয ব্যাসকুছি সত্ৰ। জীৱনৰ শেষলৈকে এই সত্ৰত থাকি ধৰ্ম্মচৰ্চ্চা আৰু ধৰ্ম্মপ্ৰচাৰৰ যোগেদি পৱিত্ৰ-জীৱন-যাপন কৰি থাকি ১৬৩৮ খৃঃ ত এইজনা মহাপুৰুষে নৰ-তনু ত্যাগ কৰে।

## ৰচনাৱলী

পাটবাউসী-সত্ৰৰ ভূতপূৰ্ব্ব-সত্ৰাধিকাৰ ৰামদেৱ গোস্বামীসম্পাদিত কথা-ভাগৱতৰ (১ম, ২য়, ৩য় স্কন্ধ, ১৯৫৩) পাতনিত ৰায়বাহাদুৰ দুৰ্গেশ্বৰ শৰ্ম্মাই ভট্টদেৱ-বিৰচিত এই এঘাৰখন পুথিৰ নাম দিছে ঃ অসমীয়াত লিখা — কথা-ভাগৱত, কথা-গীতা, ভক্তি-ৰত্নাৱলী, নন্দোৎসৱ, প্ৰসঙ্গ-মালা, সাত্বত-তন্ত্ৰ, বিষ্ণু-সহস্ৰনাম, আৰু সংস্কৃতত লিখা — ভক্তি-সাৰ, ভক্তি-বিবেক, ভাগৱত-অধিকৰণ আৰু শৰণ-মালিকা। সোণাপতি দেৱ শৰ্ম্মাই আকৌ "দেৱ-দামোদৰ গুৰু" গ্ৰন্থত ভট্টদেৱ-বিৰচিত-গ্ৰন্থৰূপে উক্ত এঘাৰখনৰ উপৰিও এই চাৰিখন গ্ৰন্থৰ নামো সংযোগ কৰিছে ঃ গুৰু-বংশাৱলী, দামোদৰ-ব্যাখ্যান, বৰগীত আৰু সন্তনিৰ্ণয়। বিষয়বস্তুৰ ফালৰ পৰা প্ৰতিখন গ্ৰন্থৰে সুকীয়া মূল্য নিৰ্ণীত হলেও কথা-ভাগৱত, কথা-গীতা আৰু কথা-ৰত্নাৱলী অসমীয়া-সাহিত্যলৈ ভট্টদেৱৰ অমৰ-কীৰ্ত্তি, অসমীয়া-সাহিত্যৰ বুৰঞ্জীত এই তিনিখন চিৰোজ্জ্বল।

*গ্ৰন্থসমূহ*

ওপৰতে উল্লেখ কৰা হৈছে যে, "স্ত্ৰী-শূদ্ৰ-সৰ্ব্বলোকে" যাতে বুজিব পাৰে, সেই মৰ্ম্মে পূৰ্ব্বকবিসকলে পদবন্ধে ৰচনা কৰা ভাগৱতকৈও সুগম কৰি গদ্যত ভাগৱত ৰচনা কৰিবলৈ দামোদৰদেৱে ভট্টদেৱক আদেশ দিছে। সেইমৰ্ম্মে, শ্ৰীধৰী টীকাৰ আদৰ্শত ভাগৱতৰ প্ৰথম স্কন্ধৰ এটা বিস্তৃত-গদ্যৰূপ সৃষ্টি কৰি তাক ভট্টদেৱে গুৰু দামোদৰদেৱক দেখুৱায়। ইমান বিস্তৃত-ৰূপৰ গ্ৰন্থ এখনৰ ৰক্ষণৰ অসুবিধা আৰু লগতে ই আদৰণীয়

---

১৩২. ৰা. ৰা.

নোহোৱাৰ ভয়ত দামোদৰদেৱে কয় — "সংক্ষেপ কৰিৱাযা, সাৰ মাত্ৰ লৈযা, কৰা কথা কৰিৱৰন্ত"। গুৰুৰ এই মৰ্ম্মবাণী বুজি লৈ ভট্টদেৱে দ্বাদশ স্কন্ধ-ভাগৱত পাটবাউসী-সত্ৰত বহি চমুকৈ ৰচনা কৰে ১৫৯৩ খৃঃৰ পৰা ১৫৯৭ খৃঃৰ ভিতৰত। চমু হলেও ভাগৱতৰ বিষয়বস্তু সৰ্ব্বসাধাৰণে বুজাত অসুবিধা হোৱা নাছিল বুলি বুজা যায়। কিয়নো, ভট্টদেৱকৃত ভাগৱত, গীতা আৰু ৰত্নাৱলীৰ গদ্যৰূপ সম্বন্ধে ৰামৰায়ে কৈছে — "স্ত্ৰী-শূদ্ৰ-শিশু, সমস্তে বুজয়, পঢন্তে নাহি দুষণ"। বিৰাট-ভাগৱত গ্ৰন্থৰ সকলোবোৰ কথা একাদিক্ৰমে ভট্টদেৱৰ আগতে কোনো লিখকে লিখি উলিয়াব পৰা নাছিল। শঙ্কৰদেৱ আদি পণ্ডিতসকলে ইয়াৰ বিভিন্ন স্কন্ধবিশেষৰ পদানুবাদ কৰিছিল। সেই অনুৱাদৰ মাজত আছিল কবিসকলৰ বিষ্ণু-মাহাত্ম্য- প্ৰচাৰমুখি-ভাৱৰ প্ৰতি বিশেষ অনুৰাগ। সেয়েহে, সেই কাব্যিক-অনুবাদবোৰে সৰ্ব্বসাধাৰণৰ চিত্ত আকৰ্ষণ কৰিব পাৰিলেও কথ্যবস্তু-প্ৰকাশৰ ক্ষেত্ৰত সকলো ঠাইতে যথাৰ্থ বুলিব পৰা নাযায়। পুৰণি-অসমীয়া-সাহিত্যৰ ভিতৰত কিন্তু ভট্টদেৱৰ কথা-ভাগৱতেই একমাত্ৰ গ্ৰন্থ, য'ত সমগ্ৰ-ভাগৱতৰ বিষযবস্তু আনুক্ৰমিক ভাবে ৰূপাযিত হৈছে সংক্ষিপ্ত-ৰূপত। এক হাতেৰে, এক গতত আৰু এক নিৰৱচ্ছিন্ন-সমযত এই গ্ৰন্থ এক ভক্তিমন্ত পুৰুষে লিখা কাৰণে ইয়াৰ বিষযবৈচিত্ৰ্যৰ মাজতো পৰম-পুৰুষৰ প্ৰতি থকা ভক্তি-সূত্ৰই এইবোৰ গ্ৰথিত কৰি ৰাখিছে। লগতে ভাষা আৰু প্ৰকাশৰীতিৰ সমতাই পাঠকৰ দৃষ্টিত বিৰাট-ভাগৱত-শাস্ত্ৰৰ এক সামগ্ৰিক-একক-ৰূপ দাঙি ধৰিছে। সমগ্ৰ কথা-ভাগৱতেই সংক্ষিপ্ত, তাৰ ভিতৰতো একাদশ-দ্বাদশ-স্কন্ধৰ কিছুমান অধ্যায়ৰ ৰূপাযণ অতি সংক্ষিপ্ত। গোটেই কথা-ভাগৱতখনৰ ভিতৰতে এটা অধ্যায়ৰ ৰূপাযণত মাত্ৰ ইযাৰ ব্যতিক্ৰম দেখা যায। সেইটো হৈছে দশম-স্কন্ধৰ ৮৭ অধ্যায়। ইয়াৰ অন্তৰ্গত বেদস্তুতি-বিষযটো অতি কঠিন দাৰ্শনিক-তত্বপূৰ্ণ কাৰণে হয়তো শ্ৰীধৰী টীকাৰ অনুসৰণ কৰি বৰ বহলকৈ ইযাক গদ্যৰূপ দিছে। এক কথাত কবলৈ হলে কথা-ভাগৱত মূল-ভাগৱতৰ সংক্ষিপ্ত-সংস্কৰণ।

"শ্ৰীমদ্ভগৱদগীতা" আৰু বিষ্ণুপুৰী-সন্নাসীকৃত "ভক্তি-ৰত্নাৱলী" — এই দুখন আগশাৰীৰ বৈষ্ণৱ-শাস্ত্ৰও দামোদৰদেৱৰ আজ্ঞানুসৰিয়েই কথা-ভাগৱত ৰচনা কৰাৰ পাছত ভট্টদেৱে অসমীয়া-গদ্যত ভাঙিছেঃ

প্ৰভুৰ আজ্ঞায়ে বাৰ স্কন্ধ ভাঙ্গি
কথাৰূপ কৰিলন্ত।।
গীতা-ৰত্নাৱলী কথাৰূপে তাকো
কৰিলন্ত বিৰচন। (ৰা. ৰা)

"গীতা"ৰ কথা-ভাঙনিৰ প্ৰসঙ্গত ভট্টদেৱে নিজে লিখি যোৱা এই কথাখিনি উল্লেখনীয়ঃ "যদ্যপি আমি শ্ৰীকৃষ্ণৰ প্ৰসাদে শ্ৰীধৰী শঙ্কৰী, দামোদৰী, ভাস্কৰী চাৰিও টীকা বিচাৰ কৰিছি, তথাপি প্ৰায় শ্ৰীধৰী টীকাৰ মতে কথা নিৱন্ধিবো। তাহাৰ বিচাৰ

শুনা। শ্ৰীধৰী, ভক্তিক মাত্ৰ নিৰূপণ কৰে, শঙ্কৰী টীকা জ্ঞানক প্ৰধান কৰি ব্যাখ্যা কৰে, ভাস্কৰী কৰ্ম্মক প্ৰধান কহে, দামোদৰী তিনিও যোগক সমান কহে। বৈষ্ণৱসকলৰ প্ৰীতিৰ অৰ্থে ভক্তিপ্ৰধান টীকাৰ মতক প্ৰায় লিখিবো।"[১৩৩] ভক্ত-পণ্ডিত-ভট্টদেৱে ভক্তিৱাদ প্ৰচাৰৰ উদ্দেশ্যে ভক্তিপ্ৰধান-শ্ৰীধৰী-টীকাৰ আধাৰত গীতা-শাস্ত্ৰ অনুৱাদ কৰিছি। গীতাৰ অনুৱাদ সংক্ষিপ্ত নহয়, প্ৰতিটো অধাযতে বিস্তৃত। কথা-ভক্তিৰত্নাৱলী কথা-ভাগৱতৰ নিচিনা সংক্ষিপ্তও নহয় আৰু কথা-গীতাৰ নিচিনা বিস্তৃতও নহয় । ভট্টদেৱে ইযাৰ কথ্যবস্তু হজম কৰি লৈ পৰিমিত শব্দাৱলীৰ মাজেদি তাক সৰলভাবে ৰূপ দিছে। প্ৰতিটো বিৰচনৰ কথা মূলৰ নিচিনাকৈ তেওঁ গদ্যলৈ ৰূপান্তৰ কৰিছে।

*কথা-গীতা*
*কথা-ৰত্নাৱলী*

ভট্টদেৱ-বিৰচিত অসমীয়া-পদপুথিৰ ভিতৰত "নন্দোৎসৱ," "প্ৰসঙ্গ-মালা," আৰু "বিষ্ণু-সহস্ৰনাম" ছপা হৈ ওলাইছে।[১৩৪] "নন্দোৎসৱ" কলেৱৰত অতি ক্ষুদ্ৰ। কৃষ্ণৰ জন্মত নন্দ-গৃহত হোৱা আনন্দ-উৎসৱ আৰু লগতে নন্দৰাজে দিযা দান-দক্ষিণাৰ বৰ্ণনা এই পুথিখনিত বৰ্ণিত হৈছে। দামোদৰী সত্ৰবোৰত দ্বাদশ-প্ৰসঙ্গ যাতে ঠিকমতে চলে, সেই উদ্দেশ্যে ভট্টদেৱে "প্ৰসঙ্গ-মালা" ৰচিছে বুলি বুজা যায়। ৰামদেৱ গোস্বামীৰ দ্বাৰা সম্পাদিত এই পুথিখন ১৮৬৭ শকতে ছপা হৈ ওলাইছিল।[১৩৫] কাব্যিক-মূল্যতকৈ পুথিখনৰ ধৰ্ম্মীয়-মূল্যহে লক্ষণীয। পদ্ম-পুৰাণৰ উত্তৰখণ্ডৰ অন্তৰ্গত বিষ্ণু-সহস্ৰনামখণ্ড, বিশেষকৈ বৈষ্ণৱ-সম্প্ৰদায়ৰ বৰ আদৰণীয। ভট্টদেৱে কৰা এই সহস্ৰনামখণ্ডৰ পদানুবাদ অৱশ্যে পুৰণি-অসমীয়া-সাহিত্যৰ উল্লেখণীয কৃতি। এই কৃতি যিহেতুকে বৰ্ণনাত্মক নহয়, ইয়াত মৌলিকতা-প্ৰদৰ্শনৰ কোনো সুবিধা নাই। তথাপি ইযাৰ মাজতো কঠিন নামবিলাকৰ অৰ্থ বুজাৱৰ কাৰণে ভট্টদেৱে ঠাযে ঠাযে বহলাই লিখিছে।[১৩৬] ভট্টদেৱৰ ৰচনাৰূপে উল্লিখিত বাকী পুথিকেইখনৰ প্ৰমাণিকতা সম্বন্ধে অৱশ্যে বিচাৰ কৰাৰ অৱকাশ পোৱা যায়। "দামোদৰ-ব্যাখ্যান" আৰু গুৰু-বংশাৱলী" ইতিমধ্যে প্ৰকাশিতও হৈছে।

*নন্দোৎসৱ, প্ৰসঙ্গমালা, বিষ্ণু সহস্ৰ নাম*

ভট্টদেৱ-বিৰচিত সংস্কৃত-গ্ৰন্থকেইখনৰ ভিতৰত "ভক্তি-বিৱেক" বিশেষকৈ ধৰ্ম্মীয়-দৃষ্টিকোণৰ পৰা অতি বিখ্যাত। ১৯৫১ খৃঃ তে অধ্যাপক লক্ষ্মীনাৰাযণ চট্টোপধ্যায়ৰ

---

১৩৩. ক.গী. ১ ম অধায়, পণ্ডিত হেমচন্দ্ৰ গোস্বামী সম্পাদিত

১৩৪ * গঙ্গাধৰ দেৱ গোস্বামী সংগৃহীত "নন্দোৎসৱ" বহু বছৰ আগতে পাট বাউসী সত্ৰৰ ৰামদেৱ গোস্বামীয়ে ছপা কৰি উলিযাইছে।

১৩৫. পাটবাউসী সত্ৰৰ সাম্প্ৰতিক অধিকাৰ গুৰুকৃষ্ণ গোস্বামীয়ে পূৰ্বপ্ৰকাশিত পুথিখনত আৰু কিছু কথা সংযোগ কৰি বহল ভূমিকাৰ সৈতে প্ৰকাশ কৰি উলিয়াইছে।

১৩৬ দ্ৰষ্টব্যঃ ক ভা., ভূমিকা, ড° হৰিনাথ শৰ্মাদলৈ সম্পাদিত

সম্পাদনাত এই পুথিখন ছপা হৈছিল। বৈদিক-সাহিত্যৰ পৰা পৌৰাণিক-সাহিত্যলৈকে প্ৰায় সকলোবোৰ বৈষ্ণৱ-গ্ৰন্থৰ পৰা ভট্টদেৱে নিজ সম্প্ৰদায়ৰ মতবাদ প্ৰতিষ্ঠাৰ কাৰণে-প্ৰয়োজনীয়-শ্লোকবোৰ পোষ্কৰতা পৰিচ্ছেদত পৰ্য্যায়ভুক্ত কৰিছে। ই ভট্টদেৱৰ পাণ্ডিত্য আৰু বিচাৰ-শক্তিৰ চৰম-নিদৰ্শন। দামোদৰী-সম্প্ৰদায়ৰ আচৰণীয-দিক্‌নিৰ্ণযাত্মক ই প্ৰামাণিক গ্ৰন্থ। ১৫৪৩ শকত ইয়াৰ ৰচনা সমাপ্ত হোৱা বুলি ভট্টদেৱে গ্ৰন্থৰ ভিতৰতে লিখি থৈ গৈছে।

*ভক্তিবিবেক*

ভট্টদেৱৰ আগতে পুথি লিখা হৈছিল পদ্যত। ওপৰতে উল্লেখ কৰাৰ নিচিনা দামোদৰদেৱৰ আদেশত ভট্টদেৱেই প্ৰথমতে এই গতানুগতিকতা এৰি ভাগৱত, গীতা, আৰু ভক্তি-ৰত্নাৱলী, এই তিনিখন গূঢ়-তত্ত্বাৰ্থপূৰ্ণ বৈষ্ণৱ-শাস্ত্ৰ অসমীয়া গদ্যত ৰূপান্তৰিত কৰে। বিশেষ কথা এই যে, সাহিত্যিক-অসমীয়া-গদ্যৰ কোনো নমুনা ভট্টদেৱে পোৱা নাছিল। তেওঁৰ পূৰ্ব্বৱৰ্ত্তী শঙ্কৰ-মাধৱৰ-নাটসমূহত এক প্ৰকাৰ গদ্যৰ যি নমুনা আছিল তাৰো ভাষা ব্ৰজাৱলীহে। জনসাধাৰণৰ কথিত-ভাষাৰ যোগেদি গীতা-ভাগৱতৰ নিচিনা পবিত্ৰ তাত্ত্বিক-কথাৰ গদ্যৰূপো সমীচীন নহয বুলি ভাবি ভট্টদেৱে পূৰ্ব্বসূৰি মাধৱকন্দলী, শঙ্কৰ-মাধৱ আদিৰ কাব্যৰাজিৰ ভাষাতেই দৃষ্টিপাত কৰে। তাৰ পৰা প্ৰধানভাৱে শব্দৰাজি আহৰণ কৰি কথ্য-ৰীতি আৰু সংস্কৃত-ব্যাকৰণৰ আদৰ্শত বাক্যবিন্যাস-প্ৰকৰণ সৃষ্টি কৰি এক প্ৰকাৰ গদ্যৰ ৰূপ দিযে, আৰু এই গদ্যত তেওঁ উক্ত-শাস্ত্ৰ তিনিখন ৰূপান্তৰিত কৰে। ভট্টদেৱৰ এই গদ্যৰ ভাষা আৰু প্ৰকাশৰীতি সেই যুগৰ কথ্য-ভাষা আৰু প্ৰকাশৰীতিৰ লগত পূৰ্ণৰূপত অমিল বুলিবও নোৱাৰি আৰু পূৰ্ণৰূপত মিল থকা বুলিবও নোৱাৰি। কব পৰা যায় — ভট্টদেৱী-গদ্যৰ ভাষা আৰু প্ৰকাশ-ৰীতিক কৃত্ৰিমতাৰ আৱৰণে আবৃত কৰিলেও কথ্য-ভাষা আৰু প্ৰকাশৰীতিৰ চলন্ত শক্তি তাৰ মাজত নথকা নহয; কিয়নো এই গদ্যৰ আদৰ্শতে পৰৱৰ্ত্তী ৰঘুনাথ মহন্তয়ো গদ্য ৰচনা কৰিছে, চৰিতকাৰসকলেও কথা-চৰিত-সৃষ্টিত অনুপ্ৰেৰণা লভিছে। ড° সত্যেন্দ্ৰনাত শৰ্ম্মাই কৈছে — ভট্টদেৱে "কথ্য ভাষাৰে এটা সাধু আৰু গম্ভীৰ ৰূপ গদ্যত ব্যৱহাৰ কৰিছে। পদ-পুথিত ব্যৱহাৰ কৰা শব্দাৱলী আৰু বৈয়াকৰণিক গঢ়সমূহ তেওঁ গ্ৰহণ কৰি কথিত ভাষাৰ কাব্যৰচনাৰ প্ৰণালীত সেইবোৰ প্ৰয়োগ কৰিছে"।[১৩৭] ড° বাণীকান্ত কাকতিয়ে[১৩৮] মন্তব্য দি গৈছে —— ভট্টদেৱৰ গদ্য তৎসম-শব্দবদ্ধাৰা ভাৰাক্ৰান্ত আৰু ই পদ্যলিখকসকলৰ ভাষাতকৈও কম ঘৰুৱা। আমাৰ মতে— ভট্টদেৱৰ সমগ্ৰ-গদ্য সম্যকৰূপে অধ্যয়ন কৰোতাসকলৰ কাৰণে এই মন্তব্য আংশিকভাবে শুদ্ধ হলেও পূৰ্ণৰূপত শুদ্ধ নহয়। স্মৰণীয় কথা এই যে, লিখক যিমানেই

*ভট্টদেৱৰ গদ্যৰ ভাষা*

১৩৭. অ. সা. স. ই. ৯ ম অধ্যায়

১৩৮. AFD, Page 26

প্ৰসিদ্ধ নহওক, তেওঁৰ সাহিত্যিক-ৰচনাৰ ভাষা যৎসামান্যভাবে হলেও কৃত্রিম — অর্থাৎ কথিত ভাষাৰ লগত সকলো ফালেদি নিখুঁতভাবে ইয়াৰ মিল নাথাকে, নাইবা সেই ভাষাৰ পৰা সম্পূর্ণৰূপে ই পৃথক হৈও নাযায়। ভট্টদেৱে কামৰূপতে জন্মগ্ৰহণ কৰি, ইযাতে শিক্ষা-দীক্ষা লৈ সাহিত্য সৃষ্টি কৰে। সেয়েহে, ৰচনাৰ মাজত সকলো দিশতে কামৰূপী-কথিত-ভাষাৰ তদানীন্তন আৰু আধুনিক ৰূপৰো কম-বেছি সাদৃশ্য নথকা নহয়। আন এটা কথা এই যে, ৰচনাৰ বিষযবস্তুৰ লগত ভাষাৰ সম্বন্ধ। বিষয়বস্তু গতানুগতিক সাধাৰণ-জীৱন-প্ৰৱাহ হলে, তাৰ প্ৰকাশ-মাধ্যমো হয় ঘৰুৱা-শব্দাৱলী, আনহাতেদি বিষয়বস্তু যদিহে হয় দার্শনিক আৰু তাত্বিক-গূঢ়ার্থব্যঞ্জক, তেতিয়া তাৰ প্ৰকাশমাধ্যমৰূপে উচ্চ-পৰ্য্যায়ৰ সংস্কৃত-শব্দৰাজিৰ প্ৰয়োগ নকৰিলে উপায় নাই। ভট্টদেৱৰ গদ্য-গ্ৰন্থকেইখন বিষয়গধুৰ কাৰণে তেওঁৰ ভাষাত স্বাভাৱিকতে তৎসম-শব্দৰ প্ৰাধান্য দেখা গৈছে।

প্ৰাক্ বৈষ্ণৱ-যুগৰ পৰা চলি অহা বৈয়াকৰণিক-বিশেষত্ববোৰ আৰু তাৰ লগতে সংস্কৃত-ব্যকৰণৰ বাক্য-বিন্যাস-ৰীতিৰ আদৰ্শ ক'তো ক'তো ভট্টদেৱে মানা দেখা যায়। ৫মী বিভক্তিৰ চিনৰ কাৰণে তেওঁ "হন্তে" আৰু "ৰ" ৰ উপৰিও স্থানবিশেযত "পৰা"ৰ প্ৰয়োগো দেখিবলৈ পোৱা যায়। ৩ য়া বিভক্তিৰ চিনৰ কাৰণে প্ৰায়েই "এ" ব্যৱহাৰ হৈছে। বহুবচন বুজোৱাৰ কাৰণে "সব" আৰু "গণ"ৰ প্ৰয়োগ সৰ্ব্বাধিক। নিষেধাৰ্থক "ন" আকাৰ নোহোৱাকৈ বেছিভাগ ঠাইতে, আৰু ক'তো ক'তো আকাৰ যোগ কৰিও ব্যৱহাৰ কৰা দেখা গৈছে। বিশেষ কথা এই যে, প্ৰথমাদি সাতটা বিভক্তিৰ চিন যথাক্ৰমে "এ", "ক", 'দ্বাৰা", "অক", "পৰা", "ৰ" আৰু "ত" ৰ প্ৰয়োগ ভট্টদেৱৰ গদ্য-ৰচনাৰ কোনো কোনো ঠাইত দেখিবলৈ পোৱা যায়। ইয়াৰ উপৰিও কামৰূপী কথিত-ভাষাৰ নানান শব্দৰ প্ৰয়োগে-দৃঢ়ভাবে প্ৰমাণ কৰে— ভট্টদেৱী-ভাষা তদানীন্তন কথিত-ভাষাৰ পৰা সম্পূর্ণৰূপে বেলেগ হোৱা নাছিল, লগতে ই আধুনিকীকৰণৰো বাট কাটিছিল।

*বৈয়াকৰণিক বৈশিষ্ট্য*

শ্ৰীমদ্ভাগৱত-পুৰাণ, শ্ৰীমদ্ভগৱদগীতা আৰু ভক্তি-ৰত্নাৱলী, এই তিনিখন প্ৰসিদ্ধ ধৰ্ম্মশাস্ত্ৰৰ গদ্যৰূপ দিছে ভট্টদেৱে তেওঁৰ গুৰু দামোদৰদেৱৰ আজ্ঞানুসৰি — এই কথা অৱশ্যে ওপৰতে কোৱা হৈছে। প্ৰতিখন গ্ৰন্থৰ আৰম্ভণিতে ভট্টদেৱে স্বীকাৰ কৰিছে যে, তেওঁ তাৰ অনুবাদ কৰিছে শ্ৰীধৰস্বামীৰ টীকাক অনুসৰণ কৰি। সেয়েহে, শ্ৰীধৰস্বামীৰ টীকাৰ প্ৰভাৱ ভট্টদেৱৰ গদ্য-শৈলীত স্পষ্ট-অস্পষ্টভাবে পাৰিছে। কোনো এটা প্ৰশ্ন উপস্থাপন কৰি লৈ তাৰ উত্তৰ যুক্তিৰ মাজেদি শ্ৰীধৰস্বামীয়ে গীতা-ভাগৱতৰ কথা ব্যাখ্যা কৰে। কথা-গীতা আৰু কথা ভাগবতত ভট্টদেৱেও প্ৰশ্নৰ উপস্থাপন আৰু যুক্তিৰ মাজেদি তাৰ উত্তৰ ব্যাখ্যা কৰিছে। এই ধৰণৰ প্ৰকাশৰীতিয়ে ভট্টদেৱৰ গীতা-ভাগৱতৰ

গদ্যৰ মাজত যুক্তিপ্ৰদ (logical) আৰু ব্যাখ্যাত্মক (expository) শৈলী প্ৰকাশ কৰিছে। গহীন বিষয়-প্ৰকাশৰ ক্ষেত্ৰত শ্ৰীধৰ স্বামীৰ মোহযুক্ত নোহোৱাটোও ভট্টদেৱী-গদ্যৰীতি সংস্কৃতীয়া হোৱাৰ অন্যতম প্ৰধান কাৰণ। অৱশ্যে সংস্কৃত-ভাষাত থকা তেওঁৰ দখল, কথ্য-ভাষাৰ প্ৰকাশিকা শক্তিৰ ন্যূনতা, বিষয়গভীৰতা আৰু পৱিত্ৰতা-ৰক্ষাৰ প্ৰতি আস্থা আদি কিছুমান কথাও এই ৰীতিৰ বেলিকা উলাই কৰিবলগীয়া নহয়। স্থানবিশেষে টীকাৰ ৰীতি প্ৰকট হলেও ভট্টদেৱৰ গদ্যৰ মাজত সুকীয়া ৰীতি পৰিস্ফুট নোহোৱাকৈও থকা নাই। বিদগ্ধ-পণ্ডিত ভট্টদেৱে টীকা ভাষ্যৰ সৈতে গীতা-ভাগৱত — ৰত্নাৱলীৰ সকলো কথা হজম কৰি লৈ অনুভূতিৰ উষ্মাৰ মাজেদি সেইবোৰ আনি লেখনীৰ আগত তুলিছে, ফলস্বৰূপে সেইবোৰে কথা-ভাগৱতত লৈছে সংক্ষিপ্ত-ৰূপ, কথা-গীতাত বিস্তৃত-ৰূপ আৰু কথা-ৰত্নাৱলীত মধ্যমৰূপ। মূলাৰ্থপ্ৰকাশক সংক্ষিপ্ত কাৰণে কথা-ভাগৱতৰ মাজত পৰিমিত-শৈলী (economic style) লক্ষ্য কৰা যায়। এই শৈলীৰ বিশেষত্ব অৱশ্যে কথা-ৰত্নাৱলীৰো অধিকাংশতে দেখা যায়। কথা-গীতাত কিন্তু এই ৰীতি পৰিলক্ষিত নহয়; বাক্যবোৰ আপেক্ষিকভাবে দীঘলীয়া হলেও, বোধহয় পৰৱৰ্ত্তি-ৰচনা কাৰণেই নেকি, কথা-গীতাৰ গদ্য অধিক উন্নত, কথা-ৰত্নাৱলীৰ গদ্য আকৌ তাতোকৈ উন্নত আৰু মধুৰ। বিশেষকৈ কথা-গীতা আৰু কথা ৰত্নাৱলীৰ ৰচনা-ৰীতি দীঘলীয়া সন্ধি-সমাসৰদ্বাৰা ভাৰাক্ৰান্ত হোৱা দেখা নাযায়, যদিও সেইবোৰৰ সঘন-প্ৰয়োগ আছে। সংস্কৃত-সাহিত্যৰ নিচিনা অতিপাত দীঘলীয়া আৰু মেৰপাক লগা বাক্যও পাবলৈ নাই। ক্ৰিয়াপদ উহ্য থকা দেখা নাযায়। চুটি চুটি বাক্যৰ মাজতো ক্ৰিয়াপদৰ ব্যৱহাৰ স্পষ্ট আৰু সুন্দৰ। এই ধৰণৰ বৈশিষ্ট্যৰদ্বাৰা ৰচনাৰ মাজত সৰল-গদ্যৰীতি (simple prose style) প্ৰকাশিত হৈছে। ভাষা আৰু বিষয়বস্তুৰ মূল, দুয়োটাই কাব্য হোৱা কাৰণে (ভাষাৰ মূল পূৰ্ব্বকবিসকলৰ কাব্যৰাজি আৰু বিষয়বস্তুৰ মূল কাব্যিক-সৌন্দৰ্য্যপূৰ্ণ ভাগৱত-পুৰাণ) বিশেষকৈ কথা-ভাগৱতৰ গদ্যৰ কোনো কোনো অংশ প্ৰকৃত গদ্য নহৈ ছন্দোময় ৰচনাৰ শাৰীত উঠিছে।

*ভট্টদেৱৰ গৈদ্য-শৈলী*

আমাৰ ভাষা-সাহিত্যৰ ইতিহাসত ভট্টদেৱৰ গদ্য-ৰচনাৰ স্থান বহু ওপৰত। গীতা-ভাগৱতৰ নিচিনা তত্ত্বপূৰ্ণ আৰু বিশাল গ্ৰন্থৰ স্বৰূপ দাঙি ধৰি এই গদ্যই সুদূৰ ষোড়শ-শতিকাতে অসমীয়া ভাষাৰ গৌৰৱ নিশ্চিতভাবে বঢ়াইছে। ভাৰতৰ আন কোনো প্ৰদেশিক-ভাষাতে সেই কালত তেনে গদ্যসৃষ্টিৰ কল্পনাই হোৱা নাছিল।

*ইতিহাসত ভট্টদেৱী-গদ্যৰ স্থান*

বহু বিশেষত্বত গৰীয়ান হলেও, বিশেষকৈ ভট্টদেৱৰ কথা-ভাগৱতৰ ৰূপায়ণ চমু হোৱা কাৰণে ইয়াৰ গদ্যকৃতি জন-সাধাৰণৰ যথোচিত আকৰ্ষণীয় হব পৰা নাছিল বুলি অৱশ্যে কব পৰা যায়।

## গোপাল মিশ্ৰ

গোপাল মিশ্ৰ দামোদৰদেৱৰ অন্যতম প্ৰধান শিষ্য, খুদিয়া-সত্ৰৰ প্ৰতিষ্ঠাতা। তেওঁৰ ঘৰ আছিল নলবাৰী-অঞ্চলৰ খুদিয়া গাওঁত। তেওঁ আছিল ভট্টদেৱৰ সহপাঠী, বৰনগৰৰ গোপালদেৱ নামৰ বিখ্যাত পণ্ডিত এজনৰ টোলত ভট্টদেৱৰ লগত একেলগে অধ্যয়ন কৰিছিল। সেই সূত্ৰে দুযোজন সখি আছিল। ভট্টদেৱেই তেওঁক মিশ্ৰ উপাধি প্ৰদান কৰে। কবিৰত্ন তেওঁৰ আন এটা উপাধি আছিল। গোপাল মিশ্ৰই প্ৰথমতে উলুবাৰী-সত্ৰ স্থাপন কৰে। পাছত সেই সত্ৰৰ ভাৰ তেওঁৰ ভায়েক অনন্ত মিশ্ৰক দি গোপাল মিশ্ৰই খুদিয়াত সত্ৰ পাতি তাত বাস কৰি ধৰ্ম্মপ্ৰচাৰ কৰে। তেওঁৰ সময় সম্বন্ধে মতভেদ দেখা গৈছে। তাৰ মাজতো এই কথা ঠিক — খৃষ্টীয-ষোড়ষ-শতিকাৰ মধ্যভাগৰ পৰা সপ্তদশ-শতিকাৰ আগভাগলৈকে তেওঁ জীৱিত থকাটো সম্ভৱ। কোনো কোনোৱে তেওঁক উজনিৰ বংশীগোপালদেৱৰ লগত একে কৰিব খোজে, কিন্তু সেইটো সত্য বুলিব নোৱাৰি।[১৩৯] "ঘোষা-ৰত্ন" নামৰ প্ৰসিদ্ধ গ্ৰন্থ গোপাল মিশ্ৰই ৰচনা কৰিছে। এই গ্ৰন্থ মাধৱদেৱৰ "নাম ঘোষা"ৰ লেখীয়া পণ্ডিত হেমচন্দ্ৰ গোস্বামীযে[১৪০] "নাম-ঘোষা" আৰু "ঘোষা-ৰত্ন"ৰ আভ্যন্তৰিক-প্ৰমাণৰ ওপৰত নিৰ্ভৰ কৰি কৈ গৈছে যে, "ঘোষা-ৰত্ন" শঙ্কৰদেৱৰ তিৰোভাৱৰ আগতে, অৰ্থাৎ "নাম-ঘোষা" ৰচনাৰ পূৰ্ব্বে ৰচিত। গীতা, ভাগৱত আদি বৈষ্ণৱ-পুৰাণ, সংহিতা আদিৰ পৰা ভাৱাৰ্থ সংগ্ৰহ কৰি এই ঘোষা-গ্ৰন্থ ৰচনা কৰা হৈছে। ই আৰম্ভ হৈছে এইদৰে —

*ঘোষা-ৰত্ন*

*জয় জয় কৃষ্ণ দামোদৰ তুমি কল্পতৰু ভকতৰ*
*শৰণ পশিলো তয়ু পাদপদ্মে আমি।*
*হৃদয়-কমলে পদ থৱা মোক দাস বুলি লিখি লৱা*
*সত্যে সত্যে তয়ু দাস ভৈলো আমি স্বামী।। ইত্যাদি*

"ঘোষা-ৰত্ন"ৰ উপৰিও "মহিষাসুৰ-বধ" আৰু "শঙ্খচূড-বধ" নামৰ আন দুখন পুথিও গোপাল মিশ্ৰই ৰচনা কৰা বুলি জনা যায়।

## গোপাল আতা (১৫৪০ — ১৬১১ খৃঃ)

শঙ্কৰদেৱৰ অব্যৱহিত-পৰৱৰ্ত্তিকালৰ শঙ্কৰীপন্থৰ ধৰ্ম্মগুৰু ৰূপে প্ৰসিদ্ধ হোৱাৰ উপৰিও গোপাল আতা বৈষ্ণৱ সাহিত্যৰো ইতিহাসত উল্লেখনীয় ব্যক্তি। উজনি-অসমৰ গড়গাওঁ-অঞ্চলত জন্মগ্ৰহণ কৰা গোপাল আতা কোচৰ অসম-আক্ৰমণৰ সময়ত

---

১৩৯ দে. দা গু. সোনাপতি দেৱ শৰ্মা

১৪০. ঘোৰ ৰ, পাতনি (আনন্দৰাম ভট্টাচাৰ্য্য প্ৰকাশিত, ১৯১৪ ইং চন)

পৰিস্থিতিৰ মেৰপাকত কামৰূপলৈ ভটিযাই আহি বৰপেটাৰ ওচৰৰ ভৱানীপুৰত বাস কৰিবলৈ লয ১৫৬৪ খৃষ্টাব্দ মানৰ পৰা। গেপাল আতাই মাধৱদেৱৰ ওচৰত শৰণ লৈ তেওঁৰ একান্ত প্ৰিয-শিষ্যৰ শাৰীত উঠে। শঙ্কৰদেৱৰ পাছতে বৈষ্ণৱ-ধৰ্ম্মত সৃষ্টি হোৱা চাৰিটা শাখাৰ[১৪১] অন্যতম-শাখা কাল-সংহতিৰ প্ৰৱৰ্ত্তক গোপাল আতা। বাৰজন প্ৰধান শিষ্যক তেওঁ ধৰ্ম্মাচাৰ্য্য উপাধি দি উজনি আৰু মধ্য-অসমৰ ভিন ভিন ঠাইলৈ মহাপুৰুষীয়া-ধৰ্ম্ম প্ৰচাৰ কৰাৰ অৰ্থে পঠাইছিল। তেওঁ নিজে ভৱানীপুৰত থাকি নিষ্ঠা আৰু সাধুতাৰ সৈতে ধৰ্ম্মপ্ৰচাৰ কৰিছিল। যথোপযুক্ত দৃষ্টান্ত-উপমাৰ সৈতে তেওঁ ইমান মনোগ্ৰাহীকৈ ধৰ্ম্মীয় কথা জনসাধাৰণৰ আগত ব্যাখা কৰিছিল, যাৰ ফলস্বৰূপে তেওঁ হৈছিল "কথাৰ-সাগৰ" খ্যাতিৰে খ্যাতিমন্ত।

*পৰিচয*

জন্মযাত্ৰা, নন্দোৎসৱ আৰু উদ্ধৱ-যান — গোপাল আতাই এই তিনিখন নাট ৰচনা কৰি শঙ্কৰ-মাধৱৰ পাছতে অঙ্কীযা-নাটৰ পৰম্পৰা ৰক্ষাত অৰিহণা যোগায়। তিনিওখন নাটেই ভাগৱতৰ দশম-স্কন্ধৰ অন্তৰ্গত কথাবস্তুৰ অৱলম্বনত ৰচিত। দেৱকীৰ গৰ্ভত জন্ম লোৱা কৃষ্ণক বসুদেৱে নি নন্দগৃহত থৈ অহা আখ্যানভাগ প্ৰথমখন নাটত, কৃষ্ণৰ জন্ম উপলক্ষে নন্দ-সদনত মুখৰিত উৎসৱৰ বৰ্ণনা দ্বিতীযখনত আৰু গোপী-উদ্ধৱ-সংবাদ-অংশ তৃতীয়খন নাটৰ বিষযবস্তু। পাণ্ডিত্য থাকক বা নাথাকক, গোপাল আতাৰ নাট্য-প্ৰতিভা কিন্তু শঙ্কৰ-মাধৱৰ উপযুক্ত উত্তৰাধিকাৰীৰ লেখীযা বুলিব নোৱাৰি। টেক্‌নিক আৰু ভাষা উভয় দিশৰ পৰা গোপাল আতাৰ নাটে অঙ্কীযা নাটৰ অৱশ্যে নিম্নগামিতা সূচনা কৰে বুলি কব পৰা যায়। নাট কেইখনৰ উপৰিও গোপাল আতাই ৰচনা কৰা কিছুমান গীতো আছে, সেইবোৰ অৱশ্যে উচ্চ-পৰ্য্যায়ৰ।

*সাহিত্যকৃতি*

## গোৱিন্দ মিশ্ৰ

দুখন প্ৰসিদ্ধ সংস্কৃত-গ্ৰন্থৰ পদানুবাদৰ ক্ষেত্ৰত গোবিন্দ মিশ্ৰৰ নাম জনাজাত। সেই দুখনৰ এখন "শ্ৰীমদ্ভগৱদগীতা"ৰ অনুবাদ আৰু আনখন ভট্টদেৱকৃত "ভক্তি-বিৱেক"ৰ অনুবাদ। ৰচনাৰ মাজত জন্মস্থানৰ কোনো উল্লেখ নথকা কাৰণে তেওঁ কোন ঠাইত উপজিছিল আৰু শিক্ষা-দীক্ষা লাভ কৰিছিল, সেই কথা খাটাংকৈ কব পৰা নাযায়। পণ্ডিত হেমচন্দ্ৰ গোস্বামীৰ[১৪২] মতে গোবিন্দ মিশ্ৰই বালি নামৰ গাওঁত বাস কৰিছিল, তেওঁৰ পিতৃ তাৰাপতি আৰু পিতামহ কলাপচন্দ্ৰ। এই পৰিচয় মানি লোৱাৰ কাৰণে কিন্তু নিশ্চিত প্ৰমাণ পোৱা নাযায়। সি যি কি নহওক, গোবিন্দ

*পৰিচয়*

১৪১. এই চাৰিটা শাখাৰ নাম— ব্ৰহ্ম-সংহতি, পুৰুষ-সংহতি, নিকা বা নিষ্ঠা-সংহতি আৰু কাল-সংহতি। (দ্ৰষ্টব্য : স-সং. ৰূ. ৰেঃ কেশৱানন্দ গোস্বামী)

১৪২. *D.C.A.M.*

মিশ্ৰ সম্বন্ধে দুটা কথা ঠিক— এটা, তেওঁ ভট্টদেৱৰ শিষ্য, আৰু আনটো— তেওঁ আছিল কামৰূপৰ মানুহ, কিযনো তেওঁৰ দুয়োখন গ্ৰন্থৰে ভাষা কামৰূপী।

"ভক্তি-বিবেক"ৰ নানান ঠাইত গোবিন্দ মিশ্ৰই ভট্টদেৱক গুৰুৰূপে স্বীকাৰ কৰিছে ঃ

(i) *নমো নমো ভাগৱত ভট্টাচাৰ্য্য দেৱ.*
*মুগুধো পণ্ডিত হৱে কৰি যাক সেৱ।।*
*তাহান চৰণমনে শিৰোগত কৰি।*
*অন্তৰ্যামী কৃষ্ণৰ অনুজ্ঞা অনুসৰি।।*
*ভাগৱত ভট্টাচাৰ্য্য দেৱ কৰিলন্ত।*
*ভকতি-বিৱেক নাম গ্ৰন্থ গুণৱন্ত।।*
*তান পদ কৰিবাক কৰো মঞি আশা।*
*কৰিয়া গুৰুৰ পদে পৰম ভৰসা।। (ভ. বি )*

(ii) *নমো নমো ভাগৱত ভট্টাচাৰ্য্য দেৱ।*
*তোমাৰ চৰণে কৰো কোটি কোটি সেৱ।।*
*হিয়াত থাকিও মোক দিয়োক সুবুদ্ধি।*
*অজ্ঞান গুচিয়া জ্ঞান হুয়ো সমৃদ্ধি।। (ভ. বি )*

(iii) *ভাগৱত ভট্টাচাৰ্য্য ইষ্টদেৱ মোৰ।*
*তুমি এই কৃপা কৰা এৰাঞো দুৰ্ঘোৰ।। (ভ. বি.)*

(iv) *ভাগৱত ভট্টদেউ চৰণ দুখানি।*
*শিৰে তুলি লৈবো মঞি মহালাভ মানি।।*
*তোমাৰ চৰণ দুই লৈবো হৃদয়ত।*
*তুৱা নাম নুগুচোক মোহোৰ মুখত।। (ভ. বি.)*

(v) *ইষ্টদেৱ ভাগৱত ভট্টাচাৰ্য্য দেৱ।*
*যাহাৰ উপাধি আউৰ কবিৰত্ন পূৰ্ব্ব।।*

*তাহান ৰচিত গ্ৰন্থ ভকতি-বিবেক।*
*শ্লোক ভাঙ্গি পদছন্দে কৰিলো প্ৰত্যেক।। (ভ. বি.)*

"গীতা"ৰ অনুবাদক, অৰ্থাৎ "শ্ৰীকৃষ্ণগীতা"ৰ ৰচকো গোবিন্দ মিশ্ৰ, ইয়াত কবিয়ে লিখিছে —

*কহয় গোবিন্দ মিশ্ৰ শুনা সৰ্ব্বলোক।*
*ডাকি ৰামকৃষ্ণ বোলা সংসাৰ গুচোক।। (গী.)*

*।।. কহয় গোবিন্দ মিশ্রে শুনা সৱে লোক।*
*অল্পমতি জানি নিন্দা নকৰিবা মোক।। (গী.)*

এই গ্ৰন্থৰো আৰম্ভণিতে গোবিন্দ মিশ্ৰই গুৰুৰ চৰণত প্ৰণতি জনাইছে —

*প্ৰথমে গুৰুক নমস্কাৰ কৰু*
*শিৰ দিয়া চৰণত।*
*যাৰ উপদেশে জ্ঞানক প্ৰকাশে*
*গুচিলা অবিদ্যা যত।। (গী )*

ইযাত গুৰুৰ নামোল্লেখ নাই যদিও "গুৰু" শব্দই ভট্টদেৱৰ বাহিৰে আনক বুজোৱাৰ কথা ভাবিব নোৱাৰি। কাৰণ, দুযোখন গ্ৰন্থৰ ৰচক একেজন শাস্ত্ৰ-নিষ্ণাত-সংস্কৃতজ্ঞ-পণ্ডিত আৰু কাব্যিক-প্ৰতিভাৰ গৰাকী। কিযনো, দেখা যায় —— শ্ৰীমদ্ভগৱদগীতা আৰু

*সাহিত্য কৃতি*

ভট্টদেৱকৃত ভক্তি-বিৱেক, এই দুখন আধ্যাত্মিকতা আৰু ধৰ্মীয-গূঢ়াৰ্থপূৰ্ণ গ্ৰন্থৰ যি কাব্যিক-ৰূপায়ণ — তাৰ ভাষা, প্ৰকাশৰীতি আৰু স্থানবিশেষে কথ্যবস্তুৰ ব্যাখ্যাত্মক উপস্থাপন[১৪৩] একে। এই ধৰণৰ সাদৃশ্যবোৰে প্ৰমাণ কৰে যে, উক্ত দুযোখন গ্ৰন্থৰে ৰচক গোবিন্দ মিশ্ৰ এজন ব্যক্তি, আৰু তেওঁ ভট্টদেৱৰেই শিষ্য। গতিকে তেওঁ ষোড়শ-শতিকাৰ শেষ আৰু সপ্তদশ-শতিকাৰ প্ৰথমাৰ্দ্ধৰ কবিৰূপে খ্যাতিমান। যিহেতুকে "ভক্তি-বিৱেক" ১৫৪৩ শকত (১৬২১ খৃঃত) সঙ্কলিত, সপ্তদশ-শতিকাৰ ৩য় দশকৰ আগতে তেওঁৰ কাব্যিক-প্ৰতিভা স্ফুৰিত হোৱা নাছিল বুলিব পাৰি। "শ্ৰীকৃষ্ণ গীতা" আৰু "ভক্তি-বিৱেক", দুয়োখনেই আমাৰ পুৰণি সাহিত্যৰ শ্ৰেষ্ঠ গ্ৰন্থ। দুযোখনতে মূলৰ তাত্ত্বিক-কথাবোৰ, স্থানভেদে বৰং দৃষ্টান্তৰ সৈতে বহলাই বৰ্ণনা কৰা হৈছে।

---

১৪৩ উদাহৰণ স্বৰূপে ভক্তি-বিৱেকৰ তৃতীয় পৰিচ্ছেদৰ শৰণ নিৰ্ণয় প্ৰসঙ্গত ভট্টদেৱে উদ্ধৃত ছান্দোগ্য, উপনিষদৰ "একমেৱাদ্বিতীয়ং ব্ৰহ্ম" এই উক্তিৰ ব্যাখ্যাত্মক ৰূপ গোবিন্দ মিশ্ৰই দিছে এইদৰে—

একে ভগৱন্ত মাত্ৰ শৰণ লৈয়োক। লৈয়ো বেদ পুৰাণত প্ৰমাণ প্ৰত্যক।
যদি অৱতাৰ ভেদে অনেক কহন্ত। অদ্বিতীয় ব্ৰহ্ম তভো একে ভগৱন্ত।।
বুলিবাহা হৰি জীৱ ৰূপে ভেদ হন্ত। যেনমতে বেদে আকাশক ভেদি কন্ত।।
.সৰ্বব্যাপী অন্তৰ্যামী কৰ্ম অধিষ্ঠাতা। নিৰ্বিকাৰ নিৰ্গুণ -চৈতন্য সৰ্বদ্ৰষ্টা।।
কাষ্ঠৰ আখাতে আতে দৃষ্টান্তে কহন্ত। হৰিৰ একক তিনি শ্লোকে প্ৰকাশন্ত।।
একে অগ্নি গূঢ়ৰূপে সবাতে আছন্ত। কাষ্ঠাদি ভেদত যেন বহুৰূপ হন্ত।। ইত্যাদি

শঙ্কৰী, ভাস্কৰী, হনুমন্তী, আনন্দগিৰি আৰু শ্ৰীধৰীটীকাৰ আধাৰত কৰা অনুবাদত কবিয়ে "বাসাংসি জীৰ্ণানি ... নৱানি দেহী"— এই শ্লোকৰ অনুবাদ কৰিছে এইদৰে—

*যেন নৱবস্ত্ৰক পুৰুষ পিন্ধে আগ। পুৰাতন বস্ত্ৰ পাছে কৰে পৰিত্যাগ।।*
*যেন জোকে তৃণ পাইলে এৰয় অপৰ।। জীৱৰ দেহৰ জানা সেই পটন্তৰ।।*

## ভাগৱত আচাৰ্য্য ঃ

শৰৎচন্দ্ৰ গোস্বামীয়ে সম্পাদন কৰা "সাত্বত-তন্ত্ৰ"ৰ পাতনিত লিকিছে যে, ভাগৱত আচাৰ্য্য হৰি মিশ্ৰৰ পুত্ৰ। হৰি মিশ্ৰ আছিল হৰিদেৱী-পন্থীয় গুৰুৰ বংশধৰ। কথা-সূত্ৰ, সাত্বত-তন্ত্ৰ আৰু গীতা-সাৰ — এই তিনিখন পুথিৰ ৰচকৰূপে ভাগৱত আচাৰ্য্য জনাজাত। খৃষ্টীয়-সপ্তদশ-শতিকাৰ আদিভাগত এই তিনিখন পুথি ৰচিত হৈছে বুলি ড° সত্যেন্দ্ৰ নাথ শৰ্ম্মাই [১৪৪] কৈছে। কবিয়ে কথা-সূত্ৰ আৰম্ভ কৰিছে এইদৰে —

*পৰিচয়*

*নমো নমো হৰিদেৱ ভক্তকল্পতৰু।*
*পতিতপাৱন কৃষ্ণ মোৰ নিজ গুৰু।।*
*পৰম আৰাধ্য দেৱ কৃপাৰ সাগৰ।*
*তুৱা পদ-কমলত মোৰ নমস্কাৰ।।* [১৪৫]

এই পদফাকিয়ে কিন্তু প্ৰমাণ কৰে — ভাগৱতাচাৰ্য্য বৈষ্ণৱ-গুৰু হৰিদেৱৰ শিষ্য আছিল। "কথা-সূত্ৰ"ত ভাগৱত-পুৰাণৰ প্ৰতিটো স্কন্ধৰে মূল কথা খিনি সংক্ষেপকৈ লিখা হৈছে, ই এক প্ৰকাৰ ভাগৱতৰ সাৰ-সংগ্ৰহ। সাত্বত-তন্ত্ৰ নামৰ বৈষ্ণৱ-শাস্ত্ৰখনৰ অনুৱাদ-কৃতিয়েই "সাত্বত-তন্ত্ৰ"। বৈষ্ণৱ-কবিজনাই এই অনুৱাদৰ মাজেদি বিষ্ণু-ভক্তি সম্পৰ্কীয় তাত্বিক-দিশ প্ৰকাশ কৰিব পাৰিছে। শ্ৰীমদ্ভগৱদগীতাৰ সাৰাংশ "গীতা-সাৰ"ত বৰ্ণিত হৈছে। ভাগৱতাচাৰ্য্যই উক্ত তিনিখন পুথি যে ৰচনা কৰিছে, "কথা-সূত্ৰ"ৰ শেষৰ এই পদকেইফাকিয়েও প্ৰমাণ কৰে—

*সাহিত্য কৃতি*

*ৰত্নাৱলী শ্ৰীৰত্নাকৰ কীৰ্ত্তন গৌৰৱ আতি বৰ*
*অপৰ কীৰ্ত্তন জানিবা ইহাৰ নাম।*
*সাত্বত-তন্ত্ৰৰ গীতা-সাৰ বিৰচিলো কথা-সূত্ৰ আৰ*
*ভগৱতাচাৰ্য্যে কহে বোলা ৰাম ৰাম।।*

## গোপালচৰণ দ্বিজ

গোপালচৰণ দ্বিজ শঙ্কৰদেৱৰ পৰৱৰ্ত্তী অন্যতম প্ৰসিদ্ধ কবি। তেওঁ ভাগৱতৰ সম্পূৰ্ণ ৩য় স্কন্ধ, সপ্তম আৰু অষ্টম স্কন্ধৰ কিয়দংশকৈ অনুৱাদ কৰে। ইয়াৰ উপৰিও তেওঁ হৰিবংশৰ কিছু অংশ আৰু শঙ্কৰদেৱৰ "ভক্তি-ৰত্নাকৰ"ৰো পদ-ভাঙনি কৰে। গোপালচৰণে তৃতীয় স্কন্ধৰ আৰম্ভণিতে লিখিছে —

---

১৪৪ অসাসই

১৪৫. DCA.M.

*আছিলন্ত শ্ৰীদামোদৰ মহাসন্ত।*
*ভাগৱত শাস্ত্ৰ মাত্ৰ সদা শুনিলন্ত।।*
*তান নিজ কিঙ্কৰ পৰম সাধুচয়।*
*ইদানীকো হৰিগুণ সত্ৰে প্ৰৱৰ্ত্তয়।।*
*তাসম্বাৰ বচনক কৰি শিৰোগত।*
*তৃতীয় স্কন্ধৰ পদ কৰিবো বেকত।।*

আকৌ, তৃতীয স্কন্ধৰে একেবাৰে শেষত শঙ্কৰদেৱক উদ্দেশ্য কৰি কবিয়ে লিখিছেঃ

*নানা শাস্ত্ৰ প্ৰচাৰিয়া ভকতিক প্ৰকাশিয়া*
*আমাক দিলাহা চক্ষুদান*
*কোটি কোটি কল্প যদি উপকাৰ কৰি আতি*
*তভো ঋণ শুজা নযায তান।।*

হৰিবংশৰ অনুৱাদতো গোপালচৰণে লিখিছে এইদৰেঃ

*গোপাল গুৰুৰ পাৰে পৰি প্ৰণামিযা।*
*বলদেৱ বাক্য শিৰে ধৰিয়া যতনে।*
*ইষ্টদেৱতাৰ দুই ধৰিয়া চৰণে।*
*পদচয ভণে দ্বিজ গোপালচৰণে।।*

উক্ত প্ৰথমখণ্ড পদৰ পৰা বুজা যায় — দামোদৰদেৱৰ শিষ্যসকলৰ অনুপ্ৰেৰণাত গোপালচৰণে ভাগৱতৰ পদ ৰচনা কৰিছে। দ্বিতীযখণ্ডই ভাবিবলৈ অৱকাশ দিয়ে যে, তেওঁ হয়তো শঙ্কৰদেৱৰেই শিষ্য আছিল। তৃতীযখণ্ডই আকৌ বুজায — দামোদৰদেৱৰ

*পৰিচয়*

শিষ্য বলদেৱৰহে তেওঁ শিষ্য আছিল। গোপালচৰণ-দ্বিজ প্ৰকৃততে কাৰ শিষ্য আছিল, এনেকুৱা পৰিস্থিতিয়ে তাক নিশ্চিত কৰাত অসুবিধা ননাকৈ থকা নাই। এই কথা অৱশ্যে নিশ্চিত যে, তেওঁ উভয়ৰ গুণৰাজিতে মুগ্ধ আছিল। কবিয়ে যিহেতুকে দামোদৰী সত্ৰত বাস কৰাৰ কথা কৈছে, সিয়েই তেওঁক দামোদৰদেৱৰ উল্লিখিত শিষ্যৰ শিষ্যৰূপে প্ৰতীয়মান কৰাত অধিক গুৰুত্ব নিদিয়াকৈ থকা নাই। দামোদৰদেৱৰ পৰৱৰ্ত্তী কবিৰূপে গোপালচৰণৰ সময খৃষ্টীয়-সপ্তদশ শতিকাৰ প্ৰথমাৰ্দ্ধৰ ভিতৰতে বুলি ধৰিব পাৰি।

ভাগৱতৰ তৃতীয় স্কন্ধৰ কথাবস্তু কঠিন, প্ৰায়বোৰেই দাৰ্শনিক-তত্ত্বপ্ৰধান। বিদুৰৰ লগত উদ্ধৱৰ কথোপকথন, ভগৱানৰ লীলা-বৰ্ণন, ব্ৰহ্মাৰ সৃষ্টি, ব্ৰহ্মাৰ বিষ্ণুদৰ্শন আৰু স্তুতি, সৃষ্টিতত্ত্বৰ বৰ্ণনা আদি প্ৰাযবোৰ বিষয়েই কবিয়েই দক্ষতাৰ সৈতে বৰ্ণনা কৰিছে। কঠিন বিষয়বোৰ পদৰ মাজেদি মাতৃ-ভাষাত প্ৰকাশ কৰাৰ যি দক্ষতা প্ৰকাশ কৰিছে,

সিযেই তেওঁৰ পাণ্ডিত্য আৰু কৱি-প্ৰতিভাৰ পৰিচয় দিয়ে। গোপালচৰণ দ্বিজে অষ্টম-স্কন্ধৰ অনুৱাদত প্ৰথম চৈধ্যটা অধ্যায়ৰ কথা সামৰিছে যদিও ইয়াতে তেওঁ গজেন্দ্ৰোপাখ্যান-খণ্ডহে (অধ্যায় ২—৪) বহলাই অনুৱাদ কৰিছে। সপ্তম-স্কন্ধৰো প্ৰহ্লাদ-চৰিত্ৰ-আখ্যানটোৰ অসমীয়া-ৰূপান্তৰ কৰিছে। হৰিবংশৰ নৰক-বধ আৰু পাৰিজাত-হৰণ আখ্যানটোৰ অনুৱাদত শঙ্কৰদেৱৰ পাৰিজাত-হৰণ-নাটৰ প্ৰভাৱ পৰিলক্ষিত হয়। গোপালচৰণকৃত শচী-সত্যভামা-কন্দলৰ চিত্ৰণত শঙ্কৰদেৱৰ প্ৰভাৱ সুস্পষ্ট। শঙ্কৰদেৱৰ "ভক্তি-ৰত্নাকৰ" নামৰ বিভিন্ন শাস্ত্ৰান্তৰ্গত-বিষ্ণুভক্তিমূলক সংস্কৃত-শ্লোকৰ যি সঙ্কলন, তাক গোপালচৰণে অসমীয়া-গদ্যলৈ ৰূপান্তৰ কৰিছে।এই কৃতিয়েও তেওঁৰ পাণ্ডিত্যৰ প্ৰমাণ দিব পাৰিছে।

*কাব্যিক কৃতি*

## জয়ৰাম

ভাগৱতৰ চতুৰ্থ-স্কন্ধৰ প্ৰথম অধ্যায়ৰ অন্তৰ্গত মনু-কন্যাসকলৰ বংশবৰ্ণনাৰ ৰচকৰূপে জয়ৰামৰ নাম পোৱা যায়। কবিযে অনুৱাদ-প্ৰসঙ্গত লিখিছে —

*গোপাল চৰণৰ দাসে নিৰূপণ কৈলা*
*জয়ৰাম নাম মূঢ়মতি।*

ইযাৰ পৰা বুজা যায় — জয়ৰাম গোপালচৰণ দ্বিজৰ (৩ য স্কন্ধৰ অনুবাদক) শিষ্য আছিল। জয়ৰামৰ অনুবাদ চমু নহয়, একপ্ৰকাৰ মূলানুগ।

## কলাপচন্দ্ৰ দ্বিজ

কোচৰজা নৰনাৰায়ণৰ কথামতে কলাপচন্দ্ৰই ভাগৱতৰ পদ ৰচনা কৰিছে বুলি জনা যায়। ভাগৱতৰ চতুৰ্থ-স্কন্ধৰ দ্বিতীয়ৰ পৰা সপ্তম-অধ্যায়ত বৰ্ণিত দক্ষ-যজ্ঞৰ কাহিনীটো আৰু ১৩ শৰ পৰা ২৪ শ অধ্যায়ত বৰ্ণিত বেণ আৰু পৃথু ৰজাৰ আখ্যান, আৰু লগতে ৰুদ্ৰগীত-খণ্ডৰ অসমীয়া-পদলৈ তেওঁ অনুৱাদ কৰে। দক্ষ-যজ্ঞ-আখ্যান আৰু বেণ-পৃথুৰজাৰ আখ্যানৰ লগত সংশ্লিষ্ট প্ৰায় গোটেইবোৰ কথাকেই কবিযে কিছু বিস্তৃতভাবেই বৰ্ণনা কৰিছে। ২৪ শ অধ্যায়ৰ অন্তৰ্গত ৰুদ্ৰ-গীত-বৰ্ণনাংশ অৱশ্যে কিছু চমু, তথাপি ইয়াৰ মাজত কবিৰ প্ৰতিপাদন-শক্তি আৰু পাণ্ডিত্য প্ৰকাশ পাইছে। বিষয়বস্তুৰ উপস্থাপন, বৰ্ণনাশক্তি আৰু ভাষাৰ ফালৰ পৰা কলাপচন্দ্ৰৰ কাব্যিক-প্ৰতিভা আগশাৰীৰ বুলি কব পাৰি। বিশেষ কথা এই যে, দক্ষ-যজ্ঞ-আখ্যানৰ আৰম্ভণিৰ মঙ্গলাচৰণ-খণ্ডত কবিয়ে লিখিছে — "হৰি-হৰ-পদ-পঙ্কজৰ প্ৰসাদত। অবিলম্বে আৰম্ভৰ হৌক সমাপত"।। ইয়াৰ পৰা বুজা যায় — ধৰ্ম্মবিশ্বাসৰ ক্ষেত্ৰত কলাপচন্দ্ৰ আছিল উদাৰপন্থী। কলাপচন্দ্ৰই ৰাধা-চৰিত্ৰ নামৰ এখন খণ্ড-কাব্যও ৰচনা কৰিছে। এই কাব্যত অঙ্কিত ৰাধা-চৰিত্ৰ কিন্তু জয়দেৱ-অঙ্কিত ৰাধাৰ

*কলাপ চন্দ্ৰৰ অনুবাদ কৃতি*

নিচিনা প্ৰেমবিলাসিনী কামচঞ্চলা নহয়; তেওঁ প্ৰাপ্তবয়স্কা আৰু বিগত-যৌবনা-- কৃষ্ণানুৰাগিনী একনিষ্ঠা ভক্তাহে। কৃষ্ণ-প্ৰেমিকাৰূপে বিখ্যাত ৰাধাচৰিত্ৰৰ এই ধৰণৰ ৰূপান্তৰিত--চিত্ৰণৰ মাজত কবিৰ কল্পনাৰ মৌলিকতা লক্ষণীয়।

কোচৰজা নৰনাৰায়ণৰ অনুৰোধত কাব্যৰচনা কৰিবলৈ লোৱা কথালৈ চাই কলাপচন্দ্ৰ ষোড়শ-শতিকাৰ শেষাৰ্দ্ধৰ কবি বুলি বুজিব পৰা যায়। কলাপচন্দ্ৰই আকৌ নিজকে ৰামসৰস্বতীৰ পুত্ৰ বুলিও পৰিচয় দিছে। এই ৰামসৰস্বতী মহাভাৰতৰ প্ৰসিদ্ধ কবি গৰাকী নে আন পৃথক লোক, এই প্ৰশ্নটোও কোনো কোনো সমালোচকৰ মনত উক্ দিযে। ইয়াৰ উপৰিও ভাগৱতৰ অনুৱাদক কলাপচন্দ্ৰ আৰু "ৰাধা-চৰিত্ৰ"ৰ ৰচক কলাপচন্দ্ৰ, একেজন ব্যক্তি হয় নে নহয়, এই কথাও পৰ্য্যালোচনাৰ সময়ত চিন্তনীয় অৱশ্যে হৈ উঠে।

## অনিৰুদ্ধ দেৱ

শঙ্কৰদেৱৰ পৰৱৰ্ত্তী উল্লেখযোগ্য কবিসকলৰ ভিতৰত অনিৰুদ্ধ দেৱ অন্যতম। ভাগৱতৰ চতুৰ্থ আৰু পঞ্চম স্কন্ধৰ অংশ বিশেষৰ তেওঁ পদভাঙনি কৰিছে। চতুৰ্থ-স্কন্ধৰ অন্তৰ্গত দক্ষ-যজ্ঞ, ধ্ৰুৱ-বেণ-পৃথু-পুৰঞ্জযৰ আখ্যান আৰু পঞ্চম-স্কন্ধৰ পৰা নাভি-ভৰতৰ আখ্যান তেওঁৰ নাতিদীৰ্ঘ সাৰ্থক-অনুবাদ। তেওঁ মোৱামৰীয়া-সম্প্ৰদায়ৰ প্ৰতিষ্ঠাপক আছিল বুলি জনা যায়। অনিৰুদ্ধদেৱৰ পূৰ্ব্বপুৰুষ মহীপাল নাৰায়ণপুৰ অঞ্চলৰ এজন প্ৰধান লোক আছিল। তেওঁৰ চাৰিপুত্ৰৰ ভিতৰত গোণ্ডাগিৰি কনিষ্ঠ, এই গোণ্ডাগিৰিৰেই পুত্ৰ অনিৰুদ্ধ। যথাসময়ত অনিৰুদ্ধ কামৰূপৰ কালজাৰ সত্ৰলৈ আহে আৰু গোপাল আতাৰ ওচৰত শৰণ লয়। তেওঁৰ জন্ম আৰু মৃত্যু যথাক্ৰমে ১৫৫৩ আৰু ১৬২৬ খৃষ্টাব্দ বুলি জনা যায়। এনেকুৱা হলে, অনিৰুদ্ধ দেৱে ষোড়শ-শতিকাৰ শেষাংশ আৰু সপ্তদশ-শতিকাৰ প্ৰথম চতুৰ্থাংশৰ ভিতৰতে ভাগৱতৰ পদ ৰচনা কৰিছে।

*কবিৰ পৰিচয় আৰু কৃতি*

অনিৰুদ্ধ দেৱ এজন গীতিকাৰ ৰূপেও খ্যাত। আধ্যাত্মিক আৰু তত্বপূৰ্ণ বহুত গীত তেওঁ ৰচনা কৰি গৈছে। তাত্বিক-দিশৰ পৰা এই গীতবোৰ "বৰগীত"ৰ লেখীয়া। "শ্ৰীশ্ৰী অনিৰুদ্ধ দেৱৰ গীত", নামকৰণেৰে ইয়াৰ এটা সঙ্কলন ইতিমধ্যে ছপা হৈ ওলাইছে। ইয়াৰ উপৰিও, মাধৱদেৱৰ "নাম-ঘোষা"ৰ আৰ্হিত লিখা 'ভক্তি-মঙ্গল-ঘোষা' নামৰ এখন পুথি-অনিৰুদ্ধদেৱে ৰচনা কৰা বুলি জনা গৈছে।

## অনিৰুদ্ধ কায়স্থ ঃ

শঙ্কৰোত্তৰ কালৰ অন্যতম উল্লেখনীয় কবি অনিৰুদ্ধ কায়স্থ। পঞ্চম-স্কন্ধৰ পদ-ভাঙনিত কবিয়ে আত্ম-পৰিচয় দিছে ঃ

*আছিল মাধৱ দাস তান মুখ্য শিষ্য।*
*পৰম বৈষ্ণৱ সৰ্ব্বকাৰ্য্যত বিশিষ্ট।।*

*নকৰিলা বিহা কৰি ইন্দ্ৰিয় নিগ্ৰহ।*
*সম্বন্ধত আমাৰ কনিষ্ঠ পিতামহ।।*

মাধৱদেৱ যিহেতু কবিৰ কনিষ্ঠ পিতামহ, মাদৱদেৱতকৈ তেওঁ দু পুৰুষ পাছৰ। অনিৰুদ্ধ কাযস্থই ভাগৱতৰ পঞ্চম-স্কন্ধৰ অনুৱাদ—কাৰ্য্য শেষ হোৱাৰ সমযো উল্লেখ কৰিছেঃ

*বেদ-পক্ষ-বাণ শশাঙ্ক শকৰ*
*আশ্বিন কৃষ্ণ পক্ষত।*
*সপ্তমী গোচৰে বৃহস্পতি বাৰে*
*পদ ভৈল সমাপত।।*

অৰ্থাৎ,১৫২৪ শক বা ১৬০২ খৃঃত পঞ্চম-স্কন্ধৰ পদ-ভাঙনি অনিৰুদ্ধ কাযস্থই শেষ কৰিছিল। আন এটা কথা এই যে, ভাগৱতৰ অনুৱাদ-কাৰ্য্যত অনিৰুদ্ধ কাযস্থই কোচৰজা ৰঘুদেৱনাৰাযণৰো আনুগত্য স্বীকাৰ কৰিছেঃ

*নৃপ ৰঘুবৰ সৰ্ব্বগুণাধাৰ*
*ৰূপে কামদেৱ সম।*
*ধৰ্ম্মত নিৰত বৈৰৰ মধ্যত*
*সিংহৰ যেন বিক্ৰম।।*
*তানে মুখ্যতম বিশ্বাসী পৰম*
*কায়স্থ দলৰ পতি।*
*গুৰুৰ চৰণে পদচয় ভণে*
*অনিৰুদ্ধ শিশুমতি।।*

ৰঘুদেৱৰ মৃত্যু হয ১৬০৩ খৃঃত। উক্ত গোটেইকেইটা কথাই নিশ্চিত কৰে — কবিৰূপে অনিৰুদ্ধ কাযস্থৰ কালব্যাপ্তিয়ে ষোড়শ-শতিকাৰ শেযাংশৰ পৰা সপ্তদশ-শতিকা স্পৰ্শ কৰিছে। অগ্নীধ্ৰৰ চৰিত্ৰ, ঋষভৰ বৃত্তান্ত, ভৰতৰ চৰিত্ৰ, ৰহুগণৰ কথা, ভৱাটৱী আদিৰ চিত্ৰণত কবিৰ কাব্যিক-প্ৰতিভা আৰু দক্ষতাৰ বিশেষ পৰিচয় পোৱা যায়। অনিৰুদ্ধ কায়স্থকৃত দ্বিতীয় স্কন্ধৰ অনুৱাদ এটাও কোচবিহাৰ-ৰাজকীয় গ্ৰন্থাগাৰত থকা বুলি জনা গৈছে।

## বিষ্ণু ভাৰতী

ভাগৱতৰ অন্যতম পদ-ৰচক বিষ্ণু ভাৰতী সপ্তদশ-শতিকাৰ আদিভাগৰ কবি। ৰচনাৰ মাজত কবিয়ে লিখিছে — "কবিৰত্ন সুত বিষ্ণু ভাৰতী বদতি"। মূল-ভাগৱতৰ ৪ৰ্থ স্কন্ধৰ ৮ মৰ পৰা ১১ শ অধ্যায়লৈ, এই পাঁচটা অধ্যায়ত ধ্ৰুৱ-চৰিত্ৰ বৰ্ণনা কৰা হৈছে। বিষ্ণুভাৰতীয়ে ধ্ৰুৱ-চৰিত্ৰৰ গোটেইবোৰ কথা একাদিক্ৰমে অসমীয়া-পদত অনুৱাদ কৰিছে।

এই ৰচনাংশ এখন সুকীয়া কাব্যৰূপেও পৰিগণিত। বৰ্ণনাবিশেষৰ মাজত পূৰ্ব্বকবিৰ, বিশেষকৈ শঙ্কৰদেৱৰ বৰ্ণনাৰ অনুকৰণ স্পষ্টভাৱে লক্ষ্য কৰা যায়। উদাহৰণ স্বৰূপে, শঙ্কৰদেৱৰ উপৱনৰ চিত্ৰানুৰূপ বিষ্ণু ভাৰতীৰ হেমৱন্ত গিৰিৰ নিকটস্থ উপৱনৰ চিত্ৰ ঃ

*অশোক মন্দাৰ, চম্পা নাগেশ্বৰ, কাঞ্চনকুন্দ অপাৰ।।*
*সেউতী মালতী, বাগী জাই যুতি, পিয়লি বক বন্দুলি।*
*কৰবীৰ ভেন্টি, মৰুৱাবো আঞ্চ, পাৰলী মাধৈ ঘিযালী।।*
*নানা বিধ ফল, তাল নাৰিকল, আম আলখী গাছে।*
*খাজুৰি বদৰী, সোলঙ্গ মধুৰী, ফলে ভৰিপুৰি আছে।।* ইত্যাদি

বিষ্ণু ভাৰতীৰ নামত আন এখন গ্ৰন্থ প্ৰচলিত আছে — নাম "ভাগৱত-ৰত্ন"। ই দ্বাদশ-স্কন্দৰ কথাবস্তুৰ একপ্ৰকাৰ সাৰসংগ্ৰহ। কবিযে নিজেই ইয়াৰ ওপৰত শ্ৰীধৰস্বামীৰ টীকাৰ প্ৰভাৱ মানি লৈছে। কোনো কোনোযে "ধ্ৰুৱ-চৰিত্ৰ"ৰ বিষ্ণু ভাৰতী আৰু "ভাগৱত-ৰত্ন"ৰ বিষ্ণুভাৰতী একেজন ব্যক্তি হয় নে নহয়, ইযাত অৱশ্যে সন্দেহ কৰে।

## হৰিদাস পাঠক

মহাপুৰুষ দামোদৰদেৱৰ অন্যতম প্ৰপন্ন শিষ্য হৰিদাস পাঠক। গুৰুৰ লগত তেওঁ বৈকুণ্ঠপুৰত একেলগে বাস কৰিছিল। হৰিদাস পাঠকে ভাগৱতৰ তৃতীয আৰু পঞ্চম স্কন্ধৰ পদ ৰচনা কৰে।[১৪৬]এই দুই স্কন্ধৰ উল্লেখযোগ্য ঘটনা বাদ নিদিযাকৈ সৰস ত্ৰিপদী ছন্দত কবিযে ইযাক ৰচনা কৰা বুলি ড° সত্যেন্দ্ৰ নাথ শৰ্ম্মাই লিখিছে। দামোদৰদেৱৰ শিষ্য হিচাপে তেওঁ ষোডশ-শতিকাৰ শেষ আৰু সপ্তদশ-শতিকাৰ প্ৰথমাংশত কবিৰূপে কৃতিত্ব অৰ্জ্জন কৰা স্বাভাৱিক।

## ৰত্নাকৰ মিশ্ৰ

ৰত্নাকৰ মিশ্ৰ নামৰ এজন কবিয়ে শ্ৰীমদ্ভগৱদগীতাৰ কথাবস্তুৰ আধাৰত "গীতা-কীৰ্ত্তন" নামৰ পুথি ৰচনা কৰে। এই পুথি-শঙ্কৰদেৱৰ "কীৰ্ত্তন-ঘোষা"ৰ লেখীয়া। শঙ্কৰাচাৰ্য্য, ভাস্কৰাচাৰ্য্য, শ্ৰীধৰস্বামী আৰু আনন্দগিৰিৰ টীকা অধ্যয়ন কৰি সেইবোৰৰ অৰ্থৰ সামঞ্জস্য ৰাখি কবিয়ে এই পুথিত গীতাৰ্থ প্ৰকাশ কৰিছে। ৰত্নাকৰ মিশ্ৰৰ আন এখন উল্লেখনীয় পুথি "ব্ৰহ্মগীতা"। কৃষ্ণাৰ্জ্জুনৰ কথোপকথনৰ যোগেদি কবিয়ে ইয়াত ব্ৰহ্মতত্ত্ব মুকলি কৰিছে।

---

১৪৬ দ্ৰষ্টব্য ঃ অ. সা. স. ই ড° সতেন্দ্ৰনাথ শৰ্মা, উল্লেখনীয় কথা।
এই যে, ছপা হৈ ওলোৱা পদ-ভাগৱতৰ উক্ত দুই স্কন্ধত হৰিদাস পাঠকৰ ভনিতাযুক্ত ৰচনা নাই।

## ভাগৱত মিশ্র

ভাগৱত মিশ্রক বিষ্ণু-পুৰাণৰ প্ৰথম কবিৰূপে ধৰি লব পৰা যায়। তেওঁ সম্পূর্ণ বিষ্ণু-পুৰাণখন অনুবাদ কৰিছিল নে নাই, এই কথা সঠিকভাবে কবপৰা নাযায। পণ্ডিত-হেমচন্দ্ৰ গোস্বামী সম্পাদিত "অসমীযা সাহিত্যৰ চানেকি"ত ইয়াৰ অংশবিশেষ পোৱা যায। ভাগৱত মিশ্রই ১৭ শ শতিকাৰ আদিভাগত বিষ্ণু-পুৰাণ অনুবাদ কৰিছে বুলি ড° সত্যেন্দ্ৰ নাথ শর্ম্মাই[১৪৭]অনুমান কৰিছে। ভাগৱত মিশ্রই সাত্বত-তন্ত্ৰৰো পদানুৱাদ কৰে। ইযাত তেওঁ যি আত্ম-পৰিচয দিছে, তাৰ পৰা বুজা যায় যে, তেওঁ দামোদৰদেৱৰ শিষ্য আছিল —

*শুনা সর্ব্বলোক মোৰ নিজ গুৰু*
*দামোদৰ কৃপাময়।*

ইযাৰ উপৰিও জনা যায — ভাগৱত মিশ্রই দামোদৰদেৱৰ অন্যতম প্ৰিযশিষ্য ভগৱানদেৱ-প্রতিষ্ঠাপিত গোৱিন্দপুৰ-সত্ৰত ভাগৱত-পাঠ কৰিছিল।

# অসমীয়া-সাহিত্যলৈ কোচৰাজসভাৰ অৱদান

সাহিত্যৰ সৃষ্টি আৰু বিকাশত ৰাজশক্তিৰ সহানুভূতি আৰু পৃষ্ঠপোষকতা চিৰকলীয়া। পূর্ব্ববর্ত্তি-ৰজাসকলৰ নিচিনা বৈষ্ণৱ-যুগতো অসমীয়া-সাহিত্যৰ সৃষ্টি আৰু বিকাশসাধনত ৰাজশক্তিয়ে যি পৃষ্ঠপোষকতা কৰিছে সি বিশেষভাৱে স্মৰণীয়। খৃষ্টীয় ষোড়শ-শতিকাৰ আৰম্ভণিৰে পৰা সপ্তদশ-শতিকাৰ মধ্যভাগলৈ কামৰূপৰ পশ্চিমভাগত কোচৰজাসকলে ৰাজত্ব কৰে। কোচবংশীয় প্ৰথম ৰজা বিশ্বসিংহৰ দিনৰ পৰা প্ৰায় এক শতাব্দী কাল তেওঁলোকৰ ৰাজধানী আছিল কোচবিহাৰ। চিলাৰায়ৰ মৃত্যুৰ পাছত নৰনাৰয়ণে কোচৰাজ্য দুভাগ কৰি পূৱৰ ভাগ চিলাৰায়ৰ পুত্ৰ ৰঘুদেৱক দিয়ে আৰু ৰঘুদেৱে বিজয়পুৰত (বিজয়নগৰ) ৰাজধানী পাতি ৰাজ্যশাসন কৰে। তাৰ পৰিৱর্ত্তি-কালত ৰঘুদেৱৰ অন্যতম বংশধৰ দৰঙ্গীৰজাৰূপে খ্যাত সুন্দৰনাৰায়ণে ১৬৪৪ খৃঃলৈ দৰং অঞ্চল শাসন কৰে। কোচবংশৰ গোটেইবোৰ ৰজাই উক্ত ডেৰ শতাব্দী কালব্যাপি অসমীয়া-সাহিত্য-সংস্কৃতিৰ বিকাশৰ ক্ষেত্ৰত নানা প্ৰকাৰে পৃষ্ঠপোষকতা কৰিছে। তেওঁলোকে পণ্ডিতসকলক দেখুওৱা সন্মান, তেওঁলোকক দিয়া সাদৰবাণী আৰু তেওঁলোকৰ প্ৰতি কৰা সহায়তাৰ ফলস্বৰূপে কবলৈ গলে আমাৰ বৈষ্ণৱযুগৰ সর্ব্বাধিক কাব্যকৃতিৰ সৃষ্টি হৈছে। আনকি এই ধৰণেও কব

*কোচবিহাৰ ৰাজসভাৰ আভাস*

১৪৭. A.E A.L. (Assamese versions of the Puranas)

পৰা যায — বৈষ্ণৱ-যুগৰ প্ৰথম ভাগৰ প্ৰায়ভাগ সাহিত্যই কোচবংশীয— নৃপতিসকলৰ বিদ্যানুৰাগিতা, কাব্যপ্ৰীতি, সাহিত্য-সংস্কৃতিৰ বিকাশ-সাধনৰ প্ৰতি সচেষ্টতা আৰু তাৰ উন্নতিৰ কাৰণে কৰা যথোচিত পৃষ্ঠপোষকতাৰ ফলশ্ৰুতি মাথোন। যিহেতুকে প্ৰায এক শতাব্দী কাল উক্ত বংশৰ প্ৰথম আৰু বিখ্যাত ৰজা দুগৰাকীৰ ৰাজধানী আছিল কোচবিহাৰ, আৰু সাহিত্য-সংস্কৃতিৰ বিকিৰণ-কেন্দ্ৰস্বৰূপ সেই স্থানতেই ৰজাঘৰৰ পৰা পণ্ডিতমণ্ডলী সমাদৃত হৈছিল, সেই স্থানতেই তেওঁলোকে সাহিত্যসৃষ্টি কৰিছিল, এই নৃপতিমণ্ডলীৰ অৱদানক, এই অৰ্থত সাৰ্থকভাবে কোচবিহাৰ-ৰাজসভাৰ অৱদানো বুলিব পাৰি।

পাঁচালি-সাহিত্যৰ আলোচনাত ইতিমধ্যে আমি প্ৰকাশ কৰি আহিছো যে, পীতাম্বৰ দ্বিজ, মনকৰ আৰু দুৰ্গাবৰে ওঠৰজন পুত্ৰ থকা কমতাৰ ৰজা একেজন বিশ্বসিংহৰ স্তুতি-বন্দনা গাইছে। এই বিশ্বসিংহক "কমতাইৰ ৰজা" বোলাৰ অৱশ্যে যুক্তি আছে। বুৰঞ্জীয়ে কয — খেনবংশৰ শেষ ৰজা নীলাম্বৰক বন্দী কৰি গৌড়দেশৰ নবাবে কমতাপুৰ ধ্বংস কৰে ১৪৯৮ খৃঃত। ইতিমধ্যে হাৰিযামেছৰ পুত্ৰ বিশুযে ৰাজশক্তি লাভ কৰে। "বিশুৰ ৰাজ্য পূৱে বৰনদীৰ পৰা পশ্চিমে কৰতোযালৈকে বহল হল। ইয়াৰ পাছতো তেওঁ নিজৰ ৰাজ্য ক্ৰমাৎ বহলাবলৈ ধৰিলে। সদৌশেষত, খৃঃ১৪৯৭ চনত, তেওঁ হিন্দু ধৰ্ম্ম আৰু হিন্দুৰ সকলো নিযম-কাৰণ গ্ৰহণ কৰি বিশ্বসিংহ নাম লৈ, নিজক প্ৰৱল প্ৰতাপী ৰজাৰূপে চিনাকি দিযে। তাৰ পাছত, কোচবিহাৰত তেওঁ নতুনকৈ এখন সুন্দৰ ৰাজধানী নিৰ্ম্মাণ কৰালে। ..... বিশ্বসিংহই ১৮ গৰাকী মহিষী বিয়া কৰায, আৰু প্ৰত্যেক মহিষীৰ পৰা এজনকৈ তেওঁ ১৮ জন পুত্ৰ লাভ কৰে"।[১৪৮] বিশ্বসিংহই কোচবিহাৰত ৰাজধানী নিৰ্ম্মাণ কৰা কথাৰ উপৰিও উক্ত সংখ্যক মহিষী আৰু ৰাজপুত্ৰৰ কথা "দৰংৰাজবংশাৱলী"তো আছে। গতিকে কব পৰা যায়— "কমতাইৰ ৰজা" বিশ্বসিংহ স্থিৰভাবে কোচবিহাৰৰে ৰজা — হযতো কমতাপুৰ ধ্বংসৰ পাছত সেই অঞ্চলতে কোচবিহাৰ নগৰ তেওঁ নিৰ্ম্মাণ কৰিছিল — "সমস্তে শত্ৰুক মাৰি, বেহাৰত পাট কৰি, নগৰ সাজিলা ভয়ঙ্কৰ"।[১৪৯] বুজা গল — উক্ত তিনিওজন পাঁচালী কবিয়ে (পীতাম্বৰ, মনকৰ,আৰু দুৰ্গাবৰ) কোচবিহাৰৰ প্ৰথম ৰজা বিশ্বসিংহৰ (লগতে পৰৱৰ্ত্তী নৰনাৰায়ণৰ) ৰাজ্যনিবাসী। পীতাম্বৰে মাৰ্কণ্ডেয়-চণ্ডীৰ পদ ভাঙিছে যুৱাজ-সমৰসিংহৰ অনুৰোধ-বাণীমতে। বাকীকেইখন গ্ৰন্থৰচনাৰ গুৰিতো বিশ্ব সিংহ বা নৰনাৰায়ণৰ পৃষ্ঠপোষকতা থকা স্বাভাৱিক। মনকৰ আৰু দুৰ্গাবৰে কাব্যৰচনাৰ ক্ষেত্ৰত কোনো ৰজাৰ অনুৰোধ বা পৃষ্ঠপোষকতা স্পষ্টভাৱত স্বীকাৰ নকৰিলেও আন আন প্ৰাসঙ্গিক কথা আৰু তেওঁলোকৰ ভণিতাৰ পৰা কোনোত অসুবিধা

*পাঁচালী কবি সকলৰ প্ৰতি পৃষ্ঠপোষকতা*

---

১৪৮. অ.বু., ৪ ৰ্থ খণ্ড, ১ ম অধ্যায়ঃ পদ্মনাথ গোহাঞি বৰুৱা

১৪৯. দ. ৰা. ব.

নাই যে, ৰজাঘৰীযা সহানুভূতিৰ পৰা সম্পূৰ্ণ আঁতৰত থাকি তেওঁলোকৰ কাব্যকৃতিয়ে ৰূপ লোৱা নাছিল। নাৰায়ণদেৱ যিহেতুকে কামৰূপ-ৰাজ্যৰ পশ্চিমাঞ্চলৰ অধিবাসী, তেওঁ কাব্যৰচনাৰ ক্ষেত্ৰত কোচবিহাৰৰ ৰজাঘৰীয়া সহানুভূতিৰ পৰা বঞ্চিত নাছিল বুলি ভাবিবৰ অৱকাশ আছে।

*নৰনাৰাযণ-চিলাৰায়ৰ পৃষ্ঠপোষকতা*

মহাৰাজ নৰনাৰাযণ আৰু তেওঁৰ ভ্ৰাতৃ চিলাৰায-দেৱান উভয়ে আছিল বিদ্যাৱন্ত, ধাৰ্ম্মিক আৰু জ্ঞানী। তাৰ উপৰিও তেওঁলোক আছিল সাহিত্য-সংস্কৃতিৰ প্ৰতি বিশেষ অনুৰক্ত। দেশ-বিদেশৰ বিশেষজ্ঞ পণ্ডিতসকলক নৰনাৰযণে সমাদৰ কৰি নিজৰ ৰাজসভাত ৰাখিছিল। বিক্ৰমাদিত্যৰ ৰাজসভা কালিদাস আদি পণ্ডিতসকলে সমুজ্জ্বল কৰি তোলাৰ দৰে নৰনাৰায়ণৰ ৰাজসভাও বিভিন্ন বিষয়ৰ বিশেষজ্ঞ পণ্ডিতসকলে গৌৰৱোজ্জ্বল কৰি তুলিছিল। শাস্ত্ৰৰ অধ্যয়ন আৰু চৰ্চ্চা, গ্ৰন্থপ্ৰণযন আদি কাৰ্য্যৰদ্বাৰা ৰাজসভাখন সাংস্কৃতিক-বিকাশৰ কেন্দ্ৰস্বৰূপ হৈছিল। যি পণ্ডিত যি বিষয়ৰ বিশেষজ্ঞ, সেইজনক সেই বিষযৰ শাস্ত্ৰ-প্ৰণযন কৰিবলৈ নৰনাৰাযণে অনুৰোধ কৰে। সেই মৰ্ম্মে, পুৰুষোত্তম ভট্টাচাৰ্য্যক কয় ৰত্নমালা-ব্যকৰণ ৰচিবলৈ, ৰামসৰস্বতীক মহাভাৰতৰ পদ ভাঙিবলৈ, শঙ্কৰদেৱক ভাগৱতৰ পদানুবাদ কৰিবলৈ, শ্ৰীধৰক জ্যোতিষ-শাস্ত্ৰ প্ৰণয়ন কৰিবলৈ ইত্যাদি। ইযাৰ অন্যতম উদ্দেশ্য আছিল কলিযুগৰ নানা তাপক্লিষ্ট আৰু অল্পায়ুৰ লোকসকলে যাতে বিভিন্ন সংস্কৃত-গ্ৰন্থৰ অন্তৰ্নিহিত মৰ্ম্মাৰ্থ গ্ৰহণ কৰিবলৈ সুবিধা পায, সেই কথা লোক-সমাজত যাতে লোপ নহয়।[১৫০] ৰজাৰ নিৰ্দ্দেশ মতে পণ্ডিতসকলে গ্ৰন্থৰচনা কৰাৰ

---

১৫০ গৌড় কামৰূপে যত পণ্ডিত আছিলা।
সমস্তকে আনি সত্ৰ দেৱাল পাতিলা।।
বোলে বিপ্ৰ পণ্ডিত সমস্তে শুনিয়োক।
কলিৰ যুগত বৃদ্ধি হৈব ভয় শোক।।
অল্প আয়ু অল্প বুদ্ধি হৈবেক নিশেষ।
লোপ হৈব পূৰ্ব শাস্ত্ৰ গন্থাদি বিশেষ।।
শুনিযো পুৰুষোত্তম ভট্টোচাৰ্য্য দ্বিজ।
কৰিয়োক ৰত্নমালা ব্যাকৰণ বীজ।।
সম্প্ৰতিকে স্ত্ৰীয়ে শূদ্ৰে পঢ়িব যতনে।
কিছু শেষ ভৈলে পঢ়িবেক বিপ্ৰগণে।।
শুনিয়োক আজ্ঞা মোৰ ৰামসৰস্বতী।
ভাৰতৰ পদ তুমি কৰিও সম্প্ৰতি।
আৰু আছে সপ্তকাণ্ড ৰামায়ণ যত।
শ্লোকক ভাঙিয়া পদ কৰিযো সাম্প্ৰত।।

পাছত ৰজাই তেওঁলোকক যথাযোগ্য সন্মানৰ সৈতে ধন-ৰত্নাদিও পুৰস্কাৰ দিয়ে।[১৫১] গ্ৰন্থ-প্ৰণয়নত যাতে অসুবিধা নহয়, তাৰ বাবে ৰজাঘৰৰ পৰা তেওঁলোকক প্ৰাসঙ্গিক-টীকা-ভাষ্য, আল-পৈচান ধৰাৰ কাৰণে মানুহ আৰু অনুষঙ্গিক খৰছ-পাতিৰ কাৰণে টকা-পইচাৰো যোগান ধৰিছিল।[১৫২] এই ধৰণৰ ৰজাঘৰীয়া উৎসাহ, সহযোগিতা আৰু সাহায্যৰ যোগেদি ৰামসৰস্বতীয়ে মহাভাৰত অসমীয়া-পদলৈ ৰূপান্তৰ কৰাৰ উপৰিও মহাভাৰতীয়-কথাৰ ওপৰতে ভেজা দি এক শ্ৰেণীৰ অভিনৱ আৰু লোকৰঞ্জক-কাব্যৰ সৃষ্টি কৰে—নাম বধ-কাব্য। উক্ত ৰাজ-নিৰ্দ্দেশ অনুসৰি শঙ্কৰদেৱ, পুৰুষোত্তম ভট্টাচাৰ্য্য, বকুল কাযস্থ, শ্ৰীধৰ আদি আন আন পণ্ডিতসকলেও স্বকীয়-প্ৰতিভাজনিত সাহিত্য-ৰাজিৰ সৃষ্টি কৰিলে। ৰাজভ্ৰাতা চিলাৰাযেও জযদেৱ-বিৰচিত "গীত-গোবিন্দ"-কাব্যৰ এখন টীকা-গ্ৰন্থ প্ৰণযন

---

অষ্টাদশ পুৰাণৰ কাৰিওক পদ।
আতে শুনি নৰলোকে পাইব পৰমপদ।।
শুনিও শঙ্কৰ তুমি ভক্ত মহাজন।
বাঢয কন্ধৰ পদ কৰা নিবন্ধন।।
হৰিৰ ভক্তিক তুমি কৰিযো প্ৰচাৰ।
হৰি ভজি নৰে হৌক সংসাৰৰ পাৰ।।
শুনিয়ো শ্ৰীধৰ তুমি মোৰ বাক্য ধৰা।
জ্যোতিষক ভাঙ্গি তুমি সাধ্যখণ্ড কৰা।।
বকুল কাযস্থ তুমি ভাঙ্গা লীলাৱতী।
অল্পতে বুজায যেন কাযস্থে সম্প্ৰতি।।
এহিমতে পণ্ডিতসবক বুলিলন্ত।
তেবে কলিযুগে শাস্ত্ৰ লোপ নহৈবন্ত।।
(দ ৰা ব, ৬০৪-৬১০ পদ)

১৫১. সেহি গ্ৰন্থ নিযা সবে ৰাজাক দেখাইলা।
তাক চাই মহাৰাজা আনন্দক পাইলা।।
পণ্ডিতসবক পাছে কৰিলা সন্মান।
ধন-ৰত্ন-বস্ত্ৰ-অলঙ্কাৰ দিলা দান।।
(দ ৰা ব, ৬১১ পদ)

১৫২ ৰামসৰস্বতীয়ে লিখিছে—
আমাৰ ঘৰত আছে টীকা-ভাষ্য যত।
নিয়ক আপুন গৃহে দি লোহো সমস্ত।।
এহি বুলি ৰাজা পাছে বলধি যোৰাই।
পঠাইলা পুস্তকসব আমাসাৰ ঠাই।।
ধন-ৰত্ন-অলঙ্কাৰ দিলা বহুতৰ।
দাস-দাসী দিয়া মান কৰিলা বিস্তৰ।। (মহা, পুষ্প, বন)

কৰে। শঙ্কৰদেৱেও গুণমালা, ভটিমা, কুৰুক্ষেত্ৰ আৰু কিছুমান গীত ৰচনা কৰে চিলাৰায়ৰ আশ্ৰয়ত থাকিযেই। মহাপুৰুষৰ শেষতম ৰচনা "ৰাম-বিজয়" নাটৰ সৃষ্টিও চিলাৰাযৰ তাগিদাৰেই ফলশ্ৰুতি।[১৫৩]

বিশেষ কথা এই যে, ভাৰত-পুৰাণ আদিৰ পদ-ৰচনাৰ কাৰণে নৰনাৰাযণে কবিসকলক নিৰ্দ্দেশ দিছিল যদিও, সেই সকলোবোৰ তেওঁৰ দিনতে সম্পূৰ্ণ হৈ উঠা নাছিল। তাৰ কিছুমানৰ সম্পাদন কাৰ্য্য নৰনাৰায়ণৰ পৰৱৰ্ত্তী ৰজা, আনকি তেওঁৰেই বংশধৰ দৰঙ্গীৰজাসকলৰ দিনলৈ চলি আছিল। আনকি অষ্টাদশ-শতিকাৰ একেবাৰে শেষত (১৭৯৫ খৃঃত) ৰজা হয় নাৰায়ণৰ পৃষ্ঠপোষকতাত গোটেইখন ব্ৰহ্মবৈৱৰ্ত্ত-পুৰাণ অসমীয়া-পদলৈ ৰূপান্তৰিত হৈছে চাৰিজন কবিৰ হাতত — ৰতিকান্ত দ্বিজ, নন্দেশ্বৰ দ্বিজ, নৰোত্তম দ্বিজ আৰু খৰ্গেশ্বৰ দ্বিজ।[১৫৪] শঙ্কৰদেৱৰ উপৰিও কোচৰজাৰ পৃষ্ঠপোষকতাত ভাগৱতৰ অংশবিশেষ অনুবাদ কৰোতাসকলৰ ভিতৰত কলাপচন্দ্ৰ দ্বিজ, অনিৰুদ্ধ কায়স্থ, হৰিদাস পাঠক আদি প্ৰধান। আন আন পুৰাণৰো খণ্ডবিশেষ কোচবংশীয-ৰজাৰ সৌজন্যত অনুবাদ হৈছে। মহাভাৰতৰ অনুবাদৰ ক্ষেত্ৰত কবীন্দ্ৰ পাত্ৰ, গোপীনাথ পাঠক, দামোদৰ দ্বিজ, বিদ্যা পঞ্চানন, শ্ৰীনাথ দ্বিজ, কবিশেখৰ আদি কবিসকলে বিভিন্ন কোচনৃপতিৰ পৃষ্ঠপোষকতা লাভ কৰি মহাভাৰতীয় পদ ৰচনা কৰি গৈছে। এই কবিসকলৰ পৰিচয আৰু কাব্যকৃতিৰ আলোচনা যথাস্থানত দিয়া হৈছে।

*পৰৱৰ্ত্তী কোচ ৰজা-সকলৰ পৃষ্ঠপোষকতা*

নৰনাৰাযণৰ পৰৱৰ্ত্তী ৰজা লক্ষ্মীনাৰায়ণ, পৰীক্ষিত নাৰায়ণ, আৰু ধৰ্ম্মনাৰায়ণৰ সংস্পৰ্শ আৰু পৃষ্ঠপোষকতা লাভ কৰি অসমৰ সৰ্ব্বশ্ৰেষ্ঠ স্মৃতিশাস্ত্ৰকাৰ পীতাম্বৰ সিদ্ধান্তবাগীশে "দায়কৌমুদী" "শ্ৰাদ্ধকৌমুদী" আদি ১৮ খন স্মৃতিশাস্ত্ৰ প্ৰণয়ন কৰি অসমত স্মাৰ্ত্ত-মতৰ বিশেষত্ব দৃঢভাবে প্ৰতিপাদন কৰি গৈছে। তেওঁৰ পাছৰ ৰিপুঞ্জয় নামৰ অন্যতম স্মাৰ্ত্ত-পণ্ডিত এগৰাকীৰ অৱদানো এই প্ৰসঙ্গত উল্লেখনীয়। সূৰ্য্যখড়িয়ে দৰঙ্গীৰজা সমুদ্ৰনাৰায়ণৰ আদেশত ৰচনা কৰা "দৰং-ৰাজবংশালী' এখন বিখ্যাত ঐতিহাসিক কাব্য। ইয়াৰ উপৰিও "ৰাজবংশাৱলী" আৰু "গন্ধৰ্ব্বনাৰায়ণৰ বংশাৱলী" নামৰ দুখন ঐতিহাসিক-সমল থকা গ্ৰন্থও দৰঙ্গীৰজাৰ সৌজন্যত ৰচিত হৈছে বুলি জনা যায়।[১৫৫] কোচবিহাৰ ৰাজবংশৰ শেষাংশৰ অন্যতম নৃপতি হৰেন্দ্ৰনাৰায়ণৰ কথাও এই

১৫৩ শ্ৰীশুক্লধ্বজ নৃপতি প্ৰধান
ৰামক বিজয় যো কৰাৱত নাট। (ৰাম-বিজয়-নাট)

১৫৪ A.E AL., Page 296

১৫৫ দ.ৰা.ব., ভূমিকা, ড° নবীন শৰ্মা, সম্পাদিত

প্ৰসঙ্গত বিশেষভাবে উল্লেখনীয়। তেওঁ নিজেও আছিল পণ্ডিত আৰু কাব্যিক-প্ৰতিভাৰ গৰাকী। তেওঁ নিজে মহাভাৰতৰ পদ ৰচনা কৰাৰ উপৰিও আন পুথিও লিখিছিল আৰু আন আন পণ্ডিতৰ হতুৱাযো কাব্য-সৃষ্টি কৰাইছিল। মুঠতে কব পৰা যায় — কোচবংশীয়-ৰজাসকলে অসমীয়া-সাহিত্য-সংস্কৃতিৰ বিকাশত প্ৰদৰ্শন কৰা যি নিষ্ঠা, অনুৰাগ আৰু অৰ্থব্যয়, আৰু তাৰ যি ফলশ্ৰুতি, সি মধ্যযুগীয় সাহিত্যৰ অগ্ৰভাগত সমুজ্জ্বল হৈ উঠে। এই বংশৰ ৰাজত্ব-কালটোৱে ইংৰাজী-সাহিত্যৰ এলিজাবেথীয়-যুগৰ কথা মনত পেলায। ধৰ্ম্মীয়-ভাৱৰ প্ৰতি ৰজাঘৰীয়া সহানুভূতি আৰু সমদৃষ্টি, তাৰ ফলত মানুহৰ শঙ্কামুক্ত-মানসিকতা, স্বতন্ত্ৰ-ব্যক্তি-চিন্তাৰ জাগৰণ, অভাৱমুক্ত-নিৰাপদ অৱস্থা আদিৰ উপৰিও ৰজাঘৰীয়া-অনুৰাগে এলিজাবেথীয়-যুগত সাহিত্য-সৃষ্টিৰ ক্ষেত্ৰ অতি প্ৰশস্ত কৰি তুলিছিল।[১৫৬] এনেধৰণৰ কিছুমান কাৰণতে আমাৰ কোচবংশীয় ৰাজত্ব-কালত সাহিত্যৰ ক্ষেত্ৰ সুবিস্তৃত আৰু নদন-বদন হৈ উঠিছিল।

*পৰৱৰ্ত্তী কোচ-ৰজা-সকলৰ পৃষ্ঠপোষকতাৰ ফলশ্ৰুতি*

১৫৬. E L ,Ch. VI, William Long

# (খ) বৈষ্ণৱ-যুগ (দ্বিতীয় স্তৰ) বা বিস্তাৰ যুগ

## (১৭ শ শতিকাৰ দ্বিতীয়াৰ্দ্ধৰ পৰা ১৯ শ শতিকাৰ ১ম চতুৰ্থাংশলৈ)

বৈষ্ণৱ-যুগৰ আলোচনা আৰম্ভ কৰাৰ সময়তে ইতিমধ্যে আমি কৈ আহিছো যে, শঙ্কৰ-মাধৱৰ হাতত বা তেওঁলোকৰ সংস্পৰ্শত অহা ভক্তিমন্ত কবিসকলৰ হাতত, নতুবা দুই মহাপুৰুষৰ তিৰোধানৰ অব্যৱহিত-পৰৱৰ্ত্তি -কালতো বৈষ্ণৱ-ধৰ্মৰ উদ্বেলিক উৰ্ম্মিমালাৰ মাজত পণ্ডিত-লোকসকলে যি কাব্যাদি সৃষ্টি কৰিছিল, সি ভাৱ, উদ্দেশ্যতা আৰু আনকি ভাষিক-ৰীতিৰ ফালৰ পৰাও আছিল বহুক্ষেত্ৰত গহীন আৰু তত্ত্বমুখী। কিন্তু শঙ্কৰ-মাধৱ স্বৰ্গী হোৱাৰ প্ৰায় এশমান বছৰ কালৰ পাছৰ পৰা অৰ্থাৎ ১৭ শ শতিকাৰ দ্বিতীয়াৰ্দ্ধ বা তাৰো কিছু পাছৰ পৰা কিছুমান বৈষয়িক চিন্তাধাৰাও বহু কাৰণত আহি সাহিত্যৰ ক্ষেত্ৰত সোমোৱাৰ অৱকাশ লভে। আনহাতেদি, জাগতিক-বৈচিত্ৰ্যৰ হেচাও একেবাৰে এৰাব নোৱাৰাৰ ফলত কিছুমান পণ্ডিতৰ সাধনত নিবিডতা হয়তো কমি যায়, আৰু ফলস্বৰূপে সাহিত্যৰ মাজত তাত্ত্বিক ভাৱৰ গভীৰতা কমাৰ উপক্ৰম হয়। ইফালে, কালৰ হাত বুলনিত উদ্ভৱ হোৱা নতুন জাগতিক কথাই সাহিত্যৰ ক্ষেত্ৰলৈ আনে বৈচিত্ৰ্য। আন বিশেষ কথা— শঙ্কৰ-মাধৱ বা তেওঁলোকৰ সমসাময়িক কবিসকলৰ কাব্য-সৃষ্টিৰ মূল-প্ৰেৰণা আছিল তেওঁলোকৰ অন্তৰৰ আধ্যাত্মিক-অনুভূতি। তেওঁলোকৰ বিবিধ কাব্য সেই অনুভূতিৰেই স্বতঃস্ফুৰণ। কিন্তু পৰৱৰ্ত্তি-কবিসকলে বিশষভাৱে কাব্যৰচনা কৰিছিল ৰাজ- আজ্ঞাপালন, ৰজাৰ প্ৰীতি-সাধন আৰু কোনো কোনো সময়ত নিজৰো মৰ্য্যদাৰক্ষাৰ উদ্দেশ্যে। সেযেহে, শঙ্কৰ-মাধৱৰ দিনৰ বৈষ্ণৱ-সাহিত্যই একমুখী গভীৰতা আংশিকভাবে হেৰাই আলোচ্যমান যুগত ই হবলৈ ধৰে একাধিকমুখী আৰু বিষযবিস্তৃত। এটা উল্লেখনীয় কথা— অৱশ্যে আমি আন ঠাইতো কৈছোঁ— সাহিত্যৰ বুৰঞ্জীৰ যুগ-বিভাগৰ সময় গাণিতিক-দৃষ্টিকোণৰ পৰা নিৰ্দ্দিষ্ট কৰি সকলো সময়তে ধৰি লব নোৱাৰি। কিযনো, কোনো ভাৱ-অনুভূতিৰ বা মতবাদৰ জাগৰণ একেদিনে বলবৎ হৈও নুঠে আৰু দুৰ্বল হৈও নাযায়, দুয়োটাই সময়সাপেক্ষ। সেয়েহে, সাহিত্যৰ যুগ-বিভাগৰ সময়-সীমা সমালোচকে ধাৰণানুসৰি কিছু অগা-পিছা কৰি লব পাৰে।

*সাধাৰণ দৃষ্টিপাত*

## পটভূমি ঃ

সমগ্ৰ মধ্যযুগ বা বৈষ্ণৱ-যুগৰ সাহিত্য-সৃষ্টিৰ যি পটভূমি, তাৰ এটা সাধাৰণ আৰু চমু আভাস অৱশ্যে দি অহা হৈছে উক্ত যুগৰ আলোচনাৰ আৰম্ভণিতে। তথাপিতো এই যুগৰ আলোচ্যমান দ্বিতীয় ভাগটোত হোৱা নানাবিধ সাহিত্য-সৃষ্টিৰ পৃষ্ঠভূমি সম্বন্ধে কিছু কথা কবলগীয়া আছে।

কোচৰজা নৰনাৰায়ণৰ ৰাজত্বকালত "গৌড় কামৰূপে যত পণ্ডিত আছিলা", সেই সকলোবোৰে ৰাজপৃষ্ঠপোষকতা লাভ কৰি আৰু বেছিভাগেই তেওঁৰ ৰাজসভাত থাকি বিভিন্ন গ্ৰন্থ-প্ৰণয়ন কৰিছিল— এই কথা স্থানান্তৰত কোৱা হৈছে। অন্য প্ৰকাৰে কবলৈ হলে কোচৰাজ-বংশৰ ৰাজত্বকালৰ প্ৰথমভাগত, অৰ্থাৎ ষোড়শ-শতিকাৰ প্ৰথমভাগৰ পৰা শেষলৈকে সাহিত্য-সৃষ্টি বহুল পৰিমাণে হৈছিল নামনি অসম বা কামৰূপ-অঞ্চলত, আৰু কোচবিহাৰ আছিল সাহিত্য-চৰ্চাৰ প্ৰাণ-কেন্দ্ৰস্বৰূপ। নৰনাৰায়ণৰ মৃত্যুৰ (১৫৮৪খৃঃ) পাছত কোচ-ৰাজশক্তি ক্ৰমশঃ দুৰ্বল হৈ পৰে, কোচৰাজ্যও দুভাগত বিভক্ত হয়, নৰনাৰাযণ আৰু চিলাৰায়ৰ বংশধৰে এই দুভাগত কিছুকাল ৰাজত্ব কৰাৰ পাছত ৰঘুদেৱনাৰায়ণৰ অধস্তন কেইবা পুৰুষ দৰঙ্গীৰজা ৰূপে খ্যাত হৈ দৰং-অঞ্চলত ৰাপাটি খায ১৮ শ শকিতাৰ একেবাৰে শেষ বা ১৯শ শতিকাৰো আৰম্ভণিলৈকে।[1] কোচবংশী ৰজাসকল, তথা পৰৱৰ্ত্তী দৰঙ্গী-ৰাজন্যবৰ্গ আছিল বিদ্বান, বিদ্যানুৰাগী, কাব্যামোদী আৰু ধাৰ্মিক। সেযেহে, মহাভাৰত, ভাগৱত আৰু আন আন পুৰাণৰ ভালেমান অনুবাদ কাৰ্য্য-আমাৰ এই আলোচ্যমান-যুগত হৈ উঠিছে। নৰনাৰাযণৰ পুত্ৰ লক্ষ্মীনাৰাষণ আৰু চিলাৰাযৰ পুত্ৰ ৰঘুদেৱনাৰাযণৰ পুত্ৰসকলৰ মাজত ৰাজনৈতিক-কাৰণবশতঃ কাজিযাৰ সৃষ্টি হোৱাৰ ফলস্বৰূপে মোগলে একাধিকবাৰ অসম আক্ৰমণ কৰে খৃষ্টীয সপ্তদশ শতিকাৰ প্ৰমাৰ্দ্ধতে। ইতিমধ্যে পূবৰ ফালে আহোম ৰাজশক্তি ক্ৰমে ক্ৰমে প্ৰবল হৈ উঠে। কোচ-আহোমৰ বিবাদ-প্ৰসঙ্গত দিল্লীৰ সম্ৰাট জাহাঙ্গীৰে তেওঁৰ সেনাপতি সত্ৰাজিত আৰু আবাবাকৰৰ হতুৱাই অসম আক্ৰমণ কৰায। খৃষ্টীয ১৬২৭ চনত কলিযাবৰত আহোম ৰজা প্ৰতাপসিংহৰ সৈন্য আৰু মোগলৰ উক্ত দুই সেনাপতিৰ মাজত যি যুদ্ধ হয়, তাত মোগল-সৈন্য পৰাস্ত হয় আৰু লগতে এই দুই সেনাপতিৰো প্ৰাণ-নাশ হয। এই যুদ্ধৰ ফলস্বৰূপে বৰনদীৰ পশ্চিমৰ গোটেই ৰাজ্য আহোম-ৰজাৰ অধীনলৈ আহে। তেতিয়াৰ পৰা আহোম-ৰজাৰ এজন প্ৰতিনিধি গুৱাহাটীত নিগাজিকৈ ৰখাৰ ব্যৱস্থা কৰা হয, তেওঁৰ উপাধি বা খিতাপ হয় "বৰফুকন"। আহোম-ৰাজ্যৰ পশ্চিমাঞ্চলৰ শাসন-কাৰ্য্যত তৎপৰ হোৱাৰ কাৰণে নিযুক্ত বৰফুকন থকা এই গুৱাহাটী আহোম-ৰাজ্যৰ একপ্ৰকাৰ দ্বিতীয় ৰাজধানীস্বৰূপ হৈ উঠে। আহোম ৰাজশক্তিৰ ক্ষমতা পশ্চিমফালে প্ৰসাৰিত হ'ল, আৰু দৰঙ্গীৰজাৰূপে পৰিগণিত ৰাজন্যবৰ্গ সীমিত ক্ষমতাৰে আহোমৰ কৰতলীয়া হিচাপে থাকিল যদিও পশ্চিমফালৰ কোচ-ৰাজশক্তি সপ্তদশ-শতিকাৰ প্ৰথমাৰ্দ্ধৰ ভিতৰতে (১৬৩৮খৃঃ)

*সাধাৰণ দৃষ্টিপাত*

---

১. যিহেতুকে দৰঙ্গী ৰজা হয়নাৰায়ণৰ পৃষ্ঠপোষকতাত ৰতি কান্ত দ্বিজ আদি চাৰিজন কবিয়ে সম্পূৰ্ণ ব্ৰহ্মবৈৱৰ্ত্ত পুৰাণ অসমীয়া পদলৈ ৰূপান্তৰিত কৰে ১৭১৭ শকত (১৭৯৫ খৃঃতঃ)

দ্ৰষ্টব্য ঃ AEA L Page 296

বলিতনাৰায়ণৰ মৃত্যুৰ লগে লগে লোপ হোৱা বুলিব পাৰি। খৃষ্টিয় সপ্তদশ-শতিকাৰ উ পৰিও অষ্টাদশ-শতিকাৰো প্ৰাৰম্ভলৈকে, এই কালডোখৰ আহোম-ৰাজত্বৰ গৌৰৱপূৰ্ণ যুগ। ১৬৭০ খৃঃত শৰাইঘাটৰ যুদ্ধৰ পৰিণতি স্বৰূপে আহোম-ৰাজ্যৰ পশ্চিম-সীমা মানাহ নৈ নিৰ্ণীত হয়। প্ৰতাপসিংহৰ দিনত গুৱাহাটত বৰফুকন নিযুক্ত হোৱাৰ পাছতো অৱশ্যে সাময়িকভাবে বিদেশী আক্ৰমণকাৰীয়ে ইয়াক দখল কৰিছিল, তথাপি স্থায়িভাবে কিন্তু গুৱাহাটী সেই সময়ৰ বিশাল-আহোম-ৰাজ্যৰ দ্বিতীয় প্ৰশাসনীয় কেন্দ্ৰৰূপে পৰিগণিত হৈ আছিল। মুছলমানৰ শেষ আক্ৰমণত ইটাখুলি নামৰ ঠাইত হোৱা যুদ্ধত গদাধৰসিংহই ১৬৮২ খৃঃত শত্ৰুক পৰাস্ত কৰি তাৰ আগতে অলপ অলপ দিনৰ কাৰণে বিদেশীৰ হস্তগত হোৱা গুৱাহাটী উদ্ধাৰ কৰি লয়, আৰু তেতিয়াৰ পৰা বিদেশীৰ প্ৰৱেশ বন্ধ হয়। এই ধৰণৰ ঐতিহাসিক-তথ্যসমূহৰ পৰা বুজা যায়- সপ্তদশ-শতিকাৰ দ্বিতীয়াৰ্দ্ধৰ ভিতৰতে উজনি আৰু নামনি অসম মেটামুটিভাবে এক সুবিস্তৃত ৰাজ্যত পৰিণত হয় আৰু ই এক প্ৰশাসনৰ অধীনলৈ আহে। ফলত মানুহে ভাবিব পাৰিলে- তেওঁলোক এক ৰাজ্যৰ অধিবাসী, এক ৰজাৰ শাসনাধীন। এই মানসিকতাই প্ৰজাসাধাৰণৰ অন্তৰত জাতীয়তা- বোধ জগাই তোলাত সহাযতা কৰিলে। ঘনাই ঘনাই হৈ থকা যুদ্ধ-বিগ্ৰহৰ মাজতো সংস্কৃতিসম্পন্ন এক শ্ৰেণীৰ পণ্ডিত-লোক সাহিত্য-সংস্কৃতিৰ সাধনাত ব্ৰতী হব পাৰিলে।

*এক জাতীয়তাবোধৰ উদ্ভৱ*

আকৌ আন কথা এই যে, ত্ৰয়োদশ-শতিকাৰ তৃতীয় দশকত আৰম্ভ হোৱা আহোম-ৰাজ্যৰ প্ৰথম ৰাজধানী আছিল চৰাইদেউ, তাৰ প্ৰায় ডেৰশ মান বছৰ পাছত বামুনী-কোঁৱৰে ৰাজধানী পাতে চৰগুৱাত। পৰৱৰ্ত্তি-কালত চুক্লেন্‌ফা বা গডগঞা ৰজাই ১৫৪০খৃঃত গড়গাওঁ নগৰ নিৰ্ম্মাণ কৰি তাত ৰাজধানী স্থাপন কৰে। তেতিয়াৰ পৰা গড়গাওঁ-ৰংপুৰ হয় আহোম-ৰাজ্যৰ ৰাজধানী। আহোম-ৰাজত্বৰ শেষৰ ফালে স্বৰ্গদেউসকল সাহিত্য-সংস্কৃতিৰ প্ৰেমিক আৰু বিশেষ-পৃষ্ঠপোষক হৈ উঠে। ডা-ডাঙৰীয়া আৰু পণ্ডিতসকলৰ বাসস্থান এই ৰাজধানী গডগাওঁ-ৰংপুৰ তেতিয়াৰ পৰা, অৰ্থাৎ সপ্তদশ-শতিকাৰ দ্বিতীয়াৰ্দ্ধৰ বা তাৰ কিছু পাছৰ পৰা অসমীয়া সাহিত্য-ৰচনাৰ প্ৰধান কেন্দ্ৰস্থল হৈ উঠে। ব্ৰাহ্মণৰ প্ৰভাৱত প্ৰভাৱিত হোৱা আৰু হিন্দু ভাৱাপন্ন হোৱা বামুণীকোঁৱৰৰ পাছৰ পৰা আহোম-ৰজাসকল ক্ৰমশঃ হিন্দুধৰ্মৰ ফালে ঢাল খাবলৈ ধৰে। প্ৰতাপসিংহৰ পৰা ৰুদ্ৰসিংহলৈকে সকলোবোৰ ৰজাৰে অন্তৰত হিন্দু-প্ৰবৃত্তি প্ৰৱল হৈ উঠে। গেইটৰ অসম বুৰঞ্জী[২] আৰু আমাৰ পুৰণি অসম বুৰঞ্জী[৩] ৰ পৰা জনা যায়— জয়ধ্বজ সিংহই (১৬৪৮-১৬৬৩খৃঃ) নিৰঞ্জনদেৱক আউনিআটী-বৈষ্ণৱ সত্ৰৰ প্ৰথম অধিকাৰ পদত

---

২. H.A Ch VI

৩. অসম বু. ৯ ম অধ্যায়

নিযুক্ত কৰে আৰু তেওঁৰ ওচৰত শৰণ লয়। শিৱসিংহই (১৭১৪-১৭৪৪খৃঃ) শাক্ত-গুৰুৰ ওচৰত আনুষ্ঠানিক শৰণ-পদ্ধতিৰ মাজেদি শাক্ত-ধৰ্ম গ্ৰহণ কৰি পৰৱৰ্ত্তী ৰজাসকলৰ কাৰণে সেই পথ মুকলি কৰি দিলে। সপ্তদশ-শতিকাৰ আগভাগৰ পৰা অষ্টাদশ-শতিকাৰ শেষভাগলৈকে, এই এশ বছৰীয়া কালডোখৰত আহোম-ৰাজশক্তি প্ৰবল হয়, আৰু ৰজাসকল ধৰ্ম আৰু সংস্কৃতিৰ প্ৰতি হয় অধিক অনুৰাগী। ৰাজ্যৰ বিভিন্ন-স্থানত তেওঁলোকে মঠ-মন্দিৰ আৰু সত্ৰ স্থাপন কৰে, লগতে সেইবোৰৰ সংৰক্ষণ আৰু সংস্থাপনৰ উদ্দেশ্যে মাটি-বৃত্তিও দান কৰে। এইধৰণে ৰাজপৃষ্ঠপোষকতা পোৱাত হিন্দু ধৰ্ম্ম কিছু প্ৰচাৰমুখী হয়, তাৰ লগে লগে বহুত জনজাতীয় লোক হিন্দুধৰ্ম্মী হোৱাত তেওঁলোকৰ মনত অসমীয়া জাতীযতাবোধো জাগ্ৰত হৈ উঠে। আন হাতেদি সত্ৰসমূহ সুস্থিৰ অৱস্থাপ্ৰাপ্ত হৈ সেইবোৰ ধৰ্ম্মচৰ্চ্চাৰ উপৰিও সাহিত্যৰ-চৰ্চা আৰু সৃষ্টিৰো কেন্দ্ৰ হৈ পৰে। ফলস্বৰূপে, এই ধৰণৰ গীত, নাট আৰু গদ্যৰ উপৰিও কিছুমান অনুবাদ গ্ৰন্থৰো সৃষ্টি হয়। বিশেষ উল্লেখনীয় কথা এই যে, সত্ৰসমূহত আন এবিধ নতুন ৰচনাৰ সৃষ্টি হয়, তাক বোলা হয চৰিত-পুথি।

*সাহিত্য-সংস্কৃতিৰ প্ৰতি আহোম-ৰজাৰ প্ৰীতি*

আহোম-ৰাজত্ব-কালত ৰাজ-বিষয়াৰ সংখ্যা ক্ৰমশঃ বাঢ়ি উঠে। তেওঁলোক স্বাভাৱিকতে কিছু পৰিমাণে বিষযমুখী হোৱাৰ উপৰিও সাহিত্য আৰু কলা-কৃষ্টিৰ প্ৰতিও আছিল অনুৰাগী। সপ্তদশ-শতিকাৰ দ্বিতীয়াৰ্দ্ধৰ পৰা ৰজাসকলৰ অন্তৰত বৈষয়িক সুখ-স্বাচ্ছন্দ্য আৰু কাম-কলাৰ প্ৰতিও অনুৰাগ বৃদ্ধি হোৱা দেখা যায়। সেইবুলি বিদ্যা আৰু সাহিত্য-সংস্কৃতিৰ প্ৰতি যে তেঁলোকৰ অনুৰাগ নাছিল, এই কথাও মুঠেই কব নোৱাৰি। সাহিত্য-সৃষ্টিৰ কাৰণে বহু পণ্ডিত লোকক তেওঁলোকে সসন্মানে ৰাজসভাত ৰাখিছিল। পণ্ডিতসকলৰ কিছুমানক মাটি-বৃত্তি দান দি সুপ্ৰতিষ্ঠিতও কৰিছিল। এই পণ্ডিতসকলে কাব্য-সৃষ্টি কৰিছিল ৰজা-ৰাণীৰ ৰুচিৰ অনুকুলে। তাৰ ফলত বিলাসবিহাৰী আৰু কাম-কলাৰ প্ৰতি অনুৰক্ত ৰজা-ৰাণীৰ চিত্তবিনোদৰ কাৰণে কোনো কোনো কবিয়ে দুই এখন ইন্দ্ৰিয়সুখদায়ক কাব্যও ৰাচনা কৰিছিল। এই ধৰণৰ বৈষয়িক-সাহিত্য সৃষ্টিৰ মাজতো ধৰ্মীয সাহিত্য-সৃষ্টিও কম নহয়। আহোম-ৰাজত্বৰ পাছৰ ফালে নৃপতিসকল শাক্ত-ধৰ্মৰ প্ৰতি অনুৰক্ত হলেও শৈৱ-বৈষ্ণৱ-মতবাদৰ প্ৰতিও তেওঁলোকৰ সহানুভূতি-পূৰ্ণ ভাৱ আছিল। সেয়েহে, আলোচ্যমান যুগত শৈৱ-বৈষ্ণৱ-ভাৱাপন্ন কাব্যাদিও সৃষ্টি হব পাৰিছিল, ভালেমান পুৰাণৰ খণ্ডবিশেষৰো অনুবাদ হৈছিল। আন এটা বিশেষ কথা- ৰাজকৰ্মচাৰী বা ডা-ডাঙৰীয়াসকল ৰজাঘৰৰ পৰা পোৱা সা-সুবিধাৰ যোগেদি ক্ৰমশঃ অধিক সম্ভ্ৰমশীল হৈ উঠে। আনভাবে কবলৈ হলে

*অভিজাত-শ্ৰেণীৰ উদ্ভৱ, সাহিত্য সংস্কৃতিৰ প্ৰসাৰণ*

তেওঁলোকৰ মাজত এটা অভিজাত-সম্প্ৰদাযৰ সৃষ্টি হয়। কলা-কৃষ্টিৰ উৎকৰ্ষত তেওঁলোকে অৰিহণা যোগোৱাৰ উপৰিও তেওঁলোকৰ হাতত আন এবিধ নতুন সাহিত্যৰ সৃষ্টি হ'ল— নাম বুৰঞ্জী।

আহোম-যুগ, বিশেষকৈ ইযাৰ দ্বিতীযাৰ্দ্ধ এক জাগৰণৰ যুগ। যুদ্ধ-বিগ্ৰহ, শৌৰ্য্য বীৰ্য্য, স্বাধীনচেতীযা ভাব, দেশপ্ৰেম, বৈযয়িক-চিন্তাধাৰা, আৰু কাব্য-কলাৰ প্ৰতি প্ৰীতি— এই সকলোবোৰৰ মাজতে জাগৰণ দেখিবলৈ পোৱা যায। এনেকুৱা ব্যাপক-জাগৃতিৰ মাজত সৃষ্টি হোৱা সাহিত্য শ্ৰেণীগতভাবে স্বাভাৱিকতে হৈছিল বিস্তৃত, কিন্তু ড° বিৰিঞ্চি কুমাৰ বৰুৱাৰ ভাষাত "বৈষ্ণৱ-যুগৰ Sincerity আৰু austerityৰ ঠাইত artificiality প্ৰধান হ'ল। বৈষ্ণৱ সাহিত্যত স্বাভাৱিকতে সুখ-স্বচ্ছন্দতাক দমন কৰা হৈছিল, আহোম যুগৰ সাহিত্যই সেই বন্ধনৰ পৰা মুক্তিলাভ কৰিলে। বিশেষতঃ ৰাজদৰবাৰ প্ৰেম আৰু ৰোমাঞ্চৰ কেন্দ্ৰ। ৰজা-ৰাণীসকলেও আনন্দ-বিনোদৰ কাৰণে ধৰ্ম-আখ্যানতকৈ প্ৰেম-আখ্যানকে বিচাৰে। গতিকে কবিসকলে বহুতো প্ৰেমৰ আখ্যান লৈ কাব্য ৰচনা কৰিলে, অথবা ধৰ্ম-আখ্যানসমূহকে প্ৰেম-আখ্যানলৈ ৰূপান্তৰিক কৰিলে। পুৰাণসমূহত ভালেমান প্ৰেমমূলক-আখ্যান থকা কাৰণে আহোম ৰজাসকলে এই পুৰাণসমূহ অসমীয়াত অনুবাদ কৰিবলৈ কবিসকলক সহায আৰু উদগনি দিছিল।"[৪]

*সাংস্কৃতিক জাগৰণ*

আহোমৰ দিনত ঘনাই ঘনাই মুছলমানৰ যি অসম-আক্ৰমণ হয়, তাৰ পৰা দেশখনৰ বহুত ক্ষতি আৰু অসুবিধা হৈছিল যদিও আন প্ৰকাৰে, বিশেষকৈ সংস্কৃতিৰ দিশত কিছু উপকাৰো হৈছে। নৰক-ভগদত্তৰ দিনৰ পৰা বৰ্ম্মন-বংশৰ ৰাজত্ব কাললৈকে সৰ্বভাৰতীয় সংস্কৃতিৰ লগত সম্পৰ্ক থকা দেশখনে (কামৰূপে) তাৰ পৰৱৰ্ত্তী দুই শতাব্দীমান কালত সেই সম্পৰ্ক ৰক্ষা কৰিব পৰা নাছিল বুলি অনুমান হয়। ত্ৰয়োদশ-শতিকাৰ প্ৰথম দশকৰ পৰা সপ্তদশ শতিকাৰ নৱম দশকৰ ভিতৰত চৈধ্যবাৰ মুছলমানৰ যি অসম-আক্ৰমণ হৈছিল, তাৰ ফলশ্ৰুতিস্বৰূপে ভাৰতীয়-সংস্কৃতিৰ দুই এটা কথাই অসমীয়া-সংস্কৃতিৰ কোনো কোনো দিশ সমৃদ্ধ নকৰাকৈ থকা নাই। বিশেষকৈ, ইয়াৰ ফলত অসমীয়া সাহিত্যৰ এটা নতুন দিশ উন্মুক্ত হয়। আজান ফকিৰকে আদি কৰি কেইজনমান ধাৰ্ম্মিক ইছলামধৰ্মী লোক অসমলৈ আহে আৰু তেওঁলোকে ইছলাম- ধৰ্মৰ তত্ত্বপ্ৰকাশক এক শ্ৰেণীৰ গীত অসমীয়াত ৰচনা কৰে— সেইবোৰৰ নাম জিকিৰ আৰু জাৰি। আজান ফকিৰৰ এই অৱদানৰ সময় সপ্তদশ শতিকাৰ শেষাংশ। ইয়াৰ উপৰিও মুছলমানৰ আক্ৰমণৰ ফলস্বৰূপে আৰবী আৰু ফাৰ্চী ভাষাৰ ভালেমান শব্দও অসমীয়া ভাষাত সোমাই এই ভাষাৰ শব্দ-ভাণ্ডাৰ শকত কৰি তোলাত সহায়তা কৰিছে।

*বহিৰাক্ৰমণৰ ফলশ্ৰুতি*

---

৪. অ.ভা সাং পৃঃ ১৪৬

সপ্তদশ-শতিকা আৰু লগতে অষ্টাদশ-শতিকাৰো আৰম্ভৰ কিছু কাললৈকে এই কালডোখৰ আহোম-ৰাজত্বৰ গৌৰব-পূৰ্ণ-যুগ বুলি আন প্ৰসঙ্গত ইতিমধ্যে কৈ অহা হৈছে। কিন্তু এই গৌৰৱময়-কালখণ্ডৰ ভিতৰতে, অৰ্থাৎ গদাধৰ সিংহৰ দিনত (১৬৮১-১৬৯৫খৃঃ) ৰাজনৈতিক-কাৰণবশতঃ এক ঘটনা সংঘটিত হৈছে, যাৰ ফলশ্ৰুতি সুদূৰ প্ৰসাৰী, উক্ত গৌৰৱবিনষ্টকাৰী আৰু লগতে অমঙ্গলীয়া-পৰিস্থিতিসৃষ্টিৰ প্ৰথম পৰ্য্যায়। ৰাজ্যৰ বিভিন্ন স্থানৰ বৈষ্ণৱ-সত্ৰসমূহৰ সংখ্যা দিনে দিনে বাঢ়ি উঠিছিল। বস্তুত কৰ্মক্ষম ডেকা মানুহেও ৰজাঘৰীয়া কামৰ পৰা ৰেহাই লোৱাৰ উদ্দেশ্যে সেই সত্ৰসমূহত ভকত হিচাপে ভৰ্ত্তি হয আৰু কোনো শাৰীৰিক-পৰিশ্ৰম নকৰাকৈ পেটৰ ভাত মোকোলাবলৈ ধৰে। এই শ্ৰেণীৰ মানুহৰ সংখ্যা ক্ৰমে ইমান বাঢ়িল যে, শেষত গৈ পাইক বা আন আন কৰ্মীৰ সংখ্যা ৰাজ্যত কমি গ'ল। শাৰীৰিক-শক্তি আৰু কৰ্ম্মপ্ৰেৰণাত আছিল গদাধৰসিংহৰ অধিক বিশ্বাস। তেওঁ ভাবিলে যে, ভকত নামধাৰী অকামিলা মানুহৰ সংখ্যা এইধৰণে বাঢ়ি গলে দেশ কেনেকৈ ৰক্ষা হব। সেযেহে, গদাধৰ সিংহই এই ধৰণৰ বৈষ্ণৱ-ভকত আৰু কেইবা গৰাকী বৈষ্ণৱ-গুৰুক অভাৱনীয়ভাবে নিৰ্য্যাতন দিয়ে। বৈষ্ণৱ-নিৰ্য্যাতনৰ বহুল বৰ্ণনা গেইট চাহাবে তেওঁৰ আসাম-বুৰঞ্জীত[৫] দাঙি ধৰিছে। ইয়াৰ কিছুকাল পাছত, অৰ্থাৎ অষ্টাদশ শতিকাৰ দ্বিতীয় দশকত ৰাণী ফুলেশ্বৰীয়ে ৰাজ ক্ষমতাত অধিষ্ঠিতা হৈ স্বেচ্ছাচাৰিতাৰ যোগেদি মোৱামৰীয়া-মহন্তসকলক পাহৰিব নোৱাৰাকৈ ধৰ্ম্মানুভূতিত আঘাত দিয়ে, আৰু সিয়েই হয মোৱামৰীষা বিদ্ৰোহৰ সূত্ৰপাত। ইয়াৰ লগত আন কাৰণ যোগ হৈ অষ্টাদশ-শতিকাৰ শেষৰ ফালে মৰাণ-মোৱামৰীয়াৰ একাধিক বিদ্ৰোহ ভয়ঙ্কৰ ৰূপে দেখা দিয়ে। এই বিদ্ৰোহৰ মাজতে আনকি আহোম-ৰজাৰ পৰা মৰাণে ৰাজপাট ছয়মাহৰ কাৰণে দখল কৰিও লয। উক্ত বিদ্ৰোহৰ প্ৰায় ২৫/৩০ বছৰীয়া কালডোখৰত, অৰ্থাৎ অষ্টাদশ শতিকাৰ শেষাংশত দেশ জুৰুলা হয়, প্ৰজাসাধাৰণৰ শাৰীৰিক-মানসিক কষ্টৰ সীমা নোহোৱা হয। এই আভ্যন্তৰিক-বিদ্ৰোহৰ জুইকুৰা কোনোমতে নুমুৱাৰ পাছতে, দেশ শীতল হৈ নুঠোতেই, অকৌ শাসনতন্ত্ৰৰ দুগৰাকী গুৰিধৰোতা বিষয়াৰ স্বাৰ্থজনিত-সংঘাতৰ ফলস্বৰূপে অসম-দেশ বহিঃশত্ৰুৰ আন এটা আক্ৰমণৰ কবলত পৰে। সেই আক্ৰমণ মানৰ— ১৮১৬ৰ পৰা ১৮২২ খৃঃৰ ভিতৰত মানৰ সেই আক্ৰমণ হয় তিনিবাৰ। মোৱামৰীয়া-বিদ্ৰোহৰ পাছত অসমীয়াই যি সাধাৰণ জীপ পাইছিল, এই মানৰ আক্ৰমণ আৰু অত্যাচাৰত সি শুকাই গ'ল, অমানুষিকভাবে কিমান মানুহক যে দুৰ্দ্দান্ত মানসৈন্যাই মাৰিলে তাৰ সীমা-সংখ্যা নোহোৱা হ'ল, জীৱিতসকলেও হুৱা-দুৱা লগাই ঘৰ-দুৱাৰ এৰি পলাই ফুৰিলে।

*মোৱামৰীয়া-বিদ্ৰোহ, মানৰ আক্ৰমণ*

---

৫ H A ,Ch VII

ৰাজনৈতিক, সামাজিক আৰু আৰ্থিক স্থিৰতাৰ যোগেদি অহা মানসিক-সুস্থিৰতা নাথাকিলে কৱি-সাহিত্যিকসকলে সাধাৰণতে সৃষ্টিমূলক-প্ৰতিভাৰ বিকাশ কৰিব নোৱাৰে। উপৰুক্ত কাৰণত, সেয়েহে দেখা যায়— আমাৰ আলোচ্যমান যুগৰ শেষাংশ, অৰ্থাৎ অষ্টাদশ-শতিকাৰ শেষাংশৰ পৰা উনবিংশ শতিকাৰ তৃতীয় দশকলৈকে, এই কালডোখৰ সাহিত্য-সৃষ্টিৰ কাৰণে অনুৰ্ব্বৰ। এই সময়ছোৱাত কোনো বিশেষ গ্ৰন্থ ৰচনা হ্ব নোৱাৰিলে। যি হৈছে, সেইবোৰৰ ঐতিহাসিক মূল্য কিবা থাকিলেও কালজয়ী মূল্যৰ অভাৱ।

## বৈষ্ণৱ-সাহিত্যৰ (দ্বিতীয়স্তৰ) শ্ৰেণী-বিভাগ ঃ

সুদীৰ্ঘ-মধ্যযুগ বা বৈষ্ণৱ-যুগৰ সাহিত্যৰাজিক আৰম্ভণিতে আমি পাঁচালী সাহিত্য, বৈষ্ণৱ-সাহিত্য, বৈষয়িক-সাহিত্য, শাক্ত-সাহিত্য আৰু ইছলামী প্ৰভাৱজানিত-সাহিত্য— এই কেইটা উপ-বিভাগত আলোচনা কৰিম বুলি প্ৰস্তাৱ কৰিছোঁ। প্ৰস্তাৱিত পৰিকল্পনানুসৰি প্ৰথম উপ-বিভাগৰ আলোচনা কৰা হৈছে। দ্বিতীয়-উপবিভাগৰো প্ৰথম-স্তৰৰ (যিটো াক শঙ্কৰী-যুগো বোলা হৈছে।) আলোচনা ইতিমধ্যে দাঙি ধৰা হ'ল। ইয়াৰ দ্বিতীয়-স্তৰটো বিষয়-বিস্তৃত। সেযেহে আলোচনা শৃঙ্খলিত আৰু সুবিধাজনক কৰাৰ কাৰণে এই যুগৰ বৈষ্ণৱ ভাৱাপন্ন সাহিত্যিকসকলক এই কেইটা শ্ৰেণীৰ অন্তৰ্গত কৰা হ'ল— (I) ৰামায়ণৰ কৱি (ৰামায়ণ সাহিত্য), (II) মহাভাৰতৰ কৱি (মহাভাৰতীয় সাহিত্য) (III) পুৰাণৰ কৱি (পুৰাণ সাহিত্য) আৰু (IV) চৰিতকাৰ (চৰিত সাহিত্য)। ইয়াৰ উপৰিও (V) অন্যান্য বিষযৰ কৱি (অন্যান্য সাহিত্য) বুলি আন এটা উপ-বিভাগৰো অৱশ্যে প্ৰয়োজন দেখা যায়। এই প্ৰসঙ্গত আন এটা উল্লেখ কৰিবলগীয়া কথা এই যে, কোনো কোনো কবিয়ে একাধিক ভাৱৰ গ্ৰন্থৰচনা কৰিছে। অৰ্থাৎ, কেনো কৱিয়ে বৈষ্ণৱ-গ্ৰন্থ ৰচনা কৰাৰ উপৰিও আন ভাৱাপন্ন পুথিও লিখিছে। আকৌ, কোনো কবিয়ে সৃষ্টিমূলক-কাব্য ৰচনা কৰাৰ লগতে পুৰাণৰ অনুবাদ-কাৰ্য্যতো অৱদান যোগাইছে। এনেকুৱা ক্ষেত্ৰত, কবিজনাৰ যিটো দিশৰ কৃতি প্ৰধান বুলি বিবেচিত, সেই দিশৰ আলোচনাত তেওঁৰ পৰিচয়মূলক প্ৰয়োজনীয় কথা লিখা হৈছে।

## (I) ৰামায়ণৰ কৱি (ৰামায়ণ-সাহিত্য)

### অনন্ত ঠাকুৰ বা হৃদয়ানন্দ কায়স্থ ঃ

অনন্ত ঠাকুৰ আতা বা হৃদয়ানন্দ কায়স্থ "শ্ৰীৰাম-কীৰ্ত্তন"ৰ ৰচক। "শ্ৰীৰাম-কীৰ্ত্তন"ত কবিয়ে আত্ম-পৰিচয়ৰ কথা অলপ লিখিছে —

*যশচন্দ্ৰ খাঁ যে ভূঞা আছিলা প্ৰখ্যাত বুৰ*
*সদায় ধৰ্ম্মৰ যাৰ চিত্ত।।*

*তাহান কনিষ্ঠ ভাই সুকবি যে গিৰি নামে*
*খ্যাতি তান পুত্ৰ যদু হয়।*
*শঙ্কৰৰ ভ্ৰাতৃ পৌত্ৰী নামে বিষ্ণুপ্ৰিয়া শান্তি*
*বিহাইলন্ত যদু শুভনয।।*
*তান গৰ্ভে ভৈলো জাত নুহিকোহু আমি খ্যাত*
*পৰম মূৰুখ মূঢ়মতি।*
*তথাপিতো ইটো কাজ কৰাইলন্ত ৰঘুৰাজ*
*ক্ষমিয়োক সমাজে সম্প্ৰতি।।*

উক্ত পদ কেইফাকিৰ পৰা জনা যায় যে, অনন্ত ঠাকুৰ শঙ্কৰদেৱৰ পৰা তিনি পুৰুষ পাছৰ লোক। হৰিনাৰায়ণ দত্তবৰুৱাপ্ৰকাশিত "শ্ৰীৰাম-কীৰ্ত্তন"ৰ পাতনিৰ ওপৰত নিৰ্ভৰ কৰি অধ্যাপক উপেন্দ্ৰ চন্দ্ৰ লেখাৰুয়ে[৬] কৈছে — "এই অনন্ত ঠাকুৰে বাৰাদিৰ পৰা উজনিলৈ আহি মায়াং ৰাজ্যত কালশিলা গাওঁত থাকি "প্ৰেমলতা" আৰু "ৰাম-কীৰ্ত্তন" পুথি ৰচনা কৰিলে"। তেওঁৰ আন নাম হৃদযানন্দ। তেওঁ সপ্তদশ-শতিকাৰ দ্বিতীয়াৰ্দ্ধৰ কবি। "শ্ৰীৰাম-কীৰ্ত্তন"ত কবিয়ে লিখিছে যে, "অশ্বমুনি বাণচন্দ্ৰ" (১৫৭৭) শকত, অৰ্থাৎ ১৬৫৫ খৃঃত শ্ৰীৰাম-কীৰ্ত্তন পুথি-ৰচনা কৰা হৈছে।

অনন্ত ঠাকুৰ আতা শঙ্কৰদেৱৰ অনুগামী। কলাপচন্দ্ৰ দ্বিজে সংস্কৃত-ভাষাত ৰচনা কৰা ৰামায়ণৰ যি সংক্ষিপ্ত-ৰূপায়ণ, তাৰ অৱলম্বনত কৰা পদানুৱাদেই অসমীয়া-কবিৰ "শ্ৰীৰাম-কীৰ্ত্তন"।

*সাতকাণ্ড ৰামায়ণ বাল্মীকিৰ কৃত।*
*তাৰ সাৰ উদ্ধাৰিলা কৰিয়া বিবৃত ।।*
*ৰামায়ণ চন্দ্ৰিকা হৈলন্ত তাৰ নাম।*
*কলাপ যে দ্বিজ চন্দ্ৰ মহন্ত উপাম।।*
*কীৰ্ত্তনৰ ছন্দে বিৰচিলো পদ সাৰ।*
*শ্ৰীৰাম-কীৰ্ত্তন নাম বুজিবা ইহাৰ।।*

শঙ্কৰদেৱৰ "কীৰ্ত্তন-ঘোষা"ৰ অনুকৰণত এই পুথিও ৰচনা কৰিছে। "ৰাম-কীৰ্ত্তন", এই নামকৰণেও ইয়াৰ ওপৰত "কীৰ্ত্তন-ঘোষা"ৰ প্ৰভাৱ আৰু আদৰ্শৰ কথা সূচনা কৰে। কবিয়ে আকৌ, গ্ৰন্থৰ ভিতৰতে লিখিছে — "জয় জয় শ্ৰীমন্ত শঙ্কৰ পূৰ্ণ কাম। কীৰ্ত্তনৰ ছন্দে বিৰচিলো গুণ নাম।।" এই উক্তিয়েও স্পষ্টভাৱে বুজায় যে, অনন্ত ঠাকুৰে শঙ্কৰদেৱক

৬. অ.ৰা.সা.পৃঃ ১০০

অনুকৰণ কৰি "কীৰ্ত্তন-ঘোষা"ৰ লেখীয়াকৈ "শ্ৰীৰাম-কীৰ্ত্তন" ৰচিছে। এই পুথিত কৰিয়ে ৰামচন্দ্ৰক কৃষ্ণজ্ঞান কৰি ৰামৰ লীলা-চৰিত্ৰ কৃষ্ণৰ লীলা-চৰিত্ৰৰূপে বৰ্ণনা কৰিছে।

## ৰঘুনাথ মহন্ত

পণ্ডিত হেমচন্দ্ৰ গোস্বামীয়ে[৭] কৈছে যে, ৰঘুনাথ মহন্ত কৃষ্ণনাথৰ পুত্ৰ আৰু হৰিকৃষ্ণৰ নাতি। হৰিকৃষ্ণ আছিল দযাং সত্ৰৰ প্ৰতিষ্ঠতা। ৰঘুনাথ শঙ্কৰদেৱৰ পৰা পাঁচ পুৰুষ পিছৰ, অৰ্থাৎ ষষ্ঠ পুৰুষ। ড° সত্যেন্দ্ৰ নাথ শৰ্ম্মাই[৮] কৈছে — "ৰঘুনাথৰ পৰা ষষ্ঠজন উপৰি পুৰুষ সতানন্দই তীৰ্থলৈ যাওঁতে মহাপুৰুষক লগ পাই শৰণ লৈছিল আৰু মহাপুৰুষে এওঁৰ পুতেক চাৰিজনৰ নামৰ লগত কৃষ্ণ শব্দটো জড়িত হৈ থকা বুলি জানি 'বৰভকত' উপাধি দিছিল"।

ৰামাযণৰ কথাবস্তুৰ অৱলম্বনত গদ্য আৰু কাব্য উভয়বিধ সৃষ্টিৰ যোগেদি ৰঘুনাথ মহন্ত বিস্তাৰ-যুগৰ বিখ্যাত লিখকৰূপে পৰিগণিত। তেওঁৰ গ্ৰন্থ তিনিখন — কথা-ৰামাযণ, অদ্ভুত-ৰামাযণ আৰু শত্ৰুঞ্জয়; তিনিওখনৰে বিষয় ৰামাযণী-কথা। শত্ৰুঞ্জয় প্ৰথম ৰচনা, আৰু কথা-ৰামাযণ শেষ ৰচনা। যিহেতুকে এই গ্ৰন্থ দুখনৰ ৰচনাকাল যথাক্ৰমে ১৬৫৮ শক (১৭৩৬ খৃঃ) আৰু ১৭০৩ শক (১৭৮১ খৃঃ), কৱি-সাহিত্যিকৰূপে ৰঘুনাথ মহন্তৰ খ্যাতি অষ্টাদশ-শতিকাৰ চতুৰ্থ দশকৰ পৰা অষ্টম-নৱম দশকৰ ভিতৰত প্ৰসাৰিত হৈছিল।

*গ্ৰন্থৰ পৰিচয়, চমু আলোচনা*

বানৰপতি বালীৰ দিগ্বিজয় আৰু পৰাক্ৰম — এই ৰামাযণী-কথাক কেন্দ্ৰ কৰি শত্ৰুঞ্জয় কাব্য ৰচিত হৈছে যদিও বাল্মীকি-ৰামাযণৰ কথা-বস্তু ইযাৰ আধাৰ বুলি কব নোৱাৰি। বালীৰ সহযোগীৰূপে প্ৰাগ্‌জ্যোতিষপতি নৰকাসুৰৰ বৰ্ণনাৰ কথা ইযাত বিশেষ উল্লেখনীয। কৱিয়ে কাব্যৰ এঠাইত লিখিছে — "নানা ৰস কাব্যে দিযে কৰি নিৰন্তৰ। এতেকে ইহাত প্ৰস্তাৱিত ৰস যত। নানা শাস্ত্ৰ হন্তে আনি কৰিলো বেকত।।" কব পৰা যায় — ৰাম-কথাক অৱলম্বন কৰি আন আন গ্ৰন্থৰ সঙ্গতিপূৰ্ণ কথাও আনি খাপ খুৱাই ৰঘুনাথ মহন্তই ৰস-কাব্যৰূপে "শত্ৰুঞ্জয"ৰ সৃষ্টি কৰিছে। ৰচনাৰ ক্ৰম অনুসৰি অদ্ভুত-ৰামায়ণ সম্ভৱতঃ ৰঘুনাথ মহন্তৰ দ্বিতীয় ৰচনা। বাল্মীকিৰ নামত প্ৰচলিত ২৭ টা সৰ্গত সমাপ্ত যি অদ্ভুত-ৰামাযণ আছে, তাৰ আখ্যানৰ লগত অসমীয়া-কৱিৰ অদ্ভুত-ৰামায়ণৰ মিল দেখিবলৈ পোৱা নাযায়। শতমস্তকবিশিষ্ট এক ৰাবণক সীতাই বধ কৰাৰ কথা ইয়াত পোৱা যায়। ইয়াৰ উপৰিও, শেষৰ ফালে ব্ৰহ্মাদি দেৱগণৰদ্বাৰা সীতাৰ স্তৱ, সীতাৰ সহস্ৰ-নামোল্লেখপূৰ্ণস্তুতি,

*শত্ৰুঞ্জয় আৰু অদ্ভুত-ৰামায়ণ*

---

৭ DCAM

৮ অ সা. স. ই.

ৰামৰ সহস্ৰনামযুক্তস্তুতি আদি কথাবোৰ কেইবাটাও সৰ্গত বৰ্ণিত আছে। ৰঘুনাথ মহন্তকৃত-অদ্ভুত-ৰামায়ণত এইবোৰ কথা নথকাৰ উপৰিও মূল-আখ্যানটোও পৃথক হোৱা দেখা গৈছে। ইয়াৰ মতে, পাতালত গৈ সীতাই পুত্ৰৰ বিচ্ছেদজনিত দুঃখত হয় দুঃখিতা। তেওঁ বাসুকি নাগক পঠাই লৱ-কুশক পাতালপুৰলৈ নিয়ায়। পাছত ভক্ত-হনুমন্তই যৌগিক-ক্ষমতা-প্ৰদৰ্শনৰ লগতে আচৰিত সংঘাত-বৈচিত্ৰ্যৰ মাজত বীৰত্ব দেখুৱাই তেওঁলোকক উদ্ধাৰ কৰি আনে। বিশেষ কথা এই যে, গ্ৰন্থখনৰ পৰিচয়-প্ৰসঙ্গত ৰঘুনাথ মহন্তই কৈছে

*ব্যাসৰ কৱিতা আৰ অৰ্থ গুৰুতৰ।*
*তাত অধিকাৰ কিবা আছয় মূৰ্খৰ।।.. ..*

*আকৌ, শেষত লিখিছে ——*

*ইটো কথা এহিমানে সমাপতি ভৈল।*
*মাৰ্কণ্ডেয় ঋষি যুধিষ্ঠিৰ আগে কৈল।।*

উক্ত পদফাকিৰ পৰা ধাৰণা কৰি লব পৰা যায় —— অসমীয়া কবিয়ে কিজানি সীতাৰ পৰৱৰ্ত্তী জীৱন-চৰিত বৈচিত্ৰ্যপূৰ্ণ কৰি ৰসপূৰ্ণ-কাব্যিক ৰূপ দিয়াৰ খাতিৰত বনপৰ্ব্বৰ অন্তৰ্গত মহাভাৰতীয় এটা আখ্যান মনত সজাগ কৰি লৈছিল। জয়দ্ৰথে দ্ৰৌপদীক হৰণ কৰি নিয়াত যুধিষ্ঠিৰৰ মনোবেদনা উপশম কৰাৰ উদ্দেশ্য তেওঁৰ আগত মাৰ্কণ্ডেয় মুনিযে ৰামাযণী-কথা বৰ্ণনা কৰিছিল। যি কি নহওক, অদ্ভুত-ৰামায়ণৰ মূল-নিৰ্ণয সঠিকভাবে কৰা টান।

*ৰামায়ণ*

ৰঘুনাথ মহন্তৰ সৰ্ব্বশ্ৰেষ্ঠ ৰচনা কথা-ৰামাযণ। ৰামাযণৰ গদ্য-ৰূপাযণ হিচাপে সৰ্ব্বভাৰতীয সাহিত্যৰ ক্ষেত্ৰতো ই বিশেষ স্থান দাবী কৰিব পাৰে। লিখকে গ্ৰন্থৰ ভিতৰতে কৈছে যে, তেওঁৰ ৰচনা বাল্মীকি-ৰামায়ণৰ সংক্ষিপ্ত ৰূপায়ণ— "ইতি বাল্মীকি-বিৰচিত-ৰামাযণ-সংক্ষেপ-কথায়াং দশমোওধ্যায়ঃ" (ক ৰা. আদিকাণ্ড)। কিন্তু দেখা যায়—মূল-ৰামাযণৰ প্ৰধান আৰু মূল-ঘটনাবোৰৰ চমু বিৱৰণ ইয়াত আছে যদিও কলাত্মক-অনুভূতি আৰু দৃশ্যসজ্জাৰ মাজেদি এইবোৰক সজাই পৰাই নি সামগ্ৰিক-ৰূপত উপস্থাপিত কৰাৰ ক্ষেত্ৰত বহু ঠাইত লেখকে বাল্মীকিৰ ওপৰত দৃষ্টিপাত কৰা নাই। তেওঁ দৃষ্টিপাত কৰিছে পূৰ্ব্বসূৰি মাধৱ কন্দলী, শঙ্কৰদেৱ আৰু অনন্ত কন্দলীৰ ওপৰত। কথা-ৰামায়ণৰ পাঠ-পৰীক্ষা কৰিলে দেখিবলৈ পোৱা যায় যে, বহু

*দুজন ৰচক*

ঠাইতে ইয়াৰ ভাষা, উপমাপ্ৰয়োগ, চিত্ৰোপস্থাপন—কৌশল আদিবোৰত উক্ত কৱিকেইগৰাকীৰ ৰচনাৰ (মাধৱ কন্দলীৰ ৰামায়ণ, শঙ্কৰদেৱৰ ৰাম-বিজয় আৰু অনন্ত কন্দলীৰ ৰামায়ণ) প্ৰভাব সুস্পষ্ট। বিশেষ কথা এই যে, এতিয়ালৈকে পোৱা হৈছে "কথা ৰামায়ণ"ৰ চাৰিটা কাণ্ডহে — আদি, অযোধ্যা, অৰণ্য আৰু কিষ্কিন্ধ্যা কাণ্ড। আন এটা কথা এই যে, কথা-ৰামায়ণ বুলিলে ৰঘুনাথ মহন্তকে

ইযাৰ ৰচকৰূপে সাধাৰণতে জনা যায। কিন্তু গ্ৰন্থৰ আভ্যন্তৰীণ প্ৰমাণৰ পৰা জনা যায - — ইযাৰ প্ৰথম তিনিটা কাণ্ডহে ৰঘুনাথৰ ৰচনা, শেষৰ কিষ্কিন্ধ্যা-কাণ্ডটো কোনোবা শিষ্ট নামৰ পণ্ডিতৰহে ৰচনা। ইযাৰ প্ৰকৃষ্ট প্ৰমাণ এই যে, এই কাণ্ডৰ প্ৰথম অধ্যাযৰেই শেষত গ্ৰন্থকাৰে লিখিছে— "ইতি শ্ৰীৰামাযণ-কথাযাং শিষ্টবিৰচিতাযাং প্ৰথমোঽধ্যাযঃ"। ইযাৰ উপৰিও প্ৰথম তিনিটা কাণ্ডৰ ভাষা আৰু ৰচনাৰীতি আন কাণ্ডটোৰ লগত অমিল। মুঠতে কথা-ৰামাযণৰ ৰচক এজন নহয, দুজনহে। দুযোজনেই পণ্ডিত, পৰম-বৈষ্ণৱ — - দুযোজনেই ৰামচন্দ্ৰক পৰম-পুৰুষ বিষ্ণুৰূপে চিত্ৰিত কৰি ৰচনাৰ সামগ্ৰিক-ৰূপাযণ ভক্তি-গ্ৰন্থৰ অন্তৰ্ভুক্ত কৰিব পাৰিছে।

*ভাষা আৰু গদ্য-ৰীতি*

কথা-ৰামাযণ ভট্টদেৱৰ গদ্যৰ আদৰ্শত ৰচিত। বাক্য-বিন্যাস-পদ্ধতি, বৈযাকৰণিক-বৈশিষ্ট্য, তৎসমশব্দ-প্ৰযোগৰ ব্যাপকত্ব আদি বিশেষত্ববোৰে কথা-ৰামাযণৰ গদ্য-ৰীতিক ভট্টদেৱৰ গদ্যৰ ওচৰ চপায। ভট্টদেৱী-গদ্যৰ ভাষাত ব্ৰজাৱলী শব্দৰ প্ৰযোগ পোৱা নাযায়। কথা-ৰামায়ণৰ, বিশেষকৈ প্ৰথম তিনিটা কাণ্ডৰ ভাষাত ব্ৰজাৱলীৰ প্ৰয়োগ পোৱা যায়। ভট্টদেৱী-গদ্য আৰু কথা-ৰামাযণৰ গদ্য, দুয়ো বিধতে কিছু কৃত্ৰিমতা থাকিলেও কথা-ৰামায়ণৰ গদ্য-ৰীতিৰ অংশবিশেষত ভট্টদেৱৰ গদ্যৰীতিতকৈ স্বাভাৱিকতা বা কথ্যৰূপ কিছু অধিক স্পষ্টৰূপ ত দেখা যায়।

## ৰামায়ণী-কথাৰ আধাৰত আন আন ৰচনা

ৰঘুনাথ মহন্তৰ পাছত ৰামাণয়-কথাবস্তুক অৱলম্বন কৰি দুই চাৰিখন পুথি অৱশ্যে ৰচনা নোহোৱাকৈ থকা নাই। সেইবোৰ কিন্তু ৰঘুনাথ মহন্তৰ গ্ৰন্থৰ লগত তুলনীয নহয। তথাপি সাহিত্য-সৃষ্টিৰ পৰম্পৰা ৰক্ষাত সেইবোৰৰ পৰিচয় বাঞ্ছনীয়। ড° সত্যেন্দ্ৰ নাথ শৰ্ম্মাই [১০]এই শ্ৰেণীৰ কেইখন মান পুথিৰ উল্লেখ আৰু সাধাৰণ পৰিচয় দাঙি ধৰিছে। সেইকেইখন হল "লক্ষ্মণৰ শক্তি-শেল", "ৰামচৰিতমানসৰ অসমীয়া অনুবাদ", "মন্দোদৰীৰ মণিহৰণ", "সীতাৰ পাতাল প্ৰবেশ" আৰু "নাগাক্ষ-যুদ্ধ"। "লক্ষ্মণৰ শক্তিশেল" এখন লঘু-কাব্য। এই কাব্যখন বৈষ্ণৱ-যুগৰ পৰৱৰ্ত্তী কোনোবা ৰামসৰস্বতীৰ ভণিতাযুক্ত। তুলসী দাসৰ বিখ্যাত ৰাম-চৰিত-মানসৰ অনুবাদ কৰে শ্ৰীসূৰ্য্যকান্ত সূৰ্য্য-বিপ্ৰই। অসমীয়া কবিয়ে এই অনুবাদ কৰিছে পশ্চিমাভাষা, অৰ্থাৎ অবধী-ভাষাত ৰচনা কৰা ৰামচৰিত মানসৰ পৰা। অনুবাদ-প্ৰসঙ্গত অসমীয়া কবিয়ে লিখিছে ——

*ভক্ততো উত্তম ৰামচৰণৰ দাস।*
*তুলসীদাস যে নাম জগতে প্ৰখ্যাত।*

---

১০. অ.সা.স.ই

*পছিমা ভাষাই সিটো গ্ৰন্থ ৰামায়ণ।*
*নানা ছন্দে প্ৰযত্নে কৰিলা বিৰচন।।*
*তান ভাষাকৃত লঙ্কাকাণ্ড ৰামায়ণ।*
*পদবন্ধে নিবন্ধিলো কৰিয়া যতন।।*

"মন্দোদৰীৰ মণিহৰণ" নামৰ পুথিখনৰ ৰচক কবি ধনঞ্জয়। এই পুথিখনৰ আন নাম গণক-চৰিত্ৰ। এই নামটোৰ শিতানত অধ্যাপক উপেন্দ্ৰচন্দ্ৰ লেখাৰুয়ে[11]পুথিখনৰ আলোচনা দাঙি ধৰিছে। "সীতাৰ পাতাল-প্ৰৱেশ" বা "পাতালী কাণ্ড" নামৰ পুথিখনৰ ৰচয়িতা গঙ্গাগতি দাস বুলি জনা যায়। "নাগাক্ষ-যুদ্ধ"ৰ ৰচক ভৱদেৱ বিপ্ৰ। এই পুথিখনৰ আন নাম "শ্ৰীৰামচন্দ্ৰৰ অশ্বমেধ-যজ্ঞ"। অযোধ্যাৰ সিংহাসনত অধিষ্ঠিত হৈ ৰামচন্দ্ৰই অশ্বমেধ-যজ্ঞ আৰম্ভ কৰে, তাৰ অশ্ব অনুসৰণ-প্ৰসঙ্গত হনুমানৰ লগত দৈত্যৰাজ নাগাক্ষৰ ঘোৰতৰ যুদ্ধ হয়। এই আখ্যানভাগ উক্ত পুথিত বৰ্ণিত হৈছে। কবিয়ে ৰামাযণৰ উত্তৰ-কাণ্ডৰ পৰা এই আখ্যান লোৱা বুলি কৈছে যদিও ৰামায়ণৰ সেই স্থানত এই আখ্যান পোৱা নাযায়। প্ৰচলিত কোনো জনশ্ৰুতিৰ ওপৰত নিৰ্ভৰ কৰিও কবিয়ে এই কাব্যৰ কাহিনী সাজিব পাৰে। এইবোৰৰ উপৰিও উল্লেখনীয় কথা এই যে, কোচবিহাৰ ৰাজকীয়-গ্ৰন্থাগাৰত ৰামায়ণৰ কেইবাটাও স্কন্ধৰ অনুবাদ সংৰক্ষিত হৈ আছে। বঙালী পণ্ডিতে সেই ৰচনাবোৰ বাংলা-সাহিত্যৰ অন্তৰ্ভুক্ত কৰিব বিচাৰিলে যদিও সেইবোৰ কামৰূপী পণ্ডিতৰেই ৰচনা। ৰঘুনাথ দ্বিজ আৰু দেৱীনন্দনে ৰচনা কৰা "কিষ্কিন্ধা-কাণ্ড" আৰু ৰুদ্ৰৰাম শৰ্ম্মাৰ "অৰণ্যকাণ্ড", আৰু সাৰদানন্দ, সতানন্দ আৰু ৰঘুৰামৰ যুটীয়া ৰচনা "উত্তৰ কাণ্ড" মূলতঃ অসমীয়া বুলি ড০ সত্যেন্দ্ৰ নাথ শৰ্ম্মাই[12] স্পষ্টভাবে কৈছে। কোচ-ৰাজবংশৰ শেষাংশৰ ৰজা হৰেন্দ্ৰনাৰায়ণৰ পৃষ্ঠপোষকতাত যে স্বদেশী ব্ৰাহ্মণে, অৰ্থাৎ কামৰূপী-ব্ৰাহ্মণে ৰামায়ণৰ পদ ৰচিছিল, তাৰ প্ৰমাণ ৰঘুনাথদ্বিজৰ অযোধ্যাকাণ্ডৰ এই ভণিতা ঃ

*কামৰূপ ৰত্নপীঠে কমতা ঈশ্বৰ।*
*শ্ৰীহৰেন্দ্ৰনাৰায়ণ ৰাজৰাজেশ্বৰ।।*
*তাহাৰ আদেশে আমি স্বদেশী ব্ৰাহ্মণ।*
*ৰঘুৰাম লক্ষীৰাম ভাই দুই জন।।*
*ৰাজ আজ্ঞা ধৰি শিৰে কৰি পদবন্ধ।*
*ৰচিলো অযোধ্যা কাণ্ড পয়াৰ প্ৰবন্ধ।।*

---

১১. অ. ৰা. সা.
১২. অ. সা. স. ই. ১০ম অধ্যায়

## (।।) মহাভাৰতৰ কৱি (মহাভাৰতীয়-সাহিত্য)

অকল ভাৰততে নহয়, সমগ্ৰ পৃথিৱীৰ গ্ৰন্থৰাজিৰ ভিতৰতে সামগ্ৰিক-স্বৰূপত মহাভাৰতে আগশাৰীত থিয় দিব পাৰে। ই-সৰ্ব্ববিদ্যাসমন্বিত অতি বৃহৎ গ্ৰন্থ। বৃহৎ মহাকাব্য (Epic) হোৱাৰ উপৰিও ই ধৰ্ম্ম, ইতিহাস, দৰ্শন, ৰাজনীতি, সমাজনীতি, শিক্ষানীতি ব্যাৱহাৰিক-বিদ্যা আদি সকলো প্ৰকাৰ জ্ঞানৰ ভাণ্ডাৰ — ভাৰতীয়-সংস্কৃতিৰ ই আধাৰ। এই গ্ৰন্থখনে ইয়াৰ অন্তৰ্গত বিষয়ৰ ব্যপকত্ব আৰু গুৰুত্বৰ কথা ঘোষণা কৰিছে —

*মহাভাৰতৰ গুৰুত্ব আৰু শ্ৰেষ্ঠত্ব*

ইযাত যি কথা আছে, তাক আন ঠাইতো পাব পাৰি, কিন্তু ইযাত যি কথা নাই, তাক আন ঠাইতো পাবলৈ নাই। এসময়ত দেৱতাসকলে মহাভাৰতৰ গুৰুত্ব জুখি চাবলৈ মন কৰি তুলাচানিৰ এফালে তুলি দিলে অকল মহাভাৰতখন, আৰু আনফালে দিলে সমগ্ৰ উপনিষদৰ সৈতে চাৰিওখন বেদ। দেখিলে— মহাভাৰতখন বেছি গধুৰ। তেতিয়াৰ পৰা পৃথিৱীত এই গ্ৰন্থৰ নাম হয় মহাভাৰত – "তদা প্ৰকৃতি লোকেওস্মিন্ মহাভাৰতমুচ্যতে। মহত্বে চ গুৰুত্বে চ ধ্ৰিয়মানং যতোওধিকম্ মহত্বাদ্ ভাৰৱত্বাচ্চ মহাভাৰতমুচ্যতে।।" (মহা, ১/১)। মহাভাৰতৰ ৰচক মহৰ্ষিব্যাসদেৱে নিজেই ব্ৰহ্মাৰ আগত কৈছে – মহাভাৰত যিহেতুকে সকলো জ্ঞান-তত্বৰ আধাৰ, সেই হেতুকে, মেঘ যেনেকৈ সকলোৰে উপজীৱ্য, এই অক্ষয় ভাৰত-বৃক্ষও উত্তৰ-কালত সকলো কবিকুলৰেই উপজীব্য হব ---- "সৰ্ব্বেষাং কৱিমুখ্যানামুপজীৱ্যো ভৱিষ্যতি। পৰ্জ্জন্যমিৱ ভূতানামক্ষয়ো ভাৰত-দ্ৰুমঃ।।" (মহা, ১/১/৯২)।

দেখা যায় — এই মহাভাৰতৰ নানান কথা আৰু আখ্যান-উপাখ্যানৰ অৱলম্বনত প্ৰাচীন কালৰে পৰা ভাৰতীয়-কবিসকলে নানাবিধ কাব্য নাট আদিৰ সৃষ্টি কৰি আহিছে। পৰৱৰ্ত্তি-কালত প্ৰাদেশিক-ভাষাবোৰ গঢ় লৈ উঠাৰ পাছৰ পৰাও মহাভাৰতীয়-আখ্যান-

*মহাভাৰতৰ অসমীয়া ৰূপান্তৰ*

উপাখ্যান লৈ সেই ভাষাবোৰত কাব্যাদি সৃষ্টি হোৱাৰ উপৰিও ক্ৰমশঃ কোনো কোনো ভাষাত মহাভাৰতৰ অংশবিশেষৰ অনুবাদো আৰম্ভ হয়। অসমীয়া-সাহিত্যতো মহাভাৰতীয়-কথাৰ অৱলম্বনত খৃষ্টীয়-চতুৰ্দ্দশ-শতিকাৰ পৰাই কাব্য-ৰচনা আৰম্ভ হয় আৰু তাৰ ক্ৰমগতি পৰৱৰ্ত্তি-কাললৈ চলি আছে। বৈষ্ণৱ-যুগৰ আদিভাগত ৰামসৰস্বতীৰ হাতত মহাভাৰতৰ বহুলাংশ অনুবাদ হয়, আৰু ইয়াৰ কিছুমান আখ্যান বধ-কাব্যৰ ৰূপতো জনসাধাৰণৰ মাজত প্ৰচাৰিত হয়। উক্ত যুগৰ দ্বিতীয়-ভাগতো, আনকি অষ্টাদশ-শতিকা পৰ্য্যন্ত মহাভাৰতৰ খণ্ডবিশেষৰ অনুবাদ বিভিন্ন পণ্ডিতসকলৰ হাতত হৈ আহিছে। বিশেষ কথা এই যে, কোনো ধৰ্ম্মীয়-নিৰ্দ্দিষ্ট-মতবাদৰ এচলীয়া সুঁতি মহাভাৰতৰ মাজত প্ৰবাহিত হোৱা বুলি

কৰ নোৱাৰি। সামগ্ৰিক-ৰূপত ই এক প্ৰকাৰ সম্প্ৰদায়নিৰপেক্ষ-মহাকাব্য। প্ৰসঙ্গক্ৰমে ইয়াৰ মাজত যিবোৰ দেৱমাহাত্ম্যপ্ৰকাশক-আখ্যান আছে, সেইবোৰ এজন দেৱতাৰ মাহাত্ম্যপ্ৰকাশতে আৱদ্ধ নহয়— বিভিন্ন আখ্যানে বিষ্ণু, শিৱ, শক্তি আদিৰ মাহাত্ম্য প্ৰচাৰ কৰিছে।

প্ৰাক্‌বৈষ্ণৱ-যুগৰ পৰা বিস্তাৰ-যুগৰো আগভাগলৈকে, মনসা-কৱিকেইগৰাকীত বাহিৰে প্ৰায়বোৰ কবিয়ে বৈষ্ণৱ, কিছুমান একান্ত বৈষ্ণৱ নহলেও বৈষ্ণৱ-ভাৱাপন্ন। বোধহয় এই কাৰণতেই নেকি, মহাভাৰতীয়-কথাৰ আধাৰত ৰচিত কাব্য, আনকি মহাভাৰতৰ অনুৱাদৰ মাজতো শিৱ বা শক্তিৰ মাহাত্ম্য-ঘোষিত খণ্ডবিশেষ সাধাৰণতে পোৱা নাযায়। মহাভাৰতীয়-সাহিত্যবোৰ কিবা প্ৰকাৰে নহয়, কিবা প্ৰকাৰে বিষ্ণুৰেই মাহাত্ম্যসূচক। ইয়াৰ পৰা বুজা যায় — কবিসকলে, আনকি মহাভাৰতৰ কবিৰূপে খ্যাত ৰামসৰস্বতীযেও মহাভাৰতৰ অনুবাদ এৰাধৰাকৈযেই কৰিছে। সেযেহে, এই অসমীয়া-অনুবাদ-কৃতিৰ মাজত মূল-মহাভাৰতৰ কথা-বস্তুৰ আনুক্ৰমিক-স্বৰূপ দেখিবলৈ পোৱা নাযায়। তথাপি ই যেন জনগণৰ সাহিত্য, ইযাৰ মাজেদি সৰ্ব্বসাধাৰণে মহাভাৰতীয়-কথা অন্ততঃ স্থূলৰূপত পাবলৈ সক্ষম হৈছে।

*অনুৱাদ বিশেষত্ব*

ড° সত্যেন্দ্ৰ নাথ শৰ্ম্মাই[১৩] কৈছে— "বৈষ্ণৱ-যুগত মহাভাৰত, ৰামায়ণ আৰু পুৰাণসমূহ অসমীয়া ভাষালৈ অনূদিত হোৱাত যেনেকৈ জনসাধাৰণৰ প্ৰচুৰ উপকাৰ হৈছিল তেনেকৈ সামান্যভাবে হলেও অপকাৰ নোহোৱাকৈ থকা নাছিল। অসমীযা পাঠক আৰু লেখক গোষ্ঠীৰ লগত সংস্কৃত-মূলবোৰৰ সম্পৰ্ক ক্ৰমে হ্ৰাস হৈ আহিছিল। *** দৰাচলতে কৌৰব-পাণ্ডৱক কেন্দ্ৰ কৰি সৃষ্টিহোৱা ঘটনা আৰু কাহিনীৰ উপৰিও মূল-মহাভাৰতে শতাধিক স্বতন্ত্ৰ-আখ্যান আছে, যিবোৰৰ যি কোনো এটাক ভিত্তি কৰি একোখন স্বতন্ত্ৰ-কাব্য ৰচনা কৰাৰ সমল আৰু থল আছে। কিন্তু দুৰ্ভাগ্যক্ৰমে পণ্ডিতসকলে সেইফালে দৃষ্টি নৰখাত অষ্টাদশ-শতিকাত কোনো উল্লেখনীয় মহাভাৰতীয-কাব্য ৰচিত নহল"।

## গোপীনাথ দ্বিজ (পাঠক)

ৰামসৰস্বতীৰ পুত্ৰ গোপীনাথ দ্বিজ মহাভাৰতৰ অন্যতম কবি। সম্ভৱতঃ গোপীনাথে পাঠক উপাধিটো পিতৃৰ পৰা পাইছে। তেওঁ কোচবংশীয় শেষ ৰজা বলিতনাৰায়ণ বা ধৰ্ম্মনাৰায়ণৰ পৃষ্ঠপোষকতা লাভ কৰালৈ চাই তেওঁক সপ্তদশ-শতিকাৰ চতুৰ্থ-দশকৰ ভিতৰৰ কবি বুলি ধৰি লব পৰা যায়। কিন্তু তেওঁৰ পিতৃ ৰামসৰস্বতীয়ে কৱিৰূপে ধৰ্ম্মনাৰায়ণৰ পুত্ৰ-দৰঙ্গী-ৰজাৰূপে খ্যাত সুন্দৰ নাৰায়ণৰো পৃষ্ঠপোষকতা লাভ কৰা বুলি যথাস্থানত কৈ অহা হৈছে। গোপীনাথ পাঠকে পিতাক ৰামসৰস্বতীক মহাভাৰতৰ

---

১৩. অ সা.স.ই.

অনুৱাদকাৰ্য্যত সহায়ো কৰিছিল। কবিৰূপে তেওঁ সপ্তদশ-শতিকাৰ প্ৰথমাৰ্দ্ধৰ পাছলৈ জীযাই থকাটো স্বাভাৱিক। মহাভাৰতৰ দ্ৰোণপৰ্ব্ব, সভাপৰ্ব্ব আৰু স্বৰ্গাৰোহণ-পৰ্ব্ব গোপীনাথ পাঠকে ৰচনা কৰে।

## দামোদৰ দ্বিজ

দামোদৰ দ্বিজ নামৰ এজন কবিযে মহাভাৰতৰ শল্যপৰ্ব্বৰ অনুবাদ কৰিছে। তেওঁ দৰঙ্গীৰজা মকৰধ্বজৰ পৃষ্ঠপোষকতা লাভ কৰি মহাভাৰতৰ পদ ৰচনা কৰিছে বুলি জনা যায়। মকৰধ্বজ ৰঘুদেৱনাৰাযণৰ নাতি। তেওঁক সুন্দৰনাৰাযণ বুলিও জনা যায়। ৰাজন্যবিশেষৰ পৃষ্ঠপোষকতাৰ ফালৰ পৰা কবিৰূপে দামোদৰ দ্বিজ সপ্তদশ-শতিকাৰ মধ্যভাগ বা তাৰো অলপ পাছলৈ যাব পাৰে। ড০ মহেশ্বৰ নেওগে[১৪] মহাভাৰতৰ আদিপৰ্ব্বৰ ৰচক বিপ্ৰ দামোদৰ আৰু শল্যপৰ্ব্বৰ ৰচক দামোদৰ দ্বিজ "একেজন মানুহ হোৱা অসম্ভৱ নহয" বুলি কৈছে।

## বিদ্যা পঞ্চানন

বিদ্যাপঞ্চানন মহাভাৰতৰ অন্যতম উল্লেখনীয় কবি। তেওঁ মহাভাৰতৰ ভীষ্ম-পৰ্ব্বৰ এটা অংশ (নৱম দিনৰ যুদ্ধৰ অম্বা-চৰিত্ৰলৈ) অনুবাদ কৰে। ইয়াৰ উপৰিও বিদ্যাপঞ্চাননে কৰ্ণপৰ্ব্বও ৰচনা কৰে। ভীষ্মপৰ্ব্বৰ ৰচনাৰ মাজত কবিয়ে আত্ম-পৰিচয় দিছে এইদৰে —

*বৃহৎ নগৰ তন্ত্ৰীকৰণ যে স্থান।*
*মৰ্ত্ত্যে দেৱে যত্নে তাক কৰিছা নিৰ্ম্মাণ।।*
*নানা দিব্য পাটবস্ত্ৰ দেৱাঙ্গ বসন।*
*যিটো নগৰত সদা হোৱে উতপন।।*

* * *

*সেহি নগৰত দ্বিজবৰ আছিলন্ত।*
*নামে কণ্ঠাভৰণ যে পৰম মহন্ত।।*
*তাহান কনিষ্ঠ পুত্ৰে গুৰু গোপালৰ।*
*হৃদয়ত ধৰি দুই চৰণ সুন্দৰ।।*
*সমীপৰ লোকৰ আনন্দমন দেখি।*
*অম্বাৰ চৰিত্ৰ পদবন্ধে থৈলা লেখি।।*

উক্ত পদকেইটাৰ পৰা বুজা যায় — বিদ্যাপঞ্চাননৰ জন্মস্থান বৃহৎ নগৰ (বৰনগৰ)। কণ্ঠাভৰণ নামৰ ব্ৰাহ্মণৰ তেওঁ কনিষ্ঠ পুত্ৰ। কোনোবা গোপাল গুৰুৰ চৰণত হৃদয়

---

১৪.অ.সা.ৰা.ৰে

স্থাপন কৰি শৰণ লৈছে। এই গোপাল গুৰু ভৱানীপুৰীয়া গোপাল আতা নে মহাপুৰুষ দামোদৰদেৱৰ শিষ্য গোপাল মিশ্ৰ সঠিককৈ কোৱা টান। বিদ্যাপঞ্চাননে ভীষ্মপৰ্ব্ব-ৰচনাৰ সময় জনাইছে— "চন্দ্ৰ-বাণ ঘোটকৰ পিঠিত গগন", অৰ্থাৎ ১৫৭০ শক বা ১৬৪৮ খৃষ্টাব্দ। ভীষ্মপৰ্ব্বৰ এই ৰচনা-কালৰ পৰা জনা যায়— কৱিৰূপে বিদ্যাপঞ্চানন হ্যতো জীযাই আছিল সপ্তদশ-শতিকাৰ মধ্যভাগৰ পৰা কিছু পৰৱৰ্ত্তি-কাললৈকে

## ৰামমিশ্ৰ

ৰামমিশ্ৰই মহাভাৰতৰ ভীষ্মপৰ্ব্বত আত্ম-পৰিচয দিছে এইদৰে ——

*নাৰায়ণপুৰে আছিলেক বিপ্ৰবৰ।*
*নামত কলাপচন্দ্ৰ দ্বিজবংশধৰ।।*
*কলাপচন্দ্ৰ পঢ়াইলন্ত অবিশ্ৰাম।*
*তাহান তনয় ভৈল হৰিভাৰ্থী নাম।।*
*ভাগৱত-শাস্ত্ৰে ৰত তাহান তনয়।*
*মাধৱ কন্দলী তান পুত্ৰ ভৈলা তয়।।*

* * *

*গৃহাশ্ৰম ধৰ্ম্মে আছা স্বকৰ্ম্ম আচৰি।*
*দুতয় তনয় ভৈলা কাল অৱসৰি।।*
*কনিষ্ঠ তনয় ভৈল ৰামমিশ্ৰ নাম।*
*ৰাজাৰ শশুৰে স্নেহ কৰে অনুপম।।*
*পদ কৰিবাক মোক দিলা অনুমতি।*

কৱিৰ এই আত্ম-পৰিচয়ৰ পৰা জনা যায় — ৰামমিশ্ৰ কলাপচন্দ্ৰ নামৰ ব্ৰাহ্মণৰ পুত্ৰৰ নাতিয়েক। কলাপচন্দ্ৰ আছিল (লক্ষীমপুৰ অঞ্চলৰ) নাৰায়ণপুৰৰ । তেওঁৰ বংশধৰসকল ভাগৱত-শাস্ত্ৰত নিপুণ আছিল বুলি উক্ত স্বীকাৰোক্তিৰ পৰা জনা যায়। মহাভাৰতৰ ভীষ্মপৰ্ব্বৰ একাংশৰ অনুবাদৰ উপৰিও হিতোপদেশ, পুতলা-চৰিত্ৰ আৰু বৃন্দাবন-চৰিত্ৰৰ ৰচকৰূপে ৰামমিশ্ৰক জনা যায়। উল্লেখনীয় কথা এই যে, ভদ্ৰসেন ফুকন নামৰ বিষয়াৰ কথামতে কবিয়ে "হিতোপদেশ"ৰ অনুবাদ কৰিছে বুলি কৱিৰ ৰচনাৰ মাজৰ পৰাই জনা যায়। ভদ্ৰসেন আছিল ৰজাৰ শহুৰ (আহোম ৰজা জয়ধ্বজ সিংহৰ শহুৰ) বৰনেওগৰ পুত্ৰ। গতিকে কোৱাত অসুবিধা নাই — কৱিৰূপে ৰামমিশ্ৰৰ অৱস্থিতি জয়ধ্বজ সিংহৰ ৰাজত্ব কাল (১৬৫৪—১৬৬৩ খৃঃ), ইয়াৰ অলপ আগা পিছা হলেও সপ্তদশ-শতিকাৰ দ্বিতীয়াৰ্দ্ধ। "পুতলা-চৰিত্ৰ" সংস্কৃত-কবি বৰৰুচিৰ "দ্বাত্ৰিংশৎ পুত্তলিকা"ৰ অনুবাদ। "বৃন্দাবন-চৰিত্ৰ" ৰামমিশ্ৰৰ বিশেষ ধৰণৰ মৌলিক-কাব্যিক ৰচনা।

কবিয়ে বৃন্দাবনৰ স্থানিক, ঐতিহাসিক আৰু জনশ্ৰুতিমূলক বহুত কথাৰ কাব্যিক-ৰূপায়ণ ইয়াত দাঙি ধৰিছে।

## শ্ৰীনাথ দ্বিজ

সপ্তদশ-শতিকাৰ মধ্যভাগৰ কোচবিহাৰৰ ৰজা প্ৰাণনাৰায়ণৰ (১৬৩২—১৬৬৫ খৃঃ) পৃষ্ঠপোষকতা লাভ কৰা কবি শ্ৰীনাথ দ্বিজ। তেওঁ প্ৰাণনাৰায়ণৰ অনুপ্ৰেৰণাত মহাভাৰতৰ "আদিপৰ্ব্ব", "দ্ৰৌপদী সযম্বৰ" আৰু "দ্ৰোণপৰ্ব্ব" ৰচনা কৰে। কবিয়ে "দ্ৰোণপৰ্ব্ব"ত আত্ম-পৰিচয় দিছেঃ

*মল্লমহীপালৰ কনিষ্ঠ সহোদৰ।*
*শুক্লধ্বজ নামে দেৱ ভোগে পুৰন্দৰ।।*
*তাহান পাঠক মহামাত্য ভৱানন্দ।*
*কামৰূপ দ্বিজকুল কুমুদিনী চন্দ্ৰ।।*
*নামত পণ্ডিত ৰায় তাহান তনয়।*
*ৰঘুদেৱ নৃপতিৰ পাত্ৰ মহাশয়।।*
*তাহান কনিষ্ঠ ৰামেশ্বৰ শুদ্ধমতি।*
*শ্ৰীনাথ হৈলেন জ্যেষ্ঠ তাহাৰ সন্ততি।।*

* * * *

*প্ৰাণনাৰায়ণদেৱ আজ্ঞা পৰমাণে।*
*দ্ৰোণ পৰ্ব্বকথা বিৰচিল শুদ্ধমনে।।*

উক্ত পদকেইফাকিৰ পৰা বুজা যায় — শুক্লধ্বজৰ পাঠক-অমাত্য দ্বিজ-ভৱানন্দৰ পুত্ৰ ৰামেশ্বৰ, আৰু ৰামেশ্বৰৰ জ্যেষ্ঠ পুত্ৰ শ্ৰীনাথ। প্ৰাণনাৰায়ণৰ আজ্ঞামতে তেওঁ মহাভাৰতৰ পদ ৰচনা কৰিছে। শ্ৰীনাথ এগৰাকী সংস্কৃত-কবিও আছিল। মহাভাৰতীয় পদ ৰচনা কৰাৰ উপৰিও "বিশ্বসিংহ-চৰিতম্" নামৰ এখন সংস্কৃত-কাব্যও তেওঁ লিখিছে। খাঁ চৌধুৰী আমানতউল্লা আহমেদ তেওঁৰ "কোচবিহাৰেৰ ইতিহাস" গ্ৰন্থত লিখিছে যে, কোচবিহাৰ -নগৰৰ উপকণ্ঠ খাগৰাবাৰীৰ গিৰিশানন্দ চক্ৰবৰ্ত্তীৰ ঘৰত এই কাব্যখনৰ অধিকাংশ পোৱা গৈছে। প্ৰাপ্ত-অংশত কোচ-ৰজা বিশ্বসিংহৰ ৰাজত্বকালৰ বৰ্ণনা আছে। ই প্ৰমাণ কৰিছে যে, কাব্যখন বিশ্বসিংহৰ ৰাজত্ব-কালৰ পৰৱৰ্ত্তি -ৰচনা। কাব্যখনৰ ভিতৰত থকা "ভূদেৱ-ৰামেশ্বৰৰ পুত্ৰ নবীন কবি শ্ৰীনাথ বিৰচিত" — এই ভণিতাই কাব্যখন আলোচ্যমান শ্ৰীনাথ দ্বিজৰ ৰচনা বুলি নিশ্চিত কৰিছে।[১৫]

---

১৫. কো.ই., ঐতিহাসিক উপাদানাৱলী

## কবিশেখৰ

কোচবিহাৰৰ ৰজা লক্ষ্মীনাৰায়ণৰ অন্যতম পুত্ৰ আৰু তেওঁৰ পৰৱৰ্ত্তি-ৰজা বীৰনাৰায়ণৰ ৰাজত্ব-কালৰ অন্যতম মহাভাৰতীয-পদানুৱাদক কবিশেখৰ। তেওঁক গোবিন্দ কবিশেখৰ ৰূপেও জনা যায়। তেওঁ মহাভাৰতৰ কিৰাতপৰ্ব্ব ৰচনা কৰিছে। ৰচনাৰ মাজত কবিৰ আত্ম-পৰিচয় এনেকুৱা ঃ

*সিন্ধু পক্ষ বাণ বিধু শকেৰ সময়।*
*মকৰত দেৱ দিনকৰৰ উদয়।।*
*গুৰু দিন পঞ্চমী পক্ষ পৰধান।*
*কাননে কুসুমাকৰ কৰিল প্ৰস্থান।।*
*সুগন্ধ সমীৰ দশোদিশ সঞ্চৰিল।*
*মন মথিবাক যেন মনোজ মিলিল।।*
*জন্মে জন্মে বীৰনাৰায়ণ নৰেশ্বৰ।*
*হৱে জন্ম নৰ তনু বিহাৰ নগৰ।।*
*ভবানন্দ নামে চন্দ্ৰসেনৰ নন্দন।*
*নিজ ধৰ্মে কত নিজ কুলেৰ মণ্ডল।।*
*হেন মহাশয়ৰ তনয় অল্পমতি।*
*বোলা ৰাম ৰাম কবি শেখৰ বদতি।।*

উদ্ধৃত পদকেইটাৰ পৰা জনা যায — চন্দ্ৰসেনৰ তনয় ভৱানন্দৰ পুত্ৰ আছিল কবিশেখৰ। কোচবিহাৰৰ ৰজা বীৰনাৰাযণৰ কথামতে কবি শেখৰে কিৰাতপৰ্ব্ব ৰচনা কৰে ১৫২৭ শকত বা ১৬০৫ খৃষ্টাব্দত। এইখিনিতে উল্লেখনীয় কথা এই যে, বীৰনাৰায়ণ লক্ষ্মীনাৰায়ণৰ অন্যতম পুত্ৰ, তেওঁৰ ৰাজত্ব-কাল ইতিহাস মতে ১৬২৭ — ১৬৩২ খৃষ্টাব্দ (কোচবিহাৰেৰ ইতিহাস দ্ৰষ্টব্য)। এই ফালৰ পৰা কবিয়ে উল্লেখ কৰা "সিন্ধু-পক্ষ-বাণ বিধু শক"টো বিচাৰ্য্য হৈ আছে।

উপৰুক্ত কবিসকলৰ উপৰিও আৰু কেইবাগৰাকী কবিয়ে মহাভাৰতৰ অনুবাদ খণ্ড-খণ্ডকৈ কৰিছে। প্ৰায়বোৰ মহাভাৰতীয় কবিৰেই পৃষ্ঠপোষক কোচবংশীয় ৰজা। মহীন্দ্ৰনাৰায়ণৰ (১৬৮২ — ১৬৯৩ খৃঃ) অনুৰোধত ৰামদ্বিজ নামৰ কবিয়ে ভীষ্মপৰ্ব্বৰ খণ্ডবিশেষ অনুবাদ কৰে। শ্ৰীনাথনামৰ আন এজন কবিয়ে উপেন্দ্ৰনাৰায়ণৰ ৰাজত্ব কালত (১৭১৪ — ১৭৬৩ খৃঃ) মহাভাৰতৰ অংশবিশেষৰ অনুবাদ কৰিছে বুলি জনা যায়। দৰঙ্গী-শাখাৰ ৰজা মোদ নাৰায়ণৰ অনুৰোধত দ্বিজ কবিৰাজ নামে খ্যাত এজন কবিয়ে মহাভাৰতৰ দ্ৰোণ পৰ্ব্বৰ কিছু অংশৰ অনুবাদ কৰে। ইয়াৰ উপৰিও বিভিন্ন

কবিযে অনুৱাদ কৰা মহাভাৰতৰ কিছুমান খণ্ড কোচবিহাৰ-দৰবাৰ-গ্ৰন্থাগাৰত সংৰক্ষিত হৈ আছে বুলি ড° মহেশ্বৰ নেওগে[১৬] কৈছে। যেনে — আদিপৰ্ব্ব - ৰুদ্ৰদেৱ, সভাপৰ্ব্ব - জয়দেৱ, হৰেন্দ্ৰনাৰাযণ আৰু ব্ৰজসুন্দৰ, বনপৰ্ব্ব — কৌশাৰি আৰু বলৰাম দ্বিজ, কৰ্ণপৰ্ব্ব — মনোহৰ দাস কায়স্থ; শল্যপৰ্ব্ব — ৰামনন্দন, গদাপৰ্ব্ব — ৰামনন্দন, বৈদ্যনাথ, ঐষিক পৰ্ব্ব — হৰেন্দ্ৰ নাৰাযণ, মুষল পৰ্ব্ব — দ্বিজ বৈদ্যনাথ, অশ্বমেধপৰ্ব্ব — মহীনাথ শৰ্ম্মা, স্বৰ্গাৰোহণ পৰ্ব্ব — মাধৱ চন্দ্ৰ ইত্যাদি।

## (III) পুৰাণৰ কৰি (পুৰাণ - সাহিত্য)

পুৰাণৰ অনু ৱাদ আৰু ইযাৰ আখ্যানৰ অভিযোজিত-ৰচনাই অসমীযা পুৰণি- সাহিত্যৰ সৰ্ব্বাধিক ব্যপক স্থান অধিকাৰ কৰিছে। খৃষ্টীয় চতুৰ্দ্দশ-শতিকাৰ পৰা ঊনবিংশ-শতিকাৰ প্ৰথমাংশলৈকে প্ৰায চাৰে পাঁচশ-বছৰীযা কালডোখৰত ভাগৱত-পুৰাণৰ ওপৰত সৃষ্ট সাহিত্যৰ পৰিমাণ অধিক হলেও প্ৰথমাৱস্থাত কিন্তু কবিসকলৰ দৃষ্টি এই মহা-পুৰাণৰ ওপৰত পৰা দেখা নাযায়, আৰু শেষৰ ফালেও ইয়াৰ ওপৰত গুৰুত্ব কমি যায়। দেখা গৈছে — বামন-পুৰাণৰ কথাবস্তুৰ আধাৰত কাব্যৰ অভিযোজনা আৰম্ভ হৈ আধুনিক যুগ আৰম্ভ হোৱাৰ আগে আগে কল্কি-পুৰাণৰ অনুবাদত কাব্য-ৰচনাৰ পুৰণি-কলীযা পৰম্পৰাৰ পৰিসমাপ্তি ঘটিছে। বৈষ্ণৱ-সাহিত্যৰ উখাল-মাখল কমি যোৱাতো, বিশেষকৈ সপ্তদশ-শতিকাৰ মধ্যভাগমানৰ পৰা ভাগৱতৰো খণ্ড-বিশেষৰ অনুবাদ চলি থাকিলেও আন আন পুৰাণবিলাকৰো অনুবাদ-কাৰ্য্য বিশেষ ভাবে হবলৈ ধৰে, আৰু এই কাৰ্য্যৰ অনুপ্ৰেৰণাৰ মূল কোচবংশীয় বা দৰঙ্গী-ৰজাসকল আৰু সৃষ্টিৰ থলী নামনি অসম।

*পুৰণি সাহিত্যৰ সৰ্বাধিক সৃষ্টি পুৰাণ-আধাৰিত*

### কেশৱ কায়স্থ

কেশৱ কায়স্থ ভাগৱতৰ অন্যতম প্ৰসিদ্ধ অনুৱাদক। তেওঁ ভাগৱতৰ সপ্তম আৰু নৱম স্কন্ধ সম্পূৰ্ণৰূপে অনুবাদ কৰিছে। নৱম স্কন্ধত দিয়া আত্ম-পৰিচয সম্বন্ধে তেওঁৰ স্বীকাৰোক্তি —

*শ্ৰীমন্ত শঙ্কৰ যিটো নামত কায়স্থ সিটো*
*পৰম পণ্ডিত গুণশীল। * * **
*তাহান ভ্ৰাতৃৰ নাতি যদিবা আমাক বোলে*
*তথাপিতো তাহান কিঙ্কৰ।*

---

১৬. অ.সা.ৰূ. ৰে

*কায-বাক্য মনে মই তাহান দাসৰো দাস*
*বুলিলোহো বাক্য দৃঢ়তৰ।।*

বুজা যায় — শঙ্কৰদেৱৰ বৈমাত্রেয় বনগঞ্জাগিৰিৰ নাতি কেশৱ কায়স্থ। লগতে, তেওঁ ককাকৰ হয়তো শিষ্যও, কিয়নো তেওঁ নিজেই কৈছে-"তথাপিতো অহাৰ কিঙ্কৰ"। কেশৱ কায়স্থই "গুৰুশিক্ষা অনুসৰি টীকা-ভাষ্যমত ধৰি" ভাগৱতৰ পদ ভাঙনি কৰে। সপ্তম স্কন্ধৰ প্ৰহ্লাদ-আখ্যান, নৱম স্কন্ধৰ মনুবংশৰ বৰ্ণনাৰ লগতে শৰ্য্যাতি, নাভাগ, অম্বৰীষ, সগৰ-বংশৰ ভগীৰথ, ৰামচন্দ্ৰ আৰু চন্দ্ৰবংশীয় পুৰুৰবা, যযাতি আদিৰ বৰ্ণনা কিছু সংক্ষেপভাৱে হলেও এইবোৰ মূলৰ বিশেষ কথা বাদ নপৰা কবিৰ সাৰ্থক কৃতি। অনুবাদৰ ধৰণ সম্বন্ধে কেশৱ কায়স্থই নিজেই নৱম-স্কন্ধৰ মাজত লিখিছে —

*গুৰুশিক্ষা অনুসৰি টীকা-ভাষ্য মত ধৰি*
*পদ কৈলো নৱম-স্কন্ধৰ।।*
*কথাৰ প্ৰস্তাৱ পাই নিবন্ধিলো ঠাই ঠাই*
*আন পুৰাণৰ কিছু মত।*

দেখা যায় — স্বীকাৰোক্তি অনুসৰি কবিয়ে অৱশ্যে শ্ৰীধৰী টীকানুযায়ী দুয়োটা স্কন্ধৰে পদ ৰচনা কৰিছে, কাব্যিক-সৌন্দৰ্য্য বৃদ্ধিৰ কাৰণে আৰু অৰ্থ সুস্পষ্ট হোৱাৰ কাৰণে ক'তো ক'তো আন পুৰাণৰ কথা সংযোগ কৰিছে, ৰচনা হ্ৰস্ব-দীৰ্ঘও কৰিছে। ইয়াৰ প্ৰমাণাৰ্থে দৈত্যৰাজ হিৰণ্যকশিপুৰ বৈদিক-ক্ৰিয়া কাণ্ডৰ বিৰুদ্ধে অত্যাচাৰ, দুৰ্ব্বাসা-অম্বৰীষৰ আখ্যান, ভগীৰথে গঙ্গাক নমাই অনা আদি বহুত কথা আৰু চিত্ৰৰ বৰ্ণনা উল্লেখনীয়। ৰামচন্দ্ৰ আৰু হৰিচন্দ্ৰৰ আখ্যান দুটা মূলত চমু, অসমীয়া-কবিয়ে ইয়াৰ প্ৰথমটো পূৰ্ব্ব কবিৰ আদৰ্শত আৰু দ্বিতীয়টো মাৰ্কণ্ডেয়-পুৰাণৰ (৭ ম আৰু ৮ ম অধ্যায়) ওপৰত নিৰ্ভৰ কৰি বিস্তৃত আৰু লোকৰঞ্জক-ৰূপত ৰূপায়িত কৰিছে। মুঠতে কব পৰা যায়— বিষয়বস্তুৰ চিত্ৰণ, ভাষা আৰু ছন্দপ্ৰয়োগ, প্ৰয়োজনবিশেষে চিত্ৰসমূহৰ হ্ৰস্বদীৰ্ঘকৰণ-কৌশল— এই সকলোবোৰে কেশৱ কায়স্থৰ পাণ্ডিত্য আৰু কাব্যিক-প্ৰতিভা সুস্পষ্ট ৰূপত নিৰূপণ কৰিছে। তেওঁৰ কাব্য-ৰচনাৰ কাল সপ্তদশ-শতিকাৰ মধ্যভাগ বা তাৰ অলপ পৰৱৰ্ত্তী হব পাৰে।

*বিষ্ণু পুৰাণৰ অনুবাদ*

ভাগৱত-পুৰাণৰ পাছতে বৈষ্ণৱ-শাস্ত্ৰ হিচাপে বিষ্ণু-পুৰাণৰ নাম উল্লেখনীয়। এই শাস্ত্ৰ ছয়টা প্ৰধান অংশত (ভাগত) বিভক্ত। ইয়াৰ পঞ্চম-অংশত, জন্মৰ পৰা মৃত্যুলৈকে সমগ্ৰ কৃষ্ণ-লীলা বৰ্ণনা কৰা হৈছে। এখন শ্ৰেষ্ঠ বৈষ্ণৱ-পুৰাণ ৰূপে ইয়াৰ অনুবাদ কাৰ্য্যত বৈষ্ণৱ-কবিসকলে বৈষ্ণৱ-আন্দোলনৰ আৰম্ভণিৰে পৰা মনোযোগ দিয়া দেখা নাযায়। বিষ্ণুৰ সকলো প্ৰকাৰ মহিমা-প্ৰকাশৰ থলী ভাগৱত-পুৰাণৰ মাজেদি পোৱাটোৱেই হয়তো ইয়াৰ অন্যতম

কাৰণ হব পাৰে। এই বৈষ্ণৱ-পুৰাণখনৰ অনুবাদৰ ক্ষেত্ৰত আমি বিশেষভাবে তিনিজন কবিৰ কৃতি পাওঁ। তেওঁলোকৰ ভিতৰতে ভাগৱত মিশ্ৰৰ কৃতিৰ আলোচনা ইতিমধ্যে কৰি অহা হৈছে-বাকী দুজনৰ এজনৰ নাম কালিদাস আৰু আনজনৰ নাম পৰশুৰাম দ্বিজ।

## কালিদাস

বিষ্ণু-পুৰাণৰ অন্তৰ্গত যম-গীতা নামৰ খণ্ডটো[১৭] কালিদাস নামৰ এজন কবিয়ে অনুবাদ কৰিছে। কালিদাসৰ পৰিচয় আৰু লগতে কোন সময়ত তেওঁ বিষ্ণু-পুৰাণৰ এই খণ্ডবিশেষৰ অনুবাদ কৰিছে, তাক নিশ্চিতকৈ জানিব পৰা হোৱা নাই যদিও আপেক্ষিকভাবে ই পৰৱৰ্ত্তি-ৰচনা বুলি বুজা যায়। যম-গীতা খণ্ডৰ ভাষা কামৰূপী, গতিকে কামৰূপৰ কোনো ঠাইত ই ৰচিত বুলি কব পৰা যায়। নকুলৰ প্ৰশ্নৰ উত্তৰ স্বৰূপে ভীষ্মই যম-গীতা অংশ কীৰ্ত্তন কৰিছে।

## পৰশুৰাম দ্বিজ

বিষ্ণু-পুৰাণৰ প্ৰসিদ্ধ অনুবাদক পৰশুৰাম দ্বিজ। তেওঁ বিষ্ণু-পুৰাণৰ সম্পূৰ্ণ অনুবাদ কৰে তেজপুৰৰ চন্দ্ৰসেন নামৰ এজন লোকৰ অনুপ্ৰেৰণাত — ১৮৩৩ খৃষ্টীয় শকত।[১৮] কেনো কথাকেই বিশেষভাবে বাদ নিদিযাকৈ গোটেইখন বিষ্ণু-পুৰাণৰে একাদিক্ৰমে তেওঁ একপ্ৰকাৰ আক্ষৰিক অনুবাদ কৰিছে। বুজা যায় — কবি নিশ্চিতভাবে পণ্ডিত-লোক, তথাপি তেওঁৰ ৰচনাৰ গতি-প্ৰৱাহ স্বতঃস্ফুৰ্ত্ত হোৱা যেন নালাগে। পূৰ্ব্বকালীন বৈষ্ণৱ-কবিসকলৰ যি পদ-লালিত্য সৰ্ব্বসাধাৰণৰ বিনোদৰ প্ৰধান কাৰণ হৈছিল, পৰশুৰামৰ ৰচনাৰ মাজত সেই লালিত্যৰ অভাৱ দেখা যায়। কাব্যিক-দৃষ্টিকোণৰ পৰা বিচাৰ কৰিলে অলপ -অচৰপ দোষ-ত্ৰুটি দেখা পোৱা গলেও বিশেষ কথা এই যে, একেজন কবিৰ হাতত ৰূপ লোৱা এখন মহা-পুৰাণৰ ই সামগ্ৰিক-স্বৰূপ।[১৯]

ব্ৰহ্মবৈৱৰ্ত্ত-পুৰাণ অষ্টাদশ মহাপুৰাণৰ অন্যতম। এই পুৰাণ আপেক্ষিকভাবে অৰ্ব্বাচীন।

*ব্ৰহ্মবৈৱৰ্ত্ত-পুৰাণৰ অনুৱাদ*

ই চাৰিটা প্ৰধান ভাগত বিভক্ত — ব্ৰহ্মখণ্ড, প্ৰকৃতি-খণ্ড, গণেশ খণ্ড আৰু কৃষ্ণ-জন্মখণ্ড। ইয়াৰ ভিতৰত -কৃষ্ণ জন্মখণ্ড দীৰ্ঘতম আৰু বৈষ্ণৱ-সমাজৰ আদৰণীয়। কৃষ্ণৰ জন্ম আৰু তেওঁৰ লীলা-চৰিত্ৰৰ বহল বৰ্ণনাই এই খণ্ড আদৰণীয় কৰি তুলিছে। আহোম-ৰাজত্বৰ শেষৰ ফালে কেইবাজনো কবিয়ে এই পুৰাণৰ অনুবাদ কৰিছে।

---

১৭. বিষ্ণু, ৩ অংশ, ৭ ম অধ্যায়

১৮. A.E.A.L (Assamese Versions of the Puranas)

১৯. Ms/. No 444, Dept of Historical & Antiquarian Studies Guwahati

## কবিৰাজ চক্ৰৱৰ্ত্তী

কবিৰাজ চক্ৰৱৰ্ত্তী আহোম-যুগৰ শ্ৰেষ্ঠ কবি। খৃষ্টীয় অষ্টাদশ-শতিকাৰ প্ৰথমাৰ্দ্ধত, আহোম স্বৰ্গদেউ ৰুদ্ৰসিংহ, শিৱ সিংহ আৰু প্ৰমথেশ্বৰীৰ (ফুলেশ্বৰীৰ) ৰাজত্ব-কালত কবিৰূপে তেওঁ খ্যাতি অৰ্জ্জন কৰিছিল। উক্ত তিনিগৰাকী স্বৰ্গদেউৰ সভা-কবিৰূপে বাস কৰি তেওঁলোকৰ পৃষ্ঠপোষকতাত কবিৰাজ চক্ৰৱৰ্ত্তীয়ে ৰচনা কৰে ব্ৰহ্মবৈবৰ্ত্ত পুৰাণৰ পদ, শঙ্খচূড়-বধ কাব্য, গীত-গোবিন্দৰ পদ, শকুন্তলা-কাব্য, ভাস্বতী আদি পুথি। কবি গৰাকীৰ আচল নাম ৰামনাৰায়ণ চক্ৰৱৰ্ত্তী। শ্ৰেষ্ঠ কবি কাৰণে "কবিৰাজ চক্ৰৱৰ্ত্তী" ৰূপে তেওঁ হৈছে খ্যাত।

*কবিৰ পৰিচয় আৰু কাব্যকৃতিৰ নাম*

কবিৰাজ চক্ৰৱৰ্ত্তীয়ে গোটেইখন ব্ৰহ্মবৈবৰ্ত্ত-পুৰাণ অনুবাদ কৰা নাই — ইয়াৰ সৰ্ব্বশ্ৰেষ্ঠ ভাগ কৃষ্ণ-জন্ম খণ্ডহে অনুবাদ কৰিছে। কবিৰ ভণিতাৰ পৰাই জনা যায় যে, তেওঁ ৰাণী প্ৰমথেশ্বৰীৰ কথামতে এই পুৰাণৰ অনুবাদ কৰিছে —

*যেন শিৱশিংহ ৰাজা প্ৰমথ-ঈশ্বৰী।*
*মনুষ্য লোকত যেন শিৱ-মহেশ্বৰী।।*
*তাহান আদেশমালা শিৰোগত কৰি।*
*কবিৰাজ চক্ৰৱৰ্ত্তী মতি অনুসৰি।।*
*পুৰাণৰ শ্ৰেষ্ঠ ব্ৰহ্মবৈবৰ্ত্ত পুৰাণ।*
*কৃষ্ণজন্মখণ্ড তাতে পৰম প্ৰধান।।*
*সাগৰ শঙ্কাশ আৰ গূঢ় অভিপ্ৰায়।*
*সাৰশেষে কোন নৰে তাৰ অৰ্থ পায়।।*
*তথাপিতো পদবন্ধে দেশ ভাষা ধৰি।*
*মতি অনুসাৰে বিৰচিলো যত্ন কৰি।।*[২০]

কবিয়ে কৃষ্ণ-জন্মখণ্ডৰ অনুবাদত মূলৰ কোনো কথাই বাদ দিয়া নাই। মূলৰ এক প্ৰকাৰ অবিকল অনুবাদ হোৱা সত্ত্বেও ইয়াত কাব্যিক-সৌন্দৰ্য্য অটুত থকা দেখা যায়। ৰাধা-কৃষ্ণৰ প্ৰেমৰ চিত্ৰ আৰু ৰাস-লীলাৰ বৰ্ণনাৰ মাজত কবিৰ কামোদ্দীপক প্ৰেম-চিত্ৰৰ ৰূপায়ণ-শক্তি বিশেষভাবে পৰিলক্ষিত হয়। হয়তো পৃষ্ঠপোষক ৰজা-ৰাণী, আন আন সভাসদ আৰু বৈষয়িক-আনন্দৰ মাজত থকা ডা-ডাঙৰীয়াসকলৰ মনৰ খোৰাক যোগোৱাৰ উদ্দেশ্যে কবিয়ে এইখণ্ড ৰচনা ইন্দ্ৰিয়-লিপ্সাৰ পৰিপূৰক হোৱা অনুপাতে জাতিস্কাৰ কৰি তুলিছে।

*ব্ৰহ্মবৈবৰ্ত্ত-পুৰাণ*

---

২০. কৃষ্ণ জন্মখণ্ডৰ ভণিতা

ব্ৰহ্মবৈৱৰ্ত্ত-পুৰাণৰ অনুৱাদক ৰূপে খ্যাতিমান হোৱাৰ উপৰিও কবিৰাজ চক্ৰৱৰ্ত্তী কাব্য-ৰচক হিচাপেও এগৰাকী শ্ৰেষ্ঠ কৱি। শঙ্খচূড-বধ, গীত-গোৱিন্দ আৰু শকুন্তলা— তেওঁৰ এই তিনিখন কাব্যৰ কথা প্ৰথমতে উল্লেখ কৰা হৈছে। আনুষঙ্গিক-কথাবোৰৰ সৈতে শঙ্খচূড-বধ-আখ্যানটো ব্ৰহ্মবৈৱৰ্ত্ত-পুৰাণৰ প্ৰকৃতি-খণ্ডত (১৩ — ২১ অধ্যায়) বৰ্ণিত। তুলসীৰ পূৰ্ব্ব-জন্মৰ কথা, মানৱীৰূপে তুলসীৰ জন্ম, শঙ্খচূডৰ লগত তেওঁৰ বিবাহ, শঙ্খচূডৰ ৰূপ লৈ নাৰায়ণৰ দ্বাৰা তুলসীৰ সতীত্ব-নাশ, মহাদেৱৰ লগত শঙ্খচূড়ৰ যুদ্ধ আৰু শঙ্খচূডৰ মৃত্যু — পুৰাণৰ অন্তৰ্গত এই ঘটনাবোৰ অসমীয়া কবিয়ে "শঙ্খচূড-বধ"ত কাব্য-ৰূপ দিছে। কাহিনী-কলাৰ ফালৰ পৰা প্ৰয়োজন নথকা সত্ত্বেও পুৰাণৰ ক্ৰম অনুসৰি শালগ্ৰাম - শিলাৰ উদ্ভৱ-কথা আৰু বৃক্ষৰূপিণী তুলসীৰ মাহাত্ম্য কবিয়ে ইয়াত সংযোগ কৰিছে। শৃঙ্গাৰ-ৰসৰ ছিটিকনি এক শ্ৰেণী পাঠকৰ কাৰণে কাব্যখনৰ অন্যতম আকৰ্ষণ। "শঙ্খচূড বধ" ১৬৪৮ শক বা ১৭২৬ খৃঃত ৰচিত। এই কাব্যৰ সৃষ্টি-কাৰ্য্যতো কবিযে শিৱসিংহ আৰু ফুলেশ্বৰীৰ অনুপ্ৰেৰণা পাইছে। এই সম্বন্ধে কবিৰ উক্তি —

*শঙ্খচূড়-বধ আৰু গীত-গোৱিন্দ*

*তাহান তনয় শিৱসিংহ নৃপ ভৈলা। * * **
*হেনৰ ৰাজাৰ ভৈলা প্ৰিয়তম জায়া।*
*কেতেকী পুষ্পৰ বৰ্ণ যাৰ দেখি কায়া।।*
*সেই হেতু ফুলেশ্বৰী নামক লভিলা। * **
*হেন নৃপতিৰ মহিষীৰো আজ্ঞা পায়া।*
*কবিৰাজ বিপ্ৰে ব্ৰহ্মবৈৱৰ্ত্তক চায়া।।*
*পদবন্ধে বিৰচিলা পুৰাণ প্ৰবন্ধ।*
*শঙ্খচূড় নামে ৰাজা যিটো সত্যসন্ধ।।*

জয়দেৱ-বিৰচিত "গীত-গোবিন্দ" সংস্কৃত-সাহিত্যৰ প্ৰসিদ্ধ-গীতিকাব্য। ৰাধা-কৃষ্ণৰ বিলাস-কলা আৰু মধুৰ-কোমল-কমনীয়-পদাৱলীৰ কাৰণে এই কাব্য বিখ্যাত বুলি কবিয়ে নিজেই কৈছে।[২১] মহা-কাব্যৰ সকলো লক্ষণ নথকা কাৰণে ই অৱশ্যে এখন খণ্ডকাব্যহে। শৃঙ্গাৰ-ৰসপ্ৰধান এই কাব্যখন পূৰ্ব্বতে ৰামসৰস্বতীয়ে অসমীয়া-পদত অনুৱাদ কৰিছে ভাগৱতৰ সমল মিহলাই — বৈষ্ণৱ-সাহিত্যৰ অন্তৰ্গত কৰাৰ উদ্দেশ্যে। কবিৰাজ চক্ৰৱৰ্ত্তীৰ কিন্তু সেই উদ্দেশ্য নাছিল। জয়দেৱৰ নিচিনা গীতৰূপে ৰচনা নকৰি একপ্ৰকাৰ বৰ্ণনাত্মক-কাব্যৰূপে ইয়াক তেওঁ অসমীয়ালৈ ৰূপান্তৰিত কৰিছে। জয়দেৱৰ কাব্যৰ অনুবাদ হলেও ইয়াৰ অন্তৰ্গত ৰাধা-কৃষ্ণৰ প্ৰেম-লীলাৰ চিত্ৰণ-কাৰ্য্যৰ মাজত ব্ৰহ্মবৈৱৰ্ত্ত-

---

২১. যদি হৰিস্মৰণে সৰসং মনো, যদি বিলাসকলাসু কুতূহলম্।
মধুৰ কোমলকান্ত পদাৱলীং, শৃণু তদা জয়দেৱসৰস্বতীম্।। (গী. গো. ১/৩)

পুৰাণৰ প্ৰভাৱ পৰিলক্ষিত হৈছে, উক্ত পুৰাণৰ প্ৰেম-লীলা "গীত-গোবিন্দ"ৰ আধাৰত উক্ দি উঠা বুলিও কব পৰা যায়। যিহেতুকে "কৃষ্ণ-জন্মখণ্ড"ৰ অনুবাদ, "শঙ্খচূড়-বধ" আৰু "গীত-গোবিন্দ"ৰ আধাৰ বা প্ৰভাৱ-সূত্ৰ ব্ৰহ্মবৈৱৰ্ত্ত-পুৰাণৰ লগত সংযুক্ত, কবিৰাজ চক্ৰৱৰ্ত্তীক ব্ৰহ্মবৈৱৰ্ত্ত-পুৰাণৰ কবি বুলিও পৰিগণিত কৰিব পৰা যায়।

কবিৰাজ চক্ৰৱৰ্ত্তীৰ অন্যতম কীৰ্ত্তি শকুন্তলা-কাব্য। শকুন্তলা আৰু দুষ্যন্তৰ লালসাপূৰ্ণ প্ৰেমৰ আখ্যান মহাভাৰতত (১/৬৯ – ৭৪) বৰ্ণিত। মহাভাৰতীয-আখ্যানটো কলাত্মক-দৃষ্টিকোণৰ পৰা কালিদাসে কিছু পৰিৱৰ্ত্তিত-ৰূপত তেওঁৰ "অভিজ্ঞান-শকুন্তলা" নাটকত সৰবৰহী কৰি থৈ গৈছে। কবিৰাজ চক্ৰৱৰ্ত্তীও কাব্যসৃষ্টিত কালিদাসৰ মোহমুক্ত নহয়। আৰম্ভণিতে কবিযে সূচনা কৰিছে যে, কাব্যৰ বিষয়বস্তু তেওঁ মহাভাৰতৰ পৰা লৈছে।[২২]

*শকুন্তলা কাব্য*

কিন্তু দেখা যায— কবিৰাজ চক্ৰৱৰ্ত্তীয়ে তেওঁৰ কাব্যত কালিদাসৰ নাটকৰ ঘটনাৰ পৰাহে অধিকাংশ কথা গ্ৰহণ কৰিছে। তাৰ মাজতো কিন্তু অসমীযা-কবিযে কল্পনাৰ মৌলিকত্বা দেখুৱাইছে। কাব্যখনৰ ভিতৰত প্ৰধান-মৌলিক-সৃষ্টি তিনিটা। প্ৰথমতে, দুষ্যন্তক শকুন্তলাৰ লগত দেখা দেখি কৰোৱাৰ উদ্দেশ্যে মেনকাৰ সহচৰী সুনন্দাই মৃগৰূপ ধাৰণ কৰি ৰজাক কণ্বমুনিৰ আশ্ৰমলৈ চলাই নিয়ে। দ্বিতীযতে, অনসূযা-প্ৰিয়ম্বদাক সৈৰিন্ধ্ৰীৰ ৰূপত ৰজাৰ ওচৰত উপস্থিত কৰায আৰু হেৰুৱা আঙুঠিৰ কথা তেওঁলোকৰদ্বাৰা সোঁৱৰাই তাক ৰজাৰ হতুৱাই বিচৰায়। তৃতীয়তে, বিৰহজনিত দুখ-উপশমৰ কাৰণে ঋষিসকলৰদ্বাৰা দুষ্যন্তৰ আগত চন্দ্ৰকেতু-কামকলাৰ আখ্যান প্ৰকাশ কৰা হয়। দুষ্যন্ত-শকুন্তলাৰ আখ্যানৰ লগত বিশেষ সম্বন্ধ নথকা এই আখ্যানটো দুষ্যন্তক সান্ত্বনা দিযাৰ অন্যতম উদ্দেশ্য ৰূপে বহলাই বিবৰি কাব্যৰ পৰিসৰ বঢ়োৱাৰ ফলত ইয়াৰ কলাত্মক-সৌন্দৰ্য্য কিন্তু কমিছে। বিশেষ কথা এই যে, চন্দ্ৰকেতু-কামকলাৰ আখ্যানটো স্বতন্ত্ৰ। সেইকাৰণে এই খণ্ড ৰচনাক এখন স্বতন্ত্ৰ-কাব্যৰূপেও প্ৰতিষ্ঠা কৰিব পাৰি।

কবিৰাজ চক্ৰৱৰ্ত্তীয়ে শতানন্দ ভট্টাচাৰ্য্যৰ "ভাস্বতী" নামৰ জ্যোতিষৰ এখন পুথিৰো ভাঙনি কৰে। ইয়াৰ উপৰিও ভালেমান গীতৰো ৰচক তেওঁ। সংস্কৃতত বিহু-উৎসৱৰ বৰ্ণনা কৰি কবিৰাজ চক্ৰৱৰ্ত্তীয়ে এখন ক্ষুদ্ৰ কাব্যও ৰচনা কৰিছে।

## বলৰাম দ্বিজ

ব্ৰহ্মবৈৱৰ্ত্ত-পুৰাণৰ অন্যতম কবি বলৰাম দ্বিজ আছিল খৃষ্টীয় অষ্টাদশ-শতিকাৰ লোক। তেওঁ বংশীগোপালদেৱৰ সমসাময়িক হৰি ভাৰতীৰ সপ্তম-অধস্তন পুৰুষ আছিল।[২৩]

---

২২. আদিপৰ্ব ভাৰতক কৰিয়া বিচাৰ।
দুষ্যন্ত চৰিত্ৰ পদ কৰিলা প্ৰচাৰ। (শকুন্তলা কাব্য)

২৩. A.E.A.L. (Assamese Versioms of the Puranas)

তেৱোঁ উক্ত পুৰাণখনৰ কৃষ্ণ-জন্মখণ্ডহে অনুবাদ কৰিছে, তাৰো কিন্তু একাংশহে। বলৰামৰ অনুবাদ-কৃতিৰ মাজত মূল-পুৰাণৰ ৮৩ -- ১১০ অধ্যায়ৰ ভিতৰত থকা কথাবস্তুহে পোৱা যায়। চাতুৰ্বৰ্ণ্যাদিৰ ধৰ্ম্মনিৰূপণ, গাৰ্হস্থ্য ধৰ্ম্মাচৰণ, স্ত্ৰীচৰিত্ৰ আদি বিষয়বোৰ বৰ্ণনা কৰাৰ পাছত ৰুক্মিণীৰ লগত কৃষ্ণৰ বিবাহ পৰ্য্যন্ত কৃষ্ণৰ জীৱন-চৰিত্ৰৰ কিছু অংশ ইয়াত বৰ্ণিত হৈছে। বলৰামৰ অনুবাদ আছিল প্ৰধানভাবে মূলানুগ।

## দুৰ্গেশ্বৰ দ্বিজ

কবি দুৰ্গেশ্বৰ দ্বিজ ব্ৰহ্মবৈৱৰ্ত্ত-পুৰাণৰ অন্যতম অনুবাদক। তেওঁ এই পুৰাণৰ দ্বিতীয়খণ্ডটো, অৰ্থাৎ প্ৰকৃতিখণ্ডটো অনুবাদ কৰে। মূল-পুৰাণৰ এই খণ্ডত ৬৬ টা অধ্যায় আছে। দুৰ্গেশ্বৰ আছিল খ্যাতিমান পণ্ডিত। অনুবাদ হলেও তেওঁৰ ৰচনা কাব্যিক-গুণ-গৰিমাত গৰীয়ান আছিল। কবিৰ উপৰিপুৰুষ আছিল ভূধৰ আগমাচাৰ্য্য। স্বৰ্গদেউ প্ৰতাপসিংহই তেওঁক কনৌজৰ পৰা অনাই দেৰগাওঁৰ শিৱ-মন্দিৰৰ অধ্যক্ষৰ দায়িত্বত ৰাখিছিল। দুৰ্গেশ্বৰে লিখিছে —

*ইন্দ্ৰবংশী নৃপতিৰ সভাৰ পণ্ডিত ধীৰ*
*দেৱগ্ৰামে যাৰ বাসাবাৰী।*
*যাহাৰ উপৰি বংশ কৌশিক মুনিৰ অংশ*
*সদাশিৱ দৌল অধিকাৰী।।*
*সিটো দ্বিজ দুৰ্গেশ্বৰে এই ছবিছন্দ কৰে*
*পুৰাণৰ অৰ্থ অনুসৰি।।*

উক্ত ভূধৰ আগমাচাৰ্য্যৰ অধস্তন-বংশধৰ দেৱৰাজ বিপ্ৰৰ নাতিয়েই হৈছে দুৰ্গেশ্বৰ দ্বিজ। তেওঁৰ সময় সঠিকভাবে নিৰ্ণয় কৰিব নোৱাৰিলেও তেওঁ ৰাজেশ্বৰ সিংহৰ আমোলৰ সময়ত (১৭৫১ — ১৭৬৯ খৃঃ) কবিৰূপে খ্যাতিমন্ত হৈছিল বুলি অনুমান কৰা হৈছে। বৰ্ণনাৰ মাজত কবিৰ প্ৰকাশ-দক্ষতা, পাণ্ডিত্য আৰু কবিত্ব-প্ৰতিভাৰ স্বাক্ষৰ আছে।

ৰতিকান্ত দ্বিজ, নন্দেশ্বৰ দ্বিজ, নৰোত্তম দ্বিজ আৰু খৰ্গেশ্বৰ দ্বিজ — ব্ৰহ্মবৈৱৰ্ত্ত-পুৰাণৰ অনুবাদৰ ক্ষেত্ৰত এই চাৰিজন কবিৰ কৃতিও বিশেষভাবে স্বীকাৰ্য্য। এই

*সমগ্ৰ ব্ৰহ্মবৈবৰ্ত্ত-পুৰাণৰ অনুবাদ*

চাৰিজন কবিৰ যুটীয়া চেষ্টাৰ ফলশ্ৰুতি স্বৰূপে উনবিংশ-শতিকাৰ প্ৰথমাৰ্দ্ধত গোটেইখন ব্ৰহ্মবৈৱৰ্ত্ত-পুৰাণৰ পদানুবাদ পোৱা যায়। উক্ত কবিকেইগৰাকীৰ ভিতৰত ৰতিকান্ত দ্বিজৰ অবদান সৰ্ব্বাধিক। তেওঁ অকলেই প্ৰথম তিনিটা খণ্ডৰ, অৰ্থাৎ ব্ৰহ্মখণ্ড, গণপতি-খণ্ড আৰু প্ৰকৃতি-খণ্ডৰ অন্তৰ্গত সকলোবোৰ অধ্যায়ৰ পদ কৰাৰ উপৰিও চতুৰ্থ খণ্ডৰ, অৰ্থাৎ কৃষ্ণজন্মখণ্ডৰো কিছু অংশৰ অনুবাদ কৰিছে। কৃষ্ণজন্মখণ্ডৰ বাকী অংশৰ অনুবাদ

কৰিছে আন তিনিজন কবিয়ে। দৰঙ্গী-ৰজা হয়নাৰায়ণৰ কথামতে উক্ত চাৰিজন কবিয়ে সমগ্ৰ ব্ৰহ্মবৈৱৰ্ত্ত-পুৰাণ অনুবাদ কৰে।

*পদ্ম পুৰাণ*

পদ্ম-পুৰাণ এখন বৃহৎ কলেৱৰবিশিষ্ট বৈষ্ণৱ-ভাৱপ্ৰধান শাস্ত্ৰ। ইয়াত ৫৫,০০০ শ্লোক আছে। এই পুৰাণখন পাঁচটা ডাঙৰ খণ্ডত বিভক্ত—সেইকেইটাক বোলা হয় সৃষ্টিখণ্ড, ভূমিখণ্ড, স্বৰ্গখণ্ড, পাতাল-খণ্ড আৰু উত্তৰ-খণ্ড। ইযাত শিৱে পাৰ্ব্বতীৰ আগত বিষ্ণুৰ গুণৰাশি বৰ্ণনা কৰিছে।

বিশেষ কথা—আমাৰ আলোচ্যমান যুগত বৈষ্ণৱ-ভাৱাপন্ন পদ্ম-পুৰাণৰ স্থান যথোচিত ভাবে প্ৰশস্ত দেখা নাযায়। কোনো এজন অজ্ঞাত লিখঁকৰ কৃতি হিচাপে ইয়াৰ উত্তৰখণ্ডৰ অন্তৰ্গত কেইটামান অধ্যায়ৰ গদ্যানুৱাদ পোৱা যাঁয। সম্ভৱতঃ এই অনুবাদ অষ্টাদশ-শতিকাত কৰা হৈছিল। এই অনুবাদখণ্ডৰ আৰম্ভণি আৰু শেষৰ কেইটামান বাক্য পণ্ডিত হেমচন্দ্ৰ গোস্বামীযে[২৪] উদ্ধৃত কৰিছে। যেনে —

আৰম্ভণি

মহাদেৱত পাৰ্ব্বতীয়ে সোধন্ত হে মহাপ্ৰভু সদাশিৱ, মই যদি তোমাৰ নিজ দাসী হও মোক প্ৰতি প্ৰসন্ন হৈয়া ৰুদ্ৰাক্ষঁৰে কুশমূলৰে কি মহিমা, মই শুনিবাক ইচ্ছা কৰো।

**শেষ**

কাৰ্ত্তিক মাসত যি পৰমেশ্বৰক তুলসীদান কৰে অযুত গো-দানৰ ফল পাই। এই কাৰ্ত্তিকৰে অমাৱস্যাত উল্কাদান কৰিলে পিত্ৰাদি তুষ্ট হয়। আৰু মাঘ মাসত যিজনে প্ৰাত-স্নান কৰি ব্ৰহ্মাচৰ্য্য ধৰি ঈশ্বৰক চিন্তি থাকে তাৰ মহাপাতেক নষ্ট হই। ইতি পদ্মপুৰাণান্তৰ সমাপ্তি অধ্যায় সমাপ্তঃ। আকেজানি নিৰন্তৰে হৰি বোল হৰি বোল।

পদ্মপুৰাণৰ উত্তৰ-খণ্ডৰ ভিতৰত থকা মাধৱ-সুলোচনাৰ আখ্যানটোৰ কাব্যিক-ৰূপায়ণ পোৱা যায় দ্বিজবৰ নামৰ এজন কবিৰ নামত। ড০ সত্যেন্দ্ৰনাথ শৰ্ম্মাই কৈছে যে, এই যুগৰ প্ৰসিদ্ধ কবি কবিৰাজ চক্ৰৱৰ্ত্তীয়ে যিহেতু "গীত-গোবিন্দ"ৰ ভণিতাত নিজকে দ্বিজবৰ বুলিছে, "মাধৱ-সুলোচনা"ৰ ৰচক দ্বিজবৰো তেওঁ নিজেই।

*স্কন্দ-পুৰাণ*

স্কন্ধ-পুৰাণ কলেৱৰত সৰ্ব্ববৃহৎ। ইয়াত ৮১,৮০০ শ্লোক আছে। এই পুৰাণখন ভালেমান সংহিতাত বিভক্ত। প্ৰতিটো সংহিতাৰেই আকৌ বহুত খণ্ড আছে। ইয়াৰ ভিতৰত কাশী-খণ্ড সবাতোকৈ প্ৰসিদ্ধ। স্কন্ধ-পুৰাণখন প্ৰধানভাবে শৈৱ-পুৰাণ বুলি ধৰি লোৱা হয় যদিও স্থানবিশেষে বৈষ্ণৱ-ভাবাদৰ্শৰ কথাও আছে। আহোম-যুগলৈকে এই বৃহৎ গ্ৰন্থখনৰ কোনো কথা অসমীয়াত ৰূপায়িত নোহোৱালৈকে

---

২৪. D C A.M.

চাই কব পৰা যায়— অসমীয়া সমাজত ইয়াৰ সমাদৰ হয়তো বেছি নাছিল। ১৬৬৭ খৃঃত চন্দ্ৰচূড় আদিত্য নামৰ এজন কবিয়ে এই পুৰাণখনৰ উৎকল-খণ্ডৰ অনুবাদ কৰে। বঙালী প্ৰভাৱে তেওঁৰ ভাষা সমসাময়িক অসমীয়া-ভাষাৰ পৰা অলপ বেলেগ কৰি তুলিছে।

ৰত্নাকৰ মিশ্ৰ নামৰ এজন কবিয়ে "ব্ৰহ্মগীতা" ৰচনা কৰিছে। এই পুথিখন স্কন্ধ-পুৰাণৰ ভিতৰুৱা সূত-সংহিতা-খণ্ডৰ কথাবস্তুৰ অনুৱাদ।

বৃহন্নাৰদীয়-পুৰাণ অষ্টাদশ উপ-পুৰাণৰ অন্যতম। ই এখন বৈষ্ণৱ-ভাৱাপন্ন পুৰাণ। ভুৱনেশ্বৰ বাচস্পতি নামৰ এজন কবিয়ে এই গোটেইখন উপ-পুৰাণৰ অনুৱাদ কৰে।

*বৃহন্নাৰদীয় পুৰাণ*

জনা যায় — কবি বাচস্পতিয়ে কছাৰী ৰজা সুৰদৰ্পনাৰায়ণ আৰু তেওঁৰ মাক চন্দ্ৰপ্ৰভাৰ আদেশ অনুসৰি উক্ত পুৰাণখন অনুবাদ কৰে। এই তথ্য কবিৰ নিজৰ ৰচনাৰ পৰাই জনা যায় —

*তান (তাম্ৰধ্বজৰ) পুত্ৰ ৰাজা সুৰদৰ্প মহাশয়।*
*চন্দ্ৰপ্ৰভা নামে দেৱী তান (সুৰদৰ্প) মাতা হয়।।*
*কৰি বাচস্পতি তান বাক্য অনুসৰি।*
*নাৰদীয় কথামৃত ৰচিলা পয়াৰ।।*

কবিয়ে তেওঁৰ গ্ৰন্থখনক "নাৰদীয় কথামৃত" বুলিলেও ই বৃহন্নাৰদীয়-পুৰাণৰহে অনুৱাদ। ইয়াৰ মাজেদি বিষ্ণু-ভক্তি-প্ৰচাৰৰ চেষ্টা প্ৰকট হৈছে। ৰজা সুৰদৰ্পনাৰায়ণৰ ৰাজত্ব-কাল ১৭০৮ — ১৭২১ খৃঃ। গতিকে অষ্টাদশ শতিকাৰ প্ৰথম দুই দশকৰ ভিতৰত এই পুৰাণৰ অনুৱাদ হৈছে বুলি কব পৰা যায়।

ধৰ্ম্মপুৰাণ অন্যতম উপ-পুৰাণ। এই পুৰাণখনৰ দুটা সুকীয়া অনুৱাদ পোৱা যায় দুজন কবিৰ হাতত — এজন কবিচন্দ্ৰ দ্বিজ আৰু আনজন পৰশুৰাম দ্বিজ। ধৰ্ম্মপুৰাণ আৰু বৃহদ্ধৰ্ম্ম-পুৰাণ অৱশ্যে দুখন স্বতন্ত্ৰ উপ-পুৰাণ। কবিচন্দ্ৰই ধৰ্ম্মপুৰাণৰ পদ কৰিছে শিৱসিংহ স্বৰ্গদেউ, অম্বিকা দেৱী আৰু পুত্ৰ উগ্ৰসিংহৰ ইচ্ছানুসৰি। এই অনুৱাদ-কৃতি

*ধৰ্ম পুৰাণ*

শেষ হয় ১৬৫৭ শকত, অৰ্থাৎ ১৭৩৫ খৃঃত — "সপ্তবাণ ৰস চন্দ্ৰ, শক বৎসৰত গ্ৰন্থ, সমাপত ভৈল ৰুচিকৰ"। ধৰ্ম্মসম্বন্ধীয় নানাবিধ কথা আৰু গাৰ্হস্থ্য-ধৰ্ম্মসম্বন্ধীয় কথাবোৰ এই পুৰাণৰ অন্তৰ্গত। পৰশুৰাম দ্বিজ বিষ্ণু-পুৰাণৰো অনুৱাদক (বিষ্ণু-পুৰাণৰ অনুৱাদ-প্ৰসঙ্গ দ্ৰষ্টব্য)। তেওঁ চন্দ্ৰসেন নামৰ এজন লোকৰ প্ৰেৰণাত ধৰ্ম্মপুৰাণৰ অনুবাদ কৰে।

কলি-যুগৰ অন্তত বিষ্ণুয়ে কল্কিৰূপে জন্মগ্ৰহণ কৰি দুষ্কৃতিপৰায়ণ পাপী লোকক মাৰি-কাটি খাণ্ডাং কৰিব বুলি ভবিষ্যৎবাণী ৰ নিচিনাকৈ কল্কি-পুৰাণত বৰ্ণনা কৰা হৈছে।

ই এখন উপ-পুৰাণ, কলেবৰত সৰু —— মাত্ৰ তিনিটা খণ্ডত সমাপ্ত। ঊনবিংশ-শতিকাৰ প্ৰথমাংশত ঘনশ্যাম খাৰঘৰীয়া নামৰ এজন ৰাজকৰ্ম্মচাৰীয়ে এই পুৰাণখন অনুৱাদ কৰে। অৱন্তিৰাজ ইন্দ্ৰদ্যুম্নই জগন্নাথ-মন্দিৰ নিৰ্ম্মাণ কৰাৰ আখ্যান ইয়াত বৰ্ণিত হৈছে। খাৰঘৰীয়া আহোম-ৰাজত্বৰ শেষাংশ আৰু বৃটিছ-আমোলৰ আৰম্ভণিতে ৰাজবিষয়া আছিল।

*কল্কি পুৰাণ*

ইয়াৰ উপৰিও আহোম-যুগৰ শেষৰ ফালে পুৰাণৰ অনুৱাদৰ ক্ষেত্ৰত ৰামগোবিন্দৰ ব্ৰহ্মাণ্ড-পুৰাণ, মাধৱ শৰ্ম্মাৰ বিষ্ণু-পুৰাণ, দ্বিজ নাৰায়ণৰ নাৰদীয়-পুৰাণ আদিৰ নাম উল্লেখ কৰিবলগীয়া কৃতি।

*অন্যান্য*

## (IV) চৰিতকাৰ (চৰিত-সাহিত্য)

আনৰ জীৱন-চৰিত সাহিত্যৰ মাজত ৰূপায়িত কৰা প্ৰথা নতুন নহয়, অতীৱ প্ৰাচীন। প্ৰাচ্য-পাশ্চাত্য উভয়তে ইয়াৰ ঐতিহ্য সুদূৰপ্ৰসাৰী। পাশ্চাত্য-দেশত জীৱন-চৰিতক ৰূপ দিয়া প্ৰথা খৃঃ পূঃ কেইবা শতিকা আগৰে পৰা ক্ৰমবিকাশৰ পথত আগবাঢ়ি আহিছে। খৃষ্টীয় প্ৰথম-শতিকাতে ভাৰত-ভূমিত প্ৰসিদ্ধ কৰি অশ্বঘোষৰ হাতত দুখন জীৱন-চৰিত পৰিপুষ্ট ৰূপত উদ্ভৱ হয় —— নাম "বুদ্ধচৰিত" আৰু "সৌন্দৰনন্দ"। অসমীয়া সাহিত্যত অৱশ্যে আনৰ জীৱন-চৰিত ৰচনাতকৈ আত্ম-চৰিত ৰচনাৰ নমুনাহে প্ৰথমতে দেখা যায়। খৃষ্টীয় ১৪ শ শতিকাৰ পৰা আমাৰ কবিসকলৰ ৰচনাৰ মাজত ইয়াৰ নিদৰ্শন দেখিবলৈ পোৱা যায়।

*সাহিত্যত জীৱন চৰিতৰ ৰূপায়ণ*

খৃষ্টীয় ষোড়শ-শতিকাৰ শেষ ভাগৰ পৰা আমাৰ সাহিত্যত মহাপুৰুষসকলৰ (বৈষ্ণৱ-গুৰুসকলৰ) জীৱন-চৰিত ৰচনাৰ কাম আৰম্ভ হয়। তেওঁলোকৰ জীৱন-চৰিত- বিষয়ক এই ৰচনাসমূহ অসমীয়া-সাহিত্যত জনাজাত "চৰিত-পুথি" বা "চৰিত-সাহিত্য" নামেৰে। মহাপুৰুষ শঙ্কৰদেৱ, মাধৱদেৱ, দামোদৰদেৱ, হৰিদেৱ আৰু তেওঁলোকৰ জীৱন-লীলাৰ লগতে সংশ্লিষ্ট হোৱা শিষ্য-প্ৰশিষ্য, সন্ত-মহন্ত সকলৰো জীৱনৰ কাৰ্য্যাৱলী বৰ্ণিত হৈছে চৰিত পুথিসমূহৰ মাজত। এই শ্ৰেণীৰ পুথি প্ৰথমতে ৰচিত হয় ছন্দোবদ্ধ ভাষাত। ছন্দোবদ্ধ-ৰীতিত দুই চাৰিখন চৰিত ৰচিত হোৱাৰ পাছৰ পৰা বা তাৰো কিছু আগৰে পৰা বৈষ্ণৱ-থান-সত্ৰ বা আন ধৰ্ম্মালোচনী অনুষ্ঠানত হৰি-কীৰ্ত্তনাদি যথোচিত প্ৰসঙ্গ শেষ হোৱাত ভকতসকলে শঙ্কৰদেৱ আদি গুৰুসকলৰো জীৱন-চৰিত আলোচনা কৰিবলৈ লৈছিল। এই প্ৰসঙ্গত, এজন সুবক্তাই গুৰুৰ জীৱন-লীলাৰ কথা বিবৰি কয়, আৰু বাকী ভক্তসকলে তাক শ্ৰদ্ধা-ভক্তিৰ সৈতে কাণ পাতি শুনি যায়। কথন-প্ৰসঙ্গত প্ৰয়োজন অনুসৰি বক্তাই ছন্দোবদ্ধ-চৰিতৰ পৰাও দুই এটা পদ মাতি কথ্যৰীতি ৰসাল

*চৰিততোল প্ৰথা, চৰিত সাহিত্যৰ উদ্ভৱ*

কৰি তোলে। বক্তাৰ কথন-ৰীতিৰ মাজত কেতিয়াবা উনৈশ-বিশ হলে উপস্থিত কোনো ভক্ত-ধুৰন্ধৰে তাক তুলি ধৰে, আৰু উপযুক্ত আৰু মনঃপুত প্ৰকাশৰীতিত তাক পেলায়। এই ধৰণৰ কথন আৰু শ্ৰৱণ নিত্য-নৈমিত্তিক প্ৰসঙ্গৰ লগত ক্ৰমশঃ এটা বলবৎ দস্তুৰ হৈ পৰে। আমাৰ বৈষ্ণৱ-সমাজত, বিশেষকৈ সত্ৰীয়া-সংস্কৃতিত এই ধৰণৰ চৰিত-চৰ্চা কৰা প্ৰথাটো "চৰিত-তোলা" বুলি জনাজাত হয়। ইয়াত উক্ত-বক্তাই ভক্ত-সমাজত খাপ খোৱা সাধুভাষাত নিজৰ অনুভূতি-মিশ্ৰিত কথন-ভঙ্গিমাত গুৰু-লীলা ব্যক্ত কৰে। কিবা সন্দেহ বা আসোঁৱাহ পালে ভক্তই তাক আঙুলিয়াই দিয়ে। সেই মৰ্ম্মে পুনঃ কথন আৰম্ভ হয়। এই ধৰণৰ ভকতীয়া সাধুভাষা আৰু ৰীতিত গুৰুৰ জীৱন-চৰিত্ৰ কথন-মথন হোৱাৰ যি দস্তুৰ হৈছিল, তাৰ পৰাই পৰৱৰ্ত্তি-কালত চৰিত-পুথিসমূহৰ, বিশেষকৈ গদ্য-চৰিতৰ উদ্ভৱ হোৱা বুলি অনুমান কৰিব পৰা যায়। "কথা-গুৰুচৰিত"ৰ আৰম্ভণিতে আছে — "তেহে মাধৱদেৱে গুৰু-বাক্য শিৰে ধৰি গুৰুজনৰ সদাসৰ্ব্বদা চৰিত্ৰ কীৰ্ত্তন কৰিছিল। আতৈসবে শ্ৰৱণ কৰে।" চৰিত-তোলা-প্ৰথাৰ ই দৃষ্টান্ত। ইয়াৰ পিছৰ পৰাই ক্ৰমশঃ চৰিত-পুথিৰ সৃষ্টি হয় বুলি বুজা যায়। চৰিত-তোলা-প্ৰথাৰ প্ৰেৰণাতেই অনিৰুদ্ধ দাসেও চৰিত-পুথি লিখিবলৈ অনুপ্ৰাণিত হৈছিল — "কথাৰূপে ভক্তসবে চৰ্চ্চে ঠাই ঠাই।। পদছন্দে কৰিবাক মোৰ অভিপ্ৰায়"।[২৫]

শঙ্কৰ-মাধৱৰ তিৰোভাৱৰ পাছৰ পৰা আমাৰ সাহিত্যত চৰিত-পুথি ৰচনাৰ কাম আৰম্ভ হয়, আৰু তাৰ ফলশ্ৰুতি স্বৰূপে এই শ্ৰেণীৰ ভালেমান পুথি আমি পাওঁ। চৰিত-পুথিসমূহৰ বিষয়-বস্তু উপৰুক্ত শঙ্কৰদেৱ আদি চাৰিগৰাকী মহাপুৰুষ আৰু তেওঁলোকৰ অব্যৱহিত পৰৱৰ্ত্তী কিছুমান প্ৰধান শিষ্য-প্ৰশিষ্যৰ জীৱন-লীলা আৰু লগতে তেওঁলোকৰ ধৰ্ম্মপ্ৰচাৰজনিত কাৰ্য্য-কলাপ। এই পুথিসমূহৰ ৰচক হৈছে উক্ত মহাপুৰুষ সকলৰেই শিষ্য-প্ৰশিষ্য বা তেওঁলোকৰ গুণগ্ৰাহি-ভক্ত কিছুমান। ভক্ত হলেও এই ৰচকসকল মানৱীয় ভাৱ-অনুভূতিৰ যে একেবাৰে উৰ্দ্ধত আছিল সেই কথা কব নোৱাৰি। গুৰুসকলৰ প্ৰতি থকা একান্ত শ্ৰদ্ধা-ভক্তিৰ ফলত তেওঁলোকৰ (গুৰুসকলৰ) জীৱন-লীলা আৰু সংঘাত-প্ৰতিঘাতৰ মাজত প্ৰতিফলিত কোনো ত্ৰুটি-বিচ্যুতিৰ প্ৰতি চকু নিদিয়াটো চৰিতকাৰৰ কাৰণে স্বাভাৱিক নাছিল বুলিও কব নোৱাৰি। আনহাতেদি আকৌ, গুৰুৰ বা শ্ৰদ্ধাভাজন-ব্যক্তিৰ মহিমা-প্ৰকাশ কৰাটো একান্ত ভক্তৰ যিহেতু স্বাভাৱিক প্ৰবৃত্তি, উক্ত চৰিতকাৰসকলে গুৰুসকলৰ মহিমা-মাহাত্ম্য-প্ৰকাশৰ ক্ষেত্ৰত অধিক সচেষ্ট হোৱাটোও স্বাভাৱিক। সেয়েহে, জীৱন-চৰিত ৰচনাৰ দিশত যি নিৰপেক্ষতা আৰু যথোচিত-বিচাৰ ধাৰাৰ প্ৰয়োজন, তাৰ

*চৰিত-পুথিৰ বিষয় আৰু বিশেষত্ব*

২৫. দ্ৰষ্টব্য ঃ অ. গ. সা. গ. প., ড° হৰিনাথ শৰ্ম্মাদলৈ

যথাৰ্থ প্ৰতিফলন চৰিত-পুথিৰ মাজত হৈছে বুলি কব নোৱাৰি। গুৰু-ভক্তিৰ প্ৰতি আনুকুল্য আৰু গুৰু-মহিমা-প্ৰচাৰৰ প্ৰবৃত্তিয়ে চৰিতকাৰ সকলক অধিক ভাৱোচ্ছ্বাসী কৰি তুলিছিল। তাৰ ফলস্বৰূপে চৰিতসমূহৰ স্থানবিশেষত অলৌকিক আৰু অস্বাভাবিক-কথা কিছুমানৰো সমাবেশ হৈছে।

চৰিত-পথিসমূহ অকল গুৰুসকলৰ জীৱনালেখ্যই নহয় — কাব্য, ধৰ্ম্মগ্ৰন্থ আৰু ইতিহাস ৰূপেও এইবোৰৰ মূল্য যথেষ্ট। প্ৰসিদ্ধ-ধৰ্ম্মগুৰুৰ জীৱন-লীলাক বিষয়বস্তুৰূপে লৈ তাক ক্ৰম-গতিত প্ৰকাশ কৰা হৈছে দুলড়ী, পদ আদি ছন্দত। ৰূপায়ণৰ মাজত কৱিসুলভ-বৰ্ণনা আৰু কল্পনাৰো অভাৱ দেখা নাযায়। বহুবিধ অলঙ্কাৰৰ প্ৰয়োগে নানান ঠাইত ভাষাও অৰ্থপ্ৰকাশক আৰু মনোৰম কৰি তুলিছে। এই বিশেষত্ব সমূহে ৰচিত-পুথিসমূহক এক প্ৰকাৰে কাব্যিক ৰূপ নিদিয়াকৈ থকা নাই। আনহাতেদি আকৌ, চৰিত-পুথিসমূহক ধৰ্ম্মীয-পুথিৰ শাৰীতো ৰাখিব পাৰি। বৈষ্ণৱসকলে স্বকীয-পন্থানুসৰি ইয়াৰ মাজত ধৰ্ম্মৰ আচৰণীয় ব্যৱস্থা আৰু ৰীতি-নীতিৰ বহুত কথা পায়। ইয়াত বৰ্ণিত মহাপুৰুষসকলৰ ধৰ্ম্মীয়-জীৱনৰ আচৰণীয কৰ্ম্মৰাজিয়েও অনুগামীসকলক ধৰ্ম্মৰ পথ দেখুৱায়। ঐতিহাসিক-ৰচনাৰূপে চৰিত পুথিসমূহৰ মূল্য সৰ্ব্বাধিক বুলি কব পৰা যায়। মধ্যযুগীয় অসমৰ ধৰ্ম্মীয়, সামাজিক আনকি ৰাজনৈতিক ইতিহাস-ৰচনাৰ কাৰণেও বহুত সমল চৰিত-পুথিবোৰৰ মাজত পোৱা যায। গুৰু আৰু ভক্তসকলৰ দৈনন্দিন-জীৱন-যাপনৰ প্ৰণালী, ধৰ্ম্মীয়-জীৱন-যাপনৰ ক্ষেত্ৰত তেওঁলোকে সন্মুখীন হোৱা বাধা-বিঘিনি, ৰজাঘৰীযা প্ৰতিক্ৰিয়া আৰু কাৰ্য্য-কলাপ, বৈষ্ণৱ-গুৰুসকলৰ প্ৰতি ৰাজশক্তিৰ অনুকূল আৰু প্ৰতিকূল আচৰণ, নানান ঠাইত সত্ৰানুষ্ঠান-স্থাপন আৰু সেইবোৰত ধৰ্ম্মীয আৰু সামাজিক কৰ্ম্মৰ প্ৰচলন, কোচৰজা, আহোম-ৰজা আৰু দৰঙ্গীৰজাসকলৰ সাহিত্য-সংস্কৃতিৰ বিকাশত পৃষ্ঠপোষকতা — এই ধৰণৰ বহুত কথাই চৰিত-পুথিসমূহক ধৰ্ম্মীয়, সামাজিক আৰু ৰাজনৈতিক ইতিহাসৰ সমল যোগোৱাত সহায়তা কৰে। মুঠতে কব পৰা যায় — মধ্যযুগীয় অসমৰ বিভিন্ন দিশৰ ইতিহাস-ৰচনাৰ সমল চৰিত-পুথি-সমূহত সিচঁৰতি হৈ আছে। চৰিত-পুথিৰ লেখকসকলৰ পৰিচয় আৰু তেওঁলোকৰ কৃতিৰ বিষয়ে তলত চমুকৈ কোৱা হল ঃ

*কাব্য-ধৰ্মগ্ৰন্থ আৰু ইতিহাস ৰূপে চৰিত পুথি*

## ৰামচৰণ ঠাকুৰ

*পৰিচয়*

মাধৱদেৱৰ ভনীয়েক উৰ্ব্বশীৰ বিয়া হৈছিল হোকোৱাকুছীযা গএগপাণি বা ৰামদাসৰ লগত। তেওঁলোকৰ পুত্ৰ ৰামচৰণ ঠাকুৰ; সেয়েহে তেওঁ মাধৱদেৱৰ ভাগিনীয়েক। সৰুৰে পৰা ৰামচৰণে মাধৱদেৱৰ লগত থাকি যথোচিত শিক্ষালাভ কৰে আৰু মোমায়েকৰ আদৰ্শত আদৰ্শবান হৈ উঠে। মাধৱদেৱ সুন্দৰীদিয়াত

থকা কালছোৱাতে ৰামচৰণৰ শিক্ষা লাভ হয় আৰু শেষৰ ফালে মোমায়েকৰ লগতে তেৰোঁ গৈ কোচবিহাৰত আছিল। কালিৰাম মেধিৰ মতে ৰামচৰণ ঠাকুৰৰ জীৱন-কাল ১৫২১ – ১৬০০ খৃঃ। কোনো কোনো পণ্ডিতৰ মতে তেওঁ সপ্তদশ-শতিকাৰ আৰম্ভণিতো কিছুকাল জীযাই আছিল।

ৰামচৰণ ঠাকুৰ এগৰাকী পণ্ডিত লোক আছিল। মহাপুৰুষ শঙ্কৰদেৱ-সঙ্কলিত ভক্তি-ৰত্নাকৰ গ্ৰন্থখনৰ তেওঁ অসমীয়া পদানুৱাদ কৰে। দাৰ্শনিক আৰু নিগূঢ় ধৰ্ম্মতত্বমূলক এই গ্ৰন্থখনৰ পদানুৱাদ তেওঁ যিধৰণে বোধগম্য কৰি উপস্থাপন কৰিছে, তাৰ মাজত ৰামচৰণৰ পাণ্ডিত্য আৰু প্ৰকাশিকা-শক্তিৰ পৰিচয় পোৱা যায়। ৰামচৰণ ঠাকুৰৰ অন্যতম কৃতি হ'ল শঙ্কৰদেৱ-বিৰচিত "কীৰ্ত্তন-ঘোষা"ৰ সংগ্ৰহ আৰু সংকলন। শঙ্কৰদেৱে বিভিন্ন সময়ত ৰচনা কৰা "কীৰ্ত্তন-ঘোষা"ৰ খণ্ডবিলাক বিভিন্ন স্থানত সিচঁৰতি হৈ পৰি আছিল। মাধৱদেৱৰ পৰামৰ্শমতে ৰামচৰণে সেইবোৰ সংগ্ৰহ কৰে, আৰু এটা সুচিন্তিত ক্ৰমৰ মাজেদি সেইবোৰ একত্ৰিত কৰি মাধৱদেৱক দেখুৱায়। সেই ক্ৰমত সন্তুষ্ট হৈ মাধৱদেৱে কয় - - "নালাগে লাৰিব, ভাল আছে সবে", "এহিবুলি হাসিলন্ত" (দৈত্যাৰি)। বৰ্ত্তমানে প্ৰাপ্ত "কীৰ্ত্তন-ঘোষা"ৰ যি প্ৰণালীবদ্ধ ৰূপ, সি ৰামচৰণৰ এই নিৱন্ধন। গতিকে কব পৰা যায় — ৰামচৰণ ঠাকুৰ অসমীয়া সাহিত্যৰ প্ৰথম গ্ৰন্থ-সম্পাদক। কংস-বধ নামৰ এখন অঙ্কীয়া-নাট আৰু কিছুমান গীতো ৰামচৰণ ঠাকুৰে ৰচনা কৰিছে। কলা-কৌশল, বিষয়বস্তুৰ ৰূপায়ণ আদিৰ দিশৰ পৰা তেওঁৰ "কংস-বধ" শঙ্কৰোত্তৰ-যুগৰ এখন উল্লেখযোগ্য নাট।

*অনুবাদক, সম্পাদক আৰু নাট-গীত-ৰচক*

চৰিত-পুথিৰ ৰচকৰূপে ৰামচৰণ ঠাকুৰৰ নাম অধিক জনাজাত। "শঙ্কৰ-চৰিত" নামৰ এখন বিস্তৃত চৰিত-পুথি তেওঁৰ নামত প্ৰচলিত। শঙ্কৰ-মাধৱ আদি গুৰুকেইজনৰ জীৱন-লীলা আৰু কাৰ্য্য-কলাপৰ বহুল বিবৰণ ইয়াৰ মাজত সন্নিৱেশিত হৈছে। বিশেষকৈ শঙ্কৰদেৱৰ দীৰ্ঘকালীন জীৱনৰ গোটেইবোৰ কথাৰ চিত্ৰণ এই পুথিৰ বিশেষত্ব। কবলগীয়া কথা এই যে, অতিপাত অলৌকিক কথাৰ সংযোজনবাহুল্যই বিবেচক-পাঠকৰ মনত কথ্যবস্তুৰ স্বৰূপ গ্ৰহণত আউল লগায়। এই প্ৰসঙ্গত ড° সত্যেন্দ্ৰ নাথ শৰ্ম্মাৰ[২৬] মন্তব্য প্ৰণিধানযোগ্য ঃ "এওঁৰ (ৰামচৰণৰ) নামত প্ৰচলিত "শঙ্কৰ-চৰিত" খনত বহুতো অলৌকিক-কথা থাকিলেও শঙ্কৰদেৱৰ গোটেই জীৱনৰ সকলো কথা বিশদভাৱে পোৱা যায়। অৱশ্যে বৰ্ত্তমান প্ৰচলিত শঙ্কৰ-চৰিতত ভালেখিনি প্ৰক্ষিপ্ত কথা সোমাই আছে। এওঁৰ নামত অধুনা প্ৰচলিত শঙ্কৰদেৱৰ চৰিত-পুথিত ইমান তৰল আৰু অলৌকিক-বিবৰণ আছে যে, ভক্তি-ৰত্নাকৰৰ গম্ভীৰ পাণ্ডিত্যপূৰ্ণ— অনুবাদ

*চৰিতকাৰ*

২৬. অ. সা. স. ই., ৯ম অধ্যায়

কৰোতাজনে এনে এখন সঁচা-মিচাৰ জাল তৰি মহাপুৰুষৰ চৰিত লেখা যেন ধাৰণা নহয়। তদুপৰি ৰামচৰণৰ পুতেক দৈত্যাৰি ঠাকুৰে শঙ্কৰ-মাধৱৰ চৰিত ৰচনা কৰোতে তেওঁৰ সন্মুখত কোনো আৰ্হি নাছিল বুলি উল্লেখ কৰিছে, আৰু আন জনা বুজা লোকৰ লগতে বাপেক ৰামচৰণক সুধিও মহাপুৰুষ দুগৰাকীৰ জীৱন তথ্য সংগ্ৰহ কৰা বুলি উল্লেখ কৰিছে। পিতাকে এখন মহাপুৰুষৰ চৰিত লিখা হলে পুতেকে নজনাৰ কথা বিশ্বাস কৰিবলৈ টান হয়। সেই কাৰণেই আজি কালি এনে মত পোষন কৰা হয় যে, ৰামচৰণৰ নামত ভণিতা থকা শঙ্কৰ-চৰিতৰ লেখক কোনোবা এজন কুঁহিয়াৰবৰীয়া ৰামচৰণহে, মাধৱদেৱৰ ভাগিন ৰামচৰণ নহয়। কিন্তু এই কথা স্বীকাৰ কৰিব লাগিব যে, গ্ৰন্থখন 'দশম'ৰ আৰ্হিত ৰচনা কৰিবলৈ গৈ বহুতো অলৌকিক-অপ্ৰাকৃত-ঘটনা আৰু পুৰীৰ জগন্নাথ প্ৰভুয়ে ৰাতি মেকুৰীৰ বেশ ধৰি শঙ্কৰদেৱৰ পাতৰ উচ্ছিষ্ট খাবলৈ অহাৰ দৰে তৰাং কথা সংযোজনা কৰিলেও মহাপুৰুষৰ জীৱনৰ বহুতো আন পুথিত নথকা বা নাম মাত্ৰ উল্লেখ থকা কথাৰ বহল বিবৰণ পোৱা যায়"। প্ৰকৃততে ৰামচৰণ ঠাকুৰে যে নিজে "শঙ্কৰ-চৰিত" লিখা নাছিল — এই কথা পৰম্পৰাগত ভাবে চলি অহাৰ কথাও আমি কোনো কোনো সূত্ৰৰ[২৭] পৰা শুনিছোঁ।

## দৈত্যাৰি ঠাকুৰ

ৰামচৰণ ঠাকুৰৰ পুত্ৰ দৈত্যাৰি ঠাকুৰ খৃষ্টীয় ষোড়শ-শতিকাৰ শেষ আৰু সপ্তদশ-শতিকাৰ প্ৰথম ভাগৰ লোক। ৰামচৰণ ঠাকুৰৰ পৰলোক-প্ৰাপ্তিৰ পাছত তেওঁৰ পুত্ৰ দৈত্যাৰি ঠাকুৰ সুন্দৰীদিয়া সত্ৰৰ অধিকাৰ-পদত অধিষ্ঠিত হয়। "শঙ্কৰদেৱ-মাধৱদেৱ-চৰিত" দৈত্যাৰিৰ উল্লেখযোগ্য কৃতি। এই চৰিতত শঙ্কৰদেৱৰ জীৱনীতকৈ মাধৱদেৱৰ জীৱন-লীলা প্ৰকাশত অধিক গুৰুত্ব দিয়া কাৰণে মাধৱদেৱৰ জীৱনীৰ কথাহে বিস্তৃত ৰূপত পোৱা যায়। দৈত্যাৰিৰ এই চৰিত-পুথিত চতুৰ্ভুজ ঠাকুৰ তামৰগুৰা-সত্ৰত থকাৰ কথা জনা যায়। যিহেতুকে চতুৰ্ভুজ ঠাকুৰৰ পৰলোকপ্ৰাপ্তি হয় ১৬৪৮ খৃঃত, এই চৰিত পুথি তাৰ আগতে, অৰ্থাৎ সপ্তদশ-শতিকাৰ চতুৰ্থ-পঞ্চম দশকৰ ভিতৰত ৰচিত। দৈত্যাৰিৰ চৰিতত অতিৰঞ্জন নাই, স্থানবিশেষৰ বিস্তৃতিৰ মাজতো কথ্যবস্তুৰ স্বাভাৱিক ৰূপায়ণ দেখিবলৈ পোৱা যায়।

*পৰিচয়*

চৰিত-পুথিৰ উপৰিও দৈত্যাৰিয়ে ৰচনা কৰিছে দুখন নাট — নৃসিংহ-যাত্ৰা আৰু স্যমন্ত-হৰণ। নাট দুখন ভাগৱতৰ কথাবস্তুৰ আধাৰত আধাৰিত। ভাগৱতৰ (৭/১—

---

২৭. বহুকাল আগতে বৰপেটাৰ পণ্ডিত নাৰায়ণদেৱ মিশ্ৰই এই ধৰণৰ আলোচনা প্ৰসঙ্গত আমাৰ আগত কৈছিল যে, তেওঁৰ পিতৃ বৰপেটা সত্ৰৰ সত্ৰাধিকাৰ শ্ৰীশ্ৰীগোবিন্দ দেৱ মিশ্ৰয়ো শিষ্য প্ৰশিষ্যৰ আগত প্ৰায়েই কৈছিল— ৰামচৰণ ঠাকুৰে শঙ্কৰ চৰিত লিখা কথাৰ কোনো পৰম্পৰা নাই।

১০) অন্তৰ্গত বিষ্ণুৰ নৰসিংহ অৱতাৰ আৰু সেই অৱতাৰী পুৰুষৰদ্বাৰা ভক্ত-প্ৰহ্লাদৰ উৎপীড়ক হিৰণ্যকশিপুক বধ কৰা আখ্যানভাগ প্ৰথমখন নাটত ৰূপায়িত কৰা হৈছে। ভাগৱতৰ (১০/৫৬) স্যমন্তক-মণিৰ আখ্যানটো দ্বিতীযখন নাটত বিষয়বস্তুৰূপে ৰূপ দিয়া হৈছে। দুযোখন নাটতে নাটকীয দৃষ্টিকোণৰ পৰা বিশেষত্ব লক্ষ্য কৰা নাযায়। দুয়োখনেই শঙ্কৰদেৱৰ অনুকৰণাত্মক।

*কৃতি*

## দ্বিজ ভূষণ

দ্বিজ ভূষণ অন্যতম উল্লেখযোগ্য চৰিতকাৰ। কামৰূপৰ চিলা গাঁৱৰ চক্ৰপাণি নামৰ ব্ৰাহ্মণৰ পুত্ৰ বৈকুণ্ঠ। সেই বৈকুণ্ঠৰেই পুত্ৰ দ্বিজ ভূষণ। দ্বিজ ভূষণে "শঙ্কৰ-চৰিত" নামৰ চৰিত-পুথি খৃষ্টীয় ১৭ শ শতিকাৰ তৃতীয়-চতুৰ্থ দশকৰ ভিতৰত ৰচনা কৰিছে বুলি বুজিব পৰা যায়। ১৬১৬ খৃঃত (১৫৩৮ শক) শঙ্কৰদেৱৰ নাতি পুৰুষোত্তম ঠাকুৰৰ মৃত্যু হয়। তাৰ পাছত চতুৰ্ভুজ ঠাকুৰে তামৰঙা বিলৰ পাৰত বিষ্ণুপুৰ সত্ৰ স্থাপন কৰে, আৰু সেই সত্ৰ ১৬৩৫ খৃঃত মুছলমানে ধ্বংস কৰে বুলি জনা যায। ইযাৰ আগে আগে দ্বিজ ভূষণে "শঙ্কৰ-চৰিত" লিখিছে বুলি প্ৰমাণিত হয। কালিৰাম মেধিৰ[২৮] মতে দ্বিজ ভূষণে ১৫০৭ খৃঃত জন্মলাভ কৰি প্ৰায় ১৫৭৭ খৃঃলৈ জীযাই আছিল। তেওঁ ভৱানন্দ, ওৰফে নাৰায়ণ দাস ঠাকুৰ আতাৰ পুৰোহিত আছিল।

*পৰিচয়*

দ্বিজ ভূষণে ৰচনা কৰা "শঙ্কৰ-চৰিত" খনৰ কেইটামান বিশেষত্ব আছে। এই চৰিতৰ বিষয়বস্তু তেওঁ সংগ্ৰহ কৰিছিল শঙ্কৰদেৱৰ দুগৰাকী নাতি আৰু নাৰায়ণদাস ঠাকুৰ আতাৰ মুখনিঃসৃত-কথাৰ পৰা। অব্যৱহিত-পৰৱৰ্ত্তী আৰু শঙ্কৰদেৱক ভালকৈ জনা ব্যক্তি তিনি গৰাকীৰ মুখৰ পৰা শুনা কথাৰ ওপৰত নিৰ্ভৰ কৰি লিখা কাৰণে বোধ হয় এই চৰিতখন অতিৰঞ্জনবৰ্জ্জিত, নাতিদীৰ্ঘ-বৰ্ণনাৰ মাজেদি ইয়াৰ মাজত যথোচিত তথ্য প্ৰকাশিত হৈছে। এটা বিশেষ কথা এই যে, দৈত্যাৰি ঠাকুৰৰ চৰিতৰ লগত ভূষণ দ্বিজৰ এটা লক্ষণীয় অমিল আছে। সেই অমিল শঙ্কৰদেৱৰ পিতৃ-মাতৃ আৰু প্ৰথম পত্নীৰ মৃত্যুৰ সময় দুয়োজনৰ চৰিতত বেলেগ। অসমীয়া-নাটৰ ইতিহাসতো দ্বিজ ভূষণৰ স্থান আছে। তেওঁ দুখন নাট লিখিছে — এখন অজামিলোপাখ্যান আৰু আনখন স্যমন্ত-হৰণ। দুয়োখন নাটৰেই বিষয়বস্তু সংগৃহীত হৈছে ভাগৱত-পুৰাণৰ পৰা।

*কৃতি*

## ৰামানন্দ দ্বিজ

ৰামানন্দ দ্বিজ সপ্তদশ-শতিকাৰ শেষৰ ফালৰ অন্যতম উল্লেখযোগ্য চৰিতকাৰ। তেওঁ ভৱানীপুৰীয়া গোপাল আতাৰ অনুগত শ্ৰীৰামদেৱৰ পুত্ৰ। প্ৰথমাৱস্থাত তেওঁ

২৮. অঙ্কাৱলী, Intro

কালজাৰ-সত্ৰত সত্ৰাধিকাৰ ৰূপে অধিষ্ঠিত হয়। পাছত উজনিলৈ গৈ মাজুলিৰ আঁহতগুৰি-সত্ৰ প্ৰতিষ্ঠা কৰে। ইতিহাসপ্ৰসিদ্ধ আতন বুঢ়াগোহাঞিৰ (১৬৪৮ – ১৬৭৯ খৃঃ) পৃষ্ঠপোষকতা এই ক্ষেত্ৰত স্মৰণীয়। উক্ত বুঢ়াগোহাঞিৰ পৰামৰ্শমতে ৰামানন্দ দ্বিজে "শঙ্কৰদেৱ-চৰিত" ৰচনা কৰা বুলি চৰিতৰ ভিতৰতে নিজে উল্লেখ কৰিছে। ইযেই প্ৰকৃষ্ট প্ৰমাণ দিযে যে, চৰিতকাৰ ৰূপে ৰামানন্দ দ্বিজ সপ্তদশ-শতিকাৰ দ্বিতীয়াৰ্দ্ধৰ লোক। ৰামানন্দই শঙ্কৰদেৱক ভগৱানৰ অৱতাৰৰূপে দেখুৱাই তেওঁৰ লীলা-চৰিত্ৰ বহলাই বৰ্ণনা কৰিছে। মাধৱদেৱৰ মৃত্যুলৈকে ঘটনা-প্ৰৱাহ চৰিতখনত পোৱা যায় যদিও তেওঁৰ জীৱন-লীলাৰ কথা সংক্ষিপ্তভাৱেহে পোৱা গৈছে, লগতে গোপাল আতাৰ কথাও কিছু পৰিমাণে ইয়াত আছে। বিশেষ কথা এই যে, পূৰ্ব্ববৰ্ত্তী দৈত্যাৰি ঠাকুৰ আৰু ভূষণ দ্বিজৰ চৰিত-পুথিৰ অন্তৰ্গত ভালেমান কথাৰ বৰ্ণনা ৰামানন্দ দ্বিজৰ বৰ্ণনাৰ লগত অমিল হৈছে। বৈষ্ণৱ-সম্প্ৰদায়ৰ মাজত ক্ৰমশঃ যি চাৰিটা সংহতিৰ সৃষ্টি হৈছিল, তাৰ অন্যতম কাল-সংহতিৰ বিশ্বাস আৰু আচৰণীয়-দিশৰ প্ৰভাৱত এনেকুৱা সুস্পষ্ট অমিলবোৰ ৰূপায়িত হোৱা বুলি সম্ভৱ হয। ৰামানন্দই "শঙ্কৰদেৱ-চৰিত"ৰ উপৰিও গোপাল আতাৰ চৰিত এখনো ৰচনা কৰিছে। ৰামানন্দ অকল চৰিতকাৰেই নহয়, গীতিকাৰ ৰূপেও তেওঁৰ স্থান স্মৰণীয়। তেওঁ বৰগীতৰ লেখীয়া ভালেমান গীত ৰচনা কৰি গৈছে। সেই গীতবোৰ ইতিমধ্যে ড° বিৰিঞ্চি কুমাৰ বৰুৱাই[২৯] সম্পাদন কৰি উলিযাইছে। গীতবোৰৰ মাজেদি ৰামানন্দ দ্বিজৰ ভক্তি-প্ৰৱণতা, পাণ্ডিত্য আৰু কবিপ্ৰতিভাৰ আভাস পোৱা যায়।

*পৰিচয় আৰু কৃতি*

**ৰমানন্দ**

খৃষ্টীয়-সপ্তদশ-শতিকাৰ দ্বিতীয়াৰ্দ্ধৰ অন্যতম চৰিতকাৰ ৰমানন্দ। উজনি অঞ্চলত মহাপুৰুষীয়া-ধৰ্ম্ম প্ৰচাৰ কৰোতা বংশীগোপাল দেৱৰ জীৱন-চৰিত ৰচনা কৰি তেওঁ চৰিতকাৰ ৰূপে পৰিগণিত। ৰমানন্দ বংশীগোপালদেৱৰ শিষ্যও আছিল। তেওঁ ৰচনা কৰা "বংশীগোপালদেৱ-চৰিত" খনিৰ মাজত উজনিত ধৰ্ম্মপ্ৰচাৰ সম্বন্ধীয়-ঐতিহাসিক-মূল্য সুস্পষ্ট। বংশীগোপালদেৱে ধৰ্ম্মপ্ৰচাৰ কৰোতে উজনি- অঞ্চলত কিমানখিনি ঘাত-প্ৰতিঘাতৰ সন্মুখীন হবলগীয়া হৈছিল, আন সম্প্ৰদাযৰ পৰা কেনেকুৱা বাধা-বিঘিনি পাইছিল, প্ৰসঙ্গক্ৰমে আহোম-ৰাজশক্তিৰো যি প্ৰতিকূল-আচৰণ সহ্য কৰিবলগীয়া হৈছিল— এই বৰ্ণনাবোৰে ধৰ্ম্মৰ প্ৰচাৰ-প্ৰৱাহৰ এক ঐতিহাসিক-চিত্ৰ উজ্জ্বল কৰি তুলিছে। ইয়াৰ উপৰিও, এই চৰিতখনিৰ বিশেষ মূল্য এই যে, বংশীগোপালদেৱে উজনি-অঞ্চলত স্থাপন কৰা সত্ৰবোৰৰ সুন্দৰ বৰ্ণনা, আৰু লগতে কুৰুৱাবাহী-সত্ৰৰ প্ৰৱৰ্ত্তন-ইতিহাসো

২৯. ড° বিৰিঞ্চি কুমাৰ বৰুৱা সম্পাদতি "শ্ৰীৰাম আতা আৰু ৰামানন্দ দ্বিজৰ গীত" দ্ৰষ্টব্য)

ইযাত সন্নিৱেশিত হৈছে। আউনিআটী-সত্ৰ আৰু নিৰঞ্জনদেৱৰ কথাকথনৰ লগতে চৰিতখনৰ পৰিসমাপ্তি ঘটিছে।[৩০]

## বৈকুণ্ঠনাথ দ্বিজ

খৃষ্টীয়-সপ্তদশ-শতিকাৰ দ্বিতীযাৰ্দ্ধৰ অন্যতম চৰিতকাৰ বৈকুণ্ঠনাথ দ্বিজ। তেওঁ "সন্তমালা" নামৰ এখন চৰিতপুথি ৰচনা কৰে। শঙ্কৰদেৱৰ নাতি পুৰুষোত্তম ঠাকুৰৰ পৰামৰ্শমতে বৈকুণ্ঠনাথে এই চৰিতখন লিখে। শঙ্কৰ-মাধৱৰ পৰা আৰম্ভ কৰি চতুৰ্ভুজ-পুৰুষোত্তমৰ কাৰ্য্য কলাপ এই পুথিখনত সামৰি লোৱা হৈছে। বিষয় বস্তুৰ পৰিবেশনত সংক্ষিপ্ততা লক্ষনীয়, কিন্তু আনহাতেদি পুথিখনৰ কথা নিৰ্ভৰযোগ্য। পুৰুষোত্তম-চতুৰ্ভুজৰ পৰা উদ্ভৱ হোৱা পুৰুষ-সংহতিৰ কেইবাখনো সত্ৰৰ উল্লেখ এই চৰিতখনত পোৱা যায। এই কাৰণত ড° সত্যেন্দ্ৰনাথ শৰ্ম্মাই [৩১]এই পুথিখন খৃষ্টীয় ১৬৫০ শকৰ পাছত ৰচিত বুলি দিযা মন্তব্য সাৰ্থক।

## কৃষ্ণ ভাৰতী, কৃষ্ণাচাৰ্য্য

কৃষ্ণভাৰতী নামৰ ব্যক্তিবিশেষৰ "সন্ত-নিৰ্ণয়" আৰু কৃষ্ণাচাৰ্য্য নামৰ আন এজন ব্যক্তিৰ "সন্ত-চৰিত" পুথি পোৱা যায়। পুথি দুখনত পৰৱৰ্ত্তী বৈষ্ণৱ-সন্ত-মহন্তসকলৰ পৰিচয আছে। কৃষ্ণভাৰতী আৰু কৃষ্ণাচাৰ্য্য দুজন ব্যক্তি নে এজন, এই কথা কিন্তু সঠিকভাবে নিৰ্ণয় কৰা টান। শঙ্কৰ-মাধৱৰ পৰলোকগমনৰ পাছত বৈষ্ণৱ ধৰ্ম্মৰ মাজত কিছুমান কাৰণত বিভেদকামী কিছুমান লোকে নিজৰ ৰুচি আৰু উদ্দেশ্য সিদ্ধিৰ কাৰণে ছদ্মনামত দুই চাৰিখন পুথি ৰচনা নকৰাও নহয। ড° সত্যেন্দ্ৰনাথ শৰ্ম্মাৰ[৩২] প্ৰাসঙ্গিক মন্তব্য — "সম্ভৱতঃ শঙ্কৰদেৱ, মাধৱদেৱ আৰু দামোদৰদেৱ আদিৰ তিৰোধানৰ পাছত যেতিয়া বৈষ্ণৱ-সম্প্ৰদায দ্বিধাবিভক্ত হল, তেতিয়া সপ্তদশ-শতিকাৰ শেষৰ ফালে অথবা অষ্টাদশ-শতিকাৰ আৰম্ভত এনেবোৰ সঙ্কীৰ্ণ-সাম্প্ৰদায়িক-দৃষ্টিদুষ্ট-গ্ৰন্থ ৰচনা হবলৈ ধৰে। কবিচন্দ্ৰৰ "ভবিষ্যত-কথা"ও এই শ্ৰেণীৰে কাল্পনিক কথা যোৰা দিয়া অসমৰ বৈষ্ণৱ-গুৰু আৰু সম্প্ৰদায়ৰ বিবৰণ থকা গ্ৰন্থ।"

## ৰামৰায়

মহাপুৰুষ দামোদৰদেৱৰ চৰিত-ৰচক কেইজনৰ ভিতৰত ৰামৰায় প্ৰধান। লোচ-সত্ৰৰ প্ৰতিষ্ঠাপক অৰ্জুনদেৱ মহাপুৰুষ-দামোদৰদেৱৰ প্ৰধান-শিষ্য কেইজনৰ ভিতৰত

৩০. দ্ৰষ্টব্য ঃ ড° মহেশ্বৰ নেওগ সম্পাদিত "বংশী গোপাল দেৱ চৰিত"
৩১. অ.সা.স.ই., ৯ ম অধ্যায়
৩২. অ.সা.স.ই. ৯ ম অধ্যায়

আছিল অন্যতম। ৰামৰায় এই অৰ্জ্জুনদেৱৰ শিষ্য। ৰামৰায়ে "গুৰুলীলা" বা "সন্ত-যশামৃত" নামৰ দামোদৰ-চৰিতখন যে অৰ্জ্জুনদেৱৰ আজ্ঞামতে ৰচনা কৰিছে, এই কথা জনা যায় তেওঁৰ নিজৰ ৰচনাৰ পৰাই —

*তেহন্তে অৰ্জ্জুন দেৱৰ চৰণ*
*হৃদয়ে মনে ধৰিলো।* * *
*সন্ত যশামৃত নামে দামোদৰ*
*চৰিত্ৰ অতি গহন।*
*অৰ্জ্জুন দেৱৰ কৃপা লক্ষ্য কৰি*
*কৰিলো পদ ৰচন।।*

কোচবংশীয় দৰঙ্গী-শাখাৰ ৰজা চন্দ্ৰনাৰায়ণৰ ৰাজত্ব-কালত (১৬৪০ — ১৬৬০ খৃঃ) ৰামৰায়ে গুৰুলীলা ৰচনা কৰে। এই চৰিতখনে দামোদৰদেৱ আৰু তেওঁৰ প্ৰপন্ন শিষ্য ভট্টদেৱ আদিৰ জীৱনৰ কাৰ্য্যাৱলীৰ লগতে তেওঁলোকে আগবঢ়োৱা ধৰ্ম্মীয় আৰু সাংস্কৃতিক দিশৰ অৱদানসমূহৰো সুন্দৰ বিবৰণ দিছে। দামোদৰদেৱৰ জন্ম, তেওঁৰ লগত শঙ্কৰদেৱৰ সৌহাৰ্দ্যপূৰ্ণ সম্বন্ধ, দামোদৰদেৱৰ ধৰ্ম্মীয-মতবাদ, অসমীয়া-গদ্যসৃষ্টিৰ প্ৰতি তেওঁৰ সফল অনুৰাগ, সত্ৰস্থাপনৰ যোগেদি প্ৰপন্ন শিষ্যসকলৰ দ্বাৰা বিভিন্ন স্থানত ধৰ্ম্মপ্ৰচাৰ, ভট্টদেৱৰ কৃতি আৰু জীৱনৰ অৱসান— এই সকলোবোৰ কথা এই চৰিতখনত সন্নিৱেশিত হৈছে। দামোদৰী-সম্প্ৰদায়ৰ ধৰ্ম্মীয়-মতৱাদ মহাপুৰুষীয়া-মতৱাদৰ পৰা কি কি বিশেষত্বত পৃথক, ইয়াক সুন্দৰভাবে ৰামৰায়ে দেখুৱাইছে ভট্টদেৱৰ প্ৰতি দামোদৰদেৱৰ এই মৰ্ম্মবাণীৰ মাজেদি —

*ভাগৱত ব্যাখ্যা তুমি আপুনি কৰিবা।*
*লোকক হৰিৰ ভক্তি উপদেশ দিবা।।*
*ব্ৰাহ্মণৰ নিত্য-নৈমিত্তিক নেৰুৱাবা।*
*আপুনিও স্নান-সন্ধ্যা পূজা আচৰিবা।।* * * *
*একাগ্ৰ ভকতি কৰিবাহা মহাভাগ।*
*তেবে একো উপচক্ৰে নপাবেক লাগ।। ইত্যাদি*

## নীলকণ্ঠ দাস

দামোদৰদেৱৰ অন্যতম চৰিতকাৰ নীলকণ্ঠ দাস। ৰামৰায়ৰ "গুৰুলীলা" ৰচনাৰ প্ৰায় ৬০/৭০ বছৰমান পাছত তেওঁ "দামোদৰদেৱ চৰিত" ৰচনা কৰে। অৰ্থাৎ, অষ্টাদশ-শতিকাৰ আৰম্ভণিতে এই চৰিতখন ৰচিত বুলি অনুমান কৰিব পাৰি।[৩৩] নীলকণ্ঠ দাসক

৩৩. শৰৎচন্দ্ৰ গোস্বামী সম্পাদিত আৰু ১৯২৭ খৃঃত প্ৰকাশিত "শ্ৰীশ্ৰীদামোদৰ দেৱ চৰিত্ৰ"ৰ পাতনি দ্ৰষ্টব্য।

নৰনাৰায়ণ ৰজাই পতা বিজনি-খণ্ডৰ উজিৰ বেঙ্কৰাগিৰিৰ পুত্ৰ মনোহৰৰ বংশধৰ বুলি শৰৎ চন্দ্ৰ গোস্বামীয়ে তেওঁৰ সম্পাদিত "শ্ৰীশ্ৰীদামোদৰ দেৱ-চৰিত"ৰ পাতনিত যুক্তি দেখুৱাইছে। নীলকণ্ঠ দাসকৃত চৰিতখনত কথ্যবস্তুৰ ৰূপায়ণ ৰামাৰায়তকৈ কিছু চমু হলেও দামোদৰদেৱৰ জন্মৰ পৰা পৰলোকগমনলৈ জীৱনবৃত্ত, প্ৰপন্ন শিষ্যসকলৰ কথা, শঙ্কৰ-মাধৱৰ লগত সম্বন্ধ, ধৰ্ম্মপ্ৰচাৰ আদি কথাবোৰ ইয়াৰ অন্তৰ্ভুক্ত হৈছে। অসম,কামৰূপ আৰু বেহাৰৰ বিভিন্ন স্থানত দমোদৰদেৱৰ শিষ্যসকলে সত্ৰ স্থাপন কৰি যি ধৰণে ধৰ্ম্মপ্ৰচাৰ কৰিছিল, তাৰ সুস্পষ্ট-বৰ্ণনা এই চৰিতখনত পোৱা যায়। কাব্যিক-মাধুৰ্য্যসনা বৰ্ণনাও এই পুথিখনৰ উল্লেখনীয় বিশেষত্ব।

উক্ত চৰিত দুখনৰ উপৰিও কৃষ্ণ মিশ্ৰ নামৰ এজন লোকে ৰচনা কৰা আন এখন দামোদৰ-চৰিত আছে। দামোদৰদেৱৰ উপৰিও তেওঁৰ অনুগামী শিষ্য-প্ৰশিষ্যৰ কথা এই পুথিত বৰ্ণিত আছে।

## দ্বিজ বাণেশ্বৰ, দ্বিজ দিৱাকৰ

দ্বিজ বাণেশ্বৰ আৰু দ্বিজ দিৱাকৰ, এই দুগৰাকী পুৰুষে মহাপুৰুষ হৰিদেৱৰ চৰিত ৰচনা কৰিছে। তেওঁলোকে ৰচনা কৰা "শ্ৰীশ্ৰীহৰিদেৱ-চৰিত্ৰ" ইতিমধ্যে ছপা হৈ ওলাইছে। হৰিদেৱৰ জন্মবৃত্তান্ত, শিক্ষা, ধৰ্ম্মমত, ধৰ্ম্মপ্ৰচাৰ আদি বিষয় জনাৰ কাৰণে এই পুথি দুখন অধিক প্ৰমাণিক ৰূপে গৃহীত। আন আন চৰিতৰ নিচিনা ইয়াতো দুই এটা অস্বাভাৱিক-কথাৰ সংযোগ অৱশ্যে নথকা নহয়।

## বনগএৱাগিৰি

বনগএৱাগিৰিয়ে (শঙ্কৰদেৱৰ বৈমাত্ৰেয় ?) ৰচনা কৰা আন এখন "শ্ৰীশ্ৰীহৰিদেৱ-চৰিত" ১৯৬০ খৃষ্টাব্দত বহৰি-সত্ৰৰ পৰা ছপা হৈ ওলাইছে। এই পুথিৰ সংগ্ৰাহক হৰিপুৰ-সত্ৰৰ শ্ৰীসূৰ্য্যকান্ত গোস্বামী আৰু সম্পাদক, লগতে প্ৰকাশকো শিৱ তালুকদাৰ। বহুত অসঙ্গতিপূৰ্ণ কথাৰ সমাৱেশে, এই চৰিতখন কিমানখিনি প্ৰামাণিক, ইয়াত অৱশ্যে সন্দেহ ওপজায়। যি কি নহওক, হৰিদেৱৰ জীৱন-লীলা আৰু ইয়াৰ প্ৰাসঙ্গিক বহুতবোৰ কথাৰ পহ্ লোৱাৰ কাৰণে ই পথ মুকলি কৰি দিছে।

## আন আন চৰিতকাৰ

উক্ত চৰিতকাৰসকলৰ উপৰিও খৃষ্টীয়-সপ্তদশ-শতিকাৰ শেষ ভাগ আৰু অষ্টাদশ-শতিকাৰ ভিতৰত আৰু কিছুমান লোকে চৰিত-পুথি ৰচনা কৰি গৈছে। সেইসকলৰ ভিতৰত বিদ্যানন্দ অন্যতম। তেওঁ "ঠাকুৰ-চৰিত" নামৰ চৰিত-পুথি ৰচনা কৰিছে। ইয়াত পুৰুষোত্তম ঠাকুৰ আৰু চতুৰ্ভুজ ঠাকুৰৰ সম্যক পৰিচয় পোৱা যায়। ইয়াৰ উপৰিও

বৰদোৱা-সত্ৰ সম্বন্ধীয় কিছুমান কথা আৰু জনিযা-সত্ৰ প্ৰতিষ্ঠাৰ ইতিহাসো ইয়াত অঙ্কিত হৈছে। ৰমাকান্তই ৰচনা কৰা "বনমালীদেৱ-চৰিত", ভৱানন্দ দ্বিজে ৰচনা কৰা "গোবিন্দ-চৰিত", অম্বাৰীশ দ্বিজৰ "কেশৱদেৱ-চৰিত", ভদ্ৰচাৰুৰ "অনন্তৰাম আতাৰ চৰিত" জগবন্দনদেৱৰ "যদুমণিদেৱৰ চৰিত", চতুৰ্ভুজ কায়স্থৰ "যদুমণি-ৰমানন্দ-চৰিত" আদিৰ কথা বিশেষভাবে উল্লেখ কৰা হ'ল।

আলোচ্যমান কালডোখৰৰ ভিতৰত এক প্ৰকাৰ চৰিত-পুথিৰ লেখীয়া (ঠিক চৰিত নহয়) আন কিছুমান পুথিও ৰচিত হৈছে। এই শ্ৰেণী পুথিত কিছুমান গুৰু আৰু সন্ত-মহন্তৰ বংশাৱলী লিপিবদ্ধ কৰা হৈছে। "নৰোৱা গোসাঁই বংশাৱলী", "গোবিন্দ-বংশাৱলী" বা "দামোদৰ—বংশাৱলী", "গোমথা-বংশাৱলী" আদি পুথিবোৰ এই শ্ৰেণীৰ অন্তৰ্গত। ধৰ্ম্মীয়-পৰম্পৰাৰ যোগসূত্ৰ-ৰক্ষাৰ উপৰিও ঐতিহাসিক-তথ্যৰ বিচাৰতো এই পুথিবোৰৰ মূল্য আছে।

চৰিত-তোলা-প্ৰথাৰ পৰা যে চৰিত-পুথিৰ উদ্ভৱ, এই কথা আলোচ্যমান-বিষয়ৰ আৰম্ভণিতে কৈ অহা হৈছে। বেছিভাগ চৰিত-পুথি ছন্দোবদ্ধ হলেও লাহে লাহে দুই এখন চৰিত-পুথি গদ্যতো ৰচিত হয়। চৰিত-তোলা-প্ৰথা আৰু ইয়াৰ কথন-ৰীতি গদ্যবিৰচিত-চৰিত বা কথা-চৰিত-উদ্ভৱৰ পোনপটীয়া পূৰ্ব্বাৱস্থা, ইয়াত সন্দেহ নাই। সেয়েহে, কথা-চৰিতৰ অধিকাংশৰেই কথন-ভঙ্গী নাটকীয়—ইয়াৰ মাজত বক্তা আৰু শ্ৰোতা উভয়ৰেই ভাৱোচ্ছ্বাস মিশ্ৰিত হৈ আছে। বিষয়বস্তু প্ৰধানভাবে ভক্তিকেন্দ্ৰী হলেও দুই বা ততোধিক লোকৰ মিলন-ক্ষেত্ৰত তেওঁলোকৰ ভাৱপ্ৰকাশৰ অকৃত্ৰিম-অভিব্যক্তি কথা-চৰিতৰ প্ৰকাশ-ৰীতিত পৰিলক্ষিত।

*গদ্য-চৰিতৰ উদ্ভৱ*

এতিযালৈকে পোৱা গদ্যবিৰচিত-চৰিতৰ ভিতৰত প্ৰধান দুখন—এখন জনাজাত "কথা-গুৰুচৰিত" বা "গুৰুচৰিত-কথা" নামেৰে আৰু আনখন জনাজাত "বৰদোৱা চৰিত" নামেৰে। "কথা-গুৰুচৰিত"ৰ লেখকৰ নাম সঠিকভাবে জনা নাযায়।[৩৪] খৃষ্টীয়-অষ্টাদশ-শতিকাৰ আগভাগত (১৭১৬ ইং চনৰ ঠিক পাছতে) এই গ্ৰন্থ ৰচিত হোৱা বুলি স্থিৰ কৰা হৈছে।[৩৫] যি খন বৰদোৱা-চৰিত বৰ্ত্তমানে প্ৰচলিত সি কথা-গুৰু চৰিতত্তকৈ ভালেখিনি পাছৰ সঙ্কলন। সেই চৰিতখন মূল-বৰদোৱা-চৰিত নহয়। সেইখন বৰ্ত্তমান শতিকাৰ আগভাগৰ পুৱাৰাম মহন্ত নামৰ এজন লোকে মূল-বৰদোৱাচৰিতখনৰ পৰা সম্পাদন

৩৪. ড° মহেশ্বৰ নেওগে "কথা গুৰু চৰিত"ৰ ভূমিকাত ধনঞ্জয় আতৈক ইয়াৰ বক্তা বুলি কৈছে। ড° সত্যেন্দ্ৰ নাথ শৰ্মাৰ মতে কিন্তু বিভিন্ন বক্তাৰ যোগেদি গঢ় লৈ অহা এই চৰিতখনৰ শেষ বক্তা চক্ৰপাণি বৈৰাগী। (অ. সা. স. ই)

৩৫. অধ্যাপক উপেন্দ্ৰ চন্দ্ৰ লেখাৰু সম্পাদিত "কথা গুৰু চৰিত"ৰ ভূমিকা দ্ৰষ্টব্য। ড° মহেশ্বৰ নেওগে তেওঁৰ সম্পাদিত "কথা গুৰু চৰিত"ৰ ভূমিকাত কিন্তু ১৭ শ শতিকাত ৰচিত বুলি কৈছে।

বা সঙ্কলন কৰি উলিওৱা পুথিহে। উক্ত দুয়োখন কথা-চৰিততেই কম-বেছি পৰিমাণে শঙ্কৰ-মাধৱৰ জীৱন-লীলাৰ বৰ্ণনা আছে। তাৰ উপৰিও দুয়োখনেই কেইবাগৰাকী আতা-পুৰুষ আৰু সন্ত-মহন্তৰো জীৱন-আলেখ্য স্পষ্ট-অস্পষ্ট ৰূপত অঙ্কন কৰিছে। কথা-গুৰুচৰিতৰ কলেৱৰ অতি বৃহৎ। ইয়াত সন্নিৱেশিত হৈছে দুজনা গুৰু, নজন আতা, দুজনা ঠাকুৰকে আদি কৰি মহাপুৰুষীয়া-শাখাৰ ভালেমান সন্ত-মহন্তৰ জীৱন-চৰিত আৰু ধৰ্ম্মৰ আচৰণীয় ক্ৰম-ব্যৱস্থাৰ কথা। ইয়াৰ উপৰিও এই গ্ৰন্থখন খৃষ্টীয-সপ্তদশ-অষ্টাদশ-শতিকাৰ অসমৰ সামাজিক, আৰ্থিক-আনকি ৰাজনৈতিক-চিত্ৰৰো দাপোনস্বৰূপ। উল্লেখনীয় কথা এই যে, এই গ্ৰন্থ সঙ্কলিত হোৱাৰ প্ৰায দুশমান বছৰ আগৰ পৰা মুখে মুখে চলি অহা শঙ্কৰ-মাধৱ আদি গুৰু আৰু অব্যৱহিত পৰৱৰ্ত্তী সাধু-সন্তসকলৰ জীৱনবৃত্তৰ কথাবোৰ একান্ত গুণগ্ৰাহী ভক্তৰ হাতত ৰূপ লৈ উঠিছে। এইদৰে বেছিভাগ কথা পৰম্পৰাগত আৰু জনশ্ৰুতিসম্ভূত হোৱা কাৰণে কথা-গুৰুচৰিতৰ কোনো কোনো কথাৰ সঙ্গতি ৰক্ষা হোৱা দেখা নাযায, কোনো কোনো কথা বিশ্বাসযোগ্যও নহয়। ভাষা আৰু গদ্যৰ নিদৰ্শনৰ কাৰণে এই গ্ৰন্থ অতি প্ৰসিদ্ধ। এই গদ্য-চৰিত দুখনৰ উপৰিও আৰু এখন গদ্য-চৰিতৰ কথা জনা যায়। সেইখনৰ নাম "সন্তসম্প্ৰদায"। ইয়াৰ লেখক গোৱিন্দদাস, তেওঁ আছিল দক্ষিণপাট-সত্ৰৰ প্ৰথম অধিকাৰ বনমালীদেৱৰ ভক্ত। মহাৰাজ ৰুদ্ৰসিংহই ১৬২২ শকত (১৭০০ খৃঃ) জয়সাগৰ-দৌল উৎসৰ্গ কৰা প্ৰসঙ্গত যি বিৰাট বৈষ্ণৱ-সমাজৰ আযোজন হৈছিল, তাৰ প্ৰেৰণাতেই এই পুথি ৰচিত হোৱা বুলি জনা যায। শঙ্কৰদেৱৰ পৰা আৰম্ভ কৰি পৰৱৰ্ত্তি-কালত চাৰিসংহতিৰ বিকাশ হোৱালৈকে প্ৰাসঙ্গিক-কথাবোৰ ইয়াত বৰ্ণিত আছে।

*কথা-গুৰুচৰিত আৰু বৰদোৱা-চৰিত*

ভট্টদেৱী-গদ্য, বুৰঞ্জীৰ গদ্য আৰু চৰিত-পুথিৰ গদ্যসৃষ্টিৰ উদ্দেশ্যতা, পৰিবেশ আৰু বিষয়বস্তু পৃথক্ পৃথক্। গীতা-ভাগৱতাদিৰ তাত্বিক-কথা সৰ্বসাধাৰণৰ বোধগম্য কৰাটো প্ৰথমবিধৰ উদ্দেশ্যতা, ৰজাঘৰীয়া-কথা আৰু ৰাজকাৰ্য্যৰ স্বৰূপ-সংৰক্ষণ কৰাটো দ্বিতীয় বিধৰ উদ্দেশ্যতা, আৰু গুৰুসকলৰ ভক্ত-জীৱনৰ প্ৰভাৱ ভক্তসকলৰ অন্তৰাত্মাত প্ৰতিভাত কৰি তোলাটো তৃতীয়বিধৰ উদ্দেশ্যতা। ভট্টদেৱী-গদ্য সৃষ্টি হৈছিল সত্ৰীয়া পৰিৱেশত, বুৰঞ্জী-গদ্যৰ উদ্ভৱ হৈছিল ৰাজনীতিৰ নানাবিধ পাকচক্ৰেৰে পৰিপূৰ্ণ ৰাজদৰবাৰ বা ৰজাঘৰীয়া পৰিৱেশৰ মাজত, আৰু চৰিত-গদ্যই গঢ় লৈ উঠিছিল সত্ৰ বা ধৰ্ম্মানুষ্ঠানত সমবেত ভক্তিপ্ৰাণ ভক্ত-সমাজত। প্ৰথমবিধৰ গদ্যৰ বিষয়বস্তু পাৰলৌকিক — ঈশ্বৰতত্ব, আত্মা-পৰমাত্মাৰ স্বৰূপ আৰু সম্বন্ধবিচাৰ আদি দ্বিতীয় বিধৰ বিষয় লৌকিক — ৰাজনীতি, যুদ্ধ-বিগ্ৰহাদিৰ বৰ্ণনা, আৰু তৃতীয়বিধৰ বিষয়বস্তু গুৰুসকলৰ লীলা-চৰিত্ৰ-বৰ্ণন আৰু তাৰ [illegible]দি আধ্যাত্মিক-

*চৰিত-গদ্যৰ প্ৰভেদত্বৰ কাৰণ*

আদৰ্শৰ প্ৰচাৰ। এইবোৰ কাৰণত চৰিত-পুথিৰ গদ্যৰ প্ৰকাশৰীতি আৰু কিছুপৰিমাণে ভাষাও স্বাভাৱিকতে পৃথক।

গদ্য-চৰিতৰ (কথা-গুৰুচৰিতৰ) উদ্ভৱ-উৎস চৰিত-তোলা-প্ৰথা হোৱা কাৰণে ইয়াৰ গদ্যৰীতি প্ৰধানভাৱে কথোপকথনমূলক। একান্ত-ভক্তসকল ইযাৰ বক্তা আৰু শ্ৰোতা হোৱা কাৰণে ইয়াৰ গদ্যৰ সকলো ঠাইতে এটা বিনম্ৰ-ভকতীয়া-ঠাচ পৰিলক্ষিত। বক্তা-শ্ৰোতা উভয়ে ভক্ত হোৱাৰ উপৰিও বিষয়বস্তু ভক্তিমূলক হোৱাটোও এই বিনম্ৰতাৰ অন্যতম কাৰণ। বিনম্ৰতা আৰু মৃদুতাৰ প্ৰাধান্য থকা কাৰণে ইয়াৰ কোনো ঠাইতে কটুতা বা কাঠিন্য পাবলৈ নাই। ইয়াৰ ভাষা উপৰুৱাভাৱে একপ্ৰকাৰ কৃত্ৰিম যেন বোধ হলেও প্ৰকৃতাৰ্থত ই কৃত্ৰিম নহয় - — সত্ৰীয়া-পৰিবেশ আৰু প্ৰভাৱৰ মাজত ভক্ত-হৃদয়ৰ ভক্তিপ্ৰধান-ভাৱস্ফুৰণ এই ধৰণৰ হোৱাটোৱেই অধিক স্বাভাৱিক। এটা বিশেষ কথা এই যে, কথা গুৰুচৰিতৰ ভাষা আৰু প্ৰকাশ-ৰীতি প্ৰধানভাৱে কামৰূপী। এই পুথিখন কামৰূপত ৰচিত হোৱটোৱেই ইয়াৰ কাৰণ। গ্ৰন্থৰ যি কোনো ঠাইত দৃষ্টিপাত কৰিলেই কামৰূপী ভাষা আৰু প্ৰকাশ-ৰীতিৰ প্ৰমাণ পোৱা যায। উদাহৰণ স্বৰূপে ঃ "তিনি পৰহেকে হাল বোৱাই এটা অন্যায ধৰ্ম্ম আৰু নিশা দুই তিনি দণ্ডতে ৰান্ধনী গা ধুই ভাত ৰান্ধে, পুৱা বাহি গা নহয ? ইও এটা অন্যায়। তিনি পৰতে দামুৰি বান্ধি দুবাৰ গাই দোৱা এটা অন্যায়। তাতে নাটে। আন সবে নিয়মে কৰিও দহো প্ৰবৰ্ত্তিছে? বোলে তুমিও চোৱা গৈ ইবেলি। চাই দণ্ডত ৰান্ধি গা ধুই চাউল সিজাব, হাল দুই দণ্ডে নিব, দুপৰ হবলৈ দুই দণ্ড থকাত মেলিব" ইত্যাদি (পৃ.৩৮৯)।

*কথা-গুৰু চৰিতত লক্ষণীয় বিশেষত্ব*

উক্ত সকলোবোৰ বিশেষত্বৰ উপৰিও কথা-গুৰু চৰিতৰ গদ্য-ৰীতিৰ এটা বিশেষ-বিশেষত্ব আছে। লৌকিক, পৰম্পৰাগত, ধৰ্ম্মশাস্ত্ৰকথিত আৰু গুৰুমুখনিঃসৃত আদি নানা বিষয়ক যি জ্ঞান-অভিজ্ঞতা ভক্তসকলে লাভ কৰিছিল, তাৰ ফলশ্ৰুতি এই গ্ৰন্থৰ সৰ্ব্বত্ৰই বৰ্ত্তমান। বিৰাট গ্ৰন্থখনৰ বৰ্ণনাৰ মাজত প্ৰসঙ্গক্ৰমে এই জ্ঞান-অভিজ্ঞতাৰাশি নানান নীতিবচন, প্ৰৱাদবাক্য, ফকৰা-যোজনা, পটন্তৰ, খণ্ডবাক্য আদিৰ ৰূপত প্ৰকাশ লভিছে। ইয়াৰ উপৰিও শঙ্কৰদেৱ আদি গুৰুৰ স্বকীয়-ধৰ্ম্ম-মূলক-উপদেশ-বাক্যবোৰো যোগ্যস্থানত সততে উদ্ধৃত কৰি বক্তব্য সাব্যস্ত কৰা হৈছে। এইবোৰৰ অন্তৰ্ভুক্তিয়ে গুৰুচৰিতখনৰ কথা-বস্তুৰ তত্ত্বাৰ্থৰ বিকাশসাধনত সহায়তা কৰাৰ উপৰিও প্ৰতিপাদিত তত্ত্বোপলব্ধিৰ ফালে পাঠকৰ মন আকৰ্ষিত কৰিব পাৰিছে। সংবেদনশীল ৰচনা সাধাৰণতে সাহিত্যৰ পৰ্য্যায়লৈ উন্নীত। এই ফালৰ পৰা কব পৰা যায় — উক্ত বিশেষত্ববোৰৰদ্বাৰা সমৃদ্ধ খণ্ডবোৰ সাহিত্যিক-গৰিমাত গৰীয়ান। দৃষ্টান্ত স্বৰূপে এই ধৰণৰ কেইটামান উক্তি উদ্ধৃত কৰা হল ঃ

*জ্ঞান-অভিজ্ঞতা-লব্ধ আপ্তবচন*

১. আমাৰেসে কৰ্ম্মতৰে, পণ্ডিতৰো বাক্যলৰে। (পৃ. ২৫)

২ যাৰ যশে শাখা সিন্দূৰ, তাক পাত ভোকোলা ইন্দুৰ। (পৃ. ৫৫)

৩. গড় বান্ধি যুজিলে সজ, প্ৰাণৰ সংশয় নাই। বিনা গড়ে যুজিলে ভয়। (পৃ. ৭০)

৪ গুৰুজনে বোলে বৰাপো, পশু নকৰিবা শৰ, মৰাও নানিবা, জীযাও নানিবা, শুদাহাতে নপশিবা ঘৰ। (পৃ ১০৪)

৫ সিয়ান চৰাই ভাও, লাম্ফদি দি আহাৰ খায়, ফান্দত নিদিযে পাৱ। নাৱ দিলো, বঠা দিলো, আৰু দিলো চৰি, বাই বটি খাব নুৱাৰে কাৰ কোন বৈৰী। (পৃ ১৩৭)

৬ বোলে পৃথিৱী জুৰি জল আছে, শিৰ বুজি খানিলেহে ওলায, পায়। পুং নিচিনিলে খালি শ্ৰমহে পায়। (পৃ ২৮১)

৭ ৰজাক স্বদেশেহে পূজে, বিদ্যাৱন্ত সৰ্ব্বদেশে পূজ্য। মাতা শত্ৰু, পিতা বৈৰী, যেন বাল্য ন পঠিতা। সভামধ্যে ন শোভন্তে হংস মধ্যে বকো যথা। (পৃ ২৫)

৮. হৰিবিমুখৰ চাউল কঠা অধলৈ টানে, সেৱকৰ চাউল কঠা কৰ্ম্মবন্ধ বাসনা ছিণ্ডি উৰ্দ্ধলৈ নিয়ে। (পৃ ১৬৮)

ধৰ্ম্মীয়-ভাৱ আৰু সত্ৰীয়া-পৰিবেশৰ মাজত গঢ় লৈ উঠা কথা-গুৰুচৰিতৰ ভাষা আৰু গদ্যৰীতিৰ মাজত উদাৰতাও লক্ষ্য কৰা যায। ভাৰতৰ অন্যান্য ৰাজ্যৰ ৰাজনৈতিক-সাংস্কৃতিক আৰু আৰ্থ-সামাজিক দিশৰ লগত অসমৰ জাতীয়-জীৱনৰ যি সম্বন্ধ আছিল, তাৰ ফলত এই গ্ৰন্থৰ বহুত ঠাইত বঙালী, হিন্দী, ফাৰ্চী আদি ভাষাৰ শব্দসমূহৰ প্ৰয়োগো দেখিবলৈ পোৱা যায়। ভাষাৰ এই ক্ৰমবৰ্দ্ধমান গুণো ইয়াত নোহোৱা নহয। মুঠতে কব পৰা যায় — পুৰণি অসমীযা গদ্য-সাহিত্যৰ গতি-পথত কথা-গুৰুচৰিতৰ ভাষা আৰু গদ্যৰীতি লক্ষণীয সুস্পষ্ট চিহ্ন। ড০ বিৰিঞ্চিকুমাৰ বৰুৱাৰ মন্তব্য এই প্ৰসঙ্গত প্ৰণিধানযোগ্য ঃ "কথা-গীতা আৰু বুৰঞ্জীৰ বিষয বস্তুনিষ্ঠ আৰু নৈৰ্ব্যক্তিক। দাৰ্শনিক বিষয়ৰ ব্যাখা আৰু ব্যাক্তিগত জীৱনৰ লগত সম্বন্ধ বিহীন-ঘটনাৱলীৰ বিবৃতি — এয়ে এই দুই শ্ৰেণী সাহিত্যৰ উদ্দেশ্য। চৰিত্ৰ-পুথিৰ বিষয়বস্তু যৎসামান্যভাবে হলেও আত্মনিষ্ঠ; পুথিৰ 'চৰিত্ৰ'ৰ লগত ভক্ত-ৰচকৰ হৃদয়ৰ পৰিচয় আছে। কেৱল যথাযথ বৰ্ণনা দিয়ায়ে চৰিত-লেখকৰ উদ্দেশ্য নহয়। মহাপুৰুষৰ জীৱনৰ ঘটনাৱলীয়ে তেওঁৰ অন্তৰ যিভাবে স্পৰ্শ কৰিছে, সেই তেনে ভাৱ, তেনে অনুভূতি ভক্তবৃন্দৰ অন্তৰত গোচৰীভূত কৰি মহাপুৰুষৰ মহান আদৰ্শক জীৱন্ত ৰূপ দিয়াহে তেওঁৰ উদ্দেশ্য। সুখ-দুখ, গ্লানি-গৰিমা, স্খলন-পতন আদি সাধাৰণ শ্ৰদ্ধা-সহানুভূতি উদ্ৰেক কৰিব পৰা 'মানুহ'ৰ আখ্যানেৰে চৰিত -পুথি সজীৱ হৈ আছে"।[৩৬]

*বিষয়বস্তুত আত্মনিষ্ঠতা*

৩৬. অ.ক.সা

## (V) অন্যান্য বিষয়ৰ কৰি (অন্যান্য সাহিত্য)

বৈষ্ণৱ-যুগৰ দ্বিতীয় ভাগ (বিস্তাৰ-যুগ)ৰ অন্তৰ্গত বৈষ্ণৱ-ভাৱাপন্ন গীতিকাব্য ণী- সাহিত্য, মহাভাৰতীয়-সাহিত্য, পুৰাণ-সাহিত্য আৰু চৰিত-সাহিত্য— এই চাৰি শ্ৰেণী সাহিত্যৰ আলোচনা কৰা হ'ল। ইয়াৰ উপৰিও এই কালডোখৰৰ ভিতৰত আৰু বিবিধ বিষয় আৰু ধৰণৰ বৈষ্ণৱ-ভাৱাপন্ন পুথি ৰচিত হৈছে। এইবোৰৰ কথা উক্ত আলোচনাৰ মাজত সুমুৱা নাই। সেই অনুল্লিখিত পুথিবোৰৰ ভিতৰত কিছুমান নাটৰ কথা প্ৰথমতে উল্লেখ কৰা হ'ল। পৰৱৰ্ত্তি-কালত, অৰ্থাৎ অষ্টাদশ-শতিকাৰ শেষলৈকে, আনকি উনবিংশ-শতিকাৰো আৰম্ভণিলৈকে শঙ্কৰদেৱ-সৃষ্ট নাটৰ অনুকৰণাত্মক নাট-শ্ৰেণীৰ ৰচনা কিছুমান পোৱা যায়। সেইবোৰৰ বেছিভাগেই মুদ্ৰিত ৰূপত প্ৰকাশ হোৱা নাই, অলপ সংখ্যকহে ছপা হৈ ওলাইছে। ড° সত্যেন্দ্ৰ নাথ শৰ্মাই[৩৭] ইতিমধ্যে "অঙ্কমালা" নামৰ সঙ্কলনত এই শ্ৰেণীৰ দহখন নাট সম্পাদিত ৰূপত প্ৰকাশ কৰিছে। সেই কেইখন হৈছে— শ্ৰীৰাম আতাৰ "সুভদ্ৰা হৰণ", দীন গোপালৰ "জৰাসন্ধ বধ", আৰু "সীতা-হৰণ", গোপাল নামৰ কবিৰ "বলি ছলন", লক্ষ্মীনাথ দাসৰ "কুমৰ হৰণ," কৈবল্যনন্দনৰ "কংস বধ", দ্বিজ মহীন্দ্ৰৰ "বোধোদয" আৰু কোনোবা অজ্ঞাত কবিৰ "স্যমন্ত হৰণ" "শতস্কন্ধ ৰাৱণবধ" আৰু "প্ৰভাস-যাত্ৰা"। "বোধোদয়"ত বাহিৰে এই নাটকেইখন মহাভাৰত, ৰামায়ণ আৰু ভাগৱতৰ বিষয়বস্তুৰ আধাৰত ৰচিত। "বোধোদয়" নাটখন "প্ৰবোধচন্দ্ৰোদয়" নামৰ এখন ৰূপকাত্মক সংস্কৃত-নাটকৰ আধাৰত ৰচিত। খৃষ্টীয় একাদশ শতিকাৰ নাট্যকাৰ কৃষ্ণ মিশ্ৰই এই ৰূপকাত্ম নাটক ৰচনা কৰে। "প্ৰবোধ চন্দ্ৰোদয়ৰ" অসমীয়া-ৰূপান্তৰ কৰিছিল ৰামানন্দ নামৰ এজন কবিয়ে। এই অসমীয়া নাটখনৰ আধাৰত সম্ভৱতঃ ৰামানন্দৰ পুত্ৰই "মহামোহ" নামৰ এখন অসমীয়া কাব্য ৰচনা কৰে ১৮ শ শতিকাৰ শেষৰ ফালে। বিবেকৰ হাতত অসৎ প্ৰবৃত্তিৰ নায়ক মহামোহৰ পৰাজয়েই এই কাব্যৰ বিষয়। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পুথি-সংৰক্ষণ বিভাগ, অসমৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগ, কামৰূপ-অনুসন্ধান সমিতি, অসম ৰাজ্যিক সংগ্ৰহালয় আদিত কিছুমান নাটৰ পাণ্ডুলিপি সংৰক্ষিত হৈ আছে। এইবোৰৰ কিছুমান পোৱা যায় খণ্ডিত ৰূপত, আৰু কিছুমানৰ ৰূপ পঠনৰ অযোগ্য। অতুলচন্দ্ৰ হাজৰিকাৰ "মঞ্চলেখা", ড° মহেশ্বৰ নেওগৰ "অসমীয়া সাহিত্যৰ ৰূপ ৰেখা", ড° সত্যেন্দ্ৰ নাথ শৰ্মাৰ" অসমীয়া সাহিত্যৰ সমীক্ষাত্মক ইতিবৃত্ত" আৰু ড° হৰিচন্দ্ৰ ভট্টাচাৰ্য্যৰ "অসমীয়া নাট্য সাহিত্যৰ জিলিঙনি"ত সাধাৰণ পৰিচয়ৰ সৈতে এই নাটবোৰৰ উল্লেখ পোৱা যায়। এইবোৰৰ ভিতৰত জয়নাথ দেৱৰ "সীতাহৰণ" আৰু "বলি ছলন", লক্ষ্মীনাথ দেৱৰ "কুলাচল বধ", ৰামানন্দ দেৱ গোস্বামীৰ "সুভদ্ৰা হৰণ", পৰমানন্দ দেৱ গোস্বামীৰ "ৰাৱণ-বধ" আৰু "তৰণীসেন-

*নাট*

---

৩৭. অঙ্কমালা দ্ৰষ্টব্য

বধ", মহেশ্বৰ দেৱ গোস্বামীৰ "অমৃত-মন্থন", ভৱকান্ত মহন্তৰ "সম্বৰাসুৰ-বধ" কৈবল্যানন্দনৰ "অমৃত-মন্থন", "পুতনা বধ", "মৃত্তিকা ভক্ষণ" আৰু "বেনুকাসুৰ বধ", পূৰ্ণকান্তৰ "সিন্ধুযাত্ৰা" আৰু "হৰিচন্দ্ৰ উপাখ্যান", নীলাৰামৰ "ব্ৰহ্মামোহন", হৰিদাসৰ "তাল ভোজন", গোপীকান্তৰ "কৰ্ণ-বধ", লক্ষ্মীকান্তৰ "নৰসিংহ যাত্ৰা" আৰু "দুৰ্বাসা ভোজন", জগজীৱনৰ "অজামিল", কৃষ্ণদাসৰ "বভ্ৰুবাহনৰ যুদ্ধ" আদিবোৰৰ নাম দৃষ্টান্তৰূপে উল্লেখ কৰা হ'ল।

প্ৰসঙ্গক্ৰমে উল্লেখনীয় কথা এই যে, পৰৱৰ্ত্তি -অঙ্ককাৰসক ল শঙ্কৰ-মাধৱৰ নিচিনা যথোচিত পাণ্ডিত্য আৰু প্ৰতিভাৰ গৰাকী নাছিল বুলি ধাৰণা হয। তাৰ উপৰিও অঙ্কৰচনা

*নিম্নগামিতাৰ কাৰণ*

সত্ৰসমূহত ক্ৰমশঃ এক প্ৰকাৰ গতানুগতিকতাত পৰিণত হয— সত্ৰাধিকাৰ হলে যেন অন্ততঃ তেওঁ এখন নাট ৰচনা কৰিবই লাগে। ফলস্বৰূপে, গুণগত আৰু ৰূপগত উভয় দিশৰ পৰা নাটৰ মানদণ্ড অধোগামী হয— বিষয়বস্তু- গ্ৰহণত কলাত্মক কৌশলৰ অভাৱ, ব্ৰজাৱলী ভাষা-প্ৰযোগৰ ক্ষেত্ৰত অসাৰ্থক-চেষ্টা, গীত-ভটিমাৰ প্ৰয়োগ থাকিলেও তাত গাম্ভীৰ্য্য আৰু মাধুৰ্য্য নথকা কথাবোৰ এই অধোগমনৰ কাৰণৰূপে প্ৰতীযমান হয়।

পৰৱৰ্ত্তি নাট্য-সাহিত্যৰ প্ৰসঙ্গত আৰু এক শ্ৰেণী নাটৰ কথা উল্লেখনীয়। আহোম-ৰাজত্বৰ শেষৰ ফালে, কিজানি আহোম-ৰজাসকলৰে মনস্তুষ্টিৰ কাৰণে কিছুমান পণ্ডিতে এক শ্ৰেণীৰ নাট ৰচনা কৰিছিল, যিবিলাকৰ বেছিভাগ কথাই প্ৰকাশিত হৈছিল সংস্কৃত-ভাষাত। এই ফালৰ পৰা এইবোৰক সাধাৰণভাৱে সংস্কৃত নাটো বুলিব পাৰি। এই নাটবোৰৰ প্ৰধান কথাখিনি, অৰ্থাৎ নাটকীয় চৰিত্ৰ আৰু সূত্ৰধাৰৰ উক্তিবোৰৰ ভাষা সংস্কৃত। কিণ্ত

*সংস্কৃত অসমীয়াত ৰচিত নাট*

আন হাতেদি পূৰ্বাগত নাটৰ নিচিনা ইয়াত যিবোৰ গীত আছে, সেইবোৰৰ ভাষা অসমীয়া। এই অৰ্থত এইবোৰ উক্ত দুই ভাষাতে ৰচিত বুলি কব পৰা যায়। কবিচন্দ্ৰ দ্বিজৰ "কাম কুমাৰ হৰণ", কবি সূৰ্য্যৰ "বিঘ্নেশ জন্মোদয়", দীন দ্বিজৰ "শঙ্খচূড় বধ", ধৰ্মদেৱ ভট্টৰ "ধৰ্মোদয়" আদি নাট এই শ্ৰেণীৰ অন্তৰ্গত। এই নাটবোৰ আহোম ৰজাৰ আদেশ আৰু অনুপ্ৰেৰণাত যে ৰচিত হৈছিল, কোনো কোনো নাটৰ আভ্যন্তৰিক প্ৰমাণেও সেই কথা সূচায়। জনা যায়— শিৱসিংহ আৰু প্ৰমথেশ্বৰীৰ আদেশত ৰচিত হৈছে "কাম কুমাৰ হৰণ", কমলেশ্বৰ সিংহৰ আদেশত "বিঘ্নেশ জন্মোদয়" আৰু কলীয়াভোমোৰাৰ অনুপ্ৰেৰণাত "শঙ্খচূড় বধ"। উষা-অনিৰুদ্ধৰ আখ্যানৰ চিত্ৰণ "কাম-কুমাৰ হৰণ"ত, বিঘ্নেশ গণেশৰ জন্মৰ আখ্যান "বিঘ্নেশ জন্মোদয়"ত আৰু শঙ্খচূড়-তুলসীৰ আখ্যান ৰূপায়িত হৈছে "শঙ্খচূড়-বধ"ত।

আলোচ্যমান যুগৰ অন্তৰ্গত আৰু কেইখনমান ছন্দত চৰিত পুথিৰ কথাও উল্লেখ কৰা হ'ল। পুৰুষোত্তম ঠাকুৰৰ "ন-ঘোষা" এই প্ৰসঙ্গত বিশেষভাৱে উল্লেখযোগ্য।

শঙ্কৰদেৱৰ নাতি পুৰুষোত্তম ঠাকুৰে জনিয়া সত্ৰত "ন-ঘোষা" ৰচনা কৰে। ই এক প্ৰকাৰ মাধৱদেৱৰ "নাম-ঘোষা"ৰ পৰ্য্যায়ৰ। মাধৱদেৱৰ তিৰোভাৱৰ পাছত মহাপুৰুষীয়া-ধৰ্মৰ আচৰণীয় কৰ্ম সম্বন্ধে যি মতভেদৰ উদ্ভৱ হৈছিল, তাৰ সুন্দৰ চিত্ৰ ইয়াত বৰ্ণিত হৈছে। বৈদিক-আচৰণীয় কৰ্ম যে, শঙ্কৰী-ধৰ্মৰ বিৰুদ্ধ নহয়, পুৰুষোত্তমে এই কথা ইযাত দঢ়াই দঢ়াই কৈছে। "ন-ঘোষা" বহুবছৰ আগতে ছপা হৈ ওলাইছিল। শঙ্কৰী-ধৰ্মৰ পৰৱৰ্ত্তী চিত্ৰপট নিৰ্ণয়ৰ কাৰণে এই পুথিৰ মূল্য বহুত বেছি।

*ন-ঘোষা*

উৰিষ্যাৰ ৰজা পুৰুষোত্তম গজপতিৰ "দীপিকাচন্দ্ৰ"ৰ অসমীয়া অনুবাদো এই যুগৰ অন্যতম উল্লেখনীয় কৃতি। ইয়াত লিখকৰ নাম পোৱা নাযায়। সৃষ্টিতত্ত্ব আৰু কালপ্ৰভাৱ সম্বন্ধে কিছুমান কথা ইয়াত বৰ্ণিত হৈছে। ইয়াৰ উপৰিও নৰোত্তম ঠাকুৰৰ "ভক্তি-প্ৰেমাৱলী", শ্ৰীৰামদেৱৰ "ভক্তি-চন্দ্ৰমালা", দীনলক্ষ্মীনাথৰ "সাত্বত তন্ত্ৰ", কোনোবা অজ্ঞাত লিখকৰ "অমূল্য- ৰত্ন", দক্ষিণপাট-সত্ৰত থকা "ক্ৰিয়া-যোগ-সাৰ" আদি পুথিৰ নাম উল্লেখনীয়। গুৰু-মাহাত্ম্য, ভক্তিৰ শ্ৰেণীবিভাগ আদি ভক্তিসম্বন্ধীয় তাত্ত্বিক-কথা "ভক্তি-প্ৰেমাৱলী"ত প্ৰকাশিত। "ভক্তি চন্দ্ৰমালা"ও তত্ত্বমূলক। ইয়াত গীতা আৰু ভাগৱতাদি বৈষ্ণৱ পুৰাণসমৰ্থিত প্ৰমাণৰ আধাৰত ভক্তিৰ স্বৰূপ নিৰ্ণয় কৰিবলৈ যত্ন কৰা হৈছে। নগাওঁৰ জখলাবন্ধা-সত্ৰৰ অধিকাৰ ৰঘুদেৱ গোস্বামীকৃত "হিতোপদেশৰ"ৰ পদানুবাদো উল্লেখনীয়। এই পুথি অষ্টাদশ শতিকাৰ শেষাংশত ৰচিত।

*আন আন ধৰ্মীয় পুথি*

পূৰ্বৰ পৰা গীত ৰচনাৰ যি পৰম্পৰা, তাৰ সুঁতি আহোম-ৰাজত্বৰ একেবাৰে শেষতো নিঃশেষ হোৱা নাছিল। পূৰ্বৰ গীতিকাৰসকলৰ অনুকৰণত পৰৱৰ্ত্তী ভালেমান কবিয়ে গীত ৰচনা কৰি থৈ গৈছে। এই গীতিকাৰসকলে লিখি থৈ যোৱা দুই শ্ৰেণীৰ গীত পোৱা যায়— এক শ্ৰেণী বৈষ্ণৱ- ভাৱাপন্ন, অৰ্থাৎ ভক্তিমূলক, আৰু আন শ্ৰেণী লৌকিক। এই কথা ঠিক- পৰৱৰ্ত্তী এই কবিসকল কাব্যিক-প্ৰতিভা আৰু ধৰ্মীয়-অনুভূতিৰ গাঢ়তাৰ ফালৰ পৰা মহাপুৰুষ শঙ্কৰ-মাধৱৰ সমকক্ষ নহয়। গতিকে, তেওঁলোকে সৃষ্টি কৰা গীতবোৰ ভাষা, কাব্যিক-বৈশিষ্ট্য আৰু ভাৱগম্ভীৰতাৰ ফালৰ পৰাও পূৰ্বসূৰিসকলৰ সৃষ্টিৰ সমকক্ষ অৱশ্যে হোৱা বুলিব নোৱাৰি। পৰৱৰ্ত্তী গীতবোৰে অসমৰ সত্ৰ কিছুমানৰ গীত-ৰচনাৰ পৰম্পৰা দেখুৱাইছে। শ্ৰীৰাম আতা, ৰামানন্দ দ্বিজ, যদুমণিদেৱ, বংশী দাস, মুকুন্দ, স্বৰ্গদেউ চন্দ্ৰসিংহ, স্বৰ্গদেউ শিৱসিংহ আদি ভালেমান কবিয়ে ভক্তিমূলক গীত ৰচনা কৰি গৈছে। ইতিমধ্যে বহু সংখ্যক গীত মুদ্ৰিত ৰূপত প্ৰকাশিত হৈছে। সেই মুদ্ৰিত ৰূপবোৰৰ ভিতৰত ড° বিৰিঞ্চি কুমাৰ বৰুৱা সম্পাদিত "শ্ৰীৰাম আতা আৰু ৰামানন্দৰ গীত", ড° সত্যেন্দ্ৰ নাথ শৰ্মা

*বিবিধ শ্ৰেণীৰ গীত*

সম্পাদিত "ভক্তি গীত পদ সঞ্চয়ন", ড° কেশৱানন্দ গোস্বামী সম্পাদিত "শঙ্কৰোত্তৰ গীত সঙ্কলন", কুমুদ চন্দ্ৰ মহন্ত সম্পাদিত "যদুমনি দেৱৰ গীত-ঘোষা" আদিৰ নাম বিশেষভাবে উল্লেখ কৰা হ'ল। আন কথা এই যে, আলোচ্যমান যুগটোত আৰু কিছুমান গীত ৰচিত হৈছে, যিবিলাকৰ ৰচকৰ নাম পোৱা নাযায। আনহাতেদি আকৌ গুপ্ত নামত-প্ৰচলিত গীতৰ সংখ্যাও কম নহয। এনেকুৱা পৰিস্থিতিত সেইবোৰৰ উদ্ধাৰ, ৰচনাৰ সময-নিৰূপণ আৰু ৰচকৰ নাম-নিৰ্ণয় আদিৰ সমাধান—এইধৰণৰ প্ৰয়োজনীয় কাম কৰিবলৈ এতিয়াও বাকী আছে। বেছিভাগ দেহবিচাৰৰ গীতো এই যুগৰে সৃষ্টি। এই গীতবোৰো আধ্যাত্মিক-ভাৱাপন্ন-ভক্তিভাৱমিশ্ৰিত। দেহৰ ভিতৰত থকা ষট্‌চক্ৰৰ সাধনৰ যোগেদি কুণ্ডলিনীশক্তি জাগ্ৰত কৰি মুক্তিমাৰ্গলৈ উন্নীত হোৱাৰ ক্ৰম এইবিধ গীতত আছে। ইয়াৰ উপৰিও, ৰাতিখোৱা গুপ্তসম্প্ৰদায়ৰ মাজতো কিছুমান আধ্যাত্মিক ভাৱাপন্ন গীত প্ৰচলিত আছে। এই গীতবোৰো এই যুগতেই সৃষ্টি হোৱাটো সম্ভৱ। লৌকিক-শ্ৰেণীৰ গীতৰ ভিতৰত কিছুমান ঐতিহাসিক বা আখ্যানমূলক গীত উল্লেখনীয়। সেই গীতবোৰৰ ভিতৰত "বদন বৰফুকনৰ গীত", "পদুম কুঁৱৰীৰ গীত", "জয়মতী কুঁৱৰীৰ গীত", "গৌৰীনাথ সিংহৰ গীত" আদি বিশেষভাবে উল্লেখনীয়।

আলোচ্যমান কালডোখৰত গদ্যতো কিছু সংখ্যক ধৰ্মমূলক পুথি ৰচিত হৈছে। এই শ্ৰেণীৰ গ্ৰন্থৰ ভিতৰত "পদ্মপুৰাণ" বিশেষভাবে উল্লেখনীয় গ্ৰন্থ পদ্মপুৰাণৰ (স্বৰ্গখণ্ডৰ একাংশৰ) এই গদ্যানুবাদখণ্ডৰ অনুবাদকৰ নাম পোৱা নাযায়। পণ্ডিত হেমচন্দ্ৰ গোস্বামীয়ে এই পুথিখন বৰ এলেঙি সত্ৰৰ পৰা সংগ্ৰহ কৰিছে। ৰুদ্ৰাক্ষমালা পৰিধান, বিষ্ণুক তুলসীদান, গো-পূজা, ব্ৰহ্মপুত্ৰ স্নান আদিৰ ফল ইয়াত ঘোষণা কৰা হৈছে। একাদশী, জন্মাষ্টমী আদিত ব্ৰতপালন প্ৰাতঃস্নান, কাতিমাহত সন্ধ্যাসময়ত দীপপ্ৰজ্জ্বলনৰ মাহাত্ম্য আদিও এই পুথিত বৰ্ণিত হৈছে।[৩৮] "কথা-ঘোষা" এই শ্ৰেণীৰ অন্যতম উল্লেখযোগ্য পুথি। ই মহাপুৰুষ মাধৱদেৱৰ "নামঘোষা"ৰ গদ্যৰূপ। এই পুথিখনৰো লেখকৰ নাম পোৱা নাযায়। ইয়াৰ কোনো প্ৰতিলিপিত মহেশ্বৰ নেওগে[৩৯] পৰশুৰামৰ নাম থকা বুলি কৈছে। ইয়াৰ ৰচনা ৰীতিত "নাম-ঘোষা"ৰ পদ প্ৰয়োজন সাপেক্ষে উদ্ধৃত কৰি তত্ত্বাৰ্থ মুকলি কৰিবলৈ যত্ন কৰিছে। কোনো এজন অজ্ঞাত-লেখকৰ "সাত্বত-তন্ত্ৰৰ কথা-ভাঙনি"ও এই যুগৰ অন্যতম গদ্যৰূপ। এই পুথিখনৰ আন নাম "নাৰদ-পঞ্চৰাত্ৰ"। কৃষ্ণানন্দ দ্বিজ নামৰ এজন কবিয়ে ৰচনা কৰা "পূৰ্ণ ভাগৱত" এখন পদপুথি হলেও এই প্ৰসঙ্গত ই উল্লেখনীয়, কাৰণ মাজে মাজে ইয়াত গদ্যৰ প্ৰয়োগো আছে।

*গদ্য-ৰচনা*

---

৩৮. D.C A.M

৩৯. অ. সা. ৰূ. ৰে

## (৩) বৈষয়িক সাহিত্য

সুদীৰ্ঘ বৈষ্ণৱ-যুগৰ পাছৰ ফালে সাহিত্যই বিষয় বিস্তৃতি লাভ কৰে এই কথা অৱশ্যে কৈ অহা হৈছে। গদ্যৰ উদ্ভৱ আৰু ক্ৰমবিকাশ এই বিস্তৃতিৰ অন্যতম প্ৰধান কাৰণ। ষোড়শ-শতিকাৰ শেষ-দশকত ভট্টদেৱৰ হাতত সৃষ্ট-গদ্যই সাহিত্য-জগতত সুস্পষ্ট-ৰেখাঙ্কন কৰাৰ পাছৰ পৰা ক্ৰমশঃ বিবিধ বিষয়ক লৈ বিবিধ-গদ্যৰ সৃষ্টি হবলৈ ধৰে।

*সাহিত্যৰ বিষয় বিস্তৃতিৰ কাৰণ*

এই গদ্যৰ বিষয়বস্তু প্ৰধানভাবে বৈষয়িক। বৈষয়িক-কথাৰ অৱলম্বনত ৰচিত গদ্য-সাহিত্যৰ ভিতৰত বুৰঞ্জী গদ্য প্ৰধান আৰু সৰ্বশ্ৰেষ্ঠ। ইয়াৰ উপৰিও ৰজাঘৰৰ পৰা মাটি-বৃত্তি দান কৰা ৰজাঘৰীয়া বিচাৰ, আইন-কানুন, চিঠি-পত্ৰৰ আদান-প্ৰদান আদি বৈষয়িক-কথাবোৰৰ অৱলম্বনতো কেইবা শ্ৰেণীৰো গদ্যৰ সৃষ্টি হৈছে। সেইবোৰ তাম্ৰশাসনৰ গদ্য, প্ৰস্তৰ শাসনৰ গদ্য, ৰজাঘৰীয়া কাকত-পত্ৰ আৰু চিঠি-পত্ৰৰ গদ্য, আৰু পেডা-কাকতৰ গদ্যৰূপে সাহিত্যৰ ইতিহাসত প্ৰখ্যাত। এই বিলাক বিষয়ৰ উপৰিও গণিত, জ্যোতিষ, চিকিৎসা আদি বিষযক লৈও এই যুগত কিছুমান পুথি ৰচনা কৰা হয়।

বুৰঞ্জী আলোচ্যমান-যুগৰ সৰ্বশ্ৰেষ্ঠ বৈষয়িক-সাহিত্য। এই বিধ সাহিত্য আহোমসকল দান। আহোমসকলৰ মাজত বুৰঞ্জী লিখাৰ প্ৰথা অতি পুৰণিকলীয়া আছিল বুলি বুজা যায়। ১৩ শ শতিকাৰ তৃতীয় দশকত চুকাফাই দিগ্বিজয় কৰি ক্ৰমশঃ যেতিয়া পশ্চিফাললৈ আগবাঢ়ি আহি উত্তৰ-পুৰ ফালেদি এই ৰাজ্যত সোমায, তেতিয়া তেওঁ কৈছিল— "যি মৰে, যাক পাওঁ, বাটত যি কথা হয' পণ্ডিতে লিখি থব।"[৪০] এই উক্তিয়ে প্ৰমাণ কৰে—

*বুৰঞ্জী, আহোমৰ দান*

ত্ৰয়োদশ শতিকাৰো হয়তো আগৰে পৰা বিশেষকৈ ৰাজনৈতিক কথাবোৰ লিপিবদ্ধ কৰি ৰখাৰ নিযম আহোমসকলৰ মাজত আছিল। প্ৰথমতে তেওঁলোকে নিজৰ আহোম-ভাষাতেই বুৰঞ্জী লিখিছিল। কিছুকাল পাছৰ পৰা, অৰ্থাৎ তেওঁলোকে অসমীয়া ভাষা গ্ৰহণ কৰাৰ সময়ৰ পৰা অসমীয়া-ভাষাত বুৰঞ্জী লিখিবলৈ ধৰে।

"বুৰঞ্জী" শব্দটো আহোম-ভাষাৰেই শব্দ। ইয়াৰ অৰ্থ বাচকৰূপে ভাৰতৰ আন ভাষাত সংস্কৃত "ইতিহাস" শব্দৰহে প্ৰচলন আছে। হেমচন্দ্ৰ বৰুৱাই তেওঁৰ "হেমকোষ"ত বুৰঞ্জী

*বুৰঞ্জীৰ অৰ্থ*

শব্দৰ অৰ্থ কৰিছে এইদৰে— "বু, পুৰণি কথা, ৰঞ্জ বা লঞ্জ, বৰ্ণনা। পুৰণি কথাৰ বৰ্ণনা বা বিবৰণ।" চন্দ্ৰকান্ত অভিধানৰ বৰ্ণনাও প্ৰায় "হেমকোষ"ৰ দৰেই। পণ্ডিত হেমচন্দ্ৰ গোস্বামীয়ে বুৰঞ্জী শব্দৰ অৰ্থ কৰিছে— "আহোম ভাষাত 'বু' মানে মুৰ্খ, 'ৰণ্' মানে শিক্ষা আৰু 'জী' মানে ভৰাল, বুৰঞ্জী মানে মুৰ্খৰ

---

৪০. সা. অ. বু. (১ ম বুৰঞ্জী) : ডঃ সূৰ্য্যকুমাৰ ভূঞা সম্পাদিত

শিক্ষাৰ ভৰাল।"[৪১] যি কি নহওক, আহোমসকলে বহুকাল ব্যাপি অসমত ৰাজত্ব কৰা কাৰণে আৰু আহোমৰ মাজত বুৰঞ্জী লিখাৰ দস্তুৰ আগৰে পৰা থকা কাৰণে আহোম ভাষাৰ পৰা "বুৰঞ্জী" শব্দ আমাৰ ভাষাত সোমায়।

*আহোমৰ বুৰঞ্জীৰ প্ৰীতি*

আহোমসকলৰ বুৰঞ্জী-প্ৰীতি সম্বন্ধে ছাৰ এডোৱাৰ্ড গেইটে লিখিছে— "The Ahoms were a tribe of shans who migrated to Assam early in the thirteenth century They were endowed with the historical faculty in a very high degree and their priests and leading families possessed Buranjis or histories which were periodically brought upto date These were written on oblong strips of bark, and were very carefully preserved and handed down from father to son The more recent of these Buranjis are written in Assamese which was gradually adopted by the Ahoms after their conversion to Hindusim"[৪২]

অসমীয়া-ভাষা-সাহিত্য আৰু সংস্কৃতিৰ বিকাশৰ কাৰণে আহোমসকলে যিবিলাক দান দি গৈছে, তাৰ ভিতৰত বুৰঞ্জীয়েই সৰ্বশ্ৰেষ্ঠ। তেওঁলোকে নিজ ভাষাত আগৰে পৰা বুৰঞ্জী লিখিছিল যদিও খৃষ্টীয়-ষোড়শ-শতিকাৰ শেষভাগ বা সপ্তদশ-শতিকাৰ আৰম্ভণিৰ পৰা অসমীয়া ভাষাতেই বুৰঞ্জী লিখিবলৈ লৈছিল। অষ্টাদশ-শতিকাত বুৰঞ্জী-সাহিত্যই বিস্তৃতি লাভ কৰে। আহোম যুগত কিমান বুৰঞ্জী ৰচনা কৰা হৈছিল, তাৰ নিশ্চিত তালিকা প্ৰস্তুত কৰা কঠিন। কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাই বুৰঞ্জীদাহন[৪৩] কৰাৰ উপৰিও মোৱামৰীয়া-

---

৪১ পু অ. বু. পাতনি

৪২ Intro. H A

৪৩. মাদুৰিয়াল বৰগোহাঞি ডাঙৰীয়াই "চকৰীফেটী" নামেৰে এখন বুৰঞ্জী উলিযাই তাত বকতিয়ালৰ ঘৰ "জল মৰটা" বুলি প্ৰচাৰ কৰে। তদুপৰি, এদিন কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাই কাঁড়ীৰ কাকত পৰীক্ষা কৰোতে এটা কাঁড়ী লেখত নাপাই বিচাৰ আৰম্ভ কৰিলে, কিয়নো কাঁড়ী গোপন গুৰুতৰ অপৰাধ। পিচে এনেতে এজন বৰাই মৰণত শৰণ দি এই বুলি আঠু ললে, "দেউতা ঈশ্বৰে ছা লেখিছে, গা লেখিলেই হেৰোৱা কাঁড়ী ওলাব।" বুদ্ধিমান বৰবৰুৱাই বুজি উঠিল যে, তেওঁ নিজেই সেই কাঁড়ী। তেওঁ কাঁড়ী কাকতৰ পৰা নাম নকটোৱাকৈ,, আৰু চমুৱা নোহোৱাকৈয়ে কাঁড়ীৰ পৰা জপিয়াই বিষয়ালৈ উঠিছিল। এইবোৰ কথাত অপমান পাই আগলৈকে তাৰ জইন মাৰিবৰ অৰ্থে, কীৰ্ত্তচন্দ্ৰ বৰবৰুৱাই ৰাজ আজ্ঞাৰে সৈতে, যাৰ ঘৰত যি বুৰঞ্জী আছিল, আটাইবোৰ অনাই গোটাই লৈ ভালেমান লাগতিয়াল বুৰঞ্জী পুথি পুৰি ছাই কৰিলে। (অ. বু. , পদ্মনাথ গোহাঞি বৰুৱা)

The Numali Bargohain wrote a Buranji, in which he made urtain aspersions regarding the purity of his (Kirttichandra's) descent- The

বিদ্ৰোহ, মানৰ অত্যাচাৰ আৰু আন প্ৰাকৃতিক-দুৰ্যোগৰ ফলত বহুত হাতেলিখা পুথি নষ্ট হৈছে। অৱশিষ্ট পুথিৰো কিছুমান এতিয়াও উদ্ধাৰ হ্‌বলৈ বাকী আছে। "কামৰূপ-অনুসন্ধান-সমিতি" আৰু "বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগ"ৰ সৌজন্যত এতিয়ালৈকে অৱশ্যে প্ৰায় ডেৰশমান বুৰঞ্জী উদ্ধাৰ হৈছে। সেই সকলোবোৰো এতিয়াও প্ৰকাশ হৈ ওলোৱা নাই। পুৰণি অসম বুৰঞ্জী (পণ্ডিত হেমচন্দ্ৰ গোস্বামী সম্পাদিত), পাৎশাহ বুৰঞ্জী, অসম বুৰঞ্জী (হৰকান্ত বৰুৱা প্ৰণীত), দেওধাই অসম বুৰঞ্জী, ত্ৰিপুৰা বুৰঞ্জী, অসম বুৰঞ্জী (সুকুমাৰ মহন্তৰ ঘৰত পোৱা), কছাৰী বুৰঞ্জী, জয়ন্তীয়া বুৰঞ্জী, তুংখুঙীয়া বুৰঞ্জী, বাহগৰীয়া বুঢ়া গোহাঞিৰ বুৰঞ্জী, সাতসৰী অসম বুৰঞ্জী, সদৰামীনৰ বুৰঞ্জী আদি কিছুমানহে এই পৰ্য্যন্ত মুদ্ৰিত ৰূপত প্ৰচাৰ হৈছে। উক্ত বুৰঞ্জী কেইখনৰ ভিতৰত পাৎশাহ বুৰঞ্জীখনৰ বিশেষত্ব এই যে, অসমৰ বাহিৰৰ ৰাজনৈতিক কথাক লৈ এই বুৰঞ্জী ৰচিত। টাইমুৰৰ আক্ৰমণ, ছেৰচাহ-হুমায়ুনৰ যুদ্ধ, ছাহজাহানৰ পুত্ৰৰ মাজত বিৰোধ, আউৰংজেবৰ ৰাজ্যলাভ আদি বিশেষভাৱে ইয়াত বৰ্ণিত। ত্ৰিপুৰা বুৰঞ্জী, কছাৰী বুৰঞ্জী আৰু জয়ন্তীয়া বুৰঞ্জীত সেই সেই ৰাজ্যৰ ৰজাসকলৰ বিবৰণ প্ৰধানভাৱে পোৱা যায় যদিও এইবোৰত আহোম ৰজাৰ লগত তেওঁলোকৰ সম্বন্ধও পোৱা যায়। বাকীকেইখন বুৰঞ্জীত বিশেষভাৱে দাঁতিকাষৰীয়া ৰজাসকলৰ লগত থকা ৰাজনৈতিক সম্বন্ধৰ সৈতে আহোম ৰজাসকলৰ বিবৰণ পোৱা যায। বিশেষ কথা— গোটেই কেইখন বুৰঞ্জীৰ সামগ্ৰিক তথ্যই ছশ বছৰীয়া আহোম ৰাজত্বৰ সকলো তথ্য দাঙি ধৰিছে।

গদ্যভাষাৰ উপৰিও পদ্যতো বুৰঞ্জী লিখা হৈছিল। এতিয়ালৈ প্ৰাপ্ত আৰু প্ৰকাশিত দুখন পদ্য-বুৰঞ্জী উল্লেখনীয়—এখন দুতিৰাম হাজৰিকা-বিৰচিত "কলি ভাৰত বুৰঞ্জী" আৰু আনখন বিশ্বেশ্বৰ বৈদ্যাধিপ-বিৰচিত "বেলি মাৰব্ৰ বুৰঞ্জী"। প্ৰথমখন গদাপাণিৰ নিঃসহায় অৱস্থা আৰু ল'ৰা ৰজাৰ ৰাজত্ব-কালৰ বিবৰণত আৰম্ভ হৈ পুৰন্দৰ সিংহ আৰু কমলেশ্বৰ সিংহৰ পৰলোকগমন আৰু লগতে মণিৰাম দেৱানৰ ফাঁচী পৰ্য্যন্ত সকলো ঐতিহাসিক কথা বৰ্ণিত হৈছে।

*পদ্য বুৰঞ্জী দুখন*

দ্বিতীয়খনত আকৌ, স্বৰ্গদেউ গৌৰীনাথ সিংহৰ পৰা চন্দ্ৰকান্তসিংহৰ ৰাজত্ব-কাল, তথা মানৰ আক্ৰমণলৈকে ঐতিহাসিক-তথ্যসমূহ লিপিবদ্ধ হৈছে। আহোম-ৰাজত্বৰ শেষাংশৰ ঐতিহাসিক-কথা কিছুমানৰ বিতং বিবৰণ থকা কাৰণে এই দুখন গ্ৰন্থৰ ঐতিহাসিক মূল্য যথেষ্ট। তাৰ উপৰিও ভাষা, ছন্দোবদ্ধ-ৰচনাৰীতি, বিষয়বস্তু-উপস্থাপনৰ মাজত কবিৰ

Barbarua disproved the allegations and, on the plea that the publication of such falsehoods might cause much harm in future, and that if it were allowed, the origin of the King himself might be impugned, obtained the assent of the king to a detailed examination of all the Buranjis in existence at that time. Those which contained anything that was considered objectionable were burnt (H.A., by E. Gait.)

কল্পনা-অনুভূতিৰ আৱেশ আদিৰ ফালৰ পৰা এই দুখন আমাৰ সাহিত্যৰ ইতিহাস বিখ্যাত ঐতিহাসিক কাব্যও। ছন্দত ৰচনা কৰা কাৰণে গ্ৰন্থ দুখনক পদ্য বুৰঞ্জী বোলা হয়। প্ৰথম বুৰঞ্জীখন মণিৰামদেৱানৰ ফাঁচীৰ পাছত, অৰ্থাৎ ঊনবিংশ শতিকাৰ ৬ষ্ঠ দশকত আৰু দ্বিতীয়খন সেই শতিকাৰ ৩য় দশকমানত ৰচিত বুলি গ্ৰন্থৰ অন্তৰ্গত বিষয়বস্তুৰ পৰা কব পৰা যায়। এই পদ্য-বুৰঞ্জী দুখনৰ সম্পাদক ড° সূৰ্য্যকুমাৰ ভূঞাৰ ভাষাত "দুতিৰাম আৰু বিশ্বেশ্বৰ এই দুয়োজন পিতৃ বুঢ়াগোহাঁই পূৰ্ণানন্দ ডাঙৰীয়াৰ দিনৰ মানুহ। তেওঁলোকৰ দুয়োৰে আহোম ৰাজপৰিয়ালৰ লগত সংস্পৰ্শ আছিল। আহোম ৰজাৰ তলত বিশ্বেশ্বৰে বৈদ্যাধিপ বিষয় খাইছিল, আৰু স্বৰ্গদেৱৰ আজ্ঞাৰে তেওঁ বুৰঞ্জী সঙ্কলন কৰিছিল। দুতিৰাম পুৰন্দৰসিংহৰ ৰাজ সোণাৰি আছিল, আৰু ৰজাঘৰলৈ ব্যৱসায়সূত্ৰে হওক বা অসমৰ পুৰাতন কাহিনী আলোচনা কৰিবলৈকে হওক, সদায় অহা-যোৱা কৰিছিল। স্বৰ্গদেৱৰ আজ্ঞানুসাৰে যুৱৰাজ কমলেশ্বৰ সিংহই তেওঁক আহোম বুৰঞ্জীৰ অন্তৰ্গত অতীত ঘটনাবোৰ ভাঙ্গি-পাতি কৈছিল, যুৱৰাজৰ আদেশমালা শিৰত লৈ দুতিৰামে তেওঁৰ বুৰঞ্জী লিখিছিল। এওঁলোকৰ দুযোজনৰে পূৰ্বপুৰুষসকল আহোম ৰজাসকলৰ মুখিয়াল বিষয়া আছিল। দুতিৰাম আৰু বিশ্বেশ্বৰ দুয়োজনা লিখকে তেওঁলোকৰ সঙ্কলিত বুৰঞ্জীৰ ভালেমান ঘটনা, ঘাইকৈ মানৰ আক্ৰমণ নিজ চকুৰে দেখিছিল"।[৪৪]

ঐতিহাসিক তথ্যপ্ৰকাশক-বংশাৱলী কেইখনমানৰ কথাও এই প্ৰসঙ্গত উল্লেখনীয়। দৰঙ্গী-ৰজা সমুদ্ৰনাৰায়ণৰ আদেশত সূৰ্য্যখৰি দৈবজ্ঞ উপাধিধাৰী বলদেৱ নামৰ কবি এজনে দৰং- "ৰাজবংশাৱলী" নামৰ এখন ঐতিহাসিক কাব্য ৰচনা কৰিছে। সমুদ্ৰনাৰাযণ, চিলাৰাযৰ পুত্ৰ ৰঘুদেৱ নাৰাযণৰ অধস্তন বংশধৰ। তেওঁৰ ৰাজত্বৰ সময়ৰ পৰা ধৰি লব পৰা যায়— "দৰং ৰাজবংশাৱলী" অষ্টাদশ-শতিকাৰ শেষ-দশকৰ ৰচনা। এই গ্ৰন্থখন পণ্ডিত হেমচন্দ্ৰ গোস্বামীৰ সম্পাদনাত ১৯১৭ খৃঃত প্ৰথমতে ছপা হৈ ওলাইছিল। ইয়াত কোচৰজা বিশ্বসিংহৰ পূৰ্ব-পুৰুষৰ পৰা আৰম্ভ কৰি নৰনাৰায়ণ, চিলাৰায, ৰঘুদেৱ, পৰীক্ষিত নাৰায়ণৰ কথাবোৰ বহলভাবে বৰ্ণিত হৈছে। তাৰ পাছত প্ৰথম দৰঙ্গী-ৰজা বলিনাৰায়ণৰ বিষয় আৰম্ভ কৰি গ্ৰন্থৰ পৰিসমাপ্তি ঘটাইছে।

*দৰংৰাজ বংশাৱলী*

১৮০০ খৃঃত (১৭২২ শক) দৰঙ্গীৰজা খড়্গনাৰায়ণৰ আদেশত ৰতিকান্ত নামৰ কবিয়ে আন এখন ৰাজবংশাৱলী পদ্যত ৰচনা কৰে। এই খড়্গনাৰায়ণৰ বংশাৱলী নামেৰে জনাজাত। গুৱাহাটীৰ অসম-প্ৰত্নতত্ত্ববিভাগৰ কাৰ্য্যালয়ত ইয়াৰ এটা প্ৰতিলিপি ৰক্ষিত কৰিছে ১৯১৫ খৃঃত। ইয়াত পোৱা যায়- সম্বৰাসুৰৰ ৰাজত্বৰ কথা, বাৰভূঞাৰ ৰাজত্বৰ বিবৰণ আৰু লক্ষ্মীনাৰায়ণ পৰ্য্যন্ত বিশ্বসিংহৰ

*আন আন বংশাৱলী*

৪৪. অ. প. বু., পাতনি

বংশ-পৰিচয়।[৪৫] "কামৰূপৰ বংশাৱলী" নামৰ এখন বংশাৱলী গুৱাহাটীৰ টকোবাৰীৰ কৃষ্ণকান্ত শৰ্মাৰ ঘৰত পোৱা গৈছে। ইয়াত বিশ্বসিংহৰ পূৰ্ববৰ্ত্তী কামৰূপৰ ৰজাবিলাকৰ বিবৰণ আছে। লক্ষ্মীনাৰায়ণৰ পৰৱৰ্ত্তী কথা ইয়াত নাই। পুথিৰ ভিতৰত ৰচনা-কালৰ উল্লেখ নাই, কিন্তু প্ৰাপ্ত পুথিখনৰ পাতৰ পৰা ই একেবাৰে অৰ্ৱাচীন নহয় বুলি বুজা যায়। এই পুথি গদ্যত ৰচিত। "শিৱবংশাৱলী" বা "বিজনী-বংশাৱলী" নামৰ আন এখন বংশাৱলী বিজনীৰ ৰজা বলিতনাৰায়ণৰ আদেশত বিৰূপাক্ষ ন্যায়বাগীশে পদ্যত ৰচনা কৰাৰ কথা জনা যায়।[৪৬]

দৰঙ্গীৰজা জগৎ নাৰায়ণৰ পুত্ৰ গন্ধৰ্ব নাৰায়ণৰ আদেশত "গন্ধৰ্বনাৰায়ণৰ বংশাৱলী" ৰূপে খ্যাত আন এখন পদ্যত ৰচিত বংশাৱলী পোৱা গৈছে। ইয়াৰ ৰচক সূৰ্য্যদেৱ সিদ্ধান্তবাগীশ, তেওঁ মঙ্গলদৈৰ মানুহ। গ্ৰন্থকাৰ আছিল গন্ধৰ্ব নাৰায়ণৰ গুৰু, তেওঁ নিজকে নৰনাৰাযণৰ সভাপণ্ডিত পীতাম্বৰ সিদ্ধান্তবাগীশৰ বংশধৰ বুলি পৰিচয় দিছে। গন্ধৰ্বনাৰাযণ ১৮৪০ খৃঃত জীৱিত আছিল, গতিকে তাৰ আগে আগে এই পুথি ৰচিত। বিশেষ কথা—

*বেহাৰ নগৰে ৰাজা হৰীন্দ্ৰনাৰায়ণ।*
*দূত পাঠি নিয়াই আছে বংশাৱলী খান।।*
*আৰো এক বংশাৱলী পাছতো নিৰ্ম্মিলো।*
*চাহেবক দিবে ৰাজা বিজয়ক দিলো।*

পুথিখনৰ ভিতৰত থকা এই কথাৰ পৰা জনা যায— এই বংশাৱলী ৰচিত হৈছিল দুখন, প্ৰথমখন হস্তান্তৰিত হোৱাৰ পাছত আলোচ্যমানখন ৰচিত হৈছে।[৪৭]

ছাত্ৰ এডোৱাৰ্ড গেইটে তেওঁৰ "A History of Assam"ৰ ভূমিকাত এঘাৰখন অসমীযাত লিখা বুৰঞ্জীৰ তালিকা দিছে আৰু সেইবোৰৰ ঐতিহাসিক সত্যতা সম্বন্ধে লিখিছে— "The historicity of these Buranjis is proved not only by the way in which they support each other, but also by the confirmation which is afforded by the narratives of Mahammadan writers whenever these are available for comparison. Their chronology is further supported by the dates on various records." অসমীয়া বুৰঞ্জী-সাহিত্যৰ বিষয়ে ছাৰ জি এ গ্ৰীয়াৰ্ছনে (Sir G. A. Grierson) অসমীয়া সাহিত্যৰ গৌৰৱ-প্ৰকাশক যি মন্তব্য দি

*অসমীয়া সমাজত বুৰঞ্জীৰ স্থান*

৪৫. কো. ই.

৪৬. কো. ই.

৪৭. কো. ই.

গৈছে, সি বিশেষভাবে প্ৰণিধানযোগ্য। তেওঁ লিখিছে— "The Assamese are justly proud of their national literature. In no department have they been more successful than in a branch of study in which India, as a rule, is curiously deficient "The historical works or Buranjis, as they are styled by the Assamese, are numerous and voluminous A knowledge of the Buranjis was an indispensable qualification to an Assamese gentleman"[৪৮] আমাৰ আনন্দৰাম ঢেকিয়াল ফুকনেও বুৰঞ্জী-সাহিত্যৰ বিষয়ে এইদৰে লিখি গৈছে— "In no department of literature do the Assamese appear to have been more successful than in history Remnants of historical works that treat of times of Bhagadatta, a contemporary of Raja Yudhisthira are still in existence The chain of historical events, however, since the last 600years has been carefully preserved and their anthenticity can be relied upon It would be difficult to name all the historical works, or as they are styled by the Assamese Buranjis They are numerous and voluminous According to the custom of the country, a knowlege of the Buranjis was an indispensable qualification in an Assamese gentleman, and every family of distinction and specially the government and public officers kept the most minute records of historical events prepared by the learned Pandits of the country"[৪৯]

*বুৰঞ্জী-অধ্যয়ন শিক্ষাৰ অঙ্গ*

বুৰঞ্জীৰ মূল্যবোধ অসমীয়াৰ মানত গভীৰ আছিল বুলি বুজা যায়। পুৰণি কালত বুৰঞ্জী-চৰ্চা অসমীয়া মানুহৰ শিক্ষাৰ এটা অঙ্গ আছিল। বিশেষকৈ সম্ভ্ৰান্ত পৰিয়ালবোৰত বুৰঞ্জী পুথিবোৰ যত্ন কৰি ৰক্ষা কৰা দস্তুৰ আছিল। তেতিয়াৰ দিনতো দেশৰ শাসন-পদ্ধতি, সামাজিক-ঘটনাৰ বিবৃতি, ৰজাঘৰীয়া কাৰ্য্য-কলাপ আদিৰ বিষয়ে জ্ঞান লাভ কৰাটো অসমীয়া শিক্ষিত সম্প্ৰদায়ৰ অপৰিহাৰ্য্য কৰ্ত্তব্য আছিল। তেওঁলোকে বুৰঞ্জী ইমান ভাল পাইছিল যে, নিজৰ দেশৰ বুৰঞ্জী লিখা আৰু পঢ়াৰ উপৰিও তেওঁলোকে নিকটবৰ্ত্তী বঙ্গদেশৰ বুৰঞ্জীও লিখিছিল। ড° সূৰ্য্যকুমাৰ ভূঞাই লিখিছে— "A knowlege of history was an indispensable factor in the cultureal equipment of an Assamese gentleman It was a part of the training imparted to the children of princes and nobles. Chapters from the Buranjis were recited in royal marriages. It was even believed that the future could be ascertained by consulting handwritten chrosicles"[৫০] বুৰঞ্জী প্ৰণয়ণকাৰ্য্য অসমীয়াৰ মানত

---

৪৮. L S I V ol. I

৪৯. F R A L

৫০. S L A

আছিল পৱিত্ৰ কথা। শিৱ বা কৃষ্ণ দেৱতাক নমস্কাৰ জনাইহে বুৰঞ্জী ৰচনা আৰম্ভ কৰা হৈছিল। দুই এজন উচ্চ পদস্থ ৰাজবিষয়াই বুৰঞ্জী লিখিলেও সাধাৰণতে বিজ্ঞ পণ্ডিতৰ হতুৱাই বুৰঞ্জী লিখোৱা হৈছিল। লিখকসকলক ৰজাঘৰৰ পৰা প্ৰয়োজনীয় কাকত-পত্ৰ আৰু আহিলা-পাতিৰো যোগান ধৰা হৈছিল।

ড° সূৰ্য্যকুমাৰ ভূঞাই অসমীয়া বুৰঞ্জী সাহিত্যক প্ৰধানকৈ তিনিটা ভাগত ভগাইছেঃ (১) ৰজা ভগদত্তৰ দিনৰ পৰা আহোম ৰাজত্বৰ-আৰম্ভলৈকে কামৰূপত ৰাজত্ব কৰা হিন্দু ৰজাসকলৰ খণ্ড খণ্ড ঘটনাৱলী (Desultory chronicles), (২) ১২২৮ খৃঃৰ পৰা আহোম ৰাজত্বৰ শেষলৈকে, অৰ্থাৎ ১৮২৬ বা ১৮৩৮ খৃঃলৈকে অসমত ৰাজত্ব কৰা আহোম-ৰজাসকলৰ ঘটনাৱলী, আৰু (৩) অসমৰ বাহিৰৰ আন কিছুমান দেশৰ ঘটনাৱলী। এই তিনিবিধৰ উপৰিও ৰাজবংশৰ ইতিহাস, আন বংশাৱলী, সত্ৰ বা আন কোনো ধৰ্মানুষ্ঠানৰ ইতিবৃত্ত আদিবোৰো পোৱা যায়।[৫১] ইয়াৰ ভিতৰত প্ৰথম বিধৰ ঐতিহাসিক তথ্যবোৰ সম্পূৰ্ণৰূপে এতিয়ালৈকে আবিষ্কাৰ হোৱা নাই। দ্বিতীয় বিধ, অৰ্থাৎ আহোম ৰাজত্বকালত লিখা আহোম-ৰজাসকলৰ ৰাজত্বৰ বিবৰণহে অসমীয়াৰ বিশেষ গৌৰৱৰ সামগ্ৰী। এইবিধ সাহিত্যক লৈহে সদৌ ভাৰতবাসীৰ আগত অসমীয়াই ফিটাহি মাৰিব পাৰিছে।

*বুৰঞ্জী সাহিত্যৰ বিভাগ*

বুৰঞ্জী ৰচনাৰ কিছুকাল আগতে ভট্টদেৱে গীতা, ভাগৱত আৰু ৰত্নাৱলী অসমীয়া গদ্যত লিখিছিল। সেই গ্ৰন্থকেইখনৰ বিষয়বস্তু অন্তৰ্মুখী আৰু তত্ত্বমধুৰ। তেনে বিষয়-বস্তু জনসাধাৰণৰ কথিত ভাষাৰ মাধ্যমত প্ৰকাশ কৰাটো সম্ভৱ নহয় কাৰণে ভট্টদেৱে তাত অধিক পৰিমাণে তৎসম-শব্দ ব্যৱহাৰ কৰিছে। বিশেষ কথা এই যে, গীতা-ভাগৱতাদি গ্ৰন্থৰ পৱিত্ৰতা কমিবলৈ নিদিয়াটোও অধিক পৰিমাণে তৎসম-শব্দ প্ৰয়োগৰ অন্যতম কাৰণ। বুৰঞ্জীৰ বিষয়বস্তু কিন্তু ঐহিক-জীৱনৰ বাস্তৱধৰ্মী ঘটনাৱলী। ইয়াত আছে ৰাজনীতিৰ বিবিধ আলোচনা, যুদ্ধ-বিগ্ৰহৰ বৰ্ণনা, জয়-পৰাজয়ৰ বাতৰি, নানাবিধ সন্ধি-অভিসন্ধিৰ কথা ইত্যাদি। বুৰঞ্জীৰ বিষয়বস্তু এইধৰণৰ বৈষয়িক আৰু বাস্তৱধৰ্মী হোৱা কাৰণে লিখকসকলে কথিত ভাষাৰ যোগেদি স্বভাৱতে এইবোৰ কথা লিখি যাব পাৰিছিল। সেয়েহে, ভট্টদেৱ-বিৰচিত-কথাভাগৱত আদি ধৰ্মগ্ৰন্থৰ ভাষাত যি কৃত্ৰিমতা পোৱা যায়, সেই কৃত্ৰিমতা বুৰঞ্জীৰ গদ্য-ভাষাত নাই। ইয়াৰ ভাষা সেই যুগৰ কথিত ভাষাৰ নিদৰ্শন। কথাষাৰ অৱশ্যে এই ধৰণেও কোৱাত অসুবিধা নহয়—আভিজাত্যৰ যি আৱৰণে ভট্টদেৱী-গদ্যক সমৃদ্ধ কৰিছিল, বুৰঞ্জী-গদ্যই তাৰ পৰা বিমুক্তিলাভ কৰি জনজীৱনৰ কাষ চাপিছিল। ড° বিৰিঞ্চিকুমাৰ বৰুৱাৰ ভাষাত— "ভট্টদেৱ নিজে সংস্কৃতজ্ঞ পণ্ডিত আছিল আৰু তেওঁ

*বুৰঞ্জীৰ বিষয়বস্তু আৰু ভাষা*

---

৫১. পু. ক সা

অনুবাদ কৰিছিল মূল সংস্কৃত পুথি, গতিকে অতৰ্কিতে হলেও তেওঁৰ ৰচনাত প্ৰচুৰ তৎসম-শব্দৰ প্ৰয়োগ হৈছে আৰু ৰচনাভঙ্গিয়ে সংস্কৃতীয়া গঢ় লৈছে। কিন্তু সময়ৰ ব্যৱধানৰ কাৰণেই হওক বা বিষয়বস্তুৰ কাৰণেই হওক, পুৰণি বুৰঞ্জীৰ ভাষা এই দুয়ো বিষয়ে স্বাধীন। অসম বুৰঞ্জীৰ লগত শাস্ত্ৰীয়-দাৰ্শনিক তত্ত্বৰ সম্বন্ধ নাই। ইংৰাজপৰিয়ালৰ ঘৰুৱা বৃত্তান্ত, আৰু ৰচনাৱলীৰ লিখক বিদগ্ধ সংস্কৃত-পণ্ডিত নহয় বুলিও অনুমান কৰিব পাৰি। মুঠতে কবলৈ গলে, পুৰণি বুৰঞ্জী বৈষয়িক-ব্যক্তিৰ ঐহিক-বিষয়ৰ উক্তি। গতিকে ইয়াৰ ভাষাই যে সমসাময়িক কথ্য-ভাষাৰ প্ৰতিনিধিত্ব কৰিছে তাৰ অস্বীকাৰ কৰিব নোৱাৰি। এই বুৰঞ্জীৰ-ভাষাৰ অনুকৰণতে অৰুণোদযৰ সহজ সৰল গদ্য গঢ়ি উঠিছিল।" ড° সূৰ্য্যকুমাৰ ভূঞাই অসম-বুৰঞ্জীৰ ভাষাক "Racy Assamese prose"[৫২] বুলিছে।

বিশেষভাবে আহোম-সংস্কৃতিৰ লগত সম্বন্ধ থকা কথাক বুজোৱাৰ কাৰণে ঠায়ে ঠায়ে আহোম-ভাষাৰ শব্দৰ প্ৰয়োগ হোৱাৰ উপৰিও বিভিন্ন স্থানত আৰবী, ফাৰ্চী, হিন্দী আদি ভাষাৰ শব্দৰ ব্যৱহাৰে বুৰঞ্জীৰ ভাষা অধিক সমৃদ্ধ কৰি তুলিছে।

অসম-বুৰঞ্জীসমূহৰ এটা প্ৰধান বিশেষত্ব এই যে, বিষয়-বস্তুৰ ফালৰ পৰাহে ই বুৰঞ্জী, ভাষা আৰু ৰচনাৰীতিৰ ফালৰ পৰা ইয়াৰ বহুলাংশই সাহিত্যৰ শাৰীতো অৱস্থিত। বিষয়বস্তুৰ বৰ্ণনাৰ সূক্ষ্মতা, তাৰ উত্থাপন-কৌশল নানা অলঙ্কাৰপূৰ্ণ ভাষা, আকৰ্ষণীয় ৰচনাৰীতি আদিয়ে অসমীয়া বুৰঞ্জীক সাহিত্যিক-মৰ্য্যদা আৰু সৌন্দৰ্য্য দান কৰিছে। ৰসসৃষ্টিৰ ক্ষেত্ৰতো বুৰঞ্জীলেখকসকল সচেষ্ট আছিল বুলি জনা যায়। ঠায়ে ঠায়ে ঘটনাৰ মাজত যিবোৰ উপকথা সন্নিৱেশিত হৈছে, সেইবোৰে বুৰঞ্জীৰ বস্তুনিষ্ঠ বিবৰণকো ৰসাত্মক কৰি নোতোলাকৈ থকা নাই। অসম বুৰঞ্জীৰ সাহিত্যিক-বৈশিষ্ট্য সম্বন্ধে ড° সূৰ্য্যকুমাৰ ভূঞাৰ মন্তব্য প্ৰণিধানযোগ্য-- 'বুৰঞ্জীৰ কথা শুকান হাড়-ছাল নহয়, তাত ভাৱৰ সমাৱেশ আৰু আৱেগৰ সৌৰভ লক্ষ্য কৰিব পাৰি'। সেইদেখি এই বুৰঞ্জীসমূহক বুৰঞ্জীৰ শাৰীৰ পৰা বিশুদ্ধ-সাহিত্যৰ অঙ্গীভূত কৰা হৈছে। বুৰঞ্জী আৰু সাহিত্যৰ এনে অপূৰ্ব-সঙ্গম বৃটিছৰ পূৰ্ব-যুগৰ কোনো ভাৰতীয়-প্ৰাদেশিক সাহিত্যত দেখিবলৈ পোৱা নাযায় বুলি কলেও সত্যৰ অপালাপ নহব"।[৫৩] আকৌ, ড° সূৰ্য্যকুমাৰ ভূঞাই সুকুমাৰ মহন্তৰ ঘৰত পোৱা অসমবুৰঞ্জীখনক "Literary masterpiece of the first order"[৫৪] বুলিছে। বুৰঞ্জীৰ বিষয় বস্তুনিষ্ঠ হলেও তাৰ লগত সামঞ্জস্য ৰক্ষা কৰি

*বুৰঞ্জীৰ সাহিত্যিক-- সৌন্দৰ্য্য*

৫২. S.L.A

৫৩. ড° ভূঞাই পাৎশাহ-বুৰঞ্জীৰ ওপৰত এই মন্তব্য কৰিলেও আন আন বুৰঞ্জীৰ ক্ষেত্ৰতো খাটে

৫৪. এই উক্তিৰ সাৰ্থকতা আন আন অসম-বুৰঞ্জীৰ ক্ষেত্ৰতো কিছু প্ৰযোজ্য

বৰ্ণনাৰ নানান ঠাইত গহীন তত্ত্বপূৰ্ণ কথাৰো সমাৱেশ হৈছে। ইয়াৰ উপৰিও, ইয়াৰ বৰ্ণনাৰ মাজত নানাবিধ তাৎপৰ্য্যপূৰ্ণ উক্তিৰো অভাৱ নাই। এনেধৰণৰ উক্তিবোৰে বুৰঞ্জীৰ গাম্ভীৰ্য্য বঢ়োৱাৰ উপৰিও তাৰ সাহিত্যিক-সৌন্দৰ্য্যও নবঢ়োৱাকৈ থকা নাই।

বুৰঞ্জীৰ প্ৰকাশৰীতি বা গদ্যৰীতিও সপ্তদশ- অষ্টাদশ শতিকাৰ গদ্যৰ আলোচনা-প্ৰসঙ্গত উল্লেখনীয়। বুৰঞ্জীসমূহ কথ্য-ভাষাত লিখা হৈছিল বুলি ইতিমধ্যে উল্লেখ কৰা হৈছে। ইয়াত আছে সত্য ঘটনাৰ বিবৰণ, লেখকৰ ব্যক্তিগত ৰুচি-অভিৰুচি বা আৱেগ-উচ্ছ্বাসৰ কথা সাধাৰণতে ইয়াত নাথাকে। গতিকে, বুৰঞ্জীৰচনাৰ পদ্ধতিত এফালেদি ব্যক্তিনিৰপেক্ষতা (Objectivity) ফুটি ওলাইছে, আৰু আনফালেদি ই ভাবপ্ৰৱণতা আৰু অলঙ্কাৰৰ মেৰপাকৰ পৰা আন সাহিত্যিক-ৰচনাৰ তুলনাত বহু পৰিমাণে মুক্তি লাভ কৰিছে। বুৰঞ্জীৰ ৰচনা-ৰীতি সহজ-সৰল আৰু পোনপটীয়া-যিটো কথা কবলৈ বিচাৰিছে, সেই চিত্ৰহে যেন শব্দাৱলীয়ে দাঙি ধৰিছে।দ্ব্যৰ্থক শব্দৰ প্ৰয়োগ ইয়াৰ ৰচনাত প্ৰায়েই পোৱা নাযায়। পণ্ডিত হেমচন্দ্ৰ গোস্বামীয়ে লিখিছে— "ইয়াৰ লিখাত ক'তো বাহুল্য কথা নাই, ক'তো অতিৰঞ্জনৰ চেষ্টা নাই। ভাষা যেনে সৰল, তেনে আঁত নলগা। কোনো সঁচা কথাকে গোপন কৰিবৰ চেষ্টা নাই। ৰজাঘৰৰ আনেক চেঁকা লগা কথাও এই বুৰঞ্জীত খোলাখুলি ভাবে লিখা আছে"।[৫৫]

*বুৰঞ্জীৰ গদ্যৰীতি*

চুটি চুটি বাক্যৰ যোগেদি গঠিত সৰল-গদ্যৰীতি, কথা-বতৰাৰ মাজেদি প্ৰকাশ লভা অংশবিশেষৰ মাজত কথোপকথনমূলক ৰীতি, বিশেষকৈ "পাঁচে" আৰু "বোলে"ৰে আৰম্ভ হোৱা বাক্যবিলাকে দেখুওৱা প্ৰত্যক্ষ-উক্তিযুক্ত-ৰীতি, সমাপিকা-ক্ৰিয়াৰ সঘন প্ৰযোগ থকা সত্বেও বহু ঠাইত অসমাপিকা ক্ৰিয়াৰে সমাপ্ত হোৱা বাক্যবোৰ অৰ্থপ্ৰকাশত গৰিষ্ঠ হোৱাৰ উপৰিও সেইবোৰে আকৰ্ষণীয় ৰীতি সৃষ্টি কৰা বুৰঞ্জী-গদ্যৰ এই বৈশিষ্ট্যবোৰ লক্ষণীয়। জনসাধাৰণৰ কথ্য-ভাষাত বুৰঞ্জীসমূহ লিখা হলেও ইয়াৰ মাজত যে সংস্কৃত শব্দৰ প্ৰয়োগ হোৱা নাই, এই কথা নহয়। স্থানভেদে, অৱশ্যে দুই-এঠাইত কথ্যবস্তু প্ৰকাশৰ প্ৰয়োজন অনুসৰি সংস্কৃত-শব্দৰ যোগ্যপ্ৰয়োগেও গদ্যৰীতি সংস্কৃতীয়া কৰি তোলা দেখা যায। এটা মাত্ৰ ইযাৰ উদাহৰণ দাঙি ধৰা হ'ল ঃ

"তেওঁৰ পুত্ৰ মহাতেজস্বী, ৰাজনীতি ভেদকো জানোতা প্ৰচণ্ড-চৰিত্ৰ, উদ্যমশীল, স্তম্ভন-বশীকৰণ এই সকলকো জানে, ভবিষ্যত কাৰ্য্যকো জানে, পিঠি, কোখে, গল, উপস্থত ৰাজচিহ্ন আছে। দুই হস্তত যৱ-অঙ্কুশ, অনামিকা কনিষ্ঠ অঙ্গুলি সমান, হস্ত-পদ-চক্ষু ৰক্ত, এনে পিতৃ স্বৰ্গী হলত ১৩১১শকত ৰাজা হ'ল।" (শ্ৰীশ্ৰীস্বৰ্গনাৰায়ণদেৱৰ কথা)

---

৫৫. পু. অ বু, পতিনি (উল্লিখিত মন্তব্যটো এই বুৰঞ্জীখনৰ ওপৰত প্ৰধান ভাবে প্ৰযোজ্য)

সুকুমাৰ মহন্তৰ ঘৰত পোৱা "অসম বুৰঞ্জী"ৰ ভাষা আৰু ৰচনাৰীতি সম্বন্ধে ড° সূৰ্য্যকুমাৰ ভূঞাই কৈছে—"The language of the book is racy Assamese prose, but there is a tendency to use Sanskrit words, and to adopt a sonorous style, with occasional interspersion of the terminal forms used in Assamese poctic diction, total effect of which is a unique dignity and flavour almost archaic, carrying at the same time the impression of homeliness and ease"[৫৬] আন আন অসম-বুৰঞ্জীৰ বেলিকাও এই মন্তব্য বহু পৰিমানে খাটে।

"বিশেষ কথা— গদ্যভাষাত লিখকৰ এটা প্ৰধান লক্ষ্য ভাৰসাম্য ৰক্ষা কৰা। এই ভাৰসাম্য লিখকৰ চিন্তাশক্তি আৰু তাৰ অভিব্যক্তিৰ মাজত, তেওঁৰ ভাৱবৈচিত্ৰ্য আৰু পাঠকগোষ্ঠী, তথা সমাজৰ গ্ৰহণযোগ্যতাৰ লগত, আৰু লিখকৰ চিন্তাৰ অভিব্যক্তি আৰু সমকালীন পৰিৱৰ্ত্তিত ৰুচিৰ লগত। এই লক্ষ্যৰ প্ৰতি, বিশেষকৈ পাঠকৰ গ্ৰহণযোগ্যতা আৰু সমাজৰ পৰিৱৰ্ত্তিত-ৰুচিৰ প্ৰতি ভট্টদেৱৰ সৃষ্টি নিৰপেক্ষ হোৱা কাৰণে সম্ভৱতঃ তেওঁৰ গদ্যৰীতিৰ প্ৰৱাহ সুদূৰপ্ৰসাৰী হৈ নুঠিল। কাল-প্ৰৱাহৰ গতিধাৰাৰ লগত মিলি-জুলি আগবাঢ়িব নোৱাৰা কাৰণে সংস্কৃতগদ্য সাহিত্যৰ সুঁতিও ক্ৰমশঃ দুৰ্বল হয আৰু বহুকাল আগতে জনমানসৰ লগত সম্বন্ধ হেৰাই যায। কিন্তু ইযাৰ বিশেষ ব্যতিক্ৰম দেখা যায় আমাৰ বুৰঞ্জীৰ গদ্যত। বুৰঞ্জী-গদ্যৰ লিখকৰ চিন্তাশক্তি আৰু সমকালীন-সমাজৰ মানসিকতা পৰস্পৰ বিপৰীতমুখী নহয। এই বিগ গদ্যৰ ভাষা আৰু প্ৰকাশৰীতি জনসাধাৰণৰ জীৱনযাত্ৰাৰ লগত খাপ খোৱা। জনসমাজৰ লগত এই ধৰণৰ সম্বন্ধ ৰক্ষা হোৱা কাৰণে ১৭ শ শতিকাৰ আদিভাগত ৰচিত বুৰঞ্জীসমূহৰ ভাষা আৰু প্ৰকাশৰীতিতকৈ ১৮ শ শতিকাৰ শেষ ভাগ বা ১৯ শ শতিকাৰ আদিভাগত ৰচিত বুৰঞ্জীসমূহৰ ভাষা আৰু গদ্যৰীতি আধুনিকতাৰ ফালে অধিক আগবঢ়া। শেষতম বুৰঞ্জীৰ ভাষা আৰু গদ্যৰীতিক প্ৰথম আধুনিক গদ্যৰ অব্যৱহিত পূৰ্বৰূপ বুলি ধৰি লবও পৰা যায়।"[৫৭]

*জনমানসৰ পৰিবৰ্ত্তনৰ লগত বুৰঞ্জী-গদ্যৰ মিল*

তাম্ৰশাসন, প্ৰস্তৰশাসন, ৰজাঘৰীয়া কাকত-পত্ৰ আদিৰ ৰচনাবোৰকো বৈষয়িক সাহিত্যৰূপে গণ্য কৰা হৈছে। প্ৰাচীন-কালৰে পৰা আমাৰ দেশৰ নৃপতিসকলে মঠ-মন্দিৰ, দেৱালয় আৰু ব্ৰাহ্মণক যি মাটি-বৃত্তি দান কৰি আহিছিল, সেই দান-পত্ৰবোৰ লিখা হৈছিল তামৰ ফলি, শিলাখণ্ড আদিৰ ওপৰত। পূৰ্বতে এইবোৰৰ ভাষা আছিল সংস্কৃত। কিন্তু আহোম-ৰজাসকলে অসমীয়াক ৰাজভাষাৰ মৰ্য্যদা দিয়াৰ পাছৰ পৰা

৫৬. অসম বুৰঞ্জী
৫৭. অ. গ. সা. গ. প., পৃ. ৯৬ : ড° হৰিনাথ শৰ্মা দলৈ

পৰবৰ্ত্তি-কালত উক্ত কথাবোৰ অসমীয়া-গদ্যত লিখিবলৈ লয়। তাম্ৰপত্ৰ আৰু প্ৰস্তৰখণ্ডত খোদিত কৰা দানপত্ৰ এতিয়ালৈকে বহুত আৱিষ্কাৰ হৈছে, আৰু সেইবোৰ ছপা হৈও ওলাইছে।[৫৮] প্ৰয়বোৰ শাসনৰ ৰচনাৰ প্ৰথমাংশত পোৱা যায় সংস্কৃতত দাতা নৃপতিৰ নামোল্লেখ, আৰু দ্বিতীয়তে দানৰ পাত্ৰ, দানৰ পৰিমাণ, তাৰ সম্ভোগ বা ব্যৱহাৰৰ প্ৰাণালী সম্বন্ধে বিবৰণ। এই দ্বিতীয়াংশৰ বিবৰণ অসমীয়া ভাষাত লিখা। বিশেষ কথা-এই লিপিবোৰৰ ৰচনা-কালৰ ক্ৰম-গতিলৈ লক্ষ্য কৰিলে ইয়াৰ মাজত অসমীয়া-গদ্যৰীতিৰ ক্ৰমবিকাশ আৰু ক্ৰমোন্নতিৰ উমান পোৱা যায়। ইয়াৰ মাজত বঙালী, হিন্দী আৰবী, পাৰ্চী আদি ভাষাৰ শব্দব্যৱহাৰৰ ক্ৰমবৃদ্ধিও লক্ষণীয়। শাসনবোৰৰ সংস্কৃত-অংশ নানা অলঙ্কাৰপূৰ্ণ, কিন্তু অসমীয়া গদ্যাংশ নিৰাভৰণ— এইবোৰ একপ্ৰকাৰ বৰ্ণনাত্মক— বৈষযিক-গদ্যসাহিত্যৰ নিদৰ্শন।

*তাম্ৰশাসন আদিৰ গদ্য*

অসমীযা-ভাষা গ্ৰহণ কৰাৰ পাছত আহোম-ৰজাসকলে মামলা-মোকৰ্দ্দমাৰ বিচাৰৰ সিদ্ধান্ত আৰু আন আন ৰাজনৈতিক কথাবোৰ অসমীয়া-ভাষাতেই লিপিবদ্ধ কৰি ৰাখিছিল। এই লিপিবোৰো এক প্ৰকাৰ বৈষয়িক-সাহিত্যৰ নিদৰ্শন। দাঁতিকাষৰীয়া ৰজা আৰু ৰাজবিষযাৰ লগত আহোম-ৰজাসকলৰ ৰাজনৈতিক সম্বন্ধ আছিল। সেইকাৰণে তেওঁলোকৰ মাজত বিশেষকৈ ৰাজনীতিক কেন্দ্ৰ কৰি কিছুমান চিঠি-পত্ৰৰ আদান-প্ৰদান হৈছিল। অসমীয়া-ভাষাত লিখা এই চিঠি-পত্ৰবোৰো বৈষয়িক বা ব্যৱহাৰিক-গদ্যৰ নমুনা ৰূপে পৰিগণিত। বিভিন্ন ৰাজ্যৰ ৰজা আৰু ৰাজবিষয়াসকলৰ ভাবৰ বিনিময় থকা কাৰণে চিঠি পত্ৰবোৰৰ ভাষাত নানা ভাষাৰ নানা বিষয়সূচক শব্দৰ প্ৰযোগ দেখা যায়। নিকটবৰ্ত্তী বঙালী ভাষাৰ ৰূপ-তাত্ত্বিক প্ৰভাৱো কিছুমান চিঠিত লক্ষ্য কৰা যায়। ড° বিৰিঞ্চিকুমাৰ বৰুৱাৰ প্ৰাসঙ্গিক-মন্তব্য ইয়াত প্ৰণিধানযোগ্য—"বিদেশী দপ্তৰৰ লগত পত্ৰ বিনিময় হোৱাৰ ফলত অসমীয়া-বঙালী ফাৰ্চী-মিশ্ৰিত এটি পত্ৰৰ ভাষা গঢ়ি উঠিছিল। এই ভাষাক বঙালী-ভাষা আখ্যা দিয়া ভুল। বহু সময়ত ৰাজধানীৰ ভাষাই সুকীয়া সুকীয়া ৰূপ লোৱাৰ উদাহৰণ আছে। ৰাজধানীত বা ৰাজদৰবাৰত শাসন, ব্যৱসায়, শিক্ষা আদিৰ নিমিত্তে নানা দেশৰ নানা ভাষাভাষী লোক গোট খায়। তেওঁলোকৰ মাজত ভাষাৰ আদান-প্ৰদানৰ হেতু এক নতুন ভাষাৰ জন্ম হয়। মোগল-দৰবাৰত হিন্দী আৰু ফাৰ্চীৰ সংমিশ্ৰণত এনেকৈয়ে উৰ্দ্দুভাষাৰ সৃষ্টি হৈছিল। এই একে কাৰণতেই স্বৰ্গদেৱৰ দৰবাৰ-ভাষাতে নহয়, সত্ৰীয়া-ভাষাতো ইছলামী শব্দই শৰণ লৈছিল।"[৫৯]

*চিঠি-পত্ৰৰ গদ্য*

পেড়াকাকতৰ গদ্য বোলা আন এক শ্ৰেণীৰ ৰচনাও এই প্ৰসঙ্গত উল্লেখনীয়। স্বৰ্গদেউ শিৱসিংহৰ ৰাজত্বকালত (১৭১৪-১৭৪৪ খৃঃ) কামৰূপ আৰু বৰুটাত মাটি পিয়ল

৫৮. দ্ৰষ্টব্য ঃ প্ৰা. শা., ড° মহেশ্বৰ নেওগ সম্পাদিত

৫৯. অ. ক. সা

কৰোৱা হয। তেতিয়াৰ পৰা বস্তী মাটিত বাহিৰে সকলো আবাদী আৰু নিষ্কৰ মাটিৰ মাটি-কালিৰ সৈতে বিস্তৃত-বিবৰণ লিখি ৰখাৰ নিয়ম হয। এই বিবৰণ লিখা কাকতবোৰক পেডাকাকত বোলা হয়।[৬০] ড° বিৰিঞ্চিকুমাৰ বৰুৱাৰ মতে "পেডাত ভৰাই থৈছিল বুলিয়েই এই কাকতবোৰক পেডাকাকত বোলা হয়।"[৬১] এই প্ৰসঙ্গত আৰু এক শ্ৰেণীৰ গদ্য-ৰচনাৰ কথা উল্লেখনীয। কামৰূপ-অঞ্চলত মাটি সংক্ৰান্তত মানুহৰ মাজত সময়ে সময়ে কাজিযাৰ সৃষ্টি হৈছিল। গুৱাহাটীৰ বৰফুকনে সেই কাজিয়া সুধিছিল। সোধত যিজন জয় হৈছিল, তেওঁক জয় হোৱা বুলি "জিতপত্ৰ" লিখি দিয়া হৈছিল। মিছা গোচৰীয়াক আৰু লগতে এই প্ৰসঙ্গত শাস্তি দিবলগীয়াজনক যথোচিত শাস্তিও দিয়া হৈছিল।[৬২] এই ধৰণৰ বিচাৰ আৰু ইয়াৰ সিদ্ধান্তৰ লিপিবোৰো এক শ্ৰেণীৰ বৰ্ণনাত্মক গদ্য-সাহিত্যৰেই অন্তৰ্গত।

*পেডা কাকত*

বৈষয়িক-বিষয় বা ব্যৱহাৰিক-জ্ঞানসম্বলিত আৰু কেইখনমান গ্ৰন্থৰ কথা এই আলোচনা-প্ৰসঙ্গত উল্লেখ কৰা হ'ল। সেইবোৰৰ ভিতৰত শ্ৰীহস্ত মুক্তাৱলী, হস্তি বিদ্যাৰ্ণৱ, ঘোৰা-নিদান, কামৰত্ন-তন্ত্ৰ, ভাস্বতী আদিৰ নাম বিশেষভাৱে উল্লেখনীয়। সংস্কৃত-শ্লোকত ৰচিত "শ্ৰীহস্তমুক্তাৱলী"ৰ প্ৰণেতা শুভঙ্কৰ। অসমৰ উপৰিও বঙ্গদেশ আৰু মিথিলায়ো এইজনা কবিক নিজৰ বুলি দাবী কৰে। "সঙ্গীত-দামোদৰ" নামৰ প্ৰসিদ্ধ সঙ্গীত-শাস্ত্ৰ এখনো শুভঙ্কৰ কবিয়ে ৰচনা কৰিছে বুলি জনা যায়। তেওঁ খৃষ্টীয় চতুৰ্দশ শতিকাৰ পূৰ্ববৰ্ত্তী নহয় বুলি যুক্তিসিদ্ধ। কেইবাটাও যুক্তিৰ ওপৰত নিৰ্ভৰ কৰি ড° মহেশ্বৰ নেওগে কৈছে— "সঙ্গীত দামোদৰ আৰু শ্ৰীহস্তমুক্তাৱলী ষোড়শ শতিকাৰ মাজভাগৰ আগতেই ৰচিত হৈছিল।"[৬২] অসমীয়া অনুবাদৰ সৈতে মূল "শ্ৰীহস্ত মুক্তাৱলী"ৰ যি প্ৰতিলিপি মাজুলিৰ আউনীআটি সত্ৰত-পোৱা হৈছে, সেইখন অধিক নিৰ্ভৰযোগ্য আৰু এই পৰ্য্যন্ত পোৱা সকলো প্ৰতিলিপিৰ ভিতৰত অধিক পূৰ্ণতাপ্ৰাপ্ত বুলি পৰিগণিত। পুথিখনৰ শেষত থকা "সুচন্দ ৰাই ওঝাৰ পুস্তক সমাপ্ত"— এই কথাষাৰে বুজায় হয়তো সেই ওঝাই নিজেই পুথিখন অনুবাদ কৰিছে, নাইবা আন কোনোবাৰ হতুৱাই সেই কাম কৰাইছে। পুথিখনৰ অসমীয়া অনুবাদটি খৃষ্টীয় সপ্তদশ শতিকাৰ শেষ বা অষ্টাদশ শতিকাৰ প্ৰথমাৰ্দ্ধৰ ভিতৰৰ সৃষ্টি। আউনীআটি সত্ৰত পূৰ্ণৰূপৰ শ্ৰীহস্তমুক্তাৱলীখন পোৱাৰ পৰা শুভঙ্কৰক অসমৰ বুলি কৰা দাবী অধিক

*শ্ৰীহস্তমুক্তাৱলী*

---

৬০ Surveys were effected in Kamarup and Bakata. The rigister, or Perakagaz based on this survey of Kamarupa, was still extant at the time of the British eonquest. It contained a list of all occupied lands, except homeatead, with their areas and particulars of all rentfree estates (H A. Ch. VII, by E Gait)

৬১. অ. ক. সা. (পুৰণি ভাগ)

৬২. দ্ৰষ্টব্য : প্ৰা. শা. ড° মহেশ্বৰ নেওগ সম্পাদিত

বলবৎ হৈ উঠিছে। আন আন ৰাজ্যই শুভঙ্কৰক তেওঁলোকৰ নিজৰ বুলি কৰা দাবীও অৱশ্যে উলাই কৰিব পৰা বিধৰ নহয়। ড° জয়কান্ত মিশ্ৰই ৬৩ দৃঢ়ভাবে মত পোষণ কৰিছে যে, "শ্ৰীহস্তমুক্তাৱলী" মৈথিলী-সঙ্গীত-শাখাৰ এখন প্ৰসিদ্ধ গ্ৰন্থ, কবি শুভঙ্কৰ মিথিলাৰ লোক। যি কি নহওক, "শ্ৰীহস্তমুক্তাৱলী"ৰ অসমীয়া অনুবাদে পুৰণি কালত অসমত সেই সঙ্গীত-শাস্ত্ৰৰ প্ৰচলন সুন্দৰভাবে প্ৰমাণ কৰিছে? "শ্ৰীহস্তমুক্তাৱলী" নৃত্য আৰু মুদ্ৰাবিষয়ক বিস্তৃত প্ৰমাণিক গ্ৰন্থ। ই হস্ত-কৰ্ম্মৰ গ্ৰন্থ। হস্তৰ অসংযুত, সংযুত আৰু নৃত্ত হস্ত— এই তিনিভাগৰ ভিতৰত গোটেইবোৰ কথা বৰ্ণিত হৈছে। পুথিখনত মুঠতে ৯১৬টা শ্লোক আছে।

স্বৰ্গদেউ শিৱসিংহ (খৃঃ ১৭১৪-১৭৪৪) আৰু ৰাণী অম্বিকা দেৱীৰ কথামতে সুকুমাৰ বৰকাথে "হস্তিবিদ্যাৰ্ণৱ" নামৰ এখন ব্যৱহাৰিক-জ্ঞানৰ বিখ্যাত পুথি ১৭৩৪ খৃঃত ৰচনা কৰে। হাতীৰ নানাবিধ শ্ৰেণী-বিভাগ, হাতীৰ প্ৰকৃতি, ইয়াক বশ কৰাৰ কৌশল-পদ্ধতি, হাতীৰ বেমাৰ, বেমাৰৰ চিকিৎসা-পদ্ধতি আদি কথা গ্ৰন্থখনৰ বিষয়বস্তু। সম্ভুনাথে ৰচনা কৰা সংস্কৃত-"গজেন্দ্ৰ চিন্তামণি" নামৰ পুথিখনৰ আধাৰত "হস্তিবিদ্যাৰ্ণৱ" আধাৰিত। এই পুথিখনৰ অন্তৰ্গত ছবিবোৰ দুজন মোগল শিল্পীয়ে আঁকিছিল— তেওঁলোকৰ নাম দিলবৰ আৰু দোষাই। এই ছবিবোৰ বিশেষধৰণৰ কলানিপুণতাৰ পৰিচায়ক হোৱাৰ উপৰিও ঐতিহাসিক দৃষ্টিকোণৰ পৰাও মূল্যবান।

*হস্তিবিদ্যাৰ্ণৱ, ঘোৰানিদান আদি*

অসমীয়া গদ্যত ৰচিত ব্যৱহাৰিক-জ্ঞানৰ আন এখন উল্লেখনীয় পুথি "ঘোৰা-নিদান"। ইয়াৰ লেখক এতিয়ালৈ অজ্ঞাত। ইয়াৰ ৰচনাৰ সময় সঠিকভাবে জনা নাযায় যদিও ইয়াৰ ভাষাৰ পৰা বুজা যায় ইও আহোম ৰাজত্বৰ শেষৰ ফালে সম্ভৱতঃ ১৮শ শতিকাৰ ভিতৰত ৰচিত। ঘোৰাৰ শ্ৰেণী, প্ৰকৃতি, বেমাৰ, চিকিৎসা আদি সম্বন্ধীয় বৈষয়িক-কথাবোৰ এই পুথিৰ বিষযবস্তু। পুথিখনৰ আৰম্ভণিতে আছে— "অথ ঘোৰাৰ লক্ষণ। টাঙ্গনৰ তিনি জাতি। টাটুকীৰ তিনি জাতি। টাটুকীৰ বুকু বহল, ডিঙ্গি ডাঙ্গৰ। তাজীৰ বুকু চেপ, ডিঙ্গি সৰু। কিয় ভ'ল আচোৰাৰি হলে বিচাৰি পাব।"

"কামৰত্ন-তন্ত্ৰ" সেই একে নামৰে সংস্কৃত-শ্লোকত লিখা এখন গ্ৰন্থৰ অসমীয়া গদ্যানুবাদ। মূল-গ্ৰন্থখনৰ ৰচক গোৰখনাথ, কিন্তু অসমীয়া অনুবাদকজনৰ নাম জনা নাযায়। কোন সময়ত এই অসমীয়া অনুবাদ কৰা হৈছিল, সেই কথাও সঠিকভাবে অবশ্যে জনা হোৱা নাই। শিৱ-পাৰ্বতীৰ মাজত হোৱা কথোপকথনৰ মাজেদি এই পুথিৰ বিষয়বস্তু প্ৰকাশিত হৈছে। বিশেষকৈ এই পুথিখনতস্তম্ভন, বশীকৰণ, মাৰণ, উৎচাটন আদি তান্ত্ৰিক কথাবোৰ আৰু সাধন- প্ৰণালীৰ বিৱৰণ দিয়া হৈছে। পুথিখনৰ আৰম্ভণিতে আছে— "শ্ৰীকৃষ্ণায় নমঃ। অথশিৱ-পাৰ্বতী সম্বাদ। একদিনা পাৰ্বতীয়ে শঙ্কৰক সুধন্ত, প্ৰভু কাম ৰত্ন তন্ত্ৰ

৬৩. H.M.L. Vol. I Ch I

মোত কহা। শঙ্কৰে কহন্ত জানা পাৰ্বতী, বশ, আকৰ্ষণ, বিদ্বেষণ, স্তম্ভন, মাৰণ, শান্তিপুষ্টি আদি কৰি এই কৰ্ম্মসকল যে কালত যে নিয়মে কৰিব তাহাক কহো।" কবিৰাজ চক্ৰৱৰ্ত্তীৰ ৰচনাৰ আলোচনা-প্ৰসঙ্গত ইতিমধ্যে "ভাস্বতী"ৰ উল্লেখ কৰি অহা হৈছে। শতানন্দ ভট্টাচাৰ্য্যই সংস্কৃতত ৰচনা কৰা জ্যোতিষ-শাস্ত্ৰ "ভাস্বতী"ৰ ই অসমীয়া-গদ্যানুবাদ। এই অনুবাদকৃতি অৱশ্যে মূল-গ্ৰন্থতকৈ চুটি।

অষ্টাদশ-শতিকাৰ দ্বিতীয়াৰ্দ্ধত ৰচিত বৈষযিক-বিষয়সম্বলিত আন এখন গ্ৰন্থ "নীতিলতাঙ্কুৰ"। ইয়াৰ ৰচক মধুমিশ্ৰ বিদ্যাবাগীশ। আউনী আটি সত্ৰৰ ষষ্ঠজন অধিকাৰ শ্ৰীশ্ৰীপ্ৰাণহৰি দেৱৰ দিনত সত্ৰত ভাগৱত ব্যাখ্যাকৰ্ত্তা আছিল এইজনা বিদ্যাবাগীশ। ৰাজেশ্বৰ সিংহ, লক্ষ্মীসিংহ আৰু গৌৰীনাথ সিংহৰ ৰাজত্বকালত প্ৰতিষ্ঠা লাভ কৰা বিদ্যাবাগীশে লতাকটা ৰণৰ (১৭৬৭ খৃঃ) পাছত এই গ্ৰন্থখন প্ৰণয়ন কৰে। লতাকটা ৰণৰ সেনাপতি হৰনাথ ভিতৰুৱালফুকনৰ অনুপ্ৰেৰণাত মধুমিশ্ৰই এই পুথি ৰচনা কৰে।

*আন আন পুথি*

"নীতি-লতাঙ্কুৰ"ত বহু সংস্কৃত-গ্ৰন্থৰ শ্লোকৰ সংগ্ৰহ আছে যদিও ইয়াত সংস্কৃত গদ্যাংশও আছে, আৰু লগে লগে ইয়াত অসমীয়া ভাঙনিও আছে। সাম, দান, ভেদ, দণ্ড, যুদ্ধ-বিগ্ৰহৰ বৰ্ণনা, মন্ত্ৰণা আদি ৰাজনীতিৰ বিবিধ কথা ইয়াৰ বিষয়বস্তু। "গ্ৰন্থখনৰ সৰহখিনিত যুদ্ধ-কৌশল, কোঠনিৰ্ম্মাণ শত্ৰুভেদ আদিৰ কথা থকালৈ চাই ৰাজন্যবৰ্গৰ প্ৰয়োজনৰ অৰ্থেই লিখা হৈছিল বুলি বুজিব পাৰি। সেই একেটা কাৰণে অসমীয়া গদ্যানুবাদ এটিও বাগীশে নিজেই সম্ভৱতঃ মূল-সংস্কৃতৰ লগত জোৰা লগাই দিলে। ইয়াত সত্ৰীয়া-গদ্য আৰু বুৰঞ্জী-গদ্যৰ উপৰিও লৌকিক-শাস্ত্ৰৰ অসমীয়া-গদ্যৰ নমুনা পোৱা যায়। গদ্যখিনি বিষয়বস্তুৰ ফালৰ পৰাই সংস্কৃতস্পৰ্শী হোৱা স্বাভাৱিক।"[৬৪] ইয়াৰ নমুনা— "বুদ্ধিমন্ত ৰজাই শত্ৰুক বলৱন্ত দেখে যদি এইৰূপে মন্ত্ৰণা কৰিব। আপোনাৰ দেশৰ হিতকাৰী মানুহকে চাৰিটা বা তিনিটা পঠাব। সিহঁত আত্মবেশ ছন্ন কৰি সেই দেশীয় হৈ শত্ৰুৰ আত্মবিশ্বাসত অন্তৰ্বাসী হৈ বৎসৰ দুই মাহ সেই দেশত থাকি তাৰ পৰা আহি স্বৰাজ্যত শত্ৰুৰ বলাবল চলাচল কব।"[৬৫] বিশেষ কথা— ইতিমধ্যে আমি "অসমীয়া সাহিত্যলৈ কোচ ৰাজসভাৰ অৱদান" শিতানত কৈ আহিছো যে, কোচৰজা নৰনাৰায়ণে পুৰুষোত্তম ভট্টাচাৰ্য্যক ৰত্নমালা ব্যাকৰণ, শ্ৰীধৰক জ্যোতিষ-শাস্ত্ৰ, বকুল কায়স্থক লীলাৱতী ৰচিবলৈ কয়, আৰু পণ্ডিতসকলে এই কথা কাৰ্য্যত পৰিণত কৰে। আনন্দৰাম ঢেকিয়াল ফুকনৰ ভাষাত "বকুল কায়স্থ বোলা এজনে পোনতে গণিতৰ পুথি লিখে, পুথিখন পদ্যত আছিল। তেওঁ লীলাৱতীৰ গণিতৰো কিছু অংশ ভাঙিছিল। ১৮৪৫ চনত ৰেভাৰেণ্ড নাথান ব্ৰাউনে এইখন দুভাগত ভাগ কৰি উলিয়ায়। কামৰূপ-

৬৪. আ. স. বু., পৃ. ৪১৩, তীৰ্থনাথ শৰ্মা

৬৫. আ. সা. স. ই. ৰ পৰা উদ্ধৃত

অনুসন্ধান- সমিতিত থকা বকুল কায়স্থৰ কিতাবত মঞ্জৰী ১৩৫৬ শকত স্বৰ্গনাৰায়ণ দেৱৰ ৰাজত্বত লিখা হয়। "খণ্ড-সাধ্য" অসম কামৰূপৰ নিজস্ব-জ্যোতিষ-গণনাৰ ধাৰা।[৬৬] গতিকে বুজা যায়— জ্যোতিষ, গণিত আদি বৈষয়িক বিষয়ৰ পুথি ষোড়শ-শতিকাৰ পৰাই ৰচিত হৈছে।

## (৪) শাক্ত-সাহিত্য (প্ৰধানভাবে অনুবাদমূলক)

শক্তি-উপাসনা আৰু তান্ত্রিক-সাধনৰ কেন্দ্ৰ কামাখ্যা-ধামক নাভিস্থলত লৈ কামৰূপ ৰাজ্য সুদূৰ অতীতৰে পৰা সাধনত আশু-সিদ্ধিলাভৰ উপযুক্ত স্থানৰূপে পুৰাণ-তন্ত্ৰত ঘোষিত হৈ আহিছে। সাধন আৰু সিদ্ধিলাভৰ ই অদ্বিতীয়-স্থান। ভাৰতৰ বিভিন্ন-স্থানৰ পৰা অনেক সাধক ইয়ালৈ আহিছিল আৰু সাধনা কৰি সিদ্ধিলাভো কৰিছিল। শক্তিৰ বিচিত্ৰ-অভিব্যক্তি, মাহাত্ম্য, নানাবিধ সাধন-প্ৰণালী, দাৰ্শনিক-তত্ত্ব আদিবোৰৰ সৈতে শক্তিবাদ সুন্দৰভাবে প্ৰতিষ্ঠা কৰি তোলাৰ অৰ্থে কালিকা-পুৰাণ, যোগিনী-তন্ত্ৰ আদি কিছুমান গ্ৰন্থ সংস্কৃত-ভাষাত এই ৰাজ্যতে ৰচিত হৈছে। কিন্তু বিশেষভাবে মন কৰিবলগীয়া কথা— কালক্ৰমত এনেহেন ৰাজ্য এখনত জনসাধাৰণৰ ভাষাত, অৰ্থাৎ অসমীয়াত শাক্ত-সাহিত্যৰ সৃষ্টি যথোচিত হৈ উঠা নাই। খৃষ্টীয় পঞ্চদশ-ষোড়শ- শতিকাত মনসা কবি তিনি গৰাকীয়ে এই বিষয়ৰ যি সৃষ্টিমূলক কাব্য ৰচনা কৰি গৈছে, পৰবৰ্ত্তি-কালত তাৰ উপযুক্ত পৰম্পৰা ৰক্ষা হোৱা দেখা নাযায়। শক্তিবাদৰ বাত-বৃষ্টি-বিধৌত এনেহেন উৰ্বৰ-ভূমি (কামৰূপ, অসম) কিয় চকুত পৰা ভাবে উখৰা হ'ল এই কথাত একপ্ৰকাৰ আচৰিত হৈ ড° শশিভূষণ দাশগুপ্তই কৈছে— "যে আসামের প্রায় কেন্দ্রস্থলে কামরূপের এই শক্তিপীঠ কামাখ্যা এবং সমগ্র পূর্বভারতে যে শক্তি-পীঠ কামাখ্যার এত প্রসিদ্ধি,

*শাক্ত -সাহিত্যৰ সৃষ্টি কম হোৱাৰ কাৰণ*

সেই আসামের ধর্মে, সাহিত্যে এবং সংস্কৃতিতে শক্তিবাদের প্রভাব নানাভাবে থাকিবার কথাছিল; কিন্তু আশ্চর্য্যের বিষয়, তাহা তেমন, কিছুই নাই।"[৬৭] দাশগুপ্তই অসমত শক্তিবাদৰ প্ৰভাৱ কমি যোৱাৰ কাৰণ তিনিটা দেখুৱাইছে— প্ৰথমতে, সাধনাৰ গুহ্যতা, দ্বিতীয়তে, কামাখ্যাৰ প্ৰতিঅসমীয়াৰ আকৰ্ষণৰ শিথিলতা, আৰু তৃতীয়তে, শঙ্কৰদেৱৰ বৈষ্ণৱ-ধৰ্মৰ প্ৰচাৰবাহুল্য। এই কেইটা সাৰ্থক কথাৰ উপৰিও আমাৰ নিজৰ "অসমত শক্তি-সাধনা আৰু শাক্ত-সাহিত্য"ত ইয়াৰ আৰু এটা কাৰণ দৰ্শাইছোঁ। সেয়েই হৈছে— কষ্টসাধ্য-গুপ্ত-তান্ত্রিক-সাধনাৰ প্ৰতি কালৰ গতিত ভক্ত-মানসলৈ অহা শিথিলতা। ভক্তি-ধৰ্মৰ আধাৰগ্ৰন্থ ভাগৱত-শাস্ত্ৰত ভগৱদৰ্চ্চনা-বিধি তিনি প্ৰকাৰ বুলি কোৱা হৈছে— বৈদিক,

---

৬৬. অ. সা. ৰূ. ৰে.

৬৭. ভা, শ. শ. সা. (১৩ অধ্যায়)

তান্ত্রিক আৰু মিশ্র। ইয়াৰ যি বিধকেই ভাল পায়, ভক্তই সেই বিধৰ আচৰণৰ যোগেদিযেই ভগৱদৰ্চ্চনা কৰিব পাৰে।[৬৮] ভক্তি-শাস্ত্রসমর্থিত এই ধৰণৰ ব্যৱস্থায়ো উক্ত- শিথিলতাত সহায়তা নকৰাকৈ থকা নাই।[৬৯]

উক্ত কাৰণবোৰত, কামৰূপ, তথা অসমৰ জনগণৰ মানসপটত শক্তিবাদৰ প্রভাৱ অনুজ্জ্বল হৈ উঠিলেও সি নোহোৱা হৈ যোৱা নাছিল। ইয়াৰ প্রভাৱত প্রভাৱিত লোক কমসংখ্যক হলেও আছিল— মনসা কৱিকেইগৰাকীৰ বিখ্যাত সৃষ্টিয়েই ইয়াৰ প্রমাণ। ইয়াৰ উপৰিও, বৈষ্ণৱ আন্দোলনৰ জয়-জোকাৰৰ মাজতো উদ্ভৱ হোৱা কিছুমান আনুৱাদিক-ভাৱানুৱাদিক-কাব্যকৃতি আৰু শক্তিবাদৰ ছিটিকনিত কম-বেছি তেজ-মঙহ লাভ কৰা কোনো কোনো গ্রন্থবিশেষ বা কোনো কোনো গ্রন্থৰ অংশবিশেষেও ইযাৰ সত্যতা প্রমাণ কৰে। বিশেষ কথা এই যে, যি কাৰণতেই নহওক, আনকি মহাপুৰুষ শঙ্কৰদেৱকে আদি কৰি কোনো কোনো বৈষ্ণৱ কবিকো পূৰ্ণৰূপত শক্তিবাদৰ প্রভাৱমুক্ত বা মোহমুক্ত হোৱা বুলি প্রমাণসাপেক্ষে কব পৰা নাযায়।

*শাক্ত-সাহিত্যৰ গতিধাৰা*

শাক্ত-সাহিত্যৰ প্রাচীন ইতিহাসৰ মধ্যযুগীয় ক্ষীণপ্রভাযুক্ত গতিধাৰা আহোম-ৰাজত্বৰ শেষৰ ফালে কিছু পৰিমাণে সবল হৈ উঠে। ১৬৯৫ খৃঃ ত ৰাজপাট আৰোহন কৰা স্বৰ্গদেউ ৰুদ্রসিংহই আনুষ্ঠানিকভাবে শাক্ত-ধৰ্ম গ্রহণ কৰিব নোৱাৰিলেও সেই ধৰ্মত তেওঁৰ গভীৰ অনুৰাগ আছিল। তেওঁৰ পুত্র শিৱসিংহ আদি পৰৱৰ্ত্তী ৰজাসকলৰো শাক্ত-ধৰ্মত আছিল অটল বিশ্বাস। তেওঁলোকে আনুষ্ঠানিকভাবে সেই ধৰ্ম গ্রহণ কৰিছিল আৰু নিজে তাৰ আচৰণীয়-কৰ্ম সম্পাদন কৰাৰ উপৰিও শাক্ত-সাহিত্য ৰচনাৰ ব্যৱস্থাও কৰাইছিল, কোনো কোনো জনে নিজেও শাক্ত-গীত-পদ ৰচনা কৰি শাক্ত-সাহিত্যৰ প্রৱাহ প্রশস্ত কৰি তুলিছিল।

সংস্কৃত-শাক্ত-গ্রন্থৰ অসমীয়া কাব্যিক-ৰূপ দিওতাসকলৰ ভিতৰত, অর্থাৎ অনুৱাদমূলক শাক্ত-সাহিত্য ৰচোতাসকলৰ ভিতৰত পীতাম্বৰ দ্বিজেই সময়ৰ হিচাপত প্রথম। তেওঁ খৃষ্টীয় যোড়শ-শতিকাৰ মধ্যভাগতেই (সম্ভৱতঃ নৰনাৰায়ণৰ ৰাজত্ব কালৰ প্রথমতে) যুৱৰাজ সমৰসিংহৰ পৰামৰ্শমতে মাৰ্কণ্ডেয়-পুৰাণৰ অন্তৰ্গত শ্রীশ্রীচণ্ডীখণ্ডৰ অসমীয়াত কাব্যিক-ৰূপ দি গৈছে।[৭০] পীতাম্বৰ দ্বিজৰ এই কাব্যকৃতিৰ সময় আৰু কিছু

---

৬৮. বৈদিকস্তান্ত্রিকোমিশ্র ইতি মে ত্রিবিধো মখঃ।
এয়াণামীপ্সিতে নৈব বিধিনা মাং সমৰ্চ্চয়েৎ।। (ভাগৱত, ১১/২৭/৭)

৬৯. দ্রষ্টব্য ঃ অ. শ. সা শা, সা (১০ ম অধ্যায়) ঃ ড° হৰিনাথ শৰ্মা দলৈ

৭০. কবিৰ নিজ লেখাৰ (বেদ পঞ্চবাণ আৰু শশাঙ্ক সময়) পৰা এই কথা বুজা যায় যে, পীতাম্বৰে ১৫২৪ শক বা ১৬০২ খৃঃত চণ্ডী ৰচনা কৰে। আন প্রাসঙ্গিক কথাবোৰ

পৰিমাণে আনুৱাদিক বিশেষত্ব সম্বন্ধে ইতিমধ্যে আমি বৈষ্ণৱ-যুগৰ আৰম্ভণিতে "পাঁচালী সাহিত্য"ৰ অন্তৰ্গত পৌৰাণিক বিষয়-সম্বলিত-শ্ৰেণীৰ কবিৰ আলোচনাপ্ৰসঙ্গত দেখুৱাই আহিছোঁ। পীতাম্বৰ দ্বিজ অৱশ্যে পূৰ্ব সূৰি; আলোচ্যমান যুগত মূল সংস্কৃত-শাক্ত-গ্ৰন্থৰ অনুৱাদকৃতিৰ বাট দেখুৱাওতা। তেওঁৰ বিষয়ে কিছু কথা কোৱা হৈছে যদিও অনুৱাদমূলক শাক্ত-সাহিত্যৰ পৰম্পৰা দেখুওৱাৰ খাতিৰত এইখিনি কথা কোৱাৰ ইয়াতো আৱশ্যক হৈছে। শ্ৰীশ্ৰীচণ্ডীৰ, বিশেষকৈ অসুৰ-বধ-আখ্যানৰ বৰ্ণনাসমূহত কবিৰ কাব্যিক-প্ৰতিভা লক্ষণীয়, ইযাত মুকলি অনুৱাদ-ৰীতিয়ে কবিৰ প্ৰতিভাৰ বিশেষত্ব প্ৰদৰ্শন কৰিছে।

*সংস্কৃত-শাক্ত গ্ৰন্থৰ অনুবাদ-পীতাম্বৰ*

শ্ৰীশ্ৰীচণ্ডীৰ অসমীয়া পদৰচোতা অন্যতম কবি শিৱনাথ দ্বিজ। ভণিতাৰ পৰা বুজা যায়— তেওঁ দক্ষিণ-কামৰূপৰ ছযগাও-অঞ্চলৰ লোক। তেওঁৰ পিতৃৰ নাম আছিল লক্ষ্মীপতি। শিৱনাথ দ্বিজে ১৬৬৭ শকত শ্ৰীশ্ৰীচণ্ডীৰ পদানুৱাদ কৰে। শ্ৰীশ্ৰীচণ্ডীত বৰ্ণিত হৈছে তিনিটা আখ্যান— মধুকৈটভ-বধ, মহিষাসুৰ-বধ আৰু শুম্ভ-নিশুম্ভ-বধ। এই তিনিটা আখ্যানৰ শেষৰটোৰ বিস্তৃত-ৰূপায়ণত কবিৰ মনোবিবেশ লক্ষণীয। শ্ৰীশ্ৰীচণ্ডীৰ অনুৱাদকৃতিৰ সামগ্ৰিকতাৰ মাজত শিৱনাথ দ্বিজৰ কাব্যিক-প্ৰতিভা নিৰ্ণীত নোহোৱাকৈ থকা নাই।

*শিৱনাথ দ্বিজ*

মহাৰাজ ৰুদ্ৰসিংহ শাক্ত-ধৰ্মৰ প্ৰতি অনুৰক্ত আছিল বুলি ইতিমধ্যে কোৱা হৈছে। শাক্ত-ধৰ্মত দীক্ষিত হোৱাৰ মানসেৰে তেওঁ বঙ্গদেশৰ পৰা গুৰুৰূপে শাক্ত-পণ্ডিত-ব্ৰাহ্মণ এজনক অনাইছিলো, কিন্তু কিবা কাৰণত আনুষ্ঠানিকভাৱে সেই ধৰ্ম লব নোৱাৰাকৈয়ে স্বৰ্গী হয। তেওঁৰ পুত্ৰ পৰৱৰ্তী স্বৰ্গদেউ শিৱসিংহই বিধিমতে শাক্ত-ধৰ্ম গ্ৰহণ কৰে। শিৱসিংহৰ ফুলেশ্বৰী আদি পত্নীকেইগৰাকীও আছিল শাক্ত-ধৰ্মৰ প্ৰতি বিশেষ অনুৰক্তা। ৰাজ্যত শাক্ত-ধৰ্ম প্ৰচাৰৰ উপৰিও শক্তিৰ মহিমাপ্ৰকাশক-সাহিত্যৰ বিকাশ-সাধনৰ কাৰণে তেওঁলোকে যত্ন কৰিছিল। ৰুদ্ৰসিংহ আৰু শিৱসিংহই আনকি নিজেও দেৱীৰ ৰূপ আৰু মাহাত্ম্যত উদ্বুদ্ধ হৈ কেইটামান গীত ৰচনা কৰিছে। তেওঁলোকে ৰচনা কৰা সকলোবোৰ গীত উদ্ধাৰ হৈছে বুলি কব নোৱাৰি, গতিকে তেওঁলোকে ৰচনা কৰা গীতৰ সংখ্যা নিৰূপণ কৰিব পৰা নাযায়। এই দুয়োজন নৃপতিয়ে ৰচনা কৰা গীত একোটাৰ খণ্ডবিশেষ নমুনা হিচাপে ইয়াত দাঙিধৰা হ'ল ঃ

*ৰুদ্ৰসিংহ আৰু শিৱ-সিংহৰ শাক্ত-গীত*

---

বিচাৰ কৰিলে কিন্তু এই সময়টো মানি লোৱা টান হয়, কোনো আলোচকে এই সময়টো মানিও লোৱা নাই। হয়তো পুথিৰ নকল কৰাৰ সময়ত হোৱা কিবা ভুলৰ কাৰণে এই শক পোৱা যাব পাৰে। নাইবা, ড° সত্যেন্দ্ৰ নাথ শৰ্মাই অনুমান কৰাৰ নিচিনা পুথিখনৰ পৰৱৰ্তীকালীন নকলৰ সময়ো এইটো হব পাৰে।

ৰুদ্ৰসিংহৰ গীত —

*আইলাৰে গৌৰী প্ৰসন্নমন।*
*পূৰ্ণিমাৰ শশীসম জ্বলয় বদন।।*
*শিৰত কিৰীটি গাৰে অমূল্য বসন।*
*কৰ্ণত কুণ্ডল শোভে কণ্ঠে আভৰণ।*
*দশভুজে দশ অস্ত্ৰ ধৰিছে সঘনে।।*
*কটিত কিঙ্কিণী বাজে নুপূৰ চৰণে।*
*ৰূপৰ উপমা দিতে পাৰে কোন জনে।*
*নমি গৌৰীপাৰে ৰুদ্ৰসিংহ নৃপ ভণে।।*

শিৱসিংহৰ গীত—

*শাৰদ পূৰ্ণিমা হিমকৰ বদনী।*
*চঞ্চল নীল নলিনীদলনয়নী।।*
*চঞ্চল লোচন কাজৰ ৰঙ্গি।*
*ভাবুক মনে কুটিলতৰ ভঙ্গি।।*
*প্ৰাতৰুদিত ৰবি সিন্দূৰ কান্তি।*
*সজল মুকুতা ফল দশন-পান্তি।।*
*সজল জলদ ইৱ কুণ্ডল জ্বলে।*
*পৰিমল শোভিত মালতি মালে।।*
*মৃগমদ কুঙ্কুম চৰ্চিত দেহা।*
*তৰল ঘনান্তৰ দামিনী বেহা।।* ইত্যাদি

পদকৰ্ত্তা দুয়োজনেই দেৱীৰ ঐশ্বৰ্য্যৰাশিত মুগ্ধ হলেও তেওঁলোকৰ উক্ত পদ- দুখণ্ডৰ মাজত দেৱীৰ দৈহিক-ৰূপেই প্ৰকাশ লভিছে। অনুপ্ৰাসৰ লালিত্যই অৱশ্যে ইয়াৰ কাব্যিক-সৌন্দৰ্য্য বঢ়াইছে।

শাক্ত-সাহিত্যৰ ৰচক ৰূপে প্ৰসিদ্ধি লাভ কৰা অন্যতম কবি অনন্ত আচাৰ্য্য। আহোম স্বৰ্গদেউ শিৱসিংহ (১৭১৪-১৭৪৪ খৃঃ) আৰু তেওঁৰ পটেশ্বৰী ফুলেশ্বৰীৰ আদেশ মৰ্মে তেওঁ বিখ্যাত শঙ্কৰাচাৰ্য্যৰ "সৌন্দৰ্য্য-লহৰী" নামৰ দীঘলীয়া স্তোত্ৰৰ অসমীয়া ৰূপান্তৰ কৰে। এই অসমীয়া অনুৱাদটোৰ নাম "আনন্দ লহৰী"। মূল স্তোত্ৰটোত ৪১ টা শ্লোক আছে। অসমীয়া কবিয়ে ইয়াৰ সুন্দৰ মুকলি অনুবাদ কৰিছে। এই পুথিখনৰ এটা অনুলিপি "কামৰূপ-অনুসন্ধান সমিতি"ত সংৰক্ষিত হৈ আছে। অসমীয়া অনুৱাদত দেৱীৰ স্তুতি-মাহাত্ম্য আৰু ৰংপুৰ নগৰৰ যি চিত্ৰবৎ বৰ্ণনা পোৱা যায়, সিয়েই অনন্ত আচাৰ্য্যক আগশাৰীৰ কবিৰূপে প্ৰতিষ্ঠা কৰিব

*অনন্ত আচাৰ্য্য*

পাৰে। দাৰ্শনিক ভাৱ আৰু গূঢ়াৰ্থ প্ৰকাশৰ ক্ষেত্ৰতো কৱিগৰাকীৰ প্ৰতিভাৰ স্ফুৰণ লক্ষণীয়। সকলো মানুহৰে মূলাধাৰ-চক্ৰত দেৱীয়ে কুণ্ডলিনী-শক্তিৰূপে। সুষুম্নৰূপত কেনেভাবে অৱস্থান কৰিছে, তাৰ বৰ্ণনাও অসমীয়া কবিৰ হাতত সুন্দৰ আৰু সুস্পষ্ট। কলি-যুগত তান্ত্ৰিক-সাধনাই যে শ্ৰেষ্ঠ ধৰ্মীয়-অনুষ্ঠান, এই কথা অনন্ত আচাৰ্য্যই দেখুৱাইছেঃ

*মোক্ষৰ সাধন আছে যত কোনো কোনো খানে নানা মত*
*হেন দেখি তুষ্ট নভৈলা শম্ভুৰ মন।*
*কলিকালে যত লোক চয় বহু শাস্ত্ৰ চাইতে কৰি ভয়*
*অনৰ্থ কৰিব নজানি কোনো সাধন।।*
*ইহেতু স্বতন্ত্ৰ তন্ত্ৰ মন যত ধৰ্ম অৰ্থ মোক্ষ কাম*
*তাকে পৃথিৱীক আনিলা তোমাৰ পতি।*
*সেহিসে তোমাৰ নিজতন্ত্ৰ তাতে আছে নানা যন্ত্ৰ তন্ত্ৰ*
*তাৰেসে মন্ত্ৰক উদ্ধাৰো তয়ু সম্প্ৰতি।।*
*বৈদিক দীক্ষাৰ বহু শ্ৰম তান্ত্ৰিকী দীক্ষাৰে এক সম*
*এতেকে জানিবা সুলভ তন্ত্ৰৰ মত।*

অনন্ত আচাৰ্য্যৰ ৰচনাৰ পৰা জনা যায় যে, সৌমাৰ পীঠত দেৱী-মহিমা ব্যাপকভাৱে প্ৰচাৰ হৈছিল আৰু স্বৰ্গদেউ শিৱসিংহযো দেৱীৰ অনুগ্ৰহ যথোচিতভাৱে লাভ কৰিছিলঃ

*সৌমাৰ পীঠৰ সম পীঠ নাই আন।*
*সততে থাকন্ত য'ত ভৱানী ঈশান।।*

* * * *

*যিটো ৰংপুৰত সাক্ষাত ভগৱতী।*
*দুৰ্গাৰূপে আছা ৰখি ৰাজাক সম্প্ৰতি।।*[৭১]

কাব্যকৃতিৰ মাজত সুৰুঙা বুজি অনন্ত আচাৰ্য্যই ৰজা শিৱসিংহ আৰু ৰাণী প্ৰমথেশ্বৰীৰ (ফুলেশ্বৰীৰ) প্ৰশস্তিও গাইছে।

"শ্ৰীশ্ৰীচণ্ডী"ৰ অনুবাদকৰূপে ৰুচিনাথ কন্দলীয়েও বিশেষ খ্যাতি অৰ্জন কৰিছে।

**ৰুচিনাথ কন্দলি**

তেওঁ আহোম ৰজা ৰাজেশ্বৰ সিংহৰ ৰাজত্ব কালৰ (১৭৫১-১৭৬০ খৃঃ) কবি। চণ্ডীৰ পদানুবাদ কৰাৰ আগতে কন্দলীয়ে কল্কি-পুৰাণৰ পদ কৰিছে বুলি বুজা যায়—

*কল্কি-পুৰাণৰ পদ কৰি লোহো আগে।*
*ৰচিলো চণ্ডীৰ পদ আৱে অনুৰাগে।।*[৭২]

---

৭১. অ. সা. চা, ২ য় খণ্ড ঃ পণ্ডিত হেমচন্দ্ৰ গোস্বামী সম্পাদিত
৭২. ড° নবীন চন্দ্ৰ শৰ্মা সম্পাদিত শ্ৰীশ্ৰীচণ্ডী, পদ ৫৩৬

ৰুচিনাথ কন্দলীয়ে গ্ৰন্থৰ ভিতৰত আত্ম-পৰিচয় দিছে এইদৰে—

*ৰংপুৰ নামে এক তেহে পুৰ কৰিলেক*
*থাপিলেক তৈতে বিপ্ৰগণ।*

* * * *

*যি স্থানত বিপ্ৰবৰ নানা গুণে গুণাকৰ*
*ভৈল কৃষ্ণাচাৰ্য্য শুদ্ধমতি।*
*তাত পুত্ৰ ৰুচিনাথে দুৰ্গাক সেৱিয়া মাথে*
*চণ্ডীপদ কৰিলা সম্প্ৰতি।।*[৭৩]

ইয়াৰ পৰা বুজা যায়— ৰুচিনাথ কন্দলী কৃষ্ণাচাৰ্য্য নামৰ এজন ব্ৰহ্মাণ পণ্ডিতৰ পুত্ৰ আছিল। সেই কৃষ্ণাচাৰ্য্যক স্বৰ্গদেউ ৰুদ্ৰসিংহই নিজ ৰাজ্যত স্থাপন কৰিছিল। বিশেষ কথা এই যে, ৰুচিনাথৰ "শ্ৰীশ্ৰীচণ্ডী" অকল মূল- চণ্ডীখণ্ড বা দেৱী-মাহাত্ম্যৰেই অনুৱাদ নহয়, ইয়াৰ লগত আন পুৰাণৰ অন্তৰ্গত শক্তি-মাহাত্ম্যপ্ৰকাশক কথাও সংযোগ কৰিছে। কালিকা-পুৰাণ, বামন-পুৰাণ আৰু ব্ৰহ্মবৈৱৰ্ত্ত -পুৰাণৰ পৰা (মিসলাই পূৰ্বকবি পথ অনুসৰি) দেৱীৰ ভিন ভিন তাৎপৰ্য্যসূচক আখ্যান কবিয়ে ইযাত সংযোগ কৰিছে। উগ্ৰচণ্ডা, ভদ্ৰকালী আৰু দশভুজা দুৰ্গা ৰূপে দেৱীৰ তিনি জন্মৰ কথা আৰু দেৱীয়ে এই তিনি জন্মত মহিষাসুৰকো তেওঁৰ তিনিটা জন্মত তিনিবাৰ বধ কৰা দীঘলীয়া আখ্যান কালিকাপুৰাণৰ পৰা ৰুচিনাথে তেওঁৰ গ্ৰন্থৰ মাজত সুমাইছে। ৰম্ভাসুৰৰ তপস্যা, শিৱৰ পৰা তেওঁৰ বৰলাভ, মহিষাসুৰৰ জন্মাদি আৰু লগতে শুম্ভ-নিশুম্ভ আৰু নমৰ ৰক্তবীজৰ আখ্যান বামন-পুৰাণৰ[৭৪] পৰা সংগৃহীত। শ্ৰীশ্ৰীচণ্ডীৰ মূল-চৰিত্ৰ সুৰথৰ পূৰ্বপুৰুষসকলৰ পৰিচয়মূলক কথাখিনি ব্ৰহ্মবৈৱৰ্ত্ত-পুৰাণৰ পৰা কবিয়ে আহৰণ কৰিছে। আকৌ, ধৰ্মপক্ষী চাৰিটাৰ আখ্যানভাগ কন্দলীয়ে গ্ৰহণ কৰিছে মাৰ্কণ্ডেয় পুৰাণৰ (১-৩ অধ্যায়) পৰা। গতিকে কব পৰা যায়— বিভিন্ন পুৰাণৰ কথাবস্তুৰদ্বাৰা ৰুচিনাথৰ "শ্ৰীশ্ৰীচণ্ডী" সমৃদ্ধ আৰু দেৱী মাহাত্ম্যৰ এক প্ৰকাৰ পূৰ্ণ-ৰূপায়ণ। কন্দলীৰ আনুৱাদিক বিশেষত্ব সম্বন্ধে কব পৰা যায়— তেওঁৰ কোনো কোনো অংশ মূলানুগ, কোনো কোনো অংশ বিস্তৃত আৰু কোনো কোনো অংশ সংক্ষিপ্ত, অথচ ভাৱ-প্ৰকাশক। ৰুচিনাথ কন্দলী অষ্টাদশ শতিকাৰ এগৰাকী আগশাৰীৰ প্ৰতিভাশালী কৱি আছিল।

অসমীয়া শাক্ত-সাহিত্যৰ অন্যতম ৰচন ৰঙ্গনাথ চক্ৰৱৰ্ত্তী। কৱিৰ আত্ম-পৰিচয়ৰ পৰা জনা যায়— ৰঙ্গনাথৰ ঊৰ্দ্ধতম পূৰ্বপুৰুষ শিৱচন্দ্ৰ পালবংশী ৰজা ধৰ্মপালৰ দিনত কামৰূপলৈ আহি নীলাচলত বাস কৰিছিল,

*ৰঙ্গনাথ চক্ৰৱৰ্ত্তী*

---

৭৩. অ. সা. চা, ২ য় খণ্ড : পণ্ডিত হেমচন্দ্ৰ গোস্বামী সম্পাদিত

৭৪. বামন পু., অধ্যায় ১৭, ৫৫

আৰু তেওঁ কামাখ্যাৰ ভক্ত আছিল। সকলো শাস্ত্ৰত নিপুণ ৰামভদ্ৰ আছিল কবি ৰঙ্গনাথৰ পিতৃ—

*ৰামভদ্ৰ নামে তান তনয় হৈলন্ত।*
*সমস্ত শাস্ত্ৰত পটু পৰম মহন্ত।।*
* * * *
*তাহান তনয মই জানা স্বৰূপত।*
*ৰঙ্গনাথ নাম মোৰ জানে জগতত।*

ৰঙ্গনাথো শক্তিৰ উপাসক আছিল আৰু কামাখ্যাত তেওঁ বাস কৰিছিল। আত্ম-পৰিচয়ৰ পৰা কবিজনাৰ সময়ৰ কথা নির্দ্দিষ্টকৈ জনা নাযায়। তেওঁৰ ভাষাৰ ওপৰত নির্ভৰ কৰি অৱশ্যে ড° সত্যেন্দ্ৰ নাথ শৰ্মাই[৭৫] তেওঁক অষ্টাদশ শতিকাৰ কবি বুলি কৈছে। দ্বিজ ৰঙ্গনাথে মাৰ্কণ্ডেয-চণ্ডীৰ অনুবাদ কৰিছে। তেওঁৰ অনুবাদ প্ৰধানভাবে মূলানুগ, তাৰ ভাষাও লালিত্যপূর্ণ আৰু অর্থপ্ৰকাশক। এই কবিজনাৰ অনুবাদ-কৃতিৰ বহু ঠাইত মূলৰ চিত্ৰ আৰু অর্থ অধিক সুস্পষ্ট হৈ উঠা দেখা যায়।[৭৬] আনুবাদিক বিশেষত্ব আৰু ভাষা আদিৰ ফালৰ পৰা ৰঙ্গনাথ চক্ৰৱৰ্ত্তী নিশ্চিতভাবে এগৰাকী শ্ৰেষ্ঠ কবি।

যোগিনী-তন্ত্ৰৰ অনুবাদক ৰামচন্দ্ৰ বৰপাত্ৰ। তেওঁৰ ভণিতাৰ[৭৭] পৰা জনা যায়— ১৬০৮ শকত (১৬৮৬ খৃঃত) তেওঁ যোগিনীতন্ত্ৰৰ পদ ৰচনা শেষ কৰে। কবিৰ আত্ম-পৰিচয়ৰ ওপৰত নির্ভৰ কৰি ড° সত্যেন্দ্ৰ নাথ শৰ্মাই[৭৮] অনুমান কৰিছে যে, ৰামচন্দ্ৰ বৰপাত্ৰ বিখ্যাত আহোম সেনাপতি কনচেং বৰপাত্ৰ গোহাঞিৰ বংশধৰ আছিল। ৰামচন্দ্ৰ বৰপাত্ৰকৃত-যোগিনী-তন্ত্ৰৰ অসমীয়া ৰূপান্তৰক আক্ষৰিক অনুবাদ নুবুলি মুকলি অনুবাদহে বুলিব পাৰি। হয়গ্ৰীৱমাধৱ-মন্দিৰৰ উৎপত্তি, ইয়াৰ মাহাত্ম্য, পূজা-সেৱা, তাৰ ফলশ্ৰুতি আদি কথাবোৰৰ বিস্তৃত-বৰ্ণনাৰ প্ৰতি ইয়াত কবিৰ মনোনিবেশ লক্ষণীয়। ডিম্বেশ্বৰ নেওগৰ মতে ৰামচন্দ্ৰ বৰপাত্ৰই "হয়গ্ৰীৱ-মাধৱ" নামৰ আন এখন পুথি ৰচনা কৰিছে। তেওঁ লিখিছে— "ইয়াৰ (যোগিনীতন্ত্ৰ ৰচনাৰ) পাঁচ বছৰ মানৰ আগত, ১৬৮১ খৃঃ মানত এওঁ "হয়গ্ৰীৱ মাধৱ"

*ৰামচন্দ্ৰ বৰপাত্ৰ*

---

৭৫. অ সা. স. ই.
৭৬. দ্ৰষ্টব্য ঃ অ. শ সা. শা. সা, ড° হৰিনাথ শৰ্মাদলৈ
৭৭. বসুগণ প্ৰথমে মিলিয়া আছে যেবে।
তাৰ বামপাশে মহা আকাশ প্ৰকাশে।।
তাত আছে ঋতু সব যাই কালক্ৰমে।
তাত অনন্তৰে চক্ৰে চলে শশা সমে।।
৭৮. অ. সা. স ই.

পুথি ৰচে বুলি অনুমান কৰা হয়।"[৭৯] এই অনুমান, অৰ্থাৎ হয়গ্ৰীৱ মাধৱ নামৰ স্বতন্ত্ৰ পুথি ৰচনা কৰা কথাটো আন বলবৎ যুক্তিৰ অভাৱত মানি লোৱা নিৰাপদ নহয়। কিয়নো, যোগিনী-তন্ত্ৰৰ অন্তৰ্গত বিষয়- বিস্তৃতিৰ ভিতৰতে হয়গ্ৰীৱ-মাধৱৰ উৎপত্তি-মাহাত্ম্য আৰু মণিকূট পাহাৰৰ কথাৰ সুন্দৰ বিবৰণ আছে। গতিকে "যোগিনী তন্ত্ৰ" আৰু "হয়গ্ৰীৱ-মাধৱ", এই দুটা নামে দুখন স্বতন্ত্ৰ পুথিক বুজায, নে একেখনৰে নামান্তৰ, এই কথা নিশ্চয়কৈ কোৱা টান।

গুপ্তমণি, গুপ্তসাৰ, কালিকা-পুৰাণ, শীতলা-কাব্য, হৰগৌৰী-সম্বাদ আদি আন কেইখনমান শাক্ত-গ্ৰন্থৰ নাম এই প্ৰসঙ্গত উল্লেখ কৰা হ'ল। গুপ্তমণি আৰু গুপ্তসাৰ, এই দুয়োখনেই তান্ত্ৰিক গূঢ় সাধনসম্বন্ধীয় গ্ৰন্থ। ষট্‌চক্ৰ, কুণ্ডলিনী, সুষুম্নাদি নাড়ী আদি আৰু নিগূঢ় সাধনক্ৰিয়াৰ বিবৰণ এই দুয়োখনতে বৰ্ণিত হৈছে। ভণিতাৰ পৰা জনা যায়— এই দুয়োখন পুথিৰেই ৰচক কোনো এজন মাধৱদেৱ। কিন্তু মহাপুৰুষ শঙ্কৰদেৱৰ শিষ্য মাধৱদেৱৰ পৰা এইজন মাধৱদেৱ যে বেলেগ, এই কথা নিশ্চিত। কালিকা-পুৰাণ[৮০] নামৰ পদ পুথিখন সমগ্ৰ মূল-কালিকা পুৰাণৰ অনুৱাদ নহয়, তাৰ অন্তৰ্গত হৰ-পাৰ্বতীৰ বিবাহ-খণ্ডৰ পদহে ইয়াত পোৱা যায়। এই বিবাহ প্ৰসঙ্গৰ মাজেদি অসমীয়া সমাজৰ যি নিখুঁত চিত্ৰ অঙ্কিত হৈছে, তাত কৱিৰ মৌলিক-চিন্তা আৰু পৰ্য্যবেক্ষণ-শক্তিৰ পৰিচয় আছে। শৈৱ-ধৰ্ম আৰু দৰ্শনৰ পৰম-শক্তি দেৱাদিদেৱ মহাদেৱ বিশেষভাৱে ইয়াত ভঙুৱা আৰু দৰিদ্ৰ লৌকিক-দেৱতাৰূপে চিত্ৰিত হৈছে। অসমীয়া সমাজৰ এখন বিয়াত লৌকিক-প্ৰথা আৰু শাস্ত্ৰব্যৱস্থানুসৰি যিমানবোৰ কৰ্ম-সম্পাদন কৰা হয়, তাৰ প্ৰায় সকলোবোৰৰেই বৰ্ণনা হৰ-গৌৰীৰ বিবাহ-প্ৰসঙ্গত দিয়া হৈছে। এই পুথিখনক হৰ-গৌৰীৰ বিবাহো বোলা হৈছে। পুথিখনৰ ৰচক কোন, জনা নাযায়। "শীতলা কাব্য" নামৰ সৰু পদ পুথিখনৰ ৰচক কোনোবা জয়ৰাম দাস। এই পুথিখন আবৃত্তিৰ উদ্দেশ্যে ৰচিত যেন লাগে। ইয়াৰ বিষয়বস্তু সংগৃহীত হৈছে স্কন্দ পুৰাণ আৰু কালিকা-পুৰাণৰ পৰা। শাক্ত-সাহিত্য ৰচনাৰ পৰম্পৰা ৰক্ষাৰ খাতিৰত অৱশ্যে কব পৰা যায় যে, প্ৰাক্‌বৈষ্ণৱ-যুগৰ কবি হেমসৰস্বতীয়ে এখন "হৰগৌৰী-সম্বাদ" ৰচনা কৰিছে। এই পুথিখনৰ কথা হেম সৰস্বতীৰ আলোচনা প্ৰসঙ্গত কৈ অহা হৈছে। ইয়াৰ উপৰিও ড° মহেশ্বৰ নেওগে[৮১] ১৭৩০ শকত ৰচনা কৰা, কি নকল কৰা, বাসুদেৱ দ্বিজৰ এখন "হৰগৌৰী সম্বাদ"ৰো উল্লেখ কৰিছে। শিৱ নীলকণ্ঠ হোৱা আখ্যান ইয়াৰ বিষয়বস্তু কাৰণে ড° নেওগে ইয়াক শৈৱ-গ্ৰন্থ বুলিছে।

*আন আন শাক্ত-সাহিত্য*

---

৭৯. অ. সা. বু., পৃঃ ৫১৩

৮০. এই পুথিখন নলবাৰীৰ দত্তবৰুৱা এণ্ড কোম্পানীয়ে কিছুবছৰ আগতে ছপা কৰি উলিয়াইছে। পুথিখনৰ আন নাম "হৰ-গৌৰীৰ বিবাহ" .

৮১. অ সা. ৰূ. ৰে, পৃ. ২৬৫

যি গ্ৰন্থবিশেষত পৰম-শক্তি স্ত্ৰীৰূপৰ মাজেদি প্ৰকাশিত হয়, বহুল ভাৱত তাকেই বোলা হয় শাক্ত-সাহিত্য। এই কালৰ পৰা ৰাধা বা ৰাধিকাই মুখ্যস্থান লাভ কৰা গ্ৰন্থবিশেষো শাক্ত-সাহিত্য ৰূপে পৰিগণিত হব পাৰে। ৰাধা-কৃষ্ণক কেন্দ্ৰ কৰি দুই এখন পুথি বৈষ্ণৱ যুগৰে পৰা ৰচিত হৈছে। সেইবোৰ সম্বন্ধে অৱশ্যে যথাস্থানত প্ৰয়োজন বিশেষে হ্ৰস্ব-দীৰ্ঘভাৱে কৈ অহা হৈছে। ৰাধিকাই প্ৰাধান্য লাভ কৰা পৰৱৰ্ত্তি- কালৰ এখন উল্লেখনীয় খণ্ডকাব্য "ৰাধা বিজয়", ই দ্বিজ কলাপচন্দ্ৰৰ ৰচনা। ৰাধা এই কাব্যত কৃষ্ণৰ ষোড়শী- প্ৰেমিকা নহয়— তেওঁ ইয়াত প্ৰাপ্তবয়স্কা আৰু বিগতযৌৱনা, অথচ কৃষ্ণৰ অনুৰাগিনী। আন এটা কথা এই যে, পূৰ্বৰচিত, আনকি দুই এখন বৈষ্ণৱ গ্ৰন্থৰ খণ্ডবিশেষৰ মাজতো শক্তিৰ মহিমাই প্ৰকাশ লভিছে। অসমীয়া-সাহিত্যৰ দীৰ্ঘকালীন প্ৰৱাহৰ মাজত শক্তিৱাদৰ সৰু সুৰা ঢৌ একেবাৰে বিলুপ্ত হৈ নোযোৱা কথাটো স্মৰণ ৰখাৰ খাতিৰত এই প্ৰসঙ্গত এই কথাখিনি উনুকিওৱা হ'ল।[৮২]

*শাক্ত-সাহিত্যৰ স্বৰূপ, ইয়াৰ প্ৰৱাহ*

## (৫) ইছলামীয়- প্ৰভাৱজনিত-সাহিত্য

ত্ৰয়োদশ-শতিকাৰ প্ৰথম দশকত হোৱা মুছলমানৰ প্ৰথম আক্ৰমণৰ ফলত কিছু সংখ্যক মুছলমান সৈন্য যুদ্ধবন্দী হিচাপে অসমত ৰৈ যায়। সেযেই আছিল অসমত মুছলমান-বসতিৰ সূত্ৰপাত। ইযাৰ পাছত এবাৰ এবাৰকৈ গদাধৰসিংহৰ দিনলৈকে মুছলমানে চৈধ্যবাৰ অসম-আক্ৰমণ কৰে। এই আক্ৰমণবোৰৰ ফলত যুদ্ধবন্দী হিচাপেই হওক বা আন কাৰণতেই হওক, অসমত ৰৈ যোৱা মুছলমানৰ স খ্যা ক্ৰমে বাঢ়ি যায়। এই তথ্য বুৰঞ্জীয়ে প্ৰকাশ কৰাৰ উপৰিও আন আলোচনাত্মক গ্ৰন্থৰ[৮৩] মাজতো দাঙি ধৰা হৈছে। বিশেষ কথা এই যে, এই ইছলামধৰ্মী লোকসকলৰ লগত তিৰোতা নথকা কাৰণে তেওঁলোকে অসমৰ, বিশেষকৈ জনজাতীয়-গোষ্ঠীৰ তিৰোতাক লৈ সংসাৰ-যাত্ৰা আৰম্ভ কৰে, ক্ৰমশঃ মুছলমানৰ সংখ্যা অসমত বৃদ্ধি হয়। এই ধৰণে বৃদ্ধি পোৱা মুছলমানসকলৰ আচাৰ-নীতি আৰু সাংস্কৃতিক-ভাৱধাৰা বহু পৰিমাণে স্থানীয় লোকৰ (অসমীয়া) লগত মিলি গৈছিল। মিৰজুমালাৰ লগত অসমলৈ অহা চাহাবুদ্দিন তালিছে অসমত বাস কৰা মুছলমানৰ আচাৰ-নীতি হিন্দুৰ লগত একে দেখি আনকি লিখিছে— "As for the Mussalmans who had been taken prisoner in former times and chosen to marry there, their descendants are exactly in the manner of Assamese

*মুছলমান বসতিৰ সূত্ৰপাত আৰু ক্ৰমবৃদ্ধি*

---

৮২. দ্ৰষ্টব্য : অ. শ. সা শা. সা , অধ্যায়ন ১০ : ড° হৰিনাথ শৰ্মাদলৈ

৮৩. A.M R C S , Dr M Saikia

and have nothing of Islam except the name, their hearts are inclined far more towards mingling with the Assamese than towards association with Muslims"

অসমীয়া ভাষা সাহিত্য বলিষ্ঠ আৰু বিস্তৃত কৰাৰ ক্ষেত্ৰতো ইছ্লামধৰ্মীৰ অৱদান পুৰণি কালৰে পৰা লক্ষণীয়। প্ৰাক্‌বৈষ্ণৱ যুগৰ হেমসৰস্বতীৰ কাব্যত "নফৰ" শব্দৰ প্ৰয়োগ হোৱাৰ উপৰিও বৈষ্ণৱ-যুগৰ শঙ্কৰদেৱ আদিৰ কাব্যৰ দুই এঠাইত ইছ্লামিক শব্দৰ ব্যৱহাৰ নোহোৱা নহয়। পুৰণি কালৰে পৰা অসমীয়া ভাষাত প্ৰয়োগ হৈ অহা ক্ৰমবৃদ্ধিপ্ৰাপ্ত আৰবী-ফাৰ্চী শব্দসম্ভাৰক ড° বিৰিঞ্চিকুমাৰ বৰুৱাই কেইবাটাও ভাগত ভগাই দেখুৱাইছে। সেইবোৰ ইতিমধ্যে আমি গ্ৰন্থৰ আৰম্ভণিতে "অসমীয়া ভাষাৰ উদ্ভৱ" শিতানত দেখুৱাই আহিছোঁ। আনকি, আহোম ৰাজত্ব-কালৰ সাহিত্য সৃষ্টিতো ইছ্লামধৰ্মীৰ অৱদান স্মৰণীয়। ১৬৭০-১৯৮২ খৃঃৰ ভিতৰত ৰচিত পাৎশাহ বুৰঞ্জীৰ সকলো সমল সংগ্ৰহ কৰিছিল মঃ আলি নামৰ এজন ইছ্লাম-ধৰ্মীয়ে।[৮৪]

*ইছ্লামীয় প্ৰভাৱ*

"মুছ্লমান পীৰ, উলেমা, দৰবেশ আদি ধৰ্মপ্ৰচাৰকসকল একাদশ-দ্বাদশ শতিকাতে অসমলৈ অহা বুলি প্ৰমাণ পোৱা গৈছে" বুলি ড° বিৰিঞ্চিকুমাৰ বৰুৱাই[৮৫] কৈছে। একে প্ৰসঙ্গতে তেওঁ কৈছে যে, ইছ্লামধৰ্ম আৰু ইছ্লামীয়-আধ্যাত্মিকতাই দুটা কাৰণত অসমত প্ৰচাৰ লাভৰ সুবিধা পাইছে। প্ৰথম, আহোম ৰজাসকলৰ উদাৰ মনোবৃত্তি— যাৰ ফলত মুছ্লমান পীৰ আৰু ফকিৰসকলে ৰজাঘৰীয়া সমাদৰ পোৱাৰ লগতে মাটি-বৃত্তি আৰু অৰ্থ-সাহায্যও লাভ কৰিছিল। দ্বিতীয়, অসম দেশ সেই সময়ত আছিল বৈষ্ণৱ-ধৰ্ম্ম-প্ৰধান, ইছ্লামৰ চুফিবাদ প্ৰচাৰৰ ই উপযুক্ত ক্ষেত্ৰ হৈ উঠিছিল। এই উপযুক্ততাৰ কাৰণ স্বৰূপে হিন্দু ধৰ্মৰ, তথা মধ্যযুগত অসমত বহুল প্ৰচলিত-বৈষ্ণৱ ধৰ্মৰ একেশ্বৰবাদৰ লগত ইছ্লাম-ধৰ্মৰো একেশ্বৰবাদৰ লগত থকা সাদৃশ্যৰ কথা ড° বৰুৱাই দেখুৱাবলৈ যত্ন কৰিছে। যি কি নহওক, ইছ্লাম-ধৰ্মৰ তত্ত্ববোৰ প্ৰচাৰৰ কাৰণে অসম-ভূমিত প্ৰতিকুল-পৰিস্থিতিতকৈ অনুকূল-বাতাবৰণ অধিক প্ৰশস্ত হৈ উঠিছিল।

ইছ্লাম ধৰ্মৰ তত্ত্বকথা প্ৰচাৰ কৰাৰ উদ্দেশ্যে সেই সময়ত কেইজনমান পীৰ অসমলৈ আহে। তেওঁলোকৰ ভিতৰত আজানপীৰ আছিল প্ৰসিদ্ধ। আব্দুছ ছাত্তাৰে[৮৬] লিখিছে যে, ১৬৬১ খৃঃত মিৰ্‌জুমালাৰ অসম-আক্ৰমণৰ সময়ত, অথবা মতান্তৰত শৰাইঘাটৰ যুদ্ধৰ সময়ত ৰাম সিংহৰ লগত পাঁচজন পীৰ অসমলৈ আহে। তেওঁলোকৰ নাম—

---

৮৪. পৎশাহ বুৰঞ্জী, পাতনি, ড° সূৰ্য্যকুমাৰ ভূঞা

৮৫. অ.ভা.সাং

৮৬. সাং অ. সং

শ্বাহ্- আকবৰ, শ্বাহ্ বগমাৰ, শ্বাহ্ শৰণ, শ্বাহ সূফী আৰু শ্বাহ্ কামাল। ইয়াৰ উপৰিও, আন কিছুমান ধাৰ্মিক মুছলমান আহি ৰজাঘৰীয়া সা-সুবিধা লৈ অসমত বাস কৰে। উক্ত আজান পীৰকে আদি কৰি কোনো কোনো ফকীৰে জিকিৰ আৰু জাৰি শ্ৰেণীৰ কিছুমান গীত ৰচনা কৰে। জিকিৰবোৰ ইছলাম ধৰ্মৰ তত্ত্বপ্ৰকাশক, প্ৰাৰ্থনা আৰু ভক্তি-মূলক গীত। এই গীতবোৰৰ মাজেদি ইছলাম-ধৰ্মৰ আচাৰ-নীতিৰ কথাও জনা যায়। প্ৰাৰ্থনামূলক বৈষ্ণৱ-কাব্যৰ নিচিনা এই শ্ৰেণী গীতৰো দুটা ভাগ থাকে— প্ৰথমতে ঘোষা, তাৰ পাছত পদবোৰ। বহুতো ভক্তই সমবেত হৈ হাত চাপৰি বজাই ইয়াক গাব পাৰে। "জিকিৰ বিলাকৰ ৰচনা হাত চাপৰিৰে গোৱাৰ পদ্ধতিযে স্পষ্টভাবে মহাপুৰুষীয়া নাম-কীৰ্ত্তনৰ পোনপটীয়া প্ৰভাৱ দেখুৱায়" বুলি ডিম্বেশ্বৰ নেওগে[৮৭] মত পোষণ কৰিছে। জাৰি শ্ৰেণীৰ গীত মূলতঃ করুণৰসাত্মক। কাৰবালাৰ যুদ্ধক্ষেত্ৰত সংঘটিত হাছান-হুছেনৰ যি শোকবহুল মৃত্যু-কাহিনী, তাৰ বৰ্ণনা প্ৰধানভাবে এই শ্ৰেণী গীতৰ বিষয়বস্তু। গভীৰ কাৰুণ্যসিক্ত এই কথাৰ বৰ্ণনাত্মক সাঙ্গীতিক অভিব্যক্তিৰ সৃষ্টি আহোম-ৰাজত্বৰ শেষৰ ফালে হলেও ঠিক কোন সময়ত এইবোৰ ৰূপ লৈ উঠিছিল, সঠিকভাবে কব পৰা নাযায়। জিকিৰৰ কবি শ্বাহমিলন, জনপ্ৰিয় মত অনুসৰি তেওঁকেই বোলা হয় আজান ফকীৰ। ডিম্বেশ্বৰ নেওগে[৮৮] জিকিৰবোৰৰ ঐতিহ্য প্ৰসঙ্গত কৈছে— "মূল কথা, সাহিত্য স্বৰূপে এই জিকিৰবোৰৰ আদৰ তাৰ সাহিত্যিক সৌন্দৰ্য্যতহে, তাৰ ঐতিহ্যত হব নোৱাৰে— গতিকে প্ৰতাপসিংহৰ (১৬০৩-১৬২৪ খৃঃ) কালত নহলেও, জয়ধ্বজ সিংহৰ (১৬৪৮-১৬৬৩খৃঃ) ৰাজত্বৰ পাছৰ পৰা মায়ামৰা বিদ্ৰোহৰ (১৭৬৯-৯৪) আগলৈকে, এনে কালতে জিকিৰবোৰ মূলতঃ ৰচিত হোৱা সম্ভৱপৰ।" উদাহৰণ স্বৰূপে, আজান ফকিৰৰ নামত প্ৰচলিত এটা জিকিৰ উদ্ধৃত কৰা হ'লঃ

*জিকিৰ আৰু জাৰি*

*ঘোষা ঃ ৰহমৰ গিৰিহঁত তুমি আল্লা চাহাব ঐ*
*যদি কৰা দৰিয়াৰ পাৰ।*

*পদ ঃ চিন্তো হেৰা মোৰ মন আল্লাৰ নামত।*
*ভজো হেৰা মোৰ মন গুৰুৰে পাৱত।।*
*পানী মৰে পিয়াহত, অগ্নি মৰে জাৰত*
*খোদা ৰছুল লুকাই আছে মোমিনৰ আঁৰত।।*
*খোদা ৰছুল লুকাই আছে নকৰা বিচাৰ।*
*মক্কাৰ দুৱাৰৰ বান্দা মাৰিলা সঞ্চাৰ।।*

---

৮৭. অ. সা বু.

৮৮. অ. সা. বু.

*মক্কাৰ দুৱাৰত চাহাব জীয়াই মাৰে তালি।*
*যেন শালে শলৰ দৰিকাৰ টপালি।।*
*মক্কাৰ দুৱাৰত চাহেব তিৰ্বেনীৰ ঘাট।*
*বেহাব নোৱাৰে তাত মায়াই ভেটে বাট।।*
*আচমানৰ কুটুব ওৰা আদমৰ জাত।*
*সজাত মইনা আছে, ঘনে লগাই মাত।।*
*সজাৰ মইনাটিৰ অনৈক যুগুতি।*
*দেও মাৰি পাৰ হলে এৰিলে পীৰিতি।।*
*দেও মাৰি পাৰ হৈ জীৱই আছে চাই।*
*চোৱা চোৱা জীৱসকল ভেলৰে বিলাই।।*[৮৯]

জিকিৰ আৰু জাৰিৰ উপৰিও চুফীবাদী ইছলামী কাব্যৰ পৰা ৰচনা কৰা কেইখনমান পুথিও এই প্ৰসঙ্গত উল্লেখনীয়। তাৰ ভিতৰত "মৃগাৱতী চৰিত", "চন্দ্ৰাৱলী" আৰু "মধুমালতী" বিশেষ। এই তিনিখনৰ প্ৰথম আৰু দ্বিতীয়খনৰ ৰচক যথাক্ৰমে ৰাজদ্বিজ আৰু পশুপতি দ্বিজ, তৃতীযখনৰ লেখক কোন, অৱশ্যে জনা নাযায়। মধ্যযুগীয় (ষোড়শ শতাব্দীৰ) হিন্দী সাহিত্যৰ চুফীকবি কুতুবনৰ "মৃগাৱতী" আৰু মঞ্জনৰ "মধুমালতী" নামৰ প্ৰেম-গাঁথাৰ আধাৰত উক্ত অসমীয়া কাব্য "মৃগাৱতী-চৰিত" আৰু "মধুমালতী" ৰচিত হৈছে। মৃগাৱতী- চৰিত (বা চাহাপৰী উপাখ্যান)ৰ অন্তৰ্গত বিষয়বস্তুৰ আভাস কাব্যৰ আৰম্ভণিতে পোৱা যায় ঃ

*চুফীবাদী-সাহিত্যৰ আধাৰত সৃষ্ট কাব্য*

*দেৱৰ ৰমণী মৃগাৱতী অপসৰী।*
*কুমৰে কৰিলা বন্দী তাঙ্ক কেন কৰি।।*
*ছয়মাস থাকি কন্যা কেনমতে গৈল।*
*পুনু কেন কৰি দুয়ো এক থান ভৈল।।*

কুণ্ডিলৰাজৰ পুত্ৰ এদিনাখন মৃগয়ালৈ গ'ল। সেই সময়ত স্নান কৰিবলৈ অহা চাৰি পৰীৰ চাহাপৰী নামৰ সৰু জনীৰ ৰূপত কোঁৱৰ মুগ্ধ হয়। শেষত ঘটনা প্ৰসঙ্গৰ মাজেদি ৰাজকোঁৱৰ (মালিকজাদা) আৰু চাহাপৰীৰ (মৃগাৱতী) মিলন হয়। যথা সময়ত তেওঁলোকৰ দুটা যঁজা সন্তান ওপজে। "মধুমালতী"ত বৰ্ণিত আখ্যানৰ মূল-কথা এইঃ সূৰ্য্যবংশী ৰজা সূৰ্য্যভানুৰ পুত্ৰ মনোহৰ। মহাৰস-নগৰৰ ৰাজকন্যা মালতীক এদিনাখন তেওঁ সপোনত দেখে, আৰু তেওঁৰ প্ৰণয়-পশত আৱদ্ধ হয়। কিন্তু দিঠকত সেই কন্যাক

৮৯. ড° বিৰিঞ্চি কুমাৰ বৰুৱাৰ "অ. ভা সং"ৰ পৰা উদ্ধৃত।

নাপাই বহুদিন ঘূৰি ফুৰি শেষত আন এজনী ৰাজকন্যাৰ সহায়তাত মালতীৰ লগত তেওঁৰ মিলন হয়। ইয়াত অসন্তুষ্টা মালতীৰ মাকে অভিশাপ দিয়ে। তাৰ ফলত মালতী পক্ষীলৈ ৰূপান্তৰিত হয়, শেষত অৱশ্যে আকৌ মানৱী-ৰূপ পায়।

"মৃগাৱতী চৰিত" আৰু "মধুমালতী" সম্বন্ধে ড° মহেশ্বৰ নেওগে[১০] কৈছে— "মৃগাৱতী চৰিত্ৰ বা চাহাপৰী উপাখ্যানত দ্বিজৰামে অসমীয়া বৈষ্ণৱ-কৱিতাৰ আদৰ্শত প্ৰেম-গাথাটি ৰচনা কৰিছে। ঘৰ-বাৰী, নগৰ আদিৰ বৰ্ণনাত সেই কৱিতাৰ চিৰাচৰিত পথেদিয়ে কবি আগ বাঢ়িছে। আমিৰ ছাহা, মালিক জাদা, আমিৰা, সামিৰা, চাহা, এই নাম কেইটা ইছলামী হলেও ৰাম দ্বিজৰ কাব্য বৈষ্ণৱ-কাব্যৰ অঙ্গীভূত হৈছে। 'মধুমালতী'ৰ অজ্ঞাত কবিয়েও সমস্ত বস্তুটি এক ভাগৱতী পৌৰাণিক-পৰিবেশলৈ লৈ গৈছে; ঘটনাটো নৈমিষাৰণ্যৰ ঋষিসত্ৰত লোমশ মুনিয়ে বৰ্ণাইছে; ইয়াৰ ৰজা সূৰ্য্যভানু সূৰ্য্যবংশী ইক্ষাকু কুমাৰ।* * * কুতুবন, মঞ্জন আদি চুফী-কবিৰ কাব্যত যেনেকৈ প্ৰেমানুভূতি অবিৰলভাবে বৈছে আৰু প্ৰেমক যেনেকৈ জীৱন আৰু জগতৰ মূল আধাৰৰূপে দেখা পোৱা গৈছে, অসমীয়া-কবি দুজনৰ ৰচনাত তাক তেনেভাবে পোৱা নাযায়।" খৃষ্টীয়-সপ্তদশ শতিকাৰ দ্বিতীয়াৰ্দ্ধৰ কবি দ্বিজ পশুপতিৰ প্ৰণয়-কাব্য "চন্দ্ৰাৱলী" কুতুবনৰ "মৃগাৱতী"ৰ আধাৰত অৱশ্যে ৰচিত নহয়। এই কাব্যখন গোৱাল-পাৰাৰ এটা মুছলমান পৰিয়ালত পোৱা হৈছে, পুথিখনৰ ভাষাও বহু পৰিমাণে বঙলুৱা। ড° সত্যেন্দ্ৰ নাথ শৰ্মাৰ[১১] মতে "সম্ভৱতঃ কোনো গমুৱা মুছলমানৰ হাতত ই অসম পায়হি।" লগতে তেওঁ কৈছে— "আগৰ দুখন কাব্য (মৃগাৱতী চৰিত আৰু মধুমালতী) হাড়ে হিমজুৱে অসমীয়া। অসমীয়া কবি দুজনে মূল অৱধী ভাষাত ৰচিত চুফীকাব্য দুখনৰ পৰা পোনে পোনেই বিষয়বস্তু লোৱা নাই। সম্ভৱতঃ অসমত বৈ যোৱা কোনো মুছলমানৰ পৰা নাইবা তীৰ্থযাত্ৰীৰ পৰা সেই আখ্যান শুনি অসমীয়া-বৈষ্ণৱ-কাব্যৰ আৰ্হিত ৰূপ দিছে। বৈষ্ণৱ-কাব্যৰ দৰে হৰিনাম-হৰিভক্তিৰ মাহাত্ম্য, বিষয়সুখৰ অনিত্যতা সম্পৰ্কে উপদেশ দিছে।"

*কাব্য তিনিখনৰ ওপৰত মন্তব্য*

## অসমীয়া-সাহিত্যলৈ আহোম- ৰাজসভাৰ অৱদান

ভাৰতবৰ্ষৰ উত্তৰ-পূৰ্বাঞ্চলীয়-কামৰূপ-ৰাজ্যৰ সীমিত-ভূখণ্ডত আহোমসকলে- ১২২৮ খৃঃ ত ৰাজত্ব আৰম্ভ কৰে। সামৰিক-বিক্ৰম আৰু প্ৰশাসনীয়-দক্ষতাৰ যোগেদি তেওঁলোকে শাসিত-ৰাজ্য পশ্চিম ফালে বঢ়াই আনে (পাছৰ ফালে এই ৰাজ্য অসম নামে খ্যাত হয়) আৰু ইয়াত ১৮২৬ খৃঃ লৈ প্ৰায় ছয়শ বছৰ ৰাজত্ব কৰে। আহোমসকলৰ

---

১০. অ. সা. ৰূ. ৰে.

১১. অ. সা. স. ই.

এই ছয়শ বছৰীয়া ৰাজত্ব কালটো দৰাচলতে এক বিৰাট জাগৰণৰ যুগ। তেওঁলোকৰ ৰাজত্ব আৰম্ভৰ কিছুকাল পাছৰে পৰা যি জাগৰণে এই পূৰ্বাঞ্চলীয-ৰাজ্যখন বিদেশীৰ চকুত পৰা কৰি তুলিব পাৰিছিল, সেই জাগৰণ এটা দিশত নহয়— ৰাজনৈতিক-বিচক্ষনতা, আন্তৰ্জাতিক-কৌশল, সামাজিক-ব্যৱস্থা, ধৰ্মীয়-দিশত উদাৰতা আৰু সাহিত্য-সংস্কৃতিৰ প্ৰসাৰণত তৎপৰতা আৰু একনিষ্ঠতা আদি সকলো দিশতে উচ্চ-তুঙ্গত উঠিছিল বুলি কব পৰা যায়। এই সকলোবোৰ দিশৰ আলোচনা অৱশ্যে আমাৰ এই গ্ৰন্থৰ অন্তৰ্ভুক্ত কৰিবলগীয়া নহয়, সাহিত্যৰ লগতে প্ৰসঙ্গক্ৰমে সংস্কৃতিৰ দিক্‌নিৰ্ণয়তো কেতিয়াবা হয়তো চকু পৰিব পাৰে। বিশেষ কথা— ইতিমধ্যে সুদীৰ্ঘ মধ্যযুগীয়-অসমীয়া সাহিত্যৰ আমি যি আলোচনা কৰি আহিছোঁ, ইয়াৰ মাজতেই আহোম স্বৰ্গদেউসকলৰ, তথা আহোম- ৰাজসভাৰ অসমীয়া সাহিত্য-সংস্কৃতিলৈ আগবঢ়োৱা অৱদানসমূহৰ উল্লেখ নোহোৱাকৈ থকা নাই। এই হিচাপে সাম্প্ৰতিক আলোচনাখণ্ড পুনৰুক্তি-দোষত দোষী বুলি কলেও আপত্তি কৰিব নোৱাৰি, তথাপি ইয়াক সংযোগ কৰা হ'ল এই কাৰণেই, যাতে উক্ত ছয়শ বছৰীয়া কালডোখৰত হোৱা জাগৰণৰ সাংস্কৃতিক-ফলশ্ৰুতিসমূহ পাঠকে একসময়তে যুকিয়াই চাব পাৰে।

*আহোম যুগ জাগৰণৰ যুগ*

আহোমসকল প্ৰথমাৱস্থাত বিজয়াকাঙ্খী বিদেশীয়েই আছিল। সমৰপ্ৰবৃত্ত হৈ উত্তৰ-পূৱ প্ৰান্তভাগেদি তেওঁলোক সোমাই আহি সৌমাৰ-পীঠত ৰাজত্ব আৰম্ভ কৰে। তেওঁলোকৰ নিজৰ ধৰ্ম আছিল বৌদ্ধ[৯২] আৰু ভাষাও আছিল সুকীয়া— টাই। ক্ৰমশঃ তেওঁলোকে নিজৰ ভাষা আৰু ধৰ্ম এৰি অসমৰ অধিবাসীৰ ভাষা (অসমীয়া) আৰু ধৰ্ম (হিন্দুধৰ্ম) গ্ৰহণ কৰে। এইধৰণে বিজেতাই বিজিতৰ ভাষা আৰু ধৰ্ম গ্ৰহণ কৰা দৃষ্টান্ত অনন্যসাধাৰণ।[৯৩] আকৌ, আন কথা এই যে, আহোমসকলৰ লগত তিৰোতাৰ সংখ্যা একেবাৰে কম থকা কাৰণে তেওঁলোকে এই ৰাজ্যৰে জনজাতীয় গোষ্ঠীৰ তিৰোতাক স্ত্ৰীৰূপে গ্ৰহণ কৰি বংশবৃদ্ধি কৰিবলৈ ধৰে। এই মূল-কথাকেইটাৰ লগত মিলি যোৱা কাৰণে তেওঁলোকৰ সম্বন্ধ নতুন ৰাজ্যখনৰ (অসমৰ) লগত দিনে দিনে নিবিড় হৈ উঠিছিল। তেওঁলোকৰ মানত অসম শাসিত-ৰাজ্য নহৈ নিজ-দেশৰূপে অনুভূত হৈ উঠে। অৱশ্যে কাল-প্ৰৱাহৰ মাজেদি এই বিবৰ্ত্তনে পূৰ্ণতা লভিছে। চুডাংফা বা বামুনী কোঁৱৰৰ দিনত (১৩৯৭-১৪০৭ খৃঃ) ব্ৰাহ্মণ্য-ধৰ্ম-সংস্কৃতিয়ে আহোম ৰজাৰ অন্তৰত

*বিজিতৰ স্বাৰ্থৰ কাৰণে আহোমৰ নিজস্ব পৰিহাৰ*

---

৯২. সৰ্বানন্দ ৰাজকুমাৰৰ মতে আহোমৰ ধৰ্ম বৌদ্ধ নহয়, হিন্দু ধৰ্মও নিচিনা তেওঁলোকৰ এটা পৃথক ধৰ্মহে আছিল। (ই. সৌ. ছা ব, ৪ ৰ্থ অধ্যায়।

৯৩. আহোমসকলে নিজৰ ভাষা এৰি অসমীয়া ভাষা গ্ৰহণ কৰাৰ কেইবাটাও কাৰণ হিতেশ্বৰ বৰবৰুৱাই দেখুৱাইছে। (আ. দি , ৩য় খণ্ড)

প্ৰভাৱ পেলায়, সেই প্ৰভাৱ পৰৱৰ্ত্তি-কালত বাঢ়ি গৈ চুহুংমুং বা দিহিঙ্গীয়া ৰজাৰ দিনত (১৪৯৭-১৫৩৯ খৃঃ) স্পষ্ট-ৰূপত, আৰু তেওঁৰ পাছত প্ৰতাপসিংহৰ ৰাজত্বকালত (১৬১১-১৬৪৯ খৃঃ) ততোধিকভাৱে দেখা দিয়ে। উল্লেখনীয় কথা— চুহুংমুঙে প্ৰথমতে "স্বৰ্গনাৰায়ণ" এই হিন্দু উপাধি গ্ৰহণ কৰে, আৰু তেওঁৰ পাছৰ পৰা আহোম-ৰজাসকলে একোটাকৈ হিন্দু নাম লোৱাটো দস্তুৰ হৈ পৰে। চুচেংফা বা বুদ্ধিস্বৰ্গনাৰায়ণ বা প্ৰতাপসিংহৰ পৰা ৰজাসকল হিন্দু নামটোৰ দ্বাৰাহে অধিক প্ৰখ্যাত হৈ উঠে। প্ৰতাপসিংহৰ পৰা ৰুদ্ৰসিংহলৈকে (১৬৯৬-১৭১৪) সকলোবোৰ আহোম ৰজা (জয়ধ্বজ সিংহৰ ক্ষেত্ৰত হয়তো ব্যতিক্ৰম হব পাৰে) আছিল হিন্দুধৰ্মৰ প্ৰতি একান্ত অনুৰাগী। গদাধৰসিংহৰ হিন্দু-ধৰ্ম তথা শাক্ত-ধৰ্মৰ প্ৰতি আসক্তি আৰু আস্থা, আৰু সেই ধৰ্মৰ প্ৰসাৰণৰ কাৰণে তেওঁৰ যি পৃষ্ঠপোষকতা, তাৰ ফলশ্ৰুতি চিৰকলীয়া নিদৰ্শন। তেওঁৰ পুত্ৰ ৰুদ্ৰসিংহও শাক্ত- ধৰ্মৰ প্ৰতি কম আসক্ত আৰু অনুৰাগী নাছিল। শাস্ত্ৰীয়-আনুষ্ঠানিক ব্যৱস্থাৰ যোগেদি শৰণ লোৱাৰ উদ্দেশ্যে তেওঁ নদিয়াৰ পৰা শাক্ত-গুৰু কৃষ্ণৰাম ভট্টাচাৰ্য্যক অনাইছিল যদিও কিবা কাৰণত তেওঁ নিজে আনুষ্ঠানিকভাৱে দীক্ষিত হব নোৱাৰিলে। পাছত শিৱসিংহ আদি ৰজাসকল সেই ধৰ্মত দীক্ষিত হয়। শিৱসিংহৰ পাটৰাণী ফুলেশ্বৰী বা প্ৰমথেশ্বৰীও শাক্ত-ধৰ্মৰ প্ৰতি আছিল বিশেষ অনুৰক্তা। বিশেষ কথা এই যে, অসমীয়া-সংস্কৃতি আৰু সাহিত্যৰ উদ্যান নানা ৰংবেৰঙৰ ফুলেৰে জাতিস্কাৰ কৰি তোলাৰ মূলতে আহোম ৰজাসকলৰ হিন্দুধৰ্মৰ প্ৰতি অনুৰাগ আৰু তেওঁলোকৰ সেই ধৰ্মগ্ৰহণ বুলিয়েই কব লাগিব।

আহোমসকলে নিজ ভাষা পৰিত্যাগ কৰি অসমীয়া ভাষা গ্ৰহণ কাৰলে, আৰু এই ভাষাক ৰাজভাষাৰ মৰ্য্যদা দি সকলো ৰজাঘৰীয়া কাম-কাজ ইয়াৰ মাধ্যমত চলাবলৈ লয়। এই কাৰ্য্যও অসমীয়া-সাহিত্য-সংস্কৃতিৰ বিকাশৰ পথৰ বৰ ডাঙৰ সহায়ক হৈ উঠে। সাহিত্য-সংস্কৃতিৰ বিকাশ আৰু প্ৰসাৰণৰ ক্ষেত্ৰত ৰাজশক্তিৰ পৃষ্ঠপোষকতা অৱশ্যে

*সাহিত্য-সৃষ্টিৰ ব্যাপকত্ব*

একো নতুন কথা নহয়— চতুৰ্দশ শতিকাৰ পৰা কছাৰী-কমতা আৰু কোছ ৰজাসকলে এই কাম কৰি আহিছে, ইয়াৰ আলোচনাও ক্ৰমানুগতিত এই গ্ৰন্থৰ ভিতৰতে কৰি অহা হৈছে। বিশেষ মন কৰিবলগীয়া কথা এই যে, কোছ বংশীয় নৃপতিসকল আৰু দৰঙ্গী-ৰাজন্য বৰ্গৰ সহায়তাত বিশেষভাৱে বৈষ্ণৱ- ভাৱাপন্ন সাহিত্য বাজিবহে সৃষ্টি হৈছিল; ৰামায়ণ, মহাভাৰত, ভাগৱত আদি বিভিন্ন পুৰাণৰ অনুবাদ বা সেইবোৰৰ অন্তৰ্গত আখ্যানৰ আধাৰত গীত, নাট, কাব্য আদি ৰচিত হৈছিল। কিন্তু আহোম ৰজাসকলৰ সহায়তাত সৃষ্ট-সাহিত্যৰ ব্যাপকত্ব বিষয়বস্তু আৰু প্ৰকৃতি, উভয় দিশৰ পৰাই অধিক। আহোম-যুগৰ শেষৰ ফালে, অৰ্থাৎ সপ্তদশ শতিকাৰ শেষভাগৰ পৰা উনবিংশ শতিকাৰ প্ৰাৰম্ভলৈকে এই কালডোখৰতো অৱশ্যে

পূর্বযুগৰ বৈষ্ণৱ ভাৱাপন্ন কিছুমান কাব্য নাট ৰচিত হৈছে। তাৰ উপৰিও এই কালছোৱাত আহোম ৰজাৰ পৃষ্ঠপোষকতা বা ৰজবিষয়াৰ অনুপ্ৰেৰণাত বুৰঞ্জী-সাহিত্য, শাক্ত-সাহিত্য, আদিৰসাত্মক কাব্য আৰু বহুবিধ ব্যৱহাৰিক জ্ঞানৰ পুথিও ৰচিত হয়।

বুৰঞ্জী সাহিত্য আহোমসকলৰ সর্বশ্রেষ্ঠ দান— এই কথা বুৰঞ্জীৰ আলোচনা প্ৰসঙ্গত কৈ অহা হৈছে। ত্ৰয়োদশ-শতিকাৰো হয়তো আগৰে পৰা তেওঁলোকৰ মাজত বুৰঞ্জীলিখাৰ দস্তুৰ থকা বুলি কুজা কলেও অসমীয়া-ভাষা গ্ৰহণ কৰাৰ পাছৰ পৰা এই ভাষাত বুৰঞ্জীবোৰ লিখা হয়। ৰাজনীতি জনা আৰু সমাজৰ লগত সম্বন্ধ থকা বিজ্ঞলোকৰ হতুৱাই স্বৰ্গদেউসকলে বুৰঞ্জী লিখাইছিল। আনকি, বুৰঞ্জী লিখাৰ কাৰণে 'চিৰিংফুকন নামৰ এজন বিষয়াও নিযুক্ত কৰিছিল। ৰজাঘৰৰ পৰা লেখকক কাকত পত্ৰ আদি সকলো প্ৰয়োজনীয় সামগ্ৰীৰ যোগান ধৰা হৈছিল। উচ্চ-পদস্থ বিষয়া আৰু ৰাজ-বংশৰ সম্ভ্ৰান্ত কোনো কোনো লোকেও কিছুমান বুৰঞ্জী লিখিছে। এই প্ৰসঙ্গত বাঁহগড়ীয়া আতনবুঢ়াগোহাঞি, শ্ৰীনাথ দুৱৰা, নুমলি বৰগোহাঞিৰ নাম উল্লেখনীয়। নিজৰ যত্নত ৰচনা কৰা তেওঁলোকৰ বুৰঞ্জীয়ে সুকীয়া স্থান লাভ কৰিছে। পদ্য-বুৰঞ্জীৰ লেখক বিশ্বেশ্বৰ বৈদ্যাধিপ আৰু দুতিৰাম হাজৰিকাৰ নাম ইয়াত স্মৰণীয়। বিশ্বেশ্বৰে স্বৰ্গদেউৰ আজ্ঞাৰে আৰু দুতিৰামে যুৱৰাজ কমলেশ্বৰ সিংহৰ মুখৰ পৰা ইতিবৃত্ত শুনি তেওঁৰ বুৰঞ্জীখন ৰচনা কৰিছিল। আহোম ৰজাসকলে বহুতো সত্ৰ স্থাপন কৰিছে। সেই সত্ৰবোৰতো ৰজাঘৰীয়া অনুপ্ৰেৰণাত কিছুমান বুৰঞ্জী আৰু সেইলেখীয়া কিছুমান বংশাৱলী ৰচিত হৈছে। এইধৰণে আহোম ৰজাৰ পৃষ্ঠপোষকতা আৰু ৰাজবিষয়া বা সম্ভ্ৰান্ত লোকৰ ব্যক্তিগত প্ৰচেষ্টাত ঐতিহাসিক তথ্যপ্ৰকাশক কিমান পুথি যে ৰচিত হৈছে, তাৰ সংখ্যা নিৰূপণ কৰিব নোৱাৰি। ঐতিহাসিক তথ্য প্ৰকাশ কৰাৰ উপৰিও সাহিত্যিক, সামাজিক, ধৰ্মীয়, শৈক্ষিক আদি দিশতো আলোকপাত কৰা কাৰণে এই শ্ৰেণী গ্ৰন্থৰ সাংস্কৃতিক-মূল্যও কম নহয়।[১৪]

*বুৰঞ্জী আদি প্ৰণয়ন*

ড° বিৰিঞ্চিকুমাৰ বৰুৱাই[১৫] কৈছে— "বৈষ্ণৱ সাহিত্যত স্বাভাৱিক সুখ-স্বচ্ছন্দতাক দমন কৰা হৈছিল; আহোম-যুগৰ সাহিত্যই সেই বন্ধনৰ পৰা মুক্তি লাভ কৰিলে। বিশেষতঃ ৰাজদৰবাৰ প্ৰেম আৰু ৰোমাঞ্চৰ কেন্দ্ৰ। ৰজা-ৰাণীসকলেও আনন্দ-বিনোদৰ কাৰণে ধৰ্ম-আখ্যানতকৈ প্ৰেম-আখ্যানকে বিচাৰে।" এই ধৰণৰ গোটেইটো মন্তব্য প্ৰসঙ্গক্ৰমে স্থানান্তৰত দাঙি ধৰা হৈছে। স্বৰ্গদেউসকলে নিজৰ মনস্তুষ্টিকাৰক-কাব্য ৰচিবলৈ কবিসকলক সহায়

*শৃঙ্গাৰ-ৰসাত্মক কাব্যৰ সৃষ্টি*

১৪. বৈষয়িক-সাহিত্যৰ শিতানত "বুৰঞ্জী"ৰ আলোচনা দ্ৰষ্টব্য

১৫ অ.ভা.সং., পৃ. ১৪৬

আৰু উদগনি দিছিল। আহোম যুগৰ শ্ৰেষ্ঠ কবি কবিৰাজ চক্ৰবৰ্ত্তীৰ কাব্যৰাজি এই মন্তব্য সমৰ্থনৰ সুন্দৰ দৃষ্টান্ত ৰূপে দেখা দিয়ে। ৰুদ্ৰসিংহ, শিৱসিংহ আৰু ৰাজৰাণী ফুলেশ্বৰীৰ সভাকবি চক্ৰবৰ্ত্তীৰ বিখ্যাত ৰচনা “গীত-গোবিন্দ” “শঙ্খচূড়-বধ” শকুন্তলা কাব্য” আৰু “ব্ৰহ্মবৈৱৰ্ত্ত-পুৰাণ” (কবিৰাজ চক্ৰবৰ্ত্তী দ্ৰষ্টব্য) সংস্কৃত পুৰাণ আৰু কাব্যৰ অনুবাদ। বিলাসী আৰু শৃঙ্গাৰ-ৰসামোদী ৰজা-ৰাণীৰ মনস্তুষ্টিৰ কাৰণে অসমীয়া কবিয়ে এইবোৰৰ মাজত শৃঙ্গাৰ-ৰস সানি একপ্ৰকাৰ লৌকিক-কাব্যৰ শাৰীলৈ ঠেলিছে। দুষ্যন্ত-শকুন্তলাৰ আখ্যানৰ লগত কোনো সম্বন্ধ নথকা শৃঙ্গাৰ-ৰসাত্মক কামকলা-আখ্যানটো “শকুন্তলা কাব্য”ৰ মাজত সুমাই দিয়াৰ অন্যতম উদ্দেশ্য হয়তো বিলাসী-বিহাৰী ৰজা-ৰাণীৰ কাম-কৌতুকপূৰ্ণ মনত আনন্দপ্ৰদান কৰাটোও হ'ব পাৰে।

আহোম যুগৰ, বিশেষভাবে পাছৰ ফালে ৰজাবিলাক আমোদপ্ৰিয় হৈ উঠিছিল। ইয়াৰ ফলস্বৰূপে ৰজাঘৰীয়া উদ্যোগ আৰু পৃষ্ঠপোষকতাত বিবিধ প্ৰকাৰৰ খেল-ধেমালিৰ প্ৰচলন হৈছিল। সেই বিলাকৰ ভিতৰত শেনযুঁজ কুকুৰাযুঁজ, হাতীযুজ, ম'হযুজ, কণিযুজ, নাওখেল, ঢোপখেল আদিবোৰ প্ৰধান।[96] নৃপতিসকলৰ উৎসৱ-পৰ্ব্বৰ উপভোগতো

*গীত-নাট আদিৰ সৃষ্টি*

ক্ৰমশঃ ৰুচি বাঢ়িছিল। সেয়েহে, ৰজাঘৰীয়া উদ্যোগত বিহু-উৎসৱ আৰু দুৰ্গা-পূজা[97] বৰ জাকজমকেৰে অনুষ্ঠিত হৈছিল। সঙ্গীত আৰু নাট্যাভিনয়ৰ উপভোগৰ ক্ষেত্ৰতো আহোম ৰজা আৰু ডা-ডাঙৰীয়াসকলৰ প্ৰবৃত্তি বৃদ্ধি পাইছিল। এই কলা উপভোগৰ অনুৰাগ-প্ৰবৃত্তি বহু গীত আৰু নাট সৃষ্টিৰ প্ৰধান কাৰণ আছিল, সেইবোৰ ৰজাঘৰীয়া উদ্যোগত অভিনযো হৈছিল। এই তথ্য আনকি সমসাময়িক বুৰঞ্জীতো লিপিবদ্ধ হৈছে। তুংখুঙীয়া বুৰঞ্জীত আছে যে, “ৰাবণ-বধ” নামৰ নাট ৰচিত আৰু অভিনীত হয় ৰাজেশ্বৰসিংহৰ দিনত; গৌৰীনাথ সিংহৰ দিনত পহুমৰীয়া গোসাঁয়ে “পদ্মাৱতী-হৰণ নাট”, কমলেশ্বৰ সিংহৰ দিনত বাৰেঘৰীয়া গোসাঁয়ে “ৰুক্মিণী হৰণ” আৰু দিহিঙৰ নামাটি গোসাঁয়ে “অক্ৰূৰাগমন” নাট অভিনয় কৰাইছে। লক্ষ্মীনাথ দাসৰ “কুমৰ-হৰণ” নাটখন চন্দ্ৰকান্ত সিংহৰ আদেশত ৰচিত হৈছিল, এই কথা কবিৰ ভণিতাৰ পৰাই জনা যায়—

*শ্ৰীচন্দ্ৰকান্ত ৰাজা নৃপতি প্ৰধানা।*
*কৰাৱত ওহি নাট নিৰামাণা।।*

এই নাটখন চন্দ্ৰকান্তৰ আদেশতে প্ৰথম অভিনয়ো হৈছে বুলি জনা যায়। আহোম ৰজা আৰু ৰাজবিষয়াসকলৰ গীত-নাটৰ প্ৰতি বৃদ্ধি পোৱা প্ৰবৃত্তি আৰু তাৰ পৰিতৃপ্তিৰ অন্যতম ফলশ্ৰুতি স্বৰূপে কিমান গীত-নাট ৰচিত হৈছিল তাৰ লেখ দিব নোৱাৰি,

---

৯৬. ই. সৌ. ছ. ব., ৩ য় অধ্যায় ঃ সৰ্বানন্দ ৰাজকুমাৰ

৯৭. ত্ৰি. বু. ৮ ম অধ্যায়

যিহেতু সেই সকলোবোৰ এতিয়ালৈ আৱিষ্কৃত হৈছে বুলি কব পৰা নাযায়। আহোম-ৰজাৰ আদেশ বা অনুপ্ৰেৰণাত আৰু এক শ্ৰেণীৰ নাটৰ উদ্ভৱ হয়। টেক্‌নিক্ আৰু ভাষাৰ ফালৰ পৰা এই নাটবোৰ শঙ্কৰদেৱৰ নাটৰ পৰা কিছু বেলেগ। এইবোৰৰ অন্তৰ্গত গীতবোৰ অসমীয়াত ৰচিত হলেও প্ৰধানভাৱে এই নাটবোৰৰ ভাষা সংস্কৃত। ইতিমধ্যে "অন্যান্য বিষযৰ কবি" শিতানত নাটৰ আলোচনা প্ৰসঙ্গত এই শ্ৰেণী নাটৰ বিষয়ে কিছু কথা কৈ অহা হৈছে।

যথাস্থানত অৱশ্যে আলোচনা কৰি অহা হৈছে— শিৱনাথ দ্বিজৰ শ্ৰীশ্ৰীচণ্ডীৰ অনুবাদ, অনন্ত আচাৰ্য্যৰ "আনন্দ লহৰী", ৰুচি নাথ কন্দলীৰ "শ্ৰীশ্ৰীচণ্ডী", ৰঙ্গনাথ চক্ৰৱৰ্ত্তীৰ শ্ৰীশ্ৰীচণ্ডীৰ অনুবাদ, ৰামচন্দ্ৰ বৰপাত্ৰৰ যোগিনী-তন্ত্ৰৰ অনুবাদ, মধুসূদন মিশ্ৰৰ মাৰ্কণ্ডেয়-পুৰাণৰ অনুবাদৰ উপৰিও গুপ্তমণি, গুপ্তসাৰ, কালিকা পুৰাণ, হৰ-গৌৰী-সম্বাদ আদি শাক্ত-গ্ৰন্থবোৰ আহোম-যুগত ৰচিত হৈছে। সেইবোৰৰ বেছিভাগেই বিভিন্ন নৃপতিৰ পৃষ্ঠপোষকতা আৰু আদেশত ৰচিত। ৰুদ্ৰসিংহ আৰু শিৱসিংহ স্বৰ্গদেৱে দেৱীৰ শক্তি-মাহাত্ম্য বৰ্ণনা কৰি ৰচনা কৰা গীতো কেইটামান আছে। জয়ধ্বজ সিংহ স্বৰ্গদেৱেও দুই এটা গীত ৰচনা কৰিছিল বুলি জনা যায়। শাক্ত-পুৰাণৰ উপৰিও মহাভাৰত আৰু আন পুৰাণৰ অনুবাদৰ ক্ষেত্ৰতো আহোম-নৃপতিৰ পৃষ্ঠপোষকতা আৰু আদেশ নথকা নহয়। ৰুদ্ৰসিংহৰ পৃষ্ঠপোষকতা লাভ কৰি লক্ষ্মীনাথ দ্বিজে ৰচনা কৰে মহাভাৰতৰ শান্তি-পৰ্ব আৰু শিৱসিংহৰ পৃষ্ঠপোষকতাত ৰামানন্দই ৰচনা কৰে তাৰ উদ্যোগ-পৰ্ব। বিদ্যাচন্দ্ৰ ভট্টাচাৰ্য্যৰ হৰিবংশৰ পদানুৱাদ আৰু দুৰ্গেশ্বৰ দ্বিজৰ ব্ৰহ্মবৈবৰ্ত্ত পুৰাণৰ প্ৰকৃতিখণ্ডৰ পদ ভাঙনিও উল্লেখনীয়।

*বিবিধ ধৰণৰ কৃতি*

বৈষয়িক কথাবস্তুৰ আধাৰত সৃষ্টি হোৱা সাহিত্যৰ কাৰণে আহোম-যুগ বিশেষত্বপূৰ্ণ আৰু বিখ্যাত। বুৰঞ্জীসমূহৰ উপৰিও আহোম-ৰাজকাৰ্য্যৰ বিবৰণ ৰক্ষিত-কাকত-পত্ৰ, ৰাজনীতি সম্বন্ধে আদান-প্ৰদান কৰা চিঠি পত্ৰ, মঠ-মন্দিৰ আৰু ব্ৰাহ্মণ- সজ্জনৰ প্ৰতি ভূদান-পত্ৰ আদিও সেই যুগৰ এক প্ৰকাৰৰ সাহিত্য-কৃতি। আকৌ, ৰজা শিৱসিংহ আৰু ৰাণী অম্বিকা দেৱীৰ আদেশত সুকুমাৰ বৰকাথে ৰচনা কৰা "হস্তী বিদ্যাৰ্ণৱ" হাতীৰ প্ৰকৃতি আৰু চিকিৎসাবিষয়ক এখন বিখ্যাত গ্ৰন্থ। কবি শুভঙ্কৰৰ "শ্ৰীহস্তমুক্তাৱলী" আৰু কোনো অজ্ঞাত লিখকৰ "ঘোৰা-নিদান" এই যুগৰ অনন্যসাধাৰণ পুথি। ইয়াৰ উপৰিও জ্যোতিষ, গণিত, আদি বিষয়ৰ পুথিও আহোম-যুগত ৰচিত হৈছে। এই সকলো ধৰণৰ গ্ৰন্থৰ আলোচনা সংক্ষিপ্ত-স্থানবিশেষত দাঙি ধৰা হৈছে।

কলাকৃতিৰ দিশত নানা বিধ চিত্ৰ-বিদ্যাৰ বিকাশো আহোম-যুগৰ বিশেষ বিশেষত্ব। "হস্তী-বিদ্যাৰ্ণৱ", "গীত-গোবিন্দ," "শঙ্খচূড়- বধ" আদি পুথিৰ চিত্ৰবোৰ এই প্ৰসঙ্গত উল্লেখনীয়।

# যুগ-সন্ধিৰ সাহিত্য

১৮২৬ অসম বুৰঞ্জীৰ প্ৰসিদ্ধ চন। প্ৰায় ছশবছৰীয়া আহোম-ৰাজত্বৰ অৱসান ঘটে এই চনতে। উক্ত চনৰ ২৪ ফেব্ৰুৱাৰীত হোৱা বিখ্যাত ইয়াণ্ডাবু সন্ধিৰ চৰ্ত্ত অনুসৰি ব্ৰহ্মদেশৰ ৰজাৰ পৰা আৰাকান, টেনাচেৰিম আৰু মাৰ্টাবান, এই তিনিখন ৰাজ্য ইংৰাজে লাভ কৰাৰ লগতে অসম-দেশো আহোমৰ হাতৰ পৰা তেওঁলোকৰ অধীনলৈ যায়। ইতিহাসৰ এই বিখ্যাত ঘটনাই অসমীয়া-জাতিৰ চিৰকলীয়া স্বাধীনতা বিলুপ্ত কৰি দিয়ে। অকল ৰাজনৈতিক-ক্ষেত্ৰতে নহয়, ইতিহাসৰ এই স্মৰণীয় ঘটনাই পূৰ্বাঞ্চলীয় দেশখনৰ সামাজিক, ধৰ্মীয়, সাংস্কৃতিক আদিৰ ক্ষেত্ৰতো লক্ষণীয়ভাবে প্ৰথমতে স্থৱিৰতা আনে, আৰু তাৰ পাছৰ পৰা ক্ৰম-পৰিৱৰ্ত্তনৰ সূচনা কৰে। প্ৰকৃতাৰ্থত কবলৈ গলে ৰাণী ফুলেশ্বৰীৰ আমোলত অষ্টাদশ-শতিকাৰ দ্বিতীয় দশকত মোৱামৰীয়া-বিদ্ৰোহৰ সূত্ৰপাত হোৱাৰ পিছৰে পৰা মানুহৰ মনত স্থিৰতা নোহোৱা হয়। পাছত উক্ত শতিকাৰে শেষৰ ফালে মৰাণ-মোৱামৰীয়াৰ বিদ্ৰোহৰ ভয়ঙ্কৰ জুই একাধিকবাৰ জ্বলি উঠে। এই বিদ্ৰোহ এক প্ৰকাৰ সাম কাটাৰ পাছতে আকৌ ১৮১৬-১৮২২ খৃঃৰ ভিতৰত মানৰ আক্ৰমণ হয় এবাৰ এবাৰকৈ তিনিবাৰ। ইয়াৰ ফলস্বৰূপে ১৮২৬ খৃঃত অসমে স্বাধীনতা হেৰুৱালে। বহুকাল আগৰে পৰা যুদ্ধ-বিগ্ৰহ, অত্যাচাৰ উৎপীড়ন আৰু নানাবিধ আতঙ্কৰ মাজত জনসাধাৰণে কাল কটাবলগীয়া হোৱা কাৰণে তেওঁলোকে মানসিক স্থিৰতা হেৰাইছিল, আনকি বহুতে জীৱনৰ স্থায়িত্বও আশা কৰিব পৰা নাছিল। সেয়েহে, ইংৰাজৰ শাসন-ছত্ৰৰ ছাঁয়াত জিৰণি লৈ প্ৰজাসাধাৰণৰ অন্ততঃ কিছুমানে ক্লান্তি-অৱসাদ দূৰ কৰি স্বস্তিৰ নিশ্বাস অৱশ্যে কাঢ়িছিল। ইংৰাজসকলেও এই নতুন ৰাজ্যখনৰ অধিবাসীসকলক সন্তুষ্ট কৰাৰ উদ্দেশ্যে যোগ্যতাভেদে কিছুমানক চাকৰি-বাকৰি আৰু খিতাপ দান কৰে, ৰাজবংশ

*ৰাজনৈতিক, সামাজিক, মানসিক পৰিস্থিতি*

আৰু সম্ভ্ৰান্ত পৰিয়ালৰ লোকক মাটি-বৃত্তি দান কৰি পৰিতুষ্ট কৰি ৰাখিবলৈ যত্ন কৰে। ইয়াৰ মাজতো কিন্তু স্মৰণাতীত কালৰে পৰা বৈ অহা স্বাধীনতাৰ ভাব আৰু শক্তি সজাগ কৰি তোলা বা-বতাহে কিছুমানৰ অন্তৰাত্মা জগাই নোতোলাকৈ থকা নাছিল। কিছুমানে ভাবিছিল যে, মান-সৈন্যক খেদি দিয়াৰ পাছত দেশত শান্তিস্থাপন হলে ইংৰাজসকলে অসম এৰি যাব। কিন্তু সি হৈ নুঠিল। অসমীয়াই বুজিলে— গোজেই গছ হ'ল, অতিথিয়েই গৰাকী হৈ ৰৰঘৰৰ মজিয়াত বহিবলৈ প্ৰস্তুতি চলাবলৈ ধৰিলে। ইয়াৰ ফলস্বৰূপে, বিচক্ষণ-ৰাজনীতি আৰু স্বাধীনতাৰ সোৱাদ বুজা কোনো কোনো জনে ইংৰাজৰ শাসন-ব্যৱস্থা ওফৰাই দিয়াৰ উদ্দেশ্যে বিদ্ৰোহৰ জুই জ্বলাই তুলিছিল, আৰু সেই জুইত আনকি নিজেও জাহ গৈছিল। গোমধৰ কোঁৱৰৰ বিদ্ৰোহ আৰু দুৰবা বৰ ফুকনৰ পুতৰ পিয়লি ফুকনৰ বিদ্ৰোহ, প্ৰথম অৱস্থাৰ এই দুই বৈৰ-জাগৰণ বিশেষ স্মৰণীয়। আন এক উল্লেখনীয়

ৰাজনৈতিক কথা এই যে, ১৮৩৩ খৃঃত ইংৰাজে পুৰন্দৰসিংহক উজনিখণ্ডৰ ৰজা পাতে, ইযাৰ চৰ্ত্ত আছিল প্ৰতি বছৰে পুৰন্দৰসিংহই বৃটিছ চৰকাৰক ৫০,০০০ (পঞ্চাশ হাজাৰ) টকা দিব লাগিব। কিন্তু স্বৰ্গদেৱৰ কাৰ্য্যত সন্তুষ্ট নহৈ ১৮৩৮ খৃঃৰ অক্টোবৰ মাহত তেওঁৰ ৰাজ্য বৃটিছ সাম্ৰাজ্যৰ অন্তৰ্ভুক্ত কৰা হয। লগে লগে অসমীয়া মানুহৰ অন্তৰত স্বাধীনতাৰ সোৱাদ একেবাৰে নেহোৱা হৈ যায়। তাৰ পাছত, ১৮৫৭ খৃঃত পশ্চিমফালে উদ্ভৱ হোৱা ভাৰতব্যাপক চিপাহী-বিদ্ৰোহত সংশ্লিষ্ট থকা বুলি মণিৰাম দেৱানক বৃটিছ চৰকাৰে আটক কৰে, আৰু এক প্ৰকাৰ বিচাৰ কৰি ১৮৫৮ খৃঃৰ ২৬ফেব্ৰুৱাৰীত যোৰহাট নগৰত প্ৰকাশ্যভাৱে তেওঁক ফাঁচী দিয়ে। সেই প্ৰসঙ্গত পিয়ালি বৰুৱাও ফাঁচী কাঠত ওলমে।

মোৱামৰীয়া বিদ্ৰোহ, ডুমডুমীয়া-বিদ্ৰোহ বা দন্দুৱা দ্ৰোহ আৰু ফোফাই সেনাপতিৰ দ্ৰোহৰ পাছৰ পৰা অসমৰ স্বাধীনতা বিলুপ্তিলৈকে প্ৰায় ২৫/৩০ বছৰীয়া কালছোৱাত মানুহৰ মনত স্থিৰতা নোহোৱা হৈছিল। আকৌ, ইংৰাজে শাসনভাৰ গ্ৰহণ কৰাৰ পাছতো ওপৰত উল্লেখ কৰা কাৰণবোৰৰ নিমিত্তে কিছুকাল ধৰি সচেতন লোকসকলৰ মানসিক স্থিৰতাৰ অভাৱ হোৱা দেখা গৈছিল। গতিকে, পৰাধীনতাৰ পূৰ্ববৰ্ত্তী আৰু পৰৱৰ্ত্তী উক্ত কাল দুখণ্ড সাহিত্য-সৃষ্টিৰ কাৰণে উপযুক্ত নাছিল। সেয়েহে কব পৰা যায়— এই কালছোৱাত আমাৰ সাহিত্য-ক্ষেত্ৰ অনুৰ্ব্বৰ, এই সময়ত কোনো কালজয়ী সৃষ্টিমূলক সাহিত্যৰ সৃষ্টি হোৱা দেখা নাযায়। গ্ৰন্থৰ আৰম্ভণিতে আমি কৈ আহিছোঁ— ১৮২৬ খৃঃত বহল ভাৱত বৈষ্ণৱ যুগৰ পৰিসমাপ্তি, আৰু এই সময়ৰ পৰাই আমাৰ সাহিত্যৰ বৰ্ত্তমান-যুগ বা আধুনিক-যুগৰ আৰম্ভণি। ১৮২৬ চনটো অসমৰ ইতিহাসৰ যুগান্তকাৰী, এই চনত হয় অসমৰ স্বাধীনতাৰ পৰিসমাপ্তি আৰু লগতে পৰাধীনতাৰ আৰম্ভণি। অকল এই ৰাজনৈতিক কথা দুটাই নহয়; স্থূলভাৱৰ পৰা কব পৰা যায়— এই চনতেই পাঁচ-ছয়শ বছৰীয়া অসমীয়া-সাহিত্য-প্ৰৱাহৰ পূৰ্বকালীন ৰূপগত আৰু গুণগত বিশেষত্ববোৰ বিলুপ্ত হোৱাৰ উপক্ৰম, আৰু এই দুই বিশেষত্বৰ মাজত আধুনিকতাৰ প্ৰৱেশনালাভৰ আৰম্ভণ। অকল এই ক্ষেত্ৰতেই নহয়, সকলো ধৰণৰ সাংস্কৃতিক- পৰিবৰ্ত্তনৰ সীমা-নিৰ্ণায়ক-সময়-নিৰূপণত গাণিতিক-সত্যতা কিন্তু আৰোপ কৰিব নোৱাৰি। সাহিত্য-সংস্কৃতিৰ ৰূপগত আৰু ভাৱগত পৰিবৰ্ত্তন এটা নিৰ্দ্দিষ্ট সময়তে হৈ নুঠে; ই সময়সাপেক্ষ। সেয়েহে কিছুকাল আগৰে পৰা ৰাজনৈতিক, সামাজিক আদি দুৰ্যোগৰ মাজেদি অসুস্থ গতিত নামি অহা অসমীয়া সাহিত্যই ১৮২৬ খৃঃৰ পৰা আধুনিকতাৰ ফালে আগবাঢ়ি যোৱাৰ পথ অৱশ্যে দেখে। এই পথেৰে আগবাঢ়ি গৈ ই পূৰ্ণভাৱে আধুনিক ৰূপ লাভ কৰালৈকে তিনি দশক মানৰো অধিক কাল লাগে। এনেকুৱা পৰিস্থিতি আৰু কাৰণত কব পৰা যায়— ১৮২৬ খৃঃৰ আগৰ আৰু পাছৰ সময় মিলি প্ৰায় দুকুৰি বছৰমান কাল আমাৰ সাহিত্যৰ এটা বিৱৰ্ত্তনৰ যুগ। এই কালছোৱাৰ

*বিৱৰ্ত্তনৰ কাল— যুগসন্ধিৰ কাল*

ভিতৰতে অৱশ্যে ১৯৩৬ খৃঃত আমেৰিকাৰ বেপ্তিষ্ট মিছনাৰীসকল আহি অসমত সোমায় আৰু ইতিমধ্যে লুপ্তপ্ৰায় অসমীয়া ভাষা-সাহিত্য উদ্ধাৰৰ কাৰণে তেওঁলোকে যত্ন কৰে। সাহিত্য-ইতিহাসৰ এই বিখ্যাত অধ্যায়টোৰ বিবৰণ আৰু আলোচনা ইয়াৰ পাছত আমি দাঙি ধৰিম। পৰাধীনতাৰ আগ আৰু পাছৰ উক্ত কালডোখৰক আমি যুগ-সন্ধিৰ কাল বুলিছোঁ। এই কালডোখৰত যিকেইখন পুথি ৰচনা হৈছে, সি অৱশ্যে কালজয়ী নহয়। ৰচনাৰ কাল অনুসৰি, ৰূপগত আৰু গুণগত বিশেষত্বৰ ফালৰ পৰা তাঁৰ কোনো খনকে ঠিকমতে আধুনিক বা পৌৰাণিক বুলিবলৈও টান হয়। সেই পুথিকেইখনৰ কথা চমুকৈ তলত আলোচনা কৰা হ'ল।

আত্মাৰাম শৰ্মা, মণিৰাম দেৱান, কাশীনাথ তামুলী ফুকন আৰু হৰকান্ত শৰ্মা মজিন্দাৰ বৰুৱা গদ্যলেখকৰূপে আলোচ্যমান যুগ-সন্ধিৰ কালখণ্ডৰ উল্লেখনীয় ব্যক্তি। আত্মাৰাম শৰ্মাত বাহিৰে বাকী তিনিজনৰ সাহিত্য-কৃতি প্ৰস্তুত হৈছে দেশৰ পৰাধীনতাৰ পাছতে অসমীয়া ভাষা-সাহিত্যৰ সঙ্কটময়-দুৰৱস্থাৰ কালডোখৰৰ ভিতৰত। কিন্তু বিশেষ কথা এই যে, সেই কঙ্কটময়-অৱস্থাত ভাষাৰ যি দুখলগা স্বৰূপ হৈছিল, তাক স্পষ্ট ৰূপত তেওঁলোক কোনোজনৰে ৰচনাৰ মাজত দেখিবলৈ পোৱা নাযায়। গতিকে কব পৰা যায়— সমসাময়িক-পৰিস্থিতিজনিত-প্ৰভাৱৰ পৰা তেওঁলোক এক প্ৰকাৰ মুক্ত আছিল।

*গদ্য-লেখক*

আত্মাৰাম শৰ্মা আছিল নগাওৰ কলিয়াবৰৰ ব্ৰাহ্মণ পণ্ডিত। তেওঁৰ জন্মৰ সময় সঠিকভাবে জনা নাযায় যদিও এটা বিশেষ কথা জনা যায়—ই. দেনিয়েল পট্‌ছেই তেওঁৰ "British Missionaries in India" নামৰ গ্ৰন্থত উল্লেখ কৰিছে যে, ১৮০৩ খৃঃত তীৰ্থ কৰিবলৈ জগন্নাথলৈ গৈ ঘূৰি অহা ব্ৰাহ্মণ-পণ্ডিত এজনক ডঃ কেৰিয়ে শ্ৰীৰামপুৰত লগ পায়। ডঃ কেৰিৰ সান্নিধ্যত তেওঁ খৃষ্টধৰ্ম গ্ৰহণ কৰে আৰু তেতিয়াৰ পৰা এই ব্ৰাহ্মণজন (খুব সম্ভৱ আত্মাৰাম শৰ্মা) শ্ৰীৰামপুৰতে ঘৰ-সংসাৰ কৰি থাকে। এই অসমীয়া পণ্ডিতজনে ছপাখানাৰ কাম ভালকৈ জানিছিল। ডঃ কেৰিৰ নিৰ্দ্দেশ মতে প্ৰথমতে তেওঁ বাইবোলৰ "নিউটেষ্টামেন্ট্" খণ্ড "ধৰ্ম পুস্তক অন্তভাগ" নামেৰে আৰু পাছত তাৰ "ওল্ড্ টেষ্টামেন্ট" খণ্ড "ধৰ্ম্ম পুস্তক আদিভাগ" নামেৰে অসমীয়া-গদ্যত অনুবাদ কৰে। ১৮১৩ খৃঃত "ধৰ্মপুস্তক অন্তভাগ" শ্ৰীৰাম প্ৰেছতে ছপা হৈ ওলায়। আত্মাৰাম শৰ্মাৰ এই ৰচনা মৌলিক নহয়, ডঃ কেৰিৰ নিৰ্দ্দেশকৃত অনুবাদ। কেৰি আছিল সংস্কৃত, হিন্দী, বাংলা আৰু মাৰাঠী ভাষাৰ সুপণ্ডিত, আৰু তেওঁ শব্দৰ বানানৰ ক্ষেত্ৰত পৰম্পৰাগত সংস্কৃত বানান ৰক্ষাৰ পক্ষপাতী, ব্ৰাউন-ব্ৰন্সনৰ মতানুসৰি উচ্চাৰণ অনুযায়ী দন্ত্য মূৰ্দ্ধন্যৰ ভেদ নৰখাকৈ

*আত্মাৰাম শৰ্মা—বাইবোল অনুবাদ*

বানান-লিখাৰ পক্ষপাতী নহয। সেযেহে, তেওঁৰ আদর্শৰ-অনুগত আত্মাৰাম শর্মাৰ গদ্য কিছু পৰিমাণে পুৰণি কলীয়া ধৰ্মীয- গদ্যৰ লেখীযা আৰু লগতে ব্ৰাউন ব্ৰন্সনৰ গদ্যৰীতিৰ লগত অমিল।

মণিৰাম দেৱান, ওৰফে "কলিতা ৰজা" (১৮০৬-১৮৫৮খৃঃ) আহোম ৰাজত্বৰ অৱসান আৰু বৃটিছ ৰাজত্বৰ আৰম্ভণি-কালৰ ব্যক্তিত্বসম্পন্ন লোক। শিৱসাগৰৰ চাৰিঙৰ ৰামদত্ত দোলাকাষৰীযা বৰুৱাৰ পুত্ৰ তেওঁ। কেউপিনৰ পৰা জুৰুলা অসম-ৰাজ্যত শান্তি-প্ৰতিষ্ঠাৰ আশা কৰি প্ৰথমাৱস্থাত বৃটিছক তেওঁ সহায়েই কৰিছিল, সেই নতুন চৰকাৰৰ তলত ৰংপুৰৰ কাছাৰিত কলেক্টৰী বিভাগৰ মিৰ্মুণ্ষি আৰু পেছ্কাৰৰ কামো কিছুদিন ধৰি কৰিছিল। ১৮৩৩ খৃঃৰ পৰা পুৰন্দৰ সিংহ পুনঃ বৃটিছৰ অধীনত ৰজা হোৱাত মণিৰাম হৈছিল সেই ৰজাৰ বৰভাণ্ডাৰ বৰুৱা। কিছুকাল তেওঁ অসম চাহ কোম্পানীৰ দেৱানৰ দাযিত্বও বহন কৰে। শেষৰ ফালে বৃটিছ চৰকাৰৰ কূটনীতিত দেৱান অসন্তুষ্ট হয়।

*মণিৰাম বৰভাণ্ডাৰ বৰুৱা, বুৰঞ্জী-বিবেক*

পশ্চিমফালে উদ্ভৱ হোৱা ভযঙ্কৰ চিপাহী বিদ্ৰোহৰ লগত দেৱানে কিবা সম্পৰ্ক ৰক্ষা কৰা বুলি জানিব পাৰি বৃটিছ চৰকাৰে তেওঁক ১৮৫৮ খৃঃত যোৰহাট নগৰত ফাঁচী দিয়ে। "বুৰঞ্জী-বিবেক ৰত্ন" নামৰ গ্ৰন্থখনৰ লেখকৰূপে মণিৰাম দেৱানৰ নাম আমাৰ সাহিত্যৰ বুৰঞ্জীত উল্লেখনীয়। ৰাজনৈতিক কথাৰ উপৰিও আহোম ৰাজত্বৰ শেষৰ ফালৰ সাংস্কৃতিক দিশৰো বিবৰণ এই পুথিত পোৱা যায়। বিশেষকৈ মোৱামৰীয়াৰ বিদ্ৰোহ, মানৰ আক্ৰমণ-অত্যাচাৰ, বৈষ্ণৱ-সত্ৰৰ বিবৰণ আদি বিষয়বোৰক লৈ এই পুথি গৰীয়ান। লেখক হিচাপে মণিৰাম অৰুণোদই-যুগৰ অব্যৱহিত পূৰ্বৱৰ্ত্তী। এই যুগৰ ভাষা-সঙ্কটৰ মাজত পৰিছিল যদিও তেওঁ মিছনাৰীসকলৰ গদ্যৰীতিত প্ৰভাৱিত নহৈ পূৰ্বাগত, বিশেষকৈ বুৰঞ্জী-গদ্যকে অৱলম্বন কৰিছে। সেই বুলি ইয়াত বুৰঞ্জী-গদ্যৰ নিখুঁত ৰীতিও পোৱা নাযায়, ইয়াৰ কিছু পৰিৱৰ্ত্তিত ৰূপহে দেখা যায়।

লালবন্দী হিচাপে উজনিৰ এটা খণ্ড পুৰন্দৰসিংহই যেতিয়া (১৮৩৩-১৮৩৮খৃঃ) শাসন কৰে, সেই সময়ত কাশীনাথ দ্বিজ তামুলীফুকন (১৮১০-১৮৮০ খৃঃ) তেওঁৰ ৰাজসভাৰ সদস্য আছিল। পাছত তামুলী ফুকন ইংৰাজ চৰকাৰৰ অধীনত মুণ্ষিফ্-পদত

*কাশীনাথ তামুলী ফুকন*

নিযুক্ত হৈ কাম কৰে। পুৰন্দৰসিংহৰ আদেশত কাশীনাথ তামুলীফুকনে "অসম বুৰঞ্জী" ৰচনা কৰে। ইয়াক ৰচনা কৰোতে তুংখুঙীয়া বুৰঞ্জীৰ ৰচক শ্ৰীনাথ দুৱৰাৰ পুত্ৰ ৰাধানাথ দুৱৰা আৰু ৰাইলুং আদি পণ্ডিতৰ তেওঁ সহায় লয়। বিষয়বস্তু আহোম বুৰঞ্জীৰ অন্তৰ্গত; স্বাভাৱিকতে ইয়াৰ ভাষা আৰু প্ৰকাশৰীতি পূৰ্বসূৰিসকলৰ বুৰঞ্জীৰ অনুকৰণাত্মক, কিন্তু কালবিৱৰ্তনৰ মাজেদি অলপ পৰিৱৰ্ত্তিত।

হৰকান্ত শৰ্মা মজিন্দাৰ বৰুৱা (১৮১৫-১৯০২খৃঃ) সোণামুৰা দৈৱজ্ঞৰ মজিন্দাৰ বৰুৱাৰ পৰিযালৰ লোক। তেওঁ ১৮৩৬-১৮৭৬ খৃঃ লৈ, এই কালছোৱাৰত চৰকাৰী কাম কৰে আৰু শেষত ডেপুটি কলেক্টৰৰ কামৰ পৰা অৱসৰ লয়। হৰকান্ত মজিন্দাৰ বৰুৱাই ৰচনা কৰা দুখন গ্ৰন্থ পোৱা যায়— এখন "অসম বুৰঞ্জী" আনখন "সদৰামীনৰ আত্মজীৱনী।" "অসম বুৰঞ্জী" তেওঁ ৰচনা কৰিছে বিশেষকৈ কাশীনাথ তামুলীফুকনৰ বুৰঞ্জীৰ আধাৰত। বুৰঞ্জীখনতকৈ হৰকান্ত বৰুৱাৰ আত্ম জীৱনীখনৰ মূল্য আমাৰ সাহিত্যৰ ইতিহাসত অৱশ্যে অধিক। এইখনকে আমাৰ সাহিত্যৰ প্ৰথম আত্মজীৱনী বুলি ধৰিবি পৰা যায়। "সদৰামীনৰ আত্ম জীৱনী"ৰ গোটেইবোৰ কথা এক সময়তে লিখা নহয় বুলি বুজা যায়। এই গ্ৰন্থৰ ভূমিকাত বিশ্বনাৰায়ণ শাস্ত্ৰীয়ে লিখিছে— "আত্ম-জীৱনী সম্ভৱ চৰকাৰী চাকৰিৰ পৰা অৱসৰ লোৱাৰ পিছত লিখিছিল। .. প্ৰথম জীৱনৰ কথাখিনি

*হৰকান্ত মজিন্দাৰ বৰুৱা-সদৰামীনৰ আত্ম-জীৱনী*

সুঁৱৰি লিখা, আৰু চাকৰি জীৱনৰ কথাখিনি দিনলিপিৰ পৰা লিখা বুলি অনুমান কৰিব পাৰি।" গতিকে কব পৰা যায়— হৰকান্ত শৰ্মাৰ চাকৰি-কালছোৱাৰ (১৮৩৬-১৮৭৬ খৃঃ) কথাবোৰ সেইসময়ৰ ক্ৰমিক ৰচনা আৰু ইয়াৰ পূৰ্বাংশ আৰু অপৰাংশৰ কথাবোৰ ১৮৭৬ খৃঃৰ পাছৰ ৰচনা। "বিশেষ কথা এই যে ১৮৭৬ চনৰ কিছু বছৰ আগৰে পৰা হেমচন্দ্ৰ বৰুৱা নিৰ্দ্দেশিত ব্যাকৰণ-সন্মত বাক্যবিন্যাসৰীতিৰে অসমীয়া ভাষা আধুনিক-ৰূপৰ সুস্থ-গতিত আগবাঢ়ি আছে। হৰকান্তৰ উক্ত পৰৱৰ্ত্তী খণ্ডৰ ৰচনাৰীতিয়ে সেই কালৰ মাৰ্জ্জিত-গদ্যৰীতি গ্ৰহণ নকৰালৈ চাই, আৰু লগতে চাকৰি কালৰ ভিতৰৰ ৰচনাবোৰলৈ লক্ষ্য কৰিলেও বুজা যায় যে, তেওঁ অৰুণোদয়-যুগৰ আদিভাগৰ অতি শোচনীয় আৰু শেষভাগৰ কিছু মাৰ্জ্জিত অসমীয়া ভাষা-শৈলী অনুসৰণ কৰা নাছিল। সাময়িক প্ৰভাৱৰ চিহ্ন অলপ অচৰপ থাকিলেও হৰকান্ত সদৰামীনৰ ভাষা-শৈলী আছিল প্ৰধানতঃ পূৰ্বপ্ৰচলিত ৰীতিৰেই অনুকৰণ।"[৯৮]

উপৰুক্ত-গদ্য-লেখকসকলৰ উপৰিও এই প্ৰসঙ্গত আৰু কেইজনমান লিখকৰ নাম উল্লেখনীয়; তেওঁলোকে কিন্তু পুথি ৰচনা কৰিছে পদত। সেই পদপুথি ৰচকসকলৰ ভিতৰত ঘনশ্যাম খাৰঘৰীয়া ফুকন, পৰশুৰাম দ্বিজ, ললিত চন্দ্ৰ গোস্বামী, পূৰ্ণকান্ত দেৱ

*অন্যান্য লেখক*

শৰ্মা, দীননাথ বেজবৰুৱা, ৰঘুদেৱ গোস্বামী, দুতিৰাম হাজৰিকা, বিশ্বেশ্বৰ বিদ্যাধিপ, গোপীনাথ চক্ৰবৰ্ত্তী আদিৰ নাম উল্লেখ কৰা হ'ল। কৱি হিচাপে তেওঁলোক ইংৰাজ- শাসনৰ আৰম্ভণিৰ পূৰ্বৱৰ্ত্তী প্ৰায় দুই দশক আৰু পৰৱৰ্ত্তী প্ৰায় দুই দশক মান কালৰ ভিতৰত প্ৰতিষ্ঠিত। তেওঁলোকৰ কোনো কোনোৱে আধুনিক যুগ বা অৰুণোদই যুগৰ আগলি বা বতাহ পাইছিল। কিন্তু তথাপি কাল-প্ৰভাৱত দুৰ্বল

---

৯৮. অ. গ. সা. গ. প., ড° হৰিনাথ শৰ্ম্মা দলৈ

হোৱা পুৰণিকলীয়া বাক্যৰীতিৰ ক্ষীণ সুঁতিটোৰ পৰা তেওঁলোকৰ ৰুচি এই আগলি বতাহে আঁতৰাই নিব পৰা নাছিল। সেয়েহে তেওঁলোকৰ ছন্দোবদ্ধ ৰচনাবোৰক পৌৰাণিক কাব্যৰীতিৰে ৰুগ্ন নিদৰ্শন বুলিব লগীয়া। পুৰাণৰ অনুবাদকৰ আলোচনা প্ৰসঙ্গত ইতিমধ্যে ঘনশ্যাম খাৰঘৰীয়া ফুকনৰ কথা উল্লেখ কৰা হৈছে। তেওঁৰ জন্ম আৰু মৃত্যু হয় যথাক্ৰমে ১৭৯৫ আৰু ১৮৮০ খৃঃত। সংস্কৃতজ্ঞ পণ্ডিত উক্ত খাৰঘৰীয়া আছিল হলীৰাম বৰকাকতিৰ পুত্ৰ। বৃটিছ চৰকাৰৰ তলত তেওঁ চিৰস্তাদাৰ আৰু পাছত মুন্সিফৰ কাম কৰে। খাৰঘৰীয়াই কল্কি-পুৰাণখনৰ পদানুৱাদ কৰে। এই প্ৰসঙ্গৰ অন্যতম কবি পৰশুৰাম দ্বিজে উনবিংশ শতিকাৰ প্ৰথমভাগতে "ধৰ্মপুৰাণ" আৰু "বিষ্ণুপুৰাণ"ৰ পদ কৰে। তেওঁৰ ৰচনাই অৱশ্যে কাব্যিক সৌন্দৰ্য্য দাবী নকৰে। উনবিংশ শতিকাৰ শেষাংশলৈকে বৈষ্ণৱ-কাব্যৰ আদৰ্শত কাব্য ৰচনাৰ পৰম্পৰা চলি থকাৰ প্ৰমাণ পোৱা যায় ললিত চন্দ্ৰ গোস্বামীকৃত "কেলি ৰহস্য", পূৰ্ণকান্ত দেৱ শৰ্মাৰ "নল চৰিত", গোপীনাথ চক্ৰৱৰ্ত্তীৰ "কলঙ্ক ভঞ্জন" আৰু ৰঘুদেৱ গোস্বামীৰ "হিতোপদেশ" নামৰ ৰচনাৰ মাজত। এই ছন্দোবদ্ধ ৰচনাবোৰ বৈষ্ণৱ যুগৰ কাব্যৰীতিৰ এক প্ৰকাৰ পৰম্পৰা-ৰক্ষাৰ নিদৰ্শন বুলি কব পৰা যায়। পুৰণিকলীযা পদ পুথিৰ আদৰ্শত দীননাথ বেজবৰুৱাই ৰচনা কৰিছে চৰিত বংশাৱলী আৰু পৌৰাণিক আখ্যানৰ আধাৰত "উৎকল খণ্ড"। "কলি-ভাৰতবুৰঞ্জী"ৰ ৰচক মুক্তিৰাম হাজৰিকা আৰু "বেলিমাৰৰ বুৰঞ্জী"ৰ লেখক বিশ্বেশ্বৰ বৈদ্যাধিপৰ সাধাৰণ পৰিচয় আৰু কৃতিৰ কথা বুৰঞ্জীৰ আলোচনা-শিতানতে কৈ অহা হৈছে। এই দুজনা কবি আৰু তেওঁলোকৰ কাব্যিক অৱদানো আমাৰ এই আলোচনা-প্ৰৱাহৰ মাজত সুমাই লব পৰা যায়।

উক্ত লেখকসকলৰ উপৰিও আৰু কোনো কোনোৱে যুগ-সন্ধিৰ কালডোখৰত দুই চাৰিখন পুথি ৰচনা কৰিছে বুলি বুজা যায়।



# পঞ্চম প্ৰকৰণ

## বৰ্ত্তমান-যুগ

## (১৮২৬ খৃঃৰ পৰা বৰ্ত্তমানলৈ)

### সাহিত্য-সৃষ্টিৰ পটভূমি

*সাহিত্য-সৃষ্টিৰ ক্ষেত্ৰ অনুৰ্বৰ হোৱাৰ কাৰণ*

১৮২৬ চনটো অসমৰ অকল ৰাজনৈতিক-ইতিহাসৰ পৰিৱৰ্ত্তনকাৰকেই নহয়, সাহিত্য-সংস্কৃতিৰ ইতিহাসৰো বিশেষ পৰিৱৰ্তনসূচক। ইতিমধ্যে কৈ অহা হৈছে — ব্ৰহ্মদেশৰ ৰজা আৰু বৃটিছৰ মাজত হোৱা ইয়াণ্ডাবু-সন্ধিৰ ফলশ্ৰুতি স্বৰূপে সেই চনত অসম-ৰাজ্যখন বৃটিছৰ শাসনাধীন হয়। মোৱামৰীয়া-বিদ্ৰোহ, দন্দুৱা-দ্ৰোহ আৰু মানৰ আক্ৰমণ-অত্যাচাৰৰ যোগেদি ইয়াৰ প্ৰায় ২৫ / ৩০ বছৰমান আগৰে পৰা অসমৰ জনসাধাৰণ সকলোপ্ৰকাৰৰ যিমান দুখ-দুৰ্গতিৰ সন্মুখীন হৈছিল, সি বৰ্ণনাতীত। মানৰ অমানুষিক - অত্যাচাৰ-উৎপীডনত বাল-বৃদ্ধ-বনিতা নিৰ্ব্বিশেষে কল্পনাতীত ধৰণে যিমানৰ প্ৰাণ গৈছে তাৰ সীমা-সংখ্যা নিৰূপণ কৰিব নোৱাৰি। নানাবিধ দুখ-দুৰ্গতি, বিপত -আপদ আৰু আতঙ্ক-বিভীষিকাৰ মাজেদি , আনকি সাতামপুৰুষীয়া ঘৰ-বাৰীকো নেওচি যেনি তেনি দৌৰি গৈ বাঁহ-বেটৰ জাহ-জঙ্গলত লুকাই বা গডখাৱৈত পেটফেলা থাই সহঁপা লাগি পৰি থাকি কিছুমানে প্ৰাণৰক্ষা কৰিছিল। এনেকুৱা পৰিস্থিতিত সকলোৱে মানসিক স্থিৰতা হেৰুৱাইছিল যদিও মান-সৈন্য অপসাৰিত হোৱাৰ পাছত, কিছুমানে অন্ততঃ ইংৰাজৰ শাসন-তৰুৰ ছাঁত শীতলতা অনুভৱ কৰিছিল, আৰু জীৱন-যাপনৰ কাৰণে এটা নিৰাপদ-পৰিবেশ আহিব বুলি স্বস্তিৰ নিশ্বাসো পেলাইছিল। আনহাতেদি নতুন ৰাজ্যখনত শাসন-পদ্ধতি সুকলমে চলোৱাৰ উদ্দেশ্যে ইয়াৰ কিছুমান ক্ষমতাশালী লোকক খিতাপ-সন্মান বা আন আন সা-সুবিধাও দি তেওঁলোকক বৃটিছে অনুগত কৰি ৰখাৰো যত্ন কৰিছিল। এনেকুৱা পৰিস্থিতিৰ মাজতো ইংৰাজ-অধিকৃত দেশখনৰ বুকুত সুখ-শান্তিৰ বা-বতাহ ঠিকমতে প্ৰৱাহিত হৈছিল বুলি কব নোৱাৰি। কিছুমান, বিশেষকৈ ৰাজবংশৰ আৰু সম্ভ্ৰান্ত-পৰিয়ালৰ লোক আৰু ডা-ডাঙৰীয়া সকলৰ একাংশ দুটা কাৰণৰ কোনোটোত নহয়, কোনোটোত, নাইবা দুয়োটাতে ব্যথিত আৰু দুখিত হৈ উঠিছিল। সেই কাৰণ

দুটাৰ এটা হৈছে তেওঁলোকৰ পূৰ্ব্বৰ সা-সুবিধা আৰু ক্ষমতাৰ বিলুপ্তি, আৰু আনটো হৈছে তেওঁলোকৰ অন্তৰত প্ৰৱাহিত স্বাধীনতা-স্ৰোতৰ উখাল-মাখল। ইয়াৰ ফলস্বৰূপে ঊনবিংশ-শতিকাৰ চতুৰ্থ-দশকৰ পৰা ষষ্ঠ-দশকৰ ভিতৰত সম্ভ্ৰান্ত-বংশৰ শক্তিশালী লোকৰ ইন্ধনপ্ৰদানে ইংৰাজৰ বিৰুদ্ধে কেইবা কুৰাও জুই জ্বলাই তোলে। ইযাৰে ফলশ্ৰুতি পিয়লি ফুকন আৰু মণিৰাম দেৱানৰ ফাঁচী যথাক্ৰমে ১৮৩২ খৃঃ আৰু ১৮৫৮ খৃঃত। এনেকুৱা আতঙ্কময় আৰু অনিশ্চিত অৱস্থাৰ মাজত ১৮২৬ চনৰ আগৰ আৰু পাছৰ কিছুবছৰ সামৰি লোৱা কালডোখৰত অসমৰ জনসাধাৰণৰ মনত " অন্নচিন্তাই চমৎকাৰ" হৈ উঠে। খেতি-বাতি, বেপাৰ-বাণিজ্য, কুটীৰ-শিল্প আদি জীৱন-ধাৰণৰ প্ৰাথমিক আৰু অপৰিহাৰ্য্য কৰ্ম্মবোৰতো ঠিকমতে জনসাধাৰণে মনোনিবেশ কৰিব পৰা নাছিল। এইধৰণৰ পৰিস্থিতিত সাহিত্য-সংস্কৃতি আৰু সুকুমাৰ কলাৰ সাধনৰ প্ৰতি মানুহৰ মনলৈ স্বাভাৱিকতে উদাসীনতা আহে। ফলত, আন আন কলা-কৃষ্টিৰ লগতে এই কালছোৱাত সাহিত্যৰ ক্ষেত্ৰতো দেখা যায় ৰুক্ষতা আৰু অনুৰ্ব্বৰতা।

১৮২৬ খৃঃত ইয়াণ্ডাবু-সন্ধিমৰ্ম্মে ইংৰাজে অসমৰাজ্য পাইছিল যদিও প্ৰথমতে তেওঁলোকে নামনি-অসমতহে তেওঁলোকৰ নীতিমতে শাসনকাৰ্য্য চলাবলৈ আৰম্ভ কৰে। ইংৰাজৰ কৰতলীয়া ৰূপে ৰাজত্ব কৰি থকা পুৰন্দৰ সিংহক সিংহাসনচ্যুত কৰি ১৮৩৮ খৃঃৰ পৰাহে উজনি-খণ্ডৰো শাসনভাৰ তেওঁলোকে নিজৰ হাতলৈ নিয়ে। তেতিয়াৰ পৰা মোটামুটিভাবে গোটেইখন অসমৰাজ্য বৃটিছ-শাসনৰ অধীন হয়। বিশেষ কথা —

*অসমীয়া-ভাষাৰ অপসৰণ আৰু বংলাৰ প্ৰৱৰ্ত্তন*

ইয়াণ্ডাবু-সন্ধিৰ ফলশ্ৰুতি অনুসৰি অসম ইংৰাজৰ অধীন হোৱাৰ পাছৰে পৰা বাহিৰৰ পৰা বাংলা, হিন্দী, ইংৰাজী আদি বিবিধ-ভাষা-ভাষীসকল, তাৰ ভিতৰতো প্ৰধানভাবে বঙালীলোকসকল আহি অসমত সোমায়। অসমীয়া-ভাষা-সাহিত্যৰ ঐতিহ্য আৰু স্বাতন্ত্ৰ্য সম্বন্ধে ইংৰাজী-ভাষাৰ যোগেদি ইংৰাজ-শাসকগোষ্ঠীক বুজাই দিব পৰা উপযুক্ত অসমীয়া-যোগ্য ব্যক্তিৰ অভাৱৰ সুবিধা লৈ কিছুমান স্বাৰ্থান্বেষী বঙালীয়ে মন্তব্য প্ৰচাৰ কৰে যে, অসমীয়া এটা স্বতন্ত্ৰ-ভাষা নহয় — মূল বাংলা-ভাষাৰেই ই এটা উপ-ভাষা। এই ধৰণৰ এক প্ৰকাৰ প্ৰৰোচনামূলক কথাত ইংৰাজসকলে ওপৰ চকুৰা হৈ প্ৰত্যয় মানে, আৰু ১৮৩৬ খৃঃ ত অসমৰ অফিছ-আদালত, শিক্ষানুষ্ঠান আদিৰ পৰা অসমীয়া-ভাষা উঠাই তাৰ ঠাইত বাংলা-ভাষা প্ৰৱৰ্ত্তন কৰে। উল্লেখনীয় কথা— ১৮৩১ চনৰ ৩০ জানুৱাৰীৰ "সমাচাৰ-দৰ্পণ" ত ডেভিড্ স্কট চাহবে অৱশ্যে অসমৰ শিক্ষানুষ্ঠানত বাংলা-ভাষাৰ প্ৰচলন হব বুলি মন্তব্য দাপ্তি ধৰিছিল। অথচ ১৮৩৭ চনত আইন হয় যে, ভাৰতীয়-স্থানীয় চৰকাৰবোৰে শিক্ষানুষ্ঠান আৰু আদালতত নিজৰ মাতৃ-ভাষাৰ প্ৰচলন কৰিব। যি

কি নহওক, অসমৰ বুকুৰ পৰা অসমীয়া- ভাষা অপসাৰিত হোৱাত নানা ভাষাৰ সংমিশ্ৰণ হৈ অতি শোচনীয়ভাবে অসমীয়া-ভাষাই বিকৃত-ৰূপ গ্ৰহণ কৰে।[১] এই ধৰণে সৃষ্টি হোৱা ভাষা-সংকটৰ মাজত সাহিত্য-সৃষ্টিৰ কথা বাদেও আনকি ৰূপগত আৰু ধ্বনিগত উভয় দিশৰ পৰাই অসমীয়া - ভাষাত বিপৰ্য্যয় স্পষ্টৰূপত দেখা দিয়ে। ইয়াৰ ফলত পাঁচশ বছৰ ধৰি সুস্থ-সবলভাবে আগবাঢ়ি অহা অসমীয়া-সাহিত্য বহু উপসৰ্গ-পৰিবৃত-ৰোগাক্ৰান্ত হৈ পৰে, আৰু বিকৃত-ৰূপত সেহাই সেহাইহে প্ৰাণৰক্ষা কৰে মাত্ৰ। এই দুৰ্দ্দশাগ্ৰস্ত পৰিস্থিতিত আমাৰ ভাষা-সাহিত্য যিমানখিনি অধোগামী হ'ল, সি নতুন ৰূপত সুস্থ-সবল হৈ উঠাৰ কাৰণে বহু বছৰৰ আৱশ্যক হ'ল। এই খিনিতে কৈ থোৱাৰ আৱশ্যক আছে যে, অসম - ৰাজ্য অধিকাৰ কৰাৰ বহুকাল আগতে বঙ্গদেশ ইংৰাজৰ শাসনাধীন হয়। গতিকে, ইংৰাজসকলৰ লগত বঙালীৰ কম বেছি পৰিচয় আছিল, তেওঁলোকৰ কিছুমানে ইংৰাজীও বুজিছিল বা জানিছিল। গতিকে সৰু সুৰা পদত থাকি শাসনকাৰ্য্যত সহায় কৰা কাৰণে ইংৰাজে তেওঁলোকৰ সহযোগিতা আশা কৰিছিল বুলি ভাবিব পাৰি। আনহাতেদি আকৌ, অসমীয়া মানুহৰ লগত ইংৰাজৰ পূৰ্ব্বপৰিচয় নথকা কাৰণে তেওঁলোকক বিশ্বাসত আনিবলৈও টান পাইছিল। এনেকুৱা পৰিস্থিতিৰ সুযোগত আধাডোখৰীয়াকৈ বা ভালকৈ ইংৰাজী জনা ভালেমান বঙালীলোক অসমত বিভিন্ন পদৰ অধিকাৰী হৈ ইংৰাজৰ সোঁ-হাত স্বৰূপ হৈ উঠে।

*অসমীয়া ভাষাৰ বিপৰ্যয়*

সৌভাগ্যৰ কথা — অসমীয়া-ভাষা-সাহিত্যৰ এই সঙ্কটময়-কালত আমেৰিকাৰ বেপ্টিষ্ট্ মিছনাৰীসকল খৃষ্টধৰ্ম্ম প্ৰচাৰৰ উদ্দেশ্যতা আগত লৈ উত্তৰ- পূব বাটেদি আহি অসমত সোমায। প্ৰাসঙ্গিকভাবে উল্লেখ কৰিবলগীয়া কথা এই যে, তাৰে বহু দিন আগতে সেই একে উদ্দেশ্যতাকে আগত ৰাখি ইংৰাজ-মিছনাৰীসকল আহি কলিকতাৰ ওচৰত শ্ৰীৰামপুৰত আস্থান পাতি কাম আৰম্ভ কৰে। তেওঁলোকৰ ভিতৰত অগ্ৰণী সুপণ্ডিত ৰেভাৰেণ্ড্ ড° কেৰি চাহাবে ১৮২৯ চনতে জেমচ্ ৰে (James Ray) নামৰ এজন মিছনাৰীক খৃষ্টধৰ্ম্ম প্ৰচাৰৰ কাৰণেই অসমলৈ পঠাইছিল। তেওঁ গুৱাহাটীত থাকি ধৰ্ম্মৰ প্ৰচাৰ-কাৰ্য্যত আশানুৰূপ নহলেও কিছু কৃতকাৰ্য্য নোহোৱাকৈও অবশ্যে থকা নাছিল। জেমচ্ ৰেই গুৱাহাটীত এটা

*মিছনাৰী সকলৰ আগমন*

১. সেই সময়ত যি ভাষাৰ সৃষ্টি হৈছিল, তাৰ নমুনা গুণাভিৰাম বৰুৱাই দেখুৱাইছে এজন অসমীয়া ডেকাই তেওঁলৈ লিখা এখন চিঠিৰ মাজৰ পৰা :
"নিবেদন বিসেশ - আপুনাৰ মঙ্গল সদতে শ্ৰীশ্ৰী স্থানে প্ৰাৰ্থনা কৰিয়া আসো, তাহাতে অত্ৰানন্দ বিসেষ। আপুনাৰ পত্ৰ পইআ সকলোখিনি খবৰ জাত হইয়াছি। আপনি কে জি কথা বুজিতে কহিয়াসিলেন, তাহা তাকে কইলাম, কিন্তু তেনি তাহাৰ কোনো জবাব দিল না।" (অৰুণোদয়, অক্টোবৰ, ১৮৫৪)

গীৰ্জ্জা স্থাপন কৰিছিল আৰু খৃষ্টধৰ্ম্মৰ প্ৰচাৰ-পত্ৰিকাও বিতৰণ কৰিছিলে। ইফালে ১৮৩৬ খৃঃৰ মাৰ্চ্চ মাহত আমেৰিকাৰ মিছনাৰী ৰেভাৰেণ্ড্ নাথান ব্ৰাউন আৰু টি - কাট্টাৰ সপৰিযালে আহি সদিয়াত ভৰি দিয়ে। তাৰ পাছতে ড° মাইলচ্ ব্ৰন্সন্ আৰু জেকব থমাছো আহিছিল, কিন্তু দুৰ্ভাগ্যক্ৰমে ব্ৰহ্মপুত্ৰত নাও ডুবি জেকব থমাছৰ মৃত্যু হয়। কিছুদিন ধৰি তেওঁলোকে সেই অঞ্চলৰ পাহৰুৱা জাতিবিলাকৰ মাজত ধৰ্ম্ম-প্ৰচাৰ কৰিবলৈ যত্ন কৰিছিল যদিও শেষত কেইবাটাও কাৰণত বাধ্য হৈ ভৈযামলৈ নামি আহে। ব্ৰাউন, ব্ৰন্সন্, বাৰ্কাৰ আদি পাদ্ৰীসকলে ১৮৪১ খৃঃত শিৱসাগৰত আহি স্থায়িভাবে খোপনি পোতে। ইয়েই হয তেওঁলোকৰ ধৰ্ম্মপ্ৰচাৰৰ ঘাই কৰ্ম্মক্ষেত্ৰ। ইযাৰ কিছুকাল পাছতেই, অৰ্থাৎ ১৮৪১ খৃঃৰে ২ অক্টোবৰত আৰু ১৮৪৩ খৃঃত যথাক্ৰমে তেওঁলোকে নগাওঁ আৰু গুৱাহাটীত মিছনৰ আস্থান প্ৰতিষ্ঠা কৰে। শিৱসাগৰ, গুৱাহাটী আৰু নগাওঁ — এই তিনি ঠাই পাদ্ৰীচাহাবসকলৰ ধৰ্ম্মপ্ৰচাৰ আৰু কৰ্ম্মসম্পাদনৰ কেন্দ্ৰস্থান হৈ উঠে।[২] উক্ত মিছনাৰী কেইগৰাকীৰ উপৰিও ১৮৪৩ খৃঃৰ পাছত আৰু কেইগৰাকীমান মিছনাৰী অসমলৈ আহে। তেওঁলোকৰ ভিতৰত ব্ৰাদাৰ ডেন্‌ফোৰ্থ, ষ্টডাৰ্ড গাৰ্ণী. ৱাৰ্ড, হুইটিং চাইৰাছ্ টলমেন আদিৰ নাম বিশেষভাবে উল্লেখযোগ্য।

অসম নামৰ এই উত্তৰ- পূৰ্ব্বাঞ্চলীয় - ভূখণ্ডত খৃষ্টধৰ্ম্ম প্ৰচাৰ কৰিবলৈ আহি মিছনাৰীসকলে দেখিবলে— ভাষা-বিভ্ৰাটজনিত সমস্যাই ৰাজ্যখন বেয়াকৈ আলোড়িত কৰি তুলিছে, এক অস্থিৰ-মানসিকতাই জনসাধাৰণক সুস্থিৰ-চিন্তাচৰ্চ্চাৰ পৰা আঁতৰাই ৰাখিছে। মিছনাৰীসকল আছিল পণ্ডিত, জ্ঞানী আৰু বাস্তৱজ্ঞানসম্পন্ন। তেওঁলোকে বুজিবলৈ বাকী নাথাকিল যে, প্ৰকৃতাৰ্থত অসমীয়া এটা ঐতিহ্যসমৃদ্ধ-স্বতন্ত্ৰ-ভাষা— ইয়াৰ গতি-প্ৰৱাহে এই ভূখণ্ড বহু শতাব্দী ধৰি সাহিত্য-সংস্কৃতিৰ সুকীয়া ৰূপেৰে পৃথক কৰি ৰাখিছে। ওপৰ চকুৱা হৈ বৃটিছ চৰকাৰে শিক্ষানুষ্ঠান আৰু অফিছ-আদালতৰ পৰা অসমীয়া-ভাষা উঠাই দিয়াৰ ফলস্বৰূপে ইয়াত নানা ভাষামিশ্ৰিত যি খিচিৰি-ভাষাৰ সৃষ্টি হৈছিল, সিয়েই অসমৰ জনসাধাৰণৰ জীৱন-যাত্ৰাত বেমেজালি আৰু ব্যাঘাতৰ সৃষ্টি কৰিছিল। লগতে তেওঁলোকে এই কথাও অনুভৱ কৰিলে যে, কোনো জনগোষ্ঠীৰ মাজত ধৰ্ম্মৰ বাণী প্ৰচাৰ কৃৰিবলৈ হ'লে মাতৃ-ভাষাৰ মাধ্যমত বাহিৰে আন উত্তম উপায় নাই । গতিকে, মিছনাৰীসকলে ভাবিলে যে, স্থানচ্যুত আৰু লুপ্তপ্ৰায় অসমীয়া-ভাষাৰ পুনৰুদ্ধাৰেই তেওঁলোকৰ প্ৰধান আৰু প্ৰথম কৰ্ত্তব্য। অকল ভাবাযেই নহয়, তাৰ কাৰণে নিষ্ঠাৰ সৈতে তেওঁলোকে নানা প্ৰকাৰে যত্ন কৰিলে— অসমীয়া- ভাষাৰ ঐতিহ্য বিচাৰিলে, পুৰণি- পুথি-পাজিৰ উদ্ধাৰ কাৰ্য্যত হাত দিলে, অসমীয়াত নানা

*ভাষা-উদ্ধাৰৰ ক্ষেত্ৰত মিছনাৰীসকলৰ কৃতি*

---

২ দ্ৰষ্টব্য ঃ অ. ভা. সা. মি অ., ড° বাণী কান্ত শৰ্ম্মা

বিধ পুথি-পত্ৰ লিখিলে আৰু লগে লগে অসমীয়া-ভাষাৰ ন্যায্য প্ৰতিষ্ঠাৰ কাৰণে ইংৰাজ-কৰ্ত্তৃপক্ষক বহু প্ৰকাৰে জনালে। মিছনাৰীসকলৰ এই কাৰ্য্যৰ প্ৰথমাৱস্থাত আনন্দৰাম ঢেকিয়ালফুকন নামৰ কম বয়সীয়া শিক্ষিত- অসমীয়া -ডেকা এজনে তেওঁলোকক প্ৰভূত -পৰিমাণে সহায় কৰিছিল। গুণাভিৰাম বৰুৱাৰ ৰচনাৰ পৰা জনা যায় — “. পাদ্ৰীসকলে অসমীয়া-ভাষা চলাবলৈ বৰ যত্ন কৰিছিল। ব্ৰন্সন পাদ্ৰীচাহাবে অসমীয়া চলাবলৈ এক আবেদন-পত্ৰ প্ৰস্তুত কৰে। ফুকনে সেই চাহাবক এই বিষয়ে অনেক সাহায্য কৰিছিল। ফুকন বিনে দেশীয় লোকৰ মাজত দেশীয় -লোকৰ হৈ দুআষাৰ কথা কয়, বা কোনো আলোচনা কৰে, বা বুদ্ধি দিয়ে, তেতিয়া এনে লোক নাছিল। ... .. পাদ্ৰীচাহাবসকলে যত্ন কৰিছিল হয়, তাৰ পৰা বিশেষ ফল নদৰ্শিলে। পাছে ফুকনে পাদ্ৰীচাহাবসকলক আৰু পাদ্ৰীচাহাবসকলে ফুকনক দেশীয় ভাষাৰ বিষয়ে সাহায্য কৰাত উভয়ে এই ভাষাৰ বিশেষ যত্ন কৰিবলৈ ধৰিলে।”[৩]

অসমীয়া-ভাষা উঠাই দি অসমৰ অফিছ-আদালত আৰু শিক্ষানুষ্ঠানবোৰত বাংলা-ভাষা প্ৰচলন কৰাৰ যে কোনো কাৰণ নাছিল, এই কথা ১৮৫৩-৫৪ চনত এ-জে-মাফট্‌মিল্‌ছে তেওঁৰ “Report on the provice of Assam” ত স্বীকাৰ কৰিছে। লগতে তেওঁ পুনৰ অসমীয়া-প্ৰবৰ্ত্তনৰ কাৰণে যুক্তিও দাঙি ধৰে। ইংৰাজ-শাসনৰ অফিচিয়েটিং কমিছনাৰ কৰ্ণেল জে-চি হাটন চাহাবেও অসমীয়া-ভাষা পুনঃ প্ৰৱৰ্ত্তনৰ সপক্ষে মত পোষণ কৰে। অসমীয়া-ভাষাৰ স্বতন্ত্ৰতা বুজি পাই আনকি তেওঁ অসমৰ আদালতত এই ভাষা প্ৰচলনৰ কাৰণে বঙ্গদেশৰ লেফ্‌টেনেন্ট্‌ গৱৰ্ণৰক অনুৰোধো কৰে।

*অসমীয়া ভাষাৰ উদ্ধাৰ আৰু প্ৰতিষ্ঠা*

দুৰ্ভাগ্যৰ কথা যে, ১৮৫৯ খৃঃত মিছনাৰীসকলৰ প্ৰধান সহায়ক আৰু ভাষা-আন্দোলনৰ শক্তিশালী ব্যক্তি আনন্দৰাম ঢেকিয়াল ফুকনৰ অকাল মৃত্যু হয়। অন্যতম উল্লেখনীয় কথা — ৰেভাৰেণ্ড্‌ ব্ৰাউনে অসম এৰি যোৱা কাৰণে ১৮৫৫ খৃঃ ৰ পৰা মিছনাৰীসকলৰ কাৰ্য্যক্ৰম সাময়িক ভাবে দুৰ্ব্বল হয়। ইয়াৰ উপৰিও ১৮৫৭ খৃঃৰ পৰা ১৮৬১ খৃঃ লৈ, এই কালডোখৰত ব্ৰন্সন আছিল যুক্তৰাষ্ট্ৰত। সেয়েহে উক্ত ৫/৬ বছৰ কালত মিছনাৰীসকলৰ কাৰ্য্যকলাপৰ গতি কিছু মন্থৰ হয়।১৮৬১ খৃঃত অৱশ্যে ব্ৰন্সন অসমলৈ পুনঃ ঘূৰি আহে আৰু অসমীয়া-ভাষাৰ পুনৰুদ্ধাৰ কাৰ্যত ব্ৰতী হয়। এখন অসমীয়া-অভিধানৰ সঙ্কলন- কাৰ্য্য তেওঁৰ নিষ্ঠাপূৰ্ণ চেষ্টা আৰু সাধনাৰ মূল বিষয় আছিল। আন এটা বিশেষ কথা এই যে, গুৱাহাটীৰ চেমিনাৰীৰ হেডমাষ্টাৰ ৰবিঞ্চন্‌ চাহাবৰ ইংৰাজীত “অসমীয়া ভাষাৰ ব্যাকৰণ” (A grammar of Assamese language) খন ওলায়।[৪]

৩. আ. ঢে. ফু. জী. চ., গুণাভিৰাম বৰুৱা।

৪. আচৰিত আৰু দুৰ্ভাগ্যজনক কথা- এই ৰবিঞ্চন চাহাবেই অসমীয়া ভাষাৰ পুনঃ প্ৰতিষ্ঠাৰ ক্ষেত্ৰত প্ৰবল প্ৰতিবন্ধক হৈ উঠিছিল।

এই ধৰণৰ মিছনাৰীসকলৰ বহুবিধ প্ৰচেষ্টা, আনন্দৰাম ঢেকিয়ালফুকন আদি কেইজনমান অসমীয়াৰ তাত সক্ৰিয় সহযোগ আৰু বিভিন্ন চৰকাৰী-পদ-ক্ষমতাপন্ন কিছুমান লোকৰ বিবেচনাপূৰ্ণ মন্তব্যৰ ফলস্বৰূপে বহু বিৰুদ্ধ-পৰিস্থিতিৰ মাজেদি হলেও অৱশেষত অসমীয়া-ভাষাই স্বকীয়-মৰ্য্যদা লাভ কৰে। ১৮৭৩ খৃঃ ৰ ২৫ জুলাইত বঙ্গ-গৱৰ্ণমেন্টৰ ন্যায়-বিভাগে এটা নিৰ্দ্দেশ ঘোষণা কৰে। সেই মৰ্ম্মে কামৰূপ, দৰং, নগাওঁ, শিৱসাগৰ আৰু লক্ষীমপুৰ - সেইকালৰ এই পাঁচখন জিলাৰ সাধাৰণ ভাষা হব অসমীয়া। ইয়াৰ ফলস্বৰূপে প্ৰায় অৰ্দ্ধশতাব্দী পাছত অসমীয়া ভাষা অসমৰ বুকুত হয় পুনঃ প্ৰতিষ্ঠিত।

# আধুনিক-সাহিত্যৰ আৰম্ভণ—বিকাশমান স্তৰ

খৃষ্টধৰ্ম্ম-প্ৰচাৰৰ উদ্দেশ্যে অহা আমেৰিকাৰ বেপ্তিষ্ট-মিছনাৰীসকলে ঊনবিংশ - শতিকাৰ মধ্যভাগত প্ৰায় অৰ্দ্ধশতাব্দী কাল ধৰি অসমীয়া-ভাষা-সাহিত্যৰ উদ্ধাৰ আৰু ন্যায্য-প্ৰতিষ্ঠাৰ কাৰণে বিবিধ প্ৰকাৰে যি অক্লান্ত -প্ৰচেষ্টা চলালে, আৰু তাৰ ফলশ্ৰুতিস্বৰূপে অৱশেষত অসমীয়া-ভাষাই যে ৰজাঘৰীয়া আৰু শৈক্ষিক-মণ্ডলত প্ৰতিষ্ঠা লাভ কৰিব পাৰিলে, তাৰ বাবে তেওঁলোকৰ নাম নিশ্চিতভাবে চিৰস্মৰণীয়। এই কৃতিৰ কাৰণে অসমীয়া-সাহিত্যৰ ইতিহাসত থাকিব তেওঁলোকৰ নাম চিৰোজ্জ্বল হৈ। অসমীয়া-ভাষাৰ পুনৰুদ্ধাৰ আৰু ন্যায্য-স্বীকৃতিৰ কাৰণে তেওঁলোকে বৃটিছ-চৰকাৰৰ ওচৰত অকল আবেদন-নিৱেদন কৰাতে ক্ষান্ত নাথাকি অসমীয়া-ভাষা শিকি লৈ এই ভাষাত বহু ধৰণৰ কিতাপ-পত্ৰ লিখিলে, আৰু সংবাদ-পত্ৰৰো সূচনা কৰিলে। প্ৰকৃতাৰ্থত কবলৈ গলে মিছনাৰীসকলৰ ৰচনাৰ ধৰণ আৰু তাৰ বিষয়বস্তু আদিয়ে বিশেষভাবে আমাৰ সাহিত্যক প্ৰাচীনতাৰ ভাৱগত আৰু ৰূপগত দিশৰ পৰা আধুনিকতাৰ তেনে দিশলৈ অনাৰ সূচনা কৰে। তেওঁলোকৰ ৰচনা আৰু লগতে তেওঁলোকৰ আদৰ্শত দুই এজন অসমীয়া লেখকে লিখা ৰচনাক লৈয়েই আমাৰ সাহিত্যৰ আধুনিক -যুগ বা বৰ্ত্তমান- যুগ আৰম্ভ হয়। পাঁচটা উপ-বিভাগ বা স্তৰৰ মাজেদি বৰ্ত্তমান-যুগৰ সাহিত্যৰ আলোচনা কৰিম বুলি গ্ৰন্থৰ আৰম্ভণিতে আমি প্ৰস্তাৱ দাঙি ধৰি আহিছোঁ। পাঠকৰ সুবিধাৰ কাৰণে সেই স্তৰ কেইটাৰ পুনৰুল্লেখ কৰা হ'ল —

*আধুনিকতাৰ দিশ উন্মুক্ত*

(১) প্ৰাক্ অৰুনোদই - স্তৰ (১৮২৬-১৮৪৬ খৃঃ), (২) অৰুনোদই-স্তৰ বা মিছনাৰী প্ৰভাৱিত- -স্তৰ (১৮৪৬-১৮৬১ খৃঃ), (৩) অৰুণোদয়-স্তৰ বা হেমচন্দ্ৰ-প্ৰভাৱিত - স্তৰ বা মাৰ্জ্জিত-স্তৰ (১৮৬১-১৮৮৯ খৃঃ), (৪) উন্নত-স্তৰ, বা ৰমন্যাসিক-স্তৰ, বা জোনাকী-যুগ, বা বেজবৰুৱা-গোহাঞিবৰুৱা - প্ৰভাৱিত যুগ (১৮৮৯-১৯৪০ খৃঃ) আৰু (৫) সাম্প্ৰতিক-যুগ (১৯৪০ পৰা বৰ্ত্তমানলৈ)।

*আধুনিক সাহিত্যৰ স্তৰ*

## (১) প্ৰাক্ অৰুনোদই-স্তৰ (১৮২৬-১৮৪৬ খৃঃ)

যিসকল লেখকৰ ৰচনা এই স্তৰৰ অন্তৰ্গত কৰিব পৰা যায়, সেইসকলৰ প্ৰায়বোৰৰে সাধাৰণ পৰিচয় আৰু তেওঁলোকৰ ৰচনাকৃতিৰ কথা ইতিমধ্যে "যুগ-সন্ধিৰ সাহিত্য" নামৰ শিতানত কৈ অহা হৈছে। সেইসকলৰ ভিতৰত আছে আত্মাৰাম শৰ্ম্মা, কাশীনাথ তামুলীফুকন, মণিৰাম দেৱান, বিশ্বেশ্বৰ বৈদ্যাধিপ আদি কিছুমান। সেই লেখকসকলৰ ৰচনাৰ ভাষা আৰু বিশেষত্ব সম্পৰ্কেও সেই প্ৰসঙ্গত কোৱা হৈছে। তেওঁলোকৰ উপৰিও উক্ত স্তৰৰ অন্তৰ্গত আৰু দুজনমান লেখক আছে। চমুকৈ তেওঁলোকৰ কথা কোৱা হ'ল ঃ

### যাদুৰাম ডেকাবৰুৱা (১৮০১—১৮৬৭ খৃঃ)

কৃষ্ণদাস ভঁৰালী বৰুৱাৰ পুত্ৰ যাদুৰাম ডেকাবৰুৱা যোৰহাটৰ মানুহ আছিল। প্ৰথম অৱস্থাত তেওঁ আহোম-ৰজা চন্দ্ৰকান্ত সিংহ আৰু পুৰন্দৰ সিংহৰ বিষয়ববীয়া আছিল। পাছত ইংৰাজ চৰকাৰৰ তলত মুন্সিফৰ কাম কৰি অৱসৰ লয়। দুটা এটা প্ৰৱন্ধৰ উপৰিও যাদুৰাম ডেকাবৰুৱাৰ বিশেষ কৃতি "বঙলা-অসমীয়া-অভিধান"।১৮৩৯ খৃঃত এই অভিধানখন ডেকাবৰুৱাই কৰ্ণেল জেন্‌কিন্সক উপহাৰ দিয়ে। এই অভিধানখন প্ৰকাশ হোৱা নাই। পাছত ব্ৰন্সন চাহাবে এইখনকে আদৰ্শ ৰূপেলৈ আৰু ইয়াৰ আখৰজোঁটনিৰ নিয়ম মানি অসমীয়া-ভাষাৰ এখন অভিধান লিখে। অভিধান ৰচনাৰ প্ৰসঙ্গত ব্ৰন্সন চাহাবে লিখিছে —"The system of orthography aopted in this work is that of Jaduram Baruah, a learned Assamese Pandit, which it is believed much better corresponds with the actual pronunciation of the people than any other system met with". যাদুৰাম বৰুৱাক প্ৰথম অসমীয়া ভাষাতত্ত্ববিদ্ বুলিব পৰা যায়।

### আত্মাৰাম শৰ্ম্মা

আত্মাৰাম শৰ্ম্মাৰ পৰিচয় যুগ-সন্ধিৰ সাহিত্য প্ৰসঙ্গত ইতিমধ্যে দি অহা হৈছে। বাইবেলৰ "নিউ টেষ্টামেণ্ট" খণ্ডৰ অসমীয়া অনুবাদ "ধৰ্ম্মপুস্তক অন্তভাগ"ৰ (১৮১৩ খৃঃত শ্ৰীৰামপুৰ প্ৰেছৰ পৰা প্ৰকাশিত) লেখক হিচাপে তেওঁ আমাৰ আলোচ্যমান-স্তৰৰ অৱশ্যে বাহিৰত থাকে। কিন্তু ওল্ড্ টেষ্টামেণ্টৰ অনুবাদ "ধৰ্ম্মপুস্তক আদিভাগ" যিহেতুকে পৰৱৰ্ত্তি-ৰচনা আৰু ১৮৩৩ খৃঃ ত প্ৰকাশিত, ইয়াৰ ৰচক হিচাপে শৰ্ম্মা উক্ত-স্তৰৰ অন্তৰ্গত। বাইবেলৰ অনুবাদৰ উপৰিও অসমীয়াত লিখা খৃষ্টধৰ্ম্মৰ প্ৰচাৰ-পুস্তিকা কিছুমানো আত্মাৰাম শৰ্ম্মাৰ ৰচনা বুলি জনা যায়। এই প্ৰচাৰ-পুস্তিকাবোৰেও আত্মাৰাম শৰ্ম্মাক প্ৰাক্ অৰুনোদই-যুগৰ গদ্য লেখকৰ গণনালৈ আনে।

ৰবিন্‌চন্ চাহাবৰ " অসমীয়া ব্যাকৰণ" (A grammar of the Assamese language) খন এই প্ৰসঙ্গৰ উল্লেখনীয় অন্যতম ৰচনা। এই ব্যাকৰণখন ১৮৩৯ খৃঃত ছপা হৈ ওলায়। ইয়াত ৰবিন্‌চনে সংস্কৃত-বৰ্ণমালাখনকে অসমীয়া-বৰ্ণমালাৰূপে গ্ৰহণ কৰিছে। ৰবিন্‌চনৰ "Descriptive Accounts" নামৰ আন এখন পুথি উল্লেখনীয়। ইয়াত অসমৰ সমকালীন সামাজিক আৰু ৰাজনৈতিক চিত্ৰা ভাস অঙ্কিত হৈছে। বিশ্বেশ্বৰ বৈদ্যাধিপৰ "বেলিমাৰৰ বুৰঞ্জী" ঊনবিংশ- শতিকাৰ তৃতীয়-দশকমানত ৰচিত বুলি ইতিমধ্যে বুৰঞ্জীৰ আলোচনাত কৈ অহা হৈছে। পদ্যত ৰচনা কৰা এই গ্ৰন্থখনো প্ৰাক্ অৰুনোদই-স্তৰৰ লেখত লবলগীয়া সৃষ্টি। আলোচ্যমান স্তৰত ৰাখিবলগীয়া আৰু কিছু সংখ্যক পুথি অৱশ্যে ৰচিত হৈছে বুলি কব পৰা যায়। ঐতিহাসিক-দৃষ্টিকোণৰ পৰা এইবোৰৰ মূল্য থাকিলেও ভাষা-সাহিত্যৰ ফালৰ পৰা সেইবোৰৰ মূল্য অৱশ্যে ওপৰত নুঠে।

## (২) অৰুনোদই-স্তৰ বা মিছনাৰীপ্ৰভাৱিত-স্তৰ (১৮৪৬-১৮৬১ খৃঃ)

ইতিমধ্যে কৈ অহা হৈছে যে, খৃষ্টধৰ্ম্ম প্ৰচাৰ কৰিবলৈ অহা আমেৰিকাৰ বেপ্তিষ্ট্ মিছনাৰীসকলে অসমৰ ভাষাবিভ্ৰাট-জনিত-সঙ্কটময় পৰিস্থিতি দেখি নিজৰ মুখ্য উদ্দেশ্যতকৈ অসমীয়া ভাষা- সাহিত্যৰ পুনৰুদ্ধাৰ আৰু তাৰ প্ৰচাৰৰ কাৰণেহে প্ৰথমতে নিষ্ঠাৰ সৈতে অধিক যত্ন কৰিবলৈ ধৰিলে। তেওঁলোকৰ এই ধৰণৰ বহু বিধ যত্নৰ অন্যতম ফলশ্ৰুতি যুগৰ আলোক-প্ৰসাৰী "অৰুণোদই -সংবাদ -পত্ৰ" ৰ উদ্ভাৱন। মিছনাৰীসকলে শিৱসাগৰত এটা ছপাখানা (Printing Press) স্থাপন কৰে, আৰু সেই প্ৰেছৰ পৰা তেওঁলোকে ১৮৪৬ খৃঃ ত উক্ত সংবাদ-পত্ৰখন ছপা কৰি উলিয়ায়।

*অৰুনোদই,*
*অৰুণোদয*

উল্লেখনীয় কথা — " অৰুনোদই - সংৱাদ-পত্ৰ" ১৮৫০ খৃঃ লৈ মাহেকীয়া কাকতৰূপে ওলাইছিল। তাৰ পাছত ১৮৫১ খৃষ্টাব্দৰ পৰা আলোচনীৰূপত ই একাদিক্ৰমে ১৮৮০ খৃঃলৈ ওলাইছিল বুলি বুজা যায়।[৫] কিন্তু শেষৰ ফালে কেইবছৰমান কাকতখনৰ প্ৰকাশ নিয়মীয়া নাছিল বুলি কব পৰা যায়। আনুক্ৰমিক -প্ৰকাশৰ সকলো নিদৰ্শন নোপোৱাটোও ইয়াৰ প্ৰধান যুক্তি। ১৮৬৯ খৃঃৰ পৰা ১৮৮০ খৃঃলৈ, এই কালডোখৰত হয়তো ইয়াৰ প্ৰকাশ নিয়মিত নাছিল। যি কি নহওক, ১৮৪৬ খৃঃ ত ওলোৱা " অৰুনোদই-সংৱাদ - পত্ৰ" ই প্ৰথম অসমীয়া আলোচনী ( বা সংৱাদ-পত্ৰ)। " অৰুনোদই" ৰ প্ৰথম সম্পাদক কোন আছিল, এই সম্বন্ধে আমাৰ সাহিত্য-বুৰঞ্জী-লেখক-পণ্ডিত সকলৰ মাজত মতভেদ দেখা গৈছে। ড° বাণীকান্ত শৰ্ম্মাৰ এই সম্বন্ধীয় মত অধিক বিশ্বাসমূলক বুলি ভাবি ইয়াত উদ্ধৃত কৰা

৫. দ্ৰষ্টব্য ঃ অ. ভা. সা. মি. অ., ড° বাণী কান্ত শৰ্ম্মা

হ'ল ঃ "ই- ডব্লিউ-ব্ৰাউনৰ 'দি হোল ওৱাৰ্ল্ড কিন' (১৮৮০) নামৰ কিতাপখনত লিখা আছে – "In January, 1846, Mr Brown prepared the first number of the Orunodoi which he edited in Assamese Language during most of his remaining years at Sibsagar." ১৮৫৫ খৃঃৰ ১৩ জানুৱাৰীত নাথান ব্ৰাউনে অসম এৰি গুচি যায়। সেই বছৰৰ জানুৱাৰী মাহত ডেন্‌ফোৰ্থে সম্পাদকৰ দায়িত্ব গ্ৰহণ কৰে। ১৮৫০ খৃষ্টাব্দৰ আগষ্ট মাহৰ অষ্টম সংখ্যা 'অৰুনোদই'ৰ ৮ পৃষ্ঠাত ব্ৰাউনৰ নাম সম্পাদক হিচাপে মুদ্ৰিত হৈ ওলাইছিল। ডেন্‌ফোৰ্থৰ পাছত যথাক্ৰমে এছ্‌-এম্‌-হুইটিং, উলিয়াম ৱাৰ্ড, ক্লাৰ্ক, শ্ৰীমতী এছ্‌- আৰ্‌- ৱাৰ্ড, এ-কে-গাৰ্ণী (অৰুনোদই)ৰ সম্পাদক আছিল।"[৬] বিশেষ কথা এই যে, ১৮৪৬ খৃঃ ৰ জানুৱাৰীত ওলোৱা "অৰুনোদই", সেই একে ৰূপতেই ১৮৬১ খৃঃলৈ চলে। সেই চনৰ পৰা ইয়াৰ ৰূপটোৰ অলপ পৰিৱৰ্ত্তন হয। উলিযাম ৱাৰ্ডৰ সম্পাদনাত তেতিয়াৰ পৰা ইয়াৰ ৰূপটো "অৰুনোদই" গুচি "অৰুণোদয়" হয় আৰু এই ৰূপত আলোচনীখন শেষলৈকে থাকে। দেখা যায় – আলোচ্যমান-কাকতখন যথাক্ৰমে "অৰুনোদই" আৰু "অৰুণোদয়" এই দুই ৰূপত ১৮৪৬ খৃঃৰ পৰা ১৮৮০ খৃঃলৈ চলে। সাহিত্য-জগতত উক্ত কালডোখৰ কিন্তু সাধাৰণতে প্ৰসিদ্ধ এটা যুগ বুলিয়েই জনা যায় - নাম অৰুণোদয়-যুগ (১৮৪৬-১৮৮০ খৃঃ)। "অৰুনোদইৰ আকাৰ আছিল ডবল ক্ৰাউন, প্ৰতি সংখ্যাতে ইয়াৰ পৃষ্ঠাৰ সংখ্যা ১৬ ৰ পৰা ২০ পোৱা গৈছিল। The Illustrated London News নামৰ কাকতৰ পৰা ছবি আনি তাক অসমীয়া বাঢ়ৈৰ হতুৱাই কাটি ব্লক কৰা হৈছিল, আৰু সেই ব্লকৰ পৰা ছবি "অৰুনোদই"ত ছপোৱা হৈছিল। কাকতখনৰ বছেৰেকীয়া বৰঙণি আছিল এটকা। কাকতখনৰ ওপৰৰ শিৰোনামা এনেধৰণৰ "অৰুনোদই সম্বাদ পত্ৰ। প্ৰথম ছোআ। মোঃ সিৱসাগৰ, জানোআৰি ১৮৪৬ খ্ৰিষ্ট অঃ সঁক। ১ নম্বৰ।" কাকতখনৰ প্ৰতি পৃষ্ঠাত ছপা অংশৰ দুটাকৈ স্তম্ভ আছিল। শেষ পৃষ্ঠাৰ দ্বিতীয় স্তম্ভৰ শেষাংশত লিখা আছিল এইখিনি কথা –

The Orunodoi,

A monthly paper, devoted in Religion, Science, and general Intelligence. খৃষ্টধৰ্ম্মৰ প্ৰচাৰকাৰ্য্য যাতে প্ৰশস্ত হব পাৰে, সেই উদ্দেশ্যতা আগত ৰাখিয়েই বিশেষভাবে "অৰুনোদই সংবাদ পত্ৰ" উলিওৱা হৈছিল। কাৰ্য্যতঃ কিন্তু সেই মূল উদ্দেশ্যতাতকৈ অসমৰ সাংস্কৃতিক -দিশহে ইয়াৰ যোগেদি অধিক উন্মুক্ত হৈ উঠে। "অৰুনোদই" ওলোৱাৰ লগে লগে যেন অসমৰ সাহিত্য-সংস্কৃতিৰ ৰবভাণ্ডাৰৰ এখন দুৱাৰ মুকলি হৈ উঠিল। এই দুৱাৰেদি দেশ-বিদেশৰ পৰা নানা বিষয়ৰ বিবিধ বা-বাতৰি

৬. অ ভা. সা. মি. অ

আৰু কথা উপ- কথা আহি অসমৰ সাংস্কৃতিক -পৰিমণ্ডল প্ৰশস্ত আৰু সমৃদ্ধ কৰিবলৈ ধৰিলে।

"অৰুনোদই" কাকতে অসমীয়া পাঠকৰ মানসিক-দিগন্ত আধুনিক ধাৰাত বহল কৰি তুলিছিল। গ্ৰীছ, মিছৰ, খেহদেশ (চীন) আদি দূৰ দেশৰ বুৰঞ্জী আৰু ৰাজনীতি, ৰুছিয়া, মেকছিকো, গুৱাটিমালা আৰু দূৰ দেশৰ ভূগোলৰ বি ৱৰণ, ভাৰতবৰ্ষৰ বুৰঞ্জী আৰু চলন্ত ৰাজনৈতিক ঘটনাৰ সংৱাদ আদি অৰুনোদয়ে সততে পৰিবেশন কৰিছিল। প্ৰাণী-বিদ্যা, উদ্ভিদতত্ব, পদাৰ্থবিদ্যা আৰু জ্যোতিৰ্বিদ্যা আদি জ্ঞান বিতৰণ কৰিছিল। এই কাকতে বাইবেল আৰু খ্ৰীষ্টিয়ান ধৰ্ম্মৰ সাহিত্য আৰু বুৰঞ্জীৰ আভাস দিছিল, নানা পেৰাবোল, উপকথা আদিৰ পুনঃকথন কৰিছিল। জন্ বান্‌য়ানৰ

*অৰুণোদয়ত প্ৰকাশিত বিষয়বস্তু*

Pilgrim's Progress ৰ ভাঙনি ধাৰাবাহিকভাবে প্ৰকাশ পায় অৰুনোদইতে। 'ৰাধানাথ আৰু প্ৰসন্নৰ কথোপকথনে' এক উপন্যাসৰে আকৃতি ধাৰণ কৰি আছে।'পুৰণি অসম বুৰঞ্জী', ' কামৰূপৰ বুৰঞ্জী, 'চুটীয়া বুৰঞ্জী' - এই তিনিখন পুৰণি অসমীয়া বুৰঞ্জী ধাৰাবাহিকভাৱে প্ৰকাশ হোৱাত বাহিৰৰ জগতেও অসমৰ প্ৰাচীন- বুৰঞ্জী- সম্পদৰ ভু পাব পৰা হৈছিল। আ. নামৰ লেখকৰ অসমৰ জনজাতিসমূহৰ পৰিচয়সমূহ অতি মূল্যবান সম্পত্তি। গুণাভিৰাম বৰুৱাৰ সামাজিক 'ৰাম-নৱমী' নাটকখনি পোনতে অৰুনোদইৰ বুকুতে ওলায়। ১১ শ বছৰ ১২ শ সংখ্যাত সম্পাদক ডেন্‌ফোৰ্থে আনন্দৰাম ঢেকিয়ালফুকনৰ ইংৰাজী -অসমীযা অভিধানৰ A-ৰ পৰা Ablution পৰ্য্যন্ত প্ৰকাশ কৰি জনায়যে, 'ফুকনে ইংৰাজি অচমিয়া আৰু অচমিয়া ইংৰাজি, এই ৰূপে দুই খণ্ড অভিধান লিখিচে। তাৰে আৰ্হি লোকবিলাকক দেখাবৰ কাৰণে এই অৰুনোদইৰ মাজত দুই এক পিঠি চপাবলৈ আমাক পত্ৰ লিখিচে।' জীৱন, ভ্ৰমণ-বৃত্তান্ত আদি আধুনিক সাহিত্যৰ অঙ্গৰ বিকাশো অৰুনোদয়তে হৈছিল। ..... অসম আৰু বাহিৰত খৃষ্টধৰ্ম্ম-প্ৰচাৰৰ সংবাদ প্ৰায় সংখ্যাতে দিয়া হৈছিল। 'অৰুনোদই'ৰ ফেন্‌হুজালিৰ সময়ত আধুনিক অসমীয়া-কবিতাই চেৰাশালিত কিদৰে কান্দিছিল, তাৰ আভাস বৰ কৌতুহলৰ বিষয়। পুৰণি তেতিয়া মৰি গৈছে, কিন্তু নতুনৰ জন্ম-যন্ত্ৰণা হৈ পৰিছে। কবিতাৰ অনুভূতি আৰু কল্পনা তেতিয়াও ৰক্তত আঁতৰত। 'অসমীয়া লৰাৰ মিত্ৰ', বঙলা 'চিত্তবিলাসিনি পুথি,' ঘোষা পুথি আদিৰ বিষয়ে ওলোৱা কথাখিনিতে আধুনিক সমালোচনা-সাহিত্যৰ জন্ম বুলি কলে বোধহয় শুদ্ধ নহব। কিন্তু 'বাৰেমতৰা পখিলা পুথি', 'কানীয়া কীৰ্ত্তন', আদি প্ৰকাশ আৰু প্ৰচাৰৰ সম্বাদ মন কৰিবলগীয়া।"[৭]

৭. অ. ধ. কা., ভূমিকা, ড° বিৰিঞ্চি কুমাৰ বৰুৱা

## অৰুনোদই (অৰুণোদয়) ৰ অৱদান ঃ

অৰুনোদই (অৰুণোদয়) অসমীয়া-সাহিত্যৰ প্ৰথম সংবাদ-পত্ৰ বা আলোচনী। প্ৰথম সংৱাদ- পত্ৰ হিচাপে ই আমাৰ সাহিত্য-জগতলৈ যিবোৰ দিশত অৱদান আগবঢ়াইছে, সেইবোৰ বিশেষভাৱে মনকৰিবলগীয়া। অৱদানৰ দিশবোৰ এই ঃ

(ক) "অৰুনোদই" কাকতে অসমীয়া-সাহিত্যত সাংবাদিকতাৰ সূচনা কৰে। নিজ দেশৰ উপৰিও বহিৰ্জগতত সংঘটিত হৈ থকা নানা ধৰণৰ কথা বা ঘটনাৰ বিৱৰণ চলন্ত ধাৰাত ইয়াৰ আগতে আমাৰ সাহিত্যত সোমোৱা নাছিল। এই ধৰণৰ বিষয়বস্তুৰ চলন্ত বিবৰণক লৈ নিয়মিতভাৱে ওলোৱা সংৱাদ- পত্ৰখনে সাহিত্যত সাংৱাদিকতাৰ দিশ মুকলি কৰাৰ লগতে ইয়াৰ যোগেদি সাহিত্য-জগতত ব্যৱসায়িক মানসিকতাৰ প্ৰবেশ-লাভৰো উপক্ৰম হয়।

(খ)উনবিংশ-শতিকাৰ আৰম্ভণিলৈকে অসমীয়া-সাহিত্যৰ বিষয়বস্তুৰ পৰিসৰ নিতান্তই ঠেক আছিল। বুৰঞ্জী, জীৱন-কথা আৰু চিকিৎসা-জ্যোতিষ বিষয়ৰ কথা অলপ-চলপ থাকিলেও ধৰ্ম্মবিষয়ক কথাই সাহিত্য-জগত বিয়পি আছিল, আৰু সেই ব্যাপ্তি লভিছিল ৰামায়ণ, মহাভাৰত আৰু ভাগৱত আদি কিছুমান পুৰাণক কেন্দ্ৰ কৰি। কিন্তু "অৰুনোদই"ৰ দিনৰ পৰা ধৰ্ম্মীয়- কথা থাকিলেও লৌকিক-বিষয়বস্তুযে সাহিত্যত প্ৰাধান্য লাভ কৰিবলৈ ধৰে।

(গ) ইয়াৰ পূৰ্ব্বে সাহিত্যৰ ভাৱধাৰা আছিল প্ৰধানভাবে ভাৰতীয় বা অন্তৰ্মুখী। "অৰুনোদই"ৰ দিনৰ পৰা কিন্তু ক্ৰমশঃ বহিৰ্মুখিতাৰ ফালে কৰা গতি আমাৰ সাহিত্যত সুস্পষ্ট হৈ উঠে।

(ঘ)বিষয়বস্তুত লৌকিকতাৰ প্ৰাধান্য অহাৰ উপৰিও আমাৰ সাহিত্যৰ বিভিন্ন ৰূপেও গঢ় লবলৈ ধৰে পাশ্চাত্য-সাহিত্যৰ আদৰ্শত। পুৰণি পুথিৰ উদ্ধাৰ আৰু তাৰ সম্পাদনাকাৰ্য্যও আৰম্ভ হয়। মুঠতে পাশ্চাত্য-সাহিত্যৰ ভাবধাৰা আৰু ৰূপৰ আদৰ্শত আমাৰ সাহিত্যয়ো আধুনিকতাৰ ফালে গতি সলোৱাৰ উপক্ৰম কৰে।

(ঙ)সাহিত্য ভাষিক- ৰূপায়ণ। ভাষাৰ এটা চলচ্ছক্তি আছে। ভাব, পৰিৱেশ আৰু বিষয়বস্তুভেদে কালৰ ক্ৰমগতিত সামান্যভাবে হলেও ভাষাই পৰিৱৰ্ত্তিত-ৰূপ গ্ৰহণ কৰে। "অৰুনোদই"ৰ যোগেদিও ভাষাৰ এই বিশেষত্ব পৰিলক্ষিত হয় — নতুনকৈ সৃষ্ট কিছুমান শব্দ, বহুত বিদেশী শব্দ আৰু পাশ্চাত্য-ঠাচৰ প্ৰভাৱে এই যুগৰ সাহিত্যৰ প্ৰকাশ-ৰীতিৰ পৰিৱৰ্ত্তন আনে। এই প্ৰসঙ্গত পণ্ডিত হেমচন্দ্ৰ গোস্বামীৰ[৮] এইষাৰ কথা প্ৰণিধান যোগ্য ঃ "তেওঁলোকে (মিছনাৰীসকলে) আমাৰ ভাষাক এটা সুৰ শিকাই গ'ল। এই

৮.হ্. গ. ৰ. (অসমীয়া ভাষা)

সুৰটি আগেযে অসমীয়া ভাষাই নেজানিছিল।. এই সুৰৰ তাঁৰডালিয়ে ভাৰতবৰ্ষীয়-সভ্যতা আৰু পাশ্চাত্য সভ্যতা দুয়োৰে মাজত লগুণ গাঁঠিৰ নিচিনা হৈছে ।"

(চ) কেইজনমান অসমীয়া শিক্ষিত ডেকাই "অৰুনোদই"ৰ যোগেদিয়েই সাহিত্য-সৃষ্টিত মনোনিবেশ কৰিবলৈ সুযোগ পায়। তেওঁলোকৰ ভিতৰত নিধিলেৰি ফাৰোৱেল, আনন্দৰাম ঢেকিয়ালফুকনৰ নাম বিশেষভাবে উল্লেখনীয়। আনকি গুণাভিৰাম বৰুৱা আৰু হেমচন্দ্ৰ বৰুৱাৰো সাহিত্যৰ সাধনা আৰু সৃষ্টিত প্ৰথমতে "অৰুনোদই"ৰ প্ৰভাৱ নথকা নহয়।

(ছ) "অৰুনোদই" ৰ আগৰ গদ্যৰ মাজত দেখিবলৈ পোৱা গৈছিল মাত্ৰ দুবিধ যতিচিহ্নৰ প্ৰয়োগ - এবিধ ডাৰি (।), আৰু আনবিধ কলোন ( ) । কিন্তু গদ্য-ৰচনা অৰ্থপূৰ্ণ কৰি তোলাৰ অৰ্থে প্ৰয়োজনীয় প্ৰায় সকলোবোৰ যতিচিহ্নই "অৰুনোদই"ৰ ৰচনাৰ মাজত পোৱা যায়। "ভালৰূপে কাকত পঢ়াৰ নিয়ম" — এই শিতানত "অৰুনোদই"ৰ পাতত পূৰ্ণানন্দ শৰ্ম্মা নামৰ এজন লেখকে ডাৰি, কমা, চেমিকলোন, প্ৰশ্নবোধক চিন, আশ্চৰ্য্যবোধক চিন, হাইফেন আদি যতিচিহ্নবোৰ বিৰামৰ মাত্ৰানুসৰি যে ব্যৱহাৰ কৰিব লাগে, সেই কথা যি ধৰণে লিখিছে, সিয়েই "অৰুনোদই" ৰ ৰচনা যতিচিহ্নৰ দ্বাৰা নিয়ন্ত্ৰিত হোৱা বুজায়।

(জ) "অৰুনোদই" ৰ প্ৰভাৱ আৰু অনুকৰণত, আনকি অৰুণোদয-যুগৰ অৱসান নৌহওতেই উনবিংশ-শতিকাৰ অষ্টম-দশকৰ ভিতৰত "আসাম-বিলাসিনী", "আসাম-দৰ্পণ", "আসাম-দীপিকা" আৰু "চন্দ্ৰোদয়" নামৰ আলোচনী প্ৰকাশ হয়। আকৌ, "অৰুণোদয"বন্ধ হোৱাৰ পাছতো উক্ত শতিকাৰ নৱম-দশকৰ ভিতৰত "আসাম-নিউজ" আৰু "আসাম-বন্ধু" নামৰ আলোচনী ওলায। এইদৰে, "অৰুণোদয়" ৰ প্ৰভাৱ আৰু অনুকৰণত সংবাদ-পত্ৰ আৰু আলোচনী-প্ৰকাশৰ পৰম্পৰাৰ সৃষ্টি হয়, আৰু এই পৰম্পৰাই বিখ্যাত "জোনাকী"ৰ উদয় সহজ আৰু স্বাভাৱিক কৰি তোলে।

(ঝ) " অসমিযা লৰাৰ মিত্ৰ, বঙলা চিত্তবিলাসিনী পুথি, ঘোষা পুথি আদিৰ বিষয়ে ওলোৱা কথাখিনিতে আধুনিক-সমালোচনা সাহিত্যৰ জন্ম বুলি কলে বোধহয় শুদ্ধ নহব" — এই কথাষাৰ প্ৰসঙ্গক্ৰমে ওপৰত উদ্ধৃত কৰা হৈছে যদিও "অৰুনোদই" ৰ পাততে একপ্ৰকাৰ সমালোচনাত্মক ৰচনা সন্নিৱেশিত হোৱা দেখা যায়। ইয়াৰ প্ৰমাণ স্বৰূপে, "অচমিয়া ভাষা" (ফেব্ৰুৱাৰি, ১৮৫৪), স্ত্ৰী-শিক্ষা (এপ্ৰিল, ১৮৬৯) আদি ৰচনাৰ কথা উল্লেখ কৰিব পাৰি।

## অৰুনোদই-স্তৰৰ লেখক গোষ্ঠী

"অৰুনোদই", এই ৰূপত আলোচ্যমান-সংবাদ-পত্ৰখনৰ প্ৰচলন কালৰ ব্যাপ্তি ১৮৪৬-১৮৬১ খৃঃলৈ, এই কথা অৱশ্যে কৈ অহা হৈছে । এই কালডোখৰৰ ৰচনাৰ প্ৰধান

বিশেষত্ব হ'ল ব্রাউন, ব্রন্সন আদি মিছনাৰীসকলে প্রচলন কৰা উচ্চাৰণানুযায়ী বৰ্ণ-বিন্যাসৰ প্ৰাধান্য। আন কথাত কবলৈ হলে এই যুগত দেখা গৈছে মিছনাৰীসকলৰ প্রভাৱেই প্ৰধান, আৰু সেয়েহে সাহিত্যৰ এই স্তৰক আমি বুলিছো মিছনাৰীপ্ৰভাৱিত-স্তৰ। এই স্তৰৰ সাহিত্যৰ ৰচক সকলক দুটা ভাগত ভগাব পাৰি — এটা ভাগৰ অন্তৰ্গত (ক) খৃষ্টান-লেখকসকল, আৰু আনটো ভাগৰ ভিতৰুৱা (খ) অনা-খৃষ্টান-লেখকগোষ্ঠী।

## (ক) খৃষ্টান-লেখকসকল ঃ

### ডক্টৰ নাথান ব্ৰাউন (১৮০৭-১৮৮৬ খৃঃ)

ড° নাথান ব্ৰাউনক ডিম্বেশ্বৰ নেওগে অসমীয়া খৃষ্টান-সাহিত্যৰ ত্ৰিমূৰ্ত্তিৰ প্ৰথমজন বুলি কৈছে। বাকী দুজন তেওঁৰ মতে যথাক্ৰমে ডক্টৰ মাইলচ্ ব্ৰন্সন আৰু নিধিলেৰি ফাৰোৱেল। আমেৰিকা-যুক্তৰাজ্যৰ কোনো এক নগৰত নাথান ব্ৰাউন ওপজে ১৮০৭ খৃঃৰ ২২ জুনত। ন-বছৰ বয়সতে আনুষ্ঠানিকভাবে তেওঁ খৃষ্টধৰ্ম্ম গ্ৰহণ কৰে। কুৰি বছৰ বয়সত তেওঁ ৱিলিয়মছ্ কলেজৰ পৰা গ্ৰেজুয়েচন্ লয়। কিছুকাল ধৰি শিক্ষক আৰু কোনো এখন কাকতৰ সম্পাদকৰূপে কাম কৰাৰ পাছত মিছনাৰীত নিযুক্ত হৈ ১৮৩৩ খৃঃত ব্ৰাউন পত্নীৰ সৈতে আহি ব্ৰহ্মদেশৰ মৌমেনত উপস্থিত হয়। তাৰ পৰা ১৮৩৬ খৃঃত সপৰিয়ালে তেওঁ অলিভাৰ কাট্টাৰৰ সৈতে সদিয়ালৈ আহে। বিশেষ কথা - তেওঁলোকে লগত এটা ছপাশালো আনিছিল। তাত অসমীয়া আৰু খামটি ভাষাৰ পঢ়াশালি পাতে, সেই ভাষা শিকিবলৈ তাৰ পাঠ্যপুথি ৰচনা কৰে আৰু প্ৰতিষ্ঠা কৰা শিক্ষানুষ্ঠান চলায়। লগে লগে ব্ৰাউনে বাইবেলৰ "নিউ টেষ্টামেন্ট্" খণ্ডৰ অসমীয়া ভাঙনি কৰিবলৈও লয়। ইতিমধ্যে ১৮৩৯ খৃঃত সদিয়াত খামটি-বিদ্ৰোহে ভয়ঙ্কৰ ৰূপ ধাৰণ কৰে। খামটিসকলৰ উৎপাত আৰু হত্যাকাণ্ডৰ আতঙ্কত ব্ৰাউন-দম্পতিয়ে সদিয়া এৰি ১৮৩৯ খৃঃত জয়পুৰলৈ যায়। তাত তেওঁলোকে খামটি, চিংফৌ, অসমীয়া আদি ভাষাত কিছুমান সৰু সৰু কিতাপ লিখে, আৰু নিজৰ লগত থকা প্ৰেছত ছপা কৰি সেইবোৰ প্ৰচাৰ কৰে। সদিয়াত থকা কালতে ইতিমধ্যে কিন্তু ব্ৰাউনৰ কন্যা কুমাৰী ছোফিয়াৰ মৃত্যু হৈছিল। এই বিয়োগ-ব্যথাৰ উপৰিও নিজ পত্নী এলিজা ব্ৰাউনৰ সঘন অসুস্থতায়ো নাথান ব্ৰাউনক কৰ্ত্তব্য-ভ্ৰষ্ট কৰিব পৰা নাছিল। চাৰি বছৰ পাছত, ১৮৪৩ খৃঃত ব্ৰাউন-দম্পতিয়ে জয়পুৰ এৰি কাট্টাৰ-পৰিয়ালৰ সৈতে শিবসাগৰলৈ আহে। তাত থাকি তেওঁলোকে অসমীয়া ভাষা-সাহিত্যৰ উদ্ধাৰ আৰু প্ৰচাৰকাৰ্য্য নানা প্ৰকাৰে চলোৱাৰ উপৰিও খৃষ্টধৰ্ম্ম প্ৰচাৰতো মনোনিৱেশ কৰে। ১৮৫৫ খৃঃত ব্ৰাউনে অসম এৰি জন্মভূমি যুক্তৰাষ্ট্ৰলৈ যায়। তাত কিছুকাল কটোৱাৰ পাছত ১৮৭২ খৃঃত তেওঁ জাপানলৈ যায়, তাত ধৰ্ম্মপ্ৰচাৰ কৰে আৰু লগে

*জীৱনালেখ্য*

লগে জাপানী ভাষাত বাইবোল অনুৱাদ কৰা কামত ব্ৰতী হয়। ১৮৮৬ খৃঃত জাপানৰ য়াকোহামত ৭৯ বছৰ বযসত ডক্টৰ নাথান ব্ৰাউনৰ মৃত্যু হয়।

অসমীযা-সাহিত্যলৈ নাথান ব্ৰাউনৰ অৱদান অমৰ। বাইবোলৰ নিউ-টেষ্টামেন্টৰ অসমীযা-ভাঙনি (আমাৰ ত্ৰাণকৰ্ত্তা যীচুখৃষ্টৰ নতুন নিয়ম, প্ৰথম প্ৰকাশ ১৮৪৮) ব্ৰাউনৰ প্ৰসিদ্ধ কৃতি। ইযাৰ উপৰিও বাইবোলৰ মেথিউ, লিউক, মাৰ্ক আদি চাৰিটা খণ্ড "খৃষ্টৰ বিৱৰণ আৰু শুভযাত্ৰা" নামেৰে ১৮৫৪ খৃঃত প্ৰকাশ কৰি উলিয়ায। অসমীয়াত ওলোৱা খৃষ্টৰ স্তুতিগীতবোৰৰ ভিতৰত ৬০ টা গীত অকল ব্ৰাউনেই ৰচনা কৰিছে। তেওঁ এখন ব্যাকৰণো লিখিছে। সেইখনৰ নাম "Grammatical Notices of the Assamese Language", ইংৰাজীত লিখা এই ব্যাকৰণখন শিৱসাগৰৰ বেপ্তিষ্ট মিছ্যন প্ৰেছত ১৮৪৮ খৃঃত ছপা হৈ ওলায। ৰবিন্সনৰ পাছতে এইখন আমাৰ ভাষাৰ দ্বিতীয ব্যাকৰণ। পুৰণি পুথিৰ সংগ্ৰহ আৰু প্ৰকাশৰ ক্ষেত্ৰতো ডক্টৰ ব্ৰাউন আগৰণুৱা। "চুটিযা বুৰঞ্জী" কাশীনাথ তামুলীফুকলৰ "অসম বুৰঞ্জী" আৰু বকুল কায়স্থৰ গণিতৰ পুথি তেওঁ প্ৰকাশ কৰে। ইয়াৰ উপৰিও খৃষ্টধৰ্ম্ম সম্পৰ্কীয় সৰু সৰু আৰু কেইবাখনো পুস্তিকা অসমীয়াত তেওঁ ৰচনা কৰি প্ৰচাৰ কৰে। ড° ব্ৰাউনৰ অন্যতম বিশেষ কৃতি হৈছে জন্ বানিয়ানৰ (John Bunyan) "The Pilgrim's Progress" ৰ অসমীযা অনুৱাদ। "যাত্ৰিকৰ যাত্ৰা" নামৰ তেওঁৰ এই অনুৱাদৰ বহুলাংশ 'অৰুনোদই -সংবাদ'ত প্ৰকাশ হৈছে। ডিম্বেশ্ব নেওগ, ড° মহেশ্বৰ নেওগ আৰু ড° সত্যেন্দ্ৰনাথ শৰ্ম্মা - এই তিনিও গৱাকী পণ্ডিতে কৈছে — ব্ৰাউনে অলিভাৰ কাট্টাৰৰ সহযোগিতাত ১৮৪৬ খৃঃত "অৰুনোদই-সংবাদ পত্ৰ" উলিয়ায। কব পৰা যায়— "অনুৱাদক, গ্ৰন্থকাৰ, প্ৰকাশক, মুদ্ৰাকৰ, সম্পা দক, শিক্ষক আৰু ধৰ্ম্মপ্ৰচাৰক ৰূপে ব্ৰাউনে অসমক যি দান দি গ'ল, সি যেনে বহুমুখী, তেনে স্থায়ীও।"[৯]

## এলিজা ব্ৰাউন

ড° নাথান ব্ৰাউনৰ পত্নী এলিজা ব্ৰাউনেও পতিৰ লগত অসমত থাকি সাহিত্য-সৃষ্টিত পতিক সহায় কৰাৰ উপৰিও নিজেও অসমীয়া সাহিত্যলৈ উল্লেখনীয় বৰঙণি দি গৈছে। ল'ৰা-ছোৱালীৰ উপযোগীকৈ তেওঁ এখন " সাধুৰ পুথি" আৰু এখন " গণনাৰ পুথি" লিখি প্ৰকাশ কৰিছিল। ইয়াৰ উপৰিও, পিটাৰ পাৰ্লীৰ অনুকৰণত " ভূগোলৰ বিবৰণ" নামৰ এখন পুথিও তেওঁ ৰচনা কৰি প্ৰকাশ কৰে।

## ড° মাইলছ্ ব্ৰন্সন (১৮১২-১৮৮৩ খৃঃ)

ওপৰত উল্লেখ কৰি অহা মতে খৃষ্টীয়- সাহিত্যৰ ত্ৰিমূৰ্ত্তিৰ দ্বিতীয়টি হৈছে ডক্টৰ মাইলছ্ ব্ৰন্সন। আমেৰিকাৰ নিউয়ৰ্কৰ নৰৱে নামৰ ঠাইত ব্ৰন্সনৰ জন্ম হয় ১৮১২ খৃঃত। যথোচিত

৯. অ. সা. ৰূ. ৰে, ড° মহেশ্বৰ নেওগ।

শিক্ষালাভ কৰি তেওঁ পাদ্ৰী (Missionary) নিযুক্ত হয় আৰু ১৮৩৬ খৃঃত, অৰ্থাৎ ২৪ বছৰ বয়সত বন্ধু জেকব থমাছৰ সৈতে খৃষ্টধৰ্ম্ম প্ৰচাৰৰ উদ্দেশ্যে অসমলৈ ৰাওনা হয়। লগত পত্নী আদি পৰিয়ালৰ লোকসকলো আহিছিল। তেওঁলোক আহি প্ৰথমতে ১৮৩৭ চনত সদিয়াত উপস্থিত হয়। তাৰ পাছত সদিয়াৰ পৰা জয়পুৰ আৰু নামচাঙত কিছুকাল থাকি যথাসাধ্যে কাম কৰে। তাতে ব্ৰন্সনে পূব-নগাসকলৰ শব্দাৱলীৰ সংগ্ৰহ এটা প্ৰস্তুত কৰে। নগা-বিদ্ৰোহৰ উৎপাতত থকাৰ অসুবিধা হোৱাৰ কাৰণে ১৮৪১ খৃঃত ভটিয়াই আহি ব্ৰন্সনে নগাওঁত আস্থান পাতে আৰু সেই অঞ্চলত ধৰ্ম্মপ্ৰচাৰ, শিক্ষাদান আদি কামত আত্মনিয়োগ কৰে। ভগ্ন-স্বাস্থ্যৰ উন্নতিৰ কাৰণে ব্ৰন্সনে দুবাৰ অসম এৰি জন্মভূমিলৈ যায়। প্ৰথম বাৰত ১৮৪৮ খৃঃৰ পৰা ১৮৫১ খৃঃলৈ, আৰু দ্বিতীয়বাৰত ১৮৬৭ খৃঃৰ পৰা ১৮৭১ খৃঃলৈ আমেৰিকাত থাকে, আৰু দুয়োবাৰতে পুনঃ অসমলৈ ঘূৰি আহি নিজৰ কামত মনোনিৱেশ কৰে। দ্বিতীয় বাৰত আমেৰিকাত থাকোতে তাত তেওঁৰ প্ৰথমা পত্নীৰ মৃত্যু হয। তাৰ পৰা অসমলৈ ঘূৰি আহি ডেন্‌ফোৰ্থৰ বিধৱা পত্নীক তেওঁ স্ত্ৰীৰূপে গ্ৰহণ কৰে। ১৮৭৮ খৃঃত শেষবাৰৰ কাৰণে তেওঁ অসম এৰি আমেৰিকালৈ যায়, আৰু ১৮৮৩ খৃঃৰ ১০ নৱেম্বৰত তাত তেওঁৰ কৰ্ম্মময় - জীৱনৰ অৱসান হয়।

*জীৱনালেখ্য*

ড° মাইলছ্ ব্ৰন্সনে এটাৰ পাছত এটাকৈ বহুত আত্মীযজনৰ বিচ্ছেদজনিত দুখ-কষ্ট ভোগ কৰিবলগীয়া হৈছে। কৰ্ম্মক্ষেত্ৰ অসমতেই মৃত্যুমুখত পৰিছে তেওঁৰ বন্ধু আৰু সুহৃদ-সতীৰ্থ থমাছ, আৰু শেষত কন্যা মেৰিযা। ১৮৬৯ খৃঃত আমেৰিকাত মৃত্যু হয় তেওঁৰ প্ৰথমা পত্নীৰ। তেওঁ স্ত্ৰীৰূপে গ্ৰহণ কৰা ডেন্‌ফোৰ্থৰ বিধৱা পত্নীও সৰ্বশেষত ১৮৭৪ খৃঃত ব্ৰহ্মদেশলৈ স্বাস্থ্যজনিত কাৰণত গৈ তাত মৃত্যু মুখত পৰে। সপৰিযালে আৰু সবান্ধৱে অসমলৈ অহা ব্ৰন্সনে এইদৰে এটাৰ পাছত এটাকৈ আত্নীয-স্বজনক হেৰুৱাই অৱশেষত অকলশৰীয়া হৈ স্বদেশলৈ উভতি যায়।

ইমানবোৰ বিচ্ছেদজনিত দুঃখদায়ক ঘটনাৰ মাজতো কৰ্ত্তব্যভ্ৰষ্ট নোহোৱা ব্ৰন্সনৰ জীৱন একপ্ৰকাৰ অনন্যসাধাৰণ। অসমীয়া-সাহিত্যৰ পুনৰুদ্ধাৰ আৰু প্ৰচাৰ-প্ৰচেষ্টাত কৰা ব্ৰন্সনৰ সাধনাৰ সৰ্বশ্ৰেষ্ঠ ফলশ্ৰুতি "অসমীয়া-অভিধান"। অসমীয়া-সাহিত্যলৈ ব্ৰন্সনৰ ই অমৰ কৃতি। ইয়াৰ ১৪,০০০ শব্দ সুমুৱা হৈছে। প্ৰায়বোৰ শব্দই নিভাঁজ অসমীযা, তৎসম বা সংস্কৃত-শব্দৰ সংখ্যা কম। ইতিমধ্যে উল্লেখ কৰা হৈছে যে, যাদুৰাম ডেকা বৰুৱাই এখন অভিধান প্ৰণয়ন কৰি তাক কৰ্ণেল জেকিন্স্ চাহাবক উপহাৰ দিছিল। সেই অভিধানখনকে ব্ৰন্সনে তেওঁৰ অভিধানৰ আদৰ্শৰূপে গ্ৰহণ কৰে। ব্ৰন্সনে অভিধানত গ্ৰহণ কৰা বৰ্ণ-বিন্যাস-প্ৰণালী বা বানান-প্ৰণালীও যাদুৰাম ডেকা বৰুৱাৰ পন্থায়েই লোৱা বুলি জনা যায়। এই

*অভিধান আৰু অন্যান্য কৃতি*

প্ৰণালী শব্দৰ উচ্চাৰণগত, সংস্কৃত-ধাতুৰ মূলানুগত নহয়। ব্ৰন্সনৰ এই অভিধানখন ১৮৬৭ খৃঃত ছপা হৈ ওলায়।[১০] এইখন ১৯০০ খৃঃলৈ, অৰ্থাৎ "হেম-কোষ" ছপা হৈ ওলোৱালৈকে অসমৰ সাহিত্যিক-জগতত গণ্য হৈ থাকে। অভিধানখনৰ স্বৰূপ সম্বন্ধে ব্ৰন্সনে নিজেই ইংৰাজী-ভূমিকাত লিখিছে — "ইয়াৰ আগতে এই ভাষাৰ কোনো গঢ নোপোৱাত আৰু সেয়ে যেনেকৈ পায় তেনেকৈ লিখাত আন সকলো প্ৰথম চেষ্টাৰ দৰেই এই চেষ্টাও নিশ্চয় অলপ নহয় অলপ অসম্পূৰ্ণ হ'বই। তথাপি বিনা বিচাৰে এটি শব্দও সৰকি যাবলৈ দিয়া হোৱা নাই, আৰু সন্দেহৰ স্থলত আটাইতকৈ জ্ঞান-বয়োবৃদ্ধ লোকক সুধি লোৱা হৈছে। ইয়াৰ আখৰ-জোটনিত অসমীয়া-পণ্ডিত যাদুৰাম বৰুৱাৰ নিয়ম মানি চলা হৈছে। মোৰ বিশ্বাস, আনবোৰ নিয়মতকৈ এই নিয়মেই জন-সাধাৰণৰ উচ্চাৰণৰ লগত অধিক মিলে।"[১১] অভিধান-সঙ্কলনৰ উপৰিও ব্ৰন্সনে বাইবোলৰো কিছু অংশৰ অনুবাদ আৰু তাৰেই কিছু সংখ্যক স্তুতিৰো অসমীয়া ভাঙনি কৰে।

## নিধিলেৱি ফাৰোৱেল (১৮২৩ - ১৮৭৩ খৃঃ)

খৃষ্টীয়-সাহিত্যৰ ত্ৰিমূৰ্ত্তিৰ তৃতীয়জন হৈছে নিধিলেৱি। তেজপুৰৰ কলংপুৰ মৌজাৰ সূতাৰ গাঁৱত নিধিৰামৰ জন্ম হয়। তেওঁ কেওট কি সূত-কুলৰ সন্তান আছিল। ব্ৰাউন আৰু কাট্টাৰৰ পত্নীয়ে এই ল'ৰাটোক সৰুকালতে পায়, আৰু যত্ন কৰি তেওঁক লিখা-পঢ়া শিকায়। লগতে তেওঁক ছপাশালৰ কামৰো প্ৰশিক্ষণ দিয়ে। নিধিৰামৰ বুদ্ধি আছিল চোকা। অসমীয়া হিন্দু-সন্তান এই নিধিৰামে খৃষ্টধৰ্ম্ম গ্ৰহণ কৰিবলৈ ইচ্ছা প্ৰকাশ কৰে। তেতিয়া ১৮৪১ খৃঃৰ ১৩ জুনত মাইলছ্ ব্ৰন্সনে জয়পুৰত তেওঁক খৃষ্টধৰ্ম্মত দীক্ষিত কৰে। তেতিয়াৰ পৰা "নিধিৰাম", এই অসমীয়া হিন্দুনামটোৰ পৰিৱৰ্ত্তে ল'ৰাটোৰ নাম হয় "নিধিলেৱি ফাৰোৱেল"।[১২] নিধিলেৱিৰ পত্নীক ১৮৪৪ খৃঃত শিৱসাগৰত ব্ৰাউনে খৃষ্টধৰ্ম্মত দীক্ষিতা কৰা বুলি জনা যায়।

*জীৱন - পৰিচয*

নিধিলেৱি বিচক্ষণ বুদ্ধিমন্তই নহয়, অধ্যয়নশীলো আছিল। বিশেষকৈ খৃষ্টধৰ্ম্ম গ্ৰহণ কৰাৰ পাছৰ পৰা ব্ৰাউন-ব্ৰন্সনৰ প্ৰতি তেওঁৰ শ্ৰদ্ধা অটুত আছিল, তেওঁলোকৰ আদৰ্শৰ পৰা তিলমাত্ৰও তেওঁ পিচলি যোৱা নাছিল। আনকি, নিধিলেৱিৰ ভাষাৰ প্ৰসঙ্গত হেমচন্দ্ৰ

---

১০. দ্ৰষ্টব্য ঃ "অচমিয়া আৰু ইংৰাজি অভিধান, Compiled by M.Bronson, American Baptist Missionary. First Edition, American Baptist Mission Press, Sibsagar, 1867

১১ অ সা বু., ডিম্বেশ্বৰ নেওগ।

১২. আদি অৱস্থাত খৃষ্টধৰ্ম্মৰ ন-শৰণীয়া একোজনক আমেৰিকাৰ একোজন ধনীয়ে একোটা বৃত্তি দিয়ে, আৰু তাৰ বাবে পৃষ্ঠপোষকৰ উপাধিয়েই শৰণীয়াজনৰ নতুন উপাধি হয়। নিধিয়ে এইদৰেই "লেৱি-ফাৰোৱেল" উপাধি পালে। (অ সা বু, ডিম্বেশ্বৰ নেওগ)

বৰুৱাই তিক্ততা প্ৰকাশ কৰিছে এইদৰে — " সি (নিধিলেৱি) তাৰ গুৰু ব্ৰাউন চাহাৱৰ বৰ্ণ-বিন্যাস-প্ৰণালীৰ পৰা এক আঙ্গুলো লৰচৰ হোৱাক মহাপাপ যেন ভাবিছিল।"[১৩] "অৰুনোদই"ৰ লেখক সকলৰ ভিতৰত নিধিলেৱিৰ ৰচনা সৰ্ব্বাধিক— এই আধিক্য গদ্য-পদ্য উভয়দিশতে। তেওঁ আছিল " অৰুনোদই"ৰ নিযমিত লেখক। খৃষ্টধৰ্ম্মৰ প্ৰচাৰমুখিতা আছিল তেওঁৰ ৰচনাৰ প্ৰধান উদ্দেশ্য। বিবিধ বিষয়ক লৈ তেওঁ প্ৰৱন্ধ আৰু কৱিতা (পদ্য) ৰচনা কৰিছে। বিনম্ৰ বচন, চৰগৰ বিৱৰণ, প্ৰভু যীচু খৃষ্টৰ অৱতাৰ, নৰকৰ নিবাৰণ, নিস্তাৰৰ উপায় নাই আদি তেওঁৰ বিখ্যাত পদ্য-ৰচনা। কিছুমান প্ৰৱন্ধৰ উপৰিও " ভাৰতীয় দণ্ডবিধি আইন" (ইণ্ডিয়ান পেনেল কোডৰ অনুৱাদ), ইশ্বৰে স্ৰজা বস্তুৰ কথাত শিক্ষক ছাত্ৰৰ কথোপকথন," " হিন্দুস্থানৰ বুৰঞ্জি", আদি তেওঁৰ বিশেষ গদ্য-ৰচনা। তেওঁ খৃষ্টধৰ্ম্মৰ প্ৰচাৰ-পত্ৰিকা কিছুমানো ৰচনা কৰিছে। "অৰুনোদই"ত ন-ল-ফ, এই সংক্ষিপ্ত নামত ওলোৱা ৰচনাবোৰ নিধিলেৱিৰ ৰচনা।

*কৃতি*

## এ-কে-গাৰ্ণী (১৮৪৫ - ১৯১০)

ব্ৰাউন-ব্ৰন্সন আদি পাদ্ৰী চাহাৱতকৈ এ-কে-গাৰ্ণীৰ অসম আগমন পৰৱৰ্ত্তী; গতিকে " অৰুনোদই-যুগ"ৰ প্ৰাথমিক-স্তৰৰ সাহিত্যৰ ভেটি-নিৰ্ম্মাণত শিল-মাটি দিয়াৰ সুবিধাও তেওঁৰ নাছিল। কিন্তু তেওঁৰ পূৰ্ব্ব-সূৰি পাদ্ৰীসকলৰ নিৰ্ম্মীয়মান ভেটি তেওঁৰ অৱদানে যথেষ্ট শকত কৰি তুলিছে। ১৮৭৪ খৃঃত গাৰ্ণী আমেৰিকা-যুক্তৰাষ্ট্ৰৰ পৰা অসমলৈ আহে। আহিয়েই সম্ভৱতঃ সেই চনৰ পৰাই "অৰুণোদয়"ৰ সম্পাদকৰ দায়িত্ব তেওঁ গ্ৰহণ কৰে। ১৮৮৩ খৃঃত গাৰ্ণী এবাৰ ঘৰলৈ যায় আৰু তাত দুবছৰ থাকি পুনঃ সপৰিয়ালে ঘূৰি আহি ১৯০৭ খৃঃলৈকে শিৱসাগৰত থাকে।

*জীৱনৰ আভাস*

অনুৱাদৰ উপৰিও সৃষ্টিমূলক ৰচনাৰ ক্ষেত্ৰতো এ-কে- গাৰ্ণীৰ অৱদান বিশেষভাবে লক্ষণীয়। তেওঁ আছিল হিব্ৰুভাষাৰ পণ্ডিত। সেই ভাষাৰ পৰা তেওঁ বাইবোলৰ "ওল্ড্ টেষ্টামেন্ট"ৰ যি অনুবাদ কৰিছে, সি অৰুণোদয়-যুগৰ উল্লেখনীয়-কৃতি। হেনৰী গোল্ড্স্মিথ নামৰ এজন অসমীয়া খৃষ্টানে তেওঁক এই কামত সহায় কৰা বুলি জনা যায়। "যিহূচুৱৰ আৰু বিচাৰকৰ্ত্তাৰ পুথি আৰু ৰুথৰ বিৱৰণ" নাম দি তাৰ একাংশ তেওঁ প্ৰকাশ কৰিছে। আকৌ, "কনিবেহেৰুৱাৰ সাধু" নামৰ এখন পুথি আৰু জোছেফৰ কাহিনীও তেওঁ সুকীয়াকৈ উলিয়ায়। ব্ৰাউন, ফাৰোৱেল আদিয়ে এৰি থৈ যোৱা বাইবোলৰ অংশবিশেষৰ অনুৱাদ কৰি গাৰ্ণীয়ে পূৰ্ণৰূপত বাইবোল ১৯০৩ চনৰ ভিতৰত উলিয়ায়। ইয়াৰ উপৰিও এখন বঙালী উপন্যাসৰ অসমীয়া অনুৱাদ গাৰ্ণীৰ অন্যতম কৃতি। সেই উপন্যাসখনৰ নাম "এলোকেশী বেশ্যাৰ বিষয়", ইয়াৰ

*সাহিত্য কৃতি*

১৩. আত্ম-জীৱনী

লেখিকা আছিল কুমাৰী এম্-ই-লেছলি। এলোকেশী নামৰ ফুলবাঁৰী গাভৰু এজনী প্ৰৰোচনামূলক ঘটনাৰ মাজেদি অসামাজিক-আচৰণ-পঙ্কিলতাত নিমজ্জিতা হয়, আৰু শেষত তাই খৃষ্টধৰ্ম্ম গ্ৰহণ কৰি পবিত্ৰ -জীৱন-যাপনৰ পথলৈ আহে — এয়ে উপন্যাস লেখীয়া কাহিনীটোৰ মূল-কথা। এই পুথিখন খৃষ্ট ধৰ্ম্মপ্ৰচাৰমুখী। এ-কে-গাৰ্ণীয়ে ৰচনা কৰা " কামিনীকান্তৰ চৰিত্ৰ" নামৰ এখন উপন্যাসধৰ্মী পুথি আমাৰ সাহিত্যৰ উপন্যাসৰ দিশত চকুত নপৰাকৈ নাথাকে। ইয়াত গাৰ্ণীৰ সৃষ্টিমূলক-মৌলিক-প্ৰতিভাৰ আভাস থকাৰ উপৰিও উপন্যাসৰ দুই এটা বিশেষত্বই ইয়াক অসমীয়া উপন্যাসৰ প্ৰথম নমুনা ৰূপে প্ৰতিষ্ঠা কৰিব পাৰিছে। ১৮৭৭ খৃঃত শিৱসাগৰৰ মিছনপ্ৰেছৰ পৰা এই পুথিখন প্ৰকাশিত হয়। ৰামজয় বন্দোপধ্যায়ৰ পুত্ৰ কামিনীকান্ত নামৰ এজন শিক্ষিত-ব্ৰাহ্মণ-যুৱক, খৃষ্টধৰ্ম্ম গ্ৰহণ কৰাৰ ফলত তেওঁ পিতৃগৃহ আৰু সদ্যবিবাহিতা পত্নী সৰলাৰ পৰা বিচ্ছেদজনিত দুখ কিছুকাল ভোগ কৰে। পাছত পত্ৰযোগে কামিনীকান্তই নিজ পত্নীক খৃষ্টধৰ্ম্মৰ শ্ৰেষ্ঠত্বৰ কথা বুজোৱাত সৰলাযো খৃষ্টধৰ্ম্ম গ্ৰহণ কৰি স্বামীৰ অনুগামিনী হয, আৰু পৰৱৰ্ত্তি-কাল সুখেৰে কটায়। লগতে কামিনীকান্তৰ বন্ধু নৰেন্দ্ৰও খৃষ্টধৰ্ম্মত দীক্ষিত হয। এযেই কামিনীকান্তৰ চৰিত্ৰৰ মূল-কথা। ধৰ্ম্মপ্ৰচাৰমুখিতা সুস্পষ্ট হোৱা কাৰণে এই সৃষ্টিমূলক-ৰচনাবিশেষৰ মৰ্য্যদা লাঘৱ হৈছে। পত্নীৰূপে সৰলা-চৰিত্ৰৰ বিশেষত্বই পাঠকক অৱশ্যে আকৰ্ষণ নকৰাকৈ নাথাকে।

এ-কে-গাৰ্ণীৰ পত্নী শ্ৰীমতী গাৰ্ণীৰ নামো এই প্ৰসঙ্গত উল্লেখ নকৰিলে নহয়। বঙালী লেখিকা শ্ৰীমতী মুলেনৰ "ফুলমণি ও করুণা" নামৰ পুস্তিকাখনিৰ ১৮৭৭ খৃঃত অসমীয়া অনুবাদ কৰিছে শ্ৰীমতী গাৰ্ণীয়ে। অসমীয়া অনুবাদটিৰ নাম " ফুলমণি আৰু করুণা"।

## অলিভাৰ তমাছ্ কাট্টাৰ

"অৰুনোদই"ৰ সম্পাদন আৰু প্ৰকাশৰ প্ৰসঙ্গত ও-টি কাট্টাৰৰ নাম স্মৰণ কৰিবলগীয়া। আমেৰিকা-যুক্তৰাজ্যৰ বষ্টনৰ পৰা ১৮৩১ খৃঃত কাট্টাৰ আহে আৰু ১৮৩৬ খৃঃত পত্নীৰ সৈতে শদিয়াত উপস্থিত হৈ তাত ছপাখানা স্থাপন কৰে। তাৰ পাছত তেওঁ শিৱসাগৰলৈ আহি অসমীয়া-ভাষাৰ উদ্ধাৰকাৰ্য্য আৰু "অৰুণোদই"ৰ সম্পাদন আৰু প্ৰকাশনত ব্ৰতী হয়।

কাট্টাৰৰ পত্নী শ্ৰীমতী কাট্টাৰেও এখন ইংৰাজী-অসমীয়া খণ্ডবাক্য-কোষ প্ৰণয়ন কৰে। ই প্ৰকাশ হয় ১৮৪৮ খৃঃত।

*অন্যান্য লেখক*

উল্লিখিতসকলৰ উপৰিও এই প্ৰসঙ্গত আৰু কেইজনমান লেখক-লেখিকাৰ নাম উল্লেখনীয়। তেওঁলোকৰ ভিতৰত ডেনফোৰ্থ, ব্ৰাৰ্ক, বাৰ্ড, হুইটিং আৰু শ্ৰীমতী বাৰ্ডৰ নাম বিশেষভাবে উল্লেখযোগ্য। "অৰুনোদই"ৰ

সম্পাদন-কাৰ্য্যত তেওঁলোকৰ অৰিহণা বিশেষ। শ্ৰীমতীৱাৰ্ডৰ বিশেষ বৰঙণি হৈছে "ইংৰাজী-অসমীয়া শব্দকোষ," ই প্ৰকাশ হৈছে ১৮৬৪ খৃঃত।

প্ৰধান খৃষ্টান-লেখকসকল আৰু তেওঁলোকৰ ৰচনাৰাজিৰ চমু আলোচনা ওপৰত দাণ্ডি ধৰা হল। ইয়াৰ উপৰিও মিছনাৰী-মেম-চাহাবসকলে ৰচনা কৰা কিছুমান পুথিৰ নাম ড° সত্যেন্দ্ৰ নাথ শৰ্ম্মাই[১৪] উল্লেখ কৰিছে। সেইবোৰ ঃ "হেনৰি আৰু তেওঁৰ লগুৱা," "অপৰিমিতাচাৰৰ পৰিমাণ", "জোচেফৰ কাহিনী", "আমেৰিকা আৱিষ্কাৰ", "পণ্ডিত আৰু ধৰ্ম্মপ্ৰচাৰক", "স্তুতি গীত", "বাইবেলৰ সাধু", "ৰামগতিৰ কাহিনী," "ধাৰ্ম্মিক চহা," "মাউৰী ছোৱালী," "আফ্ৰিকাৰ কোঁৱৰ," " কৃষ্ণ আৰু খৃষ্টৰ তুলনা, আপত্তিনাশক, স্বৰূপ আশ্ৰয়, সুৱৰ্ণৰ তুল, নিস্তাৰৰ উপায়, সৃষ্টি আৰু প্ৰলয়, গুৰু আহিল আৰু তোমাক মাতিছে, পাপ খেমা পোৱা ছোৱালী, পবিত্ৰ অৱতাৰ, "Christianity and Hinduism Compared", "Exposure of Hindu Religion" আদি কিছুমান।

## মিছনাৰীসকলৰ দান

ঊনবিংশ-শতিকাৰ চতুৰ্থ-দশকত অসমীয়া-ভাষা অসমৰ বুকুত বিলুপ্ত হবলগীয়া হৈছিল। তেনে সময়ত সেই দশকৰ শেষত আৰু পঞ্চম দশকৰ ভিতৰত আমেৰিকা-যুক্তৰাজ্যৰ পৰা মিছনাৰী পণ্ডিত কিছুমান অসমত আহি উপস্থিত হয়— খৃষ্টধৰ্ম্ম প্ৰচাৰ কৰাৰ উদ্দেশ্যে। লুপ্তপ্ৰায় অসমীয়া-ভাষাৰ পুনৰুদ্ধাৰ আৰু পুনঃ প্ৰচাৰৰ উদ্দেশ্যে তেওঁলোকে যি ধৰণে যিমানবোৰ কাম কৰিলে আৰু তাত যি পৰিমাণে কৃতকাৰ্য্য হল, সেই কথা ইতিমধ্যে কৈ অহা হৈছে। প্ৰকৃতাৰ্থত কবলৈ গলে মিছনাৰীসকল এক অভূতপূৰ্ব্ব আৰু অভাৱনীয় সঙ্কটাৱস্থাত পৰা অসমীয়া ভাষাক উদ্ধাৰ কৰোঁতা, আৰু ইয়াৰ ম্ৰিয়মান স্বৰূপত তেজ-মঙহ আৰু নতুন শক্তিৰ সঞ্চাৰ কৰোঁতা। ইয়াৰ আগতে "অৰুনোদই ৰ অৱদান" শিতানত উল্লেখ কৰা কিছুমান কথাও অৱশ্যে মিছনাৰীসকলৰ দানৰ ভিতৰতেই পৰে। তথাপি এই প্ৰসঙ্গৰ আৰু কেইটামান কথা সুস্পষ্ট কৰি তোলাৰ প্ৰয়োজন বোধ কৰা হল ঃ

প্ৰথম কথা, মিছনাৰীসকলে হৃদয়ঙ্গম কৰিছিল যে, এখন নতুন দেশত জনসাধাৰণৰ মাজত এটা বেলেগ ধৰ্ম্ম প্ৰচাৰ কৰিবলৈ হলে তেওঁলোকৰ মাতৃভাষাত বাহিৰে আন ভাষাৰে সম্ভৱপৰ নহয়। গতিকে উদাৰ আৰু মহানুভৱ মিছনাৰীসকলে অসমীয়া ভাষাৰ উদ্ধাৰ আৰু পুনঃ প্ৰতিষ্ঠাৰ কাৰণে নানা প্ৰকাৰে অশেষ যত্ন কৰে, আনকি সেই সময়ত বিশেষ ক্ষমতাত অধিষ্ঠিত ৰবিন্সন চাহাবৰ অসমীয়া-ভাষা সম্বন্ধে বিৰুদ্ধ ভাব আৰু মন্তব্যৰ বিপৰীতে সেই ভাষাৰ পুনঃ প্ৰচলনৰ কাৰণে তেওঁলোকে সবল মতবাদ দাঙি

১৪. অ. সা. স. ই., ১১ শ অধ্যায়।

ধৰে। লগতে অকাট্য যুক্তিৰ মাজেদি তেওঁলোকে বক্তব্য দাঙি ধৰিলে যে, মাতৃ-ভাষাৰ যোগেদিহে জনসাধাৰণক শিক্ষাদান কৰা সহজ, আৰু তেনে শিক্ষাৰ পৰাহে দেশৰ উন্নতি হব পাৰে। এই ধৰণৰ সুস্থ মতবাদ যত্নপূৰ্ব্বক মিছনাৰীসকলে দাঙি ধৰি অসমীয়া- ভাষাৰ উদ্ধাৰ আৰু পুনঃপ্ৰতিষ্ঠা কৰিববলৈ সক্ষম হয়। দ্বিতীয়তে, পঢ়াশলীয়া-শিক্ষা লাভৰ ক্ষেত্ৰত যে, নিৰ্দ্দিষ্ট পাঠ্যপুথিৰ প্ৰয়োজন, তাক তেওঁলোকে দেখুৱালে। মিছনাৰীসকলে পঢ়াশালি স্থাপন কৰিলে, নিজেও পাঠ্যপুথি ৰচিলে আৰু তাৰ প্ৰচলন কৰি শিক্ষা-জগতত নিৰ্দ্দিষ্ট পাঠ্যপুথি- প্ৰচলনৰ পৰম্পৰাৰ সূচনা কৰিলে। তৃতীয়তে, যিহেতুকে ব্যাকৰণে ভাষাৰ শুদ্ধ-স্বৰূপ সৃষ্টি কৰে আৰু অভিধানে শব্দৰ প্ৰকৃতাৰ্থ শিকায, যি কোনো ভাষাৰ শুদ্ধ-ৰূপ পা বলৈ আৰু তাৰ প্ৰকৃত-অৰ্থ বুজিবলৈ এই দুবিধৰ প্ৰয়োজন। সেয়েহে, মিছনাৰীসকলে ব্যাকৰণ আৰু অভিধান প্ৰণয়ন কৰি ভৱিষ্যতলৈ তাৰো পৰম্পৰা সৃষ্টি কৰে। চতুৰ্থতে, মিছমাৰীসকলে অসমীয়া-সাহিত্যৰ, বিশেষকৈ ইয়াৰ গদ্যৰ দিশত পশ্চিমীযা প্ৰভাৱত নতুন পদবিন্যাস (Syntactical arrangemnet) খটুৱায়। তাৰ ফলত গদ্যৰ গাঠনিক-স্বৰূপ টোৰ কিছু পৰিমাণে সলনি হয। পঞ্চমতে, অসমীয়া-ভাষাত সংবাদ-পত্ৰ উলিযাই অসমত সাংবাদিকতাৰ সূত্ৰপাত কৰে, আৰু ইয়াৰ যোগেদি শিক্ষিত -ডেকাৰ মাজত লেখক-গোষ্ঠী এটাৰ সৃষ্টি কৰে। ষষ্ঠতে, পুৰণি সাঁচিপতীয়া পুথিউদ্ধাৰ আৰু তাক ছপা কৰি উলিযাই সেইবোৰ যে জাতীয়-সংস্কৃতিৰ অমূল্য সম্পদ, সেই বোধ অসমীযাৰ অন্তৰত জাগ্ৰত কৰি তোলে। সপ্তমতে, মিছনাৰীসকলে আমাৰ ভাষা-ভাণ্ডাৰৰ শব্দ-সম্ভাৰ ব্যৱহাৰিক -দিশত বঢ়ালে, তেওঁলোকে বিলুপ্তিৰ গৰ্ভত সোমাই যাও যাও হোৱা শব্দ কিছুমান হোজা মানুহৰ মুখৰ পৰা উদ্ধাৰ কৰে, আৰু ইংৰাজী আদি কেইটামান অনা-অসমীয়া ভাষাৰ কিছুমান প্ৰয়োজনীয় শব্দৰ নতুনকৈ অসমীযা ৰূপ কৰি লয। এই দুয়োবিধ শব্দই তেওঁলোকে ৰচনাৰ মাজত ব্যৱহাৰ কৰে। অষ্টমতে, স্থানান্তৰত কোৱা মতে মিছনাৰীসকলে আমাৰ ভাষাক এটা সুৰ শিকাই গল। দেৱেন্দ্ৰ নাথ বেজবৰুৱাৰ ভাষাত—"শিৱসাগৰত থকা পাদুৰিচাহাৱসকলে আমাৰ সেই সময়ৰ ভাষাৰ শব্দাৱলীত বহুত পোহ দিলে। তেওঁবিলাকে ইংৰাজী ভাষাৰ আৰ্হি আৰু ভাব লৈ বহুত অসমীয়া কথা সাজিলে, আৰু ওচৰৰ পৰ্ব্বতীয়া ঠাইৰ মাত-কথাও আমাৰ ভাষাত বহুত লগালে।... তেওঁবিলাকে ভাষাক এটা নতুন ভাঁজ দি আমাক এটা নতুন ঠাঁচ শিকাই গ'ল। তেওঁবিলাকে পাশ্চাত্য-সভ্যতা আৰু ভাৰতীয়-সভ্যতা দুইৰো সুৰ মিলাই এটা নতুন সুৰ বান্ধি থৈ গ'ল, আৰু তাক আজিও প্ৰত্যেক অসমীয়া লেখকৰ লেখাত পোৱা যায়।"[১৫]

---

১৫. অ ভা. সা. বু., দেৱেন্দ্ৰ নাথ বেজবৰুৱা।

## মিছ্নাৰীসকলৰ ভাষা

"অৰুনোদই"ত আৰু তাৰ সমকালীন আন আন পুথি-পাজিত মিছ্নাৰীসকলে অসমীয়া ব্যৱহাৰ কৰিছিল। তেওঁলোকৰ সেই ভাষা সম্বন্ধে অৱশ্যে কবলগীয়া আছে। ধৰ্ম্মপ্ৰচাৰৰ উদ্দেশ্যতা আগত ৰাখি মিছ্নাৰীসকলে বিশেষ যত্ন আৰু আন্তৰিকতাৰ সৈতে অসমীয়া ভাষা শিকি লৈছিল। পণ্ডিত আৰু প্ৰতিভাশালী হোৱা কাৰণে তেওঁলোকে কম দিনৰ ভিতৰতে অৱশ্যে এই ভাষাত নিজৰ বক্তব্য অন্ততঃব্যক্ত কৰিব পৰা হৈছিল। কিন্তু অসমীয়াৰ নিচিনা সমৃদ্ধিশালী ভাষা এটা স্বল্পকালৰ ভিতৰতে বিদেশী লোকৰ কাৰণে সম্পূৰ্ণৰূপে আঁৰ নোহোৱাকৈ আয়ত্ব কৰি লোৱা বৰ সহজ নহয়। সেয়েহে, স্বাভাৱিক-গতিত জতুৱা-ঠাচপূৰ্ণ-অসমীয়াৰ বাক্যৰীতি সৃষ্টি কৰাত তেওঁলোক একেবাৰে ত্ৰুটি-বিচ্যুতিৰ ওপৰত উঠিব পৰা নাছিল। অসমীয়া লিখাৰ সময়তো ইংৰাজী-বাক্য-বিন্যাস ৰীতিয়ে অজ্ঞাতসাৰে বহুসময়ত তেওঁলোকক প্ৰভাৱিত কৰিছিল। তেওঁলোকৰ ভাষা সহজ-সৰল আৰু লগতে জনসাধাৰণৰ কথিত-ভাষাৰ লগত মিল থকা সত্বেও, উক্ত কাৰণত বাক্য-গঠনৰীতি সকলো সময়তে নিভাঁজ অসমীয়া-ঠাচঁত দেখা দিয়া নাছিল। হেমচন্দ্ৰ বৰুৱাৰ ভাষা-জ্ঞানসম্ভূত-মতৱাদৰ প্ৰভাৱত এই ঠাচ কেই বছৰমান পাছৰ পৰাই পৰিৱৰ্ত্তনমুখী হয়। পণ্ডিত হেমচন্দ্ৰ গোস্বামীৰ[১৬] প্ৰাসঙ্গিক-মন্তব্য উল্লেখনীয় ঃ ' তেওঁলোকৰ (মিছ্নাৰী সকলৰ) ভাষা তেওঁবিলাকতে লাগি ৰ'ল, তেওঁবিলাকৰ ভাষাৰ যিটো Spirit, সিহে অসমীয়া-সাহিত্য গোটেইটোত বিয়পাইছে।

*নিভাঁজ অসমীয়া ঠাচৰ ভাষা*

মিছ্নাৰীসকলৰ ভাষা সম্পৰ্কে আৰু এটা বিশেষ কথা আছে ঃ তেওঁলোকে হয়তো বুজিছিল — কথন-কালত অসমীয়া-ভাষাত দীৰ্ঘস্বৰৰ উচ্চাৰণত মাত্ৰাধিক্য নাই বুলিলেই হয। গতিকে, ৰচনাৰ মাজত "ঈ" আৰু "ঊ" ৰ ব্যৱহাৰৰ প্ৰয়োজনীয়তা বোধ নকৰি তেওঁলোকে সকলো সময়তে কেৱল 'ই' আৰু 'উ' হেই ব্যৱহাৰ কৰিছে। আকৌ, পাদ্ৰীপ্ৰৱৰগণে 'শ', 'ষ' আৰু 'স'ৰ মাজত, 'য' আৰু 'জ'ৰ মাজত, 'চ' আৰু 'ছ' ৰ মাজত, 'ন' আৰু 'ণ' ৰ মাজত, 'ক্ষ' আৰু 'খ্য'ৰ মাজত, 'ঋ' আৰু 'ৰি' ৰ মাজত উচ্চাৰণৰ প্ৰভেদ হয়তো পোৱা নাছিল। গতিকে ৰচনাৰ মাজত তেওঁলোকে উক্ত সমগোত্ৰীয় একাধিক আখৰৰ পৰিৱৰ্ত্তে এটাকৈহে আখৰ ব্যৱহাৰ কৰিছিল যথাক্ৰমে এই ধৰণে --'স', 'জ', 'চ', 'ন', 'খ্য' আৰু 'ৰি'।[১৭] ইয়াৰ ফলত, সংস্কৃত-ভাষা আৰু ব্যাকৰণ-সম্মতি আৰু আমাৰ ভাষাৰ পূৰ্ব্বপ্ৰচলিত

*উচ্চাৰণৰ ওপৰত গুৰুত্ব*

---

১৬ "অসমীয়া-ভাষা" প্ৰবন্ধ (হ.গ.ব.)

১৭ বানান সম্বন্ধে " অৰুনোদই"ৰ নীতি ব্ৰাউনে স্পষ্টভাবে ঘোষণা কৰিছে - "কিন্তু আমি কেৱল পণ্ডিতসৈ লিখা নহই, সকলো মানুহৰ নিমিত্তে লিখিচোঁ। সংস্কৃত

বানানৰ দৃষ্টিকোণৰ পৰা কৰা দৃষ্টিত তেওঁলোকৰ ৰচনাৰ অন্তৰ্গত উক্ত অক্ষৰসংযুক্ত বানানবোৰৰ ৰূপ বিকৃত বুলি প্ৰতীয়মান হয়। যেনে — মুৰ (মূৰ), ভুমি (ভূমি), ৰূপ (ৰূপ), ৰানি (ৰাণী), দিঘল (দীঘল), আদিবাসি (আদিবাসী), ইশ্বৰ (ঈশ্বৰ), সেস (শেষ), সুনি (শুনি), সাস্ত্ৰ (শাস্ত্ৰ), জি (যি), জোআ (যোৱা), ৰাখিচে (ৰাখিছে), মাচ (মাছ), ৰন (ৰণ), বিস্তিৰ্ন (বিস্তীৰ্ণ), দুৰ্ভিখ্য (দুৰ্ভিক্ষ), সংস্ক্ৰিতি (সংস্কৃতি), প্ৰিথিবি (পৃথিৱী), লগোআ (লগোৱা), হতুআই (হতুৱাই) ইত্যাদি।[১৮] "অৰুনোদই"ৰ পাততেই অৱশ্যে বৰ্ণ-বিন্যাস-ৰীতিৰ ব্যতিক্ৰম কদাচিৎ লক্ষ্য কৰা যায়।[১৯]

উচ্চাৰণ অনুসৰি বানান লিখাৰ উপৰিও "অৰুনোদই"- কেন্দ্ৰী মিছনাৰীসকলৰ ভাষাৰ সামগ্ৰিক-স্বৰূপৰ মাজত আৰু কেইটামান কথা লক্ষণীয়। ইংৰাজী শব্দৰ অৰ্থ বুজোৱাৰ কাৰণে মিছনাৰীসকলে অসমীয়াত কিছুমান নতুন শব্দ সৃষ্টি কৰি লৈছে। যেনে — ভাপৰ কল, পৰ্হাসালি, ধৰমপুথি, ভাপৰ নাও, পানিসিল (ice), গিযানৰ সভা, লতা পনিঘল (আঙুৰ) ইত্যাদি। অশিক্ষিত গাঁৱলীয়া

*নতুন শব্দৰ সৃষ্টি*

---

আৰু ভাসা মিহলি কৰিলে, আমি ভাল নে দেখো; সংস্ক্ৰিত হলে সুধ সংস্ক্ৰিতেই হব লাগে, ভাসা হলে সুদা ভাসা হব লাগে। সংস্ক্ৰিতত প্ৰাই সঞোগি আখৰ, ভাসাত গোট গোট আখৰ।. ভাসা লিখোতে, আখৰৰ জিমান জাতি, তিমানহে লিখিব লাগে, একে জাতিৰ দুই তিনি প্ৰভেদৰ সকাম নাই। জ, য় জৰ, এই দুইৰো একেটা উচ্চাৰণ; এই হেতুকে অন্তস্থ য়ৰ বাহিৰে আন য নিলিখোঁ। শ, ষ,স, তিনিটাৰে একে মাত, শ্ৰী স্ৰীৰ একো ভেদ নে দেখোঁ; আমি কেবল সহে লিখোঁ। ন, ণ আৰু হ্ৰস্ব দিৰ্ঘতো এই দৰে বুজিবা। ভাসাত ৰূণ নোবোলে, ৰনহে বোলে; পানী হলে পানি বোলে, পাপীৰ ঠাইত পাপি; কুলৰ ঠাইত কুল ; সূৰ্য্যৰ ঠাইত সুৰ্জ বা সুৰুজ। আৰু ৰেফৰ পাচত এটা আখৰ দুটাকৈ নুফুটে; পৰ্ব্বত নো বোলে, পৰ্বতহে বোলে। (Style and Mode of spelling, অৰুনোদই, এপ্ৰিল, ১৮৫৪)

১৮. উক্ত ধৰণে আখৰৰ সংখ্যা আৰু যুক্তাক্ষৰৰ জটিলতা কমাই ভাষা সৰলীকৃত কৰাৰ আদৰ্শ ব্ৰাউন আদি পাদ্ৰীসকলে যাদুৰাম ডেকা বৰুৱা নামৰ এজন অসমীয়া-পণ্ডিতৰ "বঙলা-অসমীয়া-অভিধান"ৰ পৰা লোৱা পুলি জনা যায়। ইতিমধ্যে আন প্ৰসঙ্গত ডেকা বৰুৱাৰ কথা কৈ অহা হৈছে। ডেকা বৰুৱাই ১৮৩৯ চনৰ ভিতৰতে সেই অভিধানখন প্ৰস্তুত কৰে। আনন্দৰাম ঢেকিয়ালফুকনে এই অভিধানখন সম্বন্ধে কৈ গৈছে যে, সি এখন বৰ ভাঙৰ অভিধান, তাত প্ৰায় আটাইবোৰ অসমীয়া শব্দই আছে। ১৮৪৬ চনৰ জানুৱাৰীত "অৰুনোদই" প্ৰকাশ হোৱাৰ আগতে ব্ৰাউন আদি মিছনাৰীসকলেও যাদুৰামৰ অভিধান-প্ৰদৰ্শিত বানান সৰলীকৃত-পদ্ধতি গ্ৰহণ কৰিছিল বুলি বুজা যায়। (অসমীয়া-ভাষা, হ গ. ৰ.)

১৯. "অৰুনোদই" যুগৰ অসমীয়া ভাষা" প্ৰবন্ধ দ্ৰষ্টব্য । (প্ৰকাশ, অৰুনোদই-সংখ্যা, ১৯৮৩)।

মানুহে কৰা উচ্চাৰণ অনুসৰিও কিছুমান শব্দ তেওঁলোকে ব্যৱহাৰ কৰিছে. যেনে — বাত্ৰা (বাৰ্ত্তা), আগ্যা (আজ্ঞা), কিৰ্পিণ (কৃপণ), ব্ৰৰখুন (বৰবুণ), বই (ব্যয়) ইত্যাদি। তৎসম শব্দ ভাঙি তাক সহজে উচ্চাৰণ কৰিব পাৰকৈ লিখা বহু শব্দ পোৱা যায়। যেনে — ধৰম (ধৰ্ম্ম), গিয়ান, সবদ, অকৰম, বিলম (বিলম্ব), ভগন (ভগ্ন) ইত্যাদি। লুপ্তপ্ৰায় কিছুমান অসমীয়া শব্দও তেওঁলোকে উদ্ধাৰ কৰি ব্যৱহৃত ভাষাত সুমাইছে। যেনে— হাটখোলা, মৰগকৈ বেচে, মহী (চিয়াঁহি) ডোঙ্গা, হ্যুঠ (ৰাস্তাহাঠ) ইত্যাদি। ইয়াৰ উপৰিও ইংৰাজী, হিন্দী, পাৰ্চী, আৰবী, আনকি পৰ্টুগীজ ভাষাৰ কিছুমান প্ৰয়োজনীয় শব্দও তেওঁলোকৰ ভাষাত সুমাই লৈছে। ক'তো ক'তো অসমীয়া-খণ্ডবাক্যৰ কথিত ৰূপৰ উপযুক্ত প্ৰযোগো দেখা যায়। যেনে — "আখৰ ঢালিবলৈ কাৰ্বাৰ কৰিলে"। (অৰুনোদই, মাৰ্চ' ৪৬)। এই সকলোবোৰ বিশেষত্বৰে গঠিত মিছনাৰীসকলৰ ভাষা প্ৰধানভাবে হৈ উঠিছিল সহজ, সৰল আৰু মিঠা — জনসাধাৰণৰ আকৰ্ষণীয়।

এই প্ৰসঙ্গত আন এটা উল্লেখনীয় কথা এই যে, ব্ৰাউন-ব্ৰন্সন আদি শিৱসাগৰীয় মিছনাৰীৰ গদ্যৰ ভাষা আৰু শ্ৰীৰামপুৰীয়া কেৰি, তথা আত্মাৰাম শৰ্ম্মাৰ ভাষা—

*শিৱসাগৰীয়া আৰু শ্ৰীৰামপুৰীযা মিছনাৰীৰ ভাষা*

উভয়বিধেই আধুনিক প্ৰাথমিক-স্তৰৰ গদ্য-ভাষাৰ নিদৰ্শন।[২০] উভয়বিধৰেই বাক্য-বিন্যাস-ৰীতি, বৈয়াকৰণিক-বান্ধোন আৰু কম-বেছি পৰিমাণে বৰ্ণবিন্যাস -পদ্ধতিও ত্ৰুটিপূৰ্ণ। দুয়োবিধেই ইংৰাজী-ঠাচৰ প্ৰভাৱ মুক্ত নহয়। শিৱসাগৰীয়-মিছনাৰীৰ ভাষা বিশেষকৈ সহজ-সৰল আৰু জনসাধাৰণৰ কথিত ভাষাৰ ওচৰ চপা; আন হাতেদি শ্ৰীৰামপুৰীযা মিছনাৰীৰ ভাষা বিশেষভাবে সংস্কৃতীয়া।

## (খ) অনা-খৃষ্টান-লেখকগোষ্ঠী

আমাৰ আলোচ্যমান-স্তৰৰ অন্তৰ্গত অনা-খৃষ্টান-লেখকসকলৰ ভিতৰত আনন্দৰাম ঢেকিয়ালফুকন সৰ্ব্বশ্ৰেষ্ঠ।

### আনন্দৰাম ঢেকিয়ালফুকন (১৮২৯-১৮৫৯ খৃঃ)

আনন্দৰাম ঢেকিয়ালফুকনে ১৮২৯ খৃঃত গুৱাহাটীত জন্মগ্ৰহণ কৰে। তেওঁৰ পিতৃ-মাতৃ আছিল যথাক্ৰমে হলিৰাম ঢেকিয়ালফুকন আৰু প্ৰসূতী দেৱী। হলিৰাম

---

২০. শ্ৰীৰামপুৰীয়া মিছনাৰী ড° কেৰিৰ নিৰ্দ্দেশ আৰু ভাষাগত আদৰ্শ অনুসৰি আত্মাৰাম শৰ্ম্মাই ৰচনা কৰা বাইবেল ১৮১৩ খৃঃতে ছপা হৈ ওলায়। সংস্কৃত-ভাষা-সাহিত্যৰ পণ্ডিত ড° কেৰি আছিল সংস্কৃত-বৰ্ণবিন্যাসৰ পক্ষপাতী। তেওঁৰ নিৰ্দ্দেশ আৰু পৰামৰ্শত বাইবেল অনুবাদ কৰা কাৰণে; বিশেষকৈ এই কাৰণত আত্মাৰাম শৰ্ম্মাৰ অনুবাদৰ ভাষা হৈছিল সংস্কৃতীয়া আৰু শব্দবোৰ প্ৰধানতঃ সংস্কৃত-ব্যাকৰণসন্মত।

ঢেকিয়ালফুকনো আছিল লেখক, তেওঁ "অসম-বুৰঞ্জী" আৰু "কামাখ্যা-যাত্ৰা-পদ্ধতি" নামৰ দুখন পুথি ৰচনা কৰিছে, কিন্তু প্ৰথমখন বঙলা ভাষাত আৰু দ্বিতীয়খন সংস্কৃত ভাষাত। কুমলীয়া বয়সতে আনন্দৰামে মুগ্ধবোধ-ৰত্নামালা আদি সংস্কৃত-ব্যাকৰণ আৰু লগে লগে বঙলা ভাষাও শিকিছিল বুলি ডিম্বেশ্বৰ নেওগে[২১] লিখিছে। ১৮৩৭ খৃঃত গুৱাহাটীৰ ইংৰাজী-বিদ্যালয়ত আনুষ্ঠানিক-শিক্ষালা ভৰ কাৰণে তেওঁক ভৰ্ত্তি কৰায়। পাছত ১৮৪১ খৃঃত কমিছ্নাৰ জেকিন্স্ আৰু ডেপুটি কমিছ্নাৰ মেথি-চাহাবৰ অনুপ্ৰেৰণাত আনন্দৰাম তেওঁৰ সহপাঠী দুৰ্গাৰামৰ সৈতে গৈ কলিকতাৰ হিন্দু-কলেজত পঢ়িবলৈ আৰম্ভ কৰে। তাত তেওঁলোকে জুনিয়ৰ বিভাগৰ তৃতীয় শ্ৰেণীত নাম লিখে। দুৰ্ভাগ্যক্ৰমে ১৮৪২ খৃঃত দুৰ্গাৰামৰ মৃত্যু হয়। ১৮৪৪ খৃঃত সেই কলেজৰ ছিনিয়ৰ বিভাগৰ তৃতীয়-শ্ৰেণীলৈ আনন্দৰাম উত্তীৰ্ণ হয। তাৰ কিছুদিন পাছতে মাতৃৰ আজ্ঞানুসৰি যোল বছৰ বয়সত অসমলৈ তেওঁ ঘূৰি আহে। তেতিয়া "তেওঁ পাটীগণিত, প্ৰায় সম্পূৰ্ণ বীজগণিতৰ সামান্য নিয়ম, জ্যামিতিৰ প্ৰথম অধ্যায়, ইংলণ্ড, ৰোম, গ্ৰীছ আৰু ভাৰতবৰ্ষৰ ইতিহাস, ইংৰাজী-কাব্য সংগ্ৰহ প্ৰভৃতি গ্ৰন্থ পাঠ কৰিছিল। ইংৰাজী ভাষা কবলৈ আৰু ইংৰাজবিলাকৰ সৈতে ব্যৱহাৰ কৰিবলৈ যি কেতবিলাক নিয়ম তাকো শিক্ষা কৰিছিল। বঙ্গলা-ভাষাও ভালকৈ শিক্ষা কৰিছিল।"[২২] গুৱাহাটীত আনন্দৰামে এজন অক্সফোৰ্ডৰ গ্ৰেজুয়েটৰ সহায়তাত ইংৰাজী আৰু এজন মুনছিফৰ সহায়তাত ফাৰ্চী-উৰ্দ্দু শিকে। ১৮৪৬ খৃঃত পশুপতি ফুকনৰ দ্বিতীয়কন্যা মাহিন্দ্ৰীৰ লগত আনন্দৰামৰ বিবাহ হয়। আৰ্থিক পৰিস্থিতি দুৰ্ব্বল হোৱাত, তাৰ পাছত তেওঁ চাকৰিত সোমবলগীয়া হয়। ১৮৪৭ খৃঃত আনন্দৰাম খাতাপৰগণাৰ জিম্মাদাৰ নিযুক্ত হয়। পাছত বিজনি-ৰজাৰ দেৱান, মুন্সিফ্, এচিষ্টেণ্ট্ কমিছ্নাৰ আদি পদত অধিষ্ঠিত হৈ বিভিন্ন ঠাইত তেওঁ কাম কৰে। ১৮৫৯ খৃঃৰ জুন মাহত ত্ৰিশ বছৰ পূৰ্ণ হবলৈ নৌপাওতেই এই গৰাকী কৰ্ম্মবীৰ দেশহিতৈষী যুৱকৰ জীৱন মৃত্যুপতিযে আকোৱালি ললে। আনন্দৰাম ঢেকিয়ালফুকনৰ নাম অসমীয়া-ভাষা-সাহিত্যৰ ইতিহাসত উল্লেখনীযই নহয, প্ৰাতঃস্মৰণীয়ও।

*জীৱনালেখ্য*

ভাষা-সাহিত্যলৈ আনন্দৰাম ঢেকিয়ালফুকনৰ অৱদান দৃষ্ট-ৰূপত ব্যপক নহলেও এটা সঙ্কটময় - কালত তেওঁৰ যি ব্যক্তিত্ব, ত্যাগ আৰু স্বদেশপ্ৰেম প্ৰদৰ্শিত হৈছিল, সিয়েই তেওঁৰ কৃতিত্ব জাগ্ৰত আৰু শক্তিশালী কৰি তুলিছিল। ১৮৪৬ খৃঃৰ পৰাই ঢেকিয়ালফুকনে "অৰুনোদই"ত প্ৰবন্ধ পাতি লিখিবলৈ আৰম্ভ কৰে। ১৮৪৭ খৃঃৰ "অৰুনোদই"ত তেওঁৰ "ইংলণ্ডৰ বিৱৰণ" নামৰ ৰচনাখণ্ড প্ৰকাশ হয়। "অসমীয়া ল'ৰাৰ

---

২১. অ.সা.বু.

২২. অ.ভা, ভূমিকা

মিত্র" নামৰ বহুজ্ঞানবিষয়ক এখন পুথি তেওঁ ৰচনা কৰে। এই পুথিখনৰ কেইবাটাও খণ্ড। ইয়াৰ দুই খণ্ড (২য় আৰু ৩য়) ১৮৪৯ খৃঃত তেওঁ প্ৰকাশ কৰি উলিয়ায়। এই পুথিয়ে প্ৰথমাৱস্থাৰ আধুনিক-গদ্যৰ নিদৰ্শন দেখুৱায়। আনন্দৰাম ঢেকিয়ালফুকনৰ নিজ নামৰ পৰিবৰ্ত্তে এই পুথিৰ ওপৰত আছিল " অসম দেসৰ লোক এজনৰ দোআৰাই ইংৰাজী অসমিয়া ভাসাই ভাসান্তৰ হল।" ১৮৪৯ খৃঃৰ অক্টোবৰ-সংখ্যাৰ "অৰুনোদই"ত ওলোৱা এই পুথিখনৰ আলোচনাত কোৱা হৈছে— " লোকৰ আগত আপোনাৰ নামত প্ৰশংসা পাবৰ ইচা নাই দেখি ফুকনে সেই কিতাপৰ ওপৰত আপুনি কৰা বুলি নাম নিদিলে। অসমিয়া লোকৰ মাজত প্ৰথমে আপোনাৰ দেসৰ উপকাৰ চিন্তি এনে ৰোনো গিয়ানৰ কিতাপ কৰি চপোআত এই পুৰুসৰ আগত জদি তেওঁৰ প্ৰসংশা নোলাই তথাপি ইয়াৰ পাচে অনেক পুৰষলৈকে তেওঁৰ সুজসস্যা থাকিব।" ঢেকিয়ালফুকনে "A Few Remarks on Assamese Language" নামৰ ভাষাতত্ত্ব সম্বন্ধীয় বৰ মূল্যবান এখন পুস্তিকা ৰচনা কৰি ১৮৫৫ খৃঃত ইয়াক A Native ছদ্ম নামত ছপা কৰি উলিয়াইছে।[২৩] ইয়াৰ পাছত ইংৰাজী আৰু অসমীয়া ভাষাৰ উপৰিও বঙলা আৰু হিন্দী ভাষাতো তেওঁৰ সুন্দৰ ব্যুৎপত্তি থকাৰ প্ৰমাণ পোৱা যায়। অসমীয়া-ভাষা-সাহিত্যৰ সঙ্কটময় কালডোখৰত অসমীয়া-ভাষাৰ স্বাতন্ত্র্য-প্ৰমাণত এই পুস্তিকাখনে প্ৰভূতপৰিমাণে শক্তি প্ৰদান কৰিছিল। আনন্দৰাম ঢেকিযালফুকনে দুখন অভিধান — এখন ইংৰাজি-অসমিয়া আৰু আনখন অসমিয়া-ইংৰাজি, প্ৰণয়ন কৰিবলৈ আৰম্ভ কৰি তাৰ অংশবিশেষ "অৰুনোদই"লৈ পঠাইছিল। কিন্তু এই মহৎ কাম তেওঁ সম্পূৰ্ণ কৰি তুলিব পাৰিছিল নে নাই বুজা নাযায়। ১৮৫২ খৃঃৰ দ্বাদশ-সংখ্যা " অৰুনোদই"ত এ-এইচ্-ডেনফোৰ্থে এই অভিধানৰ বিষয়ে লিখিছে-- "…. শ্ৰীযুত আনন্দৰাম ঢেকিয়ালফুকনে ইংৰাজি-অসমীয়া আৰু অসমীয়া-ইংৰাজি এইৰূপে দুইখণ্ড অভিধান লিখিছে। এই অভিধানৰ আখৰ জোঁতোৱা আমাতকৈ কিছু বেলেগ হৈছে হয়।"[২৪] আন এটা বিশেষ প্ৰসিদ্ধ কথা —১৮৫৩ খৃঃত মোফাট্ মিলচ্ (Moffat Mills) চাহাব আহিছিল অসমৰ পৰিস্থিতিৰ বুজ লবলৈ; আনন্দৰাম ঢেকিয়ালফুকনে ইংৰাজীত লিখি যি দীঘলীয়া প্ৰতিবেদন উক্ত চাহাবৰ হাতত দিছিল, সি

*ভাষা-সাহিত্যলৈ অৱদান*

---

২৩. এই পুথিখনৰ ড° মহেশ্বৰ নেওগকৃত "অসমীয়া ভাষা" নামৰ অসমীয়া অনুবাদ ১৯৫৯ খৃঃত ছপা হৈ ওলাইছে।

২৪. এই উক্তিৰ পৰা ঢেকিয়ালফুকনৰ অভিধান দুখণ্ড সমাপ্ত হৈছিল বুলিয়েই বুজা যায়। আৰু এটা বিশেষ কথা এই যে, পাদ্ৰীসকলৰ বানান-পদ্ধতি সমৰ্থন কৰি প্ৰবন্ধ-পাতি লিখিলেও হয়তো ভাষাতাত্ত্বিক দৃষ্টিকোণৰ পৰা সেই পদ্ধতি তেওঁৰ মনঃপূত হোৱা নাছিল। সেয়েহে কিজানি অভিধানত "আখৰ জোতেৱা" পদ্ধতি কিছু বেলেগকৈ দেখুৱাইছিল।

বহুকালৰ পৰা আছিল ঐতিহাসিক-মূল্যত গৰীয়ান। তাত সমকালীন অসমৰ ভাষা আৰু শিক্ষাৰ সমস্যা, অৰ্থনৈতিক-দুৰৱস্থা— তাৰ কাৰণ আৰু লগতে প্ৰতিকাৰৰ উপায়, ৰাজনৈতিক আৰু সামাজিক শোচনীয় অৱস্থা — এই সকলোবোৰ তেওঁ সুন্দৰভাবে দাঙি ধৰি ২৪ বছৰীয়া চফল ডেকা এজনৰ যি নিৰ্ভীকতা, দেশপ্ৰেম, বুদ্ধিমত্তা, বিষয়চেতনা আৰু ভাষাজ্ঞানৰ পৰিচয় দিছে, সি অনন্যসাধাৰণ। পাছত মিল্‌চৰ প্ৰাসঙ্গিক-বিবৃতিৰ (Report) পৰিশিষ্টত ফুকনৰ এই প্ৰতিবেদনেও স্থান লভিছে। মহাৰাণী ভিক্টোৰিয়াই ১৮৫৮ খৃঃত ভাৰতৰ তথা অসমৰ শাসনভাৰ গ্ৰহণ কৰা প্ৰসঙ্গত সেই চনৰে ১৯ নৱেম্বৰত যি ঘোষণা পত্ৰ পাঠ কৰিছিল, ঢেকিয়ালফুকনকৃত তাৰ অসমীয়া-অনুবাদটোও উল্লেখনীয়।

ঢেকিয়ালফুকন "অৰুনোদই"—যুগৰ এগৰাকী শ্ৰেষ্ঠ গদ্য-লেখক। বানান-পদ্ধতিত মিছনাৰীৰ প্ৰভাৱ থাকিলেও তেওঁৰ ৰচনাৰ মাজতেই বিভিন্ন যতিচিহ্ন-নিয়ন্ত্ৰিত আধুনিক - গদ্যৰীতি সুস্পষ্ট হৈ উঠে। উদাহৰণ স্বৰূপে ঃ " হে কৃপাময় জগদিশ্বৰ, এই অসম দেসৰ লোকসকলক সভ্য গিয়ানি আৰু ধাৰ্মিক কৰিবলৈ মতি দিয়া, সিবিলাকৰ অভাৱ আৰু দুৰৱস্থা জানিবলৈ সিবিলাকক গিয়ান দিয়া, আৰু তোমাৰ বিচিত্ৰ সক্তিৰে সিবিলাকক সভ্য কৰা, আৰু তোমাক জানিবৰ আৰু আগ্যা পালিবৰ জোগ্য কৰা । জি সময়ত অসম হাবি গুচি ফুলবাৰি হব, নৈত ডোঙ্গা গুচি জাহাজ হব, ঘৰ বাহৰ গুচি সিল ইত্তাৰে হব, গাঁৱে গাঁৱে হেজাৰে হেজাৰে পৰ্হাসালি, গিয়ানৰ সভা, সিকিৎসালয় , দুখিয়া-দৰিদ্ৰ পৰিত্ৰাণৰ আলয় হব আৰু জি কালত লোকসকলে পৰস্পৰ হিংসা নকৰি আটাইয়ে আটাইক ভাত্ৰিবত চেনেহ কৰিব, কেৱে দুটকা কানিৰ সলনি মিছা সাখি নিদিব, লাখ টকাকো কাতি কৰি থব, কোটি টকা ভেটি পাইও কাৰো অন্যাই নকৰিব, বেস্যা কানি আৰু সুৰা এই কথা দেসত লোকে ভু নোপোআ হব, সেই সময়, হে পৰমপিতা জগদিশ্বৰ, সিঘ্ৰে ঘটোআ।" (ইংলণ্ডৰ বিবৰণ)

*যতিচিহ্ন নিয়ন্ত্ৰিত -গদ্য*

আনন্দৰাম ঢেকিয়ালফুকনৰ গভীৰ স্বদেশানুৰাগ আৰু সেই অনুৰাগৰঞ্জিত কৃতিলৈ সম্যক দৃষ্টিপাত কৰি কৰ্ণেল হপ্‌কিন্‌ চাহাবে কৈছে— "বঙ্গদেশত ৰামমোহনৰায় যেনে অসমত আনন্দৰাম ফুকনো তেনে; কিন্তু এই দুই দেশৰ অৱস্থাৰ প্ৰভেদলৈ আৰু আনন্দৰামৰ নিজৰ উন্নতিৰ নিমিত্তে যিমান অসুবিধা আছিল, তালৈ চাই তেওঁক ৰামমোহন ৰায়তকৈ অসাধাৰণ বোলা উচিত।"

## অন্যান্য লেখকসকল

আনন্দৰাম ঢেকিয়ালফুকনৰ উপৰিও আৰু কেইবা গৰাকী অনা-খৃষ্টান লেখকৰ নাম উল্লেখ কৰিব পৰা যায়। তেওঁলোক হ'ল - পূৰ্ণানন্দ শৰ্মা, দয়ানাথ চেতিয়া, বলৰাম

ফুকন, কিনাৰাম সত্ৰিয়া, যজ্ঞৰাম দেওধাই বৰুৱা, কনক চন্দ্ৰ শৰ্ম্মা, কম্বুকণ্ঠ শৰ্ম্মা, কাতিৰাম গোহাই, জাতিৰাম গোহাই, ধৰ্ম্মকান্ত গোহাই, পক্ষধৰ শৰ্ম্মা আদি কিছুমান। কিনাৰাম সত্ৰিয়া, দয়াৰাম চেতিয়া আৰু ধৰ্ম্মকান্ত গোহাইত বাহিৰে বাকীকেইজনক প্ৰধানভাবে গদ্য লেখকৰ শাৰীত ৰাখিব পাৰি।

## (গ) অৰুণোদয়-স্তৰ বা হেমচন্দ্ৰ-প্ৰভাৱিত-স্তৰ বা মাৰ্জ্জিত-স্তৰ (১৮৬১-১৮৮৯ খৃঃ)

উনবিংশ-শতিকাৰ পঞ্চম-দশকৰ পৰা খৃষ্টান-মিছনাৰীসকলৰ প্ৰচেষ্টাত বিবিধবিষয়ক যি সাহিত্য সৃষ্টি হৈছিল, তাৰ লেখক-গোষ্ঠীৰ মাজত হেমচন্দ্ৰ বৰুৱাৰ নামো পোৱা যায় যদিও, তেওঁ মিছনাৰী-প্ৰবৰ্ত্তিত-উচ্চাৰণানুসৰি লিখা বানান- পদ্ধতি সমৰ্থন কৰাত আপত্তি দেখুৱাই আহিছিল। উক্ত বৰুৱাই মতবাদ পোষণ কৰি আহিছিল যে, আমাৰ ভাষাৰ তৎসম আৰু তদ্ভৱ শব্দ সমূহৰ বানান হ্‌ব লাগে সংস্কৃত-ব্যাকৰণসম্মত আৰু বাক্যবিন্যাস-ৰীতিও হ্‌ব লাগে ব্যাকৰণসিদ্ধ। (বৰুৱা নিজেও হৈ উঠিছিল অসমীয়া-ব্যাকৰণ শাস্ত্ৰৰ সুশৃঙ্খল-আদৰ্শাত্মক ৰূপ দিওতা বৈয়াকৰণ)। কিন্তু শক্তিশালী মিছনাৰীগোষ্ঠীৰ প্ৰভাৱত তেওঁ ব্যক্তিগত মতবাদ (দুই এজন অসমীয়া লেখকৰ বৰুৱাৰ মতবাদত সমৰ্থন থকা বুলি বুজা গলেও) সহজতে প্ৰতিষ্ঠা কৰিব পৰা নাছিল। হেমচন্দ্ৰ বৰুৱাৰ এই মতবাদৰ লগত গুণাভিৰাম বৰুৱাৰো অৱশ্যে সমৰ্থন আছিল। নিজৰ মতানুসৰি বৰ্ণবিন্যাস-পদ্ধতি প্ৰচলনৰ ক্ষেত্ৰত হেমচন্দ্ৰ বৰুৱা শেষত কৃতকাৰ্য্য হয় — মিছনাৰীসকলৰ আলোচনী "অৰুনোদই" নামটো ১৮৬১ খৃঃৰ জানুৱাৰীৰ পৰা উইলিয়াম বাৰ্ডৰ সম্পাদিত ৰূপত "অৰুণোদয়" হয়, আৰু সমস্ত কাকতখনিত আজিৰ দিনৰ আৰ্হিৰ হেমচন্দ্ৰ বৰুৱা-নিৰ্দ্দিষ্ট -বৰ্ণবিন্যাস গ্ৰহণ কৰা হ'ল।[২৫] কব পৰা যায়— তেতিয়াৰ পৰাই আমাৰ সাহিত্যই হেমচন্দ্ৰ বৰুৱাৰ প্ৰভাৱত আধুনিক ৰূপ গ্ৰহণ কৰে। এই ৰূপৰ বৰ্ণবিন্যাস সংস্কৃত-ব্যাকৰণ-সম্মত আৰু ব্যক্যৰীতিও ব্যাকৰণসমৰ্থিত হোৱাৰ উপৰিও পাশ্চাত্য-প্ৰভাৱত গঠিত। ১৮৬১ চনৰ পৰা আমাৰ ভাষাৰ আলোচনীখনৰ নাম "অৰুণোদই" গুচি "অৰুণোদয়" হোৱা কাৰণে উক্ত-সময়ৰ পৰা আৰম্ভ হোৱা সাহিত্যৰ স্তৰটোক "অৰুণোদয়-,স্তৰ" বোলা হৈছে। এই সময়ৰ পৰা হেমচন্দ্ৰ বৰুৱা-ইঙ্গিত বৰ্ণ বিন্যাস- পদ্ধতি ভাষাত গৃহীত হৈ ভাষাই মাৰ্জ্জিত আৰু সাধুৰূপ গ্ৰহণ কৰা কাৰণে এই স্তৰটোক বোলা হৈছে হেমচন্দ্ৰ বৰুৱা -প্ৰভাৱিত -স্তৰ বা মাৰ্জ্জিত -স্তৰ।

*স্তৰ তিনিটাৰ নামকৰণৰ কাৰণ*

---

২৫. অ. ধ., ভূমিকা

১৮৬১ খৃঃৰ পৰা আমাৰ সাহিত্যৰ ভাষাই মাৰ্জ্জিত-ৰূপ গ্ৰহণ কৰা বুলি কোৱা হৈছে যদিও আলোচনাৰ সুবিধাৰ কাৰণে ধৰি লোৱা ই এটা সময়-সীমাহে। ভাষাৰ প্ৰচলিত-ৰূপৰ পৰিবৰ্ত্তন জনগণৰ ব্যাৱহাৰিক-ৰাজ্যত এটা নিৰ্দ্দিষ্ট সময়তে হৈ নুঠে। মিছনাৰীসকলে সৃষ্টি কৰা ভাষাৰ ত্ৰুটিপূৰ্ণ-ৰূপ এৰাই হেমচন্দ্ৰ বৰুৱা -নিৰ্দ্দেশিত (লগতে গুণাভিৰাম বৰুৱা সমৰ্থিত) আৰু তেওঁৰ মনে বিচৰা মাৰ্জ্জিত-ৰূপ লাভ কৰাত উক্ত সময়ৰ পাছতো আৰু কেইবা বছৰো লাগিছিল। কিয়নো, সংস্কৃত-বৰ্ণবিন্যাসৰ ক্ষেত্ৰত

*স্তৰৰ সময়-সীমা সম্বন্ধে*

হেমচন্দ্ৰ বৰুৱাৰ সহযোগী গুণাভিৰাম বৰুৱাৰ ১৮৭৫ খৃঃত ৰচিত আৰু ১৮৮৪ খৃঃ ত প্ৰকাশিত "আসাম -বুৰঞ্জী"ৰ ভাষা আৰু গদ্যৰীতিও মিছনাৰী-প্ৰভাৱজনিত ত্ৰুটি -বিচ্যুতিৰ পৰা সম্পূৰ্ণ মুক্ত হোৱা দেখা নাযায়। আনকি, হেমচন্দ্ৰ বৰুৱা নিৰ্দ্দেশিত-বৰ্ণবিন্যাস আৰু বাক্য-বিন্যাস-পদ্ধতি অনুসৰি গদ্যৰূপ আগবাঢ়ি আহি লম্বোদৰ বৰা আৰু ৰত্নেশ্বৰ মহন্তৰ প্ৰায় নিখুঁত গদ্য-সৃষ্টিৰ সমসাময়িক-অৱস্থাতো "মৌ" আলোচনীয়ে (১৮৮৬-৮৭ খৃঃ) যি গদ্যৰ নমুনা দেখুৱাইছে, সি বহু ফালেদি ত্ৰুটিপূৰ্ণ।[২৬] আনহাতেদি আকৌ, অনা-খৃষ্টান লেখকৰ দুই এখণ্ড ৰচনাৰ মাজৰ স্থানবিশেষত হেমচন্দ্ৰ-ঈঙ্গিত সংস্কৃত-বৰ্ণবিন্যাসযুক্ত শব্দৰ প্ৰয়োগ দেখিবলৈ পোৱা যায়।[২৭] প্ৰকৃতাৰ্থত কবলৈ গলে "অৰুণোদয়" কাকত ১৮৮০ খৃঃলৈ চলিছিল যদিও শেষৰ ফালে ই হয় ক্ষীণপ্ৰভ আৰু অনিয়মীয়া, হেমচন্দ্ৰ-গুণাভিৰামৰ ভাষাতাত্ত্বিক-প্ৰভাৱ ক্ৰমশঃ হয় বলৱৎ আৰু আলোচ্যমান শতিকাটোৰ নৱম-দশকটোৰ শেষতহে ৰুগ্ন হৈ পৰা ভাষাটোক নিখুঁত ভাবে সুস্থ আৰু মাৰ্জ্জিত ৰূপ দিবলৈ সক্ষম হয়।

আলোচ্যমান-স্তৰত যি সাহিত্য সৃষ্টি হৈছে, তাক অৱশ্যে কেইটামান নতুন কথাই বিশেষত্বপূৰ্ণ কৰি তুলিছে। মিছনাৰীসকলে আহোপুৰুষাৰ্থ কৰি ভাষাৰ পুনৰুদ্ধাৰ আৰু তাক যথাস্থানত স্থাপন কৰা কাৰণে নিশ্চিতভাবে তেওঁলোক অসমীয়া -জাতিৰ কৃতজ্ঞতাৰ পাত্ৰ। কিন্তু আলোচনাৰ খাতিৰত এই কথা কব লাগিব যে, মিছনাৰীসকলে সাহিত্য

*মিছনাৰী-সাহিত্যৰ বিষয়বস্তুৰ সীমা - বদ্ধতা*

সৃষ্টি কৰিছিল, যীবুখৃষ্টৰ মহিমা, খৃষ্টধৰ্ম্মৰ ত্ৰাণকাৰিতা, নীতিমূলক সাধু, বিশ্বৰ বাৰ্ত্তা-বৈচিত্ৰ্য আদি বিষয়ৰ আলমত। ভাষা-সমস্যা-সমাধানৰ যত্নত বাহিৰে তেওঁলোকৰ সাহিত্যত ন-পুৰণিৰ সন্ধিক্ষণত পুৰণিকলীয়া সংস্কৃতিত সংস্কৃত আৰু চিৰকলীয়া স্বাধীনতাৰ স্বাদ হেৰুওৱা অসমীয়া-জাতিৰ মানসিক-সংঘাতৰ উপৰিও তেওঁলোকৰ মনত প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰা সামাজিক, ৰাজনৈতিক, অৰ্থনৈতিক আদি

---

২৬. দ্ৰষ্টব্য ঃ "মৌ" ৰ ভূমিকা, ড° সত্যেন্দ্ৰ নাথ শৰ্ম্মা সম্পাদিত, ১৯৮০ অ. গ. সা. গ. প., পৃ: ১৮৫-৮৬, ড° হৰিনাথ শৰ্ম্মাকৈ

২৭. দ্ৰষ্টব্য ঃ অ.ধ.

নানাবিধ সমস্যাই ঠাই নোপোৱাই বুলিব পাৰি।দেশ-প্ৰেম, জাতীয়তাবোধ, আৰু জাতীয়-সম্প্ৰীতিৰ ভাৱে তেওঁলোকৰ ৰচনাক ৰসসিক্ত কৰি তোলা দেখা নাযায়। এই ধৰণে, বিষয়বস্তুৰ ফালেদি সীমাবদ্ধ হোৱাৰ উপৰিও প্ৰধানভাবে সেই সাহিত্য আছিল ৰস্তুধৰ্মী। জাতীয়-জীৱনৰ সমস্যা আৰু আকৃতি যি ৰচনাত অভাৱ, সাহিত্যৰ স্পন্দনশীলতা তাৰ মাজত পোৱা নাযায়। অৱশ্যে উল্লেখ কৰিব লাগিব যে, আনন্দৰাম ঢেকিয়ালফুকনৰ ৰচনাৰ স্থানবিশেষত দেশপ্ৰেম আৰু জাতীয়তাবোধৰ ৰিং শুনা গৈছিল। কিন্তু সি আছিল এপাচি শাকত এটা জালুকৰ নিচিনা।

হেমচন্দ্ৰ বৰুৱা আৰু গুণাভিৰাম বৰুৱাই আমাৰ সাহিত-জগতলৈ আনে নতুন ৰূপ-বৈচিত্ৰ্য, আৰু জাতীয়-জীৱনৰ কিছুমান সমস্যাৰ মিশ্ৰণ ঘটাই ইয়াক কৰি তোলে স্পন্দিত আৰ সংবেদনশীল। প্ৰকৃতাৰ্থত, অৰুণোদয়-যুগৰ শেষৰ ফালে হেমচন্দ্ৰ-গুণাভিৰামৰ

*সাহিত্যিক-ভাষাৰ সৃষ্টি*

সৃষ্টিক্ষমতাৰ প্ৰভাৱত অসমীয়া-সাহিত্য জাতীয়-সম্প্ৰীতি, জাতীয়তাবোধ আৰু মানৱোচিত আৰু সংস্কাৰাত্মক বহুগুণৰ ফলশ্ৰুতিসূচক ভাৱেৰে স্বকীয়-দিশত আপেক্ষিকভাবে সুস্থ-সবল হৈ উঠে। আনহাতেদি, ভাষাই হেমচন্দ্ৰ-ঈপ্সিত সংস্কৃতীয়া-বৰ্ণবিন্যাস-ৰূপ লৈ উঠাত ই কায়িক-দিশতো নতুনত্ব লাভ কৰে। অসমীয়া- ভাষাক সাহিত্যিক-মাৰ্জ্জিত-স্তৰত উঠোৱাৰ মূলতে আছিল হেমচন্দ্ৰ-গুণাভিৰামৰ নিজ দেশ আৰু সংস্কৃতিৰ প্ৰতি প্ৰেম, ভাষাজ্ঞান, সৃষ্টিমূলক-প্ৰতিভা আৰু সাহিত্যিক- ব্যক্তিত্ব। এই যুগত ভাষাই অনুভূতিমিশ্ৰিত-কথা বস্তু প্ৰকাশ কৰিবলৈ সক্ষম হয় — অৰ্থাৎ প্ৰকৃত-সাহিত্যিক-ভাষাই আধুনিক-ৰূপ লৈ উঠে। এই কালডোখৰত আমাৰ ভাষা পূৰ্ব্ববৰ্ত্তী মিছনাৰী-যুগৰ নিচিনা বিষয়বিৱৰণতেই আবদ্ধ নাথাকি নাটক, ভ্ৰমণ-কাহিনী, আত্ম-জীৱনী, ব্যঙ্গাত্মক-হাস্য-ৰচনা, প্ৰকৃত উপন্যাস নহলেও উপন্যাস-তুল্য আখ্যান আদি বহুবিধ সৃষ্টিৰ ৰূপায়ণ- কাৰ্য্যক সামৰি লৈছে।

আধুনিক -বাংলাসাহিত্যত শিল্পসন্মত- গদ্যৰীতিৰ উদ্ভাৱক আছিল ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰ। হেমচন্দ্ৰ বৰুৱা আৰু গুণাভিৰাম বৰুৱাও আধুনিক অসমীয়া-গদ্য-সাহিত্যৰ

*উন্নত-গদ্যসৃষ্টি*

সচেতন -গদ্যশিল্পী। তেওঁলোকৰ ৰচনাৰ মাজেদিয়েই সাহিত্যিক-গদ্যৰীতি ক্ৰমশঃ উন্নত ৰূপত প্ৰকাশ হ'বলৈ আৰম্ভ হয়। সংস্কৃত-শব্দ আৰু সংস্কৃতীয়া-ৰীতিৰ মোহপাশৰ পৰা একেবাৰে বিমুক্ত হোৱা নাছিল যদিও তেওঁলোকৰ সুস্পষ্ট দৃষ্টি আছিল পাশ্চাত্য-গদ্যৰীতিৰ যথাৰ্থতা, সৰলতা আৰু যুক্তিনিষ্ঠতাৰ ওপৰত। প্ৰয়োজনসাপেক্ষে তৎসম-শব্দ প্ৰয়োগ কৰিলেও অৰ্দ্ধতৎসম, তদ্ভৱ, দেশীয় আৰু লগতে কিছুমান বিদেশী শব্দও উপযুক্ত স্থানত ব্যৱহাৰ কৰি তেওঁলোকে ভাষা সমৃদ্ধ কৰি তোলে। মিছনাৰীসকলে নানাবিধ যতিচিহ্ন প্ৰয়োগ কৰি

গদ্য কিছু শৃঙ্খলিত আৰু অৰ্থপূৰ্ণ কৰি তোলা বুলি অৱশ্যে কৈ অহা হৈছে। উক্ত দুয়োগৰাকী বৰুৱাৰ হাতত যতিচিহ্নৰ প্ৰয়োগ আৰু অধিক উন্নত হয়, উপযুক্ত বিভক্তিৰ সংযোগত ক্ৰিয়া আৰু পদসমূহ গঠিত হৈ ভাষাৰ স্বৰূপ ব্যাকৰণসম্মত হয়, ইয়াৰ উপৰিও অৰ্থানুযায়ী ৰচনাবিশেষ ভিন্ ভিন্ অনুচ্ছেদত বিভক্ত হয।

প্ৰকৃত- হাস্যৰসৰ অন্তৰ্ভুক্তি এই যুগৰ সাহিত্যৰ অন্যতম বিশেষত্ব। যুগ -যুগ ধৰি বৈ অহা অসমীযা- সাহিত্যৰ প্ৰৱাহৰ মাজত অৱশ্যে মাধৱ কন্দলীৰ দিনৰে পৰা পৰৱৰ্ত্তী কোনো কোনো ৰচনাৰ[২৮] মাজত এক প্ৰকাৰ হাস্যৰসৰ উঁহ উক্ দি আহিছে। কিন্তু সেই হাস্য-ৰসৰ মূল বিশেষভাৱে আছিল ব্যক্তি বা পৰিস্থিতিবিশেষৰ বাহ্যিক দিশৰ বিকৃতীকৰণ বা অসামঞ্জস্য (incongruity), সেই বোৰৰ আভ্যন্তৰিক বা মানসিক -দিশৰ বিসঙ্গতি নহয়। বুদ্ধিনিষ্ঠতাও সেই হাস্যৰসৰ প্ৰাণশক্তি নহয়। কোনো কোনো ঠাইত[২৯] উগ্ৰ তাচ্ছিল্যৰ ভাৱ লক্ষ্য কৰা গলেও সংস্কাৰধৰ্ম্মিতা সেইবোৰৰ মৰ্ম্মাৰ্থ বুলি বুজা নাযায়। অসমীয়া সমাজৰ চিৰকলীয়া আৰু সমসাময়িক দোষ-ত্ৰুটিবোৰৰ প্ৰতি সতেচন হেমচন্দ্ৰ বৰুৱাই প্ৰথমতে সংস্কাৰধৰ্ম্মিতাৰ ভাৱেৰে ব্যঙ্গাত্মক আৰু কিছুপৰিমাণে বুদ্ধিনিষ্ঠ-হাস্যৰসক সাহিত্যিক -ৰচনা-বিশেষৰ উপজীব্য কৰি তোলে। ব্যঙ্গ্যসৃষ্টিত তেওঁক আমাৰ পূৰ্ব্ব-কবিসকলৰ ওচৰত ধৰুৱা বুলি ভবাৰ যুক্তি নাই, আন কোনো বিদেশী ব্যঙ্গকাৰৰ প্ৰভাৱো তেওঁৰ ওপৰত পৰিছে বুলি কব যোৱাটো কিছুমান কাৰণত অসাৰ্থক যেন লাগে। Humour, satire, sarcasm আৰু wit, এই ইংৰাজী শব্দ কেইটাই উপহাস-তাচ্ছিল্যৰ মাত্ৰাভেদে ক'তো ক'তো সংস্কাৰধৰ্ম্মিতাৰ ভাৱ, আৰু ক'তোবা সহানুভূতিৰ ভাৱ মিশ্ৰিত কৰি সাহিত্যত বিভিন্ন নামৰ হাস্যৰসৰ সৃষ্টি কৰে। উক্ত ইংৰাজী শব্দকেইটাৰ অৰ্থানুযায়ী যথাক্ৰমে হাস্যৰস (বা ধেমালি), ব্যঙ্গোক্তি, বিদ্ৰূপোক্তি আৰু খুহুতীয়া কথা নামেৰে হাস্যৰস প্ৰকাশক বিভিন্ন সৃষ্টি সাহিত্যত পোৱা যায়। হেমচন্দ্ৰ বৰুৱাৰ ৰচনাৰ মাজত পোৱা হাস্যোদ্দীপক উক্তিবোৰ প্ৰধানকৈ Satire আৰু Sarcasmৰ অন্তৰ্গত, বাকী দুবিধৰ প্ৰয়োগ একেবাৰে কম। গুণাভিৰাম বৰুৱায়ো সংস্কাৰ-ধৰ্ম্মিতাৰ ভাৱ লৈ ব্যঙ্গোক্তি কৰিছে, কিন্তু হেমচন্দ্ৰৰ নিচিনা সিবোৰ সিমান তীব্ৰ নহয়। হেমচন্দ্ৰ-গুণাভিৰামৰ কিছু পৰৱৰ্ত্তী লম্বোদৰ বৰাও আছিল শক্তিশালী ব্যঙ্গ্যকাৰ, তেওঁৰ ব্যঙ্গোক্তিৰ তীব্ৰতা অৱশ্যে হেমচন্দ্ৰ বৰুৱাতকৈ অলপ কম।

*ব্যঙ্গ্যসৃষ্টি*

মুঠতে এই কথা কব পৰা যায় — আলোচ্যমান যুগত (১৮৬১-১৮৮৯ খৃঃ) ব্যাকৰণ অভিধান অনুসৰি আমাৰ ভাষাই মাৰ্জ্জিত ৰূপ গ্ৰহণ কৰে, আৰু সেই ৰূপ প্ৰচলিত

২৮. শঙ্কৰদেৱৰ "ৰুক্মিণীহৰণ কাব্য" আৰু "হৰিশ্চন্দ্ৰৰ উপাখ্যান", মাধৱ দেৱৰ "ৰাজসূয় কাব্য", ৰামসৰস্বতীৰ "ভীম-চৰিত" আদি

২৯. শঙ্কৰদেৱৰ "হৰিশ্চন্দ্ৰ -উপাখ্যান" আৰু "ভক্তি- প্ৰদীপ" দ্ৰষ্টব্য।

হৈছে বৰ্ত্তমান কাললৈকে। ভাষাৰ এই মাৰ্জ্জিত গাঠনিক-ৰূপান্তৰ অনাৰ ক্ষেত্ৰ ত অগ্ৰণী আৰু প্ৰধান নেতা হেমচন্দ্ৰ বৰুৱা, গুণাভিৰাম বৰুৱাও তেওঁৰ অন্যতম প্ৰধান সঙ্গী। গতিকে "সাহিত্যৰ এই স্তৱক হেমচন্দ্ৰ-গুণাভিৰামৰ স্তৰ আখ্যা দিব পাৰি" — ড° সত্যেন্দ্ৰ নাথ শৰ্ম্মাৰি[৩০] এই উক্তি সাৰ্থক ভাবে ইয়াত উল্লেখনীয়।

## হেমচন্দ্ৰ বৰুৱা (১৮৩৫-১৮৯৬খৃঃ)

সংস্কৃত-ভাষা আৰু বৈদ্যশাস্ত্ৰৰ পণ্ডিত মুক্তাৰাম বৰুৱাৰ ঔৰসত তেওঁৰ দ্বিতীয়া পত্নীৰ গৰ্ভত হেমচন্দ্ৰ বৰুৱা ওপজে খৃষ্টীয় ১৮৩৫ শকত শিৱসাগৰৰ ৰাজাবাহৰ গাঁৱত। পৰম্পৰানুযায়ী ঘৰতে প্ৰথমতে হেমচন্দ্ৰক সংস্কৃত শিকোৱা হৈছিল। হেমচন্দ্ৰৰ বাৰ বছৰ বয়সত জহনী ৰোগত তেওঁৰ পিতৃৰ মৃত্যু হয়, তেতিয়াৰ পৰা তেওঁ খুৰাক লক্ষ্মীনাথ বৰুৱাৰ তত্বাৱধানত থাকে। খুৰাকে শিৱসাগৰত তেওঁক মাহে চাৰি টকা বেতনত নবিছ্ নিযুক্ত কৰায়। সেই কাম কৰি থকা কালতে পুৱা-গধূলি হেমচন্দ্ৰই উৰ্বীধৰ বৰুৱাৰ টোলত সংস্কৃত আৰু সেই কালৰ শিৱসাগৰ-জিলাৰ অধিপতি কেপ্তেইন ব্ৰোডীৰ ঘৰত হিন্দী আৰু ব্ৰজবুলিও শিকে। পৰম্পৰাগত বিশ্বাস অনুসৰি খুৰাকে হেমচন্দ্ৰক ইংৰাজী শিকিবলৈ দিয়া নাছিল। কিন্তু সেই ভাষাৰ প্ৰতি অনুৰাগী হেমচন্দ্ৰই বিদ্যোৎসাহী ব্ৰোডীচাহাবৰ সহায়তাত খুৰাকৰ হকা-বাধাৰ মাজতো গোপনে ইংৰাজী শিকিবলৈ আৰম্ভ কৰে, আৰু যথাসময়ত তাত যথোচিত ব্যুৎপত্তি লাভ কৰে। ইংৰাজী শিকাৰ ক্ষেত্ৰত আমেৰিকাৰ মিছনাৰীসকলৰ পৰাও তেওঁ যথেষ্ট সহায়তা লাভ কৰিছিল। কৰ্ম্মনিষ্ঠা আৰু ভাষাজ্ঞানৰ কাৰণে পাছত চৰকাৰে তেওঁক উচ্চতৰ দায়িত্বপূৰ্ণ কামত নিয়োগ কৰে। শেষত গৈ বৰুৱাই অসমৰ জুডিচিয়েল-কমিছনাৰ-অফিছৰ চুপাৰিণ্টেণ্ডেণ্টৰ পদ লাভ কৰিছিল। একষ্ট্ৰা-এচিষ্টেণ্ট্ কমিছনাৰৰ পদো তেওঁক অস্থায়িভাবে দিয়া হৈছিল, কিন্তু সাহিত্য-চৰ্চ্চাত ব্যাঘাত হোৱাৰ ভয়ত তেওঁ তাক গ্ৰহণ নকৰিলে। ১৮৮১ খৃঃত তেওঁ চাকৰিৰ পৰা অৱসৰ গ্ৰহণ কৰে, আৰু গুৱাহাটীত স্থায়িভাবে থাকিবলৈ লয়। ১৮৯৬ খৃঃত হেমচন্দ্ৰ বৰুৱাই গুৱাহাটীত পৰলোক-গমন কৰে।

*জীৱনীৰ আভাস*

হেমচন্দ্ৰ বৰুৱাৰ অৱদান বহুমুখী। তেওঁ আমাৰ সমাজ আৰু ভাষাৰ সংস্কাৰক, প্ৰবন্ধ লেখক, সৃষ্টিধৰ্ম্মী সাহিত্যৰ উদ্ভাৱক, ব্যঙ্গসাহিত্যৰ স্ৰষ্টা, ব্যাকৰণ-অভিধান-প্ৰণয়নকাৰক আৰু সাংবাদিক। দৰচলতে কবলৈ গলে হেমচন্দ্ৰ বৰুৱাৰ এজনৰ সাধনা যেন বহুজনৰ এক যুগৰ সাধনা — সেই সাধনাই আমাৰ সাহিত্যৰ গতি-প্ৰকৃতি সলনি কৰি দিছে। ভাষাৰ সংস্কাৰৰ কাৰণে হেমচন্দ্ৰ বৰুৱাই মিছনাৰীসকলৰ বৰ্ণ-বিন্যাস পদ্ধতিৰ

---

৩০. অ.সা. স. ই.

বিৰুদ্ধাচৰণ আৰম্ভ কৰিছিল- বুলি বুজা যায় ১৮৫৬ খৃঃত "অৰুনোদই"ত সোণাৰচাঁদ ছদ্মনামত লিখা প্ৰবন্ধৰ যোগেদি । শেষত, ভাষাৰ মনে বিচৰা সংস্কাৰ - কাৰ্য্যত তেওঁ কৃতকাৰ্য্য হয় — এই কথা কৈ অহা হৈছে। "বাহিৰে ৰং চং ভিতৰে কোৱাভাতুৰী" আৰু "কানীয়া- কীৰ্ত্তন" — হেমচন্দ্ৰ বৰুৱাৰ এই দুখন কিতাপ সমাজ সংস্কাৰমূলক আৰু ব্যঙ্গ্যাত্মক। ঊনবিংশ-শতিকাৰ ইংৰাজ-শাসনাধীন অসমীয়া-সমাজখন যি নানা বিষযক দোষ-ত্ৰুটিয়ে অসুস্থ কৰি তুলিছিল, তাৰ সংশোধন কামনা কৰি ব্যঙ্গ্যোক্তিৰ মাজেদি "কোৱাভাতুৰী" ৰচনা কৰা হৈছে। হেমচন্দ্ৰ বৰুৱাই কপটাচাৰ আৰু ভণ্ডামিক অন্তৰৰ পৰাই ঘিণাইছিল। নিজৰ আচৰণ আৰু কাৰ্য্যকলাপৰ মাজতো সেই সত্যতা সদায় সুস্পষ্ট হৈ উঠিছিল। সেযেহে, সমাজৰ মাৰাত্মক-ব্যাধি স্বৰূপ কপটতা আৰু ভণ্ডামিৰ বিৰুদ্ধে তেওঁ নিৰ্ভীকভাবে নানান ব্যঙ্গ্যাত্মক -কটূক্তি কৰিছে। ব্যঙ্গ্যোক্তিৰ তীব্ৰতা আৰু ব্যাপকত্বৰ কাৰণে এই ৰচনা আমাৰ সাহিত্যত অনন্যসাধাৰণ। "কোৱাভাতুৰী"ক একপ্ৰকাৰ ব্যক্তিনিষ্ঠ-ৰচনাও (Personal essay) বুলিব পাৰি, নাইবা ঠিক উপন্যাস নহলেও কিছুমান চৰিত্ৰৰ ৰূপায়ণ-সমন্বিত সেইধৰণৰে ই এটা আখ্যান। "কানীয়া কীৰ্ত্তন" এখন সৰু নাটক; কানি-সেৱনৰ মাৰাত্মক-পৰিণতি দেখুৱাই তাৰ নিৰাময় আশা কৰি হাস্য-ৰসাত্মক-ব্যঙ্গ্যোক্তিৰ মাজেদি এই নাটক ৰচনা কৰা হৈছে। "কোৱাভাতুৰী" আৰু " কানীয়া-কীৰ্ত্তন" বৰুৱাৰ সৃষ্টিধৰ্ম্মী ৰচনাৰো নিদৰ্শন। " আদিপাঠ", "পাঠমালা", "অসমীয়া-ব্যাকৰণ" আৰু "অসমীয়া পঢ়াশলীয়া অভিধান", এই কেইখন পুথি হেমচন্দ্ৰ বৰুৱাই ৰচনা কৰিছে স্কুলীয়া ছাত্ৰৰ উপযোগীকৈ। উল্লেখনীয় কথা — পঞ্চাশখনমান সমপৰ্য্যায়ৰ পুথিৰ মাজত বৰুৱাৰ "আদিপাঠ" পৰীক্ষকৰ দৃষ্টিত শ্ৰেষ্ঠতম ৰূপে পৰিগণিত হৈছিল, আৰু এই পুথিৰ বাবে তেওঁ নগদ ৫০০.০০ (পাঁচশ) টকা পুৰস্কাৰো পাইছিল। "পাঠমালা" অন্যতম পাঠ্যপুথি। ইংৰাজী আৰু সংস্কৃতৰ আৰু লগতে মহাভাৰত-ৰামায়নৰ দুটামান উপাখ্যানো ইয়াত সন্নিৱেশিত হৈছে। "স্বাস্থ্যৰক্ষাৰ নিয়ম( Way to Healthৰ অনুবাদ) হেমচন্দ্ৰ বৰুৱাৰ আন এখন গদ্য-ৰচনা। "পাঠ-মালা", "স্বাস্থ্যৰক্ষাৰ নিয়ম" আদি ৰচনাৰ স্বীকৃতি স্বৰূপে বৰুৱাই ৰজা ঘৰৰ পৰা ১১০০.০০ (এঘাৰশ) টকা পুৰস্কাৰ পায়। এই ৰচনাবোৰে হেমচন্দ্ৰ বৰুৱাক প্ৰবন্ধলেখক ৰূপেও প্ৰতিপন্ন কৰিছে, লগতে পৰৱৰ্ত্তীসকলৰ কাৰণে ইয়াৰ গদ্যৰীতি আদৰ্শ-গদ্য ৰূপে প্ৰতীয়মান হৈছে। এই প্ৰসঙ্গত হেমচন্দ্ৰ বৰুৱাৰ আত্ম-জীৱনীখনো উল্লেখনীয়। এই খন সাহিত্য-গদ্যৰ আদৰ্শ হোৱাৰ উপৰিও ঊনবিংশ -শতিকাৰ সামাজিক, শৈক্ষিক, অৰ্থনৈতিক আদি বিবিধ দিশত আলোক-সম্পাতক।

*সাহিত্যৰ ক্ষেত্ৰত অৱদান*

অসমীয়া-ভাষাৰ বৰ্ণবিন্যাস আৰু বাক্যবিন্যাস সুসঙ্গত আৰু মাৰ্জ্জিত কৰিবলৈ হেমচন্দ্ৰ বৰুৱাই যি ব্যাকৰণ আৰু অভিধান প্ৰণয়ন কৰিছে, সিয়েই তেওঁক আমাৰ সাহিত্য-

জগতত অমৰ কৰি ৰাখিছে। আজিলৈকে আদৰ্শৰূপে চলি অহা তেওঁৰ "অসমীয়া-ব্যাকৰণ" ১৮৫৯ খৃঃত প্ৰকাশিত হৈছে। হেমচন্দ্ৰ বৰুৱাই অভিধান ৰচনা কৰিছে তিনিখন পঢ়াশলীয়া অভিধান, সংক্ষিপ্ত-হেমকোষ আৰু হেমকোষ। ইয়াৰ প্ৰথমখন প্ৰকাশিত হৈছিল ১৮৯২ খৃঃত, দ্বিতীয়খন তাৰ দুবছৰ পাছত আৰু তৃতীয়খন প্ৰকাশিত হৈছে বৰুৱাৰ মৃত্যুৰ পাছত ১৯০০ খৃঃত — অসম চন্দ্ৰকাৰৰ সাহায্যত।

*ব্যাকৰণ আৰু অভিধান*

দেৱেন্দ্ৰনাথ বেজবৰুৱাৰ[৩১] ভাষাত হেমচন্দ্ৰ বৰুৱাই 'অসমীয়া পঢ়াশলীয়া অভিধান' আৰু 'সংক্ষিপ্ত হেমকোষ' নামে প্ৰথমতে দুখন অভিধান ৰচে। 'পঢ়াশলীয়া অভিধান' এতিয়া ছপা হৈ আছে, কিন্তু 'সংক্ষিপ্ত-হেমকোষ' আৰু এতিয়া পাবলৈ নাই। ইয়াত শব্দবিলাকৰ মূল, সমাৰ্থক আৰু খণ্ড-বাক্য নাই, কিন্তু অসমীয়া আৰু ইংৰাজী দুয়ো ভাষাৰ অৰ্থ আছিল। 'পঢ়াশলীয়া অভিধান' খনত বহুত শব্দ আছে আৰু অসমীয়া ভাষাৰ ভাল অভিধান বুলিব পাৰি। হেমচন্দ্ৰ বৰুৱাই নিজে লিখিছে — ইয়াক যদিও পঢ়াশলীয়া-অভিধান নাম দিয়া হৈছে তথাপি সম্প্ৰতি গাঁৱলীয়া পঢ়াশালিত ব্যৱহৃত পুথিবোৰত থকা শব্দবিলাকত বাহিৰেও ইয়াত বিস্তৰ অসমীয়া শব্দ আছে আৰু অকল প্ৰতিশব্দ ব্যাখ্যাৰ দ্বাৰা যি শব্দৰ অৰ্থ ভালকৈ হৃদয়ঙ্গম নহয় তাক যি ভাৱত ব্যৱহাৰ কৰা যায় তাৰ উদাহৰণ বুজাবলৈ চেষ্টা কৰা হৈছে।" হেম-কোষ হেমচন্দ্ৰ বৰুৱাৰ কীৰ্ত্তিস্তম্ভ। অসমীয়া-ভাষাৰ আখৰ-জোটনিৰ যি বিশৃঙ্খলা চলি আহিছিল, ইয়েই তাৰ পৰিসমাপ্তি ঘটাইছে। কবিৰ ভাষাত -

*হেমৰ কোষেৰে ওখ দৌল বান্ধি*
*ভাষাৰ সাৰথি কৰি।*
*নুমাব লগীয়া অসমীয়াৰ নাম*
*ৰাখিলে জিলিকা কৰি।।*

অসমীয়া-সংবাদ-পত্ৰৰ ইতিহাসতো হেমচন্দ্ৰ বৰুৱাৰ অৱদান উল্লেখনীয়। তেওঁৰ দ্বাৰা সম্পাদিত "আসাম-নিউজ" (১৮৮২-১৮৮৫ খৃঃ) "অৰুণোদয়"ৰ অব্যৱহিত পৰৱৰ্ত্তি- সংবাদ-পত্ৰ। এই সংবাদ-পত্ৰ আছিল সাপ্তাহিক, ইয়াৰ ভাগ দুটা — এটা অসমীয়া আৰু আনটো ইংৰাজী। মাৰ্জ্জিত-ৰূপত অসমীয়া-ভাষাৰ স্থিৰীকৰণ কৰাত এই কাকতৰ যথেষ্ট অৱদান আছে। দেৱেন্দ্ৰনাথ বেজবৰুৱাই[৩২] কৈছে — "আসাম নিউজে যি ভাষা শিকাই গ'ল, অজি কালি গদ্য-ভাষাই তাৰ খোজতে চলিছে।"

*সাংবাদিকতা*

---

৩১. অ. ভা. সা. বু., (২য় সংস্কৰণ)
৩২. অ. ভা. সা. বু., (২য় সংস্কৰণ)

এইবোৰৰ উপৰিও হেমচন্দ্ৰ বৰুৱাই "Assamese Marriage System" (অসমীয়া বিবাহ - পদ্ধতি) নামৰ এখন পুথি ইংৰাজীত লিখিছে। এই পুথিখন বৰুৱাৰ সমাজসংস্কাৰজনিত ভাৱধাৰাৰ এক প্ৰকাৰ প্ৰতিফলন।

## গুণাভিৰাম বৰুৱা (১৮৩৭-১৮৯৪ খৃঃ)

১৮৩৭ খৃঃত গুণাভিৰাম বৰুৱা যোৰহাটত ওপজে। তেওঁৰ পিতৃ ৰণৰাম বৰুৱা, আনন্দৰাম ঢেকিয়ালফুকনৰ পিতৃৰ ভাযেক। সেযেহে গুণাভিৰাম আনন্দৰামৰ ভাযেক। সৰুতে গুণাভিৰামৰ পিতৃ -বিযোগ হয়। গতিকে আনন্দৰামেই শিক্ষাৰ উদ্দেশ্যে গুণাভিৰামক কলিকতালৈ পঠায। ১৮৫৪ খৃঃত তেওঁএন্ট্ৰেঞ্চ্ পৰীক্ষা পাছ কৰে আৰু কলিকতাৰেই প্ৰেছিডেন্সী কলেজত দ্বিতীয় বাৰ্ষিক শ্ৰেণীলৈ পঢে। পাছত সেই কলেজতে তেওঁ আইন পঢ়িবলৈও লয়। ১৮৫৭ খৃঃত গুণাভিৰামৰ বিয়া হয় ব্ৰজসুন্দৰী দেৱীৰ লগত। ১৮৫৯ খৃঃত আনন্দৰাম ঢেকিয়ালফুকনৰ আকস্মিক মৃত্যু হোৱাত শিক্ষা শেষ নকৰাকৈয়ে বৰুৱা অসমলৈ উভতি আহে। ১৮৫৯ চনৰেই অক্টোবৰ মাহত গুণাভিৰাম বৰুৱাই চব্ এছিষ্টেণ্ট্ কমিছ্নাৰৰ পদত সোমায় আৰু তাৰ এবছৰ পাছতে এক্‌ট্ৰাএছিষ্টেণ্ট্ কমিছ্নাৰৰ পদ লাভ কৰে। ১৮৯০ চনত চৰকাৰী কামৰ পৰা তেওঁ অৱসৰ গ্ৰহণ কৰে। ১৮৯৪ খৃঃৰ ২৫ মাৰ্চ্চত বৰুৱা পৰলোক প্ৰাপ্ত হয় । ছাত্ৰ অৱস্থাৰ পৰাই গুণাভিৰাম বৰুৱা আছিল সমাজসচেতন আৰু উদাৰপন্থী। কলিকতীয়া জীৱনতে তেওঁ ব্ৰাহ্ম-ধৰ্ম্মৰ প্ৰতি আকৰ্ষিত হয, আৰু পাছত সেই ধৰ্ম্ম গ্ৰহণ কৰে। ১৮৬৭ খৃঃত তেওঁৰ পত্নী ঢুকায়, ১৮৭০ খৃঃত পৰশুৰাম বৰুৱাৰ বিধবা-পত্নী বিষ্ণুপ্ৰিয়াক বিয়া কৰাই গুণাভিৰামে সমাজ -সচেতন-উদাৰপন্থী ৰূপে সুন্দৰ পৰিচয় দিয়ে। বিখ্যাত আইনজ্ঞ জ্ঞানদাভিৰাম বৰুৱা তেওঁৰ এই দ্বিতীয় বিবাহৰ অন্যতম সন্ততি।

*জীৱনৰ আভাস*

গুণাভিৰাম বৰুৱাৰ সাহিত্যিক-প্ৰতিভাৰ নিদৰ্শন বহুদিশত প্ৰকাশিত। তেওঁ নাট্যকাৰ, প্ৰবন্ধলেখক, জীৱনীকাৰ, ইতিহাস প্ৰণেতা, হাস্যৰসিক, সাংবাদিক আৰু কবিও। ১৮৫৭ খৃঃত তেওঁ "ৰাম-নৱমী" নামৰ সামাজিক নাট ৰচনা কৰি সৃষ্টিমূলক-প্ৰতিভাৰ পৰিচয় দিছে। উদাৰপন্থী ডেকা নাট্যকাৰে এই নাটত বিধবা-বিবাহৰ সপক্ষে যুক্তি দেখুৱাইছে। উনবিংশ-শতিকাৰ মধ্যভাগত বঙ্গদেশত ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰে বিধবা-বিবাহ-আন্দোলন চলায় আৰু ১৮৫৮ খৃঃত সেই বিবাহ-আইন পাছ হয়। বিধবা-বিবাহ সম্বন্ধীয় গুণাভিৰাম বৰুৱাৰ স্বভাৱিক প্ৰবৃত্তি বিদ্যাসাগৰৰ উক্ত আন্দোলনৰ দ্বাৰা বলবৎ হৈ উঠিছিল বুলি বুজা যায়। বাল-বিধবা নৱমীৰ লগত ৰামচন্দ্ৰৰ গুপ্ত -প্ৰণয়ক কেন্দ্ৰ কৰি "ৰাম-নৱমী"ৰ কাহিনীভাগ গঠিত, শেষত নায়ক-নায়িকা উভয়ৰ আত্মহত্যাৰ যোগেদি ট্ৰেজিক-পৰিসমাপ্তি প্ৰদৰ্শিত। বিশেষ কথা– "ৰাম-

*সাহিত্যিক অৱদান*

নৱমী" পাশ্চাত্য-নাটকৰ অনুকৰণত লিখা আমাৰ সাহিত্যৰ প্ৰথম আধুনিক -নাটক, ই কিন্তু প্ৰকাশিত হয় ১৮৭০ খৃঃত।[৩৩] এই নাটক গঢ় লয় পাশ্চাত্য-নাটকৰ টেক্‌নিকৰ অনুকৰণত আৰু ভাৰতীয় নাটকৰ বিৰুদ্ধ -আদৰ্শৰে, অৰ্থাৎ শোকবহুল-ভাবেৰে ইয়াৰ সামৰণি মৰা হয়। অসমৰ গাঁৱলীয়া -বিবাহ-সমস্যাৰ অধাৰত ৰচনা কৰা "বিবাহ-ৰহস্য" নামৰ গুণাভিৰাম বৰুৱা-বিৰচিত আন এখন নাটকৰ দুটা দৃশ্য ১৮৮৬ খৃঃৰ "আসাম-বন্ধু"ত প্ৰকাশিত হৈছে।[৩৪] বৰুৱাই এই নাটকখন সম্পূৰ্ণৰূপে লিখিছিল নে নাই, বুজা নাযায়। পূৰ্ণ পাঠ নোপোৱা কাৰণে ইয়াৰ গুণাগুণৰ বিচাৰো অসাৰ্থক। "অৰুনোদই"ত প্ৰকাশ হোৱা কেইটামান প্ৰবন্ধ, "আসাম-বন্ধু"ত ওলোৱা "আসাম — অতীত আৰু বৰ্ত্তমান" নামৰ এলানি আলোচনা আৰু "জোনাকী" আলোচনীত ওলোৱা "সৌমাৰ-ভ্ৰমণ" নামৰ ৰচনাখিনি গুণাভিৰাম বৰুৱাৰ প্ৰাবন্ধিক -প্ৰতিভাৰ নিদৰ্শন। আনন্দৰাম ঢেকিয়ালফুকনৰ এখন জীৱন-চৰিত (১৮৮০ খৃঃ) ৰচনা কৰি বৰুৱাই জীৱন-বৃত্ত ৰচনাৰ বিশেষত্ব অৰ্জ্জন কৰিব পাৰিছে। ই আধুনিক অসমীযা-সাহিত্যত প্ৰথম উল্লেখযোগ্য আৰু বিস্তৃত জীৱন-চৰিত। লেখকে নিজেই ইয়াৰ পাতনিত লিখিছে — "আমাৰ ভাষাত আধুনিক-জীৱন-চৰিতৰ এই পুস্তকেই প্ৰথম।"

গুণাভিৰাম বৰুৱাৰ অনুসন্ধিৎসু মনে তেওঁক দেশৰ ঐতিহ্য উদঘাটনতো প্ৰবৃত্ত কৰাইছে। ইয়াৰ ফলশ্ৰুতি তেওঁৰ বিখ্যাত "আসাম - বুৰঞ্জী", "অসমত মানৰ শেহছোৱা" আৰু ওপৰত উল্লেখ কৰা "আসাম — অতীত আৰু বৰ্ত্তমান" নামৰ দীঘলীয়া আলোচনা। প্ৰাচীন কালৰে পৰা ইংৰাজ-ৰাজত্বলৈকে প্ৰায় সকলোবোৰ তথ্য বৰুৱাৰ "আসাম বুৰঞ্জী"ৰ অন্তৰ্ভুক্ত। ইয়াৰ বিষয়বস্তু পৰিবেশতনত বৈজ্ঞানিক-দৃষ্টিভংগী আৰু নিৰপেক্ষ-বিচাৰধাৰা লক্ষ্য কৰা যায়। ১৮৮৪ খৃঃত এই বুৰঞ্জী প্ৰকাশিত হয়। গুণাভিৰাম বৰুৱাই "আসাম-বন্ধু" নামৰ এখন মাহেকীয়া পত্ৰিকা সম্পাদন কৰি উলিয়াই আমাৰ সাংবাদিকতাৰ প্ৰৱাহ বলবৎ কৰে। এই পত্ৰিকাখনে১৮৮৫ খৃঃৰ পৰা প্ৰায় ডেৰ বছৰ কালৰ ভিতৰত ১৬ টা সংখ্যাৰ মাজেদি সুকীয়া স্বৰূপ প্ৰকাশ কৰিছিল। জীৱনী-কাল চুটি হলেও বিভিন্ন প্ৰবন্ধ আৰু কবিতাক সামৰি লৈ ই আকৰ্ষনীয় ৰূপত সাজি-কাচি ওলাইছিল। বিশেষ কথা এই যে, এই কাকত খনক ৰোমান্টিক-যুগৰ আগলি-বতৰাৰ বাহক বুলিব পাৰি। হেমচন্দ্ৰ বৰুৱা, ৰত্নেশ্বৰ বৰুৱা, লম্বোদৰ বৰা, ভোলানাথ দাস আদি সমসাময়িক লেখকগোষ্ঠীৰ সম্বন্ধ এই কাকতৰ লগত স্থাপন হৈছিল। সংস্কাৰৰ ভাব আৰু হাস্যৰসৰ স্ফুৰণ, এই দুটা বিশেষত্বই বৰুৱাৰ একাংশ ৰচনালৈ বিশেষত্ব আনিছে। বিশেষকৈ তেওঁৰ "ৰাম-নৱমী" নাটক আৰু "কঠিন শব্দৰ ৰহস্য" পুথি এই প্ৰসঙ্গত উল্লেখনীয়। সমাজৰ

*ঐতিহাসিক সাংবাদিক আদি দিশত অৱদান*

---

৩৩. প্ৰথম মুদ্ৰিত নাটক " কানীয়া-কীৰ্ত্তন" ( ১৮৬১ খৃঃত প্ৰকাশিত)

৩৪. দ্ৰষ্টব্য ঃ অ. না. সা. জি., ড° হৰিচন্দ্ৰ ভট্টাচাৰ্য্য

কিছুমান কুপ্ৰথা আৰু অন্ধবিশ্বাসৰ বিৰুদ্ধে হেমচন্দ্ৰ বৰুৱাৰ নিচিনা গুণাভিৰামেও ব্যঙ্গোক্তি আৰু উপহাসসূচক —বাক্য প্ৰয়োগ কৰি হাস্যৰসৰ সৃষ্টি কৰিছে। তথাপি বিশেষ কথা এই — গুণাভিৰামৰ সেই উক্তিবোৰ হেমচন্দ্ৰ বৰুৱাৰ নিচিনা কেঁচা বৰলৰ কামোৰ বা কৰতৰ ৰেপনি নহয়— ই অধিক মৃদু, বৰং ক্ষুৰাঘাত, অথচ ফলদায়ক। পণ্ডিত তীৰ্থনাথ শৰ্ম্মাৰ[৩৫] ভাষাত— "হেমচন্দ্ৰই কাপ ললেই সি কটাৰী হয়। গুণাভিৰামৰ কাপে মাৰেও আৰু তাৰেও।" নানাবিধ গদ্যৰ ৰচকৰূপে বিখ্যাত গুণাভিৰামৰ অন্তৰত কাব্যিক-অনুভূতিযেও উক্ দি নুঠাকৈ থকা নাই। "বিজুলি" কাকতত "গুৰুদত্ত" ছদ্মনামত ওলোৱা কবিতা কেইটা বৰুৱাৰ কাব্যানুভূতিৰ ভাষিক-ৰূপায়ণ।

"অৰুণোদয়"ৰ শেষাংশ আৰু জোনাকী-যুগৰ মধ্যৱৰ্ত্তি-কালডোখৰৰ এগৰাকী বিখ্যাত গদ্যলেখক গুণাভিৰাম বৰুৱা। বিশেষকৈ গদ্যৰ বিষয়বস্তুৰ ফালৰ পৰা তেওঁ হেমচন্দ্ৰ বৰুৱাৰ একপ্ৰকাৰ সমগোত্ৰীয়। দুয়োগৰাকী বৰুৱা আছিল সমসাময়িক লেখকসকলৰ আদৰ্শ-পুৰুষ। দুযোগৰাকীৰ গদ্যই কথিত-ৰীতিৰ মাজেদি সাহিত্যিক মৰ্য্যদাত গৰীয়ান। ইযাৰ মাজতো লক্ষণীয় কথা এই — গুণাভিৰাম বৰুৱাৰ গদ্যত ক'তো ক'তো বৰ্ণ-বিন্যাস, আনকি বাক্য-বিন্যাসৰ ক্ষেত্ৰতো ত্ৰুটি লক্ষ্য কৰা যায়। ৰাম-নৱমী নাটক ১৮৭০ খৃঃত ছপা হৈ ওলাইছিল যদিও ই অৱশ্যে মিছনাৰীসকলৰ জয়-জোকাৰৰ মাজত ১৮৫৭ খৃঃতে ৰচিত। গতিকে ইয়াত উক্ত ধৰণৰ ত্ৰুটি থকাটো কিছু স্বাভাৱিক। কিন্তু হেমচন্দ্ৰ বৰুৱা সমৰ্থিত মাৰ্জ্জিত -স্তৰৰ ভিতৰত ৰচিত (১৮৭৫খৃঃ) আৰু প্ৰকাশিত (১৮৮৪ খৃঃ) গুণাভিৰামৰ "আসাম- বুৰঞ্জী" খনৰ মাজতো এইধৰণৰ ত্ৰুটি-বিচ্যুতি নথকা নহয়। তেওঁৰ "সৌমাৰ- ভ্ৰমণ" আৰু কিছুমান সাংৱাদিক-ৰচনা সাহিত্য-গদ্যৰ স্তৰলৈ যিমানখিনি আগবাঢ়ি গৈছে, এই বুৰঞ্জীৰ গদ্য অৱশ্যে তাৰ সমানে আগবঢ়া নাই বুলিব পাৰি।[৩৬]

*গুণাভিৰামৰ গদ্য--তুলনামূলক বিচাৰ*

## ৰমাকান্ত চৌধুৰী (১৮৪৬ - ১৮৮৯ খৃঃ)

অবিভক্ত কামৰূপ জিলাৰ (বৰ্ত্তমান নলবাৰী জিলাৰ) ভিতৰৰ খাটা মৌজাৰ মৌজাদাৰ লক্ষ্মীকান্ত চৌধুৰীৰ পুত্ৰ ৰমাকান্ত চৌধুৰী। প্ৰবেশিকা পৰীক্ষা পাছ কৰি উঠি তেওঁ গুৱাহাটীৰ কাছাৰিত কেৰাণীৰ কামত সোমায়। পাছত পদোন্নতিকৰি গুৱাহাটীত চিৰস্তাদাৰৰ পদত অধিষ্ঠিত হয়। সেই কামত থাকোতে অকালতে ১৮৮৯ খৃঃত চৌধুৰীৰ মৃত্যু হয়।

সংস্কৃত - মহাকাব্যৰ আদৰ্শত আমাৰ সাহিত্যত প্ৰথম কাব্য-ৰচকৰূপে ৰমাকান্ত

৩৫. "ৰাম-নৱমী নাটক" প্ৰবন্ধ

৩৬. দ্ৰষ্টব্য ঃ অ. গ. সা. গ. প., ড° হৰিনাথ শৰ্ম্মাদলৈ

চৌধুৰীৰ নাম চিৰস্মৰণীয়। "অভিমন্যু-বধ" তেওঁৰ এই লেখীয়া বিখ্যাত কৃতি। এই কাব্য ১৮৭৫ খৃঃত প্ৰকাশিত হয়। সংস্কৃত-মহাকাব্যৰ (Court-epic, Artificial epic, Literary epic) আদৰ্শত ৰচিত হলেও তাৰ বহুত বিশেষত্বই ইয়াত নাই, সেয়েহে ইয়াক খণ্ড - কাব্য বুলিবহে পৰা যায়। উল্লেখনীয় কথা — ইংৰাজ- কবি মিল্টনৰ একোটা শাৰীত চৈধ্যটাকৈ অক্ষৰ থকা অমিত্ৰাক্ষৰ ছন্দৰ (Blank Verse) অনুকৰণত বঙালী কবি মাইকেল মধুসূদন দত্তই মেঘনাদ-বধ কাব্য ৰচনা কৰিছিল। মাইকেল মধুসূদনৰ সেই অমিত্ৰাক্ষৰ ছন্দ প্ৰয়োগ কৰিছে ৰমাকান্ত চৌধুৰীয়ে, লগতে তেওঁ মধুসূদনৰ কলাত্মক-ৰীতিও অনুকৰণ কৰিছে। কাব্যখনৰ নাম 'অভিমন্যু-বধ' হলেও কবিযে অভিমন্যুৰ নিধন-দৃশ্য কাব্যত দেখুওৱা নাই, যুদ্ধযাত্ৰা কৰি অভিমন্যু মৃত্যুমুখী হোৱা সূচনা কৰি কবিয়ে কাব্য শেষ কৰিছে। যি কি নহওক, ৰমাকান্ত চৌধুৰী আমাৰ আধুনিক কাব্য-জগতৰ প্ৰথম বৰ্ণনাত্মক-কাব্যৰ ৰচক হোৱাৰ উপৰিও অমিত্ৰাক্ষৰ ছন্দৰো প্ৰথম প্ৰয়োগকৰ্ত্তা।

*অভিমন্যু-বধ*

অভিমন্যু-বধ কাব্যৰ উপৰিও ৰমাকান্ত চৌধুৰীয়ে "সীতা-হৰণ" আৰু "ৰাৱণ-বধ" নামৰ দুখন নাটক ৰচনা কৰি পৌৰাণিক নাটকৰো প্ৰথম ৰচক ৰূপে তেওঁ পৰিগণিত হৈছে।

## ভোলানাথ দাস (১৮৫৮-১৯২৯ খৃঃ)

১৮৫৮ খৃঃৰ জুলাই মাহত ভোলানাথৰ জন্ম হয় নগাঁওত। তেওঁৰ পিতাক-মাক যথাক্ৰমে বাপীৰাম আৰু পদ্মাৱতী। ১৮৭৯ খৃঃত ভোলানাথ নগাঁও হাইস্কুলৰ পৰা প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হয়, আৰু কলিকতাৰ মেট্ৰোপলিটান কলেজত গৈ পঢ়িবলৈ আৰম্ভ কৰে; কিন্তু বিশেষ ঘৰুৱা অসুবিধাত কলেজীয়া শিক্ষা শেষ নৌহওতেই ঘৰলৈ উভতি আহে। কিছুদিন পাছত তেওঁ নগাঁওৰ জিলা চাৰ্ভেয়ৰৰ কামত সোমায়, আৰু তাত কিছুদিন কাম কৰি স্কুলৰ শিক্ষক নিযুক্ত হয়। পাছত চাবৰ্ডিনেট চিভিলচাৰ্ভিচ পৰীক্ষাত উত্তীৰ্ণ হৈ ১৮৮৮ খৃঃৰ পৰা ভূমি-বিভাগৰ বিষয়া ৰূপে কাম কৰে। ১৯২২ খৃঃত ভোলানাথ দাসে চৰকাৰী কামৰ পৰা অৱসৰ লয়, আৰু গুৱাহাটীত স্থায়িভাৱে থাকিবলৈ আৰম্ভ কৰে। ১৯২৯ খৃঃত তেওঁৰ মৃত্যু হয়।

ভোলানাথ দাস সৃষ্টিমূলক-প্ৰতিভাৰ অধিকাৰী। তেওঁৰ সেই প্ৰতিভা স্ফুৰিত হৈছে কাব্যিক-দিশত। কম বয়সতে, কবলৈ গলে পাঠ্যাৱস্থাতে তেওঁ বঙালী কবি মাইকেল মধুসূদন দত্তৰ "মেঘনাদ-বধ' কাব্যৰ আদৰ্শত এখন কাব্য ৰচনা কৰে— নাম সীতা-হৰণ কাব্য। সাতটা সৰ্গৰ ভিতৰত ই পৰিসমাপ্ত। বঙালী-কবিয়ে চৈধ্য অক্ষৰ যুক্ত-পঙ্‌ক্তিৰ যি অমিত্ৰাক্ষৰ -ছন্দত কাব্য ৰচিছে সেই ছন্দত আমাৰ

*সীতা-হৰণ কাব্য*

কবিয়েও সীতা-হৰণ কাব্য প্ৰণয়ন কৰিছে। "আসাম-বিলাসিনী" আলোচনীৰ কেইটামান সংখ্যাত ইয়াৰ কিয়দংশ প্ৰকাশ হৈছিল। ১৮৮৮ খৃঃত এই কাব্যখন পূৰ্ণকৈ মুদ্ৰিত-ৰূপত দেখা দিয়ে। ৰমাকান্ত চৌধুৰীৰ অভিমন্যু-বধ যিহেতু আমাৰ সাহিত্যত প্ৰথম বৰ্ণনাত্মক - কাব্য, ভোলানাথ দাসৰ "সীতা-হৰণ" এই শ্ৰেণীৰ দ্বিতীয় কাব্য। মধুসূদন দত্তৰ কাব্যৰ ভাষা বহুত অপ্ৰচলিত আৰু কঠিন শব্দ প্ৰয়োগৰ ফলত স্থানবিশেষে কৃত্ৰিম হোৱাৰ দৰে আমাৰ কবিৰ ভাষাও একে কাৰণত (অপ্ৰচলিত সংস্কৃত -শব্দ, নাম-ধাতু, অপ্ৰচলিত প্ৰকাশ-ৰীতি আদিৰ কাৰণে ) ক'তো ক'তো কৃত্ৰিম ৰূপে দেখা -নিদিয়াকৈ থকা নাই। উদাহৰণ স্বৰূপে ঃ

*প্ৰভাতিলা নিশা, উষা আশু গতি ধৰি*  
*আসিলা; কুৰুলি দিলা সুদীৰ্ঘে পেঁচক;*  
*বায়স কৰিলা কা - কা , যেন হেৰুৱাই*  
*লঙ্কা লঙ্কা-প্ৰিয় পক্ষী কক্কুট পুছিলা*  
*লঙ্কাপুৰ ক'ত বুলি, গাইলা সৌদিশে*  
*প্ৰভাতীয় গীত যত প্ৰভাতী বিহঙ্গ;*  
*বৃক ধূৰ্ত্তদল দিলা হুৱাধ্বনি দূৰে। ইত্যাদি*

ভোলানাথ দাস ভালেমান খণ্ড-কবিতাৰো ৰচক। তেওঁৰ কবিতাসমূহে দুখন পুথিৰ মাজেদি প্ৰকাশ লভিছে— এখনৰ নাম "কবিতা-মালা" আৰু আনখনৰ নাম "চিন্তা-তৰঙ্গিনী" । "কবিতা-মালা" দুটা খণ্ডত প্ৰকাশ পায় ১৮৮১ -৮৩ চনৰ ভিতৰত, তাৰ পাছতে ১৮৮৪-১৮৮৫-ৰ ভিতৰত "চিন্তা-তৰঙ্গিনী"ও প্ৰকাশিত হয় দুটা খণ্ডত। প্ৰথম খনৰ কৱিতাসমূহ নীতিমূলক, শিশুৰ উপযোগী। ইয়াতকৈ দ্বিতীয় খনৰ, অৰ্থাৎ "চিন্তা-তৰঙ্গিনীৰ অন্তৰ্ভুক্ত কবিতাবোৰ উচ্চ-পৰ্য্যায়ৰ — কৱিৰ সুখ-দুখৰ অনুভূতি, স্বদেশপ্ৰীতি আদি এইবোৰৰ উপজীব্য। এই ধৰণৰ বিষয়বস্তুৰ উপৰিও ভাষা আৰু প্ৰকাশৰীতিৰ ফালৰ পৰাও এইকবিতাবোৰক গীতি-কবিতাৰ (Lyric) শাৰীত থিয় কৰাব পৰা গৈছে। ইয়াৰ অন্ততঃ কিছুমান কবিতাৰ গুণ-বিশেষত্বলৈ লক্ষ্য কৰি ভোলানাথ দাসক আমাৰ সাহিত্যৰ আধুনিকযুগৰ গীতি- কৱিতাৰ বাটকটীয়া বুলিব পাৰি। ড° মহেশ্বৰ নেওগৰ[৩৭] ভাষাত "বেজবৰুৱাৰ যুগৰ কাৰণে সাহিত্যৰ পথাৰ আঁতোৰা বাবে আৰু কৱিতাৰ মনোৰম-বৰ্ণনা-চাতুৰ্য্য আৰু ছন্দৰ নব্য প্ৰয়োগৰ বাবেও ভোলানাথৰ স্থান অসমীয়া-কাব্য-বুৰঞ্জীত স্থায়ী হৈ ৰব।" এক প্ৰকাৰ দুখৰ কথা যে, যিখন কাকতৰ বুকুত ভোলানাথৰ কবিতাই আত্ম-প্ৰকাশ কৰিছিল, সেই "আসাম-বিলাসিনী" য়েই তেওঁৰ কবিতাৰ বিৰূপ সমালোচনা কৰিছিল। ইয়াত ব্যথিক হৈ

*খণ্ড-কৱিতা*

৩৭.অ. সা. ৰূ. ৰে.

ভোলানাথে "জীৱনৰ পিছৰ দুকুৰি বছৰ কাল আৰু লিখনী হাতেৰে নুচুলে।" এই কাৰ্য্য আমাৰ সাহিত্য-জগতৰ কাৰণে নিশ্চিত ভাবে ক্ষতিকাৰক।

## ৰত্নেশ্বৰ মহন্ত (১৮৬৪ - ১৮৯৩ খৃঃ)

ৰত্নেশ্বৰ মহন্ত ১৮৬৪ খৃঃত গুৱাহাটীত ওপজে। তেওঁৰ পিতৃ ধানেশ্বৰ মহন্ত উত্তৰ-লক্ষীমপুৰৰ বলিয়াগৰু-সত্ৰৰ অধিকাৰ আছিল। ৰত্নেশ্বৰে ১৮৮০ খৃঃত গুৱাহাটীৰ স্কুলৰ পৰা প্ৰৱেশিকা-পৰীক্ষা পাছ কৰে। ইয়াতে তেওঁৰ আনুষ্ঠানিক-শিক্ষাৰ ওৰ পৰে। তাৰ পাছত নগাঁওৰ পুৰণিগুদামৰ মোমায়েকৰ ওচৰলৈ উঠি যায়। তাত ৰত্নেশ্বৰ মহন্তই কাছাৰীৰ একাউন্টেন্ট্ কামত সোমায়। ১৮৯৩ খৃঃত কলাজ্বৰৰ আক্ৰমণত অকালতে ৰত্নেশ্বৰ মহন্তৰ মৃত্যু হয়।

উনত্ৰিশ-বছৰীয়া চুটি জীৱনৰ ভিতৰত ৰত্নেশ্বৰ মহন্তই আমাৰ সাহিত্যৰ কেইবাটাও দিশত অৱদান দিছে। ঐতিহাসিক তথ্যৰ অনুসন্ধান আৰু সেই বিষয়ৰ ওপৰত ৰচনা কৰা প্ৰৱন্ধবোৰ তেওঁৰ সবাতোকৈ বেছি মূল্যৱান সম্পদ। অসমীয়া আৰু বিদেশী সাজ, ঘৈণীৰ কৰ্ত্তব্য আৰু স্ত্ৰীশিক্ষা, জান্তৱ জীৱন, ৰাম-সৰস্বতী, অনন্ত কন্দলী, গাৰো বৃত্তান্ত, অসমত মান, মোৱামৰীয়া বিদ্ৰোহ, তুলাৰাম সেনাপতি, জয়মতী কুঁৱৰী, চুটিয়া আদি কিছুমান অনুসন্ধানমূলক মূল্যৱান প্ৰৱন্ধ তেওঁ ৰচনা কৰে। দৰাচলতে কবলৈ গলে বুৰঞ্জীমূলক তথ্য আবিষ্কাৰৰ কাৰণে অনুসন্ধান আৰু গৱেষণাৰ ক্ষেত্ৰত মহন্তই পৰৱৰ্ত্তীসকলক বাট দেখুৱাওটা। বিশেষ কথা — তেওঁৰ দিনলৈকে জয়মতী কুঁৱৰীৰ কথা অসমীয়া-সমাজত সদৰি হোৱা নাছিল, তেওঁ "জয়মতী কুঁৱৰী" প্ৰৱন্ধ লিখি প্ৰকাশ কৰাৰ পাছতহে জয়মতীৰ সতীত্বৰ মহিমা দেশত প্ৰচাৰ হয়।

*বিবিধ অৱদান প্ৰৱন্ধ, নাটক, কবিতা*

দ্ৰৌপদী হৰণ, জয়দ্ৰথ-বধ, গোপ-লীলা আৰু হৰিশ্চন্দ্ৰ — এই চাৰিখন নাটক ৰচনা কৰি ৰত্নেশ্বৰ মহন্ত নাট্যকাৰ ৰূপে পৰিগণিত হৈছে বুলিব পাৰি।[৩৮] ইয়াৰ ভিতৰত অৱশ্যে প্ৰথমখনহে ছপা হৈ ওলাইছে। "কবিতা-হাৰ" নামৰ পুথিৰ যোগেদি মহন্ত কবিৰূপে প্ৰসিদ্ধ। এই পুথিত অন্তৰ্ভুক্ত কবিতাৰ সংখ্যা বহুত। পুথিখন তিনিটা খণ্ডত প্ৰকাশিত। তেওঁৰ সকলোবোৰ কবিতাই গুণগত দৃষ্টিকোণৰ পৰা অৱশ্যে সমসাময়িক-কবি হেমচন্দ্ৰ গোস্বামী বা চন্দ্ৰকুমাৰ আগৰৱালাৰ শ্ৰেষ্ঠ কবিতাসমূহৰ সমকক্ষ নহলেও অন্ততঃ কিছুমানে কল্পনাৰ সৌকুমাৰ্য্য আৰু অনুভূতিৰ স্বাভাবিকতাৰ ফালৰ পৰা বিশেষত্ব দাবী নকৰাকৈ নাথাকে। শ্মশান, গাঁৱলীয়া বোৱাৰী, বনফুল, শিশু, গোলাপ, ব্ৰহ্মপুত্ৰ, সান্ত্বনা আদি কেইটামান কবিতা এই প্ৰসঙ্গত উল্লেখনীয়। "ছয়ঋতু" নাম সুদীৰ্ঘ কবিতাত কবিয়ে গ্ৰীষ্ম আদি ছয়টা ঋতুৰ বহিঃসৌন্দৰ্য্যৰ যি বৰ্ণনা

৩৮. ৰ. ম. ৰ., পাতনি, সম্পাদক যোগেন্দ্ৰ নাৰায়ণ ভূঞা

দিছে, সিও বৰ্ণনাত্মক- কাব্যৰূপে আমাৰ কাব্য-জগতত আদৰণীয়। ৰত্নেশ্বৰ মহন্তই “ৰামদাস গোস্বামী”, এই ছদ্মনামতো কিছুমান প্ৰবন্ধ লিখিছিল। তেওঁৰ সাহিত্যিক-প্ৰতিভা বিকাশৰ প্ৰধান মাধ্যম আছিল, “আসাম-বন্ধু” আৰু “জোনাকী”। এই দুয়োখন আলোচনীতে তেওঁৰ প্ৰবন্ধ ছপা হৈছে যদিও তেওঁৰ অধিকাংশ ৰচনা “জোনাকী” ৰ পূৰ্ব্ববৰ্ত্তী, আৰু তেওঁৰ সাহিত্যিক -জীৱনৰ অধিকাংশ কালো “জোনাকী”ৰ অগ্ৰৱৰ্ত্তি-কালতে অতিবাহিত হৈছে, সেই কাৰণে মহন্তক আলোচ্যমান-মাৰ্জ্জিত -স্তৰত স্থাপন কৰা হৈছে।

*মহন্তক জোনাকীৰ অগ্ৰৱৰ্ত্তী বোলাৰ যুক্তি*

কবি আৰু নাট্যকাৰ ৰূপেও ৰত্নেশ্বৰ মহন্তৰ সাহিত্য জগতত খ্যাতি থাকিলেও গদ্যলেখক হিচাপেহে তেওঁৰ স্থান ভালেখিনি ওপৰত আৰু লগতে যুগমীযাও। বাক্য-বিন্যাসৰীতি (Form) আৰু বৰ্ণবিন্যাসৰীতিত মহন্তক আনকি সমকালীন গদ্য লেখক লম্বোদৰ বৰাতকৈ যথেষ্ট সচেষ্ট হোৱা দেখা যায়।[৩৯] ব্যাকৰণৰ প্ৰতি আনুগত্য স্বীকাৰ কৰি আৰু লগতে ভাষাৰ বিশুদ্ধিকৰণৰ প্ৰতি যত্নপৰ হৈ তেওঁ যি গদ্য সৃষ্টি কৰিছে, সি সুবিন্যস্ত আৰু বাহুল্য বৰ্জ্জিত। এই দৃষ্টিকোণৰ পৰা তেওঁৰ গদ্য ৰচনা ক্লাচিকেল -ৰীতিৰ (Classical style) অন্তৰ্গত বুলি কোৱাত অসুবিধা নাই। আন এটা কথা এই যে, ৰত্নেশ্বৰ মহন্তই প্ৰবন্ধৰ মাজত যুক্তিমূলক ভাৱে বিষয়বস্তু আগবঢ়াই নিছে উপযুক্ত ভাষাৰ মাজেদি। সেয়েহে তেওঁৰ ৰচনাত যুক্তিপ্ৰদ-ৰীতিও (logical style) পৰিলক্ষিত

*শ্ৰেষ্ঠ গদ্যলেখক*

## লম্বোদৰ বৰা (১৮৬০ - ১৮৯২)

১৮৬০ খৃঃত লম্বোদৰ বৰাৰ জন্ম হয় তেজপুৰৰ গমিৰি মৌজাৰ আলিপোকৰীযা গাঁৱত। প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ কলিকতাৰ কলেজত গৈ পঢ়ি যথাসময়ত তেওঁ বি-এ পাছ কৰে। তাৰ পাছত কিছুদিনৰ কাৰণে কহিমা-হাইস্কুলত শিক্ষকতা কৰে। দুবছৰ শিক্ষকতা কৰি পুনঃ কলিকতালৈ গৈ তাত পঢ়ি বি-এল্ পৰীক্ষা পাছ কৰে আৰু ঘৰলৈ উভতি আহি তেজপুৰতে ওকালতি আৰম্ভ কৰে। ১৮৯২ খৃঃত হাইজা-ৰোগত আক্ৰান্ত হৈ ৩২বছৰ বয়সতে লম্বোদৰ বৰাৰ মৃত্যু হয়।

*জীৱনীৰ আভাস*

---

৩৯. লম্বোদৰ বৰাৰ গদ্য ৰচনাত প্ৰায়ে প্ৰায়ে মই, জীয়েক, লৈ, গৈ, হৈ আদি শব্দবোৰ যথাক্ৰমে এই দৰে পোৱা যায় —ময়, জীএক, লই, গই, হই । ইয়াৰ পৰা জনা যায় - ১৯ শ শতিকাৰ ৯ম দশকৰ শেষলৈকে আমাৰ গদ্যৰ বৰ্ণবিন্যাস পূৰ্ণৰূপে ত্ৰুটিমুক্ত হবলৈ বাকী আছিল। ৰত্নেশ্বৰ মহন্তৰ গদ্যত কিন্তু এই ত্ৰুটি লক্ষ্য কৰা নাযায়।

লম্বোদৰ বৰা উনবিংশ-শতিকাৰ শেষাংশৰ শক্তিশালী প্ৰথিতযশা কথা-সাহিত্যিক। পঢ়াশলীয়া পুথি, জীৱন-চৰিত, অনুবাদ, আৰু বিভিন্ন বিষয়ৰ প্ৰৱন্ধ— বিশেষকৈ এই কেইটা দিশত বৰাৰ গদ্য-ৰচনাই স্থিতিলাভ কৰিছে। "জ্ঞানোদয়" আৰু "ল'ৰাবোধ", এই দুখন বৰাৰ পঢ়াশলীয়া কিতাপ। নীতি, শিক্ষা, স্বাস্থ্য আদি বিবিধ বিষয়ৰ প্ৰৱন্ধ ইয়াত সন্নিৱেশিত। "আনন্দৰাম বৰুৱাৰ জীৱন -চৰিত" আৰু ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰৰ জীৱন-চৰিত" বৰাই লিখিছিল যদিও এই গ্ৰন্থ সম্পূৰ্ণ হ'বলৈ নাপালে। মহাকবি কালিদাসৰ "অভিজ্ঞান-শকুন্তলা" নাটকৰ গদ্যানুবাদ কৰি লম্বোদৰ বৰাই কৃতী অনুবাদক ৰূপে কৃতিত্ব অৰ্জ্জন কৰিছে। বৰাৰ এই আনুবাদিক-কৃতিৰ মাজত মূলৰ বিশেষ পৰিৱৰ্ত্তন নাই, ই সুন্দৰ গদ্যৰো নিদৰ্শন। বৰাৰ সাহিত্যিক-জীৱনৰ সৰ্ব্বশ্ৰেষ্ঠ সম্পদ তেওঁৰ সমাজ সংস্কাৰমূলক আৰু ব্যঙ্গ্যাত্মক-ৰচনাসমূহ। "আসাম-বিলাসিনী" আৰু "আসাম-বন্ধু"ৰ প্ৰায় নিযমিত লেখক হোৱাৰ উপৰিও "আসাম তৰা" আৰু "আসাম-নিউজ"তো বৰাই প্ৰবন্ধ লিখিছিল। "সদানন্দৰ কলাঘুমটি," "সদানন্দৰ সানমিহলি", "সদানন্দৰ সমাচাৰ" (দুটা) আৰু "সদানন্দৰ অভিধান"— সদানন্দৰূপী লম্বোদৰ বৰাই এই পাঁচটা ব্যঙ্গ্যাত্মক-প্ৰৱন্ধ "আসাম-বন্ধু"ত লিখিছিল। "অসমীয়া ভাষাৰ আখৰ-জোঁটনি" নামৰ চাৰিটা প্ৰবন্ধ "জোনাকী"ত তেওঁ লিখিছিল। অসমীযা-ভাষাৰ বৰ্ণ-বিন্যাস - পদ্ধতিৰ খেলিমেলি সম্বন্ধে এই প্ৰবন্ধকেইটাত ভাষাতাত্ত্বিক-দৃষ্টিকোণৰ পৰা কিছু কথা তেওঁ আলোচনা কৰিছে।[৪০]

*বিবিধ বিষয়ক অৱদান*

জোনাকী-যুগৰ আগে আগে বা "আসাম-বন্ধু" "আসাম-নিউজ" আৰু "জোনাকী"ৰ এক প্ৰকাৰ সন্ধিক্ষণত লম্বোদৰ বৰাই যি গদ্য সৃষ্টি কৰি গৈছে, আমাৰ গদ্য-সাহিত্যৰ ইতিহাসত তাৰ মূল্য বিশেষ। নানাবিধ অলঙ্কাৰ আৰু ও জস্বিতাপূৰ্ণ ভাষাৰ মাজেদি তেৰেই আধুনিক-গদ্যত প্ৰথমতে আলঙ্কাৰিক ষ্টাইল (Rhetorical style) সুস্পষ্ট কৰি

---

৪০. এই বিষয়ৰ প্ৰৱন্ধৰ এঠাইত লম্বোদৰ বৰাই লিখিছে — "এই বিষয়ত (আখৰ জোঁটনিত) এটা বন্ধা নিয়ম নথকাত আমাৰ ভাষাৰ বৰ হানি হৈছে। আমাৰ মতে আখৰ জোঁটোৱাত ভালেমান উপকাৰ আছে, এই আমাৰ বিশ্বাস। এই কাৰণেই এই বিষয়ত আমি ভালেমান কথা লিখিব লগাত পৰিলোঁ। আমি নিজেও কোনো কেনো শব্দ আগৰ দৰে লিখিছিলোঁ, এতিয়া সেই মত এৰা যুগুত যেন দেখিছোঁ। অসমীয়া আখৰ জোঁটনি আগতকৈ ভালেমান লৰিছে; আৰু যে লৰিব, তাত কোনো সংশয় নাই। আমাৰ আখৰ জোঁটনি এতিয়াও স্থিৰ হোৱা নাই। তাত যিমান দোষ আছে সকলোবোৰ পৰা যায় মানে এতিযাই বাহিৰ কৰা উচিত, পিচত বাহিৰ কৰা টান হ'ব।" — এই উক্তিয়ে বুজায় যে, "জোনাকী" কালত ওলোৱাতো "অৰুনোদই"ৰ পৰা প্ৰচলিত বৰ্ণবিন্যাসৰ খেলিমেলি পূৰ্ণৰূপত দূৰ হোৱা নাই।

তোলে। ইয়াৰ বিপৰীতে অৱশ্যে সৰল, পৰিচ্ছন্ন, বাহুল্য বৰ্জ্জিত আৰু দৃঢ়ভিত্তিক আদি গুণত সমৃদ্ধ গদ্যৰ নিদৰ্শনো তেওঁৰ ৰচনাৰ মাজত কম নহয়। ব্যঙ্গ্যাত্মক-ৰচনাৰীতি লম্বোদৰ-গদ্যৰ অন্যতম বিশেষত্ব। সদানন্দকেন্দ্ৰী প্ৰবন্ধবোৰ ব্যঙ্গ্য ৰসাত্মক। পাশ্চাত্য-ৰীতি-নীতি অনুকৰণকাৰীসকলৰ যি মনোবৃত্তি সামাজিক জীৱনত প্ৰকাশিত হৈছিল, সেইবোৰক উপহাস কৰি বৰাই এই প্ৰবন্ধ লানি ৰচনা কৰিছে। বৰাৰ ব্যঙ্গোপহাস অস্ত্ৰাঘাতৰ নিচিনা ক্লেশদায়ক হলেও হেমচন্দ্ৰ বৰুৱাৰ ব্যঙ্গ্যাঘাতজনিত চট্‌ফটনি অৱশ্যে তাত পোৱা নাযায়।

*বৰাৰ ষ্টাইল*

লম্বোদৰ বৰা আৰু ৰত্নেশ্বৰ মহন্ত— দুযোজনেই হেমচন্দ্ৰ-গুণাভিৰাম -যুগৰ শেষভাগৰ শক্তিশালী গদ্যশিল্পী, দুযোজনেই মৌলিক-চিন্তাৰ অধিকাৰী আৰু দুয়োজনৰেই জীৱনকাল আছিল চুটি। দুয়োজনকেই আমাৰ গদ্য-সাহিত্যৰ সুকীয়া ষ্টাইলিষ্ট (Stylist) বুলি পৰিগণিত কৰিব পাৰি। দুযোজনেই সংস্কৃত- কাব্য-পুৰাণাদিৰ গুণ-প্ৰভাৱত প্ৰভাৱিত। ফলত, সংস্কৃত-সাহিত্যৰ ভাৱ আৰু উদ্ধৃতাংশই উভযৰ ৰচনাকেই গহীন আৰু যুক্তিপূৰ্ণ কৰি তুলিছে; লগতে বৰাই অসমীয়া-গদ্যৰীতি ত "অভিজ্ঞান-শকুন্তলা"ক ৰূপ দিছে আৰু মহন্তইয়ো সংস্কৃত-মহাকাব্যৰ অন্তৰ্গত এক বিষয়বিশেষক নাট্যৰূপ দিছে— নাম "দ্ৰৌপদী-হৰণ"। দুয়োগৰাকীৰ মাজত প্ৰভেদ এই— বৰাই সমাজৰ দোষ-ত্ৰুটিক উপহাস-ব্যঙ্গ্য কৰি হাস্যৰসাত্মক-গদ্যৰো সৃষ্টি কৰিছে, আৰু মহন্তই ইযাৰ বিপৰীতে অতীত -উদঘাটনত মনোনিবেশ কৰি তাৰ ফচলেৰেও এক শ্ৰেণীৰ গদ্য সৃষ্টি কৰিছে।

*গদ্যশিল্পীৰূপে বৰা আৰু মহন্তৰ তুলনা*

## অন্যান্য লেখকসকল

ওপৰত উল্লেখ কৰা লোকসকলৰ উপৰিও আলোচ্যমান- কালডোখৰৰ ভিতৰত আৰু কিছুমান লেখকৰ কথা কবলগীয়া। সেই সকলৰ ভিতৰত বলদেৱ মহন্ত (১৮৫০-১৮৯৫) অন্যতম। তেওঁ শঙ্কৰদেৱৰ আত্মাপৰ নাৰায়ণ দাস ঠাকুৰৰ বংশধৰ। বলদেৱৰ পূৰ্বপুৰুষ নগাঁওলৈ উঠি গৈছিল। বলদেৱে শিক্ষকতা কাম কৰাৰ লগতে সাহিত্যসেৱাও কৰে। তেওঁ পৰিমিতি, জ্যামিতি, পাটীগণিত আদি পুথি ৰচনা কৰাৰ উপৰিও "উজুপাঠ" নামৰ সুললিত ছন্দোবদ্ধ পুথিএখন লিখে। "বজালেই কাঁহ পাত্ৰ ভগা ভাল চিনি। সাক্ষীকলে চিনি লোক কত দূৰ জ্ঞানী", "সাপৰ সমান খং কাৰো নাই নাই। হিমালয় সমগিৰি পৃথিবীত নাই।" "উজুপাঠ"ৰ ভিতৰৰ এই ধৰণৰ চিৰ-সত্য ছান্দস-বাক্য সকলোৱে মুখস্থ।

*বলদেৱ মহন্ত*

গুৱাহাটীৰ ভৰলুমুখনিবাসী কালিৰাম বৰুৱা (১৮৭০-১৯[illegible]৩) অন্যতম উল্লেখযোগ্য সাহিত্যসেৱী। পুৰণি-সাহিত্য-অধ্যয়ন আৰু তাৰ প্ৰকাশৰ ক্ষেত্ৰত তেওঁৰ ভূমিকা বিশেষ।

কীৰ্ত্তন, দশম, নামঘোষা, গীত-গোবিন্দ আদি পুথি প্ৰকাশ কৰি ঊনবিংশ-শতিকাতে তেওঁ পুৰণি পুথি প্ৰকাশৰ ভূমিকা গ্ৰহণ কৰে। তত্ত্বগধুৰ মূল্যবান প্ৰবন্ধ কিছুমানো তেওঁ ৰচনা কৰিছিল। পুৰণি পুথি প্ৰকাশৰ প্ৰসঙ্গত তেজপুৰৰ হৰিবিলাস আগৰৱালাৰ নাম প্ৰথমতে স্মৰণীয়। তেওঁ ১৮৭৬ খৃঃত "কীৰ্ত্তন-ঘোষা" প্ৰকাশ কৰে। তাৰ পাছত দশম ভটিমা আদিও ছপা কৰি পাঠকৰ তেওঁ দৃষ্টিগোচৰ কৰে। এই প্ৰসঙ্গতে বৰপেটাৰ শ্যামমাল চৌধুৰীৰ (১৮৫৯-১৯৩৮) নামো স্মৰণীয়। তেওঁ "ভূমিকম্প" নামৰ কাব্য-পুথি এখন ৰচনা কৰাৰ উপৰিও খটাসুৰ-বধ, কূৰ্ম্মাৱলীৰ যুদ্ধ, অশ্বকৰ্ণ-বধ আদি কেইবাখনো বধ-কাব্য একেলগে ছপা কৰি উলিয়াইছিল। (বিজনলাল চৌধুৰীয়ে আমালৈ দিয়া চিঠি)

*কালিৰাম বৰুৱা হৰিবিলাস আগৰৱালা*

"মৌ" নামৰ আলোচনীৰ (১৮৮৬-১৮৮৭) প্ৰসঙ্গত হৰনাৰায়ণ বৰা আৰু বলিনাৰায়ণ বৰাৰ নামো সাহিত্যৰ ইতিহাসত উল্লেখনীয়। এই আলোচনীখনৰ সম্পাদক আছিল হৰনাৰায়ণ বৰা। মাত্ৰ তিনিটা প্ৰবন্ধত বাহিৰে "মৌ" ৰ সৰ্ব্বমুঠ চাৰিটা সংখ্যাত প্ৰকাশিত সকলোবোৰ ৰচনাই বলিনাৰায়ণ বৰাৰ ৰচনা। এই দৃষ্টিকোণৰ পৰা প্ৰবন্ধৰচক ৰূপে বলিনাৰায়ণৰ নাম স্মৰণীয়; কিন্তু তেওঁৰ ভাষা আছিল বহু প্ৰকাৰে ত্ৰুটিপূৰ্ণ।[৪১]

*বলিনাৰায়ণ বৰা*

এইসকলৰ উপৰিও আলোচ্যমান-সময়ছোৱাৰ লেখক ৰূপে আৰু কিছুমানৰ নাম স্মৰণীয়। সেইসকলৰ ভিতৰত "জীৱনাদৰ্শ" নামৰ জীৱনী-সংগ্ৰহৰ লেখক নীলকুমুদ বৰুৱা", "পদ্যমালা"ৰ (১৮৮০) সঙ্কলক পদ্মহাস গোস্বামী", "বঙাল-বঙালনী" নাটকৰ (১৮৭০) ৰচক ৰুদ্ৰৰাম বৰদলৈ, "হেমপ্ৰভা" আৰু "বৈদেহী-বিচ্ছেদ"ৰ লেখক দেৱনাথ বৰদলৈ, "অভিমন্যু-বধ"ৰ (১৮৯৫) লেখক হৰেশ্বৰ শৰ্ম্মা বৰুৱা, "হৰধনু-ভঙ্গ" আৰু "হৰিশ্চন্দ্ৰ" নাটকৰ নাট্যকাৰ পূৰ্ণকান্ত দেৱ শৰ্ম্মা আদিৰ নাম বিশেষভাৱে উল্লেখ কৰা হ'ল।

*আন আন সকল*

উক্ত কালছোৱাৰ ভিতৰতে মহিলায়ো সাহিত্যসৃষ্টিত প্ৰসিদ্ধি লাভ কৰা দেখা গৈছে। এই ক্ষেত্ৰত আনন্দৰাম ঢেকিয়ালফুকনৰ কন্যা পদ্মাৱতী দেৱী ফুকননীৰ নাম প্ৰথমতে স্মৰণীয়। পদ্মাৱতীয়ে "সুধৰ্ম্মাৰ উপাখ্যান" নামৰ এখন উপন্যাস শ্ৰেণীৰ পুথি ৰচনা কৰে। এই পুথিখন প্ৰকাশ হয় ১৮৮৪ খৃঃত। সত্যৱান-সুধৰ্ম্মাৰ উপৰিও মাধৱ-লীলাৱতী আৰু মনোহৰ-মনোৰমাৰ সংসাৰ-যাত্ৰালৈ অহা দুৰ্যোগ আৰু শেষত তাৰ সুখদায়ক পৰিণতিয়েই ইয়াৰ মূল কথাবস্তু। পূৰ্ব্বৱৰ্ত্তী আলোচনাত কৈ অহা "এলোকেশী বেশ্যাৰ

*পদ্মাৱতী ফুকননী আদি মহিলাৰ অৱদান*

---

৪১. দ্ৰষ্টব্য ঃ অ. গ. সা. গ. প., ড° হৰিনাথ শৰ্ম্মা দলৈ।

কথা" আৰু "কামিনী কান্তৰ চৰিত্ৰ"ৰ নিচিনা ইয়াত প্ৰচাৰধৰ্ম্মিতা নাই, অথচ কেইবাটাও চৰিত্ৰৰ সংঘাত-বৈচিত্ৰ্যক সামৰি লোৱা এটা আখ্যান আছে। এই ফালৰ পৰা "সুধৰ্ম্মাৰ উপাখ্যান"ক আমাৰ উপন্যাস-সাহিত্যৰ ইতিহাসৰ প্ৰথম নমুনা বোলাত অসুবিধা নাই। সৃষ্টিকাৰ্য্যত গ্ৰন্থখন অৱশ্যে উপন্যাস-কলাৰ ফালে কিছু আগবাঢ়িছে; ভাষা আৰু ৰচনাৰীতিৰ ফালেদি কিন্তু যথোচিত উন্নত স্তৰত উঠা নাই। "সুধৰ্ম্মাৰ উপাখ্যান"ৰ উপৰিও পদ্মাৱতীয়ে ছাত্ৰৰ উপযোগী আন এখন পুথি ৰচনা কৰিছে -- নাম "হিতসাধিকা"। গুণাভিৰাম বৰুৱাৰ পত্নী বিষ্ণুপ্ৰিয়া দেৱী আৰু কন্যা স্বৰ্ণলতা দেৱী এই কালৰ উল্লেখযোগ্যা লেখিকা। বিষ্ণুপ্ৰিয়াই ৰচনা কৰিছে সাধুকথাৰ পুথি "নীতি-কথা" আৰু স্বৰ্ণলতাই লিখিছে "আৰ্হি তিৰোতা"।

## (৪) উন্নত-স্তৰ বা ৰমন্যাসিক- স্তৰ বা জোনাকী-যুগ (১৮৮৯-১৯৪০ খৃঃ)

আলোচনাৰ সুবিধাৰ কাৰণে আমাৰ আধুনিক সাহিত্যৰ বিকাশমান আৰু উৰ্দ্ধমুখী গতি পথৰ আৰম্ভণিৰ কালৰূপে ১৮৮৯ খৃষ্টাব্দটো ধৰি লোৱা হৈছে এটা বিশেষ নিমিত্তকাৰণত। কিছুমান লক্ষণীয় বিশেষত্বৰ ওপৰত নিৰ্ভৰ কৰি সাহিত্যৰ যুগ-বিভাগ কৰা হয়। বহিৰ্জগতৰ আৰু অন্তৰ্জগতৰ প্ৰতি ভাৱানুভূতিৰ ধৰণ-কৰণৰ ভাষিক -ৰূপায়ণেই সাহিত্য। প্ৰচলিত ভাৱানুভূতিৰ পৰিৱৰ্ত্তন কোনো এটা নিৰ্দ্দিষ্ট সময় বা নিৰ্দ্দিষ্ট দিনতেই সুস্পষ্ট হৈ নুঠে। এই পৰিবৰ্ত্তন কিছুকালৰে পৰা আৰম্ভ হয়, আৰু কিছুকাল পাছলৈকে তাৰ গতি -প্ৰৱাহ চলি থাকে। এই কথা প্ৰসংগক্ৰমে আমি একাধিক স্থানত কৈ আহিছোঁ।

*উন্নত-স্তৰৰ সময়-সীমা*

এটা নিমিত্তক উপলক্ষ কৰি ১৮৮৯ চনটো আমাৰ সাহিত্যৰ উন্নত-স্তৰ বা ৰমন্যাসিক -স্তৰৰ আৰম্ভণি বুলি ধৰি লোৱা হৈছে যদিও ইয়াৰ কিছুকাল আগৰে পৰা, বিশেষকৈ হেমচন্দ্ৰ বৰুৱা, ৰত্নেশ্বৰ মহন্ত আদিৰ হাতত আকৃতি-প্ৰাকৃতি উভয় দিশতে তেওঁলোকৰ ৰচনাৰ মাজত আলোচ্যমান-যুগৰ বিশেষত্ববোৰ কিছু পৰিমাণে দেখিবলৈ পোৱা গৈছিল। আকৌ, ১৮৮৯ চনটো যে, সাহিত্যৰ উন্নত-স্তৰৰ সকলো বোৰ আকৃতি-প্ৰকৃতিগত লক্ষণবোৰকে সামৰি লোৱা সময়-সীমা, এই কথাও নহয়; কাৰণ তাৰ পাছতো সুস্থ আৰু বলকাৰক বিশেষত্ববোৰে আমাৰ সাহিত্যক উন্নত- পৰ্য্যায়লৈ তুলি নিয়েই থাকে। যুগ-নিৰ্ণায়ক সময় সীমা হিচাপে ১৮৮৯ চনটো ধৰি লোৱাৰ যি কাৰণ, সি নৈমিত্তিক বা আনুষ্ঠানিকহে—আচল কাৰণ সৃষ্টিক্ষম-যুগধৰ্ম্ম। এই দৃষ্টিকোণৰ পৰা পৰিৱৰ্ত্তনৰ সময়-সীমা ১৮৮৮ বা ১৮৯০ চন বুলিলে, নাইবা তাৰো দুই এবছৰ অগা-পিচা কৰিলেও প্ৰকৃতাৰ্থত অসুবিধা নহয়।

ঊনবিংশ-শতিকাৰ শেষৰ ফালে উচ্চশিক্ষা লাভৰ কাৰণে কেইজনমান অসমীয়া ছাত্ৰ কলিকতাত গৈ থিতাপি লৈছিল। তেওঁলোকৰ ভিতৰত লক্ষ্মীনাথ বেজবৰুৱা, হেমচন্দ্ৰ গোস্বামী, চন্দ্ৰকুমাৰ আগৰৱালা, পদ্মনাথ বৰুৱা (পাছত "গোহাঞিবৰুৱা"), সত্যনাথ বৰা, কনকলাল বৰুৱা, ৰমাকান্ত বৰকাকতি আদিৰ নাম উল্লেখনীয়। এই কলেজীয়া ছাত্ৰসকল একগোট আৰু একমত হৈ অসমীয়া-ভাষা-সাহিত্যৰ উন্নতিৰ কাৰণে যত্ন কৰাৰ মানসে ১৮৮৮ খৃঃত এটা সাহিত্যিক-গোষ্ঠী গঠন কৰে — ইয়াৰ নাম হয় "অসমীযা-ভাষা-উন্নতি - সাধিনী সভা" (চমুকৈ অ ভা উ. সা সভা)। অসমীয়া-ভাষা-সাহিত্যৰ সৰ্ব্বতোপ্ৰকাৰ উন্নতিৰ কাৰণে কৰা চেষ্টাৰ ভিতৰত ব্যাকৰণসন্মত আৰু শুদ্ধ -বৰ্ণবিন্যাসযুক্ত ভাষাৰ বিকাশ-সাধন আছিল এই সমাজখনৰ অন্যতম উদ্দেশ্যতা। কিছুদিন পাছত এখন বৈঠকত তেওঁলোকে "জোনাকী" নামৰ ইয়াৰ এখন মুখপত্ৰ উলিয়াবলৈ স্থিৰ কৰে আৰু অনতিপলমে, অৰ্থাৎ ১৮৮৯ খৃঃত ইয়াৰ প্ৰথম সংখ্যা প্ৰকাশ কৰে চন্দ্ৰকুমাৰ আগৰৱালাৰ সম্পাদনাত। দৰাচলতে কবলৈ গলে কলিকতীয়া উক্ত ছাত্ৰসকলৰ উদ্যমত প্ৰকাশিত আৰু প্ৰচাৰিত এই আলোচনীখনেই পাশ্চাত্য-সাহিত্যত প্ৰৱাহিত, আৰু কিছুকাল আগৰে পৰা বাংলা-সাহিত্যতো প্ৰবেশ কৰা ৰোমাণ্টিক-ভাৱধাৰাৰ সোঁত আমাৰ সাহিত্য -জগতৰ সকলো দিশতে বোৱাই দিয়ে। পাশ্চাত্য-সাহিত্যৰ, বিশেষকৈ ইংৰাজী সাহিত্যৰ আদৰ্শাত্মক ভাৱ আৰু ৰূপ জোনাকী-আলোচনীৰ যোগেদি আমাৰ সাহিত্যলৈ আমদানি হবলৈ ধৰে। সংশ্লিষ্ট- লেখকসকলে "জোনাকী"ৰ মাজেদি ক্ৰমশঃ আমাৰ সাহিত্যৰ সকলো শাখাকে ৰোমাণ্টিক-ভাৱত পৰিপুষ্ট কৰে আৰু নতুন ৰূপত সজাই -কচাই তোলে। মুঠতে "জোনাকী"ৰ প্ৰভাৱত অসমীয়া সাহিত্যই ভাৱ আৰু ৰূপত অভিনৱত্ব লাভ কৰি ক্ৰম-গতিত আগবাঢ়িবলৈ ধৰে। সেইমৰ্ম্মে প্ৰথমাৱস্থাতে বেজবৰুৱা-গোহাঞিবৰুৱাৰ হাতত উপন্যাস, কোনো কোনো লেখকৰ হাতত সমালোচনা আৰু জনদিয়েক কবিৰ কাব্যিক সৃষ্টি নতুন নতুন ছান্দস-ৰূপৰ মাজেদি দেখা দিবলৈ ধৰে।

*জোনাকীৰ উদ্ভৱ- প্ৰসঙ্গ*

"জোনাকী" আলোচনীৰ উদ্ভৱ-কাল হিচাপে ১৮৮৯ চনটোকে আমাৰ সাহিত্যৰো জোনাকী-যুগৰ আৰম্ভণি ৰূপে ধৰি লোৱা হৈছে। "জোনাকী" নিয়মিতভাবে চলিছিল ১৮৯৬ চনলৈ। তাৰ পাছতো কিছু অনিয়মিতভাবে এই আলোচনীখন আৰু কেই বছৰমানলৈ চলে। "জোনাকী"ৰ প্ৰচলন-কালচোথৰক ইয়াৰ নামানুসৰি বোলা হয় জোনাকী-যুগ। ইয়াৰ পাছতে, আনকি এই আলোচনী চলি থকা কালচোথৰতেই আৰু কেইবাখনো আলোচনীৰ উদ্ভৱ হয়। তাৰ ভিতৰত পদ্মনাথ গোহাঞিবৰুৱাৰ সম্পাদনাত ১৯০৭ চনত প্ৰকাশিত "উষা" আৰু লক্ষ্মীনাথ বেজবৰুৱাৰ সম্পাদনাত ১৯০৯ খৃঃত প্ৰকাশ

*জোনাকী-যুগ বা ৰোমাণ্টিক-যুগ- সময়-সীমা*

হোৱা "বাঁহী" ৰ স্থান এই প্ৰসংগত বিশেষ উল্লেখযোগ্য। অৱশ্যে কেই বছৰমান পাছতে "উষা" ৰ জীৱনী শক্তি লোপ পায়, কিন্তু "বাঁহী "য়ে ১৯২৯ চনলৈ সুস্থ-সবলভাৱে জীয়াই থাকে আৰু আমাৰ সাহিত্যক ন-ন ভাৱেৰে সমৃদ্ধ কৰি ইয়াৰ গতি -পথ- প্ৰশস্ত কৰাত সহায়তা কৰে। ইয়াৰ পাছতো অৱশ্যে দুৰ্ব্বলভাৱে হলেও ১৯৪৪ চন মানলৈ ই কল্‌ঢপ্ কল্‌ঢপকৈ জীয়াই আছিল। বিশেষ কথা— "বাঁহী"ৰ কঁকাল পৰিবৰ উপক্ৰম হোৱাৰ লগে লগে নতুন শক্তি লৈ ৰংচঙীয়া আকৰ্ষণীয় ৰূপত ১৯২৯ চনত কলিকতাৰ পৰা "আৱাহনে" দেখা দিলে আৰু ই অসমীয়া সাহিত্য কাননলৈ ন-ন সম্পদ মেলি দিলে। এনেকুৱা পৰিস্থিতিৰ মাজত মন কৰিবলগীয়া বিশেষ কথা এই যে, "জোনাকী" আলোচনীৰ নিয়মিত প্ৰকাশ "উষা"-"বাঁহী" সুস্থ-ৰূপত ধাৰাবাহিকভাবে প্ৰকাশ হবলৈ ধৰাৰ আগতেই বন্ধ হৈছে। তথাপি কিন্তু স্বীকাৰ কৰিবলগীয়া কথা এই — "জোনাকী"ৰ যোগেদি উটি -ভাহি অহা ৰোমান্টিক-ভাৱধাৰাৰ যি প্লাৱন, সিযেই বিংশ-শতিকাৰ তৃতীয়-দশক পৰ্য্যন্ত, আনকি তাৰো এক দশক পাছলৈকে আমাৰ সাহিত্যক সঞ্জীৱিত কৰি তুলিছিল। সেয়েহে, তৃতীয়-দশক শেষ হোৱাৰ পাছতো "আৱাহন"ৰ বা-বতাহৰ মাজেদি চতুৰ্থ-দশকৰ শেষলৈকে প্ৰায় পঞ্চাশ বছৰীয়া-কাল-ডোখৰক আমাৰ সাহিত্যৰ ৰোমান্টিক-যুগ বোলা হয়। ইয়াৰ ভিতৰতে আকৌ "আৱাহন"ৰ আৱাহনী-মন্ত্ৰই পাঠকক আকৰ্ষণ কৰা কাল খণ্ডক, অৰ্থাৎ মোটামুটিভাবে চতুৰ্থ-দশকটোক আৱাহন-যুগ বোলা হয়। বিষযবস্তুৰ (content) নানাত্ব আৰু ৰূপৰ (form) বিচিত্ৰতাৰ উপৰিও ভাৱ-ভাষাৰফালৰ পৰাও আমাৰ সাহিত্য উক্ত ৰোমান্টিক-যুগত উন্নত- পৰ্য্যায়ত উঠে। সেয়েহে, ইয়াক আমি আমাৰ সাহিত্যৰ উন্নত-স্তৰ বুলিছোঁ। আন কথা এই যে, লক্ষ্মীনাথ বেজবৰুৱা আৰু পদ্মনাথ গোহাঞিবৰুৱা উক্ত কালডোখৰৰ বিখ্যাত লেখক। সৃষ্টিৰ ব্যাপকত্ব আৰু বিষয়বস্তুৰ নানাত্ব, উভয়দিশৰ পৰা দুয়োগৰাকী লেখক যুগোজ্জ্বল আৰু আদৰ্শাত্মকো। এই দৃষ্টিকোণৰ পৰা আমাৰ সাহিত্যৰ এই আলোচ্যমান-যুগটোক "বেজবৰুৱা-গোহাঞিবৰুৱাৰ যুগ" বুলিলেও ই নিৰৰ্থক হৈ নুঠে।

ৰোমান্টিক-ভাৱধাৰা বা ৰোমান্টিচিজিম্ বুলিলে কি বুজা যায়, থোৰতে ইয়াৰ স্পষ্ট স্বৰূপ দাঙি ধৰা টান। সমালোচক সকলে এই সম্বন্ধে যিবোৰ মন্তব্য[৪২] দিছে, সেইবোৰৰ

---

42.1. Romanticism is the extra-ordinary development of imaginative sensibility. – Hertford
2 The renaissance of wonder – Watts Dunton
3 Addition of strangeness to beauty- Walter Pater.
4 Romanticism is disease, classicism is health. – Goethe
5. .... the essence of romantic art is that in it, spirit counts far more than the form, or rather gives to the form its peculiar indefinite vharm, its tandency to be rhapsodicl and lyrical - - Grivson
6 Romanticism is a withdrawal form outer experience for concentration on inner experience – L. Abercrombie.
7. ... the liberationin in literature.– Victor Hugo.

কিছুমান পৰ্য্যালোচনা কৰি ইয়াৰ সামগ্ৰিক-স্বৰূপ সম্বন্ধে কব পৰা যায় — ৰোমাণ্টিচিজিম্ সাহিত্যৰ মাজত প্ৰকাশ হোৱা এক বিশেষ ভাৱাৱস্থা, এক ভাৱঘন-দৃষ্টিভঙ্গী। ইয়াৰ মাজত আছে যুক্তি-তৰ্কতকৈ ভাৱানুভূতিৰ প্ৰাধান্য। ই প্ৰধানভাবে ব্যক্তি-কেন্দ্ৰিক। কল্পনা আৰু ভাৱপ্ৰৱণতা, বাস্তৱবিমুখতা আৰু পলায়নমনোবৃত্তি, প্ৰকৃতিপ্ৰেম, দেশপ্ৰেম, অতীতপ্ৰীতি, সৌন্দৰ্য্যপ্ৰেম আৰু সৌন্দৰ্য্যৰ উপাসনা, বহিঃসৌন্দৰ্য্যৰ প্ৰতি বিস্ময়াবিষ্ট ভাৱ, প্ৰকৃতিক প্ৰাণময়-সত্ত্বাৰূপে স্বীকৃতি, পুৰণিকলীয়া ৰীতি-নীতিৰ বিপৰীতে কল্পিত আদৰ্শপ্ৰতিষ্ঠাৰ ভাৱ, অতীন্দ্ৰিয়বাদ, সৰ্ব্বসাধাৰণৰ প্ৰতি প্ৰেম, প্ৰাণীজগত আৰু পদাৰ্থজগতৰ প্ৰতি সহানুভূতি, মধ্যযুগীয় আদৰ্শৰ প্ৰতি আকৰ্ষণ, আড়ম্বৰপূৰ্ণ-গহীন-ভাষাৰ পৰিৱৰ্ত্তে দৈনন্দিন-জীৱনৰ ঘৰুৱা ভাষাৰ প্ৰয়োগ আদিবোৰ ৰোমাণ্টিচিজিমৰ প্ৰধান লক্ষণ। লঙে (W.J. Long) তেওঁৰ ইংৰজী-সাহিত্যৰ ইতিহাসত ৰোমাণ্টিচিজিমৰ এই ছয়টা লক্ষণ দেখুৱাইছে — প্ৰচলিত নিয়ম-নীতিৰ বিৰুদ্ধে প্ৰতিবাদ; প্ৰকৃতিৰ বুকু আৰু মানৱ-হৃদয়লৈ প্ৰত্যাবৰ্ত্তন; পুৰণিকলীয়া সাধু আৰু মধ্যযুগীয়া-কাহিনীৰ প্ৰতি মনোনিৱেশ; কৰ্ম্মক্লিষ্ট- সৰ্ব্ব-সাধাৰণৰ প্ৰতি সহানুভূতি; (প্ৰচলিত নিয়ম-নীতিৰ বিপৰীতে) ব্যক্তিগত প্ৰতিভাৰ ওপৰত গুৰুত্ব, সাহিত্যৰ আদৰ্শ বা আৰ্হিৰ কাৰণে পোপ-ড্ৰাইদেনৰ পৰিৱৰ্ত্তে মিল্টন আৰু এলিজাবেথীয় লেখকসকলৰ ফালে দৃষ্টিপাত।[৪৩] কম্পটন্ ৰিকেটে আকৌ তিনিটা লক্ষণৰ মাজেদি ৰোমাণ্টিচিজিমৰ বিশেষত্ব দেখুৱাইছে। সেই তিনিটা হৈছে — ৰহস্য বা দুৰ্জ্ঞেয়ৰ প্ৰতিত সহানুভূতি (sublte sense of mystery); বৌদ্ধিক-কৌতূহলৰ আতিশয্য (exuberant intellectual curiosity) আৰু জীৱনৰ স্বাভাৱিক সৰলতাৰ প্ৰতি অনুৰাগ (instinct for elemental simplicities of life)।[৪৪]

*ৰোমাণ্টি চিজিমৰ লক্ষণ*

এক প্ৰকাৰে কবলৈ হলে কল্পনা-অনুভূতিৰ স্থান, আন্তৰিকতাৰ সৈতে প্ৰকৃতিক ভালপোৱাৰ চিত্ৰণ, স্বদেশ-প্ৰীতিৰ ৰূপায়ণ, ঐতিহ্যৰ সোঁৱৰণ আদিবোৰ অৱশ্যে সাহিত্যৰ মাজত চিৰকলীয়া বিশেষত্বৰূপে লক্ষিত হৈ আহিছে। আমাৰ পূৰ্ব্বকালৰ সাহিত্যৰ মাজতো এইবোৰৰ অভাৱ দেখা নাযায়, আনকি বৰ্ত্তমানৰ সাহিত্যৰ মাজতো উক্ত ভাৱৰ কথাই লেখকৰ ৰুচিভেদে ৰূপ লৈ উঠিছে। তথাপি ৰোমাণ্টিচিজিম বুলিলে তাৰ মাজত এইবোৰৰ স্থান বিশেষ, তাত ৰচনাৰ সামগ্ৰিক-ৰূপ উক্ত-ধৰণৰ কল্পনা-অনুভূতি আদিৰ দ্বাৰা সিক্ত আৰু অধিক মণ্ময়।

*চিৰকলীয়া বিশেষত্ব*

"সাহিত্যত ৰোমাণ্টিচিজিম" বুলিলে সাধাৰণতে অষ্টাদশ-শতিকাৰ শেষ দশকত ইংৰাজী-সাহিত্যক সিক্ত আৰু সংবেদনশীল কৰি তোলা কল্পনা-অনুভূতিৰ জাগ্ৰত

---

৪৩. Eng. Lit., Ch IX - by W. J. Long.

৪৪ H Eng Lit., Part V - by Compton-Rickett.

মৰ্ম্মধ্বনিকেই বুজায়। ফৰাচী আন্দোলনৰ ফলশ্ৰুতি স্বৰূপে বিয়পি পৰা সাম্য, মৈত্ৰী আৰু মুক্তিৰ ধ্বনি, জাৰ্মানি দেশৰ কাণ্ট (Kant) আৰু হেগেলৰ (Hegel) অতীন্দ্ৰিয়বাদ আৰু ফ্ৰান্স দেশৰ ৰুছোৰ প্ৰকৃতিৰ প্ৰতি প্ৰত্যাৱৰ্ত্তন, সমসাময়িকভাবে ইউৰোপত উদ্ভৱ হোৱা এই কথাকেইটা সাহিত্যজগতত ৰোমাণ্টিক-ভাৱধাৰা জাগ্ৰত হোৱাৰ কাৰণ। ১৭৯৮ খৃঃত ওৱাৰ্ডছ্‌ওৱাৰ্থ (Wordsworth) আৰু কলেৰিজৰ (Coleridge) নামত "Lyrical Ballads" ছপা হৈ ওলায়। ইয়াৰ কিছুকাল আগৰে পৰা ৰোমাণ্টিক-যুগ আৰম্ভ হ'লেও উক্ত কাৰণত ১৭৯৮ চনটোকে ৰোমাণ্টিক যুগ আৰম্ভণিৰ সীমা-ৰেখা ৰূপে সাধাৰণতে ধৰা হয়, আৰু ইয়াৰ ব্যাপ্তি-কাল ১৮৩২ খৃঃলৈ থাকে বুলি স্বীকৃত। কোনো সামাজিক, ধৰ্ম্মীয় বা অৰ্থনৈতিক আন্দোলনৰ ফলস্বৰূপে আমাৰ সাহিত্যলৈ ৰোমাণ্টিক- ভাৱধাৰা অহা বুলি কব নোৱাৰি। অৱশ্যে পূৰ্ব্বৰ মৱাণ-মানৰ বিদ্ৰোহৰ মাজেদি দেখা দিয়া আৰ্থ-সামাজিক -দুৰৱস্থা, ইংৰাজ-ৰাজত্বৰ আৰম্ভণি আৰু বঙালী আদি বিদেশীৰ অনুপ্ৰৱেশ আৰু মিছনাৰীসকলৰ দ্বাৰা বিশ্বৰ ভাৱ-জগতৰ লগত অসমীয়া মানুহৰ মানসিকতাত কিছু পৰিমাণে হলেও পৰিৱৰ্ত্তনশীল প্ৰস্তুতি আনি নিদিয়াকৈ থকা নাছিল বুলি কব পৰা যায়। সেযেহে, স্বদেশ-প্ৰেম, অতীত-প্ৰীতিৰ লগতে প্ৰকৃতি -প্ৰেম, মানৱ-প্ৰেম, সাম্য-মৈত্ৰী আৰু ঔদাৰ্য্যৰ ভাৱ, গণতান্ত্ৰিক- ভাৱ আদি ৰোমাণ্টিকতাৰ বিশেষত্ববোৰলৈ তেওঁলোকৰ আকৰ্ষণ নোহোৱাকৈ থকা নাছিল বুলিব পাৰি।

*ৰোমাণ্টিক-ভাৱধাৰা উদ্ভৱৰ কাৰণ*

অসমত ইংৰাজী- ভাষা-সাহিত্য প্ৰচাৰ হোৱাৰ পাছত আধুনিক শিক্ষাব্ৰতী অসমীয়া ডেকাসকলে ইংৰাজী-সাহিত্য পঢ়ি তাৰ সোৱাদ পায় আৰু লগে লগে তাৰ প্ৰতি আকৰ্ষিত হয়। এইখিনিতে উল্লেখ কৰিবলগীয়া কথা এই যে, তাৰ প্ৰায় অৰ্দ্ধশতাব্দী আগতে বাংলা-সাহিত্যই ৰূপগত আৰু গুণগত উভয়দিশৰ ফালেদি ইংৰাজী-ৰোমাণ্টিক-সাহিত্যৰ আদৰ্শত আধুনিক-ৰূপ লৈ উঠে। উপৰুক্ত কলিকতীয়া অসমীয়া ছাত্ৰসকলে সেইসময়ৰ প্ৰসিদ্ধ বঙালী লেখক সকলৰ ৰচনাৰাজি পঢ়াৰ সুযোগ গ্ৰহণ কৰে। সেই লেখকসকলৰ ভিতৰত হেমচন্দ্ৰ বন্দোপাধ্যায়, বিহাৰী লাল চক্ৰৱৰ্ত্তী আৰু নবীনচন্দ্ৰ সেন গীতি-কৱিতাত, গিৰিশচন্দ্ৰ ঘোষ আৰু দ্বিজেন্দ্ৰ লাল ৰায় নাট্য-সাহিত্যত, মধুসূদন দত্ত মহাকাব্য -ৰচনাত, বঙ্কিম চট্টোপধ্যায় উপন্যাস-ৰচনাত আৰু আপেক্ষিকভাৱে বয়ঃকনিষ্ঠ ৰবীন্দ্ৰনাথ ঠাকুৰ গীতি-কৱিতা, চুটিগল্প, উপন্যাস আদি সাহিত্যৰ সকলো শাখাৰে আছিল প্ৰসিদ্ধ লেখক। অসমীয়া ছাত্ৰসকলে ইংৰাজী -সাহিত্য পঢ়ি, বিশেষকৈ ৰোমাণ্টিক-যুগৰ কৱিতা আৰু বিবিধ-গদ্যৰচনাৰ দ্বাৰা প্ৰভাৱিত হৈছিল, তাত সন্দেহ নাই। কিন্তু তেওঁলোকে বঙালী-সাহিত্যৰ

*বাংলা-সাহিত্যৰো প্ৰভাৱ*

উক্ত লেখকসকলৰ উপৰিও সমসাময়িক আৰু আন বহুত বঙালী লেখকৰ ৰচনা পঢ়ি লাভ কৰা অনুপ্ৰেৰণা আৰু আদৰ্শ স্বীকাৰ্য্য। সেয়েহে কব পৰা যায়— আমাৰ সাহিত্যৰ ৰোমাণ্টিক-যুগৰ সৃষ্টিসমূহৰ ওপৰত বাংলা-সাহিত্যৰ আদৰ্শ আৰু প্ৰভাৱ যিমান আশুলভ্য আৰু পোনপটীয়া, ইংৰাজী-সাহিত্যৰ পৰা অহা সেই দুবিধ ঠিক সেইধৰণৰ সিমানখিনি নহয়। বিশেষকৈ বাংলা সাহিত্যৰ যোগেদি আমাৰ সাহিত্যে এই আশুপৰিৱৰ্ত্তন হোৱাটোৱে বুজায় অসমীয়া শিক্ষিত ডেকাসকলৰ বাংলা-ভাষা-সাহিত্যত হোৱা ব্যুৎপত্তিৰ কথা। ইংৰাজে অসমত শাসন আৰম্ভ কৰাৰ পাছত অসমত বঙলা-ভাষা প্ৰচাৰ হোৱা সেই সময়ৰ অমঙ্গলীযা কাৰ্য্যটো নোহোৱা হ'লে এই আলোচ্যমান-সময়ৰ অসমীয়া-ডেকাই বঙালী-সাহিত্য আয়ত্ব কৰি তাৰ ফলশ্ৰুতিৰে আমাৰ সাহিত্য সমৃদ্ধ কৰা, এই সুমঙ্গলীয়া কামটো ইমান সহজতে কৰিব নোৱাৰিলেহেঁতেন বুলি বিশ্বাস হয়।

প্ৰাসঙ্গিকভাবে আকৌ উল্লেখ কৰিবলগীযা কথা এই যে, বঙ্কিম চট্টোপধ্যায়ৰ "আনন্দ মঠ"ৰ অন্তৰ্গত "বন্দে মাতৰম্" - গীতৰ ধ্বনি আৰু হেমচন্দ্ৰ বন্দোপধ্যায়ৰ কবিতাত হোৱা জাতীয়-চৈতন্যৰ জাগৰণে যি জাতীয়-ভাৱ প্ৰৱাহিত কৰিছিল, সিযেই অসমীয়া কৱিকো অনুপ্ৰাণিত কৰি তুলিছিল। বেজবৰুৱা, আনন্দ চন্দ্ৰ আগৰৱালা, কমলাকান্ত ভট্টাচাৰ্য্য আদিৰ কিছুমান কবিতা উক্ত জাতীয-ভাৱৰ ধ্বনিৰে পৰিপুষ্ট হোৱা বুলি কব পৰা যায়। ওৱাল্টাৰ স্কটৰ দ্বাৰা ৰজনীকান্ত বৰদলৈ যে প্ৰভাৱিত হৈছিল, সেই কথা তেওঁৰ নিজৰ ৰচনাৰ পৰাই জনা যায়।[৪৫] স্কটৰ প্ৰভাৱ আমাৰ বৰদলৈৰ উপন্যাসসমূহৰ মাজত বহু প্ৰকাৰে লক্ষণীয়।[৪৬] মধুসূদন দত্তৰ কাব্যৰ অমিত্ৰাক্ষৰ ছন্দৰ যি মিল্টনীয় ৰূপ, তাৰ অনুকৰণাত্মক-সাৰ্থক প্ৰতিফলন পোৱা যায় আমাৰ ৰমাকান্ত চৌধুৰী আৰু ভোলানাথ দাসৰ কাব্যত। গীতি-কবিতাৰ ৰূপ আৰু ছান্দস-গতি, নাটক-উপন্যাস আদিৰো আকৃতি-প্ৰকৃতিগত বিশেষত্ববোৰৰ ওপৰতো বাংলা-সাহিত্যৰ প্ৰভাৱেই যথেষ্ট।

ইংৰাজী-সাহিত্যৰ ইতিহাসত সৃজনীমূলক-সাহিত্যসৃষ্টিৰ কাৰণে এলিজাবেথীয়-যুগেই প্ৰথমতে খ্যাত হৈছিল যদিও পৰৱৰ্ত্তী ৰোমান্টিক-যুগটো এইবিধ সাহিত্য-ৰচনাৰ কাৰণে অধিক বিশেষত্বপূৰ্ণ। ছয়বিধ বিশেষত্বই উক্ত যুগৰ সাহিত্যক সমৃদ্ধ কৰি তুলিছে।

*ইংৰাজী-ৰোমাণ্টিক সাহিত্যৰ বিশেষত্ব*

সেই বিশেষত্বকেইটা এই: ৰোমাণ্টিক-কবিতাৰ সাধাৰণ প্ৰচলন; স্কটৰ দ্বাৰা ঐতিহাসিক-উপন্যাসৰ সৃষ্টি; প্ৰথম মহিলা ঔপন্যাসিকা এনি ৰাড্‌ক্লিফ (Anne Radcliffe), জেন পোৰ্টাৰ (Jane Porter), মেৰিয়া এজ্‌ওৱাৰ্থ (Maria Edgeworth) আৰু জেন অষ্টেন (Jane

৪৫. দন্দুৱাদ্ৰোহৰ পাতনি

৪৬. দ্ৰষ্টব্য: "বৰদলৈ: অসমীয়া সাহিত্যৰ স্কট" নামৰ প্ৰবন্ধ (সাহিত্য আৰু সংস্কৃতি, ড° হৰিনাথ শৰ্ম্মাদলৈ)

Austen) ৰ উপন্যাস-ৰচনা; ল্যাম্ব, ডি-কুইন্সি, কলেৰিজ আৰু হেজলিটৰ হাতত সমালোচনা-সাহিত্যৰ বিকাশ, মালথাচ্ (Malthus), জেমচ্ মিল (James Mill) আৰু আডাম স্মিথ্ (Adam Smith) ৰ ৰচনাৰ মাজেদি প্ৰৱাহিত ব্যৱহাৰিক আৰু অৰ্থনৈতিক ভাৱ-প্ৰৱণতা আৰু "এডিন্‌বাৰ্গ ৰিভিউ", "দি কোৱাৰ্টালি", " ব্ল্যাক্ উদ্" আদি সাহিত্যালোচনামূলক আলোচনীৰ উদ্ভৱ।[৪৭]

আমাৰ ৰোমান্টিক-যুগৰ সাহিত্যতো উক্ত বিশেষত্ববোৰ সুস্পষ্ট হৈ উঠা দেখিবলৈ পোৱা যায়। ৰোমান্টিক-ভাৱাপন্ন কবিতাৰ স্থান এই যুগত প্ৰথম উল্লেখনীয়। চন্দ্ৰকুমাৰ আগৰৱালা, কমলাকান্ত ভট্টাচাৰ্য্য, লক্ষ্মীনাথ বেজবৰুৱা, হেমচন্দ্ৰ গোস্বামী, পদ্মনাথ গোহাঞিবৰুৱা, আনন্দচন্দ্ৰ আগৰৱালা, হিতেশ্বৰ বৰবৰুৱা, ৰঘুনাথ চৌধাৰী আদি কবিসকল সময়ৰ হিচাপত এই যুগৰ প্ৰথম পৰ্য্যায়ৰ অন্তৰ্গত। এই কবিসকলৰ কাব্যিক-অৱদানে অসমীয়া-সাহিত্যৰ ভাৱ-মণ্ডলত ন-ন চিন্তাধাৰাৰ আৱেশ আনি দিয়ে। স্কটৰ নিচিনা ৰজনীকান্ত বৰদলৈয়ে উপন্যাসৰ মাজত অতীতৰ ছবি উজ্জ্বল কৰি তোলে আৰু লগতে তাৰ স্মৃতিৰে পাঠকক উদ্বুদ্ধ কৰি তোলে। হেমচন্দ্ৰ গোস্বামী, লক্ষ্মীনাথ বেজবৰুৱা, পদ্মনাথ গোহাঞিবৰুৱা, সত্যনাথ বৰা, শৰৎচন্দ্ৰ গোস্বামী আদিৰ হাতত বিবিধ আলোচনা আৰু আন আন গদ্য-সাহিত্যৰ সৃষ্টি হয়। আমাৰ সাহিত্যৰ ৰোমান্টিক-যুগৰ সূত্ৰপাত কৰি দিয়া "জোনাকী" আলোচনীৰ প্ৰচলন-কালতে (১৮৯০ খৃঃ) "বিজুলি" নামৰ আলোচনী ওলায়। ইয়াৰ অব্যৱহিত-পৰৱৰ্ত্তি কালত আকৌ একাধিক সংবাদ-পত্ৰ ওলাই আমাৰ সাহিত্য-জগতলৈ নতুনত্ব অনাত সহায়তা কৰিছে। অৱশ্যে এই যুগৰ প্ৰথমাৱস্থাতে সাহিত্য-জগতত কোনো মহিলা সুপ্ৰসিদ্ধা হৈ উঠা দেখা নাযায়। কিন্তু ৰোমান্টিক-যুগৰে কিছু পাছৰ ফালে ধৰ্ম্মেশ্বৰী দেৱী ফুকননী আৰু নলিনীবালা দেৱী কাব্য-জগতত সুপ্ৰসিদ্ধ হৈ উঠে।

*ইংৰাজী-ৰোমান্টিক সাহিত্যৰ সদৃশ বিশেষত্ব*

## আলোচ্যমান-যুগৰ সাহিত্য-কৃতিৰ বিভিন্ন শ্ৰেণী

আমাৰ সাহিত্যৰ আলোচ্যমান ৰোমান্টিক-যুগটো কল্পনানুভূতিৰ ৰূপায়ণপ্ৰধান হোৱাৰ উপৰিও উন্মেষশালী — সৃষ্টিপ্ৰধান। লেখকসকলৰ সৃষ্টিমূলক-প্ৰতিভাৰ যোগেদি এই যুগত কবিতা (বিশেষকৈ গীতি-কবিতা), নাটক, উপন্যাস, চুটিগল্প আৰু নানাবিধ গদ্য-সাহিতৰ সৃষ্টি হৈছে। বিভিন্ন লেখকসকলে আধুনিক-ভাবধাৰা আৰু গতি-প্ৰৱাহৰ লগত সম্বন্ধ ৰাখি সাহিত্যৰ এই শ্ৰেণীবোৰৰ বিকাশ সাধন কৰে। প্ৰতিভাশালী কোনো কোনো লেখকে একাধিক শ্ৰেণীত শ্ৰেষ্ঠ বৰঙনি যোগালেও সকলোবোৰ লেখকৰেই প্ৰতিভাৰ

৪৭. Eng. Lit, Ch X.

স্ফুৰণ স্বাভাৱিকতেই একাধিকমুখী হৈ উঠা দেখা নাযায়। সেয়েহে কিছুমান লেখকেই কোনো নিৰ্দ্দিষ্ট দিশত, আৰু কিছুমানেহে একাধিক দিশৰ বিশিষ্ট স্থানত অধিষ্ঠিত হৈছে।

*সৃষ্টিৰ বিভিন্ন দিশত বিভিন্ন জন স্মৰণীয়*

সেই সকলৰ ভিতৰত বিশেষভাবে কৃতিত্ব অৰ্জ্জন কৰা কিছুমানৰ কথা এই প্ৰসঙ্গত উল্লেখ কৰা হ'ল। কবিতাৰ দিশত প্ৰধানভাবে স্মৰণীয়সকলৰ ভিতৰত চন্দ্ৰকুমাৰ আগৰৱালা, কমলাকান্ত ভট্টাচাৰ্য্য, আনন্দচন্দ্ৰ আগৰৱালা, যতীন্দ্ৰনাথ দুৱৰা, অম্বিকাগিৰি ৰায় চৌধুৰী, নলিনীবালা দেৱী, ধৰ্ম্মেশ্বৰী দেৱী বৰুৱানী, ৰঘুনাথ চৌধাৰী, গণেশচন্দ্ৰ গগৈ আদি কিছুমানৰ নাম উল্লেখনীয়। পণ্ডিত হেমচন্দ্ৰ গোস্বামী, লক্ষ্মীনাথ বেজবৰুৱা আৰু পদ্মনাথ গোহাঞিবৰুৱা আদি কিছুমানৰ অৱদান অৱশ্যে বিভিন্ন দিশত বিস্তৃত। তথাপি চুটি গল্প আৰু হাস্যৰসাত্মক -ৰচনাৰ কাৰণে বেজবৰুৱা, আৰু কবিতা, উপন্যাস আৰু গদ্যসৃষ্টিৰ ক্ষেত্ৰত গোহাঞিবৰুৱাৰ নাম উল্লেখনীয়। কবিতা আৰু উপন্যাসৰ ক্ষেত্ৰত দণ্ডিনাথ কলিতা, নাটক আৰু কবিতাৰ ক্ষেত্ৰত দুৰ্গেশ্বৰ শৰ্ম্মা, বিনন্দচন্দ্ৰ বৰুৱা আৰু অতুলচন্দ্ৰ হাজৰিকা, চুটিগল্পৰ ক্ষেত্ৰত শৰৎচন্দ্ৰ গোস্বামী এই প্ৰসঙ্গত গণ্য। উপন্যাস-ৰচনাৰ দিশত ৰজনীকান্ত বৰদলৈ বিশেষভাবে স্মৰণীয়। আমাৰ আলোচ্যমান-যুগত এই ধৰণৰ কিছুমান অগ্ৰবৰ্ত্তী লেখকে সাহিত্যৰ বিভিন্ন দিশত প্ৰতিষ্ঠা লাভ কৰিছে, আৰু পৰৱৰ্ত্তীসকলৰ কাৰণেও বাট মুকলি কৰি দিছে।

সকলো সাহিত্যৰে প্ৰথম সৃষ্টি কাব্যিক, আমাৰ সাহিত্যতো এই সত্য প্ৰযোজ্য। অৰুনোদই-যুগতেই অৱশ্যে আমাৰ পুৰণিকলীয়া কাব্যৰ আকৃতি-প্ৰকৃতিৰ কিঞ্চিৎ পৰিবৰ্ত্তনৰ সূচনা হৈছিল। আৰু পৰৱৰ্ত্তি-মাৰ্জ্জিত-যুগত আধুনিকতাৰ স্পৰ্শে তাৰ পৰিবৰ্ত্তন সুস্পষ্ট হৈ উঠিছিল। সেই যুগৰ ভোলানাথ দাস বৰ্ণনাত্মক কাব্যৰ (Longer Narrative Kavya) ৰচক হোৱাৰ উপৰিও তেওঁ ভালেমান খণ্ড-কাব্য বা গীতি - কবিতাও ৰচনা কৰিছে। ইতিমধ্যে তেওঁক আমি আমাৰ সাহিত্যৰ আধুনিক-যুগৰ গীতি-কবিতাৰ বাটকটীয়া

*কাব্যৰ দিশ*

বুলি কৈ আহিছোঁ। তথাপি কিন্তু সেই যুগত সূক্ষ্ম-অনুভূতিৰ সম্যক-ৰূপায়ণ, ভাষা আৰু প্ৰকাশ-ৰীতিৰ সৰলতা, ছন্দৰ লালিত্য আদি গুণ-বৈশিষ্ট্যবোৰেৰে কবিতাক নিখুঁত গীতি-কবিতাৰ শাৰীত তুলিব পৰা নাছিল। পৰৱৰ্ত্তী-ৰোমাণ্টিক বা ৰমন্যাস-যুগৰ কবিসকলৰ হাততহে কবিতা এই বিশেষত্ববোৰেৰে বিশিষ্ট হৈ উঠে। প্ৰেমমূলক, প্ৰকৃতিবিষয়ক, দাৰ্শনিক, শোকপ্ৰকাশক, প্ৰশস্তিসূচক (ode) আৰু চতুৰ্দ্দশপদী (Sonnet) — এই সকলো শ্ৰেণীৰেই গীতি-কবিতাই আলোচ্যমান-যুগৰ কাব্যিক-দিশ সমৃদ্ধ কৰি তোলে। প্ৰাকৃতিক-বহিঃ সৌন্দৰ্য্য আৰু সেই সৌন্দৰ্য্যই মানৱ-চিত্তক জগাই তোলা দিব্যানুভূতিৰ ৰূপায়ণ, প্ৰকৃতিৰ খণ্ড-খণ্ড বৈচিত্ৰ্যবিশেষৰ মাজেদি অখণ্ড-দিব্যজ্যোতিৰ উপলব্ধি আদি পাৰমাৰ্থিক-অনুভূতি

বহুত কৱিতাৰ উৎস। পূৰ্ব্বকালীন কাব্যৰ নিচিনা এই যুগৰ কৱিতাৰ বিষয়বস্তু ৰজা-মহাৰজাৰ মানসিকতা বা তেওঁলোকৰ সংঘাত-বৈচিত্ৰ্যৰ বৰ্ণনাতে সীমিত নাথাকি ব্যাপকভাবে প্ৰসাৰিত হয় সাধাৰণ লোক, সাধাৰণ প্ৰাকৃতিক-সম্পদ আৰু সাধাৰণ পদাৰ্থ আদিলৈ। এই সাধাৰণৰ মাজত এখন অসাধাৰণ ভাৱ-জগত উন্মুক্ত হৈ উঠে ৰোমান্টিক-যুগৰ কবিসকলৰ মাজত। প্ৰেম আৰু আধ্যাত্মিকতাৰ জাগ্ৰত ধাৰণায়ো এই যুগৰ বহুত কৱিতাৰ ৰূপ দিয়াত সমল যোগাইছে। প্ৰেম বোলোতে দেশ-প্ৰেম, ভগৱৎ-প্ৰেম, মানৱ-প্ৰেম আদিক বুজায়। এই সকলোবিধ প্ৰেমৰ অৱলম্বনত ৰোমান্টিক-যুগৰ কাব্যিক-জগত সমৃদ্ধ। মানৱী-প্ৰেমিকাৰ কল্পনাত বা অৱলম্বনত ৰচিত কিছুমান কৱিতা আধ্যাত্মিক-স্তৰলৈও উন্নীত হৈছে; এই ধৰণৰ প্ৰেম-গাঁথাৰ মূল্য বিশেষ। ভাৰতীয় আধ্যাত্মিকতাৰ ভাৱেও এই যুগৰ কবিক অভিভূত কৰিছে, কেইবাগৰাকী কবিয়ে ৰচনা কৰা এই ভাৱগধুৰ কৱিতাসমূহ কাব্য-ভঁৰালৰ অনবদ্য-সম্পদ। ইয়াৰ উপৰিও বস্তুনিষ্ঠ কৱিতাৰ প্ৰসাৰণো এই যুগত লক্ষণীয়। ৰমাকান্ত চৌধুৰী আৰু ভোলানাথ দাসৰ হাতত সি আখ্যানপ্ৰধান বৰ্ণনাত্মক -কাব্যই ৰূপ লৈছিল, সিযেই এই যুগৰ ভাষা, ছন্দ আৰু টেক্‌নিক আদিৰ ফালেদি অধিক সঙ্গতিপূৰ্ণ হৈ উঠে। আনকি, উক্ত কবি দুগৰাকীযে প্ৰয়োগ কৰা মধুসূদনী-ছন্দৰ উপৰিও এই কালছোৱাত গৈৰিশী-অমিত্ৰাক্ষৰ ছন্দতো কেইবাখনো কাব্য ৰচিত হয়। বস্তুনিষ্ঠ-কবিতাৰ দিশত ব্যঙ্গাত্মক-কাব্যয়ো উল্লেখযোগ্য স্থান লাভ কৰিছে।

*নাট্য-সাহিত্যৰ পৰম্পৰা আৰু আধুনিক নাটকৰ সৃষ্টি*

আমাৰ নাট্য-সাহিত্যৰ পৰম্পৰা দীৰ্ঘকালব্যাপক। মহাপুৰুষ শঙ্কৰদেৱেই প্ৰথমতে এক শ্ৰেণীৰ নাট ৰচনা কৰিছিল। তেতিয়াৰে পৰা সেই নাটৰ (অঙ্কীয়া নাটৰূপে জনাজাত) সাৰ্থক বা অসাৰ্থক অনুকৰণত সন্ত-মহন্তসকলে সেই নাট ৰচনা কৰি আহিছে, আৰু সেইবোৰৰ অভিনযো যুগসাপেক্ষ -দস্তুৰ অনুসৰি চলি আহিছে। অষ্টাদশ-শতিকা অতিক্ৰম কৰি, আনকি উনবিংশ-শতিকাৰো প্ৰথমাৰ্দ্ধৰ ভিতৰত এই ধৰণৰ দুৰ্ব্বল-নাট কিছুমান ৰচিত হৈছিল, আৰু সেইবোৰৰ অভিনযে জনসাধাৰণৰ নাট্যৰস মিতাইছিল। ইংৰাজে অসম অধিকাৰ কৰাৰ পাছৰে পৰা অসমত দুই এখন বঙালী নাটকৰ অভিনয় হবলৈ ধৰে। পাছৰ ফালে, কিছুমান বঙালী নাটকৰ অসমীয়া অনুবাদ যাত্ৰাপাৰ্টিবিলাকে অস্থায়ী মুকলি মঞ্চত অভিনয় কৰি আহে। এই অনুবাদ-নাটকৰ এই ধৰণৰ অভিনয়ে ১৯৫০/৬০ চন মানলৈকে অসমীয়া মানুহৰ নাট্যস্পৃহা মিতাইছিল। অৱশ্যে উনবিংশ-শতিকাৰ প্ৰায় মধ্যভাগৰে পৰা অসমীয়া মৌলিক - নাটক ৰচনা হবলৈ ধৰে। ১৮৫৭ খৃঃত প্ৰথমতে গুণাভিৰাম বৰুৱাই আৰু তাৰ পাছতে হেমচন্দ্ৰ বৰুৱাই যথাক্ৰমে "ৰাম-নৱমী" আৰু "কানীয়া-কীৰ্ত্তন" নাটক সমাজ-সংস্কাৰৰ

উদ্দেশ্যে ৰচনা কৰি আধুনিক-নাটক ৰচনাৰ পাতনি মেলে। ইয়াৰ পাছত পৌৰাণিক-আখ্যানৰ অৱলম্বনত ৰমাকান্ত চৌধুৰীয়ে (১৮৪৬-১৮৮৯ খৃঃ) সীতা-হৰণ আৰু ৰাৱণ-বধ নাটক, আৰু ৰত্নেশ্বৰ মহন্ত ই (১৮৬৪-১৮৯৩ খৃঃ) দ্ৰৌপদী-হৰণ, জয়দ্ৰথ-বধ, গোপ-লীলা আৰু হৰিশ্চন্দ্ৰ — এই চাৰিখন নাটক ৰচনা কৰি গুণাভিৰাম বৰুৱাৰ পৰা, অৰ্থাৎ উনবিংশ-শতিকাৰ ষষ্ঠ-দশকৰ পৰা সেই শতিকাৰ শেষলৈকে একপ্ৰকাৰ আধুনিক-নাটক-ৰচনাৰ পৰম্পৰা ৰক্ষা কৰে। এই পৰম্পৰা ৰক্ষাত অৱশ্যে পূৰ্ণকান্ত শৰ্ম্মা আদি আৰু কেইবাগৰাকী লেখকে বৰঙণি যোগাইছে। বিংশ-শতিকাৰ পূৰ্ব্ব মুহূৰ্ত্তত পদ্মনাথ গোহাঞি বৰুৱাই (প্ৰথম নাটক "জয়মতী", ১৯০০) আৰু তাৰ কিছু পাছত প্ৰায় সমসাময়িকভাৱে বেজবৰুৱাই কেইবাখনো নাটক লিখি আধুনিক-অসমীয়া-নাট্যজগতত অৰিহণা যোগায়।

আধুনিক-যুগত গঢ় লৈ উঠা নাটক বুলিলে বুজা যায় — ই পাশ্চাত্য-নাটকৰ আদৰ্শত ৰূপায়িত, ভাৰতীয়-নাটকৰ আদৰ্শত গঢ় লোৱা নহয়। ৰামায়ণ-মহাভাৰত বা আন কোনো পুৰাণ-শাস্ত্ৰৰ পৰা বিষয়বস্তু-গ্ৰহণ, দুঃখদায়ক -পৰিণতিবৰ্জ্জন, প্ৰধান উদ্দেশ্যৰূপে ৰস-সৃষ্টিৰ ওপৰত গুৰুত্ব — ভাৰতীয়-নাটকৰ এই লক্ষণবোৰৰ ওপৰত বৰ্ত্তমান-যুগৰ নাটকৰ গুৰুত্ব নাই। পাশ্চাত্য নাটকৰ, বিশেষকৈ ছেক্সপীয়েৰৰ নাটকৰ আকৃতিগত আৰু প্ৰকৃতিগত লক্ষণবোৰ আগত ৰাখি এই যুগত নাটক ৰচনা কৰা হৈছিল। নাটকৰ বিষয়বস্তু অকল পৌৰাণিক-শাস্ত্ৰতে আবদ্ধ নাথাকিল, ইয়াক গ্ৰহণ কৰা হল ইতিহাস আৰু বিবিধ সামাজিক-সমস্যাৰ পৰাও।

*আধুনিক নাটকৰ স্বৰূপ*

আৱয়বিক-স্বৰূপভেদে নাটক হয় পাঁচটা বা তিনিটা অঙ্কত বিভক্ত। প্ৰতিটো অঙ্কৰ ভিতৰতে আকৌ পৰিৱেশ আৰু ঘটনাভেদে একাধিক দৃশ্য বা গৰ্ভাঙ্ক থাকে। পৰিণতিৰ লক্ষণ অনুসৰি নাটক প্ৰধানভাৱে দুই ভাগত বিভক্ত — পৰিণতি দুঃখদায়ক হলে সি ট্ৰেজেডি আৰু পৰিণতি সুখদায়ক হলে সি কমেডিৰূপে অভিহিত। ট্ৰেজেডি যেতিয়া নিম্ন-পৰ্য্যায়ৰ হয়, অৰ্থাৎ যেতিয়া তাত চাঞ্চল্যকৰ অনাৱশ্যক ঘটনাৰ প্ৰাধান্য থাকে, অথচ তাৰ মাজত ভাৱৰ গভীৰতা নাথাকে, সিয়েই মেলোড্ৰামাৰূপে অভিহিত। ইয়াৰ উপৰিও লঘুভাৱৰ সমাৱেশত হাস্যৰসপূৰ্ণ এবিধ নাটকৰ সৃষ্টি হয়, ইয়াক বোলা হয় প্ৰহসন। আকৌ, বিষয়বস্তুৰ আধাৰভূমিভেদে নাটকৰ শ্ৰেণীৰ ভেদ হয় এইধৰণে — পৌৰাণিক, ঐতিহাসিক, সামাজিক আৰু কাল্পনিক।

উপন্যাস একপ্ৰকাৰ গদ্যত ৰচিত কাহিনী-কাব্য। ইয়াৰ বিষয়বস্তু মূলতঃ মানৱ-জীৱন। মানৱ-জীৱনৰ বৈচিত্ৰ্য, সংঘাত-সমস্যা, গূঢ়তত্ত্ব আদি সকলো কথা এটা মনোৰম কাহিনীৰ মাজেদি ইয়াত ৰূপায়িত হয়। এইবিধ সাহিত্যিক -সৃষ্টি আপেক্ষিকভাৱে অৰ্ব্বাচীন। আজিৰ পৰা প্ৰায় আঢ়ৈশ মান বছৰ আগতে ইয়াৰ উদ্ভৱ হৈছে, সিও পাশ্চাত্য -ভূমিতহে।

ভাৰত-ভূমিত প্ৰকৃত -উপন্যাসৰ সৃষ্টি হবৰ সাতকুৰিমান বছৰ হোৱাই নাই, আৰু অসমীয়া সাহিত্যত ইয়াৰ বয়স এশ বছৰতকৈ অলপহে বেছি। সাহিত্যৰ এই অৰ্ব্বাচীন শাখাটোক ইংৰাজী-সাহিত্যত 'নভেল (Novel) বোলে। ইটালীয় 'নভেলা' (Novelle) শব্দৰ পৰা ইয়াৰ উৎপত্তি হৈছে যদিও আকৃতি-প্ৰকৃতিত ভিন্ন স্বৰূপ লৈ ক্ৰমবিকাশৰ পথত ই আগবাঢ়িছে। 'নভেল'ক বুজোৱাৰ কাৰণে ভাৰতীয়-ভাষাত 'উপন্যাস' শব্দ গ্ৰহণ কৰা হৈছে। এখন ইংৰাজী -উপন্যাসৰ অনুবাদ[৪৮] অৰুনোদই-যুগতেই আমাৰ সাহিত্যৰ ইতিহাসত প্ৰথমতে উপন্যাসৰ নমুনাৰূপে পাঠকে দেখিবলৈ পাইছিল। তাৰ পাছত মিছনাৰীসকলেই উপন্যাসৰ কথা মনত পেলাই দিব পৰা দুটা আখ্যান খৃষ্টধৰ্ম্ম প্ৰচাৰৰ উদ্দেশ্যে প্ৰকাশ কৰিছিল — তাৰ নাম "ফুলমণি আৰু কৰুণা" আৰু "কামিনীকান্তৰ চৰিত্ৰ"। ইয়াৰ পাছত পদ্মাবতী দেৱী ফুকননীয়ে ৰচনা কৰা "সুধৰ্ম্মাৰ উপাখ্যানো" এক প্ৰকাৰ উপন্যাসৰ লেখীয়া। উপন্যাস-সাহিত্যৰ ইতিহাস- বিচৰাত এইকেইখন কিতাপৰ কথা মনলৈ আহিলেও ৰোমাণ্টিক-যুগৰ আৰম্ভণিতহে আচল উপন্যাস বুলিব পৰা ৰচনা আমাৰ দৃষ্টিগোচৰ হয়। পদ্মনাথ গোহাঞিবৰুৱাৰ লেখনী নিঃসৃত ভানুমতী (১৮৯১খৃঃ) আৰু লাহৰী (১৯৯২খৃঃ) আৰু লক্ষ্মীনাথ বেজবৰুৱাৰ পদুম-কুঁৱৰী (১৯০৫খৃঃ, ১৮৯০ খৃঃত) ৰচিত, এই তিনিখন পুথি প্ৰকৃতাৰ্থত আমাৰ উপন্যাস-সাহিত্যৰ সুদৃঢ় মন্দিৰ নিৰ্ম্মাণৰ তিনিটা স্তম্ভ স্বৰূপ। ইয়াৰ পাছৰ পৰাই এইবিধ জনপ্ৰিয় সাহিত্যৰ ক্ৰমবিকাশ হবলৈ ধৰে।

*উপন্যাস - ইয়াৰ আৰম্ভণি*

আজিৰ দিনত সাহিত্যৰ অন্যতম শাখাৰূপে চুটিগল্পৰ সমাদৰ ক্ৰমবৰ্দ্ধমান। ইংৰাজী 'Short story' শব্দৰ অসমীয়া-ৰূপান্তৰ 'চুটি গল্প'। উক্ত শব্দটোৱেই সূচনা কৰে যে, আকৃতিগতভাবে ই নাটক-উপন্যাস আদিতকৈ ক্ষুদ্ৰ। উপন্যাসৰ দৰে ইয়াতো জগৎ আৰু জীৱনৰ বাস্তৱ দিশৰ সন্ধান পোৱা গলেও ইয়াত সেইবোৰৰ বিস্তৃতিৰ স্থান নাই। ইয়াত প্ৰতিফলিত হয় সেইবোৰৰ খণ্ডিত-ৰূপ নাইবা কোনো বিশেষ মুহূৰ্ত্তত ব্যক্তিবিশেষৰ মনত উদ্ভৱ হোৱা প্ৰতিক্ৰিয়াৰ স্বৰূপ। সাধাৰণতে চুটি গল্পৰ ঘটনা-সূত্ৰ একেডালি। তাকেই আশ্ৰয় কৰি গল্প এটা আৰম্ভ হয় অকস্মাতে, আগবাঢ়ে বিকাশৰ পথত আৰু ঘটনা-সূত্ৰৰ শেষৰ মূৰ পোৱাৰ লগে লগে অকস্মাতে আহে ইয়াৰ পৰিণতি। ভূমিকাবিহীন আকস্মিক আৰম্ভণি আৰু সংকেতবিহীন তেনে পৰিণতিয়ে চুটি গল্পৰ শিল্প-কলাত সৌন্দৰ্য্য দান কৰাৰ উপৰিও ইয়াৰ অন্তৰ্গত বিষয় আৰু তাৰ সম্বন্ধে জিজ্ঞাসাৰ কৌতূহলে পাঠকৰ মন আলোড়িত কৰে। চুটিগল্পৰ আকস্মিক-পৰিণতি যিমানেই অৰ্থব্যঞ্জক হয়, সিমানেই ৰচনা বিশেষৰ কলা-সৌন্দৰ্য্য

*চুটি গল্প*

৪৮ ড° ব্ৰাউনে কৰা জন ব্যানিয়ানৰ (John Bunyan) পিল্‌গ্ৰীমচ্‌ প্ৰগেছৰ অনুবাদ — নাম জাত্ৰিকৰ জাত্ৰা।

বাঢ়ে। এই ধৰণৰ পৰিণতিয়ে পাঠকৰ মনলৈ যি পৰিতৃপ্তি আনে তাৰ মাজত্তো বহুক্ষেত্ৰত ৰৈ থাকে এটা অতৃপ্তিৰ খুদুৱনি, পাঠকৰ মনে যেন বিচাৰে — আৰু কিবা কিছু। চুটি গল্প মূলতঃ পৃথক আৰ্ট। শিল্প-কৌশল (technique), বিষয়বস্তু, ভাষা, উদ্দেশ্য আদি সকলো ফালেদি উপন্যাসৰ পৰাই পৃথক। সেয়েহে, সমালোচকে কৈ ছে — উপন্যাস এখন চুটিকৈ লিখি উলিযালে সি চুটি গল্প হৈ নুঠে, আকৌ চুটি গল্প এটা যদি বিস্তৃতকৈ লিখা হয় সিও উপন্যাসত পৰিণত নহয়।[৪৯]

চুটি গল্প আমাৰ দেশৰ প্ৰাচীন কালৰ "পঞ্চতন্ত্ৰ" আৰু "হিতোপদেশ"ৰ অন্তৰ্গত গল্প নাইবা সাধুকথাৰ ক্ৰমোন্নতিৰ ফল নহয়। ই সম্পূৰ্ণ নতুন বস্তু, ইয়াৰ উদ্ভৱ পাশ্চাত্য-সাহিত্যৰ প্ৰভাৱত। উনবিংশ-শতিকাৰ প্ৰথমতে সাহিত্যৰ এই শাখাটোৰ উদ্ভৱ হয় ফৰাচী আৰু ৰুছ দেশত। ক্ৰমশঃ পাশ্চাত্য দেশবোৰত ইয়াৰ প্ৰসাৰণ হয়। বিশেষকৈ ইংৰাজী-সাহিত্য আৰু লগতে বাংলা-সাহিত্যৰো প্ৰভাৱত জোনাকী-যুগত আমাৰ সাহিত্য-কাননত এই বিধ সৃষ্টিয়ে অঙ্কুৰ মেলে। লক্ষ্মীনাথ বেজবৰুৱা ইয়াৰ জন্মদাতা।

*সাহিত্য-গদ্য*

নাটক, উপন্যাস আৰু চুটি গল্পৰ উপৰিও আলোচ্যমান-যুগত আন বিবিধ শ্ৰেণীৰ গদ্যই সাহিত্যিক-ৰূপত প্ৰসাৰণ লাভ কৰে। অৰুণোদই-যুগতে একপ্ৰকাৰে আধুনিক ৰূপত গদ্য আৰম্ভ হয়, আৰু ই ক্ৰম-পৰিশুদ্ধিৰ মাজেদি উনবিংশ-শতিকাৰ নৱম-দশকলৈকে, অৰ্থাৎ ৰোমাণ্টিক-যুগৰ আৰম্ভণিলৈকে আগবাঢ়ে। উক্ত দীঘলীয়া কালডোখৰৰ পাছৰ ফালে হেমচন্দ্ৰ বৰুৱা আৰু গুণাভিৰাম বৰুৱাৰ হাততে অৱশ্যে আমাৰ গদ্য-সাহিত্যই "সাহিত্য-গদ্য"ৰ মৰ্য্যাদা লাভ কৰে। আকৌ, তেওঁলোকৰে সমসাময়িক ৰত্নেশ্বৰ মহন্ত আৰু লম্বোদৰ বৰাৰ গদ্যও গহীন-কথ্যবস্তু প্ৰকাশ কৰিব পৰাৰ জোখাই উন্নত- পৰ্য্যায়ত উঠে। তেওঁলোক সচেষ্ট-গদ্যশিল্পীৰূপে আমাৰ সাহিত্যৰ ইতিহাসত ইতিমধ্যে স্বীকৃত।

সমালোচিকা মোৰ্জ্জাৰি বোল্টনে (Morjorie Boulton)[৫০] গুণ আৰু ধৰ্ম্ম অনুসৰি গদ্যক পাঁচটা ভাগত ভগাইছে। যেনে— বৰ্ণনাত্মক (Narrative), যুক্তিনিষ্ঠ (Aurgumentative), নাটকীয় (Dramatic), বাৰ্ত্তাবাহক বা জ্ঞানজ্ঞাপক (Informative) আৰু চিন্তামূলক বা মননবিষয়ক (Contemplative)। সাধাৰণতে

*পাঁচ বিধ - গদ্য*

গল্প, সাধু আদি বৰ্ণনা কৰা গদ্যক বোলা হয় বৰ্ণনাত্মক-গদ্য, কোনো মতবাদ প্ৰতিষ্ঠাৰ কাৰণে যুক্তিৰ মাজেদি যি গদ্যৰ সৃষ্টি কৰা হয় তাকেই বোলা হয় যুক্তিনিষ্ঠ-গদ্য, আৱেগ-অনুভূতিমিশ্ৰিত নাটকীয় -ভঙ্গীত যি গদ্য ৰচনা কৰা হয়, সিয়েই নাটকীয়-গদ্য, বিভিন্ন খবৰ-বাতৰি প্ৰকাশ কৰাৰ উদ্দেশ্যে যি গদ্যৰ সৃষ্টি হয়, সিয়েই

---

৪৯. Intro. S. L., Hudson

৫০. A. P. Ch. I.

বাৰ্ত্তাবাহক বা জ্ঞানজ্ঞাপক-গদ্য, আৰু আধ্যাত্মিক বা আন মননশীল বিষয় প্ৰকাশৰ ক্ষেত্ৰত যি গদ্যই ৰূপ লৈ উঠে সিয়েই চিন্তা-মূলক বা মননবিষয়ক গদ্য। অৰুনোদই-যুগৰ প্ৰথম অৱস্থাত ৰচিত হোৱা গদ্য আছিল প্ৰধানতঃ বাৰ্ত্তাবাহক বা জ্ঞানজ্ঞাপক। এই যুগৰ মাৰ্জ্জিত-স্তৰৰ পৰা অৱশ্যে কম-বেছি পৰিমাণে বাকী কেইবিধ গদ্যয়ো ৰূপ লবলৈ ধৰে,আৰু তাৰ মাধ্যমত বিভিন্ন শ্ৰেণীৰ গদ্য-ৰচনাৰ উদ্ভৱ হয়। সেই গদ্য-ৰচনা বা প্ৰবন্ধবোৰ প্ৰধানভাবে আছিল বস্তুধৰ্ম্মী আৰু চিন্তামূলক। ইয়াৰ পৰৱৰ্ত্তী ৰোমান্টিক যুগ আৰম্ভ হোৱাৰ লগে লগে ৰোমান্টিক-ভাৱধাৰাই সৃষ্টিধৰ্ম্মী দিশবোৰ অধিক প্ৰসাৰিত আৰু উন্নত কৰি তোলাৰ লগতে গদ্য-ৰচনাৰ দিশতো বৈচিত্ৰ্যই বিশেষত্ব লাভ কৰে। প্ৰবন্ধ-নিবন্ধ শ্ৰেণীৰ তথ্য-গধুৰ আৰু চিন্তামূলক ৰচনাৰ উপৰিও সৰস ৰস্য-ৰচনাৰ সৃষ্টি হয়। ব্যক্তিনিষ্ঠ (Personal)— ইযাত প্ৰধানভাবে থাকে লেখকৰ ব্যক্তিত্বৰ ভাষিক-ৰূপায়ণ- লেখকৰ ই হৃদয়-সংবাদী। বিষয়বস্তুৰ গুৰুত্বতকৈ প্ৰকাশভঙ্গীৰ ৰমণীয়তা এইবিধ ৰচনাৰ অধিক আকৰ্ষণীয় দিশ। ইও পাশ্চাত্য-সাহিত্যৰ প্ৰভাৱৰেই অন্যতম ফলশ্ৰুতি। ইংৰাজী-সাহিত্যৰ ৰোমান্টিক- যুগৰ বিখ্যাত ৰচনাকাৰ চাৰ্লচ্ ল্যাম্ব (Charles Lamb) এই বিধ ৰস-ৰচনাৰ দিশত বিশেষভাবে স্মৰণীয়। আমাৰ সাহিত্যত লক্ষ্মীনাথ বেজবৰুৱা এইবিধ ৰচনাৰ কাৰণে সৰ্ব্বাধিক বিখ্যাত।

# ৰোমান্টিক-যুগৰ লেখকসকল

## চন্দ্ৰকুমাৰ আগৰৱালা (১৮৬৭-১৯৩৮ খৃঃ)

তেজপুৰ-মহকুমাৰ কলংপুৰ-মৌজাৰ ব্ৰহ্মাজান গাঁৱত চন্দ্ৰকুমাৰ আগৰৱালাই জন্মগ্ৰহণ কৰে ১৮৬৭ খৃঃত। তেওঁৰ পিতৃৰ নাম হৰিবিলাস আগৰৱালা। চন্দ্ৰকুমাৰে কলিকতাতে স্কুলীয়া আৰু কলেজীয়া শিক্ষা লাভ কৰে। বি-এ পৰীক্ষা নিদিয়াকৈ তেওঁ আনুষ্ঠানিক-শিক্ষা শেষ কৰে। তাৰ পাছত তেওঁ অসমলৈ আহি ব্যৱসায় আৰম্ভ কৰে। চাহ-বাগিছা আৰু ছপাখানা আছিল তেওঁৰ ব্যৱসায়ৰ ভেটি। এই দুয়োবিধতে তেওঁৰ ব্যৱসায় আছিল আদৰ্শগত। চন্দ্ৰকুমাৰ আগৰৱালা ১৮৮৯ খৃঃত ওলোৱা "জোনাকী" আলোচনীখনৰ অন্যতম প্ৰতিষ্ঠাপক আৰু লগতে প্ৰথম সম্পাদক। সাংবাদিকতাৰ দিশত চন্দ্ৰকুমাৰে যিমানখিনি কাম কৰিছে, সি অসমীয়া-সাংবাদিক-সাহিত্যৰ ক্ৰমবিকাশত চিৰস্মৰণীয়। তেওঁ ১৯১৮ খৃঃতে "অসমীয়া" নামৰ সাদিনীয়া-বাতৰি উলিয়ায়। পিছত গৈ এই কাকতখন তিনিদিনীয়া-কাকতৰূপে প্ৰচলিত হৈ শেষত "দৈনিক-অসমীয়া" নামেৰে জনাজাত হয়। বিংশ-শতিকাৰ আদি ভাগতে এই বাতৰি কাকতে অসমৰ সাংবাদিক-সাহিত্যৰ বিকাশৰ

*কবি পৰিচয়*

মূলতে আদৰ্শস্বৰূপ আছিল। বেজবৰুৱা-সম্পাদিত "বাঁহী" আলোচনীখনৰ উন্নতিৰ ক্ষেত্ৰতো আগৰৱালাৰ সহায়তা কম নহয়। শেষৰ ফালে কেইবা বছৰো তেওঁৰ প্ৰেছতে 'বাঁহী' ছপা হৈ ওলাইছিল। ১৯৩৭ খৃঃত গুৱাহাটীৰ নিজৰ ঘৰত চন্দ্ৰকুমাৰ আগৰৱালাৰ পৰলোকপ্ৰাপ্তি হয়।

সাহিত্যিক -দৃষ্টিকোণৰ পৰা বিচাৰ কৰিলে কব পৰা যায় — চন্দ্ৰকুমাৰ আগৰৱালা মূলতঃ কবি। অসমীয়া-ৰোমাণ্টিক-কাব্যজগতখন নানাবিধ ৰোমাণ্টিক-সৌৰভেৰে তেওঁ যিমানখিনি সৌৰভময় আৰু মনোৰম কৰি তুলিছে, তাৰ সমপৰ্য্যায়িত নিখুঁতভাবে আন কবিক তুলি দিবলৈ টান লাগে। আগৰৱালাৰ "বনকুঁৱৰী" নামৰ যি কবিতাটো "জোনাকী"ৰ প্ৰথম বছৰৰ প্ৰথম সংখ্যাত প্ৰকাশিত হৈছে, সিয়েই আমাৰ ৰোমাণ্টিক যুগৰ গীতি কবিতাৰ আৰম্ভণ সাৰ্থক কৰি তুলিছে। "জোনাকী" আৰু "বাঁহী"ত প্ৰকাশ হৈ ওলোৱা তেওঁৰ কবিতাসমূহ ছপা হৈছে দুখন পুথিত — প্ৰথমখনৰ নাম "প্ৰতিমা" (১৯১৪) আৰু দ্বিতীয়খনৰ নাম "বীণ-ব'ৰাগী (১৯২৩ খৃঃ)। ইয়াৰ প্ৰথম খনত দুকুৰি পাঁচটা আৰু দ্বিতীয়খনত বাৰটা কবিতা সন্নিবিষ্ট। লক্ষ্মীনাথ বেজবৰুৱাই "প্ৰতিমা"ৰ আলোচনা-প্ৰসঙ্গত কৈছে — " প্ৰতিমাখন সৰু, কিন্তু নিভাঁজ সোণৰ"। ডিম্বেশ্বৰ নেওগৰ মতে "চন্দ্ৰকুমাৰ আগৰৱালা ইংৰাজী নৱন্যাসৰ ত্ৰিমূৰ্ত্তি ওৱাৰ্ডছ্ওৱাৰ্থ-কলেৰিজ-কীট্চৰ দৰে অসমীয়া নৱন্যাসৰ ত্ৰিমূৰ্ত্তিৰ প্ৰথমটি আৰু স্বৰূপতে প্ৰধানটিও"।[৫১] তেওঁৰ মতে ত্ৰিমূৰ্ত্তিৰ বাকী দুজন লক্ষ্মীনাথ বেজবৰুৱা আৰু হেমচন্দ্ৰ গোস্বামী। প্ৰকৃতি-প্ৰেম— তাৰ চিৰশাশ্বত-ৰূপ-দৰ্শন আৰু তাৰ মাজত অন্তৰ্দৃষ্টিৰ উন্মেষ, মানৱ-প্ৰেম—মানৱেই সৰ্ব্বোত্তম (ঈশ্বৰ), পৰাৎপৰ, জগতৰ পাপ-পঙ্কিলতা আঁতৰাই এক বিশুদ্ধ-নিৰ্ম্মল-সমাজ গঢ়াৰ কল্পনা, নিঃকিন-নিচলাৰ প্ৰতি সহানুভূতি, পুৰণিকলীয়া লোক-গীতৰ প্ৰতি আকৃষ্ট; সৌন্দৰ্য্য-প্ৰেম—তাৰ আৰাধনা; সুস্থ-সবল আশাবাদ, ভাষা আৰু প্ৰকাশৰীতিৰ সৰলতা—এই বিশেষত্বৰোৰে- চন্দ্ৰকুমাৰৰ কবিতাসমূহ ৰোমাণ্টিক -ভাবাদৰ্শত সমুজ্জ্বল কৰি ৰাখিছে। বিৰাট -বিশ্ব-প্ৰকৃতি চিৰশাশ্বত— ই ঈশ্বৰৰেই বিভাৱ (mode) — ই ব্যক্তি-বিশেষৰ প্ৰেম-প্ৰীতি, হৰ্ষ-বিষাদ আদিৰ প্ৰতি উদাসীন - "ক'ৰ কোন কেনি গ'ল, চিন-স্মৃতি পমি গ'ল, প্ৰকৃতি যে তেনেকৈয়ে ৰল।"

*কাব্যিক অৱদান*

সহানুভূতিৰে আৰু মুগ্ধচিত্তে প্ৰকৃতিৰ ৰূপৰাশি বৰ্ণনা কৰাটো ৰোমাণ্টিক কবিসকলৰ স্বাভাবিক বিশেষত্ব। চন্দ্ৰকুমাৰৰ "ফুলা সৰিয়হ ডৰা", "বনকুঁৱৰী" বা "জলকুঁৱৰী"ৰ মাজেদি প্ৰকৃতিৰ যি লীলা-খেলাৰ বৰ্ণনা ৰূপায়িত হৈছে, সি এই প্ৰসঙ্গৰ প্ৰকৃষ্ট নিদৰ্শন। তেওঁৰ "তেজীমলা"-কবিতাৰ মাজতো অঙ্কিত প্ৰকৃতিৰ সজীৱ-চিত্ৰই মানৱাত্মা আকৰ্ষিত কৰে। অৱশ্যে "প্ৰতিমা"ৰ অন্তৰ্গত এই ধৰণৰ কাব্যিক চিত্ৰণৰ মাজেদি কবিৰ প্ৰকৃতি-

---

৫১. অ. সা. বু.

প্ৰেম আৰু স্পৃহা সুস্পষ্ট ৰূপত প্ৰকাশিত হৈছে। কিন্তু কবিৰ "বীণ-বৰাগী"ৰ মাজত ৰূপায়িত এই স্পৃহা বহিঃ সৌন্দৰ্য্যত আৱদ্ধ নাথাকি অন্তৰ্মুখী হৈছে, আৰু ই আধ্যাত্মিকতাৰ দিশ অধিক উন্মুক্ত কৰিছে। অৱশ্যে "প্ৰতিমা"ৰ অন্তৰ্গত কৱিতাৰ মাজত যে আধ্যাত্মিকতাৰ ভাৱ নাই, এনে নহয় । ইংৰাজ-কবি ছেলীৰ নিচিনা প্ৰচলিত সমাজৰ পাপ-পঙ্ক ধুই-পখালি তাক নিৰ্ম্মল কৰাৰ উদ্দেশ্যে কোনো কোনো ঠাইত তেওঁৰ বিদ্ৰোহাত্মক-মানসিকতা প্ৰবলভাৱে উদ্বেলিত হোৱা দেখা যায়। পুৰণিকলীয়া লোক-গীতৰ প্ৰতি প্ৰীতি আৰু তাৰ প্ৰভাৱ আগৰৱালাৰ "তেজীমলা", "জলকুঁৱৰী" আদিত পৰিলক্ষিত হৈছে। সৌন্দৰ্য্য-স্পৃহা ৰোমাণ্টিচিজিমৰ অন্যতম প্ৰধান লক্ষণ। ভালেমান কৱিতাৰ মাজত কবি আগৰৱালা সৌন্দৰ্য্য-প্ৰেমিকৰূপে প্ৰতীয়মান। "মাধুৰী", "কিশোৰী", "সুখগীত" আদি কবিতাৰ মাজত কবিৰ সৌন্দৰ্য্য সম্বন্ধে ধাৰণা উপলব্ধি কৰা যায়। বস্তুৰ পূৰ্ণবিকশিত স্বৰূপতকৈ অৰ্দ্ধবিকশিত বা স্বল্পবিকশিত অৱস্থাত তাৰ সৌন্দৰ্য্য অধিক অনুভূত হয়, কলাকৃতিৰ মাজত স্ৰষ্টাই ইঙ্গিতপূৰ্ণভাৱে সৃষ্টি যিমানেই লুকাই ৰাখিব পাৰে, সিমানেই কলাত্মক-সৃষ্টি হয় অৰ্থপূৰ্ণ আৰু সুন্দৰ। কবিৰ ভাষাত "ফুটো নে নফুটোকৈ (থকা) কুমলীয়া কলিটি", "লাজেৰে বৈ (থকা) মিচিকিয়া হাঁহিটি," "আধাফুটা মাতটি", "শুনো কি নুশুনো ঐ উটি অহা গীতটি" (Heard melodies are sweet, but those unheard are sweeter), "ওলাও নে নোলাওকৈ মনোমোহা ঠগটি, ন যৌৱন অস্থৌ অগা পিছা ভৰিটি" আদি চিত্ৰবোৰ অধিক সুন্দৰ। সত্যই সুন্দৰ আৰু সুন্দৰেই সত্য (Truth is beauty and beauty truth), কাব্য-জগতৰ এই স্বীকৃত-সত্যটো চন্দ্ৰকুমাৰৰ কাব্যৰ মাজতো প্ৰকাশিত। সৌন্দৰ্য্যৰ তাত্ত্বিক-ভাৱ অনুভৱ কৰি তেওঁ ঘোষণা কৰিছে — "সৌন্দৰ্য্যৰ আৰাধনা জীৱনৰ খেল"। দুই এঠাইত অতি-প্ৰাকৃতৰ সমাবেশ, মানৱ-প্ৰেম, আশাবাদ আদি বিশেষত্বৰ দ্বাৰাও চন্দ্ৰকুমাৰৰ কৱিতা বিশেষত্বপূৰ্ণ হোৱা দেখা যায়।

*কিছুমান কৱিতাৰ ভাৱোল্লেখ*

আগৰৱালাৰ কৱিতাৰ ভাষা সহজ-সৰল; কিন্তু প্ৰকাশৰীতিয়ে সকলো সময়তে তেওঁৰ গভীৰ অনুভূতি ঠিকমতে প্ৰকাশ কৰাত কৃতকাৰ্য্য হোৱা যেন নালাগে। দুই এঠাইত অপ্ৰচলিত শব্দৰ কদাচিৎ প্ৰয়োগেও পাঠকক খোকোজা লগোৱা যেন লাগে।

## কমলাকান্ত ভট্টাচাৰ্য্য (১৮৫৫-১৯৩৬)

বিশ্বনাথ চাৰিআলিৰ ওচৰৰ গড়েহাগি গাঁৱত কমলাকান্ত ভট্টাচাৰ্য্যৰ জন্ম হয়। তেওঁৰ পিতৃৰ নাম বাণেশ্বৰ ভট্টাচাৰ্য্য। কমলাকান্তৰ আত্মজীৱনীমূলক -ৰচনাৰ পৰা জনা যায়- - "তেওঁ শিশিৰকুমাৰ বৰুৱাৰ পিতৃ কমিছনাৰ অফিচৰ কেৰাণী অন্নদাকুমাৰ বৰুৱাৰ ঘৰত থাকি গুৱাহাটীত কলেজিয়েট স্কুলত পঢ়িছিল। পিছে তেওঁ এণ্ট্ৰেঞ্চ পাছ কৰা

নহল। সেই সময়ত চৌপাশে বঙালী ভাষাৰ আধিপত্য, স্কুলতো তেওঁ মাতৃ-ভাষাৰ পৰিৱৰ্ত্তে বঙালী ভাষাহে পঢ়িব লগা হৈছিল, তথাপি তেওঁ সেই চেঙেৰা কালতে মাতৃ-ভাষাৰ দুৰ্গতি সম্পৰ্কে সজাগ হৈছিল আৰু সেই অৱস্থাৰ নিৰাকৰণৰ অৰ্থেও যত্ন কৰিছিল"।[১] সৰুৰে পৰা তেওঁ স্বাধীনচেতা আছিল, ইটো-সিটো ব্যৱসায় কৰি কোনোমতে তেওঁ জীৱন-নিৰ্বাহ কৰিছিল। এই ক্ষেত্ৰত হৰিবিলাস আগৰৱালাৰ সহায়তা আৰু পৰামৰ্শ স্মৰণীয়। বঙালী ভাষাত শিক্ষালাভ কৰা কমলাকান্তই সৰুতে বঙালীতে লিখা এটা কবিতাৰ অন্তৰ্গত "নিৰাশায় আশা বাড়ে বিপদে অভয়। ভাৰত পাৰত উঠ এইটো সময়।।", এই কথাষাৰে সূচায় যে, তেওঁ চেমনীয়া কালৰে পৰা আছিল অতিপাত দেশ-প্ৰেমিক — অসম-প্ৰেমিক। দেশ-প্ৰেমৰ সেই জুইকুৰাৰ স্ফুলিঙ্গবোৰ পাছত তেওঁৰ কবিতাসমূহত ছিটিকি পৰিছে।

*চমু-পৰিচয়*

আমাৰ সাহিত্যৰ বুৰঞ্জীৰ অগ্ৰৱৰ্ত্তি-ৰচকসকলে কমলাকান্ত ভট্টাচাৰ্য্যক অৱশ্যে ৰোমান্টিক -যুগৰ (১৮৯০-১৯৪০) পূৰ্ব্বকালডোখৰৰ লেখক গোষ্ঠীৰ লগত স্থাপন কৰিছে। অৰুণোদয়-যুগৰ শেষৰ ফালে কমলাকান্তই যি সাহিত্য-কৰ্ম্ম আৰম্ভ কৰিছিল, "আসাম-নিউজ","আসাম-বন্ধু", "জোনাকী", "বাঁহী", আৰু "উষা"ৰ মাজেদি গৈ "আৱাহন-যুগ"ৰ আদিভাগত তাৰ পৰিসমাপ্তি ঘটে। অলপ সংখ্যক কবিতাৰ বাহিৰে তেওঁৰ প্ৰায় গোটেইবোৰ ৰচনাই ৰোমান্টিক-যুগত ৰচিত আৰু প্ৰকাশিত। তেওঁৰ সাহিত্য-চৰ্চ্চাৰ কালো ৰোমান্টিক-যুগতে দীঘলীয়া। ৰোমান্টিক-কবিতাৰ অন্যতম গুণ-সাবলিলতা আৰু ছন্দস-লালিত্য স্পষ্টৰূপত লক্ষণীয় নহলেও তেওঁৰ কবিতাসমূহত স্বদেশ-প্ৰেম,অতীত-প্ৰেম, কল্পনাপ্ৰৱণতা আদি ৰোমান্টিক-লক্ষণসমূহ সুস্পষ্টভাৱে লক্ষণীয়। এনেবোৰ প্ৰধান কাৰণত কমলাকান্ত ভট্টাচাৰ্য্যৰ আলোচনা আমি ৰোমান্টিক-যুগৰ ভিতৰত ৰখাটো সমীচীন বুলি ভাবিছোঁ।

*ৰোমান্টিক-যুগত সুমুৱাৰ কাৰণ*

কমলাকান্ত ভট্টাচাৰ্য্যৰ প্ৰকাশিত কবিতাৰ পুথি দুখন— এখনৰ নাম "চিন্তানল" আৰু আনখনৰ নাম "চিন্তা-তৰঙ্গ"। "চিন্তানল" দুটা ভাগত প্ৰকাশিত — প্ৰথম ছোৱা প্ৰকাশ হৈছে ১৮৯০ চনত, আৰু দ্বিতীয় ছোৱা প্ৰকাশ হৈছে, ১৮৯২ চনত। "চিন্তা-তৰঙ্গ" অৱশ্যে ছপা হৈছে পলমকৈ - ১৯৩৩ চনত। ভাৰতৰ, তথা অসমৰ অতীত-গৌৰৱ, বৰ্ত্তমানৰ দুৰৱস্থা, পৰাধীনতাৰ গ্লানি আদি চিন্তাৰ স্ফুলিঙ্গ আৰু তৰঙ্গৰাজি, আৰু লগে লগে তাৰ পুনৰুদ্ধাৰৰ বজ্ৰ-নিনাদে তেওঁৰ কবিতাসমূহ কৰি তুলিছে অগ্নিময় আৰু তৰঙ্গিত । প্ৰকৃতাৰ্থত কমলাকান্ত অগ্নিকবি। এই তাৰৰ পৰা অম্বিকাগিৰি ৰায়চৌধুৰীক তেওঁৰ অব্যৱহিত পৰৱৰ্তী উত্তৰাধিকাৰী

*সাহিত্য-কৃতি*

১. ক.ভ.ৰ. ভূমিকা, ড° প্ৰফুল্ল দত্ত গোস্বামী সম্পাদিত

বুলিব পৰা যায়। কমলাকান্ত ভট্টাচাৰ্য্য এগৰাকী শক্তিশালী গদ্য ৰচকো। "কঃ পন্থা" আৰু "অষ্টাবক্ৰৰ আত্মজীৱনী" নামৰ বিখ্যাত গদ্যগ্ৰন্থৰ উপৰিও বহুত মূল্যবান প্ৰবন্ধও তেওঁ লিখিছে। সেই প্ৰবন্ধসমূহ সমসাময়িক আলোচনীবোৰত প্ৰকাশো হৈছে। "আসামৰ উন্নতি" নামৰ একাধিক প্ৰবন্ধ "জোনাকী"ৰ দ্বিতীয় বছৰত (১৮৯০) প্ৰকাশ হয়। ইয়াৰ পাছত "গুটিদিয়েক চিন্তাৰ ঢৌ" নামৰ ষোলটা চিন্তামূলক প্ৰবন্ধ "বাঁহী"ত প্ৰকাশ হৈছিল বুলি জনা যায়। ইয়াৰ বাৰটা বৰ্ত্তমানে "কমলাকান্ত ভট্টাচাৰ্য্যৰ ৰচনাৱলী"ত প্ৰকাশ হৈছে। "কঃ পন্থা" আৰু "অষ্টাবক্ৰৰ আত্মজীৱনী", দুযোখন গদ্য-গ্ৰন্থই মৌলিক চিন্তাপ্ৰসূত আৰু দাৰ্শনিক-তত্ত্বপ্ৰধান। ইয়াৰ প্ৰথমখন ১৯১৯ চনত লিখা আৰু ১৮৫৬ শক বা ১৯৩৪ চনত প্ৰথম প্ৰকাশিত। অষ্টাবক্ৰৰ আত্মজীৱনীৰ তিনিটা খণ্ড ১৮৫৯ শক আৰু ১৮৬০ শকৰ "বাঁহী"ত প্ৰকাশ হৈছে। এতিয়া ই ৰচনাৱলীৰ অন্তৰ্ভুক্ত। শ্ৰুতি-স্মৃতি-পুৰাণাদি শাস্ত্ৰোক্ত কথাবিলাকক স্বকীয় -মতানুভূতিৰ উম্মাৰে সজীৱ কৰি কম-বেছি ভিন্নমুখিৰূপত ৰূপায়িত কৰাটো ভট্টাচাৰ্য্য-গদ্যৰ অন্যতম-বিশেষত্ব। হিন্দুৰ ধৰ্ম্মীয় তাত্ত্বিক-দিশত নিজৰ ধাৰণানুভূতিৰ ইমান ব্যাপক জাল এখন পেলাই দিয়া আমাৰ সাহিত্যত আৰু কোনো গদ্যকাৰককে দেখা নাযায়। তেওঁৰ গদ্যত বাক্‌বাহুল্য নাই, গভীৰ ভাৱ আৰু বিষয়ক আপেক্ষিকভাৱে উজু ৰীতিৰে প্ৰকাশ কৰিব পৰা ক্ষমতা ভট্টাচাৰ্য্যৰ গদ্যত সততে লক্ষণীয়।

## লক্ষ্মীনাথ বেজবৰুৱা (১৮৬৪ - ১৯৩৮ খৃঃ)

দীননাথ বেজবৰুৱা ভাঙৰীয়া নগাওঁৰ পৰা বৰপেটালৈ বদলি হৈ সপৰিয়ালে ব্ৰহ্মপুত্ৰৰ বুকুৰেদি নাৱেৰে ভটিয়াই যাওতে বাটতে নাওৰ ভিতৰতে লক্ষ্মীনাথ বেজবৰুৱাৰ জন্ম হয় ১৮৬৪ খৃঃত। দীননাথ বেজবৰুৱা চৰকাৰী কামৰ দায়িত্বত তেজপুৰ, লক্ষীমপুৰ, গুৱাহাটী, শিৱসাগৰ আদিত বাস কৰিছিল কাৰণে লক্ষ্মীনাথেও সৰু কালডোখৰ পিতৃৰ সান্নিধ্যত সেই সেই ঠাইত অতিবাহিত কৰিছিল। ১৮৮৬ খৃঃত শিৱসাগৰৰ পৰা তেওঁ প্ৰৱেশিকা পৰীক্ষা পাছ কৰি কলিকতালৈ গৈ তাৰ চিটী কলেজৰ পৰা বি-এ পাছ কৰে। লক্ষ্মীনাথ বেজবৰুৱাই তাত এম-এ আৰু বি-এল্ পাঠ্যও পঢ়িছিল; কিন্তু এই দুটা ডিগ্ৰী তেওঁৰ লোৱা নহ'ল। বিশেষ কথা লক্ষ্মীনাথৰ পিতৃ দীননাথে মুন্সিফ্ কামৰ গুৰু দায়িত্ব বহন কৰিছিল যদিও তেওঁ আছিল সদাচাৰী বৈষ্ণৱ, সদায়েই তেওঁ বৈষ্ণৱ-ধৰ্ম্মসমৰ্থিত সদাচাৰ আৰু কৰ্ম্ম সমূহ পালন কৰিছিল। এনেকুৱা পৰিৱেশৰ মাজত সৰুকালতে লক্ষ্মীনাথে ধৰ্ম্মৰ আচৰণীয় আৰু কৰণীয় দিশৰ কথাবোৰ জানিছিল, লগে লগে বিশেষকৈ পিতৃৰ সান্নিধ্যতেই নানা গোষ্ঠী আৰু সম্প্ৰদায়ৰ কথা আৰু সামাজিক ৰীতি-নীতি সম্বন্ধেও তেওঁ সম্যক জ্ঞান লাভ কৰিছিল। ১৮৯১ খৃঃত লক্ষ্মীনাথে বিবাহ-পাশত আৱদ্ধ হয় বঙ্গদেশৰ ঠাকুৰ-পৰিয়ালৰ

*জীৱনৰ আভাস*

হেমেন্দ্ৰনাথ ঠাকুৰৰ কন্যা প্ৰজ্ঞাসুন্দৰী দেৱীৰ লগত। কোনো চৰকাৰী কাম নকৰি জীৱিকাৰ কাৰণে বেজবৰুৱাই কৰে কাঠৰ ব্যৱসায় - প্ৰথমতে ভোলানাথ বৰুৱাৰ লগত, তাৰ পাছত কলিকতাৰ ৱাৰ্ড কোম্পানীৰ লগত আৰু শেষত নিজাববীয়াকৈ উৰিষ্যাৰ সম্বলপুৰত । শেষ কালত তেওঁ অসমলৈ প্ৰত্যাৱৰ্ত্তন কৰে, আৰু ডিব্ৰুগড়ত ১৯৩৮ খৃঃত পৰলোক-গমন কৰে।

লক্ষ্মীনাথ বেজবৰুৱা বিশেষ প্ৰতিভা আৰু বিশাল ব্যক্তিত্বৰ গৰাকী। আমাৰ সাহিত্যৰ নানান দিশত তেওঁৰ প্ৰতিভাৰ ফলশ্ৰুতি সমুজ্জ্বল, জোনাকী-যুগৰ পৰা প্ৰায় অৰ্দ্ধশতাব্দীকালৰ সাহিত্য-পৰিমণ্ডলত তেওঁৰ প্ৰতিভা আৰু ব্যক্তিত্বজনিত প্ৰভাৱৰ উষ্মা অনুভূত। বেজবৰুৱা একেধাৰে সাংবাদিক, কবি, নাট্যকাৰ, ঔপন্যাসিক, গল্পকাৰ, হাস্যৰসিক, সমালোচক আৰু আন বহু ৰচনাৰ মাজেদি গদ্যশিল্পী। জোনাকীৰ প্ৰচলন আৰু উন্নতিৰ কাৰণে সৰ্ব্বতোপ্ৰকাৰে সহায়তা কৰাৰ উপৰিও বেজবৰুৱাই ১৯০৯ খৃঃত "বাঁহী" নামৰ আলোচনী উলিয়ায়। নিজৰ সম্পাদনাত এই আলোচনী ১৯২৯ খৃঃলৈ চলাই ৰাখি অসমীয়া-সাহিত্যৰ সাংবাদিক-দিশ প্ৰশস্ত কৰি তোলে আৰু নিজেও সাংবাদিক ৰূপে প্ৰতিষ্ঠিত হয়। "বাঁহী"ৰ যোগেদি বিংশ-শতিকাৰ দ্বিতীয়-তৃতীয়-দশকত কিছুমান নতুন লেখকৰ সৃষ্টি হয়, আৰু বেজবৰুৱাৰ নিজৰো "কাহুদি আৰু খৰালি", কৃষ্ণ-কথা", "তত্ত্বকথা" আদি তাত প্ৰকাশিত হয়।

*সাহিত্য-প্ৰতিভা*

লক্ষ্মীনাথ বেজবৰুৱাৰ গ্ৰন্থসমূহ এই ঃ কদম-কলি, পদুম-কলি, (কবিতা-সংগ্ৰহ); পদুম--কুঁৱৰী- উপন্যাস; সুৰভি, সাধুকথাৰ কুকি, জোনবিৰি, ককাদেউতা আৰু নাতি-ল'ৰা, কেহোঁকলি — চুটিগল্প; জয়মতী-কুঁৱৰী, চক্ৰধ্বজসিংহ আৰু বেলিমাৰ- নাটক ; লিতিকাই, নোমল, পাচনি, চিকৰপতি আৰু নিকৰপতি — প্ৰহসন , কৃপাবৰ বৰুৱাৰ কাকতৰ টোপোলা, কৃপাবৰ বৰুৱাৰ ওভতনি, কৃপাবৰ বৰুৱাৰ ভাবৰ বুৰবুৰণি আৰু বৰবৰুৱাৰ বুলনি— ব্যক্তিনিষ্ঠ- হাস্যৰসাত্মক প্ৰবন্ধ; শঙ্কৰদেৱ, শঙ্কৰদেৱ আৰু মাধৱদেৱ-বৈষ্ণৱ-গুৰুৰ জীৱনী বিশ্লেষণ; ভগৱৎ কথা, তত্ত্বকথা, শ্ৰীকৃষ্ণকথা— তত্ত্বমূলক গহীন-আলোচনা; মোৰ জীৱন সোঁৱৰণ- আত্মজীৱনী ; ডাঙৰীয়া দীননাথ বেজবৰুৱাৰ জীৱন চৰিত— জীৱনী। ইয়াৰ উপৰিও তেঁওৰ দিন-লেখা (Diary) পত্ৰলেখা আদি কিছুমান ৰচনাৰ কথাও উল্লেখনীয়।

*গ্ৰন্থাৱলী*

বেজবৰুৱাৰ কবিতাৰ সঙ্কলন "কদম-কলি"য়ে ১৯১৩ খৃঃত মুদ্ৰিত-ৰূপ লয়। তাৰ পাছত "বাঁহী"ত প্ৰকাশিত কিছুমান কবিতায়ো তেওঁক কবিৰূপে প্ৰতিষ্ঠা কৰাত সহায়তা কৰে। বেজবৰুৱাৰ কাব্যিক-প্ৰতিভা বিশেষ উল্লেখনীয় বুলি ধৰি লব অৱশ্যে নোৱাৰি। বিশেষ কথা— "কবিতা হয় যদি হওক, নহয় যদি নহওক", এই ধাৰণা লৈয়েই "জোনাকী"ৰ অভ্যুদয়ৰ পাছৰে পৰা তেওঁ কবিতা ৰচিবলৈ আৰম্ভ কৰে। কিন্তু "পদুম-

কলি"ৰ অন্তৰ্ভুক্ত সন্ধ্যা নামৰ কবিতাটো[৫২] জোনাকী -যুগৰ আগতে, অৰ্থাৎ ১৮৮৬ খৃঃতে ৰচিত। বোধহয় এইটোৱেই বেজবৰুৱাৰ প্ৰথম কৱিতা। "কদম কলি" ৰ অন্তৰ্ভুক্ত ৪৮টা কৱিতা বেজবৰুৱাৰ জীৱনৰ আদি ভাগৰ ৰচনা, আৰু "পদুম-কলি"ৰ অন্তৰ্ভুক্ত "সন্ধ্যা"ত বাহিৰে বাকী ২৭ টা কৱিতা শেষৰ ফালৰ ৰচনা। "কবিতা হয় যদি হওক, নহয় যদি নহওক " বুলি বেজবৰুৱাই কবিতা ৰচনা কৰিলেও, তেওঁৰ কিছুমান কবিতা যে উচ্চমানবিশিষ্ট তাত সন্দেহ নাই । ৰোমাণ্টিক-যুগৰ ভাব-প্ৰৱণতা, কল্পনা-প্ৰৱণতা

*কৱিতা*

আৰু অনুভূতিপ্ৰৱণতাই কিছুসংখ্যক কৱিতা যুগ-সাপেক্ষে মৰ্যাদাৰ শাৰীত তুলি ৰাখিছে। বিশেষকৈ প্ৰেমবিষয়ক, দেশপ্ৰেমমূলক আৰু লোকগীতৰ আদৰ্শত ৰচনা কৰা কৱিতাবোৰ উল্লেখনীয়। প্ৰেমবিষয়ক কৱিতাত ইন্দ্ৰিয়াসক্তি থাকিলেও কোনো কোনো ঠাইত ইন্দ্ৰিয়াতীত ভাৱো প্ৰকাশ হৈছে। বেজবৰুৱাৰ "বীণ আৰু বৰাগী" আৰু " অসম-সঙ্গীত" কৱিতা দেশ-প্ৰেম আৰু আশাৱাদৰ বিশেষ নিদৰ্শন। অসমৰ জাতীয়-সংগীত ৰূপে গৃহীত "অ-মোৰ আপোনাৰ দেশ" কবিতাটো "মোৰ দেশ" নামেৰে "কদমকলি"ৰ অন্তৰ্ভুক্ত। দেশ-প্ৰেমৰ জাগৰণ, ভাষা আৰু সাঙ্গীতিকলযৰ ফালৰ পৰা এই কৱিতা অনুপম আৰু লগতে চিৰকলীয়া আৱেদন দাবী কৰিব পৰা সঙ্গীতো। ওৱাৰ্ডছ্‌ৱৰ্থ, ছেলী আদি ইংৰাজী-কৱিৰ কৱিতাৰ ভাৱ লৈ ৰচনা কৰা কবিতাকেইটাৰো কাব্যিক-মূল্য আৰু সৌন্দৰ্য্য যথেষ্ট।

বেজবৰুৱাৰ নাটকীয়-জীৱন আৰম্ভ হয় ধেমেলীয়া-নাট বা প্ৰহসনৰচনাৰে। তেওঁৰ "লিতিকাই" প্ৰথম বছৰ "জোনাকী"ত প্ৰকাশ হৈছে। তাৰ কিছুবছৰ পাছত (১৯১৩ খৃঃত) তেওঁৰ আন তিনিখন প্ৰহসন-- নোমল, পাচনি আৰু চিকৰপতি-নিকৰপতি প্ৰকাশিত হয়। কেউখনতে সৰলতকৈও একপ্ৰকাৰ নিৰ্ব্বোধ গ্ৰাম্য-লোকৰ ভাবিব নোৱাৰা কাৰ্য্য-

*প্ৰহসন*

কলাপ ৰূপায়িত কৰা হৈছে। অসম্ভৱ-কথাবোৰৰ অস্বাভাৱিক-ৰূপায়ণে স্থূল-ৰুচিৰ পাঠকক হহুৱায়, কিন্তু সেইবোৰে সুৰুচিসম্পন্ন অনুভূতিশীল লোকক আমোদ দিব নোৱাৰে। অৱশ্যে প্ৰহসনৰ (Farce) অন্যতম লক্ষণ এই যে, ইয়াত অসম্ভৱ বা অতিৰঞ্জিত কথাৰো সমাৱেশ ঘটিব পাৰে; তথাপি কিন্তু তাৰ মাজতো কলাসুলভ-সংযম থকাৰ প্ৰয়োজন আছে । "লিতিকাই"ত সাত ভায়েকে পকা চপৰাৰ ওপৰত সাতোৰা, "পাচনি"তঅতিথিক ঢেকীঠোৰা দেখুওৱা আৰু অতিথিও মৃত্যুভয়ত আগলৈ দৌৰি থকা, "নোমল"ত শিশুজনৰ নাম আনিবলৈ যোৱা আদি চি ত্ৰবোৰৰ মাজত সামাজিক-দিশৰ কিছু দুৰ্ব্বলতা প্ৰকাশ নোহোৱাকৈ থকা নাই।

জয়মতী-কুঁৱৰী, চক্ৰধ্বজসিংহ আৰু বেলিমাৰ — এই তিনিখন বুৰঞ্জীমূলক -নাটক বেজবৰুৱাই ৰচনা কৰে পৰিণত বয়সত (১৯১৫ খৃঃ)। অসম-বুৰঞ্জীৰ বিভিন্ন সময়ৰ

৫২.দ্ৰষ্টব্য ঃ বে. গ্ৰ. (২য় খণ্ড), অতুলচন্দ্ৰ হাজৰিকা সম্পাদিত

তিনিটা প্ৰসিদ্ধ ঘটনা এই তিনিখন নাটকৰ উপজীব্য। "জয়মতী-কুঁৱৰী"ত তুংখুঙীয়া-ফৈদৰ গদাপাণি-কোঁৱৰৰ পত্নী জয়মতীৰ ৰাজ-আদেশজনিত শাস্তিৰ প্ৰয়োগেদি মৃত্যু, "চক্ৰধ্বজসিংহ"ত স্বাধীনচেতা আহোম-স্বৰ্গদেউ চক্ৰধ্বজসিংহৰ ৰাজনৈতিক -কাৰ্য্যৰ ফলস্বৰূপে শৰাইঘাটৰ যুদ্ধ আৰু সেই প্ৰসঙ্গত অসমীয়া-সেনাপতি লাচিত বৰফুকনৰ মৃত্যু, আৰু "বেলিমাৰ"ত মানৰ আক্ৰমণৰ ফলস্বৰূপে অসমৰ স্বাধীনতাৰ বেলি মাৰ যোৱাৰ ঘটনা বৰ্ণিত হৈছে। তিনিওখন নাটকতে ঐতিহাসিক-তথ্য গ্ৰহণৰ ক্ষেত্ৰত নাট্যকাৰ বিশেষ ভাবে আঁতৰি যোৱা নাই। এই সম্বন্ধে বেজবৰুৱাই নিজেও সকীয়াইছে — "ঐতিহাসিক প্ৰকৃত ঘটনা লৰচৰ নকৰি আৰু ইতিহাসৰ প্ৰকৃত-ব্যক্তিসকলৰ চৰিত যেনে আছিল, যিমানদূৰ পৰা যাব তেনে ৰাখি চিত্ৰিত কৰি, গত আৰু মৃত ঘটনা আৰু ব্যক্তিসকলৰ শৰীৰত পুনৰ প্ৰাণ দি সেইবোৰ সজীৱ কৰি লৈ বৰ্ত্তমান কালত দেখুৱাটো ঐতিহাসিক নাটৰ কাৰ্য্য বুলি মোৰ ধাৰণা। সেই দেখি মোৰ কোনোখন নাটতে বুৰঞ্জীৰ প্ৰকৃত ভাৱৰীয়া- ভাৱৰীয়ানীসকলৰ চৰিত্ৰ প্ৰকৃততে যেনে— যিমানদূৰ মই বুজিব পাৰিছো, তেনেকৈহে চিত্ৰিত কৰিবলৈ চেষ্টা কৰিছোঁ।"[৫৩] অৱশ্যে নাট্যকাৰে তিনিওখন নাটকতে কিছুমান কাল্পনিক -চৰিত্ৰ সংযোগ কৰি তেওঁলোকৰ কাৰ্য্যাৱলীৰ মাজেদি নাটকীয় উদ্দেশ্য সিদ্ধি কৰিবলৈ যত্ন কৰিছে। অঙ্ক-দৃশ্য আদি বিভাগৰ ফালৰ পৰা চেক্সপীয়েৰৰ প্ৰভাৱ তিনিওখন নাটকতে সুস্পষ্ট। চেক্সপীয়েৰৰ "হেন্‌ৰি দি ফোৰ্থ" নাটকৰ অন্তৰ্গত ফলষ্টাফ -চৰিত্ৰ আৰু তেওঁৰ কাৰ্য্যাৱলীৰ অনুকৰণত বেজবৰুৱাই "চক্ৰধ্বজসিংহ"ত অঙ্কন কৰা গজপুৰীয়া আৰু তেওঁৰ সঙ্গীবোৰৰ কাৰ্য্যবোৰ বিশেষভাবে লক্ষণীয়। গজপুৰীয়া আৰু সঙ্গীসকলৰ বাদেও অন্য লঘু চৰিত্ৰৰ সংযোগ কৰি তিনিওখন নাটকতে গহীন-নাট্য -ঘটনাৰ ক্ৰমগতিৰ মাজত পাতল কথাৰ সংযোগ আৰু হাস্যৰসৰ সমাবেশ ঘটাইছে। "জয়মতী-কুঁৱৰী"ৰ অন্তৰ্ভুক্ত ডালিমী বেজবৰুৱাৰ অনুপম কল্পনাত্মক-সৃষ্টি। এই কাল্পনিক-যৌৱনসম্ভৱা-নগাকন্যাৰ যি স্বভাৱজাত কথা-বতৰা আৰু কাৰ্য্যাৱলী ৰূপায়িত হৈছে, সি নাট্যকাৰৰ কলাসুলভ-অনুভূতিৰ বিকাশ। ডিম্বেশ্বৰ নেওগৰ ভাষাত — "ডালিমী নাটকীয়-সৃষ্টি হলেও ই বিশেষৰূপে কাব্যধৰ্ম্মী। কবি-নাট্যকাৰে তেওঁৰ হৃদয়ৰ সকলো কাব্যিক-ৰহণ-দি ডালিমীক সজাইছে আৰু কবিৰ সমগ্ৰ প্ৰতিভাৰে তাইক জীৱন্ত, প্ৰাণৱন্ত আৰু সঙ্গীতময় কৰি তুলিছে।"[৫৪] পৰিণতিৰ ফালৰ পৰা "চক্ৰধ্বজসিংহ" সুখাত্মক, আৰু "জয়মতী-কুঁৱৰী" আৰু "বেলিমাৰ" দুঃখাত্মক। নাটকীয়-বিশেষত্বৰ ফালৰ পৰা "জয়মতী-কুঁৱৰী"কে শ্ৰেষ্ঠস্থান দিব পৰা যায়। লক্ষ্মীনাথ বেজবৰুৱাই জীৱনৰ

*ঐতিহাসিক নাটক*

---

৫৩. পাতনি, বেলিমাৰ

৫৪. বে. গ্ৰ. (২য় খণ্ড)

শেষৰফালে আৰু তিনিখন ক্ষুদ্ৰ ক্ষুদ্ৰ লঘু নাটক ৰচনা কৰি "বাঁহী"ত প্ৰকাশ কৰিছে। এই তিনিখনৰ নাম "গদাধৰ ৰজা", "বাৰেমতৰা" আৰু "হ-য-ব-ৰ-ল"– যথাক্ৰমে প্ৰকাশিত "বাঁহী"ৰ ৯ম বছৰৰ ৩য়-৪ৰ্থ সংখ্যা, ২১শ বছৰৰ ১ম সংখ্যা আৰু ২য় বছৰৰ ১১শ সংখ্যাত।

*উপন্যাস*

লক্ষ্মীনাথ বেজবৰুৱাই উপন্যাস-শ্ৰেণীৰ পুথি একেখন মাত্ৰ ৰচনা কৰিছে — নাম "পদুম-কুঁৱৰী"। অসম-বুৰঞ্জীৰ বিখ্যাত দন্দুৱা-দ্ৰোহৰ নেতা হৰদত্তৰ কন্যা পদুমকুঁৱৰী এই উপন্যাসৰ নায়িকা। ঐতিহাসিক তথ্যৰ ৰূপায়ণত ত্ৰুটি নাথাকিলেও উপন্যাস-কলাৰ ফালৰ পৰা ইয়াৰ মাজত বেজবৰুৱাৰ সৃষ্টিমূলক -নিপুণতা লক্ষিত-বিশেষত্ব নহয়। কাহিনী-সৃষ্টি, আৰু চৰিত্ৰ-সৃষ্টিৰ উপৰিও ইয়াৰ ভাষাও বৰ্ণনাত্মক-গদ্যকাব্যৰ উপযোগী হৈছে বুলিব নোৱাৰি। বৰ্ণনাত্মক গদ্য-কাব্য ৰূপে উপন্যাসৰ প্ৰকাশৰীতিত যি ভাৰসাম্যতা ৰক্ষা হোৱাৰ প্ৰয়োজন, "পদুম-কুঁৱৰী"ত ইযাৰ ব্যতিক্ৰম লক্ষ্য কৰা যায়। যি কাব্যিক -ভাষা (অৱশ্যে অস্বাভাৱিক) আৰু প্ৰকাশৰীতিত উপন্যাসখন আৰম্ভ কৰা হৈছে, কাহিনীৰ ক্ৰমগতিৰ মাজত সেই ৰীতি লক্ষ্য কৰা নাযায়। হৰদত্তৰ বাসস্থানৰ বৰ্ণনা যি ভাষাত দাঙি ধৰা হৈছে, সেই ভাষাই উপন্যাস-কলাৰ সৌন্দৰ্য্য বঢ়াইছে বুলিব নোৱাৰি। আকৌ, কৃপাবৰী ভাষা আৰু প্ৰকাশৰীতিও উপন্যাসখনৰ স্থানবিশেষে লক্ষ্য কৰা যায়। উদাহৰণ স্বৰূপে, বীৰদত্তৰ নিচিনা বীৰপুৰুষৰ আৱয়বিক স্বৰূপ প্ৰকাশক যি বৰ্ণনা পোৱা যায়, সি বিষয়-গাম্ভীৰ্য্য কমাই দিয়াৰ লগতে পাঠকক অথলত হুহুৱাইছেও।

*চুটিগল্প এই সম্বন্ধে বেজবৰুৱাৰ ধাৰণা*

আজিৰ দিনত চুটিগল্প বুলিলে আমি যি বুজি পাওঁ, সি পুৰণিকলীয়া সাধু বা সংস্কৃত-সাহিত্যৰ নীতিমূলক- গল্পৰ ক্ৰমপৰিবৰ্ত্তিত-ৰূপ নহয়। ই সম্পূৰ্ণ নতুন বস্তু, আহিছে পাশ্চাত্য -সাহিত্যৰ পৰা। লক্ষ্মীনাথ বেজবৰুৱা অসমীয় চুটিগল্পৰ প্ৰবৰ্ত্তক, তেওঁৰ হাততেই অসমীয়া চুটিগল্পই ৰূপ লয়। মনত ৰখা উচিত —বেজবৰুৱাও সাধুকথাৰ যুগৰেই মানুহ। সৰুৰে পৰা কত সাধু তেওঁ শুনিছে, জানিছে, কৈছে; কতই তেওঁৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰিছে। বোধকৰো সেয়েহে নেকি, পাশ্চাত্য গল্প-সাহিত্য আৰু সমসাময়িক দুই এজন বঙালী গল্পকাৰৰ আদৰ্শত চুটিগল্প লিখিবলৈ গৈও, নিজ দেশত প্ৰচলিত চিৰকলীয়া সাধুৰ প্ৰভাৱৰ পৰা তেওঁ একেবাৰে হাত সাৰিব নোৱাৰিলে। আনকি তেওঁৰ দৃষ্টিত "সাধু" আৰু "চুটিগল্প", এই দুটাৰ মাজত মূলভাৱত বিভেদ থকা যেন নালাগে। "সাধুকথাৰ কুকি"— তেওঁৰ গল্পসম্ভাৰৰ এই নামকৰণেও এই কথা সমৰ্থন কৰা যেন লাগে। ইয়াৰ উপৰিও তেওঁ নিজেই লিখিছে —"এনে উপকথা বা গল্পক কোনো দেশৰ কোনো জাতিয়ে "সাধুকথা" এই শুৰ নাম দিয়া নাই।" (বুঢ়ী আইৰ সাধুৰ পাতনি)। সম্ভৱতঃ এনেবোৰ

কাৰণতে বেজবৰুৱাৰ বহুত চুটিগল্পই সাধুকথামুখী হৈছে। বেজবৰুৱাৰ গাল্পিক-প্ৰতিভা-স্ফুৰণৰ কালডোখৰ যেন দোমোজাৰ কাল, ইয়াত পুৰণি সাধু আৰু পশ্চিমীয়া চুটিগল্পৰ মাজত খুন্দাখুন্দি হয়, আৰু বেজবৰুৱাৰ সহানুভূতিত ক্ৰমে পাছৰ বিধে জয়লাভ কৰি নিজৰ ৰশ্মিজাল বিকিৰণ কৰিবলৈ সুবিধা পায়।[৫৫]

লক্ষ্মীনাথ বেজবৰুৱাৰ চুটিগল্পসমূহৰ এতিয়ালৈকে মুদ্ৰিত-ৰূপ পোৱা হৈছে চাৰিটা, নাম— সুৰভি (১৯০৯), সাধুকথাৰ কুঁকি (১৯১০), জোনবিৰি (১৯১৩) আৰু কেঁহোকলি (মৃত্যুৰ পাছত প্ৰকাশিত)। ঊনবিংশ-শতিকাৰ শেষৰ ফালে পাশ্চাত্য-ভাবধাৰাই অসমীয়া-জাতীয়-জীৱনৰ কেউদিশতে পৰিৱৰ্ত্তন আনে। আভিজাত্য, ভেম-ভণ্ডামি, আমোলাতান্ত্ৰিক-মনোবৃত্তি, দুৰ্নীতি, মিথ্যাচাৰ, কুসংস্কাৰ আদিবোৰ অসমৰ ব্যক্তি আৰু সমাজ-জীৱনত উক্ দি উঠে। প্ৰকাৰান্তৰে এইবোৰৰ নিৰাময়ৰ উদ্দেশ্যতাই আছিল

*বেজবৰুৱাৰ গল্প*

বেজবৰুৱাৰ বেছিভাগ গল্পৰেই উপজীব্য। বিশেষ কথা এই যে, সৰুকালতে তেওঁ অসমৰ বিভিন্ন স্থান, সমাজ আৰু ব্যক্তিবোৰৰ লগত সম্বন্ধ স্থাপনৰ সুবিধা পাইছিল । সেই কাৰণে তেওঁৰ সূক্ষ্ম-বিশ্লেষণাত্মক-পৰ্য্যবেক্ষণ-শক্তিৰ যোগেদি মানস-পটত ভাহি থকা সেই চিত্ৰবোৰ নিখুঁতভাৱে গল্পৰ মাজেদি অঙ্কিত কৰিব পাৰিছে। অসমীয়া-সমাজৰ উপৰিও বেজবৰুৱাৰ কেইটামান গল্প অৱশ্যে বঙালী আৰু কোলমুণ্ডা-সমাজৰ চিত্ৰত গঢ় লৈ উঠিছে। বিশেষকৈ কাশীবাসী, লাওখোলা আদি গল্পৰ উপজীব্য বঙালী-সমাজ আৰু ৰতনমুণ্ডা, কন্যা আদি চুটি গল্পৰ আধাৰ কোলমুণ্ডা সমাজ। বেজবৰুৱাই বহুসংখ্যক গল্প লিখিছে যদিও ইয়াৰ গোটেইবোৰেই আকৃতি আৰু প্ৰকৃতিগত দিশত চুটিগল্পৰ শাৰীত ঠিকমতে সোমাইছে বুলিব নোৱাৰি। আন হাতেদি, ভদৰী, ধোৱাখোৱা, নাওলুচন্দ্ৰ দাস, ভেমপুৰীয়া মৌজাদাৰ আদি কিছু সংখ্যক গল্পই আকৌ আধুনিকতাৰ পৰশ লাভ কৰিছে। বেজবৰুৱাৰ ভাষা প্ৰধানভাৱে ব্যঙ্গাত্মক। হাস্যৰসাত্মক -ব্যঙ্গ্য- ভাষাৰে সংস্কাৰাত্মক- ভাব ফুটাই তুলিবলৈ যত্ন কৰা কাৰণে তেওঁৰ গল্পত মনস্তাত্বিক-বিশ্লেষণ অৱশ্যে স্পষ্টৰূপত দেখিবলৈ পোৱা নাযায়।

নাটক, উপন্যাস আৰু চুটিগল্পৰ উপৰি লক্ষ্মীনাথ বেজবৰুৱাৰ বাকী গদ্য ৰচনাবোৰক দুটা ভাগত ভগাব পৰা যায় - এবিধ হাস্যৰসাত্মক আৰু আনবিধ গহীন। কৃপাবৰ বৰুৱাৰ কাকতৰ টোপোলা, কৃপাবৰ বৰুৱাৰ ওভতনি, কৃপাবৰ বৰুৱাৰ ভাৰৰ বুৰবুৰণি আৰু কৃপাবৰ বৰুৱাৰ বুলনি — এইকেইখন পুথিৰ অন্তৰ্ভুক্ত ৰচনাবোৰ হাস্যৰসাত্মক। উক্ত পুথিকেইখনৰ অন্তৰ্গত ৰচনাবোৰ "কৃপাবৰ বৰুৱা", এই ছদ্মনামত "জোনাকী" , "উষা"

---

৫৫. দ্ৰষ্টব্য ঃ "অসমীয়া গল্প-সাহিত্যত ভুমুকি (পঞ্চতন্ত্ৰ, ১ম বছৰ, ৪ৰ্থ সংখ্যা, ১৯৫৯), ড° হৰিনাথ শৰ্ম্মা দলৈ।

আৰু "বাঁহী"ত প্ৰকাশ হৈছিল। কৃপাবৰী-ৰচনাৰ প্ৰথম প্ৰকাশ "কাকতৰ টোপোলা" (১৯০৪)। হাস্যৰসাত্মক-কৃপাবৰী গোটেইবোৰ ৰচনা ব্যক্তিনিষ্ঠ (Personal)। ইয়াত বিশেষভাবে থাকে লেখকৰ ভাবানুভূতিৰ পৰিস্ফূৰণ, বিষয়তৰলতা আৰু ৰসৰ ব্যঞ্জনা। এইবোৰ ৰম্যৰচনাৰ লেখীয়া। এই শ্ৰেণী ব্যক্তিনিষ্ঠ-ৰচনাৰ প্ৰথম উদ্ভৱস্থান ফ্ৰান্স দেশ, জন্মকাল খৃষ্টীয় ১৬শ শতিকা আৰু জন্মদাতা মিচেল মন্টেই। ক্ৰমশঃ ইংলেণ্ড-ভূমিত ই সৰবৰহী হৈ উঠে, পাছত বিংশ-শতিকাৰ আৰম্ভণিতে লক্ষ্মীনাথ বেজবৰুৱাই এই শ্ৰেণীৰ গদ্য সাহিত্য ৰচনা কৰি আমাৰ সাহিত্যত অনন্যসাধাৰণ লঘু-হাস্যৰসাত্মক -ব্যঙ্গ্যকাৰ ৰূপে প্ৰতিষ্ঠা লাভ কৰে। ব্যক্তিগত আৰু সমাজ-জীৱনৰ নানা বিধ দোষ-ক্ৰটি আৰু কেৰোণ, আৰু লগতে ৰাজনীতি, সমাজনীতি, ধৰ্ম্মনীতি আদিৰ মাজত দেখা দিয়া বিসঙ্গতিপূৰ্ণ -ক্ষতিকাৰক প্ৰচলনবোৰ দেখুৱাই তাৰ নিৰাময়ৰ উদ্দেশ্যে বেজবৰুৱাই এই ৰচনাবোৰ লিখিছে।[৫৬]

*গদ্য ৰচনাৰ ভাগ-কৃপাবৰী-ৰচনা*

লঘু-সৰস-হাস্যৰসাত্মক ৰচনাসৃষ্টিৰ ক্ষেত্ৰত বেজবৰুৱাই আমাৰ সাহিত্যত অদ্বিতীয়-স্থান লাভ কৰিছে। হাস্যৰস-সৃষ্টিৰ দিশত বেজবৰুৱা অৱশ্যে কেইজনমান দেশী-বিদেশী বিখ্যাত হাস্যৰসিকৰ ৰচনাৰ প্ৰভাৱত অলপ-অচৰপ প্ৰভাৱিত হৈছিল বুলি কব পৰা যায়। সেইসকলৰ ভিতৰত আমাৰ সাহিত্যৰ হেমচন্দ্ৰ বৰুৱা, আৰু পাশ্চাত্য-সাহিত্যৰ ডিকেন্স, গোল্ডস্মিথ্, এৰিষ্টোফেনিচ্, চাৰ্ভেণ্টিচ্ আৰু জনাথন চুইফ্‌টৰ নাম উল্লেখ কৰিবলগীয়া। ইয়াৰ উপৰিও বঙালী লেখক বঙ্কিমচন্দ্ৰৰ "কমলাকান্তেৰ দপ্তৰ"ৰ প্ৰকাশ -ভঙ্গীৰ স্বৰূপ বেজবৰুৱাৰ কৃপাবৰী-ৰচনাৰ অংশবিশেষে মনত পেলায়। শব্দৰ বিকৃতীকৰণ, ব্যাজস্তুতিৰ প্ৰয়োগ, শব্দৰ ভুল অৰ্থব্যাখ্যা, ভাষা আৰু ভাৱ উভয়ফালেদি গহীনতাৰ পৰা লঘুতালৈ নিয়া (anti-climax) — হাস্যৰস সৃষ্টিৰ কাৰণে হেমচন্দ্ৰ বৰুৱাই প্ৰয়োগ কৰা এই ধৰণৰ বহুত কৌশলবোৰ বেজবৰুৱায়ো গ্ৰহণ কৰিছে। বৰুৱা আৰু বেজবৰুৱাৰ মাজত বিশেষ প্ৰভেদ এই — হেমচন্দ্ৰ বৰুৱাৰ ব্যঙ্গ্যভঙ্গী আছিল অতীৱ বেদনাদায়ক, আধাকটা অস্ত্ৰৰ ঘাপৰ নিচিনা; বেজবৰুৱাৰ সেই ভঙ্গী আছিল স্বল্পক্লেশকৰ, সূক্ষ্মখুৰৰ ৰেপৰ নিচিনা। আন হাতেদি আকৌ, বৰুৱাৰ ব্যঙ্গ্যৰ বিষয়বস্তুৰ পৰিসীমাও আছিল ঠেক, কিন্তু বেজবৰুৱাৰ এই গণ্ডী বহুত বিস্তৃত। তেওঁৰ ব্যঙ্গ্যগণ্ডীয়ে হেমচন্দ্ৰ বৰুৱাৰ বিষয়বস্তুক (অসমীয়া সমাজতে আবদ্ধ) সামৰি লোৱাৰ উপৰিও ভাৰতৰ তথা পৃথিৱীৰো বহুত কথা অন্তৰ্ভুক্ত কৰি লৈছে। "কাকতৰ টোপোলাৰ বেছিভাগ প্ৰবন্ধই অসমসম্বন্ধীয়, তদুপৰি ভাৰতীয়-

*ব্যঙ্গ্য-ৰচনা*

৫৬. উল্লেখনীয় কথা — উক্ত কৃপাবৰী-ৰচনাবোৰৰ উপৰিও বেজবৰুৱাৰ প্ৰহসন, প্ৰায়বোৰ চুটিগল্প আৰু "মোৰ জীৱন সোঁৱৰণ।" কৌতুকপূৰ্ণ হাস্যৰসাত্মক-ৰচনাৰ নিদৰ্শন।

সমস্যাই প্ৰধানকৈ স্থান লাভ কৰিছে, আৰু বুৰবুৰণিত অসমৰ সমস্যাৰ পৰা আৰম্ভ কৰি বিশ্বৰ নানা সমস্যাই ঠাই পাইছে। ৰচনাৰ কাল হিচাপেও কাকতৰ টোপোলা প্ৰথম অৱস্থাৰ আৰু বুৰবুৰণি শেষৰ।"[৫৭] হাস্যৰসাত্মক উক্ত চাৰিখন পুথিৰ চতুৰ্থখন "বৰবৰুৱাৰ বুলনি", ইয়াৰ অন্তৰ্ভুক্ত ৰচনাবোৰ পৰৱৰ্ত্তী, "বাঁহী"ৰ বিভিন্ন সংখ্যাত প্ৰকাশিত। এইবোৰ একত্ৰিত কৰি ছপোৱাৰ সময়ত সম্পাদক অতুলচন্দ্ৰ হাজৰিকাইহে ইয়াৰ নাম দিছে— 'বৰবৰুৱাৰ বুলনি'।[৫৮] এই চাৰিখন পুথিৰ অন্তৰ্ভুক্ত বহুত হাস্যৰসাত্মক-ব্যক্তিনিষ্ঠ প্ৰবন্ধ বেজবৰুৱাই "উষা", "বাঁহী", "অসম বন্তি" আদিত লিখিছিল। বেজবৰুৱাৰ জন্ম-শতবাৰ্ষিকী-প্ৰসঙ্গত সেইবোৰ "বৰবৰুৱাৰ চিন্তাৰ শিলগুটি", "বৰবৰুৱাৰ সাহিত্যিক ৰহস্য" আৰু "বৰবৰুৱাৰ সামৰণি"— এই তিনিখন পুথিৰ অন্তৰ্ভুক্ত কৰি ছপোৱা হৈছে। পুথিৰ নামকৰণ কিন্তু বেজবৰুৱাৰ নহয়, সম্পাদক অতুলচন্দ্ৰ হাজৰিকাৰহে।

বিষয়গৰিষ্ঠ তত্ত্বপ্ৰধান আলোচনাত্মক গহীন ৰচনাক সাধাৰণতে বোলা হয় প্ৰবন্ধ বা নিবন্ধ। যুক্তি-প্ৰমাণৰ মাজেদি ইয়াত হয় বিষয়প্ৰতিষ্ঠিত, আত্মানুভূতিৰ স্থান কম কাৰণে ই প্ৰধানতঃ নৈৰ্ব্যক্তিক। তত্ত্ব-কথা, শ্ৰীকৃষ্ণ-কথা, ভগৱৎ-কথা, শঙ্কৰদেৱ, শঙ্কৰদেৱ আৰু মাধৱদেৱ আদি গ্ৰন্থবোৰ এই শ্ৰেণী ৰচনাৰ অন্তৰ্গত। শাস্ত্ৰীয় সূক্ষ্ম আৰু তাত্ত্বিক বিচাৰ আগত ৰাখি পূৰ্ণব্ৰহ্ম শ্ৰীকৃষ্ণৰ ঐশীস্বৰূপ-সাব্যস্ত আৰু তেওঁৰ অলৌকিক-লীলা-মাহাত্ম্যৰ ৰূপায়ণত ইয়াৰ প্ৰথম তিনিখনৰ বিষয়বস্তু বিশেষভাবে কেন্দ্ৰীভূত। শঙ্কৰ-মাধৱৰ জীৱন-কথা আৰু ধৰ্ম্ম-সাহিত্যৰ দিশত তেওঁলোকে দি যোৱা কৃতিৰ বিশ্লেষণাত্মক-আলোচনা বাকী দুখন গ্ৰন্থৰ বিষয়বস্তু। এই গ্ৰন্থকেইখনৰ মাজত বেজবৰুৱাৰ স্বাভাৱিক লঘু কথনভংগী প্ৰকাশ হোৱা নাই। এইবোৰৰ প্ৰকাশৰীতি গহীন আৰু সংস্কৃতীয়া।

*তত্ত্বপ্ৰধান-গহীন ৰচনা*

ইয়াৰ উপৰিও বাথৰ, কামত কৃতিত্ব লভিবৰ সঙ্কেত, অসমীয়া ভাষা আৰু সাহিত্য সম্বন্ধীয় বিবিধ ৰচনাও বেজবৰুৱাৰ পৰৱৰ্ত্তী-কালৰ সাহিত্য-কৃতিৰ অন্তৰ্গত। এই ৰচনাবোৰ চিন্তা-মূলক, মননশীল। ৰচনাবোৰৰ বিষয় চিন্তামূলক হলেও ভাষা আৰু প্ৰকাশৰীতি "তত্ত্ব-কথা", "শ্ৰীকৃষ্ণ-কথা" আদিৰ নিচিনা সংস্কৃতীয়া আৰু কঠিন নহয়। বেজবৰুৱাই এইবোৰত স্বকীয় -অনুভূতি-নিঃসৃত সহজ ভাষাৰে সৰল -প্ৰকাশৰীতিত কঠিন বিষয় ব্যক্ত কৰিবলৈ সক্ষম হৈছে। কৃপাবৰী ৰচনা আৰু "তত্ত্ব-কথা" আদিৰ ভাষাৰ পৰা পৃথক হৈ বেজবৰুৱা যেন এইবোৰত বেলেগ ধৰণে দেখা দিছে। অসম-সাহিত্য-সভাৰ সভাপতিৰ অভিভাষণ (১৯২৪, গুৱাহাটী) আৰু অসম সাহিত্য-সভাৰ ধুবুৰী অধিৱেশনৰ বিশিষ্ট-অতিথিৰ ভাষণ (১৯২৬),

*আন আন ৰচনা*

---

৫৭. ৰ. ভা. বু., পাতনি, ড° বিৰিঞ্চি কুমাৰ বৰুৱা, ড° সত্যেন্দ্ৰ নাথ শৰ্ম্মা

৫৮. বৰবৰুৱাৰ বুলনি, আগকথা

এই দুখণ্ড ৰচনাকো বিশেষত্বৰ ফালৰ পৰা উক্ত শ্ৰেণীৰ অন্তৰ্ভুক্ত কৰিব পাৰি। আন কথা এই যে, "মোৰ জীৱন সোঁৱৰণ" (হাস্যৰসাত্মক-ৰচনাৰ লগত উল্লিখিত) আৰু "ডাঙৰীয়া দীননাথ বেজবৰুৱা"— লক্ষ্মীনাথ বেজবৰুৱাই এই দুখন গ্ৰন্থ ৰচনা কৰি আত্ম-জীৱনী আৰু আন যোগ্য লোকৰ জীৱন-বৃত্ত-ৰূপায়ণৰ পথ-প্ৰশস্ত কৰি দেখুৱাই গৈছে। বেজবৰুৱাৰ "শঙ্কৰদেৱ" আৰু "শঙ্কৰদেৱ আৰু মাধৱদেৱ", এই দুখন গ্ৰন্থ গহীন আলোচনাত্মক-শ্ৰেণীৰ অন্তৰ্গত হোৱাৰ উপৰিও কিছুমান বিশেষত্বই ইয়াকো জীৱন-বৃত্তৰ শাৰীত তুলি দিয়ে।

## পদ্মনাথ গোহাঞিবৰুৱা (১৮৭১-১৯৪৬খৃঃ)

ঘিণাৰাম বৰুৱা মৌজাদাৰৰ পুত্ৰ পদ্মনাথ গোহাঞিবৰুৱা ১৮৭১ খৃঃত ওপজে। তেওঁৰ জন্মস্থান লক্ষীমপুৰৰ নকাৰি গাঁও। লক্ষীমপুৰৰ মজলীয়া স্কুলত তেওঁৰ শিক্ষা আৰম্ভ হয়। সেই সময়ত তেওঁৰ সহপাঠী আছিল পাণীন্দ্ৰনাথ গগৈ। দুয়োজনে যথাসময়ত ছাত্ৰবৃত্তি পৰীক্ষা পাছ্ কৰে। পাছত পদ্মনাথে শিৱসাগৰত হাইস্কুলত পঢ়িবলৈ আৰম্ভ কৰে; প্ৰৱেশিকা পৰীক্ষা দিয়াৰ সময়ৰ আগতে তেওঁ কহিমা হাইস্কুলত গৈ পঢ়িবলগীয়া হয়। সেই স্কুলৰ পৰা ১৮৯০ খৃঃত তেওঁ প্ৰৱেশিকা -পৰীক্ষা পাছ্ কৰে। পদ্মনাথেই কহিমা হাইস্কুলৰ পৰা প্ৰৱেশিকা পাছ্ কৰা প্ৰথম ছাত্ৰ। ইয়াৰ পাছত পদ্মনাথ কলিকতালৈ

*জীৱনীৰ আভাস*

গৈ তাত এফ্ - এ আৰু ওকালতি পঢ়িবলৈ লয়। কিন্তু দুয়োবিধ পৰীক্ষাই পাছ্ নকৰাকৈ শেষত ঘৰলৈ উভতি আহে। তাৰ পাছৰ পৰা কহিমা আৰু তেজপুৰ আদিত শিক্ষকতা কৰি অৱসৰ গ্ৰহণ কৰে। শেষৰ ফালে গোহাঞিবৰুৱাই তেজপুৰত নিগাজিকৈ থাকিবলৈ লয়। সাহিত্যিক -দিশৰ উপৰিও তেওঁৰ জীৱনৰ আৰু দুটা উল্লেখনীয় দিশ হৈছে ৰাজনৈতিক আৰু সামাজিক। তেওঁ তেজপুৰ মিউনিচিপেলিটিৰ কেইবা বছৰ ধৰি সভাপতি থকাৰ উপৰিও অসম কাউন্সিলৰ সদস্য আৰু আহোম এছোচিয়েচনৰ সভাপতিৰো পদত অধিষ্ঠিত হৈছিল। পদ্মনাথ গোহাঞিবৰুৱাই সাহিত্য-সাধনৰ স্বীকৃতি স্বৰূপে বৃটিছ্ চৰকাৰৰ পৰা আজীৱন সাহিত্যিক-পেঞ্চন উপভোগ কৰিছিল। ১৯১৭ খৃঃত শিৱসাগৰত অনুষ্ঠিত অসম-সাহিত্য-সভাৰ প্ৰথম অধিবেশনৰ সভাপতি পদ তেওঁ অলঙ্কৃত কৰিছিল। ১৯৪৬ চনৰ এপ্ৰিল মাহত তেজপুৰত গোহাঞিবৰুৱাই দেহত্যাগ কৰে।

লক্ষ্মীনাথ বেজবৰুৱাৰ নিচিনা পদ্মনাথ গোহাঞিবৰুৱাও আছিল বহুমুখী প্ৰতিভাৰ গৰাকী। তেওঁ আছিল কবি, ঔপন্যাসিক, নাট্যকাৰ, বুৰঞ্জীলেখক, জীৱনীকাৰ, কৃতী

*ৰচনাৱলী*

গদ্যশিল্পী, সাংবাদিক, পাঠ্যপুথিৰচক ইত্যাদি। "জুৰণি", "ফুলৰ চানেকি" আৰু "লীলা"— এই তিনিখন গোহাঞিবৰুৱাৰ কাব্যিক ৰচনা। "ভানুমতী" আৰু "লাহৰী"—এই দুখন তেওঁৰ উপন্যাস "জয়মতী", "গদাধৰ", "সাধনী",

আৰু "লাচিত বৰফুকন" — এই চাৰিখন বুৰঞ্জীমূলক নাটক, আৰু "গাঁওবুঢ়া", "টেটোন তামুলী" আৰু "ভূত নে ভ্ৰম"-- এই তিনিখন তেওঁৰ ধেমেলীয়া নাট। পদ্মনাথ গোহাঞিবৰুৱাৰ অসমৰ ঐতিহ্যৰ অনুসন্ধানৰ ফলশ্ৰুতি স্বৰূপে একাধিক অসম-বুৰঞ্জী, আৰু মহৎ লোকৰ আদৰ্শপ্ৰকাশৰ চেষ্টা স্বৰূপে "জীৱনী-সংগ্ৰহ" পোৱা যায়। সচেতন-সাহিত্য - গদ্যৰ স্ৰষ্টাৰূপে গোহাঞিবৰুৱাৰ শ্ৰেষ্ঠতম -নিদৰ্শন "শ্ৰীকৃষ্ণ"; সাংবাদিক ৰূপে "বিজুলি" আৰু "উষা" আলোচনীৰ সম্পাদনা আৰু পাঠ্যপুথিৰ অভাৱৰ প্ৰতি সচেতন শিক্ষাবিদ ৰূপে "নীতি-শিক্ষা" আদি স্কুলীয়া পাঠ্যপুথিবোৰ আমি পাইছোঁ।

"জুৰণি", "ফুলৰ চানেকি" আৰু "লীলা"— এই তিনিখন কাব্যিক-ৰচনা পদ্মনাথ গোহাঞিবৰুৱাৰ কবি প্ৰতিভাৰ উমান পোৱাৰ যথোচিত সমল। এই তিনিখন পুথি যথাক্ৰমে ১৯০০, ১৯৪১ আৰু ১৮৯৯ খৃঃত প্ৰকাশিত। "জুৰণি"ৰ অন্তৰ্ভুক্ত কবিতাৰ সংখ্যা শতাধিক। ইয়াৰ কিছুমান কবিতা চতুৰ্দ্দশ পদী (Sonnet), কিছুমান যোল্লশৰীয়া, কিছুমান কবিতা ছয়শৰীয়া, কিছুমান চাৰিশৰীয়া আৰু কিছুমান দুই শৰীয়া। কিছুমান কবিতাৰ মাজেদি ৰোমান্টিক ভাৱ আৰু অলপ সংখ্যক হলেও কিছুমানৰ মাজেদি তাত্বিক -ভাৱ প্ৰকাশিত হৈছে। ভাৱৰ গাম্ভীৰ্য্য আৰু কল্পনাৰ সংযমে কিছুমান ছোনেটৰ মৰ্য্যদা অৱশ্যে ৰক্ষা কৰিব পাৰিছে। আন হাতেদি আকৌ, লঘু কল্পনাৰ চিত্ৰণে দুই এটাক নিম্ন শাৰীলৈ ঠেলি নিদিয়াকৈও থকা নাই। নান্দনিক-দৃষ্টিকোণৰ পৰা ৰূপগত বিশেষত্ব সকলোবোৰ কবিতাৰ মাজতে ৰক্ষিত হোৱা দেখা নাযায। কবিতা, কবি, কল্পনা, প্ৰকৃতি, বাঁহী, উৰ্ম্মিলা আদি ছোনেটবোৰৰ কাব্যিক-মৰ্য্যদা লক্ষণীয়। "হেমচন্দ্ৰ গোস্বামী", "মাণিক চন্দ্ৰ বৰুৱা" "কবি ৰবীন্দ্ৰ নাথ", "লক্ষ্মীনাথ বেজবৰুৱা" আদি কবিতাৰ মাজেদি সেই সেই ব্যক্তিবিশেষৰ প্ৰতি গোৱা সশ্ৰদ্ধ - প্ৰশংসা-গীতি আমাৰ কাব্য-সাহিত্যত বিশেষভাবে আদৰণীয়। দুই এটা কবিতাত বিশ্ব কবি ৰবীন্দ্ৰনাথ আৰু গোহাঞিবৰুৱাৰ সমসাময়িক কবি হেমচন্দ্ৰ গোস্বামী আৰু চন্দ্ৰকুমাৰ আগৰৱালাৰ প্ৰভাৱ লক্ষ্য কৰা যায়।

*কাব্যিক অৱদান*

পদ্মনাথ গোহাঞিবৰুৱাৰ "ফুলৰ চানেকি" নামৰ পুথিখন নতুনকৈ ৰচনা কৰা কবিতাৰ সমষ্টি নহয়। আগতে লিখা নাটকৰ অন্তৰ্গত কাব্যিক-বৰ্ণনা কিছুমানৰ খণ্ডবিশেষ আৰু "জুৰণি"ৰ ভিতৰুৱা কেইটামান কবিতা নিৰ্ব্বাচন কৰি আনি এই পুথিখন যুগুত কৰিছে। কবিৰ নিজৰেই ভাষাত "মূল চানেকিৰ পৰা কিছুমান বিশিষ্ট কবিতা-ফুল বাছি আনি, তাৰে সৈতে তাৰ এছোৱাৰ বিশিষ্ট তাণ্ডৰণ এটা উলিয়াৰ অৰ্থে এইখন " ফুলৰ চানেকি" যুগুত কৰা হৈছে।"[৫৯] ইয়াৰ ভিতৰত থকা "চন্দনগিৰি", গুহা আদি প্ৰাকৃতিক-বৰ্ণনাংশ, আৰু বিশ্ব-বীণ, মিলন-মহত্ব আদি কাব্যিক-সৃষ্টি কিছুমান কবিসুলভ অনুভূতিয়ে আকৰ্ষণীয় কৰি তুলিছে। "লীলা" পদ্মনাথ গোহাঞিবৰুৱাৰ এক বিশেষ ধৰণৰ কাব্যিক-সৃষ্টি। প্ৰথমা

৫৯. পাতনি, ফুলৰ চানেকি

পত্নী অৰ্দ্ধাঙ্গিনীৰ অকাল বিয়োগত কবিৰ মন যি বেথাই ব্যাকুলিত কৰিছিল, তাৰ স্মৃতি-সূত্ৰই লীলা-কাব্যৰ সকলো কথ্যবস্তু প্ৰথিত কৰি একক ৰূপত অঙ্কিত কৰিছে। বৰ্ণনাত্মক-ৰসকাব্যৰ (Artificail epic) আদৰ্শত কবিয়ে কাব্যখন ৰচনা কৰিবলৈ লৈ ইয়াক আৰম্ভ কৰিছে বাগ্‌দেৱীৰ বন্দনাৰে, ইয়াৰ মাজত প্ৰাকৃতিক বৰ্ণনা আৰু সংসাৰ-চক্ৰৰ মাজত উদ্ভৱ হোৱা বহুবিধ বিষয়-বৰ্ণনাও আছে আৰু বৰ্ণনীয় আৱয়ৱিক-সামগ্ৰিক-স্বৰূপটো বিষয়ভেদে পছিশটা সৰ্গত বিভক্ত কৰিছে। চৈধ্য-অক্ষৰীয় মধুসূদনী অমিত্ৰাক্ষৰ-ছন্দত গোটেইবোৰ কথা ৰচিত। ব্যক্তিগত-জীৱনৰ সুখ-দুখৰ অনুভূতিমিশ্ৰিত ঘটনাৰাজি মহাকাব্যৰ লেখীয়াকৈ ৰচিত "লীলা"ৰ মূল্য আমাৰ কাব্য-জগতত একক। কবিৰ ভাষা -প্ৰয়োগ, বৰ্ণনাশক্তি, স্থানবিশেষে আধ্যাত্মিকতাৰ প্ৰতিফলন আদিও কাব্যিক সৌন্দৰ্য্যবৰ্দ্ধক। তথাপি বস্তুনিষ্ঠ-বৰ্ণনাত্মক কাব্যৰ নায়ক -নায়িকাকেন্দ্ৰী যি বিষয় গাম্ভীৰ্য্য, যি নেকি সহৃদয়-পাঠকৰ হৃদয় স্পৰ্শ কৰি ক্ৰমগতিত আগবাঢ়ি যায়, সেই বিশেষত্বৰ অভাৱ ইয়াত দেখা যায়। ইয়াক এক প্ৰকাৰ আত্মনিষ্ঠ- সুদীৰ্ঘ শোক-কবিতাও বুলিব পাৰি। সেইবুলি প্ৰখ্যাত শোক--গাথাঁৰ সাৰ্ব্বজনীন ৰসানুভূতি ইয়াত পোৱা নাযায়। যি কি নহওক, কাব্যিক-দিশত গোহাঞিবৰুৱাৰ অৱদান উলাই কৰিবলগীয়া মুঠেই নহয়।

পদ্মনাথ গোহাঞিবৰুৱাই " ভানুমতী" আৰু "লাহৰী' নামৰ দুখন উপন্যাস ৰচনা কৰিছে, আৰু সেই দুখন যথাক্ৰমে ১৮৯১ আৰু ১৮৯২ খৃঃত প্ৰকাশ কৰি জোনাকী-যুগৰ আৰম্ভণিতে তেওঁ ঔপন্যাসিকৰূপে পৰিগণিত হৈছে। অসম-বুৰঞ্জীৰ পৰৱৰ্ত্তি-কালৰ বাতাবৰণৰ মাজত দুয়োখন উপন্যাসৰেই কাহিনী সংস্থাপিত কৰা হৈছে। বুৰঞ্জীমূলক নাটক বা উপন্যাস হবলৈ হলে তাৰ কাহিনীৰ নায়ক -নায়িকাকেন্দ্ৰী মূল-কথাখিনি ইতিহাস-সমৰ্থিত হব লাগে। কিন্তু "ভানুমতী" আৰু "লাহৰী"ৰ যথাক্ৰমে নায়ক-নায়িকা চাৰুগোহাই - ভানুমতী আৰু কমল-লাহৰীৰ প্ৰেমজনিত সেই ঘটনা-প্ৰৱাহ ইতিহাস সমৰ্থিত নহয়। ঔপন্যাসিকে কিন্তু ভানুমতীৰ সেই ঘটনা-প্ৰৱাহ বুৰঞ্জী-প্ৰসিদ্ধ মোৱামৰীয়া-বিদ্ৰোহৰ সময়ৰ সামাজিক-পৰিস্থিতিৰ লগত আৰু "লাহৰী"ৰ তেনে ঘটনা প্ৰবাহ মানৰ শেষ আক্ৰম-প্ৰসঙ্গৰ বিশৃঙ্খল পৰিস্থিতিৰ লগত সাঙোৰ খুৱাই দিছে। ইতিহাস-প্ৰেমিক গোহাঞিবৰুৱাই ইতিহাসৰ লগত মিল থকা কিছুমান ব্যক্তিৰ উপাধি আৰু পৰিস্থিতিৰ চিত্ৰণ যি ধৰণে কৰিছে সি অৱশ্যে উপন্যাস দুখনত ঐতিহাসিক বাতাবৰণ সৃষ্টিত সহায়তা কৰিছে। তথাপি সামগ্ৰিকভাৱে গুণাগুণ বিচাৰ কৰি কব পৰা যায় — উক্ত গ্ৰন্থ দুখন সামাজিক উপন্যাস বোলাৰহে যোগ্য। দুয়োখন উপন্যাসেই নায়িকাপ্ৰধান- কাহিনীৰ অগ্ৰগতিত দুয়োজনী নায়িকাৰেই ভূমিকা অধিক -গুৰুত্বপূৰ্ণ; আনহাতেদি দুয়োখনতেই নায়ক নিষ্ক্ৰিয়— পৰিস্থিতিৰ অধীন। "ভানুমতী"ৰ পৰিণতি দুঃখদায়ক আৰু "লাহৰী"ৰ পৰিণতি মিলনাত্মক। বিশেষ কথা—"ভানুমতী" আমাৰ সাহিত্যত

*উপন্যাস*

প্ৰথম আত্মভাষণমূলক উপন্যাস (Autobiographical novel), ই গোহাঞিবৰুৱাৰ প্ৰথম ৰচনা। লেখকৰ ভাষাত "ভানুমতী ৰচোতাৰ পোন প্ৰথম সাহিত্যিক অৰ্জ্জন।"[৬০] চৰিত্ৰৰ অন্তৰ্দ্বন্দৰ মানসিক-বিশ্লেষণৰ অভাব আৰু চাঞ্চল্যকৰ ঘটনাৰ প্ৰাচুৰ্য্য থকা সত্ত্বেও আমাৰ সাহিত্যৰ প্ৰথম পৰ্য্যাযৰ প্ৰকৃত-উপন্যাসৰ ৰচকৰূপে গোহাঞিবৰুৱা ৰ নাম অবিস্মৰণীয়।

"জয়মতী" (১৯০০), "গদাধৰ" (১৯০৭), "সাধনী" (১৯১১) আৰু "লাচিত বৰফুকন" (১৯১৫) – এই কেইখন বুৰঞ্জীমূলক নাটক আৰু "বাণ-ৰজা" (১৯৩২) নামৰ এখন পৌৰাণিক নাটক পদ্মনাথ গোহাঞিবৰুৱাই ৰচনা কৰিছে। ইয়াৰ উপৰিও নাট্য-জগতলৈ তেওঁ আগবঢাইছে তিনিখন প্ৰহসন – গাঁওবুঢ়া (১৮৯৭), টেটোন তামুলী (১৯০৯) আৰু ভূত নে ভ্ৰম (১৯২৪)। আহোম ৰজা চুলিকফা বা ল'ৰা ৰজাই নিজ ৰাজ্য নিষ্কণ্টক কৰাৰ উদ্দেশ্যে ৰাজ্যৰ ৰাজযোগ্য ৰাজকোঁৱৰসকলৰ অঙ্গক্ষত কৰোৱা অভিযান-প্ৰসঙ্গত তুংখুঙীয়া ফৈদৰ কোঁৱৰ গদাপাণিক অঙ্গক্ষতৰ পৰা ৰক্ষা কৰাৰ কাৰণে তেওঁৰ পত্নী জয়মতীয়ে তেওঁক পলাই থাকিবলৈ দিয়ে।সেই প্ৰসঙ্গত ৰজাঘৰীয়া লোকে জয়মতীক গদাপাণিৰ বাৰ্ত্তা সুধি কোনো উত্তৰ নোপোৱাত ৰাজ-আদেশত নানান কঠোৰ শাস্তি দি জয়মতীৰ মৃত্যু ঘটায়। পাছত গদাপাণিয়ে ৰাজবিষয়াসকলৰ সহায়তাত ৰাজশক্তিৰ বিৰুদ্ধে যুদ্ধ কৰি গদাধৰ সিংহ নাম লৈ আহোম ৰাজসিংহাসন আৰোহণ কৰে। অসম-বুৰঞ্জীৰ এই বিখ্যাত ঘটনাংশৰ আধাৰত গোহাঞিবৰুৱাই "জয়মতী" আৰু "গদাধৰ" নাটক ৰচনা কৰিছে। ঘটনাৰ প্ৰথমাংশ সামৰি লৈ ইয়াৰ প্ৰথমখন শেষ হৈছে জয়মতীৰ শোকবহুল মৃত্যুত, আৰু তাৰ পাছৰ অংশ সামৰি লৈ দ্বিতীয়খন সমাপ্ত হৈছে গদাধৰসিংহৰ সুখদায়ক ৰাজ অভিষেকত। প্ৰথম নাটকখন দুখদায়ক আৰু দ্বিতীয়খন সুখদায়ক। ইতিহাসৰ তথ্যক ৰূপ দিয়াত নাট্যকাৰ বিশেষভাৱে আঁতৰি যোৱা নাই। পাঁচটাকৈ অঙ্কত বিভক্ত কৰিবলগীয়া ঘটনা ৰূপায়িত হোৱা নাই যদিও দুয়োখনকে নাট্যকাৰে পাঁচ অঙ্কৰ মৰ্য্যাদা দিছে। চুটীয়া -ৰাজ্যৰ পতন-আখ্যানৰ আধাৰত "সাধনী" নাটক ৰচিত। নাটকৰ নায়িকা সাধনী চুটীয়াৰ শেষ ৰজা নীতিপালৰ পত্নী। আহোম-ৰজা চুহুংমুঙে চুটীয়া -ৰাজ্য আক্ৰমণ কৰে, সেই প্ৰসঙ্গত নীতিপালৰ মৃত্যু হয় আৰু সাধনী ৰাণীয়েও সতীত্ব ৰক্ষাৰ কাৰণে চন্দনগিৰি পাহাৰৰ ওপৰৰ পৰা জপিয়াই পৰি প্ৰাণ বিসৰ্জ্জন দিয়ে। এই ঐতিহাসিক কথাখিনি সাধনী নাটকৰ বিষয়বস্তু। বিখ্যাত শৰাইঘাটৰ যুদ্ধৰ প্ৰাসঙ্গিক-ঘটনা আৰু তাত অসমীয়া-সেনাপতি লাচিত বৰফুকনৰ বীৰত্বৰ স্বৰূপ প্ৰকাশ হৈছে "লাচিত বৰফুকন" নাটকৰ কাহিনীৰ মাজত। নাটকখন আৰম্ভ হৈছে চক্ৰধ্বজসিংহই মোগলক দিবলগীয়া পেচ্‌কচ্ নিদিবলৈ কৰা ঘোষণাত আৰু শেষ হৈছে শৰাইঘাটৰ যুদ্ধ বিজয়ৰ্তী– "জয়, লাচিতবৰফুকনৰ জয়"– এই

*নাটক*

---

৬০. পাতনি, ভানুমতী

ঐক্যতানত। এই নাটকখনৰ পৰিণতি সুখদায়ক আৰু "সাধনী"ৰ সমাপ্তি দুঃখদায়ক। একামাত্র পৌৰাণিক নাটক "বাণ-ৰজা" শোণিতপুৰাধিপতি বাণাসুৰৰ ৰণ-লিপ্সা আৰু বীৰত্বব্যঞ্জক। খিল-হৰিবংশ আৰু ভাগৱত-পুৰাণত বৰ্ণিত বাণ আৰু তেওঁৰ কন্যা উষাৰ জীৱনালেখ্য নাটকখনৰ আধাৰভূমি হলেও নাট্যকাৰে কোৱামতে "শ্ৰীকৃষ্ণৰ জীৱন-চৰিত্ৰৰ অন্ত্যলীলা-খণ্ডৰ বুকুতে বাণ-চৰিত্ৰৰ মূল -ভেটি অঙ্কিত।"[৬১] নাটকখনৰ পৰিণতি সুখদায়ক। শেষৰ ফালে নাৰদৰ মুখেৰে ঘোষিত কৰাইছে — "ব্ৰহ্মা, বিষ্ণু, শঙ্কৰ মূলত তিনিও এক শক্তি। বিষ্ণু শিৱৰূপ, শিৱ বিষ্ণু ৰূপ; দুইৰো কোনো প্ৰভেদ নাই।" "বাণৰজা" গোহাঞিবৰুৱাৰ নাট্য-সাহিতৰ শেষতম ৰচনা, অথচ কাহিনীসৃষ্টি, ভাষা, মঞ্চসাফল্য আদি দিশৰ পৰা এই নাটক অধিক ত্ৰুটিপূৰ্ণ। উক্ত দিশবোৰৰ পৰা প্ৰথম ৰচনা "জয়মতী"য়েই অধিক উন্নত। এটা উল্লেখনীয় কথা— গোহাঞিবৰুৱাৰ "লাচিত বৰফুকন"'ত বাহিৰে বুৰঞ্জীমূলক নাটককেইখনৰ সংলাপ দিয়া হৈছে অমিত্ৰাক্ষৰ-ছন্দত আৰু পৌৰাণিক-নাটক "বাণ-ৰজা"ৰ (লগতে লাচিত বৰফুকনৰো) সংলাপ গদ্যত।

গাঁও বুঢ়া, টেটোন তামুলী আৰু ভূত নে ভ্ৰম, এই তিনিখন প্ৰহসন বা ধেমেলীয়া নাটৰ ভিতৰত "গাঁওবুঢ়া" উৎকৃষ্ট। ইয়াত ভোগমন নামৰ এজন গাঁওবুঢ়াৰ চাৰিত্ৰিক - বিশেষত্বক অৱলম্বন কৰি বৃটিছ ৰাজত্বৰ প্ৰথমাৱস্থাত নানা শ্ৰেণীৰ স্বাৰ্থপৰ আৰু সুবিধাবাদী মানুহে কেনেকৈ অত্যাচাৰ আৰু দুৰ্নীতি চলাইছিল তাক প্ৰকাশ কৰা হৈছে। বেজবৰুৱাৰ প্ৰহসন কেইখনৰ নিচিনা ঘটনাৰ অস্বাভাৱিকতা ইয়াত নাই। বিষয়বস্তুৰ উপস্থাপন, ভাষাৰ সংযম আৰু হাস্য-ৰসৰ সৃষ্টি-কৌশল - এই সকলো ফালৰ পৰা "গাঁওবুঢ়া" গোহাঞিবৰুৱাৰ সাৰ্থক প্ৰহসন। "টেটোন তামুলী"'ত গাঁৱলীয়া টেন্টনৰ ধূৰ্ত্তালি আৰু "ভূত নে ভ্ৰম"'ত ভূতৰ প্ৰতি গাঁৱলীয়া মানুহৰ বিশ্বাস যে অমূলক, এই কথা প্ৰকাশ কৰা হৈছে। এই দুখন প্ৰহসনে "গাঁওবুঢ়া"ৰ সমান মৰ্য্যদা লাভ কৰিব নোৱাৰিলেও ইয়াতো বিষয়বস্তুৰ অতি-অস্বাভাৱিকতা নাই। গোহাঞিবৰুৱাৰ আদি বয়সৰ গহীন নাটক "জয়মতী" (১৯০০) আৰু প্ৰহসন "গাঁওবুঢ়া" (১৮৯৯) পৰবৰ্ত্তি কালত ৰচিত "বাণ-ৰজা" আৰু আন প্ৰহসন দুখনতকৈ বহুত শ্ৰেষ্ঠ হোৱাটোৱে নাট্যকাৰৰ সৃষ্টিশীল- প্ৰতিভাৰ নিম্নগতি সূচনা কৰিছে। ত্ৰুটি-বিচ্যুতিৰ মাজেদি হলেও "জোনাকী-যুগৰ নাটকীয়-দিশত গোহাঞিবৰুৱাৰ অৱদান চিৰদিনৰ কাৰণে স্মৰণীয়।

*প্ৰহসন*

পদ্মনাথ গোহাঞিবৰুৱাৰ অসম-বুৰঞ্জীৰ প্ৰতি প্ৰীতি বংশানুক্ৰমিক। বুৰঞ্জীমূলক তথ্যপাতিৰ অনুসন্ধান আছিল তেওঁৰ জীৱনজোৰা সাধনাৰ অন্যতম। তাৰ ফলশ্ৰুতি ১৮৯৯ খৃঃতে ওলোৱা আৰু ভালেমান সংস্কৰণৰ মাজেদি ক্ৰমবৰ্দ্ধিত আৰু তথ্যবহুল হৈ বৃহদাকাৰৰ স্থিতিলাভ কৰা অসম-বুৰঞ্জীখন। গুণাভিৰাম বৰুৱাৰ অসম- বুৰঞ্জীৰ

---

৬১. পাতনি, বাণ-ৰজা

পাছতেই গোহাঞিবৰুৱাই বিশেষ অনুসন্ধানৰ ভেটিত আৰু বৈজ্ঞানিক -পদ্ধতিৰে এই অসম-বুৰঞ্জী ৰচনা কৰিছে। তেওঁ "বুৰঞ্জী-বোধ" নামেৰেও এখন অসম-বুৰঞ্জী স্কুলীয়া -শিক্ষাৰ্থীৰ কাৰণে ৰচনা কৰিছিল। গোহাঞিবৰুৱাৰ সম্পাদিত গ্ৰন্থ দুখন- "সাহিত্য- সংগ্ৰহ" আৰু "জীৱনী-সংগ্ৰহ"। প্ৰথমখন বিভিন্ন প্ৰবন্ধৰ, আৰু দ্বিতীয়খন মহৎলোক কিছুমানৰ জীৱন-চৰিত্ৰ-সংগ্ৰহ"; দুয়োখনতে তেওঁৰ নিজৰ ৰচনা কিছুমানো অন্তৰ্ভুক্ত হৈছে।

*বুৰঞ্জী*

সাহিত্য-জগতত গোহাঞিবৰুৱাৰ "শ্ৰীকৃষ্ণ" গ্ৰন্থ গগনচুম্বী কীৰ্ত্তিস্তম্ভ। এই সুবৃহৎ গদ্য-গ্ৰন্থখন তিনিটা খণ্ডত বিভক্ত — আদ্য-লীলা, মধ্যলীলা আৰু অন্ত্যলীল্য। বিশেষকৈ মহাভাৰত, হৰিবংশ, ভাগৱত-পুৰাণ আৰু বিষ্ণু-পুৰাণৰ পৰা কৃষ্ণবিষয়ক- কথাবোৰ সংগ্ৰহ কৰি আনি জন্মৰ পৰা মৃত্যুলৈকে কৃষ্ণৰ জীৱন-লীলা প্ৰণালীবদ্ধভাবে ক্ৰম ৰক্ষা কৰি ইয়াত তেওঁ সুন্দৰভাবে বৰ্ণনা কৰিছে। বঙ্কিমচন্দ্ৰ চট্টোপধ্যায়ে বাংলা-গদ্যত ৰচনা কৰা "কৃষ্ণ-চৰিত্ৰ"ৰ দ্বাৰা কিবা প্ৰকাৰে হয়তো গোহাঞিবৰুৱা প্ৰভাৱিত হৈছিল, আৰু বঙ্কিমচন্দ্ৰৰ গ্ৰন্থৰ প্ৰথমখণ্ডৰ উপক্ৰমণিকাৰ আলোচনাৰ কোনো কোনো কথাৰ লগত গোহাঞিবৰুৱাৰ গ্ৰন্থৰ আদ্য-লীলাখণ্ডৰ পাতনিৰ আলোচনাৰ কিছু সাদৃস্য আছে। কিন্তু গোহাঞিবৰুৱাৰ মূল-গ্ৰন্থখনৰ ওপৰত বঙ্কিমচন্দ্ৰৰ প্ৰভাৱ লক্ষ্য কৰা নাযায়, বৰং দুয়োগৰাকী লেখকৰ মাজত প্ৰকৃতিগতভাবে বৈশ্যাদৃশ্যহে লক্ষ্য কৰা যায়। "শ্ৰীকৃষ্ণ" গোহাঞিবৰুৱাৰ সাহিত্যিক-জীৱনৰ কীৰ্ত্তিস্তম্ভ হোৱাৰ উপৰিও আধুনিক গদ্য-সাহিত্যৰ ক্ৰমবিকাশৰ পথত দিক্‌নিৰ্ণয়কাৰী দীপ্তিমান জ্যোতিষ্ক। ই বিংশ-শতিকাৰ আদিভাগৰ গদ্য-সাহিত্যৰ মানদণ্ডত মৰ্য্যাদা প্ৰদান কৰাৰ উপৰিও পুৰণিকলীয়া বৈষ্ণৱ-সাহিত্যৰ পৰম্পৰা -ৰক্ষাত সহায়তা কৰিছে। এটা উল্লেখনীয় কথা— "শ্ৰীকৃষ্ণ"ৰ অন্ত্যলীলা-খণ্ডৰ অন্তৰ্ভুক্ত শ্ৰীমদ্ভগৱদ্‌গীতাখণ্ডৰ কথাবোৰ গোহাঞিবৰুৱাই প্ৰকাশ কৰিছে এখন সুকীয়া গ্ৰন্থৰূপে - - নাম "গীত-সাৰ"। "শ্ৰীকৃষ্ণ" নপঢ়া মানুহৰ কাৰণে ইয়াৰ মূল্যও যথেষ্ট।

*শ্ৰীকৃষ্ণ কীৰ্ত্তিস্তম্ভ*

গোহাঞিবৰুৱাৰ আত্ম-জীৱনী "মোৰ সোঁৱৰণী" (১৯৭১ খৃঃত জন্ম-শতবাৰ্ষিকী উপলক্ষে প্ৰকাশিত), অসম-সাহিত্য-সভা আদি কেইবাটাও অনুষ্ঠানৰ সভাপতিৰ অভিভাষণ, নিজে সম্পাদন কৰা আলোচনীৰ সম্পাদকীয় ৰচনাবোৰ, বিভিন্ন আলোচনীত প্ৰকাশিত প্ৰবন্ধৰাজি আৰু আদি-শিক্ষা, নীতি-শিক্ষা, শিক্ষা-বিধি, ভূগোল-দৰ্পণ আদি পঢ়াশলীয়া কিতাপবোৰৰ মূল্যায়নো এইপ্ৰসঙ্গত স্মৰণীয়। মুঠতে কব পৰা যায় — লেখক যিমানেই প্ৰতিভাশালী নহওক, ক্ৰটি -বিচ্যুতিৰ সম্পূৰ্ণ উৰ্দ্ধত তেওঁ উঠিব নোৱাৰে। সূক্ষ্মদৰ্শীৰ দৃষ্টিত গোহাঞিবৰুৱাৰ বিপুল-ৰচনাৰাজিৰ মাজতো অৱশ্যে কলাত্মক সৃষ্টিকৌশল, প্ৰকাশৰীতি, শব্দপ্ৰয়োগ আদিৰ দিশত অলপ-অচৰপ

*অন্যান্য*

আসোৱাহ চকুত নপৰাকৈ নাথাকে। তাক "একো হি দোষো গুণ-সন্নিপাতে, নিমজ্জতীন্দোঃ কিৰণেষ্বিবাঙ্কঃ" বুলিলেও বুলিব পৰা যায়।

## বেজবৰুৱা আৰু গোহাঞিবৰুৱা

লক্ষ্মীনাথ বেজবৰুৱা আৰু পদ্মনাথ গোহাঞিবৰুৱা—এই দুগৰাকী ভক্ত-পূজাৰীয়ে উনবিংশ-শতিকাৰ শেষ দশকৰ পৰা প্ৰায অৰ্দ্ধশতাব্দী ধৰি পৰম-নিষ্ঠাৰ সৈতে ভাষা-জননীৰ পূজাত নানাবিধ সাহিত্যিক-উপচাৰ নিবেদন কৰে। স্বদেশানুৰাগত উদ্বুদ্ধ আৰু ভাষা-জননীৰ সেৱা-ব্ৰতী যুগ-চূড়ামণি-দুগৰাকীয়ে মাতৃৰ সাময়িক আৱশ্যকতালৈ লক্ষ্য ৰাখিয়ে প্ৰায়বোৰ উপচাৰ নিবেদন কৰে, কোনো কোনো ক্ষেত্ৰত তেওঁলোকে নিজৰ প্ৰতিভা বা যোগ্যতালৈ কিজানি ভবা নাছিল। কিয়নো, গোহাঞিবৰুৱাই "অভিনয় কৰিবৰ উপযুক্ত অসমীয়া নাটৰ অভাৱ গুচাবৰ উদ্দেশ্যে নাট্য-অৰ্ঘ্য মাতৃৰ চৰণত সমৰ্পন কৰে।" "অসমীয়া উপন্যাস বুলিবলৈ আজিলৈকে এখনো পুথি ওলোৱা নাই। সেই অভাৱ আৰু দুৰ্নাম গুচাবৰ মনেৰেই" তেওঁ উপন্যাসৰূপ ঘৃত-তৈল্য- প্ৰদীপ দুটি পূজাৰ বেদীত জ্বলাই দিয়ে। "অসমীয়া-ভাষাত ওখ খাপৰ সাহিত্যপুথিনাই — এই দুৰ্নাম গুচাবৰ অভিপ্ৰায়ে" সাহিত্য -সংগ্ৰহৰূপ -মাল্যধাৰ তেওঁৰ মাতৃৰ কণ্ঠত পিন্ধায়। "অসমীযা চৰিতাৱলী এখনৰ অভাৱ ভালেমান দিনৰ পৰা অনুভৱ" কৰি জীৱনী -সংগ্ৰহৰূপ পুষ্পাঞ্জলি মাতৃৰ চৰণত তেওঁ নিবেদন কৰে। নীতি-শিক্ষা, শিক্ষা-বিধি, বুৰঞ্জী আদি আন আন পঢ়াশলীয়া পুথিৰ ৰচনাৰ অন্তৰালতো তেনেধৰণৰ উদ্দেশ্যতাই নিহিত আছে।

*সাদৃশ্য*

জীৱনৰ শেষৰ ফালে জাগতিক-শোক-তাপ সাম কটাবৰ উদ্দেশ্যে গীতা-ৰস পান কৰি তেওঁযেন সুখ-দুঃখৰ প্ৰতি নিস্পৃহ হয়। "গীতা-সাৰ" মাতৃ- চৰণত অনাসক্ত -ভক্তৰ যেন নিস্পৃহ অঞ্জলিৰ চিন। বেজবৰুৱাই নিজে লিখা পাতনি তেওঁৰ গোটেইবোৰ গ্ৰন্থতে পোৱা নাযায় কাৰণে প্ৰতিখনৰে ৰচনাৰ উদ্দেশ্যতা সঠিকভাবে কোৱা টান। তথাপি জনা যায়— "তেওঁৰ (শঙ্কৰদেৱৰ) অমূল্য গ্ৰন্থবোৰত থকা ৰচনাৰ সৌন্দৰ্য্য, ওখ জ্ঞানোপদেশ আৰু শিক্ষা আদিলৈ আঙুলিয়াই দি, পাৰিলে সেইবোৰলৈ লোকৰ মনোযোগ আকৰ্ষণ কৰা"- এয়েই "শ্ৰীশ্ৰীশঙ্কৰদেৱ"—সৃষ্টিৰ উদ্দেশ্যতা। "মহাপুৰুষৰ চৰিত্ৰ সকলোৰে মাজত প্ৰচাৰ হওক"— "শ্ৰীশ্ৰীশঙ্কৰদেৱ" আৰু "শ্ৰীমাধৱদেৱ" —ৰচনাৰো কাৰণ এয়েই । "এই অনিষ্টকৰ (ঈশ্বৰ বিবৰ্জ্জিত শিক্ষাৰ) প্ৰতিৰোধ কৰিবৰ নিমিত্তে" শ্ৰীভগৱৎ কথা তেওঁ প্ৰণয়ন কৰিছে। চক্ৰধ্বজসিংহ নাটক ৰচনাৰ "ঘাই উদ্দেশ্য — অসমৰ অতীত গৌৰৱ কাহিনী নাটৰ আকাৰেৰে আজি কালিৰ অসমীয়াৰ আগত প্ৰচাৰ কৰাটোহে।" আকৌ, বেলিমাৰ নাটক লিখাৰ "ঘাই উদ্দেশ্য —ভাস্কৰ বৰ্ম্মা, চক্ৰধ্বজসিংহ আৰু ৰুদ্ৰসিংহৰ অসম কেনেকৈ শ্মশান হ'ল, তাক দেখুৱাটো।" এইদৰে বুজা যায় — বেজবৰুৱাৰো বেছিভাগ সাহিত্যিক-সৃষ্টিৰে আগত আছিল একোটা উদ্দেশ্যতা।

লক্ষ্মীনাথ বেজবৰুৱা আৰু পদ্মনাথ গোহাঞিবৰুৱা উভয়েই বিশাল ব্যক্তিত্বশালী— তেওঁলোক উভয়েই ৰচিছিল কবিতা, লিখিছিল নাটক-উপন্যাস-প্ৰহসন, সৃষ্টি কৰিছিল জীৱন-বৃত্ত আৰু আত্ম-চৰিত, আৰু উভয়েই গভীৰভাবে মনোনিবেশ কৰিছিল ধৰ্ম্মবিষয়ৰ আলোচনা-ৰূপায়ণত। দুয়োজনেই আমাৰ সাহিত্যত সাংবাদিকতাৰ দিশ সুস্থ আৰু প্ৰশস্ত কৰি তোলাত যথেষ্ট বৰঙণি যোগাইছে। আলোচনী-সম্পাদনাৰ যোগেদি দুয়োগৰাকী পুৰুষে লেখক-গোষ্ঠী বঢ়োৱাৰ উপৰিও গদ্য-ৰীতিক উন্নত স্তৰলৈ আনিছে। প্ৰভেদ মাত্ৰ এই— বেজবৰুৱা আমাৰ সাহিত্যৰ চুটিগল্পৰ স্ৰষ্টা আৰু এই সৃষ্টিৰ ব্যাপকতাৰ মাজেদি ইয়াৰ বিকাশসাধন কৰোতাও, এইবিধ সৃষ্টিলৈ গোহাঞিবৰুৱাৰ কিন্তু প্ৰযাস দেখা নাযায়। আন হাতেদি, গোহাঞিবৰুৱাৰ বুৰঞ্জীপ্ৰীতি প্ৰশংসনীয়, একাধিক বুৰঞ্জীৰচনাৰ মাজেদি আমাৰ গদ্য-সাহিত্যৰ এটা দিশ তেওঁ সবল কৰিছে; এই দিশত বেজবৰুৱাৰ দৃষ্টি পৰাৰ কিন্তু প্ৰমাণ নাই। ইয়াৰ উপৰিও, কেইবাখনো পঢ়াশলীয়া কিতাপ ৰচনা কৰি গোহাঞিবৰুৱাই সাময়িক প্ৰয়োজন মিতাইছিল; এই প্ৰযোজনলৈ চকু দিয়াৰ অৱকাশ বেজবৰুৱাৰ হয়তো নাছিল। দুয়োগৰাকী গদ্য-শিল্পীয়ে হাস্যৰস সৃষ্টি কৰিলেও বেজবৰুৱা সকলো গুণতে এই সৃষ্টিত অনন্যসাধাৰণ; তেওঁৰ হাস্যৰসে যি উপাদানক আশ্ৰয় কৰি যি ৰাজ্যত আত্ম-প্ৰকাশ কৰিছে, সি যথাক্ৰমে নানাত্বসম্পন্ন আৰু অতি বিশাল। গোহাঞিবৰুৱাৰ হাস্যৰসৰ পৰিসীমা কিন্তু বেজবৰুৱাৰ তুলনাত একেবাৰে ঠেক, যি সামাজিক-দিশতে পৰিসীমিত।

*তুলনা*

## হেমচন্দ্ৰ গোস্বামী (১৮৭২ - ১৯২৮ খৃঃ)

গোলাঘাট-মহকুমাৰ অন্তৰ্গত গৌৰাঙ্গসত্ৰৰ ডম্বৰুধৰ গোস্বামীৰ পুত্ৰ হেমচন্দ্ৰ গোস্বামী ১৮৭২ খৃঃৰ ৮ জানুৱাৰীত ওপজে। তেওঁ নগাওঁৰ স্কুলত শিক্ষালাভ কৰি ১৮৮৮ খৃঃত তাৰ পৰা প্ৰৱেশিকা পৰীক্ষা পাছ কৰে। পাছত কলিকতাৰ প্ৰেছিডেঞ্চী কলেজত গৈ চাৰি বছৰ পঢ়ে, কিন্তু বি-এ পাছ নকৰাকৈয়ে তেওঁ উভতি আহিবলগীয়া হয়। প্ৰথমতে গুৱাহাটীৰ সোণাৰাম হাইস্কুলত প্ৰধান শিক্ষকৰূপে কিছুদিন কাম কৰাৰ পাছত তেওঁ চাব্‌ডেপুটি কলেক্টৰৰ পদ লাভ কৰে। এই পদত দক্ষতা দেখুৱাই পাছত গৈ গোস্বামীয়ে একষ্ট্ৰা এচিষ্টেন্ট্‌ কমিছনাৰৰ পদ পায়। চৰকাৰী কাম সুকলমে চলাই সেই পদৰ পৰা শেষত তেওঁ ১৯২৫ খৃঃত অৱসৰ গ্ৰহণ কৰে। অৱসৰৰ মাত্ৰ তিনি বছৰ পাছতে ১৯২৮ খৃঃৰ ২ মেই তাৰিখত গুৱাহাটীৰ নিজ ঘৰত হেমচন্দ্ৰ গোস্বামীৰ কৰ্ম্মবহুল জীৱনৰ পৰিসমাপ্তি ঘটে।

*জীৱনীৰ আভাস*

হেমচন্দ্ৰ গোস্বামী অসমীয়া-সাহিত্যৰ ইতিহাসত জনাজাত পণ্ডিত হেমচন্দ্ৰ গোস্বামীৰূপে। প্ৰতিভাশালী আৰু কৰ্ম্মদক্ষ গোস্বামী ডিৰেক্টৰ নেওগৰ ভাষাত "অসমীয়া

নৱন্যাসৰ ত্ৰিমূৰ্ত্তিৰ তৃতীয়টি।"[৬২] জোনাকীযুগৰ সাহিত্যৰ স্ৰষ্টা আৰু সংগঠকসকলৰ ভিতৰত তেওঁ আছিল অন্যতম অগ্ৰগামী। এগৰাকী আগশাৰীৰ কবি, সুচিন্তিত সমালোচক, অনুসন্ধান আৰু গৱেষণাপূৰ্ণ -প্ৰবন্ধৰচক, প্ৰাচীন-তথ্যপাতি আৰু সাঁচিপতীয়া-পুথিৰ সংগ্ৰাহক, সম্পাদক আৰু প্ৰকাশক, সাংৱাদিক আদি নানান ধৰণে অসমীয়া-সাহিত্য-সংস্কৃতিৰ ক্ষেত্ৰত হেমচন্দ্ৰ গোস্বামীৰ নাম চিৰোজ্জ্বল। স্কুলত পঢ়ি থকা সময়তে তেওঁ গুণাভিৰাম বৰুৱা, ৰত্নেশ্বৰ মহন্ত, ভোলানাথ দাস আদিৰ সান্নিধ্য লাভ কৰি সাহিত্য-চৰ্চ্চাৰ ক্ষেত্ৰত তেওঁলোকৰ দ্বাৰা অনুপ্ৰাণিত হয়। কিছুকাল পাছত হোৱা চন্দ্ৰকুমাৰ আৰু লক্ষ্মীনাথৰ সঙ্গলাভো তেওঁৰ প্ৰেৰণাৰ উৎস আছিল বুলিব পাৰি। ১৩/১৪ বছৰ বয়সতে হেমচন্দ্ৰ গোস্বামীৰ কবি-প্ৰতিভা তেওঁৰ অন্তৰত উক্ দি উঠে আৰু সি সেই কালৰ "আসাম-বন্ধু" ত কেইবাটা ৰূপত প্ৰকাশিত হয়। যৌৱন-কালত তেওঁ ৰোমান্টিক-ভাৱাপন্ন বহুত কবিতা ৰচনা কৰি "জোনাকী"ত উলিয়াইছিল। সেই সকলোবোৰ কবিতা পাছত "ফুলৰ চাকি' নামেৰে পুথিৰ আকাৰত প্ৰকাশিত হয়। হেমচন্দ্ৰ গোস্বামীৰ কিশোৰ -কালীন কবি প্ৰতিভা সম্বন্ধে তেওঁ নিজেই লিখা এষাৰ কথা উল্লেখনীয - "ইয়াৰ (ফুলৰ চাকিৰ) ভিতৰত কেইবাটাও কবিতা লেখকৰ ১৩/১৪ বছৰ বয়সতে লিখা আৰু তেতিয়া লেখকে আৰ্হি লবৰ নিমিত্তে অসমীয়া-ভাষাত গীতি-কবিতা (Lyric) আৰু চৈধ্যপদী কবিতাৰ (Sonnet) চানেকিও নাছিল।"[৬৩] উল্লেখনীয় কথা এই যে, গোস্বামী আমাৰ সাহিত্যত প্ৰথম ছোনেটৰচোতা। প্ৰথম "জোনাকী"ত প্ৰকাশিত "প্ৰিয়তমাৰ চিঠি"[৬৪] নামৰ ছোনেটটো আমাৰ কাব্যিক-জগতৰ প্ৰথম ছোনেট। ই ইটালীয় ছোনেটৰ আৰ্হিত ৰচিত। ইয়াৰ ছান্দস-ৰূপটো এনেকুৱা ঃ ক-খ-খ-ক, ক-খ-খ-ক ; গ-ঘ, গ-ঘ, গ-ঘ। বন্ধুৰ মৃত্যুত শোকপ্ৰকাশ কৰি একাধিক ছোনেট ৰচনা কৰিও গোস্বামীয়ে আমাৰ কাব্য-জগতত নতুনত্ব দেখুৱায়। "পুৱা" (প্ৰথমতে "জোনাকী" নামেৰে ওলোৱা), "কাকুতি", "এপাহি পদুম" আদি কবিতা গীতি-কবিতা হিচাপে উল্লেখযোগ্য। বিশেষ কথা—পাছৰ

*প্ৰতি ভাৱ নানাত্ব*

*কাব্যিক অৱদান*

---

৬২. অ. সা. বু.

৬৩. প্ৰথম প্ৰকাশত গ্ৰন্থকাৰৰ সূচনা, ফুলৰ চাকি

৬৪. সৌন্দৰ্য্যৰ বুকুৰ কাঁচলি উদঙাই,
প্ৰকৃতিৰ চৌ-ঘৰ চালো পিত্-পিত্;
কুকুৰাঠেঙীয়া এই আখৰ কিটিত
যি অমিয়া যঁহা আছে কতো আৰু নাই।
কবি-নিকুঞ্জত ফুলি কত কবিতাই,
মলয়াত উটি উটি ফুৰে পৃথিৱীত,
তোমাৰ চিঠিয়ে কিন্তু জানে যিটি গীত,

ফালে পণ্ডিত গোস্বামীয়ে কবিতাৰ দিশত অনুশীলন বাদ দি অনুসন্ধান আৰু গৱেষণামূলক ৰচনাত মনোনিবেশ কৰা কাৰণে তেওঁৰ কাব্যিক-প্ৰতিভাৰ পূৰ্ণ-বিকাশত বাধা পৰিছিল বুলি কব পৰা যায়।

কবিৰূপে খ্যাতি লাভ কৰাৰ উপৰিও পণ্ডিত হেমচন্দ্ৰ গোস্বামী আছিল ঐতিহ্যপ্ৰেমিক, অনুসন্ধিৎসু আৰু সাহিত্য-সংস্কৃতিৰ সমালোচক। তেওঁ বহুত তথ্যবহুল আলোচনাত্মক প্ৰবন্ধ ৰচনা কৰি সেই যুগত প্ৰবন্ধ-সাহিত্যৰ ভঁৰাল টনকিয়াল কৰিছে। তেওঁৰ গদ্য-ৰচনাসমূহক কেইটামান ভাগৰ অন্তৰ্ভুক্ত কৰিব পাৰি, যেনে - অসমীয়া-ভাষা-সাহিত্য সম্বন্ধীয়, ঐতিহাসিক-তথ্যপ্ৰকাশক, তাম্ৰ-শিলালিপিসম্বন্ধীয়, পুৰণি অসমীয়া কবিৰ আলোচনামূলক, জীৱনীমূলক আৰু বিবিধ। গোটেইবোৰ প্ৰবন্ধই তথ্যগধুৰ আৰু গৱেষণামূলক। হেমচন্দ্ৰ-গুণাভিৰাম বৰুৱাৰ যুগৰ একেবাৰে শেষাংশতো ব্যক্তি-বিশেষৰ গদ্যৰচনাৰ মাজত যি অলপ -চলপ দোষ-ত্ৰুটি আছিল, পণ্ডিত গোস্বামীৰ হাতত সি একেবাৰে নোহোৱা হয়। তেওঁৰ গদ্য-ৰচনা বৰ্ণবিন্যাস আৰু গঠনৰীতি, উভয় দিশতে গৰীয়ান।

*গদ্য ৰচক—ৰচনাৰ শ্ৰেণী বিভাগ*

হেমচন্দ্ৰ গোস্বামী আছিল "অসমীয়া ভাষা-উন্নতি-সাধিনী-সভাৰ (অ. ভা. উ. সা. স ) অন্যতম প্ৰতিষ্ঠাতা আৰু তাৰ উন্নতিৰ অৰ্থে কাম কৰোতা। অসম-সাহিত্য-সভাৰ লগতো তেওঁৰ সম্পৰ্ক আছিল নিবিড। দ্বিতীয় বছৰত "জোনাকী" কাকত সম্পাদন কৰি সাংৱাদিকৰ ভূমিকাতো তেওঁ কৃতিত্ব দেখুৱাইছে। উৱলি যাব ধৰা মূল্যবান পুথি-পাঁজিৰ অনুসন্ধান আৰু উদ্ধাৰৰ কাৰণে অসম চৰকাৰৰ দ্বাৰা তেওঁ নিযুক্ত হৈ ১৯১২-১৩ চনত অসমৰ বিভিন্ন স্থানৰ সত্ৰ আৰু সংস্কৃতিসম্পন্ন পুৰণিকলীয়া পৰিয়ালবোৰত অনুসন্ধান কৰি বহুত অসমীয়া আৰু সংস্কৃত পুথি উদ্ধাৰ কৰে, আৰু সেইবোৰ "কামৰূপ-অনুসন্ধান-সমিতি"ত সংৰক্ষণৰ ব্যৱস্থা কৰে। পাছত গোস্বামীয়ে সাঁচিপতীয়া আৰু তুলাপতীয়া পুথিবোৰৰ এখন বিৱৰণমূলক তালিকা (Descriptive Catalogue of

*অনুসন্ধান-গৱেষণামূলক বিবিধ কৃতি*

---

কৱিতাৰ কাব্যে তাৰ গোন্ধকো নাপায়।
ফুলে ফুলে, সৰি যায়, শুকাই বননি,
বসন্তৰ কুঁহিপাত ৰ'দত লেৰেলে;
তোমাৰ চিঠিয়ে প্ৰিয়ে জানে কি মোহিনী,
নিতৌ নোহোৱা বাহী ন ন ফুল মেলে।
যত শুঙো চুমা খাওঁ নেলাগে আমনি,
হৃদয়ত হেঁপাহৰ ভোটাতৰা জ্বলে।
(প্ৰিয়তমাৰ চিঠি)

Assamese Manuscripts) প্ৰস্তুত কৰে। ইয়াত তেওঁ প্ৰতিখন পুথিৰ নাম, তাৰ গৰাকী, প্ৰাপ্তিস্থান, বিষয়বস্তু, ৰচনাকাল, লেখকৰ নাম, আদি আৰু অন্তৰ অংশবিশেষৰ উদ্ধৃতি আদিবোৰ যথাসম্ভৱ দাঙি ধৰিছে। এই পুথিখন কলিকতা-বিশ্ববিদ্যালয়ৰ সৌজন্যত ১৯৩০ খৃঃত প্ৰকাশ হয়। গোস্বামীৰ সাহিত্যৰ সাধনা, অনুসন্ধান আৰু উদ্ধাৰকাৰ্য্যৰ অন্যতম কীৰ্ত্তিস্তম্ভ স্বৰূপ সঙ্কলন "অসমীযা সাহিত্যৰ চানেকি"। সাতটা খণ্ডত বিভক্ত এই বিৰাট সঙ্কলনটোত গোস্বামীয়ে অসমীয়া-জন-সাহিত্যৰ পৰা আৰম্ভ কৰি বৃটিছ-যুগৰ প্ৰায় আৰম্ভণিলৈকে আৱিষ্কৃত কবিসকলৰ ৰচনাংশবোৰ সাহিত্যৰ চানেকি স্বৰূপে দাঙি ধৰিছে। সম্পাদিত এই সঙ্কলনটো ছাৰ আশুতোষ মুখাৰ্জ্জীৰ অনুপ্ৰেৰণাত ভোলানাথ বৰুৱাৰ সাহায্যত ছপা হৈ ওলায়। "বিবৰণমূলক তালিকা" আৰু "অসমীয়া সাহিত্যৰ চানেকি", এই দুখন গ্ৰন্থ অনুসন্ধিৎসু আৰু গৱেষকসকলৰ চিৰদিনৰ কাৰণে পথপ্ৰদৰ্শক। পুৰণি-পুথিৰ সম্পাদনাৰ দিশতো গোস্বামীৰ নাম স্মৰণীয়। "পুৰণি অসম বুৰঞ্জী" নামৰ এখন বুৰঞ্জী আৰু ভট্টদেৱ-বিৰচিত "কথা-গীতা" তেওঁ সম্পাদন কৰিছে, দুয়োখনতে প্ৰাসঙ্গিক বহু কথা অনুসন্ধান কৰি দীঘলীয়া আলোচনাৰ পাতনি সংযোগ কৰিছে। আন এটা কথা এই যে, হেমচন্দ্ৰ বৰুৱাই প্ৰণযন কৰি থৈ যোৱা "হেম-কোষ" খন বহু কষ্ট স্বীকাৰ কৰি তেওঁ প্ৰকাশ কৰায় - অৱশ্যে চৰকাৰৰ অনুদানত। ১৯২০ চনত তেজপুৰত বহা অসম-সাহিত্য-সভাৰ চতুৰ্থ অধিবেশনত সভাপতি ৰূপে গোস্বামীয়ে পাঠ কৰা অভিভাষণখনৰো সাহিত্যিক আৰু সাংস্কৃতিক মূল্য যথেষ্ট।

## সত্য নাথ বৰা (১৮৬০ - ১৯২৫ খৃঃ) ঃ

সত্যনাথ বৰাৰ পিতৃ দয়ানাথ বৰাৰ ঘৰ আছিল গুৱাহাটীত। ১৮৬০ খৃঃত জন্মগ্ৰহণ কৰা সত্যনাথ বৰাই ১৮৮১ খৃঃত প্ৰৱেশিকা-পৰীক্ষা, ১৮৮৬ খৃঃত কলিকতাৰ পৰা বি-এ পৰীক্ষা আৰু ১৮৮৯ খৃঃত আইনৰ পৰীক্ষা পাছ কৰে। পাছত জীৱিকাৰ কাৰণে গুৱাহাটীতে তেওঁ স্থায়িভাৱে ওকালতি আৰম্ভ কৰে। অস্থায়িভাৱে গুৱাহাটীৰ আৰ্ল-ল-কলেজত অধ্যাপনা কৰাৰ উপৰিও গুৱাহাটীৰ কটন কলেজতো তেওঁ অসমীয়া-সাহিত্যৰ পাঠদান কৰিছিল। ১৯২৫ খৃঃত বৰাৰ মৃত্যু হয়।

*পৰিচয়*

বেজবৰুৱা-গোহাঞিবৰুৱা আদিতকৈ বয়োজ্যেষ্ঠ সত্যনাথ বৰা ৰোমাণ্টিক যুগৰ এগৰাকী প্ৰসিদ্ধ সাহিত্যিক। প্ৰথমাৱস্থাত কবিতা ৰচনা কৰিছিল যদিও তেঁও প্ৰবন্ধকাৰ, হাস্যৰসিক আৰু বৈয়াকৰণ ৰূপেহে আমাৰ সাহিত্যৰ ইতিহাসত বিশেষভাৱে স্মৰণীয়। সত্যনাথ বৰাই অৱশ্যে প্ৰথমতে "গীতাৱলী" নামৰ গীতৰ পুথি আৰু "সভ্যতাৰ মথাউৰি" নামৰ আন এখন উপহাসমূলক হাস্যৰসাত্মক কবিতা ৰচনা কৰিছিল। তেওঁৰ "সাৰথি" (১৯১৫), "কেন্দ্ৰসভা" (১৯২৪), আৰু "চিন্তাকলি" (১৯২৫) বিখ্যাত গদ্য-সম্ভাৰ। ইয়াৰ উপৰিও

*সাহিত্যিক অৱদান*

"আকাশ-ৰহস্য" নামৰ আন এখন গদ্য-গ্ৰন্থ বৰাই লিখিছে। ইয়াত মহাকাশৰ জ্যোতিষ্কমণ্ডলীৰ ৰহস্যপ্ৰকাশক আলোচনা পোৱা যায়। বাকী তিনিখনৰ "সাৰথি" আৰু "চিন্তাকলি"ত লেখকৰ চিন্তাপ্ৰসূত-অভিব্যক্তি, আৰু "কেন্দ্ৰ সভা"ত সামাজিক দোষ-ত্ৰুটিৰ ওপৰত হাস্যৰসাত্মক অভিব্যঞ্জনাই ঠাই পাইছে। উল্লিখিত প্ৰথম তিনিখন গ্ৰন্থৰ মাজত স্বকীয় গদ্যৰীতিৰে মৰ্য্যাদাসম্পন্ন কৰি অসমীয়া-গদ্যক উন্নত-স্তৰত প্ৰতিষ্ঠিত কৰোঁতা হিচাপে সত্যনাথ বৰাৰ স্থান নিশ্চিতভাবে বিশেষ। তেওঁৰ ৰচনাৰ মাজত সংস্কৃত-শব্দৰ প্ৰয়োগ খুবেই কম, অসমীয়া -খণ্ডবাক্য, জতুৱা ঠাচ আৰু ঘৰুৱা শব্দসমূহ তৎপৰতাৰ সৈতে ব্যৱহাৰ কৰি এক বিশেষত্বপূৰ্ণ - গদ্যৰীতিৰ স্ৰষ্টাৰূপে তেওঁ গৌৰৱ কৰিব পাৰে। বাক্যৰ গঠনৰীতিত নিষ্ঠা, ব্যাকৰণৰ প্ৰতি আনুগত্য, বিদেশী-শব্দৰ পৰিহাৰ, জতুৱা ঠাচপূৰ্ণ-কথ্য -ভাষাৰ প্ৰয়োগ — এইবোৰ বিশেষত্বই বৰাৰ ৰচনাৰ স্থানবিশেষত ক্লাচিকেল-ষ্টাইল স্পষ্ট কৰি তুলিছে। তেওঁৰ ৰচনাৰ অন্যতম বিশেষত্ব এই যে, ভাৱপ্ৰকাশৰ জোখাই তেওঁ সদায় জুখি-মাখি শব্দ প্ৰয়োগ কৰিছে। প্ৰকাশৰীতিতো মেৰপাক নাই, বাক্যবোৰ প্ৰায়েই চুটি চুটি। বৰাৰ ৰচনাৰ বহুলাংশৰ, বিশেষকৈ "সাৰথি"ৰ অন্তৰ্গত ৰচনাৰ বাক্যবোৰ সাৰগৰ্ভ-সংক্ষিপ্ত-প্ৰৱাদবাক্যৰ নিচিনা। এইধৰণৰ ৰচনাসৃষ্টিত সত্যনাথ বৰা বিখ্যাত ইংৰাজ লেখক বেকন (Bacon) দ্বাৰা প্ৰভাৱিত হোৱা বুলি কব পৰা যায়।[৬৫] সাৰগৰ্ভ-প্ৰৱচনমূলক -ৰীতি (aphoristic style) বেকনৰ ৰচনাত লক্ষণীয় বিশেষত্ব। আমাৰ গদ্য-সাহিত্যৰ ইতিহাসত বৰাও এইবিধ ষ্টাইল সৃষ্টিত অদ্বিতীয়। বিষয়বস্তুৰ ফালৰ পৰা যদি নহয়ো, প্ৰকাশৰীতিৰ বিশেষত্বই সত্যনাথ বৰাৰ গদ্যৰচনাৰ স্থান সাহিত্যৰ ইতিহাসত যুগমীয়া কৰি নৰখাকৈ নাথাকে।

*বিশেষত্বপূৰ্ণ গদ্যৰীতি*

হাস্যৰসিক হিচাপেও সত্যনাথ বৰাৰ নাম উল্লেখনীয়। তেওঁৰ হাস্যৰসৰ মাজত থকা ব্যঙ্গ্যভাব অস্ত্ৰাঘাতৰ নিচিনা বেদনাদায়ক নহয় — মৃদু, কোনো কোনো সময়ত আমোদজনকো। এইধৰণৰ হাস্যৰস কিছুমান বিশেষধৰণৰ শব্দ আৰু বাক্যৰীতিৰ মাজেদি সৃষ্টি হোৱা দেখা যায়। দুই এটা উক্তি খুহুতীয়া-কথা যেন লাগিলেও, বিশেষকৈ "কেন্দ্ৰসভা"ৰ কিছুমান হাস্যৰসাত্মক-উক্তি সংস্কাৰাত্মক-অৰ্থব্যঞ্জক।[৬৬]

*হাস্যৰস*

---

৬৫. সত্যনাথ বৰাই নিজে "অৰ্থব্যৱহাৰ" নামৰ প্ৰবন্ধত লিখিছে "সুবিখ্যাত ৰচনা লিখক মহামতি বেকনে নিজৰ অভিজ্ঞতাৰ কথা এই বিষয়ে যি মত প্ৰকাশ কৰিছে,তাৰ সাৰাংশ মাথোন এই প্ৰবন্ধত ঠাই দিয়া হ'ল।"

৬৬.উদাহৰণ স্বৰূপে : " ল'ৰা-ছোৱালী সম্বন্ধে আমাৰ মনত এটি গুপ্ত বিশ্বাস আছে। বিশ্বাসটি হ'ল এই যে, আমাৰ বিমান ল'ৰা-ছোৱালী ওপজে, তাৰ ভিতৰত যমৰ এটা বপতীয়া ভাগ আছে। আমি মহা ধাৰ্মিক মানুহ, লোকৰ হকভাগত হাত দিব নোখোজে

সাহিত্যৰ লক্ষণ সম্বন্ধে আলোচনা কৰি সত্যনাথ বৰাই "সাহিত্য-বিচাৰ" (১৯২২) নামৰ এখন গ্ৰন্থও ৰচনা কৰিছে। সাহিত্যৰ সূত্ৰ আৰু প্ৰকৃতিৰ আলোচনাত্মক এই গ্ৰন্থখনৰ যোগেদি বৰা এই দিশৰ পথ-প্ৰদৰ্শক। বৈয়াকৰণ ৰূপেও সত্যনাথ বৰাৰ খ্যাতি উজ্জ্বল হৈ আছে তেওঁৰ "বহল ব্যাকৰণ"ৰ মাজেদি। হেমচন্দ্ৰ বৰুৱাৰ "অসমীয়া ব্যাকৰণ"ৰ পাছত বৰাৰ "বহল ব্যাকৰণে" অসমীয়া সাহিত্যৰ স্বৰূপ নিযন্ত্ৰণৰ ক্ষেত্ৰত মৰ্য্যাদাসম্পন্ন স্থান আধিকাৰ কৰি আছে, ভৱিষ্যতলৈও এই স্থান নেহেৰুৱাব বুলি বিশ্বাস।

*নন্দনতাত্ত্বিক, বৈয়াকৰণ*

## ৰজনীকান্ত বৰদলৈ (১৮৬৯ - ১৯৩৯ খৃঃ)

নৱকান্ত বৰদলৈৰ ঔৰসত ১৮৬৯ খৃঃত ৰজনীকান্ত বৰদলৈৰ জন্ম হয় গুৱাহাটীত। তেওঁ ১৮৮৫ খৃঃত প্ৰৱেশিকা পৰীক্ষা পাছ কৰি কলিকতালৈ গৈ তাৰ চিটি -কলেজত নাম লিখে। তাৰ পৰা ১৮৮৭ খৃঃত এফ্-এ প্ৰথম বিভাগত পাছ কৰে, আৰু ১৮৮৯ খৃঃত সেই কলেজৰ পৰাই বি-এ পৰীক্ষাত উত্তীৰ্ণ হয়। প্ৰথমতে কিছুবছৰ তেওঁ এচ্-ডি-চিৰ কাম কৰে, তাৰ পাছত ই-এ-চিৰ পদত অধিষ্ঠিত হয়। বৰদলৈয়ে ১৯১৮ খৃঃত চৰকাৰী কামৰ পৰা অৱসৰ গ্ৰহণ কৰে।

*পৰিচয়*

বিশেষকৈ ঔপন্যাসিকৰূপে ৰজনীকান্ত বৰদলৈৰ কীৰ্ত্তি অসমীয়া -সাহিত্যৰ ইতিহাসত যুগমীয়া আৰু চিৰোজ্জ্বল। তেওঁ ৰচনা কৰা উপন্যাসবোৰৰ ভিতৰত সাতখনৰেই ভেটি অসম-বুৰঞ্জীৰ ঘটনা আৰু পৰিবেশ, আৰু এখনৰ মাত্ৰ ভেটি মিৰি-সমাজৰ পৰিৱেশ। মনোমতী (১৯০০), দন্দুৱা-দ্ৰোহ (১৯২৯), ৰঙিলী (১৯২৫), নিৰ্ম্মল-ভকত (১৯২৬), তাম্ৰেশ্বৰীৰ মন্দিৰ (১৯৩৬), ৰহদৈ লিগিৰী (১৯৩০) আৰু ৰাধা-ৰুক্মিণীৰ ৰণ (১৯২৫) - এই কেইখন উপন্যাস বুৰঞ্জীমূলক। তেওঁৰ মিৰি-জীয়ৰী উপন্যাস মিৰি-সমাজৰ ৰেহ-ৰূপৰ ওপৰত প্ৰতিষ্ঠিত। মিৰি-জীয়ৰী (১৮৯৪) বৰদলৈৰ প্ৰথম উপন্যাস, তথাপি ই তেওঁৰ সাৰ্থক সৃষ্টি। মিৰি-জনজাতিৰ ৰীতি-নীতি, প্ৰেম-কলহ আদিৰ সৈতে মিৰি-সমাজৰ চিত্ৰ এই উপন্যাসখনিত সুন্দৰভাৱে ৰূপায়িত কৰিছে। বিশেষ কথা— বৰদলৈয়ে "দন্দুৱা-দ্ৰোহ" আৰু "ৰাধা ৰুক্মিণীত" বাহিৰে বাকী পাঁচখন উপন্যাসৰ বিষয়বস্তু সংগ্ৰহ কৰিছে আহোম -ৰাজত্বকালৰ একেবাৰে শেষভাগৰ পৰা, মানৰ আক্ৰমণৰ পটভূমিৰ পৰা। এইবোৰত ৰূপায়িত কথাবোৰ বৰদলৈৰ সৰুকালৰ পৰা প্ৰায় এশমান বছৰ আগৰ ঘটনা, এইবোৰ তেওঁ সেই সময়ত বৃদ্ধলোকৰ মুখেও শুনিছিল। বাকী দুখন উপন্যাসৰ বিষয়বস্তু কিছু পূৰ্ব্ববৰ্ত্তী ; "দন্দুৱা-দ্ৰোহ"ৰ কাহিনী

*উপন্যাসৰ বিষয়বস্তু*

..... এনেকুৱা ল'ৰা-ছোৱালী পৃথিৱীত থকাতো যদি যমে শুদা ভাত খায়, তেনেহলে তাক দীঘলকলীয়া গাধহে বুলিব পাৰি।"
(পঞ্চম অধিৱেশন, কেন্দ্ৰসভা)

কামৰূপী বীৰ হৰদত্ত-বীৰদত্তৰ বিখ্যাত-বিদ্ৰোহ-আধাৰিত, আৰু "ৰাধাৰুক্মিণীৰ ৰণ"ৰ ঘটনা অন্যতম বিখ্যাত অধ্যায় মোৱামৰীয়া বিদ্ৰোহৰ লগত নিবিড়ভাৱে জৰিত। বিশেষ কথা এই যে, "নিৰ্মল-ভকত"কো বুৰঞ্জীমূলক উপন্যাস হিচাপে ধৰা হয় যদিও ইয়াৰ বিষয়বস্তু বৰদলৈয়ে গ্ৰহণ কৰিছে ইংৰাজ-কবি টেনিছনৰ "এনক্ আৰ্ডেন (Enoch Arden) নামৰ কাব্যৰ পৰা। "নিৰ্ম্মল-ভকত"ৰ কাহিনী ইংৰাজ-কবিৰ উক্ত কাব্যখনৰ কাহিনীৰ বিশেষ পৰিৱৰ্ত্তন নোহোৱা অসমীয়া-ৰূপান্তৰ। ইংৰাজী-কাব্যৰ ৰূপান্তৰ হলেও "নিৰ্ম্মল-ভকত"ৰ কাহিনী সকলো প্ৰকাৰে অসমীয়া-সাচঁত ৰূপ লৈ উঠিছে। ঘটনাবোৰ মানৰ আক্ৰমণৰ লগত জৰিত কৰি সেই সময়ৰ ঐতিহাসিক-বাতাবৰণেৰে আবৃত কৰি দিয়া কাৰণে উপন্যাসখনে বুৰঞ্জীমূলক উপন্যাসৰ মৰ্য্যাদা লাভ কৰিছে। "মনোমতী"ৰ নায়ক-নায়িকাৰ প্ৰেমৰ আৰম্ভণি যি ধৰণে হৈছে, সি ছেক্সপীয়েৰৰ "ৰোমিও এণ্ড জুলিয়েট"ৰ প্ৰেম-কাহিনীৰ প্ৰভাৱৰ ফলস্বৰূপ। এই উপন্যাসবোৰ ৰচনা কৰি পৰৱৰ্ত্তীসকলৰ কাৰণে আধুনিক-উপন্যাস-কলাৰ ভেটি সুদৃঢ় কৰি থৈ যোৱা কাৰণে বৰদলৈক সাৰ্থকভাৱেই আমাৰ সাহিত্যত বোলা হয় ঔপন্যাসিক সম্ৰাট।

*ঔপন্যাসিক সম্ৰাট*

এখন গতিশীল-সমাজতহে উপন্যাস-কলাই সুস্থ -ৰূপ লৈ উঠিব পাৰে। ইয়াৰ উপৰিও, উপন্যাস যিহেতুকে জীৱন আৰু সমাজৰ বাস্তৱ-ৰূপায়ণ, এই সৃষ্টিৰ সাৰ্থকতাৰ কাৰণে নিৰ্ম্মাতাই কথ্য আৰু ব্যৱহাৰিক দিশত যথেষ্ট প্ৰশস্ত এটা ভাষাও পাব লাগে। উপন্যাস ৰচনাৰ কাৰণে বৰদলৈয়ে যেতিয়া কাপ হাতত লৈছিল, তেতিয়া অসমীয়া সমাজ নাছিল সিমান জটিল, সংঘাতপূৰ্ণ আৰু গতিশীল। ঐতিহাসিক-বিৱৰ্ত্তনৰ মাজেদি ভাষা উন্নত -স্তৰত উঠিলেও নানাবিধ ব্যৱহাৰিক আৰু মানসিক-দিশৰ সূক্ষ্মাদপিসূক্ষ্ম-স্বৰূপ অনায়াসে প্ৰকাশ কৰিব পৰা অনুপাতে কথ্য-ভাষাৰ শব্দ আৰু প্ৰকাশ-ভঙ্গীৰ ওৱাদানিৰ পৰ্য্যাপ্তিও তেওঁৰ সন্মুখত নাছিল। এনেকুৱা পৰিস্থিতিত, বৰদলৈয়ে সাম্প্ৰতিক সমস্যাক ৰূপ দিবলৈ আগ নাবাঢ়ি আঠখন উপন্যাসৰ মাজেদি জন্মভূমিৰ বিগত -কালৰ ইতিহাস সমৰ্থিত-বিচিত্ৰ-চিত্ৰ আৰু এক জনগোষ্ঠীৰ মনোবৃত্তিৰ ৰূপ দিয়াত তেওঁক বিষয়বস্তুৰ অভাৱমুক্ত হোৱা দেখা যায়। লগতে, ইমান কেইখন উপন্যাস সাৰ্থক-ৰূপত ৰচনা কৰি আধুনিক অসমীয়া-গদ্যক তেওঁ এটা সুকীয়া দিশত সুপ্ৰতিষ্ঠিত কৰে, ইয়াক মৰ্য্যদাসম্পন্ন কৰি তোলে আৰু উপন্যাস-কলাক ৰূপ দিব পৰা সক্ষম-গদ্য-ৰীতি পৰৱৰ্ত্তী সকললৈ আগবঢ়াই দিয়ে।

*অতীত -চিত্ৰ অংকন*

উল্লেখ কৰিবলগীয়া কথা —উপন্যাস ৰচনাৰ ক্ষেত্ৰত ৰজনীকান্ত বৰদলৈ ইংৰাজ ঔপন্যাসিক ছাৰ ওৱাল্টাৰ স্কট আৰু বঙালী ঔপন্যাসিক বঙ্কিমচন্দ্ৰ চেট্টাৰ্জীৰ দ্বাৰা প্ৰভাৱিত আৰু অনুপ্ৰাণিত হৈছে। এই সম্বন্ধে বৰদলৈয়ে নিজেই লিখিছে — "কলেজত

থাকোতে ছাৰ ওৱাল্টাৰ স্কটৰ নভেলশ্ৰেণী, বঙ্কিম চেট্টাৰ্জ্জীৰ উপন্যাস শ্ৰেণী পঢ়িছিলোঁ। এই ঠাইৰ (পুঠিমাৰি নৈৰ পাৰৰ) সিফালে পাহাৰ দেখি আৰু আমাৰ অসমৰ সকলো ঠাইতে নদী-নলা, নিঝৰা, বিল, পুখুৰী, পাহাৰ, ঝাৰণি - এই বিলাকলৈ মনত পৰি ছাৰ ওৱাল্টাৰ স্কটৰ সেই High Land (ওখ ঠাই), Low Land (নামনি ঠাই) ইত্যাদি বিলাকলৈ মনত পৰিছিল। ভাব হৈছিল— হায়! মোৰ অসম-জননী, তুমি কেনে প্ৰকৃতিৰ কাম্য কানন তোমাৰ কোলাত স্কটলেণ্ডৰ দৰে High land, Low land, Hill, Dales, Lakes সকলোবিলাক আছে, তোমাৰ অতীত কালৰ বুৰঞ্জী নানা ঘটনাৰে পৰিপূৰ্ণ; কিন্তু তোমাৰ এই সমস্ত স্বাভাৱিক সৌন্দৰ্য্য বঢ়াবলৈ অতীতৰ বুৰঞ্জীৰে উপন্যাস লিখিবলৈ ছাৰ ওৱাল্টাৰ স্কটৰ নিচিনা বা বঙ্কিম চেটাৰ্জ্জীৰ দৰে উপন্যাসকাৰক প্ৰতিভাশালী সাহিত্যিক ক'ত?"[৬৭] স্কটৰ অতীত-প্ৰেম, তাৰ ৰূপায়ণ-কলা, জাতীয় - চৰিত্ৰৰ চিত্ৰণ আদি বহুত বিশেষত্বৰ লগত বৰদলৈৰ মিল আছে। স্কটৰ নিচিনা বৰদলৈও বহু পৰিমাণে সংৰক্ষণশীল-ভাৱাপন্ন। হিন্দু-শাস্ত্ৰ, দেশৰ সংস্কৃতি আৰু ঐতিহ্যক তেওঁ কল্যাৰ মাজত অৱমাননা কৰা নাই — বৰং বিশেষ তৎপৰ হৈ সেইবোৰৰ সন্মান বিশেষভাবে ৰক্ষাহে কৰিছে। এই ধৰণৰ বহু কাৰণত ৰজনীকান্ত বৰদলৈক সাৰ্থকভাবেই অসমীয়া-সাহিত্যৰ স্কট বোলা হয়।[৬৮] ইতিহাসৰ পুনৰুদ্ধাৰ, স্বদেশানুৰাগ, ধৰ্ম্মীয-আদৰ্শৰ সংৰক্ষণ আদিবোৰ বঙ্কিমচন্দ্ৰৰ ৰচনাৰো বিশেষত্ব। এইবোৰ বিশেষত্বৰ প্ৰতি অনুৰাগী হোৱাৰ ক্ষেত্ৰত তেওঁৰ প্ৰতিও বৰদলৈৰ আকৰ্ষণ যথেষ্ট দেখা যায়।

*স্কটৰ প্ৰভাৱ*

ৰজনীকান্ত বৰদলৈৰ উপন্যাসসমূহৰ মাজত আন কিছুমান উল্লেখনীয় বিশেষত্বও আছে। অতীত-প্ৰেমিক বৰদলৈয়ে ইংৰাজ ৰাজত্বৰ পূৰ্ব্ববৰ্ত্তি -কালৰ, অৰ্থাৎ আহোম-ৰাজত্বৰ শেষাংশৰ অসমৰ ৰাজনৈতিক, ধৰ্ম্মীয়, সামাজিক আদি দিশৰ বিচিত্ৰ-স্বৰূপ প্ৰয়োজনৰ উপৰিও বহু সময়ত অপ্ৰয়োজনতো প্ৰায় গোটেইবোৰ ৰচনাৰ মাজতে অঙ্কন কৰিছে। তেওঁ গভীৰ দুঃখানুভূতিৰ সৈতে উপন্যাসবোৰত মাতৃভূমিৰ অৱনতিৰ কাৰণসমূহ প্ৰাসঙ্গিক-বৰ্ণনাৰ মাজেদি প্ৰকাশ কৰাৰ লগতে প্ৰকাৰান্তৰে তাৰ মাজেদি অসমীয়া - জাতিৰ অতীত-গৌৰৱৰ কথা সোঁৱৰাই দিয়াৰো সাধু চেষ্টা দেখা যায়। উপন্যাসবোৰৰ কাহিনীৰ মূলতে দেখা যায় প্ৰেম; কিন্তু কাহিনীৰ মেৰপাকত য'ত দৈহিক-মিলনেৰে প্ৰেমৰ পৰিণতি দেখুৱাব পৰা নাই, তাত আধ্যাত্মিক-ভাবাপন্ন আৰু ধাৰ্ম্মিক বৰদলৈয়ে সেই প্ৰেমক আধ্যাত্মিকতাৰ স্তৰলৈ উন্নীত কৰি মহিমামণ্ডিত কৰিছে। সাধাৰণৰ প্ৰতি সহানুভূতি আৰু ভালপোৱা— এই ৰোমাণ্টিক-ভাৱধাৰাটোৰ বিকাশ উপন্যাসবোৰৰ মাজত নানা প্ৰকাৰে লভিছে। নিম্ন-পৰ্য্যায়ৰ সৰ্ব্বসাধাৰণৰ জীৱনত তেওঁৰ যি দৃষ্টিপাত, নৈ -

৬৭. দন্দুৱা-দ্ৰোহৰ পাতনি

৬৮. দ্ৰষ্টব্য : আমাৰ "বৰদলৈ : অসমীয়া সাহিত্যৰ স্কট" প্ৰবন্ধ (ৰজনীকান্ত বৰদলৈ, অ. সা. স. প্ৰকাশিত); "সাহিত্য আৰু সংস্কৃতি" গ্ৰন্থ।

নলা, পৰ্বত-পাহাৰ আদি অসমৰ প্ৰাকৃতিক-জগতৰ্খনৰ প্ৰতি তেওঁৰ যি আন্তৰিকতা পৰিলক্ষিত হোৱা দেখা যায়, সিও উপন্যাসৰাজিৰ আকৰ্ষণৰ অন্যতম কাৰণ। বৰদলৈৰ উপন্যাসত নাৰী-চৰিত্ৰৰ ভূমিকা প্ৰধান আৰু সুস্পষ্ট। এই চৰিত্ৰবোৰ একোটা আদৰ্শৰ মাজেদি সুস্থ আৰু সবল। কাহিনীসমূহৰ মাজত আভ্যন্তৰীণ-সংঘৰ্ষ কম কাৰণে ঘটনাবোৰৰ গতিত সৰলতা লক্ষণীয়, মনস্তাত্ত্বিক-বিশ্লেষণো যথোচিত নহয়। ধৰ্ম্ম-প্ৰৱণতাৰ বশৱৰ্ত্তী হৈ বৰদলৈয়ে বহু ঠাইত প্ৰাসঙ্গিকভাৱে প্ৰয়োজনতকৈও অধিক পৰিমাণে শাস্ত্ৰৰ উদ্ধৃতি আৰু শাস্ত্ৰসমৰ্থিত বহু কথাৰ অৱতাৰণা কৰিছে।

*বিশেষত্ব সমূহ*

সেইবোৰে অৱশ্যে সৃষ্টিমূলক সাহিত্য হিচাপে উপন্যাসৰ মাজত নীতিবাদ (didacticism) প্ৰচাৰজনিত দোষ ননাকৈ থকা নাই। বৰদলৈৰ উপন্যাসত প্ৰকৃতিৰ প্ৰভাৱ লক্ষণীয়; এই প্ৰভাৱ বিশেষকৈ "মিৰি-জীয়ৰী"ৰ চৰিত্ৰ আৰু কাহিনীৰ বিকাশত অপৰিহাৰ্য্য ৰূপে দেখা যায়। "মিৰি-জীয়ৰী" বৰদলৈৰ সাৰ্থক-সৃষ্টি বুলি কোৱা হয় যদিও ইয়াৰ ক'তো ক'তো কল্পনাপ্ৰৱণতাৰ যোগেদি বৰ্ণনাই বস্তুধৰ্ম্মিতা হেৰুৱাই মনোধৰ্ম্মিতাৰ ফালে গতি কৰিছে। এই গতি কিন্তু উপন্যাস-কলাৰ শ্ৰীবৰ্দ্ধক নহয়। পৰৱৰ্ত্তি-উপন্যাসসমূহৰ মাজত এই প্ৰৱণতা লক্ষ্য কৰা নাযায়। সেয়েহে সেইবোৰৰ মাজত লেখকে সহজ-সৰল কথ্য-ভাষাৰ গদ্যৰূপে বৰ্ণনাত্মক-ষ্টাইলৰ সৃষ্টি কৰিব পাৰিছে। বুৰঞ্জীমূলক উপন্যাসকেইখনৰ ভিতৰত "মনোমতী" সকলো দিশৰ পৰা শ্ৰেষ্ঠ।

বিশিষ্ট গদ্য-শিল্পীৰূপে ৰজনীকান্ত বৰদলৈৰ অৱদান অকল উপন্যাসৰ দিশতে নহয় - নানা বিধ প্ৰবন্ধ আৰু ধেমেলীয়া ৰচনাৰ ফালেও ই প্ৰসাৰিত হৈ আছে। উপৰুক্ত গ্ৰন্থসমূহৰ উপৰিও "থাম্বা থুইবীৰ সাধু" নামৰ উপন্যাস-শ্ৰেণীৰ এখন পুথিৰ ৰচনা "আৱাহন" আলোচনীৰ ৩য় বছৰৰ ১য়, ২য়, ৩য়, ৪ৰ্থ ৫ম, ৬ষ্ঠ, ৭ম আৰু ৮ম সংখ্যাত ছপা হৈছিল। আকৌ, "জোনাকী", "উষা", "বাঁহী", "আসাম হিতৈষী" আদি সেই সময়ৰ আলোচনীবোৰত বুৰঞ্জী, ধৰ্ম্ম, সংস্কৃতি আদি নানাবিষয়ক অনুসন্ধানমূলক প্ৰবন্ধ ছপা হৈছে। ভোলাই শৰ্ম্মা নামৰ গুপ্তনামত বৰদলৈয়ে কিছুমান ধেমেলীয়া ৰচনা লিখি "বাঁহী"ৰ কেইবাটাও সংখ্যাত প্ৰকাশ কৰিছে। এই ৰচনা সম্ভাৰে হাস্যৰসিক-ৰচকৰূপেওবৰদলৈৰ স্থান নিৰ্দিষ্ট কৰি তুলিছে।

*ৰচনাৰ আন আন দিশ*

১৯৩১-৩২ খৃষ্টাব্দৰ "আৱাহন"ত তেওঁৰ কেইটামান গল্পও প্ৰকাশ হৈছে। আকৌ, ডিম্বেশ্বৰ নেওগ সম্পাদিত "কাব্য প্ৰতিভা"ত বৰদলৈ-বিৰচিত "মানৰ প্ৰতিআক্ৰমণৰ গীত" নামৰ এটা কবিতাও অন্তৰ্ভুক্ত হৈছে।

দেখা যায় — বিভিন্ন দিশত ৰজনীকান্তবৰদলৈৰ সাহিত্যিক-প্ৰতিভাৰ বিকাশ বিকীৰিত। কিন্তু উপন্যাসৰ ভেটি নিকপকপীয়া কৰি তাত উত্তৰ পুৰুষক ক্ৰমোন্নত হৰ্ম্ম্য নিৰ্ম্মাণৰ পথ-প্ৰদৰ্শক ৰূপে তেওঁ সাহিত্য-জগতত চিৰস্মৰণীয়।

## ৰজনী কুমাৰ পদ্মপতি (১৮৬৫ - ১৯৪৮ খৃঃ)

ৰত্নেশ্বৰ মহন্ত, বেজবৰুৱা, গোহাঞিবৰুৱা আদিৰ সমসাময়িক তেজপুৰৰ পণ্ডিত-লোক ৰজনীকুমাৰ পদ্মপতি। তেওঁ পুৰাতত্ত্ব সম্বন্ধে কিছুমান গৱেষণামূলক-প্ৰৱন্ধ লিখি "বাঁহী" আৰু "উষা" আলোচনীত প্ৰকাশ কৰে। পুৰাণ আদি সংস্কৃত-গ্ৰন্থত থকা অসম সম্বন্ধীয় তথ্যবোৰো তেওঁ উদঘাটন কৰে। পদ্মপতি পুৰাতত্ত্ব সম্বন্ধীয়-অনুসন্ধান-কাৰ্য্যৰ অন্যতম বাটকটীয়া। আনন্দচন্দ্ৰ আগৰৱালা আছিল এই কাৰ্য্যত তেওঁৰ সহযোগী কৰ্ম্মী।

## মফিজুদ্দিন আহমদ হাজৰিকা (১৮৭০-১৯৫৮)

১৮৭০ খৃঃ ত ডিব্ৰুগড়ত জন্মগ্ৰহণ কৰা মফিজুদ্দিন আহমদ হাজৰিকাই হাইস্কুলৰ ১০ মান শ্ৰেণীলৈ পঢ়ি ডিব্ৰুগড়ৰ কাছাৰিত কেৰাণীৰ কাম কৰি সেই পদৰ পৰাই অৱসৰ লয়।

সময়ৰ হিচাপত মফিজুদ্দিন আহমদ হাজৰিকা জোনাকী যুগৰ কৱি, কিন্তু জোনাকী-আলোচনীৰ লগত তেওঁৰ সম্বন্ধ-স্থাপন হোৱা নাছিল। "জ্ঞান-মালিনী" তেওঁৰ কেইটামান সুন্দৰ কৱিতাৰ সমষ্টি। বিশ্ব-খনিকৰ, মৰিশালিখনি, নৱজীৱনৰ দুটি বাট, বাওঁবাট, আৰু মইমতালি ভাৱৰ ভেটি উছন, আত্মন আৰু দিন-কণা— এই কেইটা কৱিতা "জ্ঞান-মালিনী"ৰ অন্তৰ্ভুক্ত। কৱিতাকেইটাৰ বিষয়বস্তু আধ্যাত্মিক-ভাৱাপন্ন। বিষয়-বস্তুত অনুভূতিতকৈ জ্ঞানৰ প্ৰসাৰণ অধিক লক্ষণীয়, গতিকে পুথিখনিৰ নাম "জ্ঞান-মালিনী" সাৰ্থক। সংস্কৃত-শব্দ প্ৰায় প্ৰয়োগ নকৰাকৈয়ে অসমীয়া-শব্দ আৰু জতুৱা-ঠাচৰ যোগেদি গভীৰ আধ্যাত্মিক-ভাৱ, তাতে আকৌ সুললিত ছান্দস-গতিত প্ৰকাশ কৰিব পৰাত মফিজুদ্দিনৰ বিশেষ-বিশেষত্ব আছে। হাতে লেখা অৱস্থাতে "জ্ঞান-মালিনী" পঢ়ি লক্ষ্মীনাথ বেজবৰুৱাই কবিজনালৈ লিখিছে— "আপোনাৰ ভাৱ ওখ, ভাষা ললিত আৰু তাক প্ৰকাশ কৰিবৰ গঢ় অতি সুৰলা।" ৰাধানাথ ফুকনে (২২/১০/১৮৯৬) কলিকতাৰ পৰা লিখিছে— "আমাৰ ভাষাত এই বিধৰ পুথি এইখনেই প্ৰথম। ইয়াৰ ভাববিলাক যিমান গধুৰ ভাষাও সিমান ভাল"[৬৯] "জ্ঞান-মালিনী" ১৮৯৬ খৃঃত ছপা হৈ ওলায়। ইমান সুন্দৰ কৱিতা লিখা কবিজনাৰ আৰু দ্বিতীয় পুথি এখনো নোপোৱা কাৰণে বহুতো পাঠকে বহু ধৰণে চিন্তা কৰি আহিছে। অৱশ্যে ১৯৭০ খৃঃত তেওঁৰ আন এখন কৱিতাৰ পুথি ছপা হৈ ওলাল— নাম "তত্ত্ব -পাৰিজাত"।[৭০]

---

৬৯. দ্ৰষ্টব্য ঃ জ্ঞান-মালিনী, প্ৰথম সংস্কৰণ, ১৮৯৬ ইং

৭০. অ. সা. স. ই.

## দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱা (১৮৭০-১৯২৮ খৃঃ)

শিৱসাগৰত জন্ম লাভ কৰা দুৰ্গা-প্ৰসাদ মজিন্দাৰ বৰুৱা সাহিত্য-জগতত প্ৰধানভাবে নাট্যকাৰ ৰূপেহে স্মৰণীয়। তেওঁ খ্যাতি অৰ্জন কৰিছে দুখন পৌৰাণিক-নাটক ৰচনা কৰি— নাম "গুৰু-দক্ষিণা" (১৯০১) আৰু "বৃষকেতু" (১৮৯৯)। "গুৰুদক্ষিণা"ত সন্দীপনি মুনিৰ ওচৰত কৃষ্ণ-বলৰামে শিক্ষালাভ কৰা আৰু সেই প্ৰসঙ্গত মুনিৰ মৃত-পুত্ৰৰ পুনৰুদ্ধাৰৰ কথা ৰূপ দিয়া হৈছে। "বৃষকেতু"ত কৰ্ণই নিজপুত্ৰক বধ কৰি ব্ৰহ্মাভোজনৰ দিহা কৰা ঘটনাটো বৰ্ণিত। ইয়াৰ উপৰিও "মহৰী" নামৰ তিনিঅংকীয়া এখন মৌলিক ধেমেলীয়া নাটক মজিন্দাৰ বৰুৱাই লিখে। ই ১৮৯৬ খৃঃ প্ৰকাশিত। "ইয়াৰ আগতে ৰচিত হোৱা ধেমেলীয়া-নাটৰ ভিতৰত আমি মাথোন বেজবৰুৱাৰ "লিতিকাই"ৰ (১৮৮৯) নামহে পাওঁ। গতিকে এই বিচাৰত ই অসমীয়া ধেমেলীয়া- নাটসমূহৰ ভিতৰত দ্বিতীয়। কিন্তু 'লিতিকাই" অনুকৃত ধেমেলীয়া নাটহে, 'মহৰী' মৌলিক। এতেকে মৌলিক-ধেমেলীয়া-নাট স্বৰূপে 'মহৰী' অসমীয়া-নাটৰ ক্ষেত্ৰত প্ৰথম।"[৭১] বেনুধৰ ৰাজখোৱাক যুটীয়া ৰচকৰূপে লৈ মজিন্দাৰ বৰুৱাই লিখা আন এখন নাটক 'কলিযুগ' (১৯০৪)।

'ল'ৰা কবিতা', 'জ্ঞান-মঞ্জুৰী', 'উজু-কবিতা' আদি ৰচনা কৰি দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱাই শিশু-সাহিত্যৰ দিশতো স্থান লভিছে।

## বেণুধৰ ৰাজখোৱা (১৮৭২-১৯৫৫)

অসমীয়া-সাহিত্যৰ কেইবাটাও দিশত বেণুধৰ ৰাজখোৱাৰ নাম উল্লেখনীয় যদিও নাট্য-সাহিত্যৰ দিশত অৱশ্যে ই অধিক স্পষ্ট। তেওঁ ডিব্ৰুগড়ৰ খোৱাঙত জন্মগ্ৰহণ কৰে, হাইস্কুলীয়া শিক্ষা শেষ কৰি কলিকতালৈ গৈ তাৰ পৰা বি এ পাছ কৰে। পাছত তেওঁ এম- এ আৰু আইন পঢ়িবলৈও আৰম্ভ কৰিছিল; কিন্তু এচ্ ডি চিৰ

*চমুপৰিচয়*

কাম পোৱাত তাৰ অধ্যয়ন পৰিত্যাগ কৰে। চাকৰিত ক্ৰমোন্নতি কৰি উপাযুক্ত পদৰ পৰা তেওঁ ১৯৩১ খৃঃত অৱসৰ লয়। ১৯২৬ খৃঃত অনুষ্ঠিত অসম-সাহিত্য-সভাৰ ধুবুৰী-অধিবেশনত তেওঁ সভাপতিত্ব কৰিছিল।

দুই শ্ৰেণীৰ নাটক ৰচনা কৰি বেণুধৰ ৰাজখোৱা নাট্যকাৰ ৰূপে পৰিগণিত— এক শ্ৰেণী পৌৰাণিক-নাটক আৰু আন শ্ৰেণী প্ৰহসন। "দুৰ্যোধনৰ উৰুভঙ্গ" (১৯০১), আৰু "দক্ষযজ্ঞ" (১৯০৮), এই দুখন তেওঁৰ পৌৰাণিক-নাটক। কুৰুক্ষেত্ৰ-যুদ্ধত সকলো সৈন্য-সেনানী আৰু কৌৰৱৰ ভ্ৰাতৃবৰ্গ নিধন হোৱাত দুৰ্যোধন দ্বৈপায়ন-হ্ৰদত গৈ আত্মগোপন কৰি আছিল। পাছত পঞ্চপাণ্ডৱে তালৈ গৈ দুৰ্যোধনক ৰণলৈ আহ্বান কৰে। অভিমানী

৭১. অ.না. সা. জি., ড° হৰিচন্দ্ৰ ভট্টাচাৰ্য্য

দুৰ্য্যোধন উঠি অহাত অন্যায়ভাবে ভীমে তেওঁৰ উৰুভঙ্গ কৰে। এয়ে প্ৰথম নাটকখনৰ বিষয়বস্তু। দক্ষ-প্ৰজাপতিৰ শিৱবিহীন-যজ্ঞত সতীয়ে বিনা আমন্ত্ৰণে উপস্থিত হৈ তাত স্বামী-নিন্দা শুনি অপমানিতা হয়। সতীয়ে যজ্ঞভূমিতে যোগবলেৰে আত্মত্যাগ কৰে। ইয়াৰ ফলস্বৰূপে বীৰভদ্ৰৰ হতুৱাই শিৱে দক্ষযজ্ঞ লণ্ড-ভণ্ড কৰায়। এয়ে দ্বিতীয়খন নাটকৰ মূলকথা। গোহাঞিবৰুৱা আদিৰ নিচিনা বেণুধৰ ৰাজখোৱায়ো সেই সময়ৰ অভাৱ-মোচনৰ কাৰণেই এই নাটক ৰচিছিল বুলি জনা যায়। কিয়নো, তেওঁ লিখিছে— "অসমীয়াত নাটক নাই, অসমীযাত গান নাই। যেতিয়া আমাৰ প্ৰত্যেক থিয়েটাৰত অসমীয়া-নাটকৰ অভাৱ নেথাকিব, যেতিয়া আমাৰ মানুহৰ মুখে মুখে অসমীয়া গান শুনিবলৈ পোৱা যাব, তেতিয়া জানিম আমাৰ ভাষাই প্ৰকৃততে উন্নতিৰ বাটত আগ বাঢ়িছে। আমাৰ নিশকতীয়া কাপেৰে যি পাৰো সেই মহৎ উদ্দেশ্য আগত লৈ নাটকৰ আৰ্য্যাৰে দুপাতিমান লিখি ৰাইজৰ আগত দাঙি ধৰিলো।"[৭২] 'সেউতী-কিৰণ' (১৮৯৪) ৰাজখোৱাৰ সামাজিক নাটক। 'চোৰৰ সৃষ্টি' (১৯৩১), 'দৰবাৰ' (১৯০২) 'টোপনিৰ পৰিণাম' (১৯৩২), 'তিনি ঘৈণী' (১৯২৮) আৰু 'কলিযুগ', এইকেইখন ৰাজখোৱাৰ ধেমেলীয়া-নাটক। অৱশ্যে 'কলিযুগ' দুৰ্গাপ্ৰসাদ মজিন্দাৰৰ লগত যুটীয়াভাবে ৰচিত। প্ৰতিখন নাটকতে সামাজিক-সমস্যাক সংস্কাৰৰ ভাবেৰে ধেমেলীয়াকৈ ৰূপ দিয়া হৈছে। অসমীয়া-সাহিত্যলৈ বেণুধৰ ৰাজখোৱাৰ বিশেষ অৱদান "অসমীয়া খণ্ডবাক্য-কোষ"। ই তেওঁৰ বহু কষ্ট আৰু অনুসন্ধানৰ মূল্যবান ফলশ্ৰুতি। লেখকে নিজে পাতনিত লিখামতে ইয়াত ২৩৮৭ টা খণ্ডবাক্য অন্তৰ্ভুক্ত হৈছে। প্ৰতিটো খণ্ডবাক্যৰ অৰ্থ বহলাই লিখাৰ উপৰিও ইংৰাজীতো অৰ্থটো প্ৰকাশ কৰা হৈছে। এই গ্ৰন্থখন ১৯১৬ খৃঃতে প্ৰকাশ হয়। "বিজুলী" সম্পাদনাৰ ক্ষেত্ৰত কিছুদিন ধৰি বেণুধৰ ৰাজখোৱাই যি ভূমিকা গ্ৰহণ কৰিছিল, সিয়েই তেওঁক সাংবাদিকৰ শাৰীতো তুলি ৰাখিছে।

*সাহিত্যিক অৱদান*

## আনন্দচন্দ্ৰ আগৰৱালা (১৮৭৪-১৯৪০ খৃঃ)

তেজপুৰ-মহকুমাৰ বৰঙাবাৰীত খৃষ্টীয় ১৮৭৪ শকত আনন্দ চন্দ্ৰ আগৰৱালা ওপজে। তেওঁৰ পিতৃৰ নাম কাশীনাথ আগৰৱালা। তেজপুৰতে স্কুলীয়া-শিক্ষা শেষ কৰি তেওঁ কলিকতাৰ কলেজত গৈ পঢ়িবলৈ লয়। কিন্তু সাহিত্য-কৰ্মত বিশেষ ব্যস্ত আৰু অনুৰাগী হোৱা কাৰণে তেওঁৰ এফ্-এ পাছ কৰা নহ'ল। পাছত ঘৰলৈ উভতি আহি পুলিচ-বিভাগৰ চাকৰিত সোমায়, আৰু ক্ৰমোন্নতিৰ যোগেদি সেই বিভাগৰ চুপাৰিণ্টেণ্ডেণ্টৰ পদ লৈ শেষত অৱসৰ গ্ৰহণ কৰে। ১৯৪০ খৃঃ ত তেওঁৰ মৃত্যু হয়।

---

৭২. "দুৰ্য্যোধনৰ উৰুভঙ্গ"ৰ পাতনি

১৯৩৪ খৃঃত মঙ্গলদৈত বহা অসম-সাহিত্য-সভাৰ সভাপতিৰ পদত তেওঁ অধিষ্ঠিত হৈছিল।

আনন্দচন্দ্ৰ আগৰৱালা অ.ভা.উ.সা. সভাৰ এগৰাকী সক্ৰিয়-সদস্য হোৱাৰ উপৰিও "জোনাকী"ৰো পৃষ্ঠপোষক আৰু লেখক আছিল। তেওঁ মূলতঃ কবি— এক প্ৰকাৰ স্বভাৱ-কবি। চেমনীয়া কালৰে পৰা তেওঁ আমাৰ কাব্যিক-দিশত আৰামদায়ক আলোকপাত কৰিছে। "কোমল পাঠ" আৰু "শিশুপাঠ", এই দুখন পুথিয়েই ইয়াৰ নিদৰ্শন। "জিলিঙনি" তেওঁৰ ৰোমাণ্টিক ভাৱাপন্ন কবিতাসমূহৰ সঙ্কলন। অৱশ্যে জন্ম-শতবাৰ্ষিকী-উৎসৱত প্ৰকাশ কৰা হৈছে তেওঁৰ আন এখন কবিতা-সংগ্ৰহ— নাম "পদুমণি" (১৯৭৪)। "কোমল পাঠ" আৰু "শিশুপাঠ"ৰ অন্তৰ্গত কবিতাবোৰ শিশুৰ উদ্দেশ্যে

*অৱদান*

ৰচনা কৰা। বাকী দুখনৰ কবিতাসমূহৰ কিছুসংখ্যক অনুবাদ আৰু কিছুমান মৌলিক-চিন্তা-প্ৰসূত। আনন্দচন্দ্ৰ আগৰৱালাক কোনো কোনোৱে "ভাঙনি কবি"ও বোলে। ভাব আৰু ছান্দস-লালিত্য ঠিক ৰাখি তেওঁ কিছুমান ইংৰাজী-কবিতা ইমান সুন্দৰভাবে অসমীয়ালৈ ৰূপান্তৰ কৰিছে যে, সেইবোৰ অনুবাদ যেন বোধ নহয়। এই কবিতাবোৰ বৰং তেওঁৰ মৌলিক-কবিতাতকৈও অধিক আকৰ্ষণীয়। "জীৱন-সঙ্গীত" "চহা আৰু পণ্ডিত", "সুখৰ ঠাই", "যোগী" আদি তেওঁৰ অনুবাদ-কবিতা। মৌলিক-কবিতাৰ ভিতৰত "বলম্", "তই" "মানৱী" আদি বিশেষভাবে উল্লেখনীয়। "পানেশৈ" আৰু "ফুলকোঁৱৰ" লোকগীতৰ আৰ্হিত ৰচনা কৰা আগৰৱালাৰ সুন্দৰ কবিতা। গদ্যলেখকৰূপেও আনন্দচন্দ্ৰ আগৰৱালাৰ নাম উল্লেখ নকৰিলে নহয়। পৰিণত বয়সত তেওঁ কবিতা লিখিবলৈ এৰি গদ্য ৰচনাত মনোনিবেশ কৰে। তেওঁৰ গদ্যৰ বিষয়বস্তু আছিল পুৰাতাত্ত্বিক, অনুসন্ধানমূলক।

## চন্দ্ৰধৰ বৰুৱা (১৮৭৪-১৯৬১ খৃঃ)

চন্দ্ৰধৰ বৰুৱা ১৯৭৪ খৃঃত যোৰহাটত জন্মে। তেওঁৰ পিতৃৰ নাম দুৰ্গাধৰ বৰুৱা। ১৮৯১ খৃঃত প্ৰবেশিকা পৰীক্ষা পাছ কৰি কলিকতালৈ গৈ কলেজত পঢ়ে। বি এ মহলালৈ তাত পঢ়ি অৱশেষে ডিগ্ৰী-নোলোৱাকৈয়ে উভতি আহে। পাছত প্ৰথমতে যোৰহাটতে

*পৰিচয়*

ওকালতি আৰম্ভ কৰে। কিছুদিন সেই কাম কৰাৰ পাছত বৰুৱাই চাহ খেতিত মনোনিবেশ কৰে। সাহিত্যিক দিশৰ উপৰিও ৰাজনৈতিক-ক্ষেত্ৰতো তেওঁৰ বৰঙণি উল্লেখনীয়। ১৯২০ খৃঃত তেওঁ দিল্লীৰ কাউন্সিল অৱ ষ্টেটৰ সদস্য হয়। ১৯৩০ খৃঃত অসমৰ প্ৰতিনিধি ৰূপে ভাৰতৰ স্বাধীনতা সম্পৰ্কে আলোচনা কৰাৰ উদ্দেশ্যে ঘূৰণীয়া-মেজ মেলত যোগ দিয়াৰ তেওঁ সুযোগ পায়। গোৱালপাৰাত অনুষ্ঠিত অসম-সাহিত্য-সভাৰ সভাপতিৰ পদো তেওঁ অলংকৃত কৰে।

সাহিত্যৰ ক্ষেত্ৰত চন্দ্ৰধৰ বৰুৱাৰ অৱদান বিশেষকৈ ত্ৰিমুখী—তেওঁ কবি, নাট্যকাৰ আৰু হাস্যৰসিক। কবি হিচাপে চন্দ্ৰধৰ বৰুৱাক আমি চাব পাৰো "ৰঞ্জন" নামৰ কবিতাৰ পুথিখন আৰু "কামৰূপ-জীয়ৰী" আৰু "বিদ্যুৎ-বিকাশ" নামৰ বৰ্ণনাত্মক সৰু কাব্যদুখনৰ মাজত। তেওঁৰ দুই এটা কবিতা ৰোমাণ্টিক ভাৱাপন্ন, সেই কবিতাৰ ভাবো গহীন।

*কাব্যিক অৱদান*

কিছুমান কবিতা আকৌ হাস্যজনক আৰু ব্যঙ্গাত্মক। ৰক্ষণশীলতাৰ মাজেদি চলি অহা কুসংস্কাৰ, কুপ্ৰথা, ভণ্ডামি, আধুনিক-শিক্ষিতৰ ভেম, অপণ্ডিতৰ পাণ্ডিত্য-প্ৰদৰ্শন, জাত্যাভিমান আদি বহুধৰণৰ দোষ-ত্ৰুটিৰ ওপৰত চন্দ্ৰধৰ বৰুৱাই ব্যঙ্গ কৰিছে। সেই ব্যঙ্গাত্মক উক্তিবোৰৰ ৰচনা-কৌশলে বহু সময়ত হাস্যৰসবো সৃষ্টি কৰিছে। চন্দ্ৰধৰ বৰুৱাই "বিদ্যুৎবিকাশ" আৰু "কামৰূপ-জীয়ৰী"--এই দুখন বৰ্ণনাত্মক কাব্য সংস্কৃত-মহাকাব্যৰ (Artificial Epic) আদৰ্শত ৰচনা কৰিছে যদিও বিষয়বিস্তৃতি আৰু গাম্ভীৰ্য্যৰ ফালৰ পৰা অৱশ্যে তাৰ শাৰীত ঠিকমতে উঠা নাই, খণ্ডকাব্যৰূপেহে দুয়োখনৰে মূল্য যথেষ্ট। দধীচি-মুনিৰ অস্থিৰে বজ্ৰ নিৰ্মাণ কৰি তাৰ দ্বাৰা ইন্দ্ৰই বৃত্ৰাসুৰক বধ কৰা মহাভাৰতীয় বিখ্যাত-আখ্যানটো কবিয়ে "বিদ্যুৎবিকাশ"ৰ কাহিনী হিচাপে ৰূপ দিছে। কাব্যখনৰ "বিদ্যুৎ বিকাশ" নামকৰণত কবিকল্পনাত উদ্ভাৱন-শক্তি মনোৰম। ই কবিৰ ভাষাৰে—

*শুনাহে অস্ত্ৰৰ তেজ*  
*অংশ তুমি মহেশ্বৰ মহতী শক্তিৰ,*  
*বিদ্যুৎ নামেৰে আজি*  
*অভিহিতা কৰিলো তোমাক।*  
*মেঘৰ সঙ্গিনী হৈ*  
*আকাশত থাকিবা সততে,*  
*ক্ষমা মাত্ৰে দেৱৰাজে*  
*বজ্ৰত হবাহি অধিষ্ঠিত,*  
*আদেশ পালিবা চিৰকালে। (বিদ্যুৎ বিকাশ)*

মনসা-কবিয়ে প্ৰচাৰ কৰি যোৱা বেউলা-সতীৰ সতীত্বৰ মাহাত্ম্যপ্ৰকাশক আখ্যানটো "কামৰূপ-জীয়ৰী"ত কাব্যিক-ৰূপত ৰূপায়িত কৰিছে। বেউলাই কামৰূপ-জীয়ৰী, তেওঁৱেই নায়িকা ৰূপে কাব্যখনিত বৰ্ণিতা। দুয়োখন কাব্যই অমিত্ৰাক্ষৰ ছন্দত ৰচিত, কিন্তু ভোলানাথ-ৰমাকান্তই ব্যৱহাৰ কৰা মধুসূদনী-ছন্দ নহয়। চন্দ্ৰধৰ বৰুৱাই এই কাব্য দুখন ৰচনা কৰিছে গৈৰিশী-ছন্দত। বঙালী-নাট্যকাৰ গিৰিশ চন্দ্ৰ ঘোষে এইবিধ অমিত্ৰাক্ষৰ-ছন্দ প্ৰথমতে উলিয়াই ইয়াক নাটকত ব্যৱহাৰ কৰিছিল। ইয়াত একোটা ভাবপ্ৰকাশক শব্দকেইটাৰ কাৰণেহে একোটা শাৰী নিৰ্দিষ্ট। ভাবৰ সাৱলীল প্ৰবহমানতা এই ছন্দই

বহন কৰে। এইবিধ ছন্দৰ সুপ্ৰয়োগে বৰুৱাৰ কাব্যকৃতি সাৰ্থক কৰাৰ উপৰিও অসমীয়া-কাব্য-জগতো সমৃদ্ধ কৰি তুলিছে। এই দুয়োখন কাব্য বিংশ-শতিকাৰ চতুৰ্থ দশকৰ ভিতৰত "আবাহন"ত ছোৱা ছোৱাকৈ প্ৰকাশ হৈছিল।

চন্দ্ৰধৰ বৰুৱাৰ জীৱিত-কালতে তেওঁৰ চাৰিখন নাটক প্ৰকাশ হৈছে— মেঘনাদ-বধ (১৯০৪), তিলোত্তমা সম্ভৱ (১৯২৪), ৰাজৰ্ষি (১৯৩৭) আৰু ভাগ্য-পৰীক্ষা (১৯১৫)। ইয়াৰ প্ৰথম তিনিখন পৌৰাণিক-ঘটনাৰ ওপৰত আৰু চতুৰ্থখন একপ্ৰকাৰ সামাজিক-কথাৰ ওপৰত আধাৰিত। মেঘনাদ-বধ আখ্যানটোৱেই "মেঘনাদ-বধ" নাটকৰ কাহিনীৰ মূল-বস্তু। মেঘনাদ-বধ-আখ্যান বাল্মীকি-কৃত-ৰামায়ণৰ অন্তৰ্গত হলেও চন্দ্ৰধৰ বৰুৱাই ইয়াৰ কাহিনী প্ৰস্তুত কৰিছে বিশেষভাৱে মধুসূদন দত্তৰ" মেঘনাদ বধ" কাব্যৰ পৰা। "তিলোত্তমা-সম্ভৱ"ৰ মূল-বিষয় বিশ্ব-ব্ৰহ্মাণ্ডৰ সকলো সৌন্দৰ্য্যৰ পৰা তিলোত্তমাৰ উদ্ভৱ আৰু তেওঁৰ যোগেদি সুন্দ-উপসুন্দ দুই দৈত্য-বীৰৰ নিধনকাৰ্য্য-সংঘটন। এই ঘটনা মহাভাৰত-বৰ্ণিত। কিন্তু আমাৰ নাট্যকাৰে ইয়াৰো কাহিনী প্ৰস্তুত কৰিছে উক্ত বঙালী কবিৰ "তিলোত্তমা-সম্ভৱ" কাব্যৰ পৰা। এই নাটক দুখনৰ ভাষা আৰু উক্তিবিশেষৰ ওপৰতো মধুসূদনৰ সুস্পষ্ট প্ৰভাৱ আছে। মাৰ্কণ্ডেয়-পুৰাণ (৮ ম অধ্যায়) বৰ্ণিত ৰাজৰ্ষি হৰিশ্চন্দ্ৰৰ আখ্যানটোৰ সামন্য পৰিবৰ্ত্তন কৰি চন্দ্ৰধৰ বৰুৱাই ইয়াৰ নাট্যৰূপ দিছে তেওঁৰ তিনি অঙ্কীয়া-ৰাজৰ্ষি-নাটকত। নাট্যকাৰে তিনিওখন নাটকতে গৈৰিশী ছন্দ ব্যৱহাৰ কৰিছে। ভাগ্য-পৰীক্ষা নাটকত এজন সাউদৰ ভাগ্য-বিপৰ্য্যয়ৰ যোগেদি অত্য দুঃখদায়ক-পৰিণতি অঙ্কিত কৰা হৈছে। ভাগ্য-বিশ্বাস যে মানুহৰ চিৰকলীয়া বিশেষত্ব— এই কথাকে নাটকখনত ৰূপকাত্মকৰূপে দেখুৱাইছে। ইয়াৰ কাহিনীৰ মূল আৰবিয়ান নাইট্‌চৰ (Arabian Nights) এটা সাধু— নাম "The story of the merchant who lost his luck"।

*নাট্য সাহিত্যলৈ অৱদান*

## সোণাৰাম চৌধুৰী (১৮৭০-১৯৪২ খৃঃ)

খৃষ্টীয় ১৮৭০ শকত উত্তৰ গুৱাহাটীত সোণাৰাম চৌধুৰী ওপজে। ১৮৯২ খৃঃত তেওঁ প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হয়, আৰু কলিকতাত গৈ কলেজত পঢ়িবলৈ আৰম্ভ কৰে। কিন্তু স্বাস্থ্যজনিত কাৰণত এক-এ-পাছ নকৰাকৈ ঘৰলৈ উভতি আহিবলগীয়া হয়। পাছত তেওঁ কমিছনাৰ অফিচৰ কেৰাণী কামত সোমাই চাকৰি জীৱন আৰম্ভ কৰে। কিন্তু চকুৰ শক্তি কমি যোৱা কাৰণে ১৯২০ চনতে অসময়ত তেওঁ ইচ্ছাকৃত ভাৱে অৱসৰ গ্ৰহণ কৰিবলগীয়া হয়।

*পৰিচয়*

সোণাৰাম চৌধুৰী আছিল অনুসন্ধিৎসু আৰু প্ৰত্নতাত্ত্বিক পণ্ডিত। ইতিহাস-প্ৰত্নতত্ত্বৰ অনুসন্ধান আৰু গৱেষণা-কৰ্মত তেওঁ গোটেই জীৱন কটাইছে। "জোনাকী"ৰ পৰা আৰম্ভ

কৰি "আবাহন" পৰ্য্যন্ত প্ৰায় গোটেই কেইখন আলোচনীতে তেওঁ বহুত প্ৰবন্ধ লিখিছে; তাৰ বহু সংখ্যক প্ৰবন্ধই প্ৰত্নতত্ত্বসম্বন্ধীয় আৰু সাংস্কৃতিক-দিশৰ ৰহস্য-তত্ত্বমূলক। কানাই বৰশীবোৱা শিল আৰু তাৰ ওচৰৰ ঠাই অনুসন্ধান, গুৱাহাটীৰ তামৰ ফলি, প্ৰাগ্‌জ্যোতিষপুৰৰ যৎকিঞ্চিৎ, বৈদ্যদেৱৰ তাম্ৰৰ ফলি, অসমীয়া-ভাষা আৰু বৰ্ণমালা সম্বন্ধে যৎকিঞ্চিৎ, অসমীয়া আৰু বঙলা ভাষা, এইধৰণৰ বহুত গুৰুত্বপূৰ্ণ বিষয়ৰ ওপৰত বহুসংখ্যক আলোচনা সোণাৰাম চৌধুৰীয়ে আগবঢ়াই গৈছে। উল্লেখনীয় কথা এই যে, কিছুমান প্ৰবন্ধ তেওঁ "হেমদাশ ৰথী", এই গুপ্তনামত ৰচনা কৰিছে।

*অৱদান*

## কনকলাল বৰুৱা (১৮৭২-১৯৪০ খৃঃ)

লক্ষ্মীলাল বৰুৱাৰ প্ৰথম পুত্ৰ কনকলাল বৰুৱা বৰপেটাত ওপজে ১৮৭২ খৃঃত। ১৮৮৮ খৃঃত প্ৰৱেশিকা-পৰীক্ষা পাছ কৰি কলিকতালৈ গৈ তাত পঢ়ি বি এ আৰু বি এল পৰীক্ষা পাছ কৰে। গুৱাহাটীত প্ৰথমতে তেওঁ ওকালতি কৰিবলৈ আৰম্ভ কৰে। ১৯০০ খৃঃত বৰুৱাই চৰকাৰী চাকৰিত যোগ দিয়ে ই-এ-চি হিচাপে। সেই কামত ক্ৰমোন্নতি কৰি মহকুমাধিপতি আৰু শেষত গৈ ৰেজিষ্ট্ৰাৰ অৱ কো-অপাৰেতিভ্ আৰু শিল্পবিভাগৰ ডিৰেক্টৰৰ পদত অধিষ্ঠিত হয়। এই পদৰ পৰাই ১৯২৭ খৃঃত তেওঁ অৱসৰ গ্ৰহণ কৰে। ১৯২৩ চনত ডিব্ৰুগড়ত অনুষ্ঠিত অসম-সাহিত্য-সভাৰ সভাপতিৰ আসন তেওঁ অলঙ্কৃত কৰিছিল।

*পৰিচয়*

অ.ভা উ.সা. সভা আৰু "জোনাকী"ৰ লগত কনকলাল বৰুৱাৰ বিশেষ সম্বন্ধ আছিল। কামৰূপ-অনুসন্ধান-সমিতি আৰু ৰাজ্যিক-সংগ্ৰহালয়ৰো তেওঁ অন্যতম গুৰিধৰোতা আছিল। প্ৰথম অৱস্থাত কনকলাল বৰুৱাই "জোনাকী"ত কিছুমান কবিতা আৰু প্ৰবন্ধ লিখে। তেওঁৰ অমৰ খ্যাতি বিশেষকৈ প্ৰকাশ হৈছে কিন্তু দেশৰ ঐতিহ্য, পুৰাতত্ত্ব আৰু ইতিহাসৰ ৰহস্য উদ্‌ঘাটনৰ ক্ষেত্ৰতহে। সেই উদ্‌ঘাটিত সম্পদৰাজি তেওঁ অৱশ্যে প্ৰকাশ কৰিছে ইংৰাজী ভাষাত। তাৰ চিৰোজ্জ্বল নিদৰ্শন তেওঁৰ "Early History of Kamarup" আৰু লগতে "Studies in the Early History of Assam" নামৰ গ্ৰন্থত প্ৰকাশ হোৱা অনুসন্ধান আৰু তত্ত্বমূলক আঢ়েকুৰিতকৈও অধিক অতি মূল্যবান প্ৰবন্ধ (বেছি ভাগেই "Journal of Assam Research Society"ত প্ৰকাশ হোৱা)। পুৰণি-কামৰূপ ৰাজ্যৰ ঐতিহ্য, পুৰাতত্ত্ব আদিৰ অনুসন্ধান আৰু গৱেষণাৰ দিশত কনকলাল বৰুৱাই যি আলোক প্ৰসাৰিত কৰিছে, তাৰ মাজেদি অনুসন্ধিৎসুয়ে খোপিয়াই আগবাঢ়িবলৈ সদায় বাট পাই থাকিব।

*অৱদান*

## হিতেশ্বৰ বৰবৰুৱা (১৮৭৬-১৯৩৯)

আহোমৰ এটা প্ৰসিদ্ধ বংশত হিতেশ্বৰ বৰবৰুৱাৰ জন্ম হয় খ্ৰীষ্টীয় ১৮৭৬ শকত, যোৰহাটৰ নমচাংগাইনামৰ গাঁৱত। তেওঁৰ পিতৃৰ নাম আছিল ডিকৌ শইকীয়া বৰুৱা। হিতেশ্বৰৰ

ককাক পদ্মনাথ অজস্ৰ-ধন-ৰত্নৰ গৰাকী আছিল যদিও পিতৃ চিকৌ গগৈৰ দিনত দুৰ্ভাগ্যবশতঃ সকলো নিঃশেষ হয়। হিতেশ্বৰ সৰ্বস্বান্ত পিতৃৰ ঔৰসত জন্মে। সেয়েহে, তেওঁ দুখকৈ লিখিছে— "মূৰত জুইৰ চৰু লৈ মই দুৰ্কপলীয়াই সংসাৰত জন্ম ধৰিবলৈ আহিছিলো।"[৭৩] ঘৰৰ আৰ্থিক অৱস্থা শোচনীয় কাৰণে হাইস্কুলীয়া আনুষ্ঠানিক-শিক্ষা

*পৰিচয়*

শেষ নকৰাকৈয়ে তেওঁ স্কুল এৰিবলগীয়া হয় আৰু জীৱিকাৰ কাৰণে চাহ বাগিচাৰ কেৰাণী কামত সোমায়। হিতেশ্বৰ বৰবৰুৱাৰ জীৱন-গতি উপৰ্য্যুপৰি সংঘটিত শোকোৰ্ম্মিৰে পৰিপূৰ্ণ একপ্ৰকাৰ অনন্যসাধাৰণ প্ৰবাহ। ১৯০৩ চনত হিতেশ্বৰে তেওঁৰ নুমলীয়া ভনী ৰত্নদাক, ১৯০৬ চনত কাণসমনীয়া ভাই সুৰেশ্বৰক, ১৯১১ চনত প্ৰিয়তমা পত্নীক আৰু শেষত ১৯২১ চনত প্ৰাণসম কনিষ্ঠ-পুত্ৰ বিপিনক চিৰদিনৰ কাৰণে হেৰুৱায়। এই ধৰণৰ আপোনসকলৰ বিচ্ছেদজনিত-কাৰুণ্য-প্ৰবাহৰ মাজেদি হিতেশ্বৰ বৰবৰুৱাৰ যি কাব্য সৃষ্টি হৈছে, সি কৰুণ- ৰসসিক্ত আৰু ভাৱঘন হৈ উঠিছে।

গ্ৰন্থৰ ব্যাপক-অধ্যয়ন আৰু জাতীয়-প্ৰেম— এই দুটা বিশেষত্বই হিতেশ্বৰ বৰবৰুৱাৰ সাহিত্য-সৃষ্টিত বিকাশ সাধন কৰিছে বুলি বুজা যায়। ইংৰাজী, সংস্কৃত আৰু বঙালী কাব্যৰ অধ্যয়ন তেওঁৰ বিশেষ। "ইংৰাজীৰ ডাঙৰ কবিবিলাকৰ ভিতৰত চচাৰৰ কাব্য

*কবি আৰু গদ্যকাৰ*

পঢ়িবলৈ তেওঁৰ বাকী নৈছিল। পিছে শেষ জীৱনত সেই কামো কৰিবৰ দিহা কৰি লৈছিল। নিজৰ দেশৰ সৰু ডাঙৰ বুৰঞ্জীৰ বাহিৰেও ইংলেণ্ড, গ্ৰীছ, ৰোমৰ বুৰঞ্জী তেওঁ শ্ৰদ্ধাৰে অধ্যয়ন কৰিছিল।"[৭৪] হিতেশ্বৰ বৰবৰুৱা প্ৰসিদ্ধ কবিৰূপে খ্যাত হোৱাৰ উপৰিও ঐতিহাসিক গদ্যকাৰো। প্ৰথম অৱস্থাত বিভিন্ন ভাবৰ কিছুমান কবিতা লিখিলেও সংখ্যাগৰিষ্ঠতা আৰু গুণবৈশিষ্ট্যৰ ফালৰ পৰা তেওঁ আমাৰ সাহিত্যত ছনেটৰচক আৰু ৰসাত্মক কাহিনী-কাব্যৰ (Literary Epic, Artificial Epic) প্ৰসাৰণকৰ্ত্তাৰূপহে বিশেষ স্মৰণীয়। "তলসৰা ফুলৰ আঁজলি" আৰু "অসম কুসুম" নামৰ দুখন কবিতা-মালাত বৰবৰুৱাৰ প্ৰথমাৱস্থাৰ-কাব্যিক অনুভূতিৰ যি ৰূপ ৰূপায়িত হৈছিল, সি অৱশ্যে প্ৰকাশ হৈ নোলাল। তাৰ পাছত "সোণাকলি" নামৰ এখন কবিতাৰ পুথি ১৯০২ খৃঃত প্ৰকাশ হয়, ইয়াৰ অন্তৰ্ভুক্ত কবিতাবিলাকৰ ভিতৰত কিছুমান ছনেট আৰু কিছুমান খণ্ড-কবিতা।

ইংৰাজ-কবি কিছুমান, মাইকেল মধুসূদন দত্ত আৰু লগতে অসমীয়া-কবি হেমচন্দ্ৰ গোস্বামীৰ ছনেটৰ আদৰ্শই হিতেশ্বৰক ছনেট ৰচনাত উদগনি দিয়া বুলি কব পৰা যায়। তেওঁৰ ১২৮ টা ছনেটৰ অন্তৰ্ভুক্তিৰ সৈতে "মালচ" নামৰ পুথি ১৯১৮ খৃঃত

৭৩. মালচ আৰু চফুলো, পাতনি, ড° মহেশ্বৰ নেওগ সম্পাদিত

৭৪. মালচ আৰু চফুলো, পাতনি, ড° মহেশ্বৰ নেওগ সম্পাদিত

প্ৰকশিত হয়। এই পুথি অকল ৰৱৰুবাৰেই ছোনেটৰ প্ৰথম প্ৰকাশিত ৰূপ নহয়, ই অসমীয়া-সাহিত্যৰো এই শ্ৰেণীৰ প্ৰথম পুথি। উপৰুক্ত আন প্ৰিয়জনসকলৰ মৃত্যুৰ উপৰিও বিশেষকৈ চৈধ্য-বছৰীয়া নুমলীয়া-পুত্ৰ বিপিনৰ বিয়োগজনিত দুৰ্বহ্-বেদনা-বিধুৰিত-হৃদয়ৰ পৰা নিৰ্গত- শোকোৰ্ম্মিয়ে ছোনেটৰ ৰূপত যি প্ৰকাশ লভিছে, সি "চকু-লো" নামত ১৯২২ খৃঃত ছপা হৈ ওলায়। নুমলীয়া পুত্ৰৰ মৃত্যুৰ দিনা কবিয়ে যিটো ছোনেট[৭৫] ৰচনা কৰিছিল, সি "চকু-লো" নামৰ পুথিখনৰ প্ৰথম কবিতা[৭৬]। বিশেষ কথা এই যে, "মালচ"ৰ অন্তৰ্ভূক্ত কৱিতাবোৰৰ বিষয়ানুসৰি একোটা নাম আছে; কিন্তু "চকু-লো"ৰ কৱিতাবোৰৰ তেনে কোনো নাম নাই— এইবোৰৰ প্ৰত্যেকেই কৱিৰ শোক-দগ্ধ হৃদয়ৰ তাপে তপ্ত কৰি ৰখা একোটুপি চকু-লো মাথোন। আন হাতেদি "মালচ"ৰ ছোনেটবোৰ কৱিৰ বিভিন্ন ভাব-অনুভূতিৰ প্ৰকাশমাধ্যম। "চকু-লো"ৰ ছোনেটবোৰৰ পৰা বুজা যায়— কবি ঈশ্বৰ বিশ্বাসী, নিৰাশবাদী নহয়, সকলো দুখ-যন্ত্ৰণা, শোক-তাপ পৰম-শক্তিৰ নিৰ্ম্মালিৰূপে তেওঁ গ্ৰহণ কৰিছে। "চকুলো"ৰ এঠাইত কৈছে—

*ছোনেট*

*"...............দেৱী ! তুমি অতি স্নেহৱতী,*
*আশীৰ্বাদ কৰা— সোণে চিৰশান্তি প'ক,*
*অশান্তিৰ ছায়া যেন নেদেখে সোণায়ে তাত,*
*প্ৰভুৰ পাৱত তাৰ চিৰানন্দ হ'ক।।"*

---

৭৫. নোলায় চকুলো মোৰ পুত্ৰৰ শোকত প্ৰভু
পুত্ৰ-শোক সন্তাপৰ নোহে ইটো চিন।
ইযে মুকুতাৰ মালা, তোমাৰেই "প্ৰতিদান"
(দেব মনলোভা বস্ত্ৰ) শোভে খাতি দিন।।
তোমাৰে ফুলনিবাৰী, তোমাৰেই তৰু-লতা,
যি ফুল ফুলিল তাত, তাৰে এটি আনি
অৰ্পিলে পূজাৰ অৰ্থে ভকতি অন্তৰে আজি
তোমাৰ পাৱতে পুনঃ লোৱা প্ৰভু তুমি।।
ই চকুলো নোহে মোৰ অপত্য শোকৰ চিন,
ই যে প্ৰভু। পুত্ৰৰ ই নিৰ্মালি পিতাৰ
(স্বৰ্গীয় আনন্দময়ী) দুয়োটি চকুতে দিছি
আজীৱন ৰয় চাই চৰণ তোমাৰ।।
চকুলো দুধাৰি প্ৰভু। তোমাৰ নিৰ্মালি মোৰ,
অন্ত হব অভিমত, ভঙ্গ হব মোহ মোৰ।।

৭৬. এই কবিতাটো "চেতনা"ত নিৰ্মালি নামেৰে প্ৰকাশ হৈছিল (৩ য় বছৰ, ২য় সংখ্যা,২৪/৮/১৯২১, বুধবাৰ)

বৰবৰুৱাৰ ছোনেটত নান্দনিক-গুণৰ অভাৱ দেখা নাযায়। প্ৰতিটো ৰচনাৰ মাজতে একোটা ঘনীভূত-ভাব চৈধ্যটা শাৰীত সমাপ্ত হৈছে, শেষৰ দুই শাৰীয়ে প্ৰবহমান ভাবটোক অধিক সুস্পষ্টও কৰি তুলিছে।

ইতিহাস-প্ৰেমিক হিতেশ্বৰ বৰবৰুৱাই অসম-বুৰঞ্জীৰ তিনিটা প্ৰসিদ্ধ ঘটনাৰ অৱলম্বনত ৰচনা কৰে তিনিখন বৰ্ণনাত্মক কাহিনী-কাব্য— কমতাপুৰ ধ্বংস (১৯১০), তিৰোতাৰ আত্মদান (১৯১৩) আৰু যুদ্ধক্ষেত্ৰত আহোম ৰমণী (১৯১৪)। কমতাপুৰৰ ৰাজমন্ত্ৰীৰ আহ্বানক্ৰমে গৌড়ৰ নবাবে খেন-বংশীয় শেষ ৰজা নীলাম্বৰক বন্দী কৰি কমতাপুৰ ধ্বংস কৰা ঘটনাটো প্ৰথম কাব্যখনত ৰূপ দিয়া হৈছে। গদাপাণিৰ সন্ধেদ ইচ্ছাকৃতভাবে নজনাই ল'ৰা-ৰজাৰ অমানুষিক-শাস্তি ভোগ কৰি জয়মতী- কুঁৱৰীয়ে প্ৰাণত্যাগ কৰা আখ্যানটো দ্বিতীয়খন কাব্যৰ কাহিনীৰ বিষয়বস্তু। ১৫৩২ খৃঃত মুছলমানৰ ষষ্ঠ আক্ৰমণ-প্ৰসঙ্গত আহোম-সেনাপতি ফাচেংমুং বৰগোহাঞিৰ মৃত্যু হয়। সেই বৰগোহাঞিৰ পত্নী মূলাই স্বামী-বৈৰীৰ ওপৰত প্ৰতিশোধ লোৱাৰ উদ্দেশ্যে মুছলমানৰ বিৰুদ্ধে যুদ্ধ কৰি যুদ্ধক্ষেত্ৰত প্ৰাণ এৰে। এই বীৰত্বপূৰ্ণ ঘটনাটো "যুদ্ধক্ষেত্ৰত আহোম ৰমণী" বা "মূলা-গাভৰু" কাব্যত বৰ্ণনা কৰা হৈছে। মাইকেল মধুসূদন দত্তৰ চৈধ্যাক্ষৰীয় যি অমিত্ৰাক্ষৰ ছন্দত আগতে ৰমাকান্ত-ভোলানাথে কাব্য লিখি গৈছে সেই ছন্দকে হিতেশ্বৰে নিপুণভাবে প্ৰয়োগ কৰিছে। বৰুৱাৰ ভাষা নিভাঁজ-অসমীয়া আৰু উপযুক্তভাবে গহীন আৰু অৰ্থপ্ৰকাশক। পৰৱৰ্তী ৰচনা কাৰণেই "যুদ্ধ-ক্ষেত্ৰত আহোম ৰমণী" বিষয় গাম্ভীৰ্য্য, ভাষা, বৰ্ণনা-শক্তি আদি সকলো দিশৰ পৰা তিনিওখন কাব্যৰ ভিতৰতে শ্ৰেষ্ঠ।

*ঐতিহাসিক কাব্য*

ঐতিহাসিক-বিষয়বস্তুৰ বাহিৰেও আন বিষয়ৰ আধাৰত হিতেশ্বৰ বৰবৰুৱাই আৰু চাৰিখন কাব্য-শ্ৰেণীৰ গ্ৰন্থ প্ৰণয়ন কৰে। সেই চাৰিখনৰ নাম "বিৰহিণী বিলাপ", "আভাস", "ডেচ্ ডেমেনা" আৰু "আঙ্গিলা কাব্য"। বঙালী কবি মাইকেল মধুসূদন দত্তৰ "বীৰাঙ্গনা" কাব্যৰ অনুকৰণত বৰবৰুৱাই "বিৰহিণী বিলাপ" ৰচনা কৰিছে বুলি কব পৰা যায়। এই কাব্যখনো ১৯১০ খৃঃত প্ৰকাশ হৈ ওলাইছে। প্ৰোষিত-ভৰ্তৃকা নায়িকাৰ বিৰহবেদনাৰ মৰ্ম্মস্পৰ্শী অভিব্যক্তি উপযুক্ত ভাষাৰ মাজেদি ইয়াত প্ৰকাশিত হৈছে। "আভাস" নামৰ কাব্যিক ৰচনাখনত একুৰি এগৰাকী শোকসন্তপ্তা নাৰীৰ কৰুণ-চিত্ৰ ৰূপায়িত কৰা হৈছে। ১৯১৪ খৃঃত এই পুথিখনে মুদ্ৰিত-ৰূপ পায়। "ডেচ্‌ডিমেনা" আৰু "অঙ্গিলা" নামৰ কাব্যিক ৰচনা দুখনও ১৯১৭ চনত প্ৰকাশিত হয়। এই কাব্যদুখন ৰচিত হয় দুগৰাকী ইংৰাজ কবিৰ ৰচনাৰ আধাৰত। প্ৰথমখনৰ বিষয়বস্তু চেক্সপীয়েৰৰ "অথেল্লো" নাটকৰ কাহিনীৰ মূলাংশ; ইয়াত বৰবৰুৱাই ইংৰাজ কবিৰ সেই নাটকৰ নায়িকা ডেচ্‌ডেমেনাৰ কৰুণ-মৃত্যু-কাহিনী স্পষ্টভাবে ৰূপ

*আন আন কাব্যিক-ৰচনা*

দিছে। দ্বিতীয়খন আধাৰিত গোল্ডস্মিথৰ "ভাইকাৰ অব ওৱেক্‌ফিল্ড" (Vicar of wakefield)ৰ কাহিনীৰ ওপৰত। দুয়োখনকে অসমীয়া কবিৰ নিজস্ব প্ৰতিভাৰ জেউতিয়ে বিশেষত্বপূৰ্ণ নকৰাকৈ থকা নাই।

অতীত-প্ৰেমিক, অনুসন্ধিৎসু আৰু ঐতিহাসিক-পণ্ডিত ৰূপেও হিতেশ্বৰ বৰবৰুৱাৰ নাম সুখ্যাত। অসমৰ ঐতিহ্যৰ দিশত কৰা তেওঁৰ বহুবছৰীয়া অনুসন্ধানমূলক সাধনাৰ ফলশ্ৰুতি স্বৰূপে[৭৭] অসমীয়া-জাতিয়ে পাইছে এখন বিৰাট গ্ৰন্থ— নাম "আহোমৰ দিন"।

*আহোমৰ দিন*

গ্ৰন্থখন তিনিটা খণ্ডত সমাপ্ত। ইয়াত বৰবৰুৱাই আহোম-ৰাজত্বৰ সম্পূৰ্ণ ৰাজনৈতিক-বিবৰণ তথ্যভিত্তিকভাৱে দাঙি ধৰাৰ উপৰিও যুগসাপেক্ষ সাহিত্য-সংস্কৃতি, শিল্প-কলা আদিৰ স্বৰূপো দাঙি ধৰিছে। ইয়াৰ উপৰিও, অসমত ইংৰাজ ৰাজত্বৰো এটা খণ্ড আৰু লগতে আহোম বিষয়াসকলৰো বিবৰণ আৰু তেওঁলোকৰ পদ-মৰ্য্যদাৰ পৰিচয় ইয়াত সন্নিবিষ্ট হৈছে। কব পৰা যায়— "আহোমৰ দিন" অকল আহোম ৰাজত্বৰ বিতং ইতিহাসেই নহয়, সমসাময়িক-যুগৰ সাংস্কৃতিক-দিশৰ বিভিন্ন ৰূপৰেখাৰো ই আধাৰ। অসম-প্ৰকাশন-পৰিষদৰ সৌজন্যত এই মূল্যবান গ্ৰন্থখন ১৯৮১ চনত ছপা হৈ ওলায়।

## নীলমণি ফুকন (১৮৮০-১৯৭৭)

উনবিংশ-শতিকাৰ প্ৰথমাংশত কল্কি-পুৰাণৰ অসমীয়া অনুবাদ কৰোঁতা খাৰঘৰীয়া ফুকনৰ নাতি নীলমণি ফুকন। লম্বোদৰ ফুকনৰ ঔৰসত তেওঁ ওপজে ডিব্ৰুগডত। নীলমণি ফুকনে কটন-কলেজ আৰু কোচ বিহাৰৰ ভিক্টোৰিয়া-কলেজত কলেজীয়া শিক্ষা গ্ৰহণ কৰে আৰু ১৯০৭ চনত বি-এ পৰীক্ষা পাছ কৰে। প্ৰথমতে কিছুকাল (১৯১১-২৫

*পৰিচয়*

খৃঃ) তেওঁ ডিব্ৰুগড় জৰ্জ্জস্কুলত হেড্ মাষ্টৰ ৰূপে কাম কৰে। পাছত কিছুকালৰ কাৰণে চাহ-বাগিচা চলায়। "দৈনিক-বাতৰি" (১৯৩১-৩৬), "ন-জোন" (১৯৩৪), আৰু ১৯৩৯ খৃঃত যোৰহাটৰ পৰা ওলোৱা সাপ্তাহিক-বাতৰি-কাকত তেওঁ সম্পাদনা কৰি আমাৰ সাংবাদিক-সাহিত্যৰ প্ৰসাৰণত অৰিহণা আগবঢ়াইছে। জীৱনৰ আদিভাগত ফুকনে প্ৰতিক্ৰিয়াশীল ৰাজনীতিত অৰিহণা যোগাইছিল যদিও পাছত কংগ্ৰেছী হিচাপে দীঘলীয়া জীৱন কটায়। বিশেষ কথা— নীলমণি ফুকন আছিল বিখ্যাত সুবক্তা। তেওঁৰ মুখৰ পৰা আখৈ ফুটাদি ওলোৱা বক্তৃতা আছিল অলঙ্কাৰপূৰ্ণ, ওজস্বী

---

৭৭. হিতেশ্বৰ বৰবৰুৱাই "A few words of the Compiler" শিতানত লিখিছে— "After a continuous and strenuous effort of a considerably long period extending our ten years or more, I have been afletw complete this Ahomar Din." (আহোমৰ দিন)

আৰু সুললিত। অসামান্য বাগ্মিতাৰ কাৰণে তেওঁ বাগ্মিবৰ খিতাপেৰে পৰিচিত। সেই বাগ্মিতাই তেওঁৰ ব্যক্তিত্বও বিশেষ কৰি তোলাত সহায়তা কৰিছে।

গদ্য আৰু কাব্য, উভয় দিশতে নীলমণি ফুকনৰ অৱদান যদিও উল্লেখনীয়, কাব্যৰ দিশত তেওঁৰ কৃতি অধিক ব্যাপক আৰু উজ্জ্বল। "জ্যোতিকণা" (১৯৩৮) "মানসী" (১৯৪৩), "গুটিমালী" (১৯৫০), "জিঞ্জিৰি" (১৯৫১), "অমিত্রা" (১৯৫২) সন্ধানী" (১৯৭১) আহুতি (১৯৬১), শতধাৰা (১৯৬২) আৰু "মানস প্রতিমা" (১৯৭১) এই কবিতা-সম্ভাৰ কেইখনে ফুকনক কবিৰূপে প্রতিষ্ঠিত কৰিছে। তেওঁৰ প্রকাশিত গদ্য ৰচনা চাৰিখন—"সাহিত্য-কলা" (১৯৪০), "জয়াতীর্থ" (১৯৪১), "চিন্তামণি" (১৯৪২) আৰু "মহাপুৰুষীয়া ধর্ম" (১৯৫২)। জন্ম লগ্নৰ ফালৰ পৰা বিচাৰ কৰিলে নীলমণি ফুকন জোনাকী যুগৰ কবি-সাহিত্যিকৰূপে দেখা দিয়াটো বাঞ্ছনীয় যেন লাগে। কিন্তু প্রথম অৱস্থাত ৰাজনীতি আৰু সাংবাদিকতা আদিত মন দিয়া কাৰণে সৃষ্টিমূলক-সাহিত্যৰ ফালে মনোনিৱেশ কৰাৰ হয়তো আহৰি পোৱা নাছিল। যথেষ্ট পলমকৈ সাহিত্য-সৃষ্টি কৰা কাৰণে সাহিত্যিক হিচাপে ফুকনক আৱাহন যুগ, আনকি ৰামধেনু-যুগলৈকে নমাই আনিবলগীয়া হয়। পৰিণত-বয়সত কবিতা ৰচনা কৰা কাৰণে সেইবোৰ গৰিষ্ঠ ভাৱ-অনুভূতিৰ গভীৰতাত। আন হাতেদি কিন্তু বহু সময়ত ভাষাৰ স্বচ্ছলতা আৰু সৌকুমার্য্যৰ অভাৱ লক্ষ্য কৰা যায়, কোনো কোনো সময়ত ভাৱৰ বাহকৰূপে ছান্দস-প্রকাশৰীতিৰ সাৱলীল—গতিও স্তিমিত নোহোৱা নহয়। পৰিণত-বয়সে ৰঙীন কল্পনা সংযমিত কৰা কাৰণে স্থানভেদে কবিৰ ঘনত্বপ্রাপ্ত ভাৱ ৰসাল-গতিত প্রবাহিত হ'ব পৰা নাই। নীলমণি ফুকন প্রধানভাৱে ৰহস্যবাদী কবি। তেওঁৰ "জোতিকণা"ত এশটা আধ্যাত্মিক-ভাৱজ্যোতিয়ে কাব্যিক-ৰূপত প্রকাশ লভিছে। শেষৰ ফালৰ সঙ্কলন "শতৰূপা"ত তেনে ধৰণৰ এশ ভাৱৰ ৰূপায়ণ দেখিবলৈ পোৱা যায়। "মানসী", "সন্ধানী", "মানস-প্রতিমা" আদিৰ মাজতো আধ্যাত্মিক কবিৰ চিৰসুন্দৰৰ প্রতি আকর্ষণ, তাক লাভ কৰাৰ কাৰণে কবিৰ প্রয়াস আৰু সন্ধান দেখিবলৈ পোৱা যায়। কবিয়ে আধ্যাত্মিক-দৃষ্টিত দেখিবলৈ পাইছে— "আব্রহ্মস্তম্বপর্য্যন্ত" সকলো পৰম-সত্তাৰেই বিচিত্র-অভিব্যক্তি, বিশ্ব-ব্রহ্মাণ্ডৰ সকলোবোৰ সেই পৰম-শক্তিৰ শক্তিত শক্তিমান, সেই পৰম-জ্যোতিৰ জ্যোতিকণাত জ্যোতিস্মান। নৈ-সৰোবৰ, তৰু-তৃণ, পর্বত-পাহাৰ আদি খণ্ডসৌন্দর্য্যৰ পাছে পাছে দৌৰি পৰবর্ত্তি-ক্লান্ত-জীৱনত কবিয়ে অখণ্ড-সৌন্দর্য্য উপভোগৰ আশাত হাবাথুৰি খাইছে। জাগতিক-বৈচিত্র্য আৰু সৌন্দর্য্য ৰাশিৰ মাজত নিভৃত-ৰহস্য-ভেদ কৰাৰ যি চিৰশাশ্বত-আকাঙ্ক্ষা, সিয়েই কবি- ফুকনৰ কাব্য-সৃষ্টিৰ অন্যতম প্রেৰণা। লৌকিক-ভাৱাপন্ন কবিতাও অৱশ্যে ফুকনে ৰচনা কৰিছে। বিশেষকৈ "গুটিমালি"ৰ অন্তর্গত কবিতাবোৰৰ বিষয়বস্তু

*সাহিত্যিক অৱদান*

*কবিতাৰ ভাব*

গ্ৰাম্য-জীৱনধাৰণৰ বিবিধ ধাৰা, গঠনৰীতিও বেলাডৰ লেখীয়া। বিশেষ কথা—ফুকনৰ কবিতাত নাৰী-সৌন্দৰ্য্যৰ বন্দনা নাই, ই হয়তো প্ৰৌঢ় কবিৰ ভাব-বিবৰ্তনৰেই ফলশ্ৰুতি।

নীলমণি ফুকনৰ গদ্য-ৰচনাৰ ভিতৰত "সাহিত্য-কলা" আৰু "চিন্তা-মণি" বিশেষ। দুয়োখনেই চিন্তামূলক ৰচনা। "সাহিত্য-কলা" সাহিত্য-তত্ত্বসম্বন্ধীয় পুথি। ই কলেৱৰত ক্ষুদ্ৰ, বিষয়বস্তুও ইয়াৰ মাজত পৰিসীমিত— সাহিত্য-সম্বন্ধীয় সকলো কথাৰ আলোচনা ইয়াত নাই। তথাপি নান্দনিক-বিষয়ৰ প্ৰথম-পৰ্য্যায়ৰ পুথি হিচাপে ইয়াৰ মূল্য সাহিত্যৰ ইতিহাসত উল্লেখনীয়। বাগ্মীবৰ ফুকনৰ বক্তৃতাৰ নিচিনা তেওঁৰ ৰচনাৰ গদ্যৰীতিও অলঙ্কাৰযুক্ত, ঝঙ্কাৰপূৰ্ণ, শক্তিশালী আৰু আৱেগিক। ভাষণপ্ৰসঙ্গত যেনেকৈ ফেনায়িত আড়ম্বৰপূৰ্ণ ভাষাস্ৰোতে তেওঁৰ চিন্তাধাৰা অবাৰিতভাৱে আগবঢ়াই নিয়ে, সেইদৰে ৰচনাৰ ক্ষেত্ৰতো তেওঁৰ ভাষা-প্ৰৱাহৰ গতিত ক'তো ক'তো চিন্তাধাৰাই স্থিৰতা হেৰুৱাইছে। ফুকনৰ গদ্য প্ৰধানভাৱে লালিত্যপূৰ্ণ আৰু শক্তিশালী, তাৰ স্থান বিশেষত কিন্তু সংযমৰ অভাৱ লক্ষ্য কৰা যায়। আলঙ্কাৰিক ষ্টাইল (Rhetorical Style) ফুকনৰ গদ্যৰ বিশেষত্ব। এই ক্ষেত্ৰত লম্বোদৰ বৰাৰ গদ্যৰীতিৰ ধাৰাবাহিকতা নীলমণি ফুকনে ৰক্ষা কৰিছে বুলিব পাৰি। ঊনবিংশ-শতিকাৰ বঙালী গদ্যকাৰ কালীপ্ৰসন্ন ঘোষৰ অলঙ্কাৰ সমৃদ্ধ-আড়ম্বৰপূৰ্ণ-গদ্যৰ লগত ফুকনৰ গদ্য বহু পৰিমাণে তুলনীয়। নীলমণি ফুকনৰ গদ্যৰচনাৰ স্থানবিশেষত ব্যাখ্যাত্মক ৰীতিও পৰিলক্ষিত হয়।

*গদ্য-গ্ৰন্থ, গদ্যৰীতি*

## নগেন্দ্ৰনাৰায়ণ চৌধুৰী (১৮৮১-১৯৪৭)

গোৱালপাৰা জিলাৰ মেছপাৰাৰ জমিদাৰ খগেন্দ্ৰনাৰায়ণ চৌধুৰীৰ পুত্ৰ নগেন্দ্ৰনাৰায়ণ চৌধুৰীৰ অসমীয়া-সাহিত্য-সংস্কৃতিলৈ অৱদান উল্লেখনীয়। তেওঁ "আৱাহন" আলোচনীৰ আছিল প্ৰতিষ্ঠাপক, তাৰ সম্পাদক দীননাথ শৰ্মাক তেওঁ বহু প্ৰকাৰ সহায়ো কৰিছিল। চৌধুৰী বিশেষকৈ "আৱাহন"ৰ গৰাকী বিখ্যাত গল্পলেখক। তেওঁৰ গোটেইবোৰ গল্প এতিয়ালৈ পুথিৰ আকাৰত দেখিবলৈ পোৱা হোৱা নাই। ইতিমধ্যে "নগেন্দ্ৰনাৰায়ণ চৌধুৰীৰ গল্প" (১৯৬৩) নামৰ এখন পুথিৰ মাজেদি অৱশ্যে দহটা গল্প পোৱা গৈছে। সমাজ-সংস্কাৰৰ প্ৰবৃত্তি থাকিলেও চৌধুৰীয়ে গল্পৰ মাজেদি পুৰণিকলীয়া ৰীতি-নীতি বলপূৰ্বক উৎসন্ন কৰিবলৈ বিচৰা নাই। সংবেদনশীল- মনোভাৱেৰে তেওঁ সমস্যাবোৰ বিচাৰ কৰা যেন লাগে। "তেওঁৰ দীঘলীয়া গল্পবোৰ প্ৰায়েই আদিৰসাত্মক। যৌন-আকৰ্ষণৰ ছবি চুটিগল্পবোৰৰ মাজতো ঢেৰ আছে, কিন্তু সমাজৰ বাধা-নিষেধৰ মাজতে থাকি এইবোৰত যুৱক-যুৱতীয়ে হয়তো অতীন্দ্ৰিয়জনক লাভ কৰিছে, [illegible] [illegible] তুলনাত

নিজেই লাহে লাগে দগ্ধ হৈছে।[৭৮] বিষয়বস্তু প্ৰকাশৰ সংযমিত-কৌশল আৰু গঠনৰীতিৰ ফালৰ পৰা স্থানবিশেষে ত্ৰুটি লক্ষ্য কৰা গলেও নগেন্দ্ৰনাৰায়ণ চৌধুৰীয়ে গল্পকাৰ ৰূপে আবাহন যুগত বিশেষ স্থান লাভ কৰিছে। ১৯৩১ খৃঃত শিৱসাগৰত অনুষ্ঠিত অসম-সাহিত্য-সভাৰ সভাপতিৰ আসনত তেওঁ অধিষ্ঠিত হৈছিল।

## শৰৎচন্দ্ৰ গোস্বামী (১৮৮৭-১৯৪৫ খৃঃ)

শৰৎচন্দ্ৰ গোস্বামী ১৮৮৭ খৃঃত নলবাৰী-সত্ৰত ওপজে। তেওঁৰ পিতৃৰ নাম ললিতচন্দ্ৰ গোস্বামী। তীক্ষ্ণধী গোস্বামীয়ে ১৯০৪ খৃঃত গুৱাহাটীৰ স্কুলৰ পৰা প্ৰৱেশিকা-পৰীক্ষা আৰু ১৯০৮ খৃঃত কলিকতাৰ পৰা বি-এ পাছ কৰে। তাৰ পাছত চৰকাৰী কামত সোমাই প্ৰথমতে ডেপুটি ইন্‌স্পেক্টৰ আৰু যোৰহাটৰ নৰ্ম্মাল স্কুলৰ চুপাৰিণ্টেণ্ডেণ্টৰ পদত যথাক্ৰমে কিছু কিছু কাল থাকি পাছত সমগ্ৰ অসম-উপত্যকাৰ স্কুলসমূহৰ ইন্‌স্পেক্টৰৰ পদত অধিষ্ঠিত হয়। পৰম-সুখ্যাতি আৰু দক্ষতাৰে সেই পদৰ দায়িত্ব পালন কৰি ১৯৪৩ খৃঃত্ৰ তেওঁ অৱসৰ গ্ৰহণ কৰে। ১৯৪৫ খৃঃত গোস্বামীৰ মৃত্যু হয়। তেওঁ অসম-সাহিত্য-সভাৰ অন্যতম প্ৰতিষ্ঠাপক আৰু তাৰ প্ৰথম-সম্পাদক আছিল।

ছাত্ৰাৱস্থাৰে পৰা শৰৎচন্দ্ৰ গোস্বামীৰ সাহিত্যিক-প্ৰতিভাই গজালি মেলিছিল। উপন্যাস, নাটক, পাঠ্যপুথি-অনুসন্ধানকাৰ্য্য, পুৰণি পুথি সম্পাদন আদিৰ দিশত গোস্বামীৰ উল্লেখনীয় অৱদান কম নহয়। তথাপি গল্পকাৰ ৰূপে শৰৎ চন্দ্ৰ গোস্বামীয়ে যি স্থান লাভ কৰিছে সি আমাৰ গল্প-সাহিত্যৰ ইতিহাসত বিশেষভাৱে লক্ষণীয়। বেজবৰুৱা চুটি গল্পৰ প্ৰৱৰ্ত্তক হলেও তেওঁ পুৰণিকলীয়া সাধুকথাৰ গোন্ধ আৰু মেৰপাকৰ পৰা একেবাৰে মুক্ত হব পৰা নাছিল; তেওঁৰ গল্প আছিল বিশেষভাৱে সাধুকথা আৰু চুটিগল্পৰ সংযোগকাৰক, আৰু তাৰ কিছুমান আছিল আধুনিক গল্পৰ দিক্ নিৰ্ণায়ক। গল্প-ৰচনাৰ ক্ষেত্ৰত শৰৎচন্দ্ৰ

*সাহিত্যিক-অৱদান—গাল্পিক-বিশেষত্ব*

গোস্বামী বেজবৰুৱাৰ অব্যৱহিত পৰৱৰ্ত্তী যোগ্য-উত্তৰাধিকাৰী। "মানুহৰ সৃষ্টি", "অন্তৰৰ আৱৰণ" আদি দুই এটা গল্পৰ শিল্পৰীতি আৰু পৰিবেশে পাঠকক অৱশ্যে পুৰণিকলীয়া ৰীতি মনত পেলাব খোজে যদিও শৰৎ চন্দ্ৰ গোস্বামীৰ প্ৰায়বোৰ গল্পই আধুনিকতাক স্পৰ্শ কৰিছে আৰু ভৱিষ্যতলৈ গল্পৰ গতি-পথ নিৰ্ণয় কৰিছে। অসমীয়া গাঁৱলীয়া-জীৱনৰ হাঁহি-কান্দোন, সুখ-দুখ, প্ৰণয়-বিচ্ছেদ, সবলতা-দুৰ্বলতা আদি কথাবোৰ লৈয়ে গোস্বামীৰ গল্পবোৰে গা কৰি উঠিছে। সমাজৰদ্বাৰা অননুমোদিত-প্ৰেম তেওঁৰ কিছুমান গল্পৰ মাজেদি (যোৱাৰী, ব্ৰহ্মপুত্ৰৰ বুকুত) ৰুচিবিৰুদ্ধ নোহোৱাকৈ চিত্ৰিত হৈ উঠিছে, আৰু কিছুমানৰ মাজেদি কাল-বিধৱাৰ অন্তৰ্দাহ মৰ্ম্মস্পৰ্শীভাৱে প্ৰকাশ পাইছে। গোস্বামীৰ উদাৰ আৰু পৰিবৰ্ত্তনকামী

৭৮. আধুনিক গল্প সাহিত্য, ত্ৰৈলোক্য নাথ গোস্বামী

মনোবৃত্তি আৰু সৎসাহসৰ জিলিঙনি তেওঁৰ গল্পৰ মাজেদি উক্ দি উঠিছে। তেওঁৰ প্ৰায়বোৰ গল্পই চুটি চুটি; বাক্যবোৰ নাতি-দীৰ্ঘ, ভাষা আড়ম্বৰহীন, আৰু ই গ্ৰাম্য-ঠাচ আৰু গ্ৰাম্য-শব্দাৱলীৰে ভৰা, অথচ উপযুক্ত অৰ্থপ্ৰকাশক। শৰৎচন্দ্ৰ গোস্বামীৰ গল্পবোৰে প্ৰকাশ লভিছে চাৰিখন পুথিৰ মাজেদি— গল্পাঞ্জলি (১৯১৪), ময়না (১৯২৫), বাজীকৰ (১৯৩০) আৰু মৰণোত্তৰ ভাবে প্ৰকাশিত "পৰিদৰ্শন"।

"পানিপথ" (১৯৩০) নামৰ ঐতিহাসিক উপন্যাস আৰু গুপ্তনামত ৰচিত "পৰীক্ষা" (১৯১০) নামৰ নাটকে শৰৎচন্দ্ৰ গোস্বামীক উপন্যাস আৰু নাটকৰ প্ৰসঙ্গতো স্মৰণীয় কৰি ৰাখিছে। নীলকণ্ঠ দাসকৃত "দামোদৰ চৰিত" আৰু বাগীশৰ "নীতি-লতাঙ্কুৰ"ৰ সম্পাদনকাৰ্য্য তেওঁৰ পুৰণি পুথিৰ অনুসন্ধান আৰু প্ৰচাৰ-মনোবৃত্তিৰ ফলশ্ৰুতি। শৰৎচন্দ্ৰ গোস্বামী আছিল শিক্ষাবিদ; শিক্ষাবিষয়ক কেইবাখনো পুথি ৰচনা আৰু প্ৰকাশ কৰি তেওঁ সমসাময়িক শিক্ষা-জগতৰো উপকাৰ সাধিছে।

## দুৰ্গেশ্বৰ শৰ্মা (১৮৮২-১৯৬১)

কমলচন্দ্ৰ শৰ্মাৰ পুত্ৰ দুৰ্গেশ্বৰ শৰ্মাৰ জন্ম হয় যোৰহাটৰ পটীয়া নামৰ গাওঁত, খৃষ্টীয ১৮৮২ শকত। তেওঁ আছিল তীক্ষ্ণবুদ্ধিসম্পন্ন। যোৰহাটৰ পৰা ১৮৯৯ খৃঃত প্ৰথম বিভাগত প্ৰৱেশিকা-পৰীক্ষা, কোচবিহাৰৰ ভিক্টোৰিয়া-কলেজৰ পৰা ১৯০১ চনত প্ৰথম বিভাগত এফ্ এ আৰু সেই কলেজৰে পৰা ১৯০৩ খৃঃত বি-এ পাছ কৰে। ইয়াৰ পাছত কলিকতা বিশ্ববিদ্যালয়ৰ আইন কলেজত পঢ়ি ১৯০৬ খৃঃত তেওঁ বি-এল্ পৰীক্ষাত

*জীৱনৰ আভাস*

উত্তীৰ্ণ হয়। এইদৰে শিক্ষা-জীৱনৰ ওৰ পেলাই দুৰ্গেশ্বৰ শৰ্মাই প্ৰথমতে যোৰহাটত ওকালতি কৰিবলৈ লয়। ১৯১১ খৃঃত শৰ্মাই ধুবুৰীত ডেপুটি মেজিষ্ট্ৰেট হিচাপে চৰকাৰী কামত সোমায়। তাত কৰ্ত্তব্যনিষ্ঠা আৰু যোগ্যতাৰ পৰিচয় দি ক্ৰমোন্নতিৰ যোগেদি শেষৰ ফালে আবকাৰী-বিভাগৰ আয়ুক্ত আৰু আয়কৰ-বিভাগৰ আয়ুক্তৰ পদো লাভ কৰে। ১৯৩৬ খৃঃত কেন্দ্ৰীয় ব্যৱস্থাপক সভালৈও অসম চৰকাৰৰ প্ৰতিনিধিৰূপে শৰ্মা মনোনীত হয়। চৰকাৰী চাকৰিৰ পৰা অৱসৰ লোৱাৰ পাছতো তেওঁ কেইবা বছৰ ধৰি একাদিক্ৰমে গৌৰীপুৰ আৰু বিজনীৰ ৰজাৰ দেৱানৰূপে কাৰ্য্যনিৰ্বাহ কৰে। উত্তৰ-পূৱ সীমান্ত ৰেল-পথৰ নিযুক্তিকৰণ-সমিতিৰ-সদস্য পদতো নিয়োজিত হৈ তেওঁ দেশসেৱা কৰিবলগীয়া হৈছিল। ১৯৬১ চনত দুৰ্গেশ্বৰ শৰ্মাই গুৱাহাটীৰ নিজ বাসভৱনত শেষ নিঃশ্বাস কাঢ়ে।

অসমীয়া সাহিত্যৰ ইতিহাসত দুৰ্গেশ্বৰ শৰ্মাৰ খ্যাতি বিশেষকৈ দুটা দিশত— কাব্যিক আৰু নাটকীয়। কোনোটো দিশেই অনুজ্জ্বল নহলেও আলোচকৰ বাতিৰত কাব্যিক দিশ অধিক ভাস্বৰ বুলিবলগীয়া হয়। তেওঁৰ কবিতাসমূহৰ তিনিটা সঙ্কলন প্ৰকাশিত হৈছে,

সেই তিনিটাৰ নাম — "অঞ্জলি", "নিৱেদন" আৰু "উপাসনা"। "উপাসনা" অৱশ্যে মৰণোত্তৰ প্ৰকাশ। কবিৰূপে দুৰ্গেশ্বৰ শৰ্মাৰ আত্মপ্ৰকাশ হয় "জোনাকী"ৰ পাতত। শৰ্মাৰ বাহিৰে "অসমীয়া কাব্য জগতত দ্বিতীয় এগৰাকী কবি নাই, যাৰ কাব্য পৰিক্ৰমা আৰম্ভ হৈছে জোনাকীৰ পাতত আৰু ওৰ পৰিছে ৰামধেনুৰ বুকুত।"[৭৯] কাব্য ৰচনাৰ এইধৰণৰ দীৰ্ঘকালীন ইতিহাসৰ মাজত তেওঁৰ কবিতাৰ ভাবগত আৰু ৰূপগত পৰিৱৰ্তন অলপ অচৰপ স্বাভাৱিকতে দেখিবলৈ পোৱা যায়। শৰ্মাৰ "অঞ্জলি" প্ৰথম প্ৰকাশিত (১৯১০) কবিতা সংকলন, "নিৱেদন" দ্বিতীয় সংকলন (১৯২০) আৰু "উপাসনা" মৃত্যুৰ পাছত শেষত সংকলিত আৰু প্ৰকাশিত। ৰোমাণ্টিক ভাবৰ ঢৌৱে দুৰ্গেশ্বৰ শৰ্মাৰ কাব্যিক-অনুভূতি সিক্ত কৰিছে। অপ্সৰী, জাগৰণ, আশাৰ সপোন, সাজুকী, আক্ষেপ, লাহৰী আদি প্ৰেমমূলক কবিতাসমূহৰ সৃষ্টি ইয়াৰ বিশেষ নিদৰ্শন। ওবাড্‌ছ্‌ৱাৰ্থৰ "লুচি" নামৰ কবিতা কেইটাৰ সাৰ্থক অনুবাদো (সাদৰী) এই প্ৰসঙ্গত উল্লেখনীয়। ইংৰাজ ৰোমাণ্টিক কবি শেলীৰ কবিতাও তেওঁ অনুবাদ কৰিছে। দুৰ্গেশ্বৰ শৰ্মা প্ৰধানভাৱে আধ্যাত্মিকতাৰ স্পৰ্শই শীতল কৰি ৰখা দাৰ্শনিক-ভাবত উদ্বুদ্ধ; সেইবুলি জাগতিক ভাব আৰু বিষয়ৰ লগত তেওঁ সম্বন্ধৰহিত নহয়। "ভাৰতীয়-দৰ্শনৰ প্ৰভাৱে তেওঁৰ কবি-দৃষ্টি বোলাই ৰাখিছে। আত্মাৰ অবিনশ্বৰতা আৰু জন্মান্তৰবাদত বিশ্বাস, ঋত বা ব্ৰহ্মাণ্ডৰ চলিষ্ণু নৈতিক-শক্তিৰ অখণ্ড-প্ৰবাহত নিষ্ঠা, এটি সংযত জীৱনোপভোগৰ আকাঙ্ক্ষা আৰু জাগতিক-সৌন্দৰ্যৰ প্ৰতি মোহ শৰ্মাৰ কবিতাৰ বিশেষত্ব।.....দৰাচলতে কবি শৰ্মা মহাজীৱনত বিশ্বাসী হলেও আৰু মৰতৰ কালছোৱাক আত্মাৰ উভতি যোৱা দীৰ্ঘপথৰ ক্ষণিক-আশ্ৰয় বুলি ভাবিলেও জীৱনৰ মোহ কৰ্বিয়ে পৰিত্যাগ কৰিব পৰা নাই, নাইবা জীৱনৰ বা জাগতিক-সৌন্দৰ্য্যৰ পৰা নিজাকে বঞ্চিতো কৰিব খোজা নাই। মৰণৰ পাছতো কিবা ৰূপে মৰতত থাকি যোৱাৰ বাসনা প্ৰকাশ কৰিছে। ...গতিকে শৰ্মাৰ কবিতাৰ এটা গতি হ'ল আধ্যাত্মিক পথৰ সন্ধানত আৰু আনটো গতি হ'ল মৰতমুখী।"[৮০] তথাপি কবিতাৰ সংখ্যা-গৰিষ্ঠতা আৰু গুণবৈশিষ্ট্যৰ ফালৰ পৰা দুৰ্গেশ্বৰ শৰ্মা দাৰ্শনিক-কবিৰূপে অধিক খ্যাত। জীৱন, বিজুলি, কিবা কেনে নাই নাই, মানুহ, আত্মা, তৰা, মৰণ, বিশ্বৰ নিয়ম, উন্নতি, প্ৰতিধ্বনি, বিশ্ব-ভাৱনা, বিশ্বৰ শক্তি, মৰাৰ পিছত, মৰম-পাশ, সম্বল আদি কবিতাবোৰ উল্লেখনীয় দাৰ্শনিক-ভাবাপন্ন কবিতা। বিশেষ কথা— "উপাসনা"ৰ অন্তৰ্ভুক্ত গোটেইবোৰ কবিতাই কম-বেছি মাত্ৰাত দাৰ্শনিক ভাবাপন্ন। হয়তো পৰৱৰ্তি-ৰচনা কাৰণেই ৰূপগত দিশৰ পৰা যিয়েই নহওক, ভাবগত দৃষ্টিকোণৰ পৰা ইয়াৰ "কবিতাকেইটাত আত্মনিবেদনৰ

*কবিতা*

*কবিতাৰ ভাব*

---

৭৯. দু. শ. ৰ., স্মৰণবৰ্ণিকা, ড° মহেন্দ্ৰ বৰা

৮০. অ. সা. স. ই.

ভাব প্ৰকট আৰু কবিৰ sense of regignation এ নিৰাভৰণ অথচ গভীৰ প্ৰত্যয়শীল ৰূপত আত্ম-প্ৰকাশ কৰিলে।"[৮১] ইয়াৰ দুটা কবিতাত (ধ্বংসলীলা" আৰু "সমাজ") অৱশ্যে সমসাময়িক জাগতিক পৰিস্থিতিত কবিৰ মানসিকতাৰ স্ফুৰণ হৈছে। শৰ্মাই ছ্নেনেট শ্ৰেণীৰ গীতি-কবিতা ৰচনা কৰিও বিশেষত্ব অৰ্জ্জন কৰিছে। তেওঁৰ দহটা ছ্নেনেট "অঞ্জলি"ৰ অন্তৰ্ভুক্ত। দুৰ্গেশ্বৰ শৰ্মাৰ কবিতাৰ ভাষা আৰু প্ৰকাশৰীতি সহজ আৰু সৰল। ঘৰুৱা শব্দ আৰু সহজ-সৰল প্ৰকাশৰীতিৰ মাজেদি গভীৰ ভাৱানুভূতিক ৰূপ দিব পৰা তেওঁৰ যি ক্ষমতা, সি এক প্ৰকাৰ অনন্যসাধাৰণ। অৱশ্যে ৰূপগত-দিশত শেষ-পৰ্য্যয়ৰ কোনো কোনো কবিতাৰ ওপৰত সমালোচকে মন্তব্য প্ৰকাশ কৰাৰ অৱকাশ পায়।

পাৰ্থ-পৰাজয় (১৯০৯), বালী-বধ (১৯১২), চন্দ্ৰাৱলী (১৯১০) আৰু পদ্মাৱতী— এই চাৰিখন নাটক ৰচনা কৰি দুৰ্গেশ্বৰ শৰ্মা নাট্যকাৰ ৰূপে পৰিগণিত। পাৰ্থ-পৰাজয় আৰু বালী-বধ পৌৰাণিক-নাটক। প্ৰথমখনৰ ঘটনা জৈমিনীয়াশ্বমেধ-পৰ্বৰ অন্তৰ্গত হলেও আমাৰ নাট্যকাৰৰ সৃষ্টিত কাশীদাসী মহাভাৰতৰ প্ৰভাৱো ইয়াত আছে। পৃথাৰ (কুন্তীৰ) পুত্ৰ কাৰণে অৰ্জ্জুনৰ এটা নাম পাৰ্থ। পাৰ্থৰ অন্যতমা পত্নী চিত্ৰাঙ্গদাৰ গৰ্ভজাত পুত্ৰ বভ্ৰুবাহন; তেওঁ মণিপুৰৰ ৰজা। যুধিষ্ঠিৰৰ অশ্বমেধ-যজ্ঞৰ অশ্বান্বেষণ-প্ৰসঙ্গত মণিপুৰ-পতি বভ্ৰুবাহনৰ হাতত অৰ্জ্জুন পৰাজিত আৰু সাময়িকভাবে চৈতন্যহীন হয়। পাছত সঞ্জীৱনী-মণিৰ স্পৰ্শত তেওঁ পুনৰ্জ্জীৱিত হয়।

*নাটক*

মহাভাৰতীয় এই মূল- ঘটনাটো সৰু সুৰা পৰিৱৰ্ত্তনৰ সৈতে নাট্যকাৰে নাটকত ৰূপ দিছে। নাটকখন পাঁচ অঙ্কত সমাপ্ত, কাৰুণ্যৰ সমাৱেশ আৰু মৃত্যুৰ বিভীষিকা থাকিলেও শেষত পিতা পুত্ৰৰ মিলনত ই সুখাত্মক হৈছে। "বালী-বধ"ৰ বিষয়বস্তু ৰামায়ণৰ কিষ্কিন্ধ্যা-কাণ্ডৰ অন্তৰ্গত। সীতা-উদ্ধাৰ-প্ৰসঙ্গত বানৰ-বীৰ সুগ্ৰীৱৰ লগত মিত্ৰতা কৰাৰ উদ্দেশ্যে তেওঁৰ জ্যেষ্ঠ-ভ্ৰাতৃ কিষ্কিন্ধ্যাৰাজ-বালীক ৰামচন্দ্ৰই বধ কৰে, আৰু সুগ্ৰীৱক কিষ্কিন্ধ্যাৰ ৰাজপাটত বহুৱায়। এই ঘটনাটো "বালী-বধ"ত ৰূপায়িত। এই নাটকখনো পাঁচটা অঙ্কত বিভক্ত আৰু মিলনাত্মক। "চন্দ্ৰাৱলী" আৰু "পদ্মাৱতী" দুৰ্গেশ্বৰ শৰ্মাৰ মৌলিক- সৃষ্টি নহয়, দুখন ছেক্সপীয়েৰৰ নাটকৰ অনুবাদ। প্ৰথমখন "এজ ইউ লাইক ইট"ৰ আৰু দ্বিতীয়খন "চিম্বেলিন"ৰ অনুবাদ। বিশেষ কথা — "চন্দ্ৰাৱলী" ছায়ানুবাদ বা ভাৱানুবাদ, আৰু "পদ্মাৱতী" একপ্ৰকাৰ অবিকল অনুবাদ। অনুবাদ হলেও দুয়োখন নাটকৰে চৰিত্ৰবোৰৰ নাম, কাৰ্য্যাৱলী আৰু সেইবোৰৰ পৰিৱেশ অসমীয়া-সাঁচত ঢলা। নাট্যকাৰে নিজে "চন্দ্ৰাৱলী"ৰ পাতনিত লিখিছে— "সৰহভাগ অনুবাদকে বুলিব পাৰি, কিন্তু উদ্দেশ্য আছিল আৰু আমাৰ সমাজৰ আৰু ৰসমঞ্চৰ উপযোগী কৰা। সেইকাৰণে পৰিৱৰ্ত্তন বহুত কৰিব লগা হৈছে; তাত অনেক মাধুৰ্য্য হ্ৰাস হৈছে।" অনুবাদ হলেও "পদ্মাৱতী" শৰ্মাৰ শ্ৰেষ্ঠতম

---

৮১. অ. সা. স. ই.

কীৰ্ত্তি। এই নাটক দুখনতো পাঁচটাকৈ অঙ্ক আছে। দুৰ্গেশ্বৰ শৰ্মাৰ চাৰিওখন নাটকেই অমিত্ৰাক্ষৰ ছন্দত ৰচিত, সেই ছন্দ মধুসূদনী নহয়, গৌৰিশীহে।

## ৰঘুনাথ চৌধাৰী (১৮৭৯-১৯৬৮)

কামৰূপ-জিলাৰ লাউপাৰা গাওঁত ৰঘুনাথ চৌধাৰী ওপজে ১৮৭৯ খৃঃত। তেওঁৰ পিতৃৰ নাম আছিল ভোলানাথ চৌধাৰী। চালুকীয়া অৱস্থাতে তেওঁ পিৰালিৰ পৰা দৈবাৎ চোতালত পাৰি থোৱা শিলৰ ওপৰত পৰিছিল, আৰু দুটা শিলৰ চেপাৰ মাজত ভৰি এখন সোমাই সেই ভৰিখন বেয়াকৈ ভাঙিছিল। তাৰ ফলস্বৰূপে ৰঘুনাথ চৌধাৰী চিৰদিনৰ কাৰণে কিছু পৰিমাণে পঙ্গু হৈ ৰ'ল। ঘৰুৱা পৰিস্থিতিৰ বেমেজালি হোৱাত সৰুকালৰে পৰা সম্বন্ধীয় ককায়েক গৰ্গৰাম চৌধাৰীৰ তত্ত্বাৱধানত তেওঁ গুৱাহাটীত থাকে। তাতে তেওঁৰ শিক্ষা-জীৱন আৰম্ভ হয়; কিন্তু হাইস্কুলৰ শিক্ষা শেষ নৌহওতেই তেওঁ স্কুল এৰিবলগীয়া হয়। পাছত ঘৰতে তেওঁ সংস্কৃত আৰু বাংলা কিছুকাল মনোযোগেৰে অধ্যয়ন কৰে। তেওঁৰ কৰ্ম্ম-জীৱন আৰম্ভ হয় শিক্ষকতাৰ যোগেদি— প্ৰথমতে গুৱাহাটীৰে

*জীৱনৰ আভাস*

এখন বালিকা-বিদ্যালয়ত আৰু তাৰ পাছত ৰোমান কেথলিক বালিকা বিদ্যালয়ত দুই এবছৰৰ কাৰণে কাম কৰে। পাছত ৰঘুনাথ চৌধাৰীৰ কৰ্ম্ম-জীৱনৰ গতি সলনি হয়। ১৯০৩ চনত গৰ্গৰাম চৌধাৰীৰ মৃত্যু হোৱাত তেওঁৰ খাট-পাম আৰু নাবালক পুত্ৰ উমেশ চৌধাৰীৰো তত্ত্বাৱধানৰ দায়িত্ব লবলগীয়া হয় ৰঘুনাথে। শিক্ষকতা এৰি তেওঁ বীৰকুছি-খাটত থাকি মাটি-বাৰী চলোৱা আৰু খেতি-বাতি কৰা কাম আৰম্ভ কৰে। বিশেষ কথা— বীৰকুছিৰ নানাবিধ প্ৰাকৃতিক-সৌন্দৰ্য্যই ডেকা চৌধাৰীৰ সৌন্দৰ্য্যপিপাসু মনত সৌন্দৰ্য্যৰ পোহাৰ মেলি দিছিল। ১৯২১ চনৰ অসহযোগ আন্দোলনত ৰঘুনাথে যোগ দিছিল। সেই প্ৰসঙ্গত তেওঁ ১৫ মাহৰ কাৰণে জেলতো থাকিবলগীয়া হয়। ১৯৪৫ চনত হিৰোছিমা আৰু নাগাচাকিৰ ওপৰত কেপং হোৱা এটম্‌বোমৰ প্ৰতিবাদ কৰোঁ আৰু ভৱিষ্যত শান্তিস্থাপনৰ উদ্দেশ্যে "বিশ্ব-শান্তি সমিতি" আৰু "অখিল ভাৰত বিশ্ব-শান্তি-সমিতি" গঠন হয়। ইয়াৰ সপক্ষে অসম ৰঘুনাথে আন্দোলনৰ যি ভূমিকা গ্ৰহণ কৰিছিল, সি তেওঁৰ জাতীয়-চেতনাৰ বিশে নিদৰ্শন। স্বাধীনতাৰ পাছত ৰাজ্য-পুনৰ গঠন সমস্যা আদি বিষয়তো চৌধাৰীৰ নেতৃত্ব উল্লেখনীয়। চৌধাৰী আছিল চিৰকুমাৰ। ১৯৬৮ খৃঃত প্ৰায় চাৰিকুৰি দহ বছৰ বয়সত তেওঁ স্বৰ্গগামী হয়। ৰঘুনাথ চৌধাৰী আছিল অসমৰ শিক্ষিত-সমাজৰ সকলোৰে সমানিক সাধাৰণ (Common) আত্মা, তেওঁৰ ঘৰটো আছিল সাহিত্যিকসকলৰ আমোদ-আলোচনাৰ থলী।

ৰঘুনাথ চৌধাৰী স্বভাৱ-কবি। তেওঁৰ গদ্যৰচনাও উল্লেখনীয়। তথাপি কবি হিচাপেহে তেওঁ আমাৰ সাহিত্যত অমৰ। সাংবাদিকতাৰ দিশতো তেওঁৰ অৱদান যথেষ্ট। "মইনা"

(শিশু আলোচনী), "জয়ন্তী" আৰু "সুৰভি", এই তিনিখন আলোচনী তেওঁ সম্পাদনা কৰি উলিয়াইছিল। চৌধাৰীৰ কৱিতাৰ পুথি তিনিখন— "সাদৰী" (১৯১০), কেতেকী" (১৯২৩), আৰু "দহিকতৰা" (১৯৩৯)। ইয়াৰ উপৰিও মৰণোত্তৰ কালত প্ৰকাশিত "মনাই বৰাগী" নামৰ এখন কবিতাৰ পুথিও আছে। "কাৰবালা" (১৯২৪) তেওঁৰ খণ্ড-বাক্য। "নৱমল্লিকা" (১৯৫৮) আৰু "পচতিয়া" তেওঁৰ গদ্য-ৰচনাৰ নিদৰ্শন— প্ৰথমখন একপ্ৰকাৰ কথা-কৱিতা শ্ৰেণীৰ ৰচনাৰ সমষ্টি আৰু দ্বিতীয়খন গল্প-সঙ্কলন। অসম সাহিত্য সভাৰ তেজপুৰ-অধিবেশনৰ (১৯৩৬) সভাপতিৰ আসনত তেওঁ অধিষ্ঠিত হয়।

*সাহিত্যিক অৱদান*

কল্পনাসৰ্বস্বতা, অনুভূতিৰ গাঢ়তা, বাস্তৱবিমুখতা, নিঃসঙ্গপ্ৰিয়তা, পলায়নবাদি-মানসিকতা— এই বিশেষত্ববোৰৰ প্ৰাধান্যই ৰঘুনাথ চৌধাৰীক আগ শাৰীৰ ৰোমান্টিক-কবিৰূপে প্ৰতিষ্ঠা কৰিছে। প্ৰকৃতি-প্ৰেম ৰোমান্টিক-ভাৱধাৰাৰ এটা প্ৰধান-লক্ষণ। চৌধাৰী-কাব্য-জগতৰ ব্যাপক-অংশ প্ৰকৃতি- প্ৰেমে সজীৱ কৰি ৰখা কাৰণে তেওঁক প্ৰকৃতি-কবিৰূপে কোনো কোনো সমালোচকে সাৰ্থক ভাবে ওৱাডছ্ৱাৰ্থৰ লগত তুলনা কৰে। ড° বাণীকান্ত কাকতিৰ মতে "সাদৰীৰ অন্তৰ্গত-প্ৰকৃতিবিষয়ক কবিতাবোৰক দুই ভাগত ভগাব পাৰি। 'ভেটকলি', 'বহাগীৰ বিয়া' আদি কৱিতাত মানৱ-সংসৰ্গবিহীন-প্ৰকৃতিৰ স্তুপীকৃত- সৌন্দৰ্য্যৰ ধ্যান আৰু নিজৰ সৌন্দৰ্য্যত প্ৰকৃতিৰ নিজৰেই আনন্দোৎসৱ এটি দেখা যায়।... ....."দহিকতৰা" কবিতা এই ভাৱান্বিত নহয়। 'সাদৰী'ত-কেতেকী চৰাই', 'গোৱাহে এবাৰ মোৰ প্ৰিয় বিহঙ্গিনি' আদি কেতবোৰ চৰাই আৰু প্ৰকৃতি বিষয়ক কবিতা আছে। সেইবোৰত কবিয়ে বসন্তৰ সৌন্দৰ্য্য আৰু চৰাইৰ মাতত কেবল নিৰ্বিকাৰ আনন্দতে ই আপোন পাৰহা হোৱা নাই। সেইবোৰত সৌন্দৰ্য্যৰ আঘাতত কবিতাৰ ভিতৰেদি প্ৰেমিকৰ লোলুপ স্পৃহা জাগি উঠা দেখা যায়।"[৮২] চৰাই আৰু ফুল, এই দুবিধ প্ৰকৃতি ৰাজ্যৰ শ্ৰেষ্ঠ সম্পদ। এই দুবিধৰ প্ৰতি চৌধাৰীৰ আকৰ্ষণ আৰু প্ৰেম বহুত বেছি বুলি ধাৰণা হয়। এই দুবিধৰ গুণ, মাহাত্ম্য আৰু মোহিনী-শক্তি প্ৰকাশ কৰি লিখা কবিতাবোৰ তেওঁৰ অধিক মূল্যবান ৰূপে পৰিগণিত। কেতেকী 'দহিকতৰা' 'গোৱাহে এবাৰ মোৰ প্ৰিয় বিহঙ্গিনি', 'মৰমৰ পখি' আৰু 'কেতেকী চৰাই'— চৰাইৰ মাহাত্ম্য-প্ৰকাশক এই কবিতাবোৰৰ গুণ-বৈশিষ্ট্য স্বীকাৰ কৰি সকলো সমালোচকে চৌধাৰীক "বিহগী কবি" বুলি মানি লৈছে। 'গিৰিমল্লিকা', 'গোলাপ' 'ভেটকলি' আদি কবিতাৰ উপৰিও আন আন কবিতাৰ মাজতো ফুলৰ সৌন্দৰ্য্য, দিব্যতা আৰু হ্লাদিনী শক্তিয়ে কবি চিত্তলৈ আনিছে পৰম আনন্দ। চৰাই আৰু ফুলৰ নিস্বাৰ্থতা, ক্লেশনাশক গুণ, পবিত্ৰতা, দিব্যতা আৰু হ্লাদিনী শক্তিয়ে অলৌকিক আনন্দানুভূতিৰদ্বাৰা কবি-প্ৰাণ উৎফুল্লিত

*কৱিতা-ৰোমান্টিক ভাৱ ৰাশিৰ বিকাশ*

---

৮২. পাতনি, দহিকতৰা

কৰি তুলিছে— হিংসা-কপটতাৰে পূৰ্ণ বাস্তৱ জগতখন এৰি তেওঁ সেইবোৰৰ লগতে মিলি যাবলৈ ইচ্ছা প্ৰকাশ কৰিছে। এই পলায়নবাদী ৰোমাণ্টিক-ভাৱে ভালেমান কবিতা বিশেষত্বপূৰ্ণ কৰি তুলিছে। প্ৰকৃতি-কবি ৰঘুনাথ চৌধাৰীয়ে গছ-লতা, পাত-ফুল, চৰাই-চিৰিকতি আদি প্ৰাকৃতিক সম্পদৰাজিৰ মাজত ভগৱানৰ জ্যোতিৰ্ম্ময় আভা দেখিবলৈ পাইছে, আৰু সেই আভাৰে তেওঁৰ দুঃখিত অন্তৰ পুলকিত কৰিবলৈও বিচাৰিছে। কবিৰ ব্যক্তিগত জীৱনৰ কিবা নহয় কিবা দুঃখানুভূতিও কাব্যিক-ৰূপত প্ৰকাশ লভিছে— "বৈৰাগ্যৰ কথা", 'আন্তিম-জ্যোতি' আৰু 'ফুল-শয্যা' ইয়াৰ স্পষ্ট নিদৰ্শন। চৌধাৰীৰ কবিতা-ৰচনাৰ ঐতিহাসিক-প্ৰসঙ্গ হিচাপে কব লগীয়া কথা এই যে, তেওঁৰ 'মৰমৰ পখী' গুৱাহাটীৰ পৰা ওলোৱা 'জোনাকী'ৰ ৩য় সংখ্যাত পাঠকৰ দৃষ্টিগোচৰ হয়, ইয়াৰ ৭ ম সংখ্যাত 'গোৱাহে এবাৰ মোৰ প্ৰিয় বিহঙ্গিনি' প্ৰকাশ হয়। তেওঁৰ 'আবাহন' কবিতা ১৯০১ খৃঃত কটন কলেজৰ উদ্বোধনী-উৎসৱত পঠিত আৰু প্ৰশংসিত হয়।

*কাৰবালা*

'কাৰবালা' অমিত্ৰাক্ষৰ ছন্দত ৰচনা কৰা ৰঘুনাথ চৌধাৰীৰ এখন খণ্ড-কাব্য। ইয়াত কবিয়ে সুদূৰ আৰৱৰ কাৰবালাত সংঘটিত হাচান-হুচেনৰ মৃত্যুজনিত মহৰমৰ করুণ-আখ্যানটো ৰূপায়িত কৰিছে। ইয়াৰ ভাষা প্ৰধানভাৱে সংস্কৃতীয়া, ঠায়ে ঠায়ে উপযুক্ত অৰ্থ বুজোৱাৰ কাৰণে কিছুমান আৰবী আৰু ফাৰ্চী ভাষাৰো শব্দ প্ৰয়োগ কৰিছে। বিষয়বস্তুৰ বৰ্ণনা আৰু ৰস-সৃষ্টিত, বিশেষকৈ করুণ-ৰস- সৃষ্টিত কবি সাৰ্থক হৈছে। কাব্যখন পাঁচটা সৰ্গত সমাপ্ত।

*গদ্য-ৰচনা*

ৰঘুনাথ চৌধাৰীৰ গদ্যৰচনা দুটা ভাগত ভগাব পাৰি। গদ্যৰ বিশেষত্বৰ ফালৰ পৰা এটা ভাগত থাকিব নৱমল্লিকা, আৰু আনটোত তেওঁৰ প্ৰবন্ধ, আলোচনীৰ সম্পাদকীয়, অভিভাষণ আদিবোৰ। "নৱমল্লিকা"ৰ অন্তৰ্গত কথা-কবিতাৰ লেখীয়া ৰচনাবোৰ কল্পনাপ্ৰসূত, তাতে আকৌ ৰচক চৌধাৰী স্বভাৱ-কবি। সেয়েহে, এই ৰচনাসমূহ বিষয়বস্তু আৰু প্ৰকাশৰীতি উভয় দিশৰ পৰা প্ৰধানভাৱে কাব্যধৰ্মী হৈছে। বিশেষ কথা— পৌৰাণিক-আখ্যানৰ চিত্ৰবোৰ চৌধাৰীৰ কবিতাৰ নানা ঠাইত সূচিত হোৱাৰ দৰে তেওঁৰ "নৱমল্লিকা"ৰ গদ্যৰ মাজতো সেইবোৰৰ সফল সূচনা হৈছে, আৰু সেইবোৰে তেওঁৰ গদ্যৰচনা বেছি অৰ্থপ্ৰকাশক, ধ্বন্যাত্মক আৰু কাব্যিক কৰি তুলিছে। উল্লিখিত বাকী ৰচনাবোৰৰ গদ্যৰীতি স্থিৰ, ব্যাকৰণসম্মত আৰু আদৰ্শাত্মক।

ৰোমাণ্টিক ভাৱ-ৰাজ্যৰ পৰিমণ্ডলত, বিশেষকৈ প্ৰকৃতিকবি আৰু বিহগী-কবিৰূপে কাব্যৰসিকসকলে ৰঘুনাথ চৌধাৰীক গুণ-গৰিমাৰ উচ্চ-শিখৰত তুলিব, কিন্তু গদ্য আলোচকসকলেও বহুবিধ গুণ-বৈশিষ্ট্যৰ কাৰণে তেওঁক তেওঁলোকৰ আলোচনা-আলেখ্যত চিত্ৰিত নকৰাকৈ নাথাকে।[৮৩]

---

৮৩: দ্ৰষ্টব্য : চৌ. সা. প্ৰ., সবিতা-সভা, ১৯৬৪
ৰ. চৌ. (স্মৃতিগ্ৰন্থ), অসম সাহিত্য সভা, ১৯৬৮

## অম্বিকাগিৰি ৰায়চৌধুৰী (১৮৮৫-১৯৬৭)

খৃষ্টীয় ১৯৮৫ শকত কৃষ্ণৰাম ৰায়চৌধুৰীৰ ঔৰসত অম্বিকাগিৰি ৰায়চৌধুৰী ওপজে বৰপেটাত। শঙ্কৰদেৱৰ খুড়াকৰ পুত্ৰ জগতানন্দ বা ৰামৰায়ৰ বংশৰ লোক বুলি তেওঁ পৰিচিত। অম্বিকাগিৰিৰ আনুষ্ঠানিক-শিক্ষালাভ বেছি নহ'ল। বৰপেটাতে প্ৰাথমিক-শিক্ষা শেষ কৰি গুৱাহাটীৰ সোণাৰাম হাইস্কুলত কেইবছৰমান পঢ়াৰ পাছত তেওঁৰ আনুষ্ঠানিক-শিক্ষাৰ ওৰ পৰে। সৰুকালৰে পৰা ৰায়চৌধুৰীৰ মানসিক আৰু চাৰিত্ৰিক দিশত বিশেষত্ব পৰিলক্ষিত হৈছিল। এফালেদি কাব্য-সাহিত্য আদি সুকুমাৰ-কলাৰ চৰ্চ্চাজনিত-প্ৰাৰম্ভিক-প্ৰক্ৰিয়াই তেওঁৰ মনত থৌকি-বাথৌ লগাইছিল, আৰু আনহাতেদি সমসাময়িক ৰাজনৈতিক-সামাজিক-পৰিস্থিতিয়ে শোচনীয় কৰি তোলা অসমীয়া জাতীয়-জীৱনৰ চিন্তাই তেওঁক উদ্বিগ্ন আৰু কিছু পৰিমানে অশান্ত কৰি তুলিছিল। তেওঁৰ সৃষ্টিমূলক-প্ৰতিভাৰ প্ৰবাহিত স্ৰোত আৰু আলোড়নকাৰী চাৰিত্ৰিক-অভিব্যক্তি-এই দুই বিশেষত্বই অসমৰ সাংস্কৃতিক-পৰিমণ্ডলত সুস্পষ্ট ৰেখাঙ্কন কৰি থৈছে। ড° বাণীকান্ত কাকতিৰ ভাষাত "ৰায়চৌধুৰী দুতৰপীয়া পুৰুষ। তেওঁ এফালে যেনে প্ৰাণ ঢালি দিয়া স্বদেশ কৰ্ম্মী, আনফালে অতলস্পৰ্শী আবেগপূৰ্ণ প্ৰেমৰ কবি।"[৮৪] স্কুল-বৰ্জন কৰি ৰায়চৌধুৰীয়ে কলিকতীয়া এনাৰ্কিষ্ট দলত যোগ দি বঙ্গ-ভঙ্গ আন্দোলনত লাগে। অসমক পূৰ্ব-বঙ্গৰ লগত সাঙুৰি দিয়া ৰাজনৈতিক ষড়যন্ত্ৰৰ কথা বুজিব পাৰি এনাৰ্কিষ্ট দলৰ যোগেদি তেওঁ তাত বাধা দিয়াৰ যত্ন কৰে। পাছত ১৯২১ চনৰ মহাত্মা গান্ধীৰ অহিংসা আন্দোলনত যোগ দিয়ে, ফলত তেওঁ কাৰাবাসো খাটে। ইয়াৰ পাছত অম্বিকাগিৰিয়ে অসমীয়া-সংৰক্ষিণী সভা (১৯২৬) আৰু অসম-জাতীয়-মহাসভা (১৯৩২) প্ৰতিষ্ঠা কৰি অসমৰ স্বাৰ্থৰক্ষাৰ কাৰণে যত্ন কৰে। ভাৰতীয়-সংস্কৃতিৰ মাজত অসম আৰু অসমীয়া-জাতিৰ সুকীয়া অস্তিত্ব আৰু মৰ্য্যদা ৰক্ষাৰ কাৰণে ৰায়চৌধুৰীয়ে নানা ঘাত-প্ৰতিঘাতৰ মাজেদি অশেষ কষ্ট স্বীকাৰ কৰিও ওৰে জীৱন যত্ন কৰি গৈছে। নিৰ্ভীকভাবে সকলো উচিত কথা কৈ অসমৰ ইমুৰ-সিমূৰ তেওঁ খলক লগাই ফুৰিছে।

*পৰিচয়*

ৰাজনৈতিক-চেতনাত নিৰ্ভীক হোৱাৰ উপৰিও অম্বিকাগিৰি আছিল সাংবাদিক, কবি, নাট্যকাৰ আৰু প্ৰবন্ধকাৰ। "চেতনা" (১৯১৯-২৬) আৰু "ডেকা অসম" (১৯৩৫) নামৰ আলোচনী দুখন সম্পাদনা কৰি তেওঁ সাংবাদিকতাৰ দিশত অৰিহণা যোগাইছিল। "তুমি" (১৯১৪), "বীণা" (১৯১৬), "অনুভূতি" (১৯৫৫), "স্থাপন কৰ স্থাপন কৰ" (১৯৫৮) আৰু "বেদনাৰ উল্কা" (১৯৬৪) — এইকেইখন মুদ্ৰিত কাব্যপুস্তিকাৰ উপৰিও ৰায়চৌধুৰীৰ আৰু কিছুমান কবিতা বিভিন্ন

*সাহিত্যিক অৱদান*

---

৮৪. পাতনি, "তুমি"

পত্ৰিকাৰ পাতত সিচৰিত হৈ আছে। "জয়দ্ৰথ বধ", "কল্যাণময়ী", "বন্দিনী ভাৰত" আৰু "শিখিধ্বজৰ দান পৰীক্ষা", এই কেইখন নাটক ৰচনা কৰি ৰায়চৌধুৰী নাট্যকাৰ ৰূপে জনাজাত। ইয়াৰ ভিতৰত "জয়দ্ৰথ বধ" ছপা হৈ ওলাইছে। বৃদ্ধক্ষত্ৰৰ পুত্ৰ জয়দ্ৰথক বধ কৰা মহাভাৰতীয় আখ্যানটো এই নাটকত কিছু বৈশিষ্ট্যৰ সৈতে ৰূপায়িত কৰিছে। "কল্যাণময়ী" আবাহনৰ পাততে খণ্ড-খণ্ডভাবে বৈ আছে। "বন্দিনী ভাৰত" আছিল দেশাত্মবোধক; সেইখন চৰকাৰে বাজেয়াপ্ত কৰিছিল কাৰণে তাৰ স্বৰূপ এতিয়া পাবলৈ নাই। চতুৰ্থখন নাটক সেইকালৰ যাত্ৰাভিনয়ৰ কাৰণে ৰচিত হৈছে।

*গদ্যৰীতি*

ৰায়চৌধুৰীৰ গদ্য-গ্ৰন্থ তিনিখন—"আহুতি" (১৯৫৪) "ডেকা-ডেকেৰীৰ বেদ" আৰু "জীৱনৰ এছাটি ধুমুহা"। উগ্ৰ জাতীয়তাবাদ আৰু দেশপ্ৰেম তেওঁৰ প্ৰায়ভাগ গদ্যৰেই বিষয়বস্তু। এনেকুৱা ভাবাপন্ন তেওঁৰ কিছুমান সম্পাদকীয় আৰু আন প্ৰবন্ধ "আহুতি"ৰ অন্তৰ্ভুক্ত। "আহুতি"ৰ ভিতৰত থকা তেওঁৰ "জগতৰ শেষ আদৰ্শ আৰু বিশ্বশান্তি স্থাপন" নামৰ দীঘলীয়া দাৰ্শনিক প্ৰবন্ধটো অনন্যসাধাৰণ। ৰায়চৌধুৰীৰ গদ্যৰচনাই বিখ্যাত সংস্কৃত- গদ্যকাৰ বাণভট্টৰ দুৰান্বয়ী-বিস্তাৰ-ধৰ্মী গদ্যৰীতিলৈ সহজতে মনত পেলায়। লেখকৰ অনুভূতিক ছেদহীন-পদ সংযোজনাই অবাৰিত-গতিত আগবঢ়াই নিয়া এই গদ্য কোনো কোনো সময়ত হয় শিথিলগ্ৰথিত, ইয়াৰ মাজত ভাৱৰ সোঁত পাঠকে কষ্ট কৰিহে জোৰা লগাবলগীয়া হয়। সংস্কৃত আৰু অসমীয়া, উভয়বিধ ভাষাৰ প্ৰয়োগ তেওঁৰ ৰচনাত পোৱা যায়। দুই এটা সমাসবদ্ধ পদ বা আন শব্দৰ প্ৰয়োগো সূক্ষ্মদৃষ্টিত অৱশ্যে উপযুক্ত বুলি বিবেচিত নহয়।

কবিৰূপে অম্বিকাগিৰি ৰায়চৌধুৰীৰ খ্যাতি চিৰোজ্জ্বল। তেওঁৰ কবিতাসমূহৰ মাজত প্ৰধানভাবে পোৱা যায় দুটা প্ৰবাহ— এটা জাতীয়তাবাদৰ, আৰু আনটো ৰহস্যবাদ বা অতীন্দ্ৰিয়বাদৰ। বুজা যায়— কবিৰ কোনো মানৱী-প্ৰেমিকাৰ দৈহিক-ৰূপৰ অভাৱত "নাভাবো বিদ্যতে সতঃ" এই আধ্যাত্মিক ভাৱেই হয়তো অৰূপৰ মাজত ৰূপৰ সন্ধান পোৱাৰ বাট মুকলি কৰি দিছে। তেওঁৰ ৰূপৱতী-প্ৰেমিকা নোহোৱা হোৱা নাই— অৰূপৰ মাজতেই আন ৰূপত হলেও আছে। এনেকুৱা দাৰ্শনিক ভাৱস্পন্দৰ দ্বাৰা আলোড়িত প্ৰেমিক-কবি "তুমি"ৰ পাঁচটা খণ্ডৰ মাজেদি ক্ৰমোৰ্দ্ধ-গতিত আগবাঢ়ি ষষ্ঠখণ্ডত "সোঽহম্" বা "তত্ত্বমসি" ভাৱত বিভোৰ হয়।

*কবিতা-উৎস-আৰু ভাৱ*

"তুমি" কাব্যখনৰ উপৰিও "বীণা" আৰু "অনুভূতি"ৰো অধিকাংশ কবিতা-সৃষ্টিৰ উৎস একেটাই। "বীণা"ৰ উৎস-প্ৰসঙ্গত ৰায়চৌধুৰীয়ে কৈছে— "আকাশতকৈও উদাৰ, আলোকতকৈও উজ্জ্বল, প্ৰেমতকৈও পবিত্ৰ, ভক্তিতকৈও কোমল, তত্ত্বতকৈও গভীৰ যি সুন্দৰীৰ সৌন্দৰ্য্যত মোৰ অন্তৰ্জগত সদায় উদ্ভাসিত হৈ আছে, সেই চেনেহী সাদৰীৰ শ্ৰীচৰণত মোৰ পূজাৰ প্ৰীতিভৰা অঞ্জলি।" উল্লেখনীয় এটা কথা এই যে,

১৯৫৪ চনত প্ৰকাশিত "অনুভূতি"ৰ অন্তৰ্গত কবিতাসমূহ ১৯১০-১৯৫৪ চনৰ ভিতৰত ৰচিত। ইয়াৰ বহুত কবিতাই ৰায়চৌধুৰীক ৰহস্যবাদী-কবিৰূপে প্ৰতিপন্ন কৰে। বিশেষ কথা— "তুমি"ৰ মাজেদি উৰ্দ্ধগতিত আগবাঢ়ি অহা আধ্যাত্মিকতাৰ সূত্ৰডালে ক্ৰমগতিত আহি এই কবিতাবোৰক গ্ৰথিত কৰিব পৰা নাই। "তুমি"ৰ অন্তত সেই ভাব-সূত্ৰ চিঙি গ'ল, "তুমি"ৰ মাজত সমাধিস্থ কবিৰ সমাধি ভঙ্গ হ'ল। সেযেহে, তাৰ অব্যৱহিত পৰৱৰ্ত্তি কালতেই (১৯১০) কবিযে পুনঃ "অনুভূতি"ৰ অন্তৰ্গত উক্ত কবিতাবোৰৰ মাজেদি প্ৰেমিকা-ৰূপত পৰম-সত্যক লাভ কৰিবলৈ প্ৰয়াস কৰে। অম্বিকাগিৰিৰ জাতীয়তাবাদী চিন্তাধাৰা বোলোতে ই অকল অসমৰ কথাতে সীমিত নহয়, মহান ভাৰতীয়-জাতিৰ অস্তিত্ব ৰক্ষাৰ মাজতহে অসমৰ সুকীয়া অস্তিত্ব ৰক্ষাৰ কথা তেওঁ চিন্তা কৰিছে। এই দৃষ্টিত তেওঁ জাতীয়তাবাদ জাগ্ৰত কৰি তুলিছে বহু গীতি-কবিতাৰ মাজেদি। উগ্ৰ-জাতীয়তাবাদ প্ৰকাশত কোনো কোনো ফালৰ পৰা অম্বিকাগিৰি কমলাকান্ত ভট্টাচাৰ্য্যৰ লগতো তুলনীয়।[৮৫]

## ইন্দ্ৰেশ্বৰ বৰঠাকুৰ (১৮৮৭-১৯৬০)

ইন্দ্ৰেশ্বৰ বৰঠাকুৰৰ জন্ম হয় শিৱসাগৰত। শিৱসাগৰতে স্কুলীয়া-শিক্ষা শেষ কৰি কটন কলেজৰ পৰা তেওঁ বি-এ পাছ কৰে। একাধিক হাইস্কুলত তেওঁ সুদক্ষ প্ৰধান-শিক্ষকৰূপে কাম কৰি ১৯৪২ খৃঃত অৱসৰ গ্ৰহণ কৰে। বৰঠাকুৰ আছিল কলাবিদ, সুৰসাধক, কবি, নাট্যকাৰ আৰু বিখ্যাত অভিনেতা। অভিনয়-কলাত পাৰদৰ্শিতাৰ স্বীকৃতিস্বৰূপে বাণ-ৰঙ্গমঞ্চই এসময়ত তেওঁক "নাট্যাচাৰ্য্য" উপাধিৰে বিভূষিত কৰে।

"চন্দ্ৰমল্লিকা" (১৯৫১) আৰু "ৰণ-জেউতিয়ে" (১৯৫৫) ইন্দ্ৰেশ্বৰ বৰঠাকুৰক কবিৰূপে পৰিচয় দিয়ে। প্ৰথমখন খণ্ড-কবিতাৰ সমষ্টি আৰু দ্বিতীয়খন বৰ্ণনাত্মক- কাব্য। "শ্ৰীবৎস-চিন্তা" নামৰ পৌৰাণিক-নাটকখন ৰচনা কৰি বৰঠাকুৰে নাট্যজগতত স্থান লভিছে। নাট্যকাৰে নাটকখনৰ কাহিনীৰ কাৰণে আখ্যানভাগ কাশীদাসী মহাভাৰতৰ পৰা গ্ৰহণ কৰিছে। নাটকখনত অৱশ্যে মঞ্চোপযোগিতাতকৈ কাব্যধৰ্মিতা গুণ ওপৰ উঠিছে। বৰঠাকুৰৰ "সন্তৰ্পণ" নামৰ এখন গদ্যগ্ৰন্থও প্ৰকাশিত হৈছে। এই প্ৰকাশিত গ্ৰন্থকেইখনৰ উপৰিও তেওঁৰ কেইবাখনো নাটক আৰু গদ্যৰ পুথি ছপা হবলৈ বাকী আছে।

## কৰ্ম্মবীৰ নবীনচন্দ্ৰ বৰদলৈ (১৯৭৫-১৯৩৬)

গুৱাহাটীৰ নবীনচন্দ্ৰ বৰদলৈ আছিল মহাত্মা গান্ধীৰ আদৰ্শত অনুপ্ৰাণিত। তেওঁ মহাত্মাজীৰ অসহযোগ-আন্দোলন অসমত জাগ্ৰত কৰি স্বাধীনতা আন্দোলন গঢ়ি তোলাত

৮৫. দ্ৰষ্টব্য ঃ অ. কে. অ. অক্ষয়কুমাৰ মিশ্ৰ, গোবৰ্দ্ধন দাস সম্পাদিত

আগভাগ লৈছিল। নবীনচন্দ্ৰ বৰদলৈৰ পিতৃ মাধৱচন্দ্ৰ বৰদলৈ চৰকাৰৰ উচ্চ-পদস্থ-বিষযা থকাৰ উপৰিও সাহিত্য-সংস্কৃতিৰ সেৱকো আছিল। মাধৱ কন্দলীৰ ৰামায়ণ তেৱেঁই প্ৰথমতে ছপা কৰি উলিয়াইছে। অগ্ৰণী নেতাৰূপে কংগ্ৰেছৰ অক্লান্ত কৰ্মী হোৱাৰ উপৰিও নবীন বৰদলৈ আছিল ধাৰ্মিক পুৰুষ আৰু বৰগীত, ভজন আদিৰো সাধক। ইয়াৰ উপৰিও লেখক হিচাপে আমাৰ নাট্য-সাহিত্যলৈ তেওঁৰ অৱদান উল্লেখ নকৰি নোৱাৰি। 'গৃহলক্ষ্মী' আৰু 'কৃষ্ণলীলা' এই দুখন তেওঁৰ মৌলিক নাট্য ৰচনা। ইয়াৰ প্ৰথমখন সামাজিক নাটক আৰু দ্বিতীয়খন কৃষ্ণলীলা প্ৰকাশক কাব্যিক ৰসপূৰ্ণ নাটক। বৰদলৈয়ে চেক্সপীয়েৰৰো একাধিক নাটকৰ অনুবাদ কৰিছে।

## কালিৰাম মেধি (১৮৭৮-১৯৫৪)

কামৰূপ-জিলাৰ ৰামদিয়াত জন্ম গ্ৰহণ কৰা কালিৰাম মেধি পুৰণি অসমীয়া-সাহিত্য-সংস্কৃতিৰ এগৰাকী গৱেষক-পণ্ডিত আৰু প্ৰচাৰক আছিল। তেওঁ কলিকতা বিশ্ববিদ্যালয়ৰ পৰা এম-এ-পাছ কৰি (অসমৰ তৃতীয় এম-এ, প্ৰথম এম্-এ ৰাধানাথ ফুকন আৰু দ্বিতীয় জন অন্নদাচৰণ ভট্টাচাৰ্য্য) চৰকাৰী কামত সোমায়। সেই কামত ক্ৰমোন্নতি কৰি শেষত গৈ উপায়ুক্ত-পদৰ পৰা অৱসৰ গ্ৰহণ কৰে। ১৯৫৪ খৃঃত গুৱাহাটীৰ নিজ বাসভৱনত মেধিয়ে দেহত্যাগ কৰে। ১৯১৯ খৃঃত বৰপেটাত অনুষ্ঠিত অসম-সাহিত্য- সভাত তৃতীয় অধিবেশনত তেওঁ সভাপতিৰ আসন অলঙ্কৃত কৰে।

*পৰিচয়*

কালিৰাম মেধি গৱেষক, পুৰণি সাহিত্যৰ সম্পাদক আৰু প্ৰকাশক, ভাষাতাত্ত্বিক আৰু বৈয়াকৰণ। ১৯২৩ খৃঃত হেমসৰস্বতীৰ "প্ৰহ্লাদ চৰিত" কাব্যখন তেওঁ সম্পাদন কৰি প্ৰকাশ কৰে আৰু সেই প্ৰাচীন কবিজনাক পাঠকৰ লগত পৰিচয় কৰি দিয়ে। পাছত শঙ্কৰদেৱ, আৰু মাধৱদেৱৰ নাটসমূহৰ উপৰিও গোপাল আতা, ৰামচৰণ ঠাকুৰ, দ্বিজ ভূষণ আৰু দৈত্যাৰি ঠাকুৰে ৰচনা কৰা নাটবোৰ বিভিন্ন স্থানৰ পৰা সংগ্ৰহ কৰি পাঠান্তৰৰ সৈতে তেওঁ সম্পাদন কৰি উলিয়াইছে ১৯৪৯ খৃঃত। পুৰণি পুথিৰ সম্পাদন কাৰ্য্যত মেধিয়ে ইয়াত যথোচিত বৈজ্ঞানিক-পদ্ধতি অৱলম্বন কৰিছে। ইয়াত ইংৰাজীত লিখা পাণ্ডিত্যপূৰ্ণ আৰু অনুসন্ধানমূলক ভূমিকাত তেওঁ সংস্কৃত নাটক আৰু অসমীয়া নাট সম্বন্ধে বিস্তীৰ্ণ আলোচনা দাঙি ধৰিছে। মেধিৰ এই সম্পাদন-কাৰ্য্য আদৰ্শস্বৰূপ। কালিৰাম মেধি যে এগৰাকী প্ৰখ্যাত বৈয়াকৰণ আৰু ভাষাতাত্ত্বিক পণ্ডিত, ইয়াৰ প্ৰমাণ স্থায়ী কৰি ৰাখিছে তেওঁৰ বৃহৎ গ্ৰন্থ "অসমীয়া ব্যাকৰণ আৰু ভাষাতত্ত্ব"ই। এই গ্ৰন্থ ১৯৩৬ খৃঃত ছপা হৈ ওলাইছে। মেধিৰ ভাষা বিজ্ঞান-সাধনাৰ ই চিৰোজ্জ্বল কৃতি। "অসমীয়া ভাষাৰ মূল কথা" নামৰ মেধিৰ আন এখন পুথি ১৯৮৯

*অৱদান*

খৃঃত মৰণোত্তৰ ভাবে প্ৰকাশ হয়। এইবোৰৰ উপৰিও মেধিৰ সাহিত্য-সংস্কৃতিৰ সাধনৰ নিদৰ্শনৰূপে ভালেমান প্ৰবন্ধও নানা ঠাইত সিচৰতি হৈ আছে।

## তৰুণৰাম ফুকন (১৮৭৭-১৯৩৯)

গুৱাহাটীৰ বিখ্যাত বলৰাম ফুকনৰ পুত্ৰ তৰুণৰাম ফুকনৰ জন্ম হয় ১৮৭৭ খৃঃত। যথাসময়ত তেওঁ বেৰিষ্টাৰী পাছ কৰি গুৱাহাটীতে ওকালতি কৰে। তেওঁ আছিল মহাত্মা গান্ধীৰ কংগ্ৰেছ- আন্দোলনৰ একান্ত-সমৰ্থক, নিষ্ঠাৱান-কৰ্মী আৰু দেশভক্ত। কৰ্ম্মবীৰ-নবীন চন্দ্ৰ বৰদলৈ আৰু দেশভক্ত-তৰুণৰাম ফুকনে ভাৰতৰ স্বাধীনতা-উদ্ধাৰৰ কাৰণে অসহযোগ-আন্দোলনৰ শিখা যিভাবে জ্বলাই তুলিছিল, সেই কথা আজিও অসমবাসীয়ে পাহৰিব পৰা নাই। ফুকন প্ৰসিদ্ধ চিকাৰীও আছিল। চিকাৰ-কৌশল আৰু তাৰ বিবৰণমূলক তেওঁ লিখা ৰচনা এখন উল্লেখনীয় গদ্য-সাহিত্য। "যৌন-তত্ত্ব" নামৰ যৌন-বিজ্ঞানৰ আলোচনামূলক গ্ৰন্থ এখনো তেওঁ প্ৰণয়ন কৰিছে। জেলত থাকোতে কিছুমান কবিতা লিখি ("স্তুতিমালা"ৰ অন্তৰ্গত) ফুকন কবিৰূপেও গণ্য হৈছে। ১৯২৭ খৃঃত গোৱালপাৰাত বহা অসম-সাহিত্য-সভাৰ অধিবেশনত সভাপতিৰ আসন তেওঁ অলঙ্কৃত কৰিছিল।

## দেৱানন্দ ভৰালী (১৮৮৩—)

খৃষ্টীয় ১৮৮৩ শকত শিৱসাগৰত দেৱানন্দ ভৰালীৰ জন্ম হয়। তেওঁৰ পিতৃৰ নাম ঈশানন্দ ভৰালী। শিৱসাগৰতে তেওঁ স্কু লীয়া শিক্ষা শেষ কৰি কোচবিহাৰৰ ভিক্টোৰিয়া-কলেজত গৈ পঢ়ে আৰু ১৯০৪ চনত তাৰ পৰা বি-এ-পাছ কৰে। চবডেপুটি কলেক্টৰৰ কামত সোমাই তেওঁ কৰ্ম-জীৱন আৰম্ভ কৰে, আৰু ১৯২৬ চনত চাকৰিৰ পৰা অৱসৰ গ্ৰহণ কৰে।

দায়িত্বপূৰ্ণ চৰকাৰী কাম কৰি যোৱাৰ মাজতো ভৰালী সাহিত্য-সেৱাত ব্ৰতী হৈ আছিল। তাৰ ফলস্বৰূপে সাহিত্যৰ কেইবাটাও দিশত তেওঁ বৰঙণি দি যাব পাৰিছে। তেওঁ প্ৰবন্ধকাৰ, কবি, নাট্যকাৰ আৰু ভাষা-তাত্ত্বিক। "উষা", "বাঁহী", "অসম সাহিত্য সভা পত্ৰিকা" আদি আলোচনীবোৰত কিছুমান প্ৰবন্ধ লিখাৰ উপৰিও, "মিৰি", এই ছদ্মনামত তেওঁ কবিতা লিখিছে আৰু "ভীমদৰ্প" (চেক্সপীয়েৰৰ নাটকৰ আদৰ্শত ৰচিত) আৰু "শ্ৰীশঙ্কৰ" নামৰ নাটক ৰচনা কৰিছে। ভাষা-তত্ত্বৰ দিশত ভৰালীৰ অধ্যয়নৰ ফলশ্ৰুতি "অসমীয়া ভাষাৰ মৌলিক বিচাৰ" (১৯১২)। তেওঁৰ আন আন ৰচনাৰ তুলনাত এই পুথিখন অধিক মূল্যবান। ভাষাতত্ত্বৰ বিচাৰমূলক এই কিতাপখন কালানুক্ৰম অনুসৰি

আনন্দৰাম ঢেকিয়াল ফুকনৰ "A Few Remarks on Assamese Language"ৰ পাছতে লক্ষণীয়।

## সিংহদত্ত দেৱ অধিকাৰী (১৯৮৯-১৯২৫)

কামৰূপ-জিলাৰ নহিৰা-সত্ৰত সিংহদত্ত দেৱ অধিকাৰী ওপজে খৃষ্টীয় ১৮৮৯ শকত। তেওঁৰ পিতৃৰ নাম মহোদত্ত অধিকাৰী। গুৱাহাটীৰ কলেজিয়েট স্কুলৰ পৰা প্ৰৱেশিকা-পৰীক্ষা পাছ কৰি তেওঁ আই- এ- মহলালৈকে পঢ়িছিল। জীৱিকাৰ কাৰণে কিছুকাল তেওঁ কেৰাণী কাম কৰে। ১৯২২ খৃঃত সেই কাম এৰি গুৱাহাটীতে এটা ছপাখানা পাতে, আৰু তাৰ পৰা "অৰ্ঘ্য" নামৰ এখন আলোচনী প্ৰকাশ কৰে। সাহিত্য-ক্ষেত্ৰত সিংহদত্ত দেৱ অধিকাৰী বিশেষকৈ জনাজাত কৰিৰূপে। তেওঁৰ প্ৰকাশিত কবিতাৰ পুথি কেইখনো, নাম— "কবিতা-লহৰী", "ৰেণু", "গীতি-মালিকা" আৰু "মণি-মালা"। ভাষা আৰু প্ৰকাশ-ভঙ্গীৰ সৰলতা অধিকাৰীৰ কবিতাৰ বিশেষ গুণ। "সাধু-চৰিত" নামৰ এখন জীৱনী-মালাও তেওঁ ৰচনা কৰিছে।

## দণ্ডিনাথ কলিতা (১৮৯০-১৯৫০)

মঙ্গলৰাম কলিতাৰ ঔৰসত দণ্ডিনাথ কলিতাই তেজপুৰত জন্মগ্ৰহণ কৰে খৃষ্টীয় ১৮৯০ শকত। তেজপুৰ হাইস্কুলৰ পৰাই প্ৰৱেশিকা-পৰীক্ষা পাছ কৰি বি এ মহলালৈকে

*পৰিচয়*

পঢ়ে, কিন্তু ডিগ্ৰী নোলোৱাকৈয়ে তেওঁ আনুষ্ঠানিক শিক্ষা-জীৱনৰ ওৰ পেলায়। পাছত তেজপুৰ-চৰকাৰী হাইস্কুলত শিক্ষকতা কৰি শিক্ষক জীৱনৰ ওৰ পেলায়।

দণ্ডিনাথ কলিতা আজীৱন-সাহিত্য-সেৱী। বহুবিধ সহিত্যিক-ৰচনাৰ যোগেদি তেওঁ আমাৰ সাহিত্যৰ ভঁৰাল পৰিপুষ্ট কৰিছে। কলিতা কবি, ঔপন্যাসিক, নাট্যকাৰ আৰু ব্যঙ্গকাৰ। 'বহুৰূপী' (১৯১৬), 'ৰুগৰ' (১৯২২), 'দীপ্তি'(১৯২৫), 'বহুৰূপী' (১৯২৬) আৰু 'বীণাৰ ঝংকাৰ' (১৯৫১) কলিতাৰ প্ৰকাশিত কবিতাৰ পুথি। ইয়াৰ উপৰিও 'অসম

*সাহিত্যিক সৃষ্টি*

সন্ধ্যা' (১৯৪৯) নামৰ ঐতিহাসিক বিষয়বিবৃত-বৰ্ণনাত্মক কাব্য এখনো তেওঁৰ কাব্যিক-প্ৰতিভাৰ বিশেষ-নিদৰ্শন। 'ফুল' (১৯০৮), 'সাধনা'(১৯৩০), 'হত্যাকাৰী কোন'(১৯৪৭), 'গণ-বিপ্লৱ' (১৯৫১), 'পৰিচয়', 'আবিষ্কাৰ' (১৯৫০), 'অদৃষ্ট' আদি উপন্যাসে অসমীয়া উপন্যাস-সাহিত্যৰ ক্ষেত্ৰত উল্লেখনীয় স্থান দখল কৰি আছে। কেইখনো ব্যঙ্গাত্মক-নাট ৰচনা কৰি নাট্য-সাহিত্যৰ কুঠৰীতো তেওঁ অবিহণা যোগাইছে। কলিতাৰ আন গদ্যৰচনাৰ ভিতৰত 'সংস্কৃত-নাটকৰ

সাধু' (১৯৫১) আৰু "আত্মানন্দৰ আত্মকাহিনী' (১৯৩৫) উল্লেখনীয়। 'দীপ্তি' আৰু 'বীণাৰ ঝঙ্কাৰ' তেওঁৰ গীতি-কৱিতাৰ সমষ্টি।

কৱি দণ্ডিনাথ কলিতাই গীতি-কৱিতাৰ ক্ষেত্ৰত অৱশ্যে বিশেষত্ব দাবী নকৰে, ব্যঙ্গ্য-কৱিতাৰ সৃষ্টিত তেওঁৰ বিশেষত্ব সকলোৱে স্বীকাৰ্য্য। 'ৰহঘৰা' 'ৰগৰ' আৰু 'বহুৰূপী'- এই তিনিখন কলিতাৰ ব্যঙ্গ্য-কৱিতাৰ পুথি। সমসাময়িক অসমীয়া-সমাজত প্ৰচলিত নানাবিধ কুসংস্কাৰ, ভণ্ডামি আদিৰ কদাকাৰ-স্বৰূপটো উন্মুক্ত কৰি সৃষ্টি কৰা কাব্যিক ৰচনাসমূহ এই তিনিখন পুথিৰ অন্তৰ্ভুক্ত। ব্যঙ্গ্য-চিত্ৰ-চিত্ৰণৰ জোখাই প্ৰকাশ-ৰীতিৰ-গঠন আৰু শব্দপ্ৰয়োগত কলিতা সাৰ্থক, তেওঁৰ কোনো কোনো ব্যঙ্গ্যাত্মক-চিত্ৰ পূৰ্ব সূৰি হেমচন্দ্ৰ বৰুৱাৰ ব্যঙ্গ্যচিত্ৰতকৈও কম ব্যথাদায়ক নহয়। বৰ্ণনাত্মক-কাব্য 'অসম সন্ধ্যা' আমাৰ সাহিত্যৰ সেই শ্ৰেণী ৰচনাৰ পৰিগণনাত নিশ্চিতভাবে সমুজ্জ্বল হৈ উঠে। দুৰ্বল ৰজা চন্দ্ৰকান্তই শাসন-দণ্ড লৈ থকা কালডোখৰত মহাপ্ৰতাপী ৰাজমন্ত্ৰী পূৰ্ণানন্দ বুঢ়াগোহাঞিএ সকলো ৰাজক্ষমতা সামৰি লোৱাত, লগতে প্ৰসঙ্গক্ৰমে নামনিৰ শাসনকৰ্ত্তা, বদন বৰফুকনৰ লগত মনোমালিন্য হোৱাত ব্ৰহ্মদেশৰ নৃপতিৰ আদেশত কেনেকৈ মান-সৈন্যই আহি অসম আক্ৰমণ কৰিলে, আৰু তাৰ ফলস্বৰূপে অসমৰ চিৰকলীয়া স্বাধীনতাৰ বেলি অস্তগামী হৈ সন্ধ্যা নমাই দিলে- - অসমৰ এই ইতিহাসপ্ৰসিদ্ধ ঘটনাবোৰ কাব্যৰ বিষয়ীভূত কৰি কবিযে কাব্যখনৰ 'অসম-সন্ধ্যা' নাম সাৰ্থক কৰিছে। কাহিনী-কলাৰ প্ৰয়োজনসাপেক্ষে বিষয়বস্তু গ্ৰহণত কবিযে অৱশ্যে দুই এঠাইত ইতিহাসৰ ঘটনাৰ যৎসামান্য পৰিবৰ্ত্তন ঘটাইছে। কাব্যখন বাইশটা সৰ্গত বিভক্ত। বহিঃচিত্ৰণৰ বৰ্ণনা আৰু চৰিত্ৰ-সৃষ্টিত কবিয়ে নিপুণতা দেখুৱাইছে। গোটেইখন কাব্য মধুসূদনী-অমিত্ৰাক্ষৰ ছন্দত ৰচিত। নানাবিধ অলঙ্কাৰৰ সুপ্ৰয়োগে ঈপ্সিত-ভাবাৰ্থ প্ৰকাশত সহায়তা কৰাৰৰ উপৰিও অনুপ্ৰাস- যমকৰ সঘন-প্ৰয়োগে কাব্যখন সুখপাঠ্য কৰি নোতোলাকৈ থকা নাই। মুঠতে এই কথা কব পৰা যায়— 'অসম সন্ধ্যা' আমাৰ সাহিত্যৰ এখন শ্ৰেষ্ঠ বৰ্ণনাত্মক কাব্য।

*কাব্যিক সৃষ্টি*

দণ্ডিনাথ কলিতাই উপন্যাসৰ ক্ষেত্ৰতো এখন সুকীয়া স্থান দাবী কৰিব পাৰে। একেবাৰে কম বয়সতে ৰচনা কৰা তেওঁৰ 'ফুল' নামৰ উপন্যাসখনে বিংশ শতিকাৰ প্ৰথম দশকতে (১৯০৮ খৃঃ প্ৰকাশিত) উপন্যাস কলাৰ নিখুঁত বিকাশৰ প্ৰচুৰ সম্ভৱনাৰ সূচনা কৰিছিল। এটা সত্যকথা এই যে, প্ৰতিভা থাকিলেও উপযুক্ত-অনুশীলনৰ অভাৱত বহু সময়ত শিল্পীৰ প্ৰতিভাৰ আশানুৰূপ বিকাশ নঘটে। দণ্ডিনাথ কলিতাৰো পৰৱৰ্ত্তী উপন্যাস 'সাধনা'ত বাহিৰে বাকী কেইখনে 'ফুল'ৰ কিশোৰ-শিল্পীগৰাকীৰ পৰিণত-বয়সৰ প্ৰতিভাজনিত-শিল্পৰূপ-প্ৰকাশ কৰিব নোৱাৰিলে। 'সাধনা' কলিতাৰ বৃহৎ কলেৱৰৰ উপন্যাস, সমাজ-সংস্কাৰৰ আদৰ্শ আগত ৰাখি ইয়াক ৰচনা কৰা হৈছে। 'সাধনা'তকৈ আপেক্ষিকভাৱে সৰু 'আৱিষ্কাৰ' গুণগত দিশৰ পৰা 'সাধনাৰ' পাছতে উল্লেখনীয়। এইখন

গ্ৰন্থৰ মাজতো লেখকৰ সংস্কাৰজনিত মনোভাব বলবৎ হৈ উঠা দেখা যায়। দীনবন্ধু আৰু মাধৱ— এই দুজন আদৰ্শবাদী যুৱক যথাক্ৰমে 'সাধনা' আৰু 'আবিষ্কাৰ'ৰ নায়ক। দুয়োখন উপন্যাসতে ন্যায়কৰ প্ৰতি আকৰ্ষিতা দুজনীকৈ নাৰী চৰিত্ৰ আছে। 'সাধনা'ত প্ৰভা আৰু উষা, 'আবিষ্কাৰ'ত প্ৰতিমা আৰু মালবিকা। উল্লিখিত নাৰী চৰিত্ৰ কেইটাৰ নায়কৰ প্ৰতি থকা আকৰ্ষণৰ যোগেদি দুয়োখন উপন্যাসতে সংঘাতৰ সৃষ্টি হৈছে। সেই সংঘাতপূৰ্ণ কাহিনীৰ মাজত ঔপন্যাসিকে সংস্কাৰবাদী মনোভাব সুস্পষ্ট কৰি তুলিছে। স্থানবিশেষে সংস্কাৰৰ ভাব ওপৰত উঠা কাৰণে উপন্যাস দুখনৰ মূল কাহিনী-প্ৰবাহ কিছু পৰিমাণে হলেও প্ৰতিহত নোহোৱাকৈ থকা নাই। তাৰ মাজতো 'সাধনা' কলিতাৰ শ্ৰেষ্ঠতম কৃতি বুলিয়েই বুজা যায়। ই ১৯২৮ খৃঃত শ্ৰেষ্ঠ সামাজিক-উপন্যাস ৰূপে পুৰস্কাৰো লাভ কৰিছিল। 'গণ-বিপ্লৱ' কলিতাৰ ঔপন্যাসিক জীৱনৰ শেষৰ ফালৰ প্ৰকাশ, অথচ কলাত্মক দৃষ্টিকোণৰ পৰা ইয়াক উপন্যাসৰ কুঠৰীত ৰাখিবলৈ অসুবিধা পোৱা যায়। লেখকে ইয়াত মোৱামৰীয়া-বিদ্ৰোহৰ ঐতিহাসিক-ঘটনাসমূহ একপ্ৰকাৰ অবিকলভাবে বৰ্ণনা কৰি গৈছে— ইতিহাসৰ পটভূমিত লেখকৰ ৰসবোধজনিত-আখ্যান সৃষ্টি কৰি তাৰ মাজেদি ঐতিহাসিক-বাতাবৰণে সমৰ্থন কৰা সুখ-দুখ, হৰ্ষ-বিষাদ-সঞ্জীৱিত চৰিত্ৰ অঙ্কিত হোৱা নাই। এই কাৰণে প্ৰকৃতাৰ্থত 'গণ-বিপ্লৱ'ক বুৰঞ্জীমূলক উপন্যাস বুলিব নোৱাৰি। উপন্যাস কলাৰ ফালৰ পৰা 'পৰিচয়'কো সাৰ্থক সৃষ্টি বুলিব পৰা নাযায়।

*উপন্যাস*

## শৈলধৰ ৰাজখোৱা (১৮৯০-১৯৬৮)

চন্দ্ৰধৰ ৰাজখোৱাৰ পুত্ৰ শৈলধৰ ৰাজখোৱাৰ জন্ম হয় ডিব্ৰুগড়ত। ডিব্ৰুগড়তে স্কুলীয়া-শিক্ষা শেষ কৰি গুৱাহাটীৰ কটন কলেজৰ পৰা তেওঁ বি-এ পাছ কৰে। প্ৰথমতে এচ্-ডি-চি কামত তেওঁ সোমায়, তাত পাৰদৰ্শিতা দেখুৱাই মুন্সিফৰ পদত অধিষ্ঠিত হয় আৰু সেই পদৰ পৰাই তেওঁ অৱসৰ গ্ৰহণ কৰে। শেষৰ ফালে গুৱাহাটী বিশ্ববিদ্যালয়ৰ তেওঁ প্ৰথম কোষাধ্যক্ষ ৰূপে কাম কৰে।

কবিতা আৰু নাটক, উভয়দিশতে শৈলধৰ ৰাজখোৱাৰ অবদান গণ্য কৰিবলগীয়া। বিভিন্ন সময়ত লিখা তেওঁৰ দুকুৰি তিনিটা কবিতা "নিজৰা" নাম লৈ পুথিৰ আকাৰত প্ৰকাশিত হৈছে। ড° সূৰ্য্যকুমাৰ ভূঞাৰ ভাষাত 'নিজৰা'ৰ কবিতাবলী এক অনুপ্ৰেৰণাৰ পৰা নিঃসৃত হোৱা নাই। কবিৰ জীৱনৰ বেলেগ বেলেগ সময়ত বেলেগ বেলেগ অভিজ্ঞতা আৰু উপলক্ষে এই কবিতাবলী ৰচিত হৈছে। .....ৰাজখোৱা দেৱৰ কবিতাৰ ভাষা নিজৰাৰ পানীৰ দৰে অবাৰিত লয়লাস গতিৰে চলিছে।"[৮৬] তেওঁৰ কবিতাবোৰ

৮৬. নিজৰা, পাতনি

বিভিন্ন সময়ত অন্তৰ ভেদি ওলোৱা ভাষিক-নিজৰা। অমানিশা, হোমৰ কাষত, মিলন মাধুৰী, বৰপেটা, বিষাণদৈ আলি, পাষাণ-প্ৰতিমা, আদি কিছুমান ৰাজখোৱাৰ শ্ৰেষ্ঠ কাব্যিক-সৃষ্টি। উল্লিখিত শেষৰ তিনিটা কবিতাই চিৰদিন অতীত অসমৰ স্মৃতি জাগ্ৰত কৰি ৰাখিছে। জাতীয়তাবোধৰ উপৰিও প্ৰেমানুভূতি আৰু আধ্যাত্মিক ভাবো তেওঁৰ কবিতাৰ উপজীব্য। "স্বৰ্গদেউ প্ৰতাপসিংহ' বা 'অসম গৌৰব', 'বিদ্যাৱতী' আৰু 'ৰণজিৎ'— শৈলধৰ ৰাজখোৱাই এই তিনিখন নাটক ৰচনা কৰিছে। ইয়াৰ প্ৰথমখন বুৰঞ্জীমূলক, দ্বিতীয়খন জনশ্ৰুতি আধাৰিত আৰু তৃতীয়খন অনুবাদমূলক। আহোম ৰজাসকলৰ অন্যতম শ্ৰেষ্ঠ ৰজা প্ৰতাপসিংহৰ ৰাজত্ব কালৰ সংঘাত সমূহক নাটকীয় ৰূপ দিছে 'স্বৰ্গদেউ প্ৰতাপ সিংহ'ত। প্ৰথমতে মূৰ্খ থকা বুলি জনাজাত কালিদাসে পাছত পাণ্ডিত্য আৰু কাব্যিক-শক্তি লাভ কৰা জনশ্ৰুতিমূলক-আখ্যানটোৰ আধাৰত 'বিদ্যাৱতী' ৰচিত। 'ৰণজিৎ' চেক্সপীয়েৰৰ 'Othelo' নাটকৰ অনুবাদ। 'প্ৰতাপসিংহ' ঘটনাবহুল, ইয়াৰ কাহিনী যথোচিত পীনবদ্ধ নহয়, মূল চৰিত্ৰতকৈও কেইটামান আনুষঙ্গিক চৰিত্ৰ উজ্জ্বল হৈ উঠিছে। ইয়াক ঠিকমতে ট্ৰেজেডি বুলিবও নোৱাৰি, আনহাতেদি আকৌ কমিক-ৰসেও পৰিণতি ঠিকমতে পূৰ্ণৰূপত সুখদায়ক কৰি তোলা নাই।

## দেবেন্দ্ৰনাথ বেজবৰুৱা

যোৰহাটৰ দেবেন্দ্ৰনাথ বেজবৰুৱা গোবিন্দ্ৰচন্দ্ৰ বেজবৰুৱাৰ পুত্ৰ। অসমীয়া ভাষা-সাহিত্যৰ প্ৰথম বুৰঞ্জী-লেখক হিচাপে আমাৰ সাহিত্যৰ ইতিহাসত তেওঁৰ স্থান বিশেষ ভাবে উল্লেখনীয়। অসমীয়া-সাহিত্যৰ আৰম্ভণিৰ পৰা লেখকৰ সময়লৈকে সকলো কথা সামৰিবলৈ চেষ্টা কৰি বেজবৰুৱাই ৰচনা কৰা "অসমীয়া-ভাষা আৰু সাহিত্যৰ বুৰঞ্জী" (১৯১১ চনত প্ৰথম প্ৰকাশিত) বিভক্ত তিনিটা প্ৰসাৰিত যুগত— আদি যুগ, মাজৰ বা উন্নতিৰ যুগ আৰু বৰ্ত্তমান-যুগ। সাহিত্যৰ ক্ৰমগতিৰ আলোচনা আৰম্ভ কৰাৰ আগতে প্ৰথমতে গ্ৰন্থখনত ভাষা, ভাষাৰ উৎপত্তি, অসমীয়া ভাষাৰ উৎপত্তি, আখৰ, আখৰ জোটনি আদিবোৰৰ এটা বহল আলোচনা দাঙি ধৰা হৈছে। গ্ৰন্থৰ ৰচক বেজবৰুৱা আলোচ্য বিষয়টোৰ প্ৰথম গৱেষক আৰু মূল্যায়নকাৰক হোৱা কাৰণে গ্ৰন্থখনৰ মাজত অলপ অচৰপ ভুল ত্ৰুটি থকাটো অস্বাভাবিক নহয়। তথাপি অসমীয়া ভাষা আৰু সাহিত্যৰ প্ৰথম ৰূপাঙ্কন হিচাপে বেজবৰুৱাৰ এই কৃতি সাহিত্যৰ ইতিহাসত উজ্জ্বল আৰু প্ৰশংসনীয়।

## ধৰ্মেশ্বৰী দেৱী বৰুৱানী (১৮৯২-১৯৬০)

পাছৰ কালে 'কাব্য-ভাৰতী' উপাধিৰে খ্যাতা ধৰ্মেশ্বৰী দেৱী বৰুৱানীৰ জন্ম হয় খৃষ্টীয় ১৮৯২ শকত গুৱাহাটীৰ পল্টনবজাৰত। তেওঁৰ পিতৃ আছিল যজ্ঞেশ্বৰ দেৱ শৰ্মা।

পুৰণিকলীয়া প্ৰথানুসৰি বাল্য-কালতে বিবাহিতা ধৰ্মেশ্বৰী দেৱী ভৰ যৌৱন-কালতে বাত-ৰোগৰ দ্বাৰা আক্ৰান্ত হয়, আৰু তেতিয়াৰ পৰাই এক প্ৰকাৰে তেওঁৰ জীৱনলৈ আহে অচল অৱস্থা। ক্ৰমশঃ তেওঁৰ দৃষ্টিশক্তিও হ্ৰাস হ'বলৈ ধৰে। শাৰীৰিক ফালৰ পৰা চিৰজীৱনেই অসুস্থা আছিল যদিও তেওঁ মানসিক সুস্থতা হেৰুৱা নাছিল। বৰং এটা দিশৰ শক্তিৰ ন্যূনতাই দেৱী বৰুৱানীৰ ক্ষেত্ৰত আন দিশৰ শক্তি, অৰ্থাৎ তেওঁৰ অন্তৰ্নিহিত কাব্যিক-প্ৰতিভাৰ স্ফুৰণ-শক্তি বঢ়াই তোলাহে দেখা গৈছিল। প্ৰিয়জন (বিবাহিত স্বামী দুৰ্গানাথ বৰুৱা) আৰু বিশ্ব নিয়ন্তা— এই দুজনৰ প্ৰতি অনুৰাগ আৰু আকৰ্ষণে কবিৰ ভাবানুভূতিক বিবিধ কাব্যিক ৰূপলৈ ৰূপান্তৰিত কৰে। সেইবোৰৰ অধিক সংখ্যকেই আধ্যাত্মিক ভাৱত অধিক সজীৱ। তেওঁৰ শাৰীৰিক আৰু সাংসাৰিক যি যাতনা, সি যেন বিশ্বনিয়ন্তা ভগৱানৰেই দান। তেওঁ সংসাৰৰ গতি-বৈচিত্ৰ্যত তিক্ততা বা বিৰক্তি দেখুৱা নাই। সেই সকলোবোৰ সৰ্বনিয়ন্তাৰ বিধান বুলি ভাৰতীয়-দাৰ্শনিক চিন্তাধাৰাত অভিভূতা হৈ দেৱী বৰুৱানী আগবাঢ়িছে। যি পৰম সত্তা সৰ্বব্যাপক, য'ত আছে পৰম সুখ, পৰম শান্তি, তাক লাভ কৰাৰ কাৰণেই কবিৰ একান্ত অভিলাস। এনেকুৱা আধ্যাত্মিক-ভাবাপন্ন-কবিতা ৰচনা কৰি কাব্য-ভাৰতী ধৰ্মেশ্বৰী দেৱী বৰুৱানীয়ে আমাৰ কাব্য-জগতৰ এটা দিশ পৰিপুষ্ট কৰি তুলিছে। তেওঁৰ কবিতাবোৰ প্ৰকাশ হৈছে দুখন কিতাপত — এখন "ফুলৰ শৰাই" (১৯২৯) আৰু আনখন "প্ৰাণৰ পৰশ" (১৯৫২)। কবিৰ জীৱনৰ আগভাগৰ ৰচনাখিনি প্ৰথমখনৰ অন্তৰ্গত, আৰু পৰবৰ্ত্তি-কালৰ, বিশেষকৈ "আবাহন"ত ওলোৱা কবিতাসমূহ দ্বিতীখনৰ অন্তৰ্ভুক্ত।

## যতীন্দ্ৰনাথ দুৱৰা (১৮৯২-১৯৬৪)

আমাৰ সাহিত্যৰ বিখ্যাত ৰোমাণ্টিক-কবি যতীন্দ্ৰনাথ দুৱৰাৰ জন্ম হয় শিৱসাগৰত, খৃষ্টীয় ১৮৯২ শকত। তেওঁৰ পিতৃৰ নাম শ্যামসুন্দৰ দুৱৰা। শিৱসাগৰতে স্কুলীয়া শিক্ষা শেষ কৰি তেওঁ কলিকতালৈ যায়, আৰু তাৰ স্কটিছ চাৰ্চ্চ কলেজত পঢ়ি ১৯১৩ খৃঃত বি-এ পৰীক্ষা পাছ কৰে। অৱশ্যে এম্- এ আৰু বি-এল পৰীক্ষাৰ কাৰণেও অধ্যয়ন কৰিছিল, কিন্তু তেওঁৰ সেই পৰীক্ষা দুটা দিয়া নহ'ল। শিক্ষাকাল শেষ কৰি দুৱৰাই প্ৰথমতে (১৯১৮-২১) ডিব্ৰুগড় জৰ্জ্জ ইনষ্টিটিউচনত, তাৰ পাছত (১৯২১-৪৭) কলিকতাৰ স্কটিছ চাৰ্চ্চ কলেজিয়েট স্কুলত শিক্ষকতা কৰে। কলিকতাত শিক্ষকতা কৰা কালছোৱাৰত শেষৰ ফালে কিছুকাল কলিকতা-বিশ্ববিদ্যালয়ৰ এম এ মহলাৰ অসমীয়া-বিষয়তো তেওঁ পাঠদান কৰে। শেষৰ ফালে কিছুকাল (১৯৪৮-১৯৬০) আকৌ ডিব্ৰুগড় কানৈ কলেজতো অসমীয়া বিষয়ত অধ্যাপনা কৰে, আৰু বুঢ়া কালত শিক্ষাদানৰ পৰা বিৰত হয়।

*পৰিচয়*

যতীন্দ্ৰনাথ দুৱৰা মুখ্যতঃ কৱি—ৰোমাণ্টিক কৱি। ব্যক্তিগত অনুভূতিৰ গভীৰতা, ভাষাৰ সৰলতা আৰু প্ৰকাশভঙ্গীৰ কোমলতা— ৰোমাণ্টিক ভাৱাপন্ন গীতি কৱিতাৰ এই বিশেষত্ব কেইটাৰ পূৰ্ণ বিকাশৰ যোগেদি তেওঁ শ্ৰেষ্ঠ গীতি-কৱিৰূপে খ্যাতিমান। "বাঁহী" আলোচনীৰ যোগেদি তেওঁৰ কাব্যিক-প্ৰতিভাই পূৰ্ণতা লাভ কৰে। কলিকতাত লক্ষ্মীনাথ বেজবৰুৱাৰ সান্নিধ্যলাভ কৰি স্বভাৱ-কৱি দুৱৰাই নিজৰ কৱি-প্ৰতিভাৰ বিকাশত অনুপ্ৰেৰণা লাভিছিল। ড° মহেশ্বৰ নেওগৰ ভাষাত— "দুৱৰাই অধ্যয়ন আৰু আস্বাদনৰদ্বাৰা অসমীয়া কৱিতাত প্ৰভাৱৰ পৰিধি বিস্তৃত কৰিলে, ইংলণ্ডৰ প্ৰাক্‌ৰোমাণ্টিক কৱি গ্ৰে, ৰোমাণ্টিক-ছেলী, নব্য ৰোমাণ্টিক টেনিছন, জাৰ্ম্মান কবি হেইন্‌ৰিখ হাইনে, কথা- কৱিতাৰ ৰুছ কবি টুৰ্গেনেভ আৰু পাৰস্যৰ মহাকৱি ওমৰখায়াম আৰু হাফেজ, সকলোৰে প্ৰতিভাৰ জেউতি তেওঁৰ মনোমুকুৰত প্ৰতিফলিত হৈছে আৰু সকলো বায়ুৰ হেঁচাত তেওঁৰ অনুভূতিৰ এঅ'লিয়ান বীণত ক্ৰন্দনধ্বনি উঠিছে। ব্যক্তিগত বিষন্নতাৰে (Melancholy) উপচি পৰা ছেলীৰ দৰে তেওঁৰ কাতৰ হৃদয় উমৰৰ বিশ্বমানৱৰ প্ৰতি সহানুভূতিৰ অশ্ৰুজলেৰে সিক্ত হৈছে আৰু ছায়াবাদী হাফেজৰ অনন্ত সূফী প্ৰেমে কৰুণ কিৰণ ঢালি নৈৰাশ্যবাদৰ কুঁৱলী আঁতৰাই ৰাখিছে। কিন্তু প্ৰেম-সৰ্বস্ব-জীৱনত প্ৰেম হেৰুৱাই কৱিয়ে জীৱনত নিজৰ পৰিচয় শূন্যৰূপেহে দেখা পাইছে, সেই শূন্যতাৰ ভয়াবহতাৰ পৰা ৰক্ষা পাবলৈ তেওঁ বিচাৰিছে বিস্মৰণৰ আৱৰণ।"[৮৭] যতীন্দ্ৰনাথ দুৱৰা স্বাভাৱিকতে আত্মকেন্দ্ৰিক, তেওঁৰ ব্যক্তিগত স্মৃতি— ব্যৰ্থ-প্ৰেমৰ কৰুণ সুৰ, নিঃসঙ্গ অকলশৰীয়া জীৱনৰ তিক্ততা, ইযাৰ মাজত উক্‌ দি উঠা তেওঁৰ মানসিক প্ৰতিক্ৰিয়া আদি ভাৱৰ আধাৰতেই তেওঁৰ অধিক সংখ্যক কৱিতা গঢ় লৈ উঠিছে। কৱি ইমান অকলশৰীয়া যে, তেওঁ অন্তৰত পুঞ্জীভূত বিষাদ ৰাশিৰে অকলেই ৰচে গান, অকলেই তাক শুনে, অকলেই ফুৰে, অকলেই সংসাৰ পাতিছে; অন্তৰস্থ-বেদনাৰাশি অকলে থাকিব নোৱাৰি কেতিয়াবা বাহিৰলৈ উৰি যায় সহৃদয়ৰ হৃদয় বিচাৰি[৮৮] কিন্তু কৱিৰ সেই বিষাদৰ সুৰে কাৰো পৰা সহানুভূতি নাপাই ফিৰি আহে।[৮৯] নিঃসঙ্গ কৱিয়ে নিজকে নিজে জীৱন-গাথা ৰচনা কৰি নিজে নাৱৰীয়া

*কৱিতা*
*গীতি - কৱিতা*

---

৮৭ অ. সা. ৰূ ৰে.

৮৮. জীৱনৰ দুখৰ ৰাশিৰ, এটি এটি কনা তুলি লই।
ৰচো মই অন্তৰৰ গান, শুনো তাকে ৰহি অকলই।।
অকলই ওমলো জামলো, অকলই পাতিছো সংসাৰ।
অকলই শূণ্য মন্দিৰত, ৰাচো মোৰ হৃদয় সম্ভাৰ।
সুৰবোৰে প্ৰাণৰ মাজত, অকলই থাকিব নোৱাৰি।
উৰি গ'ল সৰগৰ পিনে, জগতত হৃদয় বিচাৰি।। (জীৱনৰ সুৰ)

৮৯. সুৰ মোৰ উলটি আহিল, জগতত হৃদয় নেপাই।
অন্তৰতে বহি মোৰ নিতে, বিষাদৰ বাঁহীটি বজায়।। (জীৱনৰ সুৰ)

ৰূপে নিজৰ জীৱন-নৌকা এৰি দিছে। অনিৰ্দ্দিষ্ট স্থানলৈ। বিশেষ কথা— লোকসমাজৰ সহৃদয়হীনতা, বিষাদৰ প্ৰৱাহ, জাগতিক সুখলাভৰ নিৰাশা, আত্মবিলোপৰ প্ৰচেষ্টা আদিবোৰে নিৰাশবাদৰ সূচনা কৰিলেও দুৱৰা সূক্ষ্মাৰ্থত নিৰাশবাদী নহয়। তেওঁৰ কৱিতাত বিষাদ আছে, কিন্তু সি নৈৰাশ্যবাদসৰ্বস্ব নহয়। কিয়নো অন্ধকাৰময় ভৱিষ্যত তেওঁৰ কৱিতাত সুস্পষ্ট নহয়। অতীন্দ্ৰিয়বাদৰ স্পৰ্শয়ো[৯০] দুই এটা কৱিতা বিশেষত্বপূৰ্ণ কৰি তুলিছে। দুৱৰা যিহেতুকে আত্মকেন্দ্ৰিক কবি, ৰাজনৈতিক বা সামাজিক কোনো সমস্যা বা জটিলতা তেওঁৰ কৱিতাত ফুটি উঠা নাই— তেওঁৰ বিষাদক্লিষ্ট সুগভীৰ অনুভূতিৰ যি স্বতঃস্ফূৰ্ত্ত-সুকোমল-অভিব্যক্তি, সি সমধৰ্মীৰ কাৰণে সাৰ্বজনীন। ই দুৱৰা-কাব্যৰ প্ৰধান আকৰ্ষণ। উপৰুক্ত বিশেষত্ববোৰৰ আধাৰত সৃষ্ট দুৱৰাৰ কবিতাবোৰে প্ৰকাশ লভিছে দুখন পুথিৰ মাজেদি— "আপোন সুৰ" (১৯৩৮) আৰু "বনফুল" (১৯৫২)। দ্বিতীয়খন পুথিয়ে গীতি- কাব্যৰ শ্ৰেষ্ঠ নিদৰ্শন ৰূপে ১৯৫২ চনত সহিত্য-একাডেমীৰ পুৰস্কাৰো লাভ কৰিছিল। তেওঁৰ "মিলনৰ সুৰ" নামৰ আন এখন কবিতাৰ পুথি ছপা হয় খৃষ্টীয় ১৯৫৭ শকত। বিশেষ কথা— ইয়াত চুফীবাদ এক প্ৰকাৰে স্পষ্টৰূপত প্ৰকশিত হৈছে।

"ওমৰ-তীৰ্থ" নামৰ কাব্যিক-সৃষ্টি যতীন্দ্ৰনাথ দুৱৰাৰ অন্যতম অমৰ-কীৰ্ত্তি। বিষয়বস্তুৰ ফালৰ পৰা ই কবিৰ মৌলিক ৰচনা নহয়— পাৰস্যৰ বিখ্যাত কবি ওমৰ খায়ামৰ "ৰুবায়ত"ৰ বিষয়বস্তুৰ অনুকৰণাত্মক ৰূপায়ণ। ফিট্‌জেৰাল্ডে কৰা "ৰুবায়ত"ৰ ইংৰাজী অনুবাদৰ পৰা দুৱৰাই যি অসমীয়া-কাব্যিক-ৰূপান্তৰ কৰিছে, তাৰ নাম "ওমৰ তীৰ্থ"। এই কাম কৰোতে দুৱৰাই হুইন্‌ফিল্ড, হেৰণ এলেন আদি লিখকৰ অনুবাদ আৰু টীকা-টীপ্পনী অধ্যয়ন কৰাৰ উপৰিও পাৰস্যৰ সাহিত্য আৰু চুফী-দৰ্শনৰ প্ৰেম-তত্ত্ব সম্বন্ধেও যথোচিত অধ্যয়ন কৰিছিল। এনেবোৰ কাৰণত "ওমৰ-তীৰ্থ" আনুবাদিক কৃতি হোৱা সত্ত্বেও ই মৌলিক-সৃষ্টিৰ নিচিনা প্ৰতীয়মান। ই আমাৰ আধুনিক-কাব্য-জগতৰ অন্যতম উৎকৃষ্ট-সম্পদ।[৯১] "ওমৰ-তীৰ্থ" প্ৰকাশ হৈছে ১৯২৬ খৃঃত। এইবোৰৰ উপৰিও যতীন্দ্ৰনাথ দুৱৰাই আমাৰ গদ্য সাহিত্যলৈ আগবঢ়াইছে এবিধ অভিনৱ সম্পদ— নাম "কথা-কৱিতা"। এই নামৰ পুথিখন প্ৰকাশ হৈছে ১৯৩৩ খৃঃত।

*ওমৰ-তীৰ্থ*

---

৯০. সোণোৱালী দেশৰ ৰেখাটি, ধীৰে ধীৰে জিলিকে দূৰত।
সঙ্গীতৰ সুমধুৰ সুৰ, উৰি উৰি আহে বতাহত।।
মিছাকৈয়ে মায়াৰ মোহত, সপোনক কৰিলা আপোন।
চাবলৈ নিজকো এবাৰ, আজাকত নাপালে আপোন।
সোণোৱালী উজ্জ্বল পোহৰে, আঁতৰাব যত দুখ ক্লেশ।
আছি তুমি বুকুৰ মাজত,— এয়ে মোৰ সোণোৱালী দেশ।। (সোণোৱালী দেশ)

৯১. দ্ৰষ্টব্য : ওমৰ-তীৰ্থৰ গুৰি কথা (সা. আ. জী., ড° প্ৰফুল্ল দত্ত গোস্বামী)

"কথা-কবিতা"ও সূক্ষ্ম- বিচাৰত কবলৈ হলে দুবৰাৰ মৌলিক-সৃষ্টি নহয়, ৰুচ-সাহিত্যিক টুৰ্গেনেভৰ "Poems in Prose"ৰ অনুকৰণত ৰচিত। ড০ বাণীকান্ত কাকতিৰ ভাষাত "কথা-কবিতাৰ প্ৰাথমিক-উদ্দেশ্য চিত্ৰ, ইয়াৰ ধ্বনি ভাষাৰ ব্যঞ্জনা মাথোন।..... কথা-কবিতাৰ লক্ষ্য হৈছে ৰূপ বা দৃশ্য-বস্তুত সজীৱতা আৰোপ কৰা। কথা-কবিতাত এটি মাথোন কেন্দ্ৰস্থ ভাব থাকে, আৰু সেই ভাৱক ডাঙৰ সৰু কেতবোৰ তলতীয়া চিত্ৰেৰে সজীৱ কৰি তোলা হয়। .... কথা-কবিতাত ৰূপৰ সমাৱেশ থাকে, আৰু ই প্ৰায়েই ৰূপকাত্মক। প্ৰত্যেকটো চিত্ৰৰ আঁৰতেই ওৰণি লোৱা ভাব একোটা থাকে। কথা-কবিতাৰ সকলো উপাদান দুবৰাৰ "কথা-কবিতা"ত বিৰাজ কৰিছে। "কথা-কবিতা" দুবৰা ডাঙৰীয়াৰ প্ৰায় কুৰি বছৰ কালব্যাপি নানান সময় আৰু নানান অবস্থাৰ অনুভূতিৰ চিত্ৰৰ সমাৱেশ। ই তেখেতৰ কোমল বুকু ভেদ কৰি ওলোৱা বালিৰ নিজৰাৰ দৰে। দুই এটি বিষয় বিদেশী-মূলৰ পৰা অনা হৈছে, কিন্তু সেইবোৰক বুকুৰ তপত তেজৰ উমনি দি সজীৱ কৰি তোলা হৈছে।"[১২]

*কথা-কবিতা*

## মিত্ৰদেৱ মহন্ত (১৮৯৪-১৯৮২)

যোৰহাটৰ কাষত অৱস্থিত লেটুগ্ৰাম-সত্ৰত খৃষ্টীয় ১৮৯৪ শকত মিত্ৰদেৱ মহন্ত ওপজে। যোৰহাটতে স্কুলীয়া-শিক্ষা শেষ কৰি গুৱাহাটীৰ কটন কলেজৰ পৰা তেওঁ আই-এ পাছ কৰে। তাৰ পাছত তেওঁ শিক্ষক পদত নিযুক্ত হৈ শিক্ষা-দানত ব্ৰতী হয়। চাকৰিৰ পৰা অৱসৰ লৈ মহন্ত, নিজ সত্ৰৰ ধৰ্মাধিকাৰীৰ পদত অধিষ্ঠিত হয়, আৰু ধৰ্মচৰ্চ্চাৰ মাজেদি ধৰ্মীয় আৰু পৱিত্ৰ জীৱন-যাপন কৰে।

*পৰিচয়*

সত্ৰৰ অধিকাৰ পদত থাকি, সত্ৰৰ সকলো প্ৰকাৰৰ আচাৰ-নীতি পালন কৰি, ব্যক্তিগত আৰু সামাজিক-জীৱনতো যথোচিত প্ৰকৃতিগত আচৰণ-আড়ম্বৰ ৰক্ষা কৰি ধৰ্মচৰ্চ্চা আৰু ধৰ্মপ্ৰচাৰৰ লগতে নিষ্ঠাবান-সাহিত্যিকৰূপে পৰিগণিত হোৱা দৃষ্টান্ত আধুনিক যুগত বোধহয় মিত্ৰদেৱ মহন্তই প্ৰথম। নাট্যকাৰ, কবি, গীতিকাৰ, গল্পকাৰ, শিশু সাহিত্যিক আৰু অভিনেতা ৰূপে মহন্তৰ নাম স্মৰণীয়। বৈদেহী বিয়োগ (১৯৫০), বলিছলন (১৯৫৩), আৰু প্ৰচ্ছন্ন পাণ্ডৱ (১৯৫৪), এই তিনিখন মহন্তৰ পৌৰাণিক গহীন নাটক প্ৰকাশিত হৈছে। ৰামায়ণৰ উত্তৰ-কাণ্ডৰ অন্তৰ্গত সীতাৰ পাতাল-প্ৰৱেশৰ ঘটনাটো "বৈদেহী-বিয়োগ"ত আৰু বিৰাট ৰজাৰ কাষত ছদ্মবেশে পঞ্চপাণ্ডৱে বাস কৰা ঘটনাংশ "প্ৰচ্ছন্ন পাণ্ডৱ" নাটকৰ কাহিনীৰূপে সুমুৱা হৈছে। দৈত্যৰাজ বলি বামনৰ ছলনাত বান্ধ খোৱা ঘটনা 'বলিছলনৰ'ৰ বিষয়বস্তু। "প্ৰচ্ছন্ন পাণ্ডৱ"ত আধুনিক যুগৰ সমস্যা আৰু আওভাও কিছুমান চৰিত্ৰৰ মাজেদি ফুটাই তুলিছে। ইয়েই নাটকখনত পৌৰাণিক-

---

১২. ক.ক. পাণ্ডুলি

বাতাবৰণ-সৃষ্টিত বাধা জন্মাইছে। এই নাটকত পুৰণি আৰু আধুনিক নাট্যকলাৰ সমন্বয় স্থাপন কৰা দেখা যায়। "কুকুৰীকণাৰ আঠমঙ্গলা" (১৯১৭) আৰু "বিয়া বিপৰ্য্যয়" (১৯২৪), এই দুখন মহন্তৰ প্ৰসিদ্ধ হাস্যৰসাত্মক- সামাজিক-নাটক। বিংশ-শতিকাৰ আদিভাগত এই দুখন খুহুতীয়া নাটকে অসমৰ ৰঙ্গমঞ্চসমূহত বিশেষ-সমাদৰ লাভ কৰিছিল। উক্ত পৌৰাণিক-নাটক কেইখনতকৈ হাস্যৰসাত্মক নাটক ৰচনাতহে মিত্ৰদেৱ মহন্ত অধিক খ্যাতিমান। এই দুখন সৰবৰহী খুহুতীয়া নাটৰ বাহিওে "নিবোকা ৰজা", "অচিন কাঠৰ ঠোৰা", "চৰণ ধূলি", "টেঙৰ ভেঙৰ", "টেঙৰী আইতা" আদি ভালেমান হাস্যৰসাত্মক নাট মহন্তই লিখিছে। "ৰাংঢালী" আৰু "গীতি শতদল"ৰ মাজত মিত্ৰদেৱ মহন্তৰ-কৱি পৰিচয় পোৱা যায়। তেওঁ সমাজৰ দোষ-ত্ৰুটি দেখুৱাই আৰু ব্যঙ্গ্যভাৱ-প্ৰকাশ কৰি ৰচিছে কিছুমান কৱিতা, আৰু আন কিছুমান কৱিতা ৰচিছে উপদেশমূলক ভাবৰ আধাৰত। "মৌ-মহাভাৰত" (১৯২৫) আৰু "ধ্ৰুৱ" (১৯২৪) তেওঁৰ শিশু-সাহিত্যৰ অন্তৰ্ভুক্ত ৰচনা। "চন্দ্ৰহাৰ" (১৯২০), (১৯২০) আৰু "মোহনভোগ" (১৯২৪), মহন্তৰ এই দুখন পুথি শিশু-সাহিত্যৰ অন্তৰ্গত।

*সাহিত্যিক অৱগান*

## কমলানন্দ ভট্টাচাৰ্য্য (১৮৯৪-১৯৫১)

১৮৯৪ খৃঃত জন্মগ্ৰহণ কৰা কমলানন্দ ভট্টাচাৰ্য্যই ক্ৰমে নগাও, গুৱাহাটী আৰু কলিকতাত শিক্ষালাভ কৰে। আৰ্থিক-সঙ্কটৰ হেঁচাত তেওঁ বি এ পাছ নকৰাকৈয়ে আনুষ্ঠানিক শিক্ষা শেষ কৰিব লগীয়া হয়। প্ৰথমতে কিছুকাল তেওঁ শিক্ষকতা কৰে। ১৯২১ চনৰ অসহযোগ-আন্দোলনত উদ্বেলিত হৈ বহুতৰ নিচিনা তেৰোঁ জীৱন-যাত্ৰাৰ পথত বাধাগ্ৰস্ত হৈছিল, স্কুলৰ চাকৰিও এৰিবলগীয়া হৈছিল। শেষত পি-এল পাছ কৰি জীৱিকাৰ কাৰণে নগাওৰ কাছাৰিত ওকালতি কৰিবলৈ ধৰে।

আমাৰ সাহিত্যৰ ইতিহাসত কমলানন্দ ভট্টাচাৰ্য্যৰ নাম ৰাখিছে তেওঁৰ চাৰিখন প্ৰকাশিত নাটকে— নগাকোঁৱৰ (১৯৩৬), অৱসান (১৯৩৬), চিত্ৰাঙ্গদা (১৯৫৬) আৰু সাবিত্ৰী (১৯৫৬)। ইয়াৰ প্ৰথম নাটকখন বুৰঞ্জীমূলক, বাকী তিনিখন পৌৰাণিক। 'নগাকোঁৱৰ' পাঁচ অঙ্কত ৰচিত দীঘলীয়া নাটক। আহোম স্বৰ্গদেউ চুপিম্‌ফাই তেওঁৰ এজনী গৰ্ভৱতী কুঁৱৰীক ভুলকাৰণবশতঃ এজন নগালৈ এৰি দিছিল। নগাচাওত সেই কুৱৰীৰ গৰ্ভৰ পৰা ওপজা পুত্ৰৰ নাম হয় কনচেং। চুপিম্‌ফাৰ পৰৱৰ্ত্তী ৰজা চুহুংমুঙে প্ৰসঙ্গক্ৰমে কন্‌চেঙক চিনি পায় আৰু তেওঁক বৰপাত্ৰগোহাঞিৰ পদ দি ৰাজসভাত ৰাখে। অসম-বুৰঞ্জীৰ এই বিখ্যাত ঘটনাংশ কমলাকান্ত ভট্টাচাৰ্য্যই "নগা-কোঁৱৰ"ৰ বিষয়ীভূত কৰিছে। নাট্যকাৰে কনচেং চৰিত্ৰত কিছুমান বিশেষত্ব আৰোপ কৰি সেই চৰিত্ৰটো অধিক উজ্জ্বল কৰি তুলিছে। কনচেং নাটকখনৰ নায়ক। বহুত ৰোমহৰ্ষক-

*নাটক*

ঘটনাৰ সমাবেশ আৰু ইয়াৰ কাব্যিক-ভাষাই নাটকখনৰ আকৰ্ষণ বঢ়াইছে। জৰা নামৰ ব্যাধৰ হাতত শ্ৰীকৃষ্ণই ইহলীলা সম্বৰণ কৰা ঘটনাটোৰ অৱলম্বনত "অৱসান" নাটক ৰচিত। নাটকখনকৰুণ ৰসাত্মক। চিত্ৰাঙ্গদাৰ লগত অৰ্জ্জুনৰ মিলন, বব্ৰুৱাহনৰ জন্ম, বব্ৰুৱাহনৰ হাতত অৰ্জ্জুনৰ চৈতন্যৰহিত অৱস্থা, অৰ্জ্জুনৰ পুনঃ সংজ্ঞালাভ— মহাভাৰতৰ আশ্বমেধিক-পৰ্বৰ অন্তৰ্গত এই ঘটনাখিনি কমলানন্দ ভট্টাচাৰ্য্যই "চিত্ৰাঙ্গদা"'ত ৰূপায়িত কৰিছে। "সাৱিত্ৰী" সৰু নাটক— ই ছয়টা দৃশ্যতে সমাপ্ত। মহাভাৰতীয-সাৱিত্ৰী-সত্যৱানৰ আখ্যানটো এই নাটকৰ বিষযবস্তু। অমিত্ৰাক্ষৰ ছন্দৰ প্ৰয়োগ আৰু আন কাব্যিক বিশেষত্বৰ সমাবেশে পোৰাণিক তিনিখন নাটকতে কাব্যিক-মৰ্য্যাদা দান কৰিছে। কমলানন্দ ভট্টাচাৰ্য্য কৱিও, "বাউলী" নামৰ কাব্য ৰচনা কৰি তেওঁ "বাউলী কৱি" ৰূপে খ্যাত হৈছে।

## নকুলচন্দ্ৰ ভূএগা (১৮৯৫-১৯৬৮)

শিৱসাগৰৰ চাৰিঙত নকুলচন্দ্ৰ ভূএগাৰ জন্ম হয। তেওঁৰ পিতৃৰ নাম গোপালচন্দ্ৰ ভূএগা। ১৯১৬ চনত তেওঁ প্ৰৱেশিকা-পৰীক্ষা পাছ কৰি বিব্ৰুগডত লাইব্ৰেৰীয়ান হিচাপে কৰ্ম-জীৱন আৰম্ভ কৰে। ইয়াৰ পাছত কিছুদিন তেওঁ ৰেলওৱে বিভাগত কাম কৰি কলিকতালৈ যায়, আৰু তাত টাইপৰাইটিং, ছৰ্টহেণ্ডৰাইটিং আৰু বুক্‌কিপিঙৰ প্ৰশিক্ষণ লৈ আহি পুনঃ আগৰ কেৰাণীৰ কামতে ভৰ্ত্তি হয। পাছত সেই কাম এৰি চাহ্ বাগিচাৰ ক্ৰমে সহকাৰী মেনেজাৰ আৰু মেনেজাৰৰ কাম কৰে। ১৮৫৪ চনত তেওঁ চাকৰিৰ পৰা অৱসৰ গ্ৰহণ কৰে।

*পৰিচয়*

নকুলচন্দ্ৰ ভূএগাই জীৱিকাৰ কাৰণে এটা নীৰস কৰ্ম্ম-প্ৰৱাহৰ মাজেদি যদিও যাব-লগীয়া হৈছিল, তথাপি তাৰ মাজেদিও তেওঁ সাহিত্য সংস্কৃতিৰ সাধনত ব্ৰতী হৈ আছিল। সেই সাধনৰ স্বীকৃতি স্বৰূপে ১৯৬৬-৬৭ চনৰ অসম-সাহিত্য-সভাৰ সভাপতিৰ পদত তেওঁক সাহিত্যিক-সমাজে বহুৱাইছিল। সাহিত্যৰ-একাধিক দিশত ভূএগাৰ কৃতি প্ৰসাৰিত। তেওঁ বুৰঞ্জী-লেখক, গল্পকাৰ, জীৱন বৃত্তৰ ৰচক লোক- গীতৰ সংগ্ৰাহক আৰু নাট্যকাৰ। 'বাৰ ভূএগাৰ বুৰঞ্জী' (১৯১৬) তেওঁৰ ঐতিহাসিক তথ্যপ্ৰকাশক ৰচনা, আৰু 'চোৰাং চোৱাৰ চ'ৰা' (১৯১৮), "জোনোবালী' (১৯৩৩) আৰু 'গল্পৰ শৰাই' (১৯৬২) গল্প-সম্ভাৰ। 'ৰাধাকান্ত সন্দিকৈ ডাঙৰীয়া' (১৯৬১) তেওঁৰ জীৱনী-গ্ৰন্থ আৰু 'বহাগী' (১৯২৩) ভালেমান বিহুগীতৰ সংগ্ৰহ। নকুল চন্দ্ৰ ভূঞাৰ প্ৰকাশিত নাটক ছয়খন— জেৰেঙাৰ সতী (১৯২৪) বদন বৰফুকন (১৯২৭) চন্দ্ৰকান্ত সিংহ (১৯৩১), বিদ্ৰোহী মাৰাণ, (১৯৩৮), নুমলী কুঁৱৰী (১৯৬৩) আৰু স্বয়ম্বৰা (নল দময়ন্তী)। উক্ত ধৰণৰ বিভিন্ন-দিশত অৱদান থাকিলেও ভূএগাৰ স্মৰণীয় কৃতি গল্পৰ দিশত, আৰু তাতোকৈ বিশেষ স্মৰণীয়-কৃতি নাটকৰ দিশত। তেওঁ

*সাহিত্যিক অৱদান*

গল্পবোৰ লিখিছিল "চেতনা", "বাঁহী" আৰু "আৱাহন"ত। বিশেষকৈ গাঁৱলীয়া জীৱনৰ ৰূপ-ৰেখাৰ আভাস তেওঁৰ গল্পবোৰত লক্ষণীয়, কিন্তু কলা-কৌশলৰ ফালৰ পৰা তাত বিশেষত্ব লক্ষ্য কৰা নাযায়। নকুলচন্দ্ৰ ভূঞাৰ উক্ত ছয়খন নাটকৰ ভিতৰত প্ৰথম পাঁচখন বুৰঞ্জীমূলক আৰু ষষ্ঠখন পৌৰাণিক। মৰাণ-মোৱামৰীয়াৰ বিদ্ৰোহৰ পৰা চন্দ্ৰকান্ত সিংহৰ দিনলৈকে, অৰ্থাৎ আহোম-ৰাজত্বৰ বিলুপ্তিলৈকে "বেলিমাৰৰ বুৰঞ্জী"ৰ ঘটনাবোৰ প্ৰযোজনসাপেক্ষে তেওঁ পৃথক্ পৃথক্কৈ লৈ "বিদ্ৰোহ-মৰাণ", "বদন বৰফুকন" আৰু "চন্দ্ৰকান্ত সিংহ"ৰ কাহিনী- সৃষ্টি কৰিছে। প্ৰয়োজন অনুসৰি কাল্পনিক চৰিত্ৰৰ সংযোগ আৰু কোনো কোনো ঠাইত ঐতিহাসিক-ঘটনাৰো সামান্য ভাবে অগাপিছু কৰিছে। তথাপি বুৰঞ্জীৰ ঘটনাৰ স্বৰূপ নাটকৰ মাজত তেওঁ নষ্ট হবলৈ দিয়া নাই। অৱশ্যে ঐতিহাসিক-বাতাবৰণ সৃষ্টিত নাট্যকাৰ ঠিকমতে কৃতকাৰ্য্য হৈছে বুলি কব নোৱাৰি। কাহিনী-সৃষ্টি, চৰিত্ৰ-সৃষ্টি আদিৰ ফালৰ পৰা "চন্দ্ৰকান্ত সিংহ" ভূঞাৰ নাটক কেইখনৰ ভিতৰত শ্ৰেষ্ঠ। এটা বিশেষ কথা এই যে, চন্দ্ৰকান্তৰ বন্দীত্বৰ আগমুহূৰ্ত্তত যুদ্ধক্ষেত্ৰৰ বিভীষিকাৰ মাজত দৰ্শকৰ দৃষ্টি আকৰ্ষণ কৰি থকা চক্ৰধৰ-ৰহিলা আৰু জম্মি-লীলাৰ প্ৰণয়াত্মক চিত্ৰ দুটাৰ পৰিণতি যি ধৰণে দেখুৱাইছে, তাৰ মাজত ভূঞাৰ নাট্যকাহিনী কলাত নিপুণতা বিশেষৰূপে পৰিলক্ষিত। "জেৰেঙাৰ সতী" পূৰ্ণ নাটক নহয়, ল'ৰাৰজাৰ অত্যাচাৰ প্ৰকাশক নাটকীয় দৃশ্যবিশেষ। কনচেং বৰপাত্ৰগোহাঞিক নায়কৰূপে আৰু নুমলীক নাযকি ৰূপে অঙ্কন কৰি বুৰঞ্জীৰ বাতাবৰণৰ মাজত "নুমলীয়া কুঁৱৰী" ৰচিত। ভূঞাৰ "স্বযম্বৰা" নাটকত মহাভাৰতীয় নল দময়ন্তীৰ আখ্যান ৰূপাযিত হৈছে।

## ড° সূৰ্য্যকুমাৰ ভূঞা (১৮৯৪-১৯৬৪)

সূৰ্য্যকুমাৰ ভূঞা খৃষ্টীয় ১৯৯৪ শকত নগাওত ওপজে। তেওঁৰ পিতৃৰ নাম ৰবিলাল ভূঞা। তেওঁ প্ৰথমতে নগাওৰ মধ্য অসমীয়া স্কুলত পঢ়ে, পাছত ছিলং চৰকাৰী স্কুলত গৈ পঢে আৰু তাৰ পৰা ১৯০৯ চনত প্ৰবেশিকা-পৰীক্ষা পাছ কৰি কটন-কলেজত অধ্যয়ন আৰম্ভ কৰে। তাৰ পৰা ১৯১১ খৃঃত আই-এ-পাছ কৰি তেওঁ কলিকতালৈ যায়, তাত অধ্যয়ন কৰি কলিকতা-বিশ্ববিদ্যালয়ৰ পৰা ১৯১৩ চনত বি এ আৰু ১৯১৬ চনত ইংৰাজী বিষয়ত এম এ সুখ্যাতিৰে পাছ কৰে। ১৯২৪ খৃঃত ভূঞাই বি এল্ পৰীক্ষাতো উত্তীৰ্ণ হয়। পাছত "Anglo Assamese Relation" নামৰ গৱেষণা মূলক-গ্ৰন্থ ৰচনা কৰি ১৯৩৮ চনত লণ্ডন বিশ্ববিদ্যালয়ৰ পৰা পি এইচ ডি উপাধি লাভ কৰে, আৰু ১৯৫১ খৃঃত সেই বিশ্ববিদ্যালয়ৰে পৰা ডি লিট ডিগ্ৰীও পায়। সূৰ্য্যকুমাৰ ভূঞাই কটন-কলেজত ইংৰাজী ভাষা-সাহিত্যৰ অধ্যাপক ৰূপে কৰ্ম্ম-জীৱন

*পৰিচয়*

আৰম্ভ কৰি বহুকাল তাত অধ্যাপনা কৰে। পাছত ক্ৰমে স্কুল-ইন্সপেক্টৰ, কটন কলেজৰ অধ্যক্ষ আৰু অসমৰ শিক্ষাধিকাৰ-পদত কাৰ্য্যনিৰ্বাহ কৰে। যথাসময়ত শেষৰ পদটোৰ পৰা তেওঁ অৱসৰ গ্ৰহণ কৰে। অৱসৰৰ পাছত ভূঞাই গুৱাহাটী-বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্যৰ পদো অলঙ্কৃত কৰে।

সাহিত্য-সংস্কৃতিৰ নিৰৱচ্ছিন্ন প্ৰৱাহে সূৰ্য্যকুমাৰ ভূঞাৰ কৰ্ম্ম-জীৱন গতিশীল কৰি ৰাখিছিল। সাহিত্য-চৰ্চ্চা, বুৰঞ্জী-প্ৰীতি- তাৰ অনুসন্ধান আৰু গ্ৰন্থ-প্ৰকাশ আদি বিষয়ত থকা জীৱনব্যাপক-সাধনা ভূঞাৰ জীৱন-প্ৰৱাহৰ অন্যতম প্ৰধান-বিশেষত্ব। অসমৰ "বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগ"ৰ অন্যতম প্ৰতিষ্ঠাপক হোৱাৰ উপৰিও তেওঁ তাৰ "অনাৰেৰী ডিৰেক্টৰ" ৰূপেও কাৰ্য্যনিৰ্বাহ কৰিছিল। অসমৰ বহুত ঐতিহ্য তেওঁ উদঘাটন কৰাৰ উপৰিও ভৱিষ্যতলৈও ইয়াৰ পথ মুকলি কৰি তুলিছে। অসমৰ বাহিৰত ভূঞাই সৰ্ব-ভাৰতীয় বুৰঞ্জী-সন্মেলনতো সভাপতিত্ব কৰি অসমৰ গৌৰৱময় ঐতিহ্যৰ চিত্ৰ-পট পণ্ডিত সমাজৰ আগত মোকোলাই দিছে। অসম-সাহিত্য-সভাৰ সভাপতিৰ আসনত বহিও বৰেণ্য সাহিত্যিক-ৰূপে তেওঁ স্বীকৃতি লভিছে। পুৰণি সাহিত্যৰ সম্পাদক আৰু প্ৰকাশক আৰু নতুন সাহিত্যৰো স্ৰষ্টাৰূপে সূৰ্য্যকুমাৰ ভূঞাৰ প্ৰতিভাৰ স্ফুৰণ কেইবাটা দিশত উজ্জ্বল। তেওঁ কবি, জীৱনীকাৰ, গল্পলেখক, ঐতিহাসিক বিষয়ৰ গদ্যকাৰ আৰু বুৰঞ্জীৰ সম্পাদক। গৱেষণামূলক বহুত তথ্য ভূঞাই ইংৰাজী ভাষাতো লিখিছে। সাহিত্যিক-জগতত প্ৰসাৰিত ভূঞাৰ গ্ৰন্থসমূহ হৈছে— "নিৰ্মালি" (১৯১৮), এইখন কৱিতা সঙ্কলন,

*বিবিধ দিশত অৱদান*

"গোপাল কৃষ্ণ গোখেল" (১৯১৬), "ৰবীন্দ্ৰ নাথ ঠাকুৰ" (১৯২০), "আনন্দ ৰাম বৰুৱা" (১৯২০), "জোনাকী" (১৯২৮), "চানেকী" (১৮২৮) আৰু "অসম জীয়ৰী" (১৯৩৫)— এই কেইখন জীৱনী পুথি; "পঞ্চমী' (১৯২৭)- একমাত্ৰ গল্পৰ পুথি; "কোঁৱৰ বিদ্ৰোহ" (১৯৪৮), "বুৰঞ্জীৰ বাণী" (১৮৫১), "ৰমণী গাভৰু" (১৯৫১) "মিৰজুমালাৰ অসম-আক্ৰমণ" (১৯৫৬), "ৰাজেশ্বৰ সিংহ" (১৯৭৪), "লাচিত বৰফুকন" আৰু "বুৰঞ্জীমূলক প্ৰবন্ধাৱলীৰ তালিকা" (১৯৫৫)— এইবোৰ ঐতিহাসিক তথ্য বিবৃত গদ্যৰচনা। সূৰ্য্যকুমাৰ ভূঞাই সম্পাদন কৰা আৰু প্ৰকাশ হৈ ওলোৱা বুৰঞ্জীসমূহৰ ভিতৰত পাৎশ্বাহ বুৰঞ্জী, অসম-বুৰঞ্জী, দেওধাই অসম বুৰঞ্জী, ত্ৰিপুৰা-বুৰঞ্জী, কছাৰী বুৰঞ্জী, তুংখুঙ্গীয়া বুৰঞ্জী, সাতসৰী অসম বুৰঞ্জী আদিবোৰ উল্লেখনীয়। ডক্টৰেট ডিগ্ৰী লাভ কৰা "Anglo Assamese Relation"ৰ (১৯৫১) উপৰিও ঐতিহাসিক তথ্য বহুল গ্ৰন্থ "Atan Buragohain and his times" (১৯৫৬), "Lachit Barphukan and his times" (১৯৪৭), An Assamese Nur-Jahan" (১৯২৬) আৰু বিভিন্ন ধৰণৰ প্ৰবন্ধৰ সঙ্কলন "Studies in the hiterature of Assam"— এইবোৰ ভূঞাৰ ইংৰাজীত লিখা প্ৰসিদ্ধ গ্ৰন্থ।

"নির্মালি"ৰ অন্তৰ্ভুক্ত কৱিতাসমূহ সূৰ্য্যকুমাৰ ভূঞাৰ জীৱনৰ আদিভাগৰ কাব্যিক-প্ৰতিভাৰ কলাত্মক-স্ফুৰণৰ নিদৰ্শন। স্বদেশ-প্ৰীতি আদি বিভিন্ন ভাৱৰ কবিতাবোৰৰ ভিতৰত 'আপোন সুৰ' ভূঞাৰ সৰ্বোৎকৃষ্ট সৃষ্টি। জীৱনৰ ঘটনবোৰ যিকোনো ধৰণে সংযোজন কৰিলেই সাহিত্যিক দৃষ্টিত জীৱনী-গ্ৰন্থ নহয়, লেখকে নিজৰ অৰ্ন্তদৃষ্টি আৰু সহানুভূতিৰ মাজেদি ব্যক্তিবিশেষৰ জীৱনৰ ভাল-বেয়া সকলোকে শৈল্পিক-ৰীতিৰ মাজেদি সত্যবিলোপ নোহোৱাকৈ প্ৰকাশ কৰিব লাগে। এনেকুৱা বৈজ্ঞানিক-ধৰণে জীৱনবৃত্ত ৰচনাৰ আৰ্হি ভূঞাই জীৱনী-গ্ৰন্থ কেইখনৰ মাজেদি দেখুৱাইছে। গোটেই কেইখন জীৱনী-গ্ৰন্থতকৈ "আনন্দ ৰাম বৰুৱা" উক্ত দৃষ্টিকোণৰ পৰা শ্ৰেষ্ঠ। সূৰ্য্যকুমাৰ ভূঞাৰ পাঁচটা গল্পৰ সঙ্কলন "পঞ্চমী"। প্ৰেম-প্ৰীতি, হিংসা-দ্বেষ আদি প্ৰবৃত্তিযে মানুহক কেনেকৈ চলাই নিয়ে তাৰ চিত্ৰণ গল্পকেইটাৰ মাজত পৰিলক্ষিত হয়। ভূঞাৰ জীৱনৰ শেষৰ ফালে সাহিত্যৰ আলোচনামূলক এখন পুথিও ছপা হৈ ওলাইছ— নাম "ত্ৰিপদী" (১৯৬০)। ই তিনিটা প্ৰৱন্ধৰ সমষ্টি। ভূঞা এগৰাকী পুৰণি পুথিৰ নিপুণ সম্পাদক, বুৰঞ্জীবোৰ উপযুক্ত ভূমিকাৰ সৈতে বৈজ্ঞানিক-ভেটিত সম্পাদন কৰি সেই দিশৰ বাট তেওঁ প্ৰশস্ত কৰি তুলিছে। তাৰ উপৰিও অনুসন্ধানমূলক দীঘলীয়া ভূমিকাৰ সৈতে "বদন বৰফুকনৰ গীত" সম্পাদন কৰি (১৯২৪) তাত বেলাডৰ বিশেষত্বৰ সৈতে বহুত ঐতিহাসিক প্ৰাসঙ্গিক তথ্য প্ৰকাশ কৰিছে। তেওঁৰ সম্পাদিত "হৰিহৰ আতা" নামৰ পুথিখনিয়ে বৈষ্ণৱ-সন্ত-মহন্ত সকলৰ প্ৰতি তেওঁৰ অনুৰাগ প্ৰকাশ কৰিছে। সূৰ্য্যকুমাৰ ভূঞাৰ ইংৰাজীত লিখা গ্ৰন্থসমূহে অসমৰ বীৰত্বব্যঞ্জক গৌৰৱময় ইতিহাস সৰ্বভাৰতীয় পটভূমিত সুস্পষ্ট কৰি তুলিছে।

*কবিতা, গল্প জীৱনী আদি*

কৱিতা, গল্প আদি আন আন দিশত ড° সূৰ্য্যকুমাৰ ভূঞাৰ অৱদান নিশ্চিতভাৱেই মূল্যৱান আৰু অবিস্মৰণীয়। তাৰ মাজতো কিন্তু তেওঁৰ যি বুৰঞ্জী-প্ৰীতি আৰু তাৰ যোগেদি "কোঁৱৰ-বিদ্ৰোহ" আদি বুৰঞ্জীবিষয়ক যি কেইখন গদ্যপুথি ৰচনা কৰিছে, সেইকেইখনৰ মূল্য ইতিহাস আৰু সাহিত্য উভয় দিশৰ পৰা অতুলনীয়। নিজে ইংৰাজী সাহিত্যৰ পণ্ডিত হৈ, সেই সাহিত্যৰ অধ্যয়ন-অধ্যাপনাৰ মজাত থাকিও যে জীৱনভৰি অসম-বুৰঞ্জী-সমুদ্ৰত বুৰ মাৰি তাৰ পৰা মণি-মুক্তাবোৰ বাহিৰ কৰিছে, আৰু নিজে তাক ঘঁহি-মাজি চিকচিকীয়া কৰি ভাষা-জননীৰ সৌন্দৰ্য-প্ৰসাধনত যোগান ধৰিছে, ই ভূঞাৰ দেশ-মাতৃৰ প্ৰতি শ্ৰদ্ধা, ভক্তি আৰু অনুৰাগৰ পৰিচয়। ড° ভূঞা অসম বুৰঞ্জীৰো এগৰাকী বিদগ্ধ-পণ্ডিত। বুৰঞ্জীৰ তথ্য আৰু সমস্যাবোৰ তেওঁ হজম কৰি লৈছে, আৰু সেয়েহে নিজা ৰূপত সহজ-সৰল-ভাষাত সেইবোৰ গ্ৰন্থৰাজিৰ মাজত প্ৰকাশ কৰিব পাৰিছে। অসমৰ ঐতিহ্য আৰু বুৰঞ্জীৰ তথ্যসমূহৰ প্ৰতি তেওঁৰ যি অনুৰাগ, সেই অনুৰাগ তেওঁৰ ভাষা আৰু প্ৰকাশ-ৰীতিত ৰঞ্জিত হোৱা দেখা যায়। এনে কাৰণতে বুৰঞ্জীৰ খণ্ড- বাক্য, বাক্যাংশ বা তাৰ

*ভূঞাৰ বুৰঞ্জী গদ্য*

অংশ বিশেষে স্বাভাৱিকতে ভূঞাৰ গদ্যৰীতিলৈ বিশেষত্ব আনিছে। বুৰঞ্জীৰ বিষয়বস্তু বৈষয়িক, বস্তুধৰ্মী, কিন্তু এই বিষয়বস্তুপ্ৰকাশক উক্ত গদ্যগ্ৰন্থকেইখনৰ প্ৰকাশৰীতিৰ মাজত ভূঞাৰ অনুৰাগ আৰু অনুভূতি বিশেষ ভাবে ৰঞ্জিত হৈ উঠিছে। সেযেহে, তেওঁৰ ৰচনাৱলী বিষয়বস্তুৰ ফালৰ পৰা বুৰঞ্জীৰ লেখীয়া, কিন্তু ভাষিক- ৰূপায়ণৰ ফালৰ পৰা মনোধৰ্মিতা (Subjectivity) গুণত সাহিত্য। এই ধৰণৰ বিশেষত্বপূৰ্ণ হোৱা কাৰণে ভূঞাৰ ঐতিহাসিক-গদ্যৰচনাসমূহ আমাৰ গদ্যসাহিত্যৰ উজ্জ্বল চানেকি।

## বেণুধৰ শৰ্মা (১৮৯৪-১৯৮১)

*পৰিচয়*

খৃষ্টীয় ১৮৯৪ শকত বেণুধৰ শৰ্মা চাৰিঙত ওপজে। তেওঁৰ পিতৃৰ নাম চিদ্বেশ্বৰ শৰ্মা। ১৯১৫ চনত শিৱসাগৰৰ পৰা তেওঁ প্ৰৱেশিকা-পৰীক্ষা পাছ কৰে আৰু উচ্চ শিক্ষাৰ কাৰণে কলিকতালৈ যায়। অসহযোগ আন্দোলনৰ ঢৌৰ মাজত পৰা কাৰণে তেওঁ বি-এ পৰীক্ষা দিব নোৱাৰিলে, পাছত ১৯২১ খৃঃত অৱশ্যে এলাহাবাদ নেচলেন কলেজৰ পৰা তেওঁ বি-এ ডিপ্লমা পায়। কৰ্ম-জীৱনত বেণুধৰ শৰ্মাই প্ৰথমতে যোৰহাট বেজবৰুৱা স্কুলত শিক্ষকৰূপে সোমায। তাত কিন্তু বেছি দিন নাথাকি পাছৰ ফালে জীৱিকাৰ কাৰণে আন আন কিছুমান কামো কৰে।

অসমৰ ঐতিহাসিক-তথ্যৰ অনুসন্ধান, আৱিষ্কাৰ আৰু তাৰ প্ৰকাশকাৰ্য্যত ড° সূৰ্য্যকুমাৰ ভূঞাৰ নিচিনা বেণুধৰ শৰ্মাৰ আছিল জীৱনজোৰা সাধনা। সেই সাধনালব্ধ তথ্যসমূহৰ যি ভাষিক-ৰূপায়ণ আমাৰ সাহিত্যলৈ আগবঢ়াইছে, সেইবোৰে শৰ্মাক সাহিত্যৰ ইতিহাসত এক বিশেষ শ্ৰেণীৰ গদ্যলেখক আৰু ষ্টাইলিষ্ট ৰূপে পৰিগণিত কৰিছে। সেইবুলি অকল ইতিহাসৰ নীৰস-তথ্যক সাহিত্যৰ মাজেদি প্ৰকাশ কৰাতেই নহয়, শিশু-সাহিত্য আৰু জীৱনী-সাহিত্যৰ লেখক হিচাপেও শৰ্মাৰ নাম উল্লেখনীয়। "ৰবিনচন

*বিবিধ অৱদান*

ক্ৰুচু" (১৯১৮) আৰু "ৰাংপাতা" (১৯৪৩)— তেওঁৰ এই দুখন পুথি শিশু-সাহিত্যৰ অন্তৰ্গত। "জৱাহৰলালৰ জীৱনী' (১৯৩৫), 'আব্দুল গফুৰ খানৰ জীৱন' (১৯৪৩), 'গঙ্গাগোবিন্দ ফুকন' (১৯৫১), 'মণিৰাম দেৱান' (১৯৫১) আৰু 'গোবিন্দ বেজবৰুৱা' — এইবোৰ তেওঁৰ জীৱনী বিষয়ক ৰচনা। 'দূৰবীণ' (১৯৫১), 'কংগ্ৰেছৰ কাচিয়লি ৰ'দত' (১৯৫৯), 'অৰ্ঘ্যাৱলী' (১৯৬৭), 'সাতাৱন ছাল' (১৯২৭), এইকেইখন গদ্যগ্ৰন্থ বুৰঞ্জীৰ বিষয়বস্তুৰ ওপৰত আধাৰিত। এইবোৰৰ উপৰিও, 'দক্ষিণপাট সত্ৰৰ ইতিহাস' আৰু 'হেমচন্দ্ৰ গোস্বামীৰ ৰচনাৱলী' (সম্পাদিত) ও শৰ্মাৰ উল্লেখযোগ্য কৃতি। উক্ত গ্ৰন্থবোৰৰ বাহিৰেও তেওঁৰ আৰু কিছুমান প্ৰবন্ধ সিচৰতি হৈ আছে। ১৯৫৬ চনত বেণুধৰ শৰ্মাই অসম-সাহিত্য-সভাৰ ধুবুৰী অধিবেশনত সভাপতিত্বও কৰে। জীৱনী গ্ৰন্থকেইখনৰ ভিতৰত 'মনিৰাম দেৱান' তেওঁৰ বিশেষ সৃষ্টি। বিষয়বস্তুৰ ৰূপায়ণ আৰু

ভাষাৰ সৰলতা, উভয় দিশৰ বিশেষত্ব ইয়াৰ মাজত পৰিলক্ষিত। লেখকে এই গ্ৰন্থত মণিৰামৰ দেশপ্ৰেম আৰু ব্যক্তিত্ব উজ্জ্বল কৰি তোলাৰ উপৰিও সমসাময়িক যুগচিত্ৰও পৰিষ্কাৰ কৰি তুলিছে। 'কংগ্ৰেছৰ কাচিয়লি ৰ'দত' গ্ৰন্থখন শ্ৰেষ্ঠ ৰচনা ৰূপে পৰিগণিত হোৱা কাৰণে তাৰ বাবে শৰ্মাই ১৯৬০ চনৰ সাহিত্য-একাডেমীৰ পুৰস্কাৰ পায়। স্বাধীনতা-যুদ্ধৰ পৰিপ্ৰেক্ষিতত অসমীয়া- সমাজ আৰু অসমৰ গ্ৰাম্যবাসীৰ মানসিকতা আৰু কাৰ্য্যৰ চিত্ৰবৎ বৰ্ণনা এই গ্ৰন্থখনৰ প্ৰধান বিশেষত্ব।

এগৰাকী কৃতী গদ্যকাৰ ৰূপে বেণুধৰ শৰ্মা 'কংগ্ৰেছৰ কাঁচিয়লি ৰ'দ' আৰু 'মণিৰাম দেৱান' আদি জীৱনী গ্ৰন্থবোৰৰ মাজেদি সুপৰিচিত হোৱাৰ উপৰিও 'দূৰবীণ', অৰ্ঘ্যাৱলী' আদি ঐতিহাসিক-প্ৰৱন্ধ-সঙ্কলনবোৰৰ যোগেদি তেওঁ বিশেষ ধৰণৰ গদ্য-শিল্পী আৰু সুকীয়া ষ্টাইলিষ্ট হিচাপে অধিক প্ৰসিদ্ধ। এই বিশেষত্ব লাভ কৰাৰ মূলতে দেখা যায় তেওঁৰ ঐতিহাসিক-জ্ঞান, দেশপ্ৰেম আৰু অতীত-প্ৰীতি। ইতিহাসৰ সূক্ষ্মাদপিসূক্ষ্ম কথাও তেওঁৰ কাপত ৰঞ্জিত নোহোৱাকৈ থকা নাই। তেওঁৰ ঐতিহাসিক তথ্যমূলক বৰ্ণনাবোৰ উকা নহয়, দেশপ্ৰেম আৰু অতীত-প্ৰীতিৰ ৰাগৰঞ্জিত। সেয়েহে, শৰ্মাৰ গদ্যৰচনা তথ্যভিত্তিক হোৱা সত্ত্বেও সেইবোৰে প্ৰৱন্ধ গদ্যৰ সীমাৰেখা পাৰ হৈ মনোধৰ্মিতা লাভ কৰিছে আৰু সাহিত্য-গদ্যৰ মৰ্য্যদা লভিছে।

*শৰ্মাৰ গদ্যৰীতি*

উল্লেখনীয় কথা— গদ্যৰচনাৰ ক্ষেত্ৰত বেণুধৰ শৰ্মা আৰু ড° সূৰ্য্যকুমাৰ ভূঞাৰ মাজত ভালেখিনি সাদৃশ্য পৰিলক্ষিত। দুয়োগৰাকীৰেই গদ্যৰ বিষয়বস্তু ঐতিহাসিক তথ্য, দুযোগৰাকীৰেই সেই গদ্য মনোধৰ্মিতাৰ গুণত সাহিত্য-গদ্যলৈ উন্নীত। ইংৰাজী সাহিত্যৰ অষ্টাদশ-শতিকাৰ এডোৱাৰ্ড গিবন (Edward Gibbon) আৰু ঊনবিংশ শতিকাৰ মেকলে (Macaulay), এই উভয় ঐতিহাসিক পণ্ডিতৰ ঐতিহাসিক-তথ্যমূলক-গদ্যৰচনা তেওঁলোকৰ আকৰ্ষণীয় উপস্থাপন-কৌশল আৰু উদ্দীপ্ত-ভাৱানুভূতিৰ সংস্পৰ্শই কৰি তুলিছিল সাহিত্য-গদ্য। আমাৰ শৰ্মা আৰু ড° ভূঞাও উক্ত ইংৰাজ লেখক দুগৰাকীৰ লগত এই ক্ষেত্ৰত তুলনীয়। এই দুয়ো গৰাকী অসমীয়া গদ্যলেখক সগোত্ৰীয় হলেও শৰ্মাৰ অধিকাংশ ৰচনাই বেছি ভাৱোদ্দীপক আৰু ওজস্বী। জতুৱা ঠাচ, ঘৰুৱা শব্দ, খণ্ড-বাক্য, ফকৰা-যোজনা, আপ্ত বচন, পটন্তৰ আদিবোৰৰ সঘন প্ৰয়োগে তেওঁৰ গদ্যৰীতিত এক বিশেষত্ব সুস্পষ্ট কৰি তুলিছে। আন হাতেদি, শৰ্মাৰ গদ্য-ৰচনাত সংস্কৃত-শব্দৰ প্ৰয়োগ কম, কিন্তু ভূঞাৰ ৰচনাত তেনে শব্দৰ প্ৰয়োগ একেবাৰে কম নহয়— প্ৰয়োজন-বিশেষে তেনে শব্দৰ প্ৰয়োগত তেওঁ সঙ্কোচন বোধ কৰা নাই।

## পদ্মধৰ চলিহা (১৮৯৫–১৯৬৯)

শিৱসাগৰৰ ফণীধৰ চলিহাৰ পুত্ৰ পদ্মধৰ চলিহা। এই চলিহা পৰিয়ালটো শিৱসাগৰৰ ঐতিহ্যপূৰ্ণ আৰু সংস্কৃতিসম্পন্ন পৰিয়ালৰ অন্যতম ফণীধৰ চলিহা নিজেও আছিল সেই

সময়ৰ সামাজিক আৰু ৰাজনৈতিক দিশৰ অগ্ৰগণ্য ব্যক্তি। এনেকুৱা পৰিয়ালত জন্ম গ্ৰহণ কৰি এটা সাংস্কৃতিক পৰিৱেশৰ মাজত ডাঙৰ-দীঘল হোৱা কাৰণে পদ্মধৰে স্বাভাৱিকতে নিজৰ সাংস্কৃতিক-প্ৰতিভাৰ বিকাশ সাধনৰ সুবিধা পায়। পদ্মধৰ চলিহাই ১৯০৮ খৃঃত প্ৰৱেশিকা-পৰীক্ষা পাছ কৰে। তাৰ পাছত ১৯১০ খৃঃত আই-এ ১৯১২ খৃঃত বি-এ আৰু ১৯১৬ খৃঃত এম-এ পাছ কৰে। পাছত ১৯২০ খৃঃত বি-এ্ ল্ পাছ কৰি চলিহাই প্ৰথমতে কিছুকাল ওকালতি কৰে, আৰু অলপ দিনৰ কাৰণে মুঞ্চিফৰ কামো কৰে। ১৯৪৭ খৃঃত তেওঁ শিৱসাগৰৰ কলেজৰ প্ৰতিষ্ঠাপক ৰূপে তাৰ অধ্যক্ষৰ পদত অধিষ্ঠিত হয, আৰু সেই পদতে চাকৰি-জীৱন-সমাপ্ত কৰে। ১৯২১ খৃঃৰ অসহযোগ- আন্দোলন আৰু ১৯৪২ খৃঃৰ জাতীয়-আন্দোলনতো তেওঁ সক্ৰিয- ভূমিকা গ্ৰহণ কৰে। অসম-সাহিত্য-সভাৰ সভাপতিৰ আসনতো তেওঁ এবাৰ অধিষ্ঠিত হৈছে।

*পৰিচয*

পদ্মধৰ চলিহাৰ প্ৰতিভাৰ কিৰণ কেইবাটাও দিশত বিকিৰিত—তেওঁ সাংৱাদিক, গীতিকাৰ, কবি আৰু নাট্যকাৰ। প্ৰায এবছৰ কাল (১৯২৮-২৯) সিংহদত্ত দেৱ অধিকাৰীৰ সহযোগত তেওঁ "অৰ্ঘ্য" নামৰ এখন পযেকীয়া আলোচনী সম্পাদন কৰে। আকৌ, পৰৱৰ্ত্তী এটা সময়ত (১৯৩১-৩৪) সাদিনীয়া অসমীযা কাকতখনৰো সম্পাদকৰ দাযিত্ব বহন কৰিছিল। প্ৰায় একে সময়তে তেওঁ "বাঁহী" আলোচনীৰো সহকাৰী সম্পাদকৰ দায়িত্বত থাকি সাহিত্য-সেৱা কৰিছিল। "ফুলনি" (১৯১৫), "স্বৰাজ-সঙ্গীত" (১৯২১), আৰু "গীতি লহৰী" (১৯২৩) —এই কেইখন পুথিযে গীতিকাৰ ৰূপে পদ্মধৰ চলিহাৰ পৰিচয দাঙি ধৰিছে। চলিহাৰ জীৱনৰ ব্যাপক-অভিজ্ঞতা আৰু অনুভূতিৰাশি গীত আৰু কৱিতাসমূহৰ মাজেদি প্ৰকাশ পাইছে। অতীত-গৌৰৱ, প্ৰকৃতি-সেৱা, স্বদেশ প্ৰেম, স্বাধীনতা সংগ্ৰামৰ বাণী আদি বিষযবোৰৰ আধাৰত চলিহাৰ গীত আৰু কবিতাবোৰ ৰচিত। গীতৰ পুথিকেইখনৰ ভিতৰত প্ৰথম প্ৰকাশিত "ফুলনি"ৰ বিশেষত্ব অধিক। ইয়াৰ অন্তৰ্ভুক্ত গীতৰূপী ফুলবোৰক ভগোৱা হৈছে পাঁচটা ভাগত— ভক্তিফুল, জাতিফুল, শোকফুল, প্ৰণয়ফুল আৰু ৰগৰ ফুল। গানৰ পুথিকেইখনৰ উপৰিও তেওঁৰ তিনিখন বিবিধ কবিতাৰ পুথি প্ৰকাশিত হৈছে, নাম— "শৰাই" (১৯২৮), "ৰংপুৰে কথা কয়" (১৯৫৬) আৰু "পদুমণি" (১৯৬৬)।

*অৱদান*

নিমন্ত্ৰণ (১৯১৭), কেনে মজা (১৯২৩), অমৰ লীলা (১৯২০) আৰু ৰংপুৰে কথা কয় (১৯৫৬)— এই চাৰিখন নাট্য ৰচনাই পদ্মধৰ চলিহাক নাট্যকাৰ ৰূপেও আমাৰ সাহিত্যৰ ইতিহাসত প্ৰতিষ্ঠা কৰিছে। "নিমন্ত্ৰণ" আৰু "কেনে মজা" ধেমেলীয়া নাট। ইয়াৰ প্ৰথমখনত চাৰিজন পণ্ডিতৰ পাণ্ডিত্যজনিত আনুভূতিক কাৰ্য্যৰ অবাস্তৱ-ফলশ্ৰুতিক অৱলম্বন কৰি গোটেইখন নাটককে প্ৰহসনৰ

*নাটক*

শাৰীত তোলা হৈছে। দ্বিতীয়খন এক অঙ্কীযা গীতি-নাট্য, কিন্তু ধেমেলীয়া-"অমৰ-লীলা" নাট্যকাৰৰ মৌলিক-ৰচনা নহয়— চেক্সপীয়েৰৰ "Romeo and Juliet" নাটকৰ ছাঁত ই ৰচিত। ইংৰাজ-নাট্যকাৰৰ নাটকৰ ছাঁত ৰচিত হলেও নাট্যকাৰে ইয়াক সকলো প্ৰকাৰে ভাৰতীয় সংস্কৃতিৰ ৰূপত ৰূপ দিবলৈ সক্ষম হৈছে। "ৰংপুৰে কথা কয়" প্ৰকৃতাৰ্থত পূৰ্ণ নাট্যৰচনা নহয়। সূত্ৰধাৰৰ সৈতে বৈষ্ণৱ কবিৰ আদৰ্শত সৃষ্টি কৰা একপ্ৰকাৰ সংলাপপূৰ্ণ ৰচনা, ইয়াৰ ভাষাও ছান্দস।

## কোহিৰাম দাস (১৮৮২-১৯৫৯)

বৰপেটা-জিলাৰ সৰ্থেবাৰীত জন্ম গ্ৰহণ কৰা কোহিৰাম দাসে ১৯০৩ খৃতে দৰ্শনত অনাৰ্ছ লৈ কলিকতা বিশ্ববিদ্যালয়ৰ পৰা বি-এ পাছ কৰে। মুক্তি যুজাৰু হিচাপে তেওঁৰ নাম বিশেষভাৱে খ্যাত হোৱাৰ উপৰিও সাহিত্যৰ দিশতো তেওঁৰ বৰঙণি উল্লেখনীয়। অসম-সাহিত্য-সভাৰ যোগেদি সম্পাদিত "চন্দ্ৰকান্ত অভিধান"ৰ সঙ্কলন-কাৰ্য্যত তেওঁ বহুলাংশ শব্দ সংগ্ৰহ কৰি দি বিশেষ সহায়তা কৰিছিল। "ভাৰতৰ ধৰ্ম-গুৰুসকল" আৰু "হজৰত মহম্মদৰ জীৱন চৰিত" নামৰ দুখন পুথিও তেওঁ ৰচনা কৰিছে। তেওঁৰ আত্ম জীৱনী এখনো প্ৰকাশ পাইছে। "চেতনা"-"বাঁহী", "জয়ন্তী", "পখিলা" আদি আলোচনীবোৰতো তেওঁৰ প্ৰবন্ধৰাজি প্ৰকাশিত হৈছে। ইয়াৰ উপৰিও তেওঁ সঙ্কলন কৰা এখন কামৰূপী-অভিধানো অপ্ৰকাশিত অৱস্থাত থকা বুলি শুনা যায়।

## হৰিনাৰায়ণ দত্তবৰুৱা (১৮৮৫-১৯৫৮)

নলবাৰীৰ ওচৰৰ কলাকুছি গাওঁত জন্ম গ্ৰহণ কৰা হৰিনাৰায়ণ দত্তবৰুৱাই নলবাৰীলৈ আহি তাত স্থায়িভাৱে বাস কৰে। প্ৰথমতে তেওঁ স্কুলৰ শিক্ষক হিচাপে কৰ্ম্ম-জীৱন আৰম্ভ কৰি লাহে লাহে সাহিত্য-সেৱাত মনোনিৱেশ কৰে। এই দিশত তেওঁ নিজে বহু ধৰণৰ সৰু-ডাঙৰ কিতাপ লিখাৰ উপৰিও পুৰণি-সাহিত্যৰ সংগ্ৰহ, যথাসম্ভৱ সম্পাদন আৰু সেইবোৰৰ মুদ্ৰিত-ৰূপায়ণ তেওঁৰ চিৰোজ্জ্বল কৃতি। তেওঁ নলবাৰীত "উমাপ্ৰেছ' স্থাপন কৰি তাতেই নিজৰ প্ৰচেষ্টা আৰু পৰ্য্যবেক্ষণত অধিকাংশ পুৰণি-সাহিত্য, বিশেষকৈ ৰামায়ণ, মহাভাৰত, ভাগৱত আদি বিবিধ পুৰাণৰ পদকে ধৰি বৈষ্ণৱ-যুগৰ সৰু-ডাঙৰ বহুত পুথি পাঠক সমাজত মোকোলাই দিছে। দত্তবৰুৱাৰ অৰ্থবহুল আৰু শ্ৰমসাপেক্ষ এই মহৎ কাৰ্য্য অসমীয়া সাহিত্য-সংস্কৃতিৰ পৰিমণ্ডল উদ্ভাসিত কৰি দিয়াৰ কাৰণে চিৰস্মৰণীয়। দত্তবৰুৱাই প্ৰকাশ কৰি দিয়া সম্পদবোৰৰ ওপৰত ভেটি কৰি এতিয়া অনুসন্ধিৎসুকসকলে অসমৰ সভ্যতা-সংস্কৃতিৰ সূক্ষ্ম-বিচাৰ আৰু মূল্য নিৰূপণত নমাৰ সুবিধা পাইছে। দত্ত বৰুৱাই সেই সময়ৰ শিক্ষা-জগতৰ প্ৰয়োজনৰ খাতিৰত শিশুৰ প্ৰাথমিক-শিক্ষাৰ কিতাপ, চেমনীয়া আৰু হাইস্কুলৰ ছাত্ৰৰ কাৰণেও সাহিত্য-সঙ্কলন

আৰু ভূগোল-বুৰঞ্জী আদি কিতাপ লিখিছে।

দত্তবৰুৱাই "চিত্ৰদৰ্শন" নামৰ এখন বৃহদাকাৰৰ উপন্যাস লিখি সৃষ্টিমূলক প্ৰতিভাৰো স্বাক্ষৰ ৰাখিছে। এই উপন্যাসখনৰ কাহিনীৰ মূল কথাবস্তু কাল্পনিক, বিখ্যাত শৰাইঘাটৰ যুদ্ধৰ বাতাবৰণৰ মাজত ঔপন্যাসিকে ইয়াক ৰূপ দিছে। কলাত্মক-দৃষ্টিকোণৰ ফালৰ পৰা ইয়াৰ কাহিনী-সৃষ্টিত দোষ-ত্ৰুটি নথকা নহয়। দত্তবৰুৱাই শেষৰ ফালে অশেষ পৰিশ্ৰম, অনুসন্ধান আৰু তথ্য-সংগ্ৰহ কৰি "কায়স্থ-জাতিৰ ইতিবৃত্ত" নামৰ যি প্ৰকাণ্ড গ্ৰন্থ প্ৰণয়ন কৰি প্ৰকাশ কৰিছে সিও তেওঁৰ অন্যতম স্মৰণীয় কীৰ্ত্তি। এই গ্ৰন্থই অনুসন্ধিৎসু লোকৰ অধিক অনুসন্ধানৰ পহ্ প্ৰশস্ত কৰি দিছে।

## চিন্তাহৰণ পাটগিৰি (১৮৯২-১৯৭৮)

চিন্তাহৰণ পাটগিৰিৰ জন্মস্থান বজালী অঞ্চলৰ বামাখাটা গাওঁ। পাছত সৰভোগলৈ গৈ তাত স্থায়িভাবে বাস কৰিবলৈ লয়। তেওঁ আমাৰ সাহিত্য-সংস্কৃতিলৈ যোগোৱা অৱদানৰ ভিতৰত "প্ৰাচীন বৰনগৰৰ কথা" বিশেষভাবে উল্লেখনীয়। ইয়াৰ উপৰিও তেওঁ "সংসাৰ-চিত্ৰ" নামৰ উপন্যাস, "হফৰ সাধু" নামৰ সাধুকথাৰ পুথি, দেনিয়েল ডিফোৰ "ৰবিনচন্ ক্ৰুছু"ৰ অসমীয়া অনুবাদ, "সৰল ৰামায়ণ" আদি পুথিও লিখিছে। "সৰল ৰামায়ণ"ৰ কাৰণে এটা সময়ত সাহিত্য-সভাৰ দ্বাৰা এই লেখক পুৰস্কৃতও হৈছিল। বিশেষ কথা— ভক্তিমন্ত পুৰুষ পাটগিৰিয়ে ভক্তিপ্ৰধান-শাস্ত্ৰ শ্ৰীমদ্ভাগৱত শাস্ত্ৰখনৰ সম্পূৰ্ণ অনুৱাদ কৰি থৈ গৈছে। সেই মূল্যবান কৃতি প্ৰকাশ হ'বলৈ ৰৈ আছে।

## জ্ঞানদাভিৰাম বৰুৱা (১৮৮০-১৯৫৫)

গুণাভিৰাম বৰুৱাৰ যোগ্যপুত্ৰ জ্ঞানদাভিৰাম বৰুৱা। তেওঁ লণ্ডনত থাকি বেৰিষ্টাৰী পঢ়িছিল। পঢ়া কালডোখৰত লাভকৰা বিলাতৰ সকলো অভিজ্ঞতা "বিলাতৰ চিঠি" নামৰ এখন পুথিত অতি সৰল গদ্যৰ মাজেদি ৰূপ দিছে। ইয়াৰ উপৰিও "মোৰ কথা" নামৰ আন এখন পুথিত তেওঁৰ স্বকীয়-স্মৃতি-বিজৰিত কিছুমান প্ৰবন্ধও প্ৰকাশ কৰিছে।

## সোণাপতি দেৱশৰ্মা (১৮৯১-১৯৭৬)

বজালী-অঞ্চলৰ মুগুৰিয়া গাওঁত জন্ম গ্ৰহণ কৰা সোণাপতি দেৱ শৰ্মাই শিক্ষা শেষ কৰি বৰপেটাত ব্যৱহাৰজীৱীৰূপে কৰ্ম্ম-জীৱন আৰম্ভ কৰে আৰু তাত স্থায়িভাবে বাস কৰে। তেওঁ ওকালতি-কৰ্মত যিমান নিষ্ঠাবান আছিল, সাহিত্য-সাধনতো সিমান নিয়মিত আৰু নিষ্ঠাবান আছিল। ছাত্ৰাবস্থাতে "সাহিত্যৰ সাজ" (১৯২১ ৰচনা কৰি আমাৰ সাহিত্যত তেওঁ নন্দন-তত্ত্বৰ আলোচনাৰ বাট মুকলি কৰে। এই পুথিখন আকৃতিগতভাবে সৰু

হলেও ইযাৰ প্ৰকৃতিগত দিশ সুদূৰ প্ৰসাৰী। ইয়াত নান্দনিক-দিশবোৰ সূচিত হোৱাৰ উপৰিও প্ৰায সকলোবোৰ অলঙ্কাৰৰেই যথোচিত উদাহৰণবোৰ আমাৰ সাহিত্যৰ বিভিন্ন স্থানৰ পৰা আনি সন্নিৱেশিত কৰা হৈছে। আজিলৈকে এই পুথিখন জ্বলন্ত ৰূপত প্ৰচলিত। সেই কালতে "দামোদৰদেৱ" নামৰ এখন পুথি ৰচনা কৰি অসম-ছাত্ৰ-সন্মিলনৰ পৰা শৰ্মাই পুৰস্কাৰ লাভ কৰে। জীৱনৰ শেষৰ ফালে "দেৱ-দামোদৰ গুৰু" নামৰ এখন বিস্তৃত আৰু মূল্যৱান গ্ৰন্থ প্ৰণয়ন কৰি তেওঁ বৈষ্ণৱ গুৰুজনাৰ স্বৰূপ সুপ্ৰতিষ্ঠিত কৰি দিয়ে। দেৱ শৰ্মাৰ আন আন পুথিৰ ভিতৰত "বন্ধু বিয়োগত", "কন্টি" আৰু "বিননি"— এই তিনিখন কবিতাৰ থুপ। বেউলা, চন্দ্ৰহাস, শিয়াল-পণ্ডিত, দানমালা আদি আন আন পুথি প্ৰকাশ কৰাৰ উপৰিও তেওঁ এখন অসমীয়া-অভিধানো অপ্ৰকাশিত অৱস্থাত-এৰি থৈ গৈছে।

## ক্ষেত্ৰধৰ বৰগোহাই (১৮৯২-১৯৫১)

শিৱসাগৰৰ মেচাগৰীয়া বৰগোহাই পৰিয়ালত ক্ষেত্ৰধৰ বৰ গোহাইৰ জন্ম হয। তেওঁ কটন-কলেজৰ পৰা ১৯১৭ চনত আই-এ আৰু ১৯১৯ চনত বি এ পাছ কৰি চাকৰি জীৱন আৰম্ভ কৰে। প্ৰথমতে চব্‌ডেপুটি কলেক্টৰৰ পদত নিযুক্ত হৈ শেষত ই-এ চিৰ পদ লাভ কৰে, আৰু সেই পদৰ পৰা ১৯৪৯ চনত অৱসৰ গ্ৰহণ কৰে। ক্ষেত্ৰধৰ বৰগোহাই ছাত্ৰাৱস্থাৰে পৰা আছিল সাহিত্যসেৱী আৰু অনুসন্ধিৎসু। চৰকাৰিৰ কাম সম্পাদন কৰাৰ উপৰিও তাৰ মাজতে তেওঁ বহু অনুসন্ধান আৰু গৱেষণা কৰি নানা তথ্য আৱিষ্কাৰ কৰে। সেই তথ্যবোৰ আছিল অসমৰ ঐতিহ্য, ইতিহাস, ধৰ্ম, সমাজ, ৰাজনীতি আদি বিষয়ক। উক্ত বিষয়সম্বলিত মূল্যবান প্ৰবন্ধবোৰ বাঁহী, আৱাহন, মিলন আদি পত্ৰিকাত প্ৰকাশিত হৈছে। সেই প্ৰবন্ধবোৰ "ক্ষেত্ৰধৰ বৰগোহাইৰ প্ৰবন্ধ সঙ্কলন" নাম দি ১৯৮৪ খৃঃত অসম-সাহিত্য-সভাই ছপা কৰি উলিয়াইছে।

## মহীচন্দ্ৰ বৰা (১৮৯৫-১৯৬৫)

আবাহন-যুগৰ অন্যতম শ্ৰেষ্ঠ গল্প-লেখক মহীচন্দ্ৰ বৰা। "উকীলৰ জন্ম ৰহস্য" (১৯৭০) তেওঁৰ প্ৰকাশিত গল্প-সংগ্ৰহ। ইয়াত প্ৰকাশিত গল্পবোৰৰ উপৰিও আৰু কিছুমান গল্প আলোচনীৰ পাতত বৈ আছে। "অব্যয়", "যোগ-বিয়োগ", উকীলৰ জন্ম-ৰহস্য", "লাভ-লোকচান", "ভগবানৰ মৃত্যু" আদিয়ে বৰাৰ গাল্পিক-প্ৰতিভাৰ স্বাক্ষৰ বহন কৰে! বৰা মৃদু ব্যঙ্গ্যকাৰ। গল্পৰ মাজেদি তেওঁ এগৰকাৰী ব্যঙ্গ্য-মন্ত্ৰৰ উচ্চাৰকো। তেওঁৰ ব্যঙ্গ্যমন্ত্ৰ বহু সময়ত কিন্তু তেওঁৰ সহানুভূতিৰ ভাৱত ফলদায়ক। সমাজৰ দুৰ্নীতি, অনাচাৰ, ব্যভিচাৰ আদি দিশবোৰ লক্ষ্য কৰি সেইবোৰৰ পৰিশুদ্ধিৰ আশাত বৰাই ব্যঙ্গ্যাত্মক-

ভাব প্ৰকাশক ভাষাৰে গল্প ৰচনা কৰি বিশেষত্ব অৰ্জন কৰিব পাৰিছে। বৰাৰ গল্পৰ ভাষা সাৱলীল— উজটি খাবলগীয়া নহয়, স্থানবিশেষে সেইবোৰে ধ্বন্যাত্মক অৰ্থৰ সূচনা কৰিও পাঠকক আনন্দ দিব পাৰে।

## ৰত্নকান্ত বৰকাকতি (১৮৯৭-১৯৬৩)

*পৰিচয়*

নগাও জিলাৰ ঢিঙৰ বিখ্যাত পৃথু বৰকাকতিৰ ঘৰত ১৮৯৭ খৃঃত ৰত্নকান্ত বৰকাকতি ওপজে। তেওঁৰ পিতৃৰ নাম ভূধৰ বৰকাকতি। তেওঁ কলিকতাত উচ্চ-শিক্ষা লাভ কৰিবলৈ গৈছিল। কিন্তু ১৯২১ চনৰ অসহযোগ আন্দোলনৰ প্ৰসঙ্গত তেওঁ কলেজ এৰে আৰু ডিগ্ৰী নোলোৱাকৈয়ে কলিকতাৰ পৰা ঘূৰি আহে। তেওঁ মৌজাদাৰী-কাম চলাইছিল। ৰত্নকান্ত বৰকাকতি ১৯৬৩ চনৰ অসম-সাহিত্য-সভাৰ নাজিৰা-অধিবেশনৰ সভাপতি নিযুক্ত হয়। ৰুগ্ন শৰীৰে তাত সভাপতিত্ব কৰি উভতি আহোতে বাটতে যোৰহাটত তেওঁ পৰলোক-প্ৰাপ্ত হয়।

ৰত্নকান্ত বৰকাকতি কবিৰূপে বিশেষ খ্যাত, সমালোচকৰূপেও তেওঁৰ স্থান অৱশ্যে ওপৰত। "শেৱালী" (১৯৩২) তেওঁৰ প্ৰসিদ্ধ কবিতা-সঙ্কলন। ইয়াৰ উপৰিও তেওঁৰ "তৰ্পণ" নামৰ কবিতাৰ পুথি ১৯৫৩ খৃঃত আৰু "চন্দ্ৰহাৰ" নামৰ শেষতম-কবিতা-সঙ্কলন প্ৰকাশ হৈছে ১৯৬৩ খৃঃত। "ঊষা" আলোচনীৰ যোগেদি বৰকাকতিৰ সাহিত্যিক-জীৱন আৰম্ভ হয়। "ঊষা"ৰ উপৰিও "বাঁহী" আৰু "চেতনা"ত তেওঁৰ প্ৰায়বোৰ গীতি-

*বৰকাকতিৰ কবিতা*

কবিতা প্ৰকাশ হয়। প্ৰেম, সৌন্দৰ্য্য আৰু বিৰাট-প্ৰাকৃতিক জগতৰ অন্তঃস্পৰ্শী আকৰ্ষণীয় শিহৰণে কবিক বহু সময়ত ভাৱময়-পৰিৱেশৰ মাজত থিতাপি কৰাইছে। ইয়াৰ ফলশ্ৰুতি স্বৰূপে তেওঁৰ অধিকাংশ কবিতাৰ সৃষ্টি হোৱা বুলি কব পৰা যায়। দাৰ্শনিক অনুভূতিৰ পৰাও তেওঁৰ কিছু সংখ্যক কবিতা স্ফুৰিত হৈছে। ৰত্নকান্ত বৰকাকতি আমাৰ সাহিত্যৰ ইতিহাসত অন্যতম শ্ৰেষ্ঠ-ৰোমাণ্টিক-কবি। তেওঁৰ কবিতাৰ ভাষা বহুসময়তে ধ্বনি-প্ৰধান আৰু ওজঃ গুণ সম্পন্ন— কম শব্দই গভীৰ ব্যাপক অৰ্থ প্ৰকাশ কৰে। ছন্দৰ ক্ষেত্ৰতো বিশেষত্ব সুস্পষ্ট। পুৰণিকলীয়া ছান্দস-ৰীতিৰ ব্যতিক্ৰম ঘটাই বহু কবিতাৰ মাজেদি তেওঁ শ্বাসাঘাত-সংযুক্ত-মুক্তক ছন্দৰ উন্মেষ ঘটাইছে। যজ্ঞেশ্বৰ শৰ্মাই[৯৩] ৰত্নকান্ত বৰকাকতিৰ "শেৱালী"ৰ অন্তৰ্ভুক্ত কবিতাবোৰক এই পাঁচটা ভাগত ভগাই দেখুৱাইছে— (১) প্ৰেম বা ভালপোৱাৰ কবিতা, (২) কবি আৰু কাব্যসম্বন্ধীয়, (৩) শোকৰ কবিতা, (৪) পৌৰাণিক আৰু ঐতিহাসিক কথা আৰু (৫) জীৱনৰ সমস্যাৰ সম্বন্ধে তেওঁৰ চিন্তাৰ কাব্যময় প্ৰকাশ। এই কেইটা শ্ৰেণীৰ লগতে দাৰ্শনিক ভাৱাপন্ন কবিতাৰ এটা শ্ৰেণীৰ কথাও উল্লেখ কৰিব পাৰি।

---

৯৩. পাতনি, শেৱালী

অৱশ্যে এই শ্ৰেণীৰ কৱিতাবোৰৰ কিছুমানক উপৰুক্ত বিভাগৰ মাজত সুমাই থব পাৰিলেও সুকীয়াভাবে এই শ্ৰেণীটোৰ উল্লেখ নকৰিলে "শেৱালী"ৰ বুকুত দাৰ্শনিক ভাৱধাৰা বিলুপ্ত হয়। প্ৰেম আৰু সৌন্দৰ্য্যৰ সাধনা ৰোমাণ্টিক-কবিসকলৰ ধৰ্ম। ৰত্নকান্ত বৰকাকতিও ইয়াৰেই সাধক। তেওঁৰ কিছুমান কৱিতা মানৱীয়- প্ৰেমত কেন্দ্ৰীভূত।

*বৰকাকতিৰ কৱিতা*

দেখা যায়— ক'তো ক'তো তেওঁৰ প্ৰয়াস প্ৰেম আৰু সৌন্দৰ্য্যক একেলগে পাবলৈ— অৰ্থাৎ প্ৰেমৰ অনুভূতিৰ মাজেদিয়েই যেন ভগৱৎ প্ৰাপ্তিৰ অনুভূতি জাগ্ৰত হৈ উঠিছে। সুন্দৰ, সৰ্বৰূপ, তুমি, ধৰাপৰা, শুকতৰা আদি কবিতাবোৰে বৰকাকতিৰ এই বিশেষত্ব প্ৰকাশ কৰে। বৰকাকতিৰ কৱিতাৰ ওপৰত ৰবীন্দ্ৰনাথ ঠাকুৰৰ প্ৰভাৱ উল্লেখনীয় কথা। উৰ্মিলা আৰু তাজমহল— বৰকাকতিৰ এই দুটা পৌৰাণিক আৰু ঐতিহাসিক স্মৃতিবিজৰিত-কৱিতাৰ ওপৰত বিশ্বকবিৰ প্ৰভাৱ সুস্পষ্ট। কৱি আৰু কাব্য সম্বন্ধীয় কৱিতাৰ ভিতৰত "কৱিৰ স্থান", "কৱিৰ চিন্তা", "প্ৰকাশ ধাৰা", "সকীযনি", "উন্মনা" আদি উল্লেখনীয়। "স্বৰ্গীয় চন্দ্ৰনাথ শৰ্মা", "ভাইটি" আৰু "অৰ্থ"— এই তিনিটা বৰকাকতিৰ শোক-কৱিতা (Elegy)। ভুল-ভ্ৰান্তি, ব্যৰ্থতা, নিৰাশা আদি জীৱনৰ লগৰীযা। এনেকুৱা সমস্যা প্ৰকাশ কৰি কৱিয়ে উত্তৰ, কিজানি নহয ভুল আদি কেইবাটা কৱিতা ৰচনা কৰিছে।

ৰত্নকান্ত বৰকাকতি প্ৰাক্ স্বাধীনতা-যুগৰ এগৰাকী খ্যাতিসম্পন্ন সমালোচকো। প্ৰাচ্য-পাশ্চাত্য-আদৰ্শ আগত ৰাখি তেওঁ দেখুওৱা সমালোচনাৰ ধাৰা সূক্ষ্মদৃষ্টি আৰু

*সমালোচনা*

সৌন্দৰ্য্যবোধে বিশেষত্বপূৰ্ব কৰি ৰাখিছে। "বেজবৰুৱাৰ ডালিমী" তেওঁৰ এটা প্ৰকৃষ্ট তুলনামূলক সমালোচনাৰ নিদৰ্শন। বৰকাকতিৰ আন উল্লেখনীয ৰচনা "মহাত্মা গান্ধীৰ স্বৰাজ ভাঙনি (১৯২৩)। "অলকা" (১৯৬০) নামৰ নাটকৰ যোগেদি তেওঁ নাট্যকাৰ ৰূপেও পৰিগণিত।

## লক্ষ্মীনাথ ফুকন (১৮৯৭-১৯৭৫)

লক্ষ্মীনাথ ফুকনৰ মূল ঘৰ দেৰগাওঁত। তেওঁ কেইবাখনো কাকতত কাম কৰি পাছত "আসাম ট্ৰিবিউন"ৰ সম্পাদকৰ দায়িত্ব বহু দিন ধৰি সুখ্যাতিৰে পালন কৰে আৰু সাংবাদিক ৰূপে অসমৰ সাংবাদিক জগতত প্ৰসিদ্ধ হৈ উঠে। ইয়াৰ উপৰিও কবিতা, উপন্যাস আৰু গল্পৰ দিশতো ফুকনৰ অবদান কম নহয়। তেওঁৰ "পূৱতি নিশাৰ সপোন" নামৰ উপন্যাস আৰু "সোণালী সপোন" নামৰ কবিতা সঙ্কলন উল্লেখনীয়। গল্পৰ দিশত লক্ষীনাথ ফুকনৰ অবদান অৱশ্যে আপেক্ষিকভাবে অধিক। "মালা" (১৯১৮), "ওফাইদাং" (১৯৫১) আৰু "মৰমৰ মাধুৰী", এই তিনিখন তেওঁৰ প্ৰকাশিত গল্প-সম্ভাৰ। অসমীয়া মধ্যবিত্ত-লোকৰ সুখ-দুখ, মান-অভিমান আদি চাৰিত্ৰিক- বিশেষত্ববোৰক ৰূপ দিয়াটো ফুকনৰ গল্পৰ মাজত প্ৰকাশিত বিশেষত্ব। তেওঁৰ ওফাইদাং, প্ৰাইভেট চেক্ৰেটাৰী, মহিমাময়ী,

মেধি আদি গল্পবোৰ একোটা মানৱীয় দিশ প্ৰকাশৰ কাৰণে উল্লেখযোগ্য। গোটেইবোৰ গল্পৰ চৰিত্ৰই স্বাভাৱিক-পৰিমণ্ডলত বিচৰণ কৰিছে। তেওঁৰ ভাষাত কৃত্ৰিমতা নাই, বৰ্ণনাৰ মাজতো সূক্ষ্ম-পৰ্য্যবেক্ষণ দেখা যায়।

## নলিনীবালা দেৱী (১৮৯৮-১৯৭৭)

নলিনীবালা দেৱী গুৱাহাটীৰ কৰ্মবীৰ-নবীন চন্দ্ৰ বৰদলৈৰ জ্যেষ্ঠ-কন্যা। খৃষ্টীয় ১৮৯৮ শকত তেওঁ ওপজে। যিখন ঘৰত কবি নলিনীবালা দেৱী উপজিছিল, সেই ঘৰখন আছিল শিক্ষা- সংস্কৃতিৰ পযোভৰত বিশেষত্বপূৰ্ণ। তেওঁৰ পিতামহ মাধৱচন্দ্ৰ বৰদলৈ এফালেদি আছিল ইংৰাজ-চৰকাৰৰ উচ্চ-পৰ্যায়ৰ বিষযা আৰু আনফালেদি আছিল সাহিত্য-সংস্কৃতিৰ লগত সম্বন্ধ ৰক্ষা কৰা সমাজৰ সন্মানিত-ব্যক্তি। তেৱেঁই প্ৰথমতে মাধৱ কন্দলীৰ ৰামায়ণ নিজ খৰছতে ছপা কৰি উলিয়াই পুৰণি-সাহিত্য প্ৰচাৰৰ অন্যতম অগ্ৰগামী

*পৰিচয়*

ৰূপে প্ৰতিষ্ঠা লাভ কৰে। নলিনীবালাৰ পিতৃ নবীনচন্দ্ৰ বৰদলৈ উচ্চ-শিক্ষিত সন্মানীয়-বিখ্যাত-দেশনেতা থকাৰ উপৰিও সাহিত্য সংস্কৃতিৰ অনুৰাগী আৰু ধৰ্মপৰায়ণ লোক আছিল। বৰগীত, ভজন আদি শাস্ত্ৰীয়-সঙ্গীতত থকা তেওঁৰ বুৎপত্তি, দৈনন্দিন-ধৰ্মচৰ্চা আদিয়ে নবীন চন্দ্ৰৰ ব্যক্তিত্বৰ পৰিধি অধিক প্ৰসাৰিত কৰাৰ লগতে তেওঁৰ ঘৰুৱা পৰিবেশো শিক্ষা- সংস্কৃতিৰ বাতাবৰণে আদৰ্শনীয় আৰু আকৰ্ষণীয কৰি তুলিছিল! এনে এখন ঘৰত এনেহেন পৰিৱেশৰ মাজত নলিনীবালাই জন্ম গ্ৰহণ কৰে, ডাঙৰ-দীঘল হয় আৰু যথোপযুক্ত শিক্ষাও লাভ কৰে। গতিকে সৰুকালৰে পৰা ধৰ্মীয ভাৱ আৰু ভাৰতীয়-দৰ্শনসম্মত আধ্যাত্মিকতাই তেওঁৰ মানসিকতাক পৰিপুষ্ট কৰি তোলাত সহায়তা কৰিছিল। এনেকুৱা ভাৱধাৰাই পৰৱৰ্ত্তিকালত তেওঁৰ ব্যক্তিত্বক বলৱৎ কৰি তুলিছে বুলি কব পৰা যায়। শাস্ত্ৰীয়-ব্যৱস্থানুসৰি কম বযসতে নলিনীবালাৰ বিয়া হয। কিন্তু দুৰ্ভাগ্যবশতঃ ১৯১৭ চনত তেওঁৰ স্বামীৰ অকাল মৃত্যু হয়। তেতিয়া নলিনীবালা আছিল কেইবাটা সন্তানৰ মাতৃ। বিধবা হোৱাৰ পাছৰে পৰা তেওঁ গুৱাহাটীত পিতৃ গৃহতে থাকিবলৈ লয়। কিছুদিনৰ ভিতৰতে কিন্তু তেওঁৰ দুটি সন্তানে মাতৃৰ বুকুত জুই জ্বলাই চিৰদিনৰ কাৰণে গুচি যায়। বৈধব্য-বেদনা আৰু অপত্যৰ বিচ্ছেদজনিত-শোকত বিহ্বলা নলিনীবালাই ক্ৰমশঃ করুণাময়-ভগৱানৰ চৰণ-ছত্ৰৰ শান্তিময় ছাঁত আশ্ৰয় লবলৈ আগবাঢ়ে। তাত আশ্ৰয় লৈ চিৰসুন্দৰৰ অনুভূতি মনত তেওঁ প্ৰগাঢ় কৰি তোলে আৰু পৰমশান্তি লাভ কৰে। আধ্যাত্মিকতাৰ ভাৱ জাগ্ৰত কৰি তোলাত তেওঁৰ পিতৃ নবীনচন্দ্ৰৰো উৎসাহ উদগনি কম কাৰ্য্যকৰী হৈ উঠা নাছিল বুলিব লাগে।

কবিৰূপে নলিনীবালা দেৱী বিখ্যাতা। — আধ্যাত্মিক-কবিৰূপে শ্ৰেষ্ঠতমা। সন্ধিয়াৰ সুৰ (১৯২৮), সপোনৰ সুৰ (১৯৪৮), পৰশমনি (১৯৫৭), যুগদেৱতা (১৯৫৮), জাগৃতি

(১৯৫২) আৰু অলকানন্দা (১৯৬৪), এইকেইখন তেওঁৰ কবিতাৰ প্ৰকাশিত সঙ্কলন। কবিতাৰ এই পুথিবোৰৰ উপৰিও গদ্য-সাহিত্যলৈও নলিনীবালাৰ অৰিহণা আছে। তাৰ ভিতৰত "স্মৃতি-তীৰ্থ" আৰু "সৰ্দ্দাৰ পেটেল", এই দুখন তেওঁৰ জীৱনী গ্ৰন্থ। প্ৰথমখনত পিতৃ কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈৰ জীৱনালেখ্য, ব্যক্তিত্ব আৰু কৰ্ম্মৰাজি ৰূপায়িত হৈছে, আৰু দ্বিতীযখনত আছে মহাত্মা গান্ধীৰ একনিষ্ঠ সহযোগী স্বাধীনতা আন্দোলনৰ শ্ৰেষ্ঠ-নেতা সৰ্দ্দাৰ পেটেলৰ জীৱন-কথাৰ পৰিচয়। আন দুখন উল্লেখযোগ্য গ্ৰন্থৰ ভিতৰত এখন "এৰি অহা দিনবোৰ" (১৯৭৬) আৰু আনখন "শান্তি-পথ" (১৯৭১)। ইয়াৰ প্ৰথমখন লেখিকাৰ আত্মকথামূলক আৰু দ্বিতীয়খন তেওঁৰ কিছুমান প্ৰবন্ধৰ সমষ্টি। "অলকানন্দা" পুথিখনৰ বাবে নলিনীবালা দেৱীয়ে ১৯৬৮ খৃঃত সাহিত্য-একাডেমীৰ পুৰস্কাৰ পায।

*অৱদান*

নলিনীবালা দেৱী ৰহস্যবাদিনী কবি। ৰহস্যবাদৰ সুৰ বা অনুৰণন তেওঁৰ প্ৰায সকলোবোৰ কবিতাৰ মাজতে অনুভূত হয়। ধ্যান আৰু আত্মসমৰ্পণৰ যোগেদি ইন্দ্ৰিয়াতীত দুৰ্জ্ঞেয-পৰমতত্ত্বক উপলব্ধি কৰি পৰম-শক্তি বা সুখলাভ কৰিব পৰা বিশ্বাসকে বোলা হয় ৰহস্যবাদ। এই পৰমতত্ত্ব সৰ্ব্বব্যাপক আৰু নিৰাকাৰ গুণৰদ্বাৰা বিশ্বব্ৰহ্মাণ্ডৰ সকলো বৈচিত্ৰ্য আৰু পদাৰ্থতে পৰিব্যাপ্ত। গীতা-শাস্ত্ৰই[১৪] কৈছে যে, কেউপিনে উৰিফুৰা মহাবায়ু যেনেকৈ আকাশত অসঙ্গভাবে অৱস্থান কৰে, তেনেকৈ সকলো ভূত সৰ্ব্বব্যাপী আৰু অসংশ্লিষ্ট তত্ত্বতেই (ভগৱানতেই) অৱস্থিত। এই ভাৱ গীতাৰ আন আন ঠাইত আৰু উপনিষদৰো বিভিন্ন স্থানত প্ৰকাশিত। ব্যক্তিগত দুঃখানুভূতিয়ে নলিনীবালা দেৱীক আধ্যাত্মিক-সুখলাভৰ সন্ধানত আগবঢ়োৱা বুলি কোৱা হৈছে। বিশেষ কথা এই যে, আন আন বিখ্যাত কবিৰ নিচিনা তেওঁৰ ব্যক্তিগত কাৰুণ্য আৰু তাৰ অপনোদক-পৰম- শান্তিৰ সন্ধান সাৰ্বজনীন ৰূপলৈ ৰূপান্তৰিত হৈছে। আত্মাৰ অবিনশ্বৰতা, জন্মান্তৰবাদ, কৰ্ম্মফলত বিশ্বাস আৰু চিৰসুন্দৰৰ সন্ধান লগতে তেওঁৰ লগত মিলাৰ স্পৃহা— এইকেইটা ভাৰতীয়-দৰ্শন-প্ৰতিপাদিত বিশেষ-কথা। এই ভাৱৰ অৱলম্বনতেই নলিনীবালাৰ বেছিভাগ কবিতাৰ সৃষ্টি হৈছে। ব্যক্তিগত দুঃখ-বেদনা অতিক্ৰম কৰি বিশ্বব্ৰহ্মাণ্ডৰ বৃহৎ-ক্ষুদ্ৰ-পদাৰ্থত সন্নিহিত-সনাতন-সৌন্দৰ্য্যৰ সন্ধানত কৱিৰ স্পৃহা জাগিছে, আৰু তাৰ যোগেদি কবিয়ে চিৰসুন্দৰৰ সৌন্দৰ্য্য উপলব্ধি কৰিছে। ক'তো ক'তো তেওঁ সেই পৰম-শক্তিৰ মাজত আত্মসত্তাও বিলীন কৰিব বিচাৰিছে। আত্মা অবিনশ্বৰ, কিন্তু ই কৰ্ম্মফলৰ হাত সাৰিব নোৱাৰে। সেয়েহে ৰূপান্তৰিত হৈ বাৰে বাৰে ই পৃথিৱীলৈ অহা যোৱা কৰে—

*ৰহস্যৱাদ ইয়াৰ বিকাশ*

---

১৪. যথাকাশস্থিতো নিত্যং বায়ুঃ সৰ্বগতো মহান্।
তথা সৰ্বানি ভূতানি মৎস্থানীত্যুপধাৰয়।। (৯/৬)

*কতবাৰ জনমিছো তোমাৰ কোলাত*
*গৈছিলো আকৌ উভতি*
*অপূৰণ কৰমৰ ভাৰ বান্ধি লৈ*
*ঘূৰি ঘূৰি আহিছোঁ উভতি। (পৰম-তয়ষ্ণা)*

পৃথিৱীত দুখ-বেদনা আছে, কিন্তু পৰম সুখময় আৰু শান্তিময় পৰম সত্তাৰ উপলব্ধিৰ মাজেদি তাৰ নিবৃত্তি হয়। স্বদেশানুৰাগ নলিনীবালা দেৱীৰ মনোভাৱ-স্ফুৰণৰ আন এটা দিশ। তেওঁৰ কিছুমান কৱিতাৰ মাজত এই দিশ উদ্ভাসিত হৈছে।[৯৫] তেওঁৰ দুই এটা কৱিতাৰ ওপৰত ৰবীন্দ্ৰনাথৰ প্ৰভাৱ লক্ষ্য কৰা যায়, ক'তো ক'তো মহাত্মা গান্ধীৰ

*আন বিশেষত্ব*

সাম্যভাৱৰ আভাসো থকা বুলি ব পাৰি। "মুঠতে নলিনীবালাৰ কৱিতাত কৱিৰ সৌন্দৰ্য্যলোলুপ-মানসিকতা, অসীমৰ প্ৰতি উন্মনা ভাব, ধুনীয়া ধৰণীৰ বৰ্ণবৈভৱত উল্লাস, শব্দ-মাধুৰ্য্য, ভাৱৰ মৃদুব্যঞ্জনা, ছন্দৰ সুষম লয়, আধ্যাত্মিক-বিচ্ছেদৰ বেদনা, চিৰসুন্দৰৰ মৃদু পৰশানুভৱ লীলায়িত গতিত প্ৰকাশ পাইছে। . ছন্দ প্ৰয়োগ, শব্দচয়ন, ভাৱব্যঞ্জনা আৰু চিত্ৰ ৰচনাৰ মাধুৰ্য্যৰে নলিনী দেৱীৰ কাব্য সমৃদ্ধ; কিন্তু বহুতো কৱিতাৰ আপাত ভিন্নতাৰ মাজত একেভাৱৰ পুনৰুক্তি দেখিবলৈ পোৱা যায।"[৯৬]

## উমেশচন্দ্ৰ চৌধাৰী (১৮৯৮-১৯৫৩)

গুৱাহাটীৰ গৰ্গৰাম চৌধাৰীৰ পুত্ৰ উমেশ চন্দ্ৰ চৌধাৰী। তেওঁ বিহগী-কৱি ৰঘুনাথ চৌধাৰীৰ সম্বন্ধীয় ভতিজাক। উমেশ চৌধাৰী কবি আৰু গীতিকাৰ। তেওঁৰ ছান্দস-ৰচনাই কৱিতা আৰু গীতৰ দাবী পূৰণ কৰে। ব্যৱসায়ত ওকালতি কৰা চৌধাৰীৰ ব্যক্তিগত জীৱনাদৰ্শ প্ৰতিভাত হৈছিল সাংস্কৃতিক-প্ৰৱাহৰ মাজেদি। তাৰ মাজেদি তেওঁৰ অনুভূতি প্ৰকাশ হৈছে বিহুগীত বনগীতৰ সুৰেৰে, জাতীয়-ভাৱ-জাগৰিত কল্লোলেৰে আৰু কিছুমান অন্যায়-উৎপীড়নৰ বিৰুদ্ধ-ধ্বনিৰে। "প্ৰতিধ্বনি", "দেৱধ্বনি", "মন্দাকিনী", "ত্ৰিৱেণী" আৰু "অমৃত-মন্থন" চোধাৰীৰ কবিতা সঙ্কলন। "প্ৰতিধ্বনি" আৰু "মন্দাকিনী" বিশেষভাবে গীতৰ সঙ্কলন।

---

৯৫. (I) হে ভাৰত, তোমাৰ বুকুতে জ্বলে
মৃত্যুহীন ধ্ৰুৱজ্যোতি অনন্ত অম্লান। (ভাৰতবৰ্ষ)
(II) মৰিলে পুনৰ আহি
দুখীয়া দেশতে মোৰ
লও যেন পুনৰ জনম। (জনম-ভূমি)

৯৬. অ.সা.স.ই.

## ৰাজমোহন নাথ (১৮৯৯-১৯৬৫)

ইঞ্জিনিযাৰিং পাছ কৰি সেই বিষয়ত পাৰদৰ্শী ৰূপে প্ৰতিষ্ঠিত হোৱা অগ্ৰণী ব্যক্তি ৰাজমোহন নাথ। ইঞ্জিনিয়াৰিং বিদ্যাৰ বিশেষজ্ঞ ৰূপে তেওঁ সেই বিষয়ৰ একাধিক মূল্যবান পুথি লিখিছে। নাথ পুৰণি-সাহিত-সংস্কৃতি আৰু পুৰাতত্ত্বৰ এগৰাকী সাধক আৰু গৱেষক আছিল। অসমৰ ঐতিহ্য আৰু পুৰাতত্ত্বিবিষয়ক বহুত কথা উদ্ধাৰ কৰি তেওঁ একাধিক পুথি লিখিছে। প্ৰাসঙ্গিক বহুত নতুন কথা সংযোগ কৰি সুদীৰ্ঘ ভূমিকাৰ সৈতে শঙ্কৰদেৱৰ "কালীয-দমন নাট" সম্পাদন কৰি উলিয়াই পুৰণি-সাহিত্যৰ প্ৰতি থকা তেওঁৰ অনুৰাগ আৰু পাণ্ডিত্যৰ পৰিচয় দিছে। "গৌৰৱময় অসম" (১৯৪৯) আৰু "Background of Assamese Culture" (১৯৪৮) নামৰ গ্ৰন্থ দুখন নাথৰ অনুসন্ধান-কাৰ্য্যবিশেষৰ ফলশ্ৰুতি। নলবাৰীৰ প্ৰাচীন আৰু প্ৰসিদ্ধ-সাংস্কৃতিক-অনুষ্ঠান "কামৰূপ-সংস্কৃত সঞ্জীৱনী-সভাই নাথক ১৯৪৫ চনত "তত্ত্বভূষণ" উপাধি প্ৰদান কৰি তেওঁৰ পাণ্ডিত্যৰ স্বীকৃতি দিছে।

## জ্ঞাননাথ বৰা (১৮৯০-১৯৬৮)

জোনাকী-যুগৰ প্ৰসিদ্ধ-গদ্যকাৰ আৰু বৈয়াকৰণ সত্যনাথ বৰাৰ পুত্ৰ জ্ঞাননাথ বৰাও খ্যাতিমান গদ্যৰচক। "যুগতত্ত্ব" (১৯২৪), "নতুন পৃথিৱী" (১৯৫৩), "পুৰণি অসমীয়া সাহিত্য" (১৯৫৬) আৰু "আধুনিক অসমীযা সাহিত্য" (১৯৬১)— বিশেষকৈ এই কেইখন গদ্য-গ্ৰন্থই বৰাক আমাৰ সাহিত্যৰ ইতিহাসত স্মৰণীয কৰি ৰাখিছে। তেওঁৰ গদ্যৰ বিষয়বস্তু তত্ত্বগধুৰ। যুগোপযোগী চিন্তাধাৰা, জাতীয়-সমস্যা, ৰাজনীতিৰ চিন্তা, আৰু আন আন তত্ত্বমূলক কথাৰ ওপৰত বৰাই আলোকপাত কৰিছে। তেওঁৰ গদ্যৰীতি আঁৰ নলগা, সুস্পষ্ট। জ্ঞাননাথ বৰাই সভাপতিৰ পদত অধিষ্ঠিত হৈ এবছৰ অসম-সাহিত্য-সভাৰো গুৰি ধৰিছিল।

## সাৰদাবালা দাস (১৮৯৯-১৯৯০)

আজীৱন মহিলাৰ উন্নতিৰ কাৰণে যত্ন কৰি অহা সাৰদাবালা দাসৰ ঘৰ বৰপেটাত, অৱশ্যে বৈবাহিক সূত্ৰত। তেওঁৰ জন্ম হৈছিল গোৱালপাৰাত, আৰু সাধাৰণভাবে লিখা পঢ়াও শিকিছল বাংলা ভাষাতে। বৰপেটা-মহিলা-সমিতি-গঠন কৰি তাৰ যোগেদি নাৰীৰ মৰ্য্যাদা সৰ্বোতোপ্ৰকাৰে সমাজত প্ৰতিষ্ঠা কৰাৰ উদ্দেশ্যে এফালেদি তেও যত্ন কৰি আহিছিল, আৰু আন ফালেদি কাব্যৰ সাধনা আৰু চৰ্চ্চাতো তেওঁ মনোনিশে কৰিছিল। কাব্য সাধনৰ ফলশ্ৰুতি স্বৰূপে তেওঁৰ তিনিখন কবিতাৰ পুথি ছপা হৈ ওলাইছে, নাম-

- "কৱিতাৰ হাৰ", "কলিজাৰ সুৰ" আৰু "কাকলি"। আধ্যাত্মিক, ধৰ্ম্মানুভূতি, স্ত্ৰীস্বাধীনতা, মানৱতাবোধ আদি ভাৱৰ দ্বাৰা তেওঁৰ কবিতাসমূহ পৰিপুষ্ট।

## প্ৰসন্নলাল চৌধুৰী (১৮৯৮-১৯৮৬)

খৃষ্টীয় ১৮৯৮ শকত প্ৰসন্নলাব চৌধুৰীৰ জন্ম হয পলাশবাৰীত। তেওঁৰ পিতৃ শামলাল চৌধুৰী। প্ৰসন্নলালে পলাশবাৰীতে প্ৰাথমিক শিক্ষা শেষ কৰাৰ পাছত তেওঁৰ

*পৰিচয়*

পৰিযাল বৰপেটালৈ আহি তাৰ স্থাযী বাসিন্ধা হয। পাছত তেওঁ বৰপেটাৰ চৰকাৰী হাইস্কুল, যোৰহাট বেজবৰুৱা হাইস্কুল আৰু কটন-কলেজত শিক্ষালাভ কৰে। প্ৰসন্নলালে অসমৰ কেইবাখনো হাইস্কুলত শিক্ষকতা কৰি শেষত বৰপেটাৰ বিদ্যাপীঠ হাইস্কুলত প্ৰধান শিক্ষকৰূপে কাম কৰে আৰু তাৰ পৰাই অৱসৰ গ্ৰহণ কৰে। ১৯৮৬ খৃঃত বৰপেটাৰ নিজ ঘৰতে তেওঁৰ পৰলোকপ্ৰাপ্তি ঘটে।

প্ৰসন্নলাল চৌধুৰী কবি আৰু নাট্যকাৰ ৰূপে আমাৰ সাহিত্যত খ্যাত। "অগ্নিমন্ত্ৰ" (১৯৫০), "চানেকি কবিতা" (১৯৬৫) আৰু "কন্টক উপহাৰ"– এই তিনিখন তেওঁৰ প্ৰকাশিত কৱিতা-সংগ্ৰহ। দেশ-প্ৰেমৰ ভাব, সমাজ প্ৰচলিত নানা প্ৰকাৰৰ অন্যায দুৰ্নীতিৰ প্ৰতি বিদ্ৰোহ, কপটতাৰ পৰিৱৰ্ত্তে মানৱতাবোধৰ জাগৰণ আদি ভাৱবোৰৰ আধাৰত তেওঁৰ কৱিতাবোৰ বিশেষভাবে ৰচিত। প্ৰসন্নলালৰ কৱিতাসমূহৰ মাজত প্ৰচলিত বহুত কথা আৰু ব্যৱস্থাৰ বিৰুদ্ধে বিদ্ৰোহৰ ভাৱ সুস্পষ্ট। সেযেহে তেওঁ বিদ্ৰোহী

*অৱদান*

কবিৰূপে খ্যাত। তেওঁৰ কবিতাৰ ভাষা ভাৱপ্ৰকাশৰ জোখাই বলিষ্ঠ, উদ্দীপ্ত– ক'তো ক'তো অগ্নিস্ফুলিঙ্গসদৃশ। এই কাৰণত কোনো কোনোৰ দৃষ্টিত তেওঁ অগ্নিকবি। "নীলাম্বৰ" নাটক (প্ৰকাশিত ১৯৩৩) বিংশ-শতিকাৰ তৃতীয়-দশকতে ৰচনা কৰি তেতিয়াৰে পৰা প্ৰসন্নলাল চৌধুৰী নাট্যকাৰ হিচাপে খ্যাতিমান। খেন-বংশৰ শেষ ৰজা নীলাম্বৰৰ পতনৰ লগতে কমতাপুৰ-ধ্বংস হোৱা অসম-বুৰঞ্জীৰ বিখ্যাত কাহিনীটোৰ মূল-কথাখিনি বিকৃত নকৰাকৈ, অথচ তাত কিছুমান স্বকল্পিত কথা সংযোগ কৰি নাট্যকাৰে নাটকৰ কাহিনীটো ৰোমহৰ্ষক কৰি তুলিছে। এই নাটকৰ কাহিনী-সৃষ্টিত ছেক্সপীয়েৰৰ "অথেলো" নাটকৰ প্ৰভাৱ কিছু স্পষ্ট। যি কি নহওক, এই মঞ্চসফল নাটকখন মঞ্চজগতৰ পৰা এতিয়াও বহিষ্কৃত হোৱা নাই। চৌধুৰীৰ আন এখন নাটক আছে– নাম "অপেশ্বৰী" (১৯৫১)। "চিকাৰ-নিকাৰ আৰু স্মৃতিৰ সফুঁৰা" (১৯৯৭) আৰু শিশু-সাহিত্য ৰচনা কৰি প্ৰসন্নলাল গদ্যলেখক ৰূপেও গণ্য। তেওঁ মাধৱকন্দলীৰ ৰামায়ণ সম্পাদন আৰু প্ৰকাশ কৰি (১৯৪১) পুৰণি-সাহিত্য প্ৰচাৰৰ চেষ্টাও দেখুৱাইছে।

## ডিম্বেশ্বৰ নেওগ (১৮৯৯-১৯৬৬)

শিৱসাগৰৰ কমাৰফদীয়া গাওঁত ডিম্বেশ্বৰ নেওগ ওপজে। তেওঁৰ পিতৃৰ নাম মাণিকচন্দ্ৰ নেওগ। ডিম্বেশ্বৰে ১৯১৯ চনত শিৱসাগৰৰ চৰকাৰী হাইস্কুলৰ পৰা প্ৰবেশিকা-

পৰীক্ষা আৰু কটন-কলেজৰ পৰা ১৯২৪ চনত বি-এচ-চি পাছ কৰে। তাৰ পাছত চৰকাৰী হাইস্কুলৰ শিক্ষকৰূপে তেওঁ চাকৰি জীৱন আৰম্ভ কৰে। ১৯৩৬ চনত বি-টি আৰু ১৯৪০ চনত নেওগে অসমীয়া বিষয়ৰ এম-এ পৰীক্ষাতো উত্তীৰ্ণ হয়। শিক্ষা-বিভাগৰ চাকৰিত থাকিয়েই যথা সময়ত তেওঁ অৱসৰ গ্ৰহণ কৰে। অসম-সাহিত্য-সভাৰ নলবাৰী- অধিৱেশনত তেওঁ সভাপতিত্ব কৰে।

*পৰিচয়*

ছাত্ৰাৱস্থাৰে পৰা ডিম্বেশ্বৰ নেওগৰ সাহিত্য-সেৱাৰ ফলশ্ৰুতি পোৱা যায়। সেই ফলশ্ৰুতি সাহিত্যৰ বিভিন্ন দিশত দেখিবলৈ পোৱা গৈছে। আলোচনীৰ সম্পাদনা, অনুসন্ধান, গৱেষণা, সমালোচনা, ধৰ্মতত্ত্বৰ আলোচনা, সাহিত্যৰ বুৰঞ্জী-ৰচনা আৰু কবিতাৰ সৃষ্টি এই সকলোবোৰতে তেওঁৰ কৃতি লক্ষণীয়। এটা সময়ত তেওঁ "জন্ম ভূমি" আৰু "মিলন" (ছাত্ৰ সন্মিলনৰ মুখপত্ৰ) সম্পাদনা কৰাৰ উপৰিও কেইবা বছৰো" অসম-সাহিত্য-সভা পত্ৰিকা"ৰ সম্পাদকৰূপে খ্যাতি অৰ্জ্জন কৰিছে। "বাঁহী" আলোচনীৰ যোগেদিযে তেওঁ প্ৰৱন্ধকাৰ আৰু কবিৰূপে আত্মপ্ৰকাশ কৰিছে। তেওঁৰ গদ্য ৰচনাৰ মাজত আলোচিত কিছুমান বিষয় মৌলিক আৰু গৱেষণাপ্ৰসূত। তেওঁৰ শক্তিশালী-ভাষা আৰু নিৰ্ভীক-কথনৰীতিয়ে সমালোচনালৈ এক বিশেষত্ব আনিছে। কিন্তু আলোচনাৰ মাজেদি প্ৰতিপাদিত-সিদ্ধান্তসমূহৰ সকলোবোৰেই সৰ্বজনগ্ৰাহ্য নহয়— কিছুমান কথা বিতৰ্কৰ ভিতৰত থকা দেখা যায়। বিশেষকৈ সাহিত্যৰ বুৰঞ্জীৰ কোনো কোনো অংশৰো আলোচনা এই পৰ্য্যায়ৰ ভিতৰত আছে। অসমীয়া সাহিত্যৰ বুৰঞ্জীৰ লেখক হিচাপে ডিম্বেশ্বৰ নেওগৰ নাম বিশেষভাবে উল্লেখনীয়। তেওঁৰ আগতে অসমীয়া ভাষা আৰু সাহিত্যৰ বুৰঞ্জী লিখা হৈছিল যদিও তাতকৈ উন্নত, শৃঙ্খলিত আৰু শুদ্ধ-ৰূপত ভিন্ন নামৰ সৰু ডাঙৰ কেইবাখনো অসমীয়া সাহিত্যৰ বুৰঞ্জী তেওঁ ৰচনা কৰে। সেইবোৰৰ নাম "আধুনিক অসমীয়া সাহিত্যৰ বুৰঞ্জী" (১৯৩৭), "অসমীয়া সাহিত্যৰ বুৰঞ্জীত ভুমুকি", "অসমীয়া সাহিত্যৰ সংক্ষিপ্ত বুৰঞ্জী" (১৯৫০), "অসমীয়া সাহিত্যৰ জেউতি" ১৯৫১), আৰু "অসমীয়া সাহিত্যৰ বুৰঞ্জী" (ডাঙৰ, ১৯৫৭)। নেওগ সাহিত্যৰ বুৰঞ্জী-ৰচনাৰ ক্ষেত্ৰত অগ্ৰণী নহলেও এই কথা ঠিক যে, তেওঁ বিষয়টোৰ একনিষ্ঠ সাধক, তেওঁৰ কৃতি গৱেষক-শিক্ষাৰ্থী উভয়ৰ কাৰণে অধিক ফলপ্ৰসু। তেওঁৰ বৃহৎ কলেৱৰৰ "অসমীয়া সাহিত্যৰ বুৰঞ্জী" খনৰ বৈষ্ণৱ যুগ পৰ্য্যন্ত প্ৰথমাৰ্দ্ধ বহু তথ্যপূৰ্ণ আৰু অপ্ৰয়োজনীয়ভাবেও বিস্তৃত; কিন্তু ইয়াৰ আলোচনাৰ মাজত সাহিত্যৰ গুণাগুণ বিচাৰতকৈ ধৰ্মৰ-দোষ-ত্ৰুটিৰ আলোচনাবোৰেহে কোনো কোনো ঠাইত প্ৰাধান্য লাভ কৰিছে। ডিম্বেশ্বৰ নেওগে অসমৰ সভ্যতা-সংস্কৃতিৰ প্ৰাচীন-দিশো নিৰীক্ষণ কৰিছে। তাৰ ফলশ্ৰুতি স্বৰূপে আমি পাওঁ "বৈষ্ণৱ ধৰ্মৰ-আতিগুৰি", "বৈষ্ণৱ ধৰ্মৰ ক্ৰমবিকাশ" আৰু "প্ৰাক ঐতিহাসিক অসম"। এই তিনিখন গ্ৰন্থৰো প্ৰথম দুখনত

*বিবিধ অৱদান*

ধৰ্মীয় দিশত লেখকৰ দৃষ্টিপাত অধিক। নেওগ লোক-সাহিত্য প্ৰেমীও। বিহুগীত, বিয়ানাম আদি লোকগীতবোৰৰ ওপৰত গুণগ্ৰাহী সমালোচনা লিখি সেইবোৰৰ স্থান তেওঁ নিৰ্ণয কৰি থৈ গৈছে "অসমীযা সাহিত্যৰ জিলিঙনি"ত। নেওগ যে, লোক-সাহিত্যৰ উৰ্দ্ধাৰকৰ্ত্তা আৰু প্ৰচাৰক আছিল, তাৰ নিদৰ্শন তেওঁৰ "আকুল পথিক" (১৯২২) আৰু "ভোগজৰা" (১৯২৮)।" কাব্য-প্ৰতিভা" (১৯৩৫) প্ৰকাশ কৰি তেওঁ আধুনিক-কবিতাৰ সঙ্কলক ৰূপেও পৰিচয দিছে।

সাহিত্যৰ সমালোচক আৰু সাহিত্যৰ বুৰঞ্জী-লেখক হোৱাৰ উপৰিও ডিম্বেশ্বৰ নেওগ এগৰাকী শ্ৰেষ্ঠ কবিও। "মালিকা" (১৯২১), "থুপিতৰা" (১৯২৫), , "মালিতা" (১৯২৭), 'ইন্দ্ৰধনু' (১৯৩০), "মুকুতা" (১৯৩২), "শ্বহীদ কাৰবালা" (১৯৪১), "অসমা" (১৯৪৭), "বিচিত্ৰা" আৰু "থাপনা" (১৯৪৮)– এই পুথিকেইখন তেওঁৰ কাব্যিক-প্ৰতিভা আৰু তাৰ সৃষ্টিৰ নিদৰ্শন। কাব্যিক-সৃষ্টিত নেওগ ৰোমাণ্টিক ভাৱধাৰাৰে উদ্বুদ্ধ। স্বদেশ-প্ৰেম, অতীত-প্ৰীতি, কল্পনাৰ আতিশয্য, ভাৱাবেগৰ উৰ্দ্ধগতি আদি ৰোমাণ্টিক-সাহিত্যৰ বিশেষত্ববোৰেৰে নেওগৰ কাব্যৰাজি গৰীয়ান। তেওঁৰ প্ৰেমৰ কবিতাও আছে,

*কবি-প্ৰতিভা*

তাত কিন্তু দুৰৱাৰ নিচিনা আক্ষেপৰ ভাব নাই। ডিম্বেশ্বৰ নেওগৰ সাহিত্যিক জীৱনৰ ভাগ দুটা, আদি — ভাগত তেওঁ বিশেষভাবে কৱি আৰু শেষৰ ভাগত সাহিত্যৰ বুৰঞ্জীলেখক আৰু সমালোচক। পৰিণত-বযসত গৱেষণামূলক-সমালোচনাৰ কামত ব্ৰতী হোৱাৰ পাছৰ পৰা তেওঁৰ কৱি-জীৱনৰ ওৰ পৰে। অসমৰ, আনকি ভাৰতৰো অতীত-গৌৰৱে কৱিক গৌৰৱান্বিত কৰি তুলিছে, উদাৰচিত্তে তেওঁ অসম, ভাৰত, আনকি বিশ্বৰ উন্নতি আৰু মঙ্গল-কামনা কৰিছে, জ্বলন্ত-আশাবাদ পোষণ কৰিছে। কৱিৰ ৰুচি আৰু চিন্তাধাৰাৰ উদাৰতাও কৱিতাৰ মাজত প্ৰকাশিত। "অসমা" নেওগৰ উৎকৃষ্ট কাব্য সঙ্কলন। ইযাত ১২ টা শ্ৰেষ্ঠ কবিতা সংযোজিত, ১৯১৭ চনৰ পৰা ১৯২৯ চনৰ ভিতৰত এই কবিতাবোৰ ৰচিত। ইয়াৰ অন্তৰ্ভুক্ত নৱযুগ, শক্তি-আৱাহন, বিশ্ব-বাণী, বুৰঞ্জী-লেখক, শাপ-মুক্তা শেষ-প্ৰয়াস আদি কবিতা শ্ৰেষ্ঠত্বৰ ফালৰ পৰা বিশেষভাবে উল্লেখনীয়। ইয়াৰ উপৰিও "স্বৰ্গপুৰী", "মোৰ গাওঁ" আদিও একে কাৰণতে উল্লেখনীয়। উপৰুক্ত বিশেষত্ববোৰ প্ৰকাশিত হোৱা নেওগৰ কৱিতাৰ দুটামান অংশঃ

(১) নাই কোনো ধৰ্ম 'হিন্দু' 'ইছ্লাম', মনব-ধৰ্মহে সাৰ।
নিস্বাৰ্থ ভাবেৰে নৰক পূজিলে পূজা হয় দেৱতাৰ।। (নৱযুগ)

(২) স্বদেশ উন্নতি প্ৰতিজ্ঞা প্ৰদানে, দেশৰ মঙ্গল হ'ক।
বজোৱা বজোৱা বীৰ, ৰণভেৰী........
জাগা জাগা শিখ-জৈন খৃষ্টিয়ান হিন্দু মুছলমান।

(শক্তি-আৱাহন)

(৩) জাগোক উৰ্বশী ভুৱন মোহিনী জগত যৌৱন-চঞ্চলকই,
কাল-শাপগ্ৰস্ত অসমেও আজি জাগোক সি শাপ পাহৰি গই।

* * * *

য'তে আছা ত'তে কৰা প্ৰণিপাত— উদিত সৌ যে নৱীন সূৰ্য্য,
আগবাঢা আজি অসমীয়া জাতি, বান্ধিছা প্ৰাণৰ অসীম বীৰ্য।

(বুৰঞ্জী লেখক)

(৪) গল শতযুগ— কালাভিশাপৰ সেই বিষ কোপ কেনিবা গ'ল।
জয় জয় সবে নন্দন ৰাজ্যৰ অধিবাসী এই জোনালী নিশা।
উঠাহে উৰ্বশী, উঠাহে প্ৰেয়সি, উঠা যৌৱনৰ সাদৰী সখা।।

(শাপমুক্তা)

ডিম্বেশ্বৰ নেওগে ইংৰাজী ভাষাতো একাধিক আলোচনাত্মক মূল্যৱান গ্ৰন্থ ৰচনা কৰিছে।

## যমুনেশ্বৰী খাটনিয়াৰ (১৮৯৯-১৯২৪)

১৮৯৯ খৃষ্টাব্দত গোলাঘাটত যমুনেশ্বৰীৰ জন্ম হয়। তেওঁৰ পিতৃৰ নাম ভদৰাম শইকীয়া। বৰপেটা-অঞ্চলৰ কালজিৰা-পাৰাৰ কৰি ভৈৰৱচন্দ্ৰ খাটনিযাৰৰ লগত তেওঁৰ বিযা হয়, কিন্তু দুখৰ বিষয় যে বিয়াৰ চাৰি বছৰ পাছতে তেওঁৰ মৃত্যু হয়। ১৪/১৫ বছৰ বয়সৰ পৰাই তেওঁৰ কৱিতাবোৰ সমসাময়িক-পত্ৰিকাত প্ৰকাশ হৈছিল। ১৯১৯ চনত "অৰুণ" নামৰ এখন কৱিতাৰ পুথি তেওঁ ছপা কৰি উলিয়ায়।

ৰোমান্টিক-যুগৰ অন্যতম মহিলা কবি যমুনেশ্বৰী। একেবাৰে কম বয়সতে মৃত্যুয়ে তেওঁক সাবটি লোৱা কাৰণে তেওঁৰ কাব্যিক প্ৰতিভাৰ পূৰ্ণ বিকাশ নহ'ল। তথাপি কম বয়সতে যি কেইটা কবিতা লিখিছে, তাৰ মাজেদিয়েই কাব্যিক-দিশত তেওঁ এখনি স্থান লভিছে— বিশেষকৈ দাৰ্শনিক দিশত। তেওঁৰ "মৃত্যু-সন্ধ্যা", "ভিক্ষা", "নিয়া তাক তুমি যেন উটাই বুৰাই" আদি উৎকৃষ্ট দাৰ্শনিক-ভাৱাপন্ন কৱিতা। "মৃত্যু-সন্ধ্যা"ত কবিয়ে কৈছে- "জীৱনৰ ওপৰতো এইদৰে এদিন, লাগিব সন্ধিয়া, হায় কঁপিল হৃদয়" আৰু "দাৰুণ মৰণে মোক গ্ৰাসিব নিশ্চয়"— এই উক্তিয়ে অৱশ্যে মৃত্যুৰ ভয়ঙ্কৰ ৰূপৰ সূচনা কৰে আৰু লক্ষীধৰ শৰ্মাৰ "মৰণ— দেৱতা"ৰ ভাৱৰ লগত ই অমিল হৈ পৰে। কিন্তু মনকৰিবলগীয়া কথা— মৃত্যুৰ পাছত কবিৰ পাৰ্থিব-সুখতকৈও মহৎ সুখৰহে কল্পনা আছে— "মৃত্যুৰ কোলাত মই কৰিলে শয়ন, দেখিম নতুন কত জ্যোতিৰ্ময় দেশ"। বাকী কৱিতাৰ মাজতো তেওঁ ভগৱানৰ সান্নিধ্য-লাভৰ সুখ কল্পনা কৰিছে।

## ড° বাণীকান্ত কাকতি (১৮৯৪-১৯৫২)

বৰপেটা নগৰৰ পৰা অলপ আঁতৰত অৱস্থিত বাতিকুৰিহা গাওঁত বাণীকান্ত কাকতিৰ জন্ম হয়। কুশাগ্ৰধীসম্পন্ন কাকতিয়ে ১৯১১ চনত বৰপেটা চৰকাৰী হাইস্কুলৰ পৰা কলিকতা বিশ্ববিদ্যালয়ৰ প্ৰৱেশিকা পৰীক্ষাদি ব্ৰহ্মপুত্ৰ উপত্যকাৰ ভিতৰত প্ৰথম স্থান অধিকাৰ কৰি সেই পৰীক্ষা পাছ্ কৰে। ১৯১৩ চনত তেওঁ কটন-কলেজৰ পৰা ইণ্টাৰমিডিয়েট পৰীক্ষা দি কলিকতা-বিশ্ববিদ্যালয়ৰ ভিতৰতে প্ৰথম-স্থান অধিকাৰ কৰি উত্তীৰ্ণ হয়। ১৯১৫ চনত তেওঁ ইংৰাজীত সন্মান সহ বি-এ পাছ কৰে। কাকতিয়ে ইয়াৰ পাছত কলিকতা-বিশ্ববিদ্যালযৰ পৰা 'এ' আৰু 'বি' দুযোটা গ্ৰুপতে ইংৰাজী বিষয়ৰ এম-এ পৰীক্ষা পাছ্ কৰে— প্ৰথম গ্ৰুপত পায দ্বিতীয়-শ্ৰেণী আৰু দ্বিতীয় গ্ৰুপত লাভ কৰে প্ৰথম-শ্ৰেণী। প্ৰথম গ্ৰুপত এম-এ-পাছ কৰাৰ পাছত ১৯১৮ চনৰ পৰা কাকতিয়ে কটন-কলেজত ইংৰাজী-সাহিত্যৰ অধ্যাপকৰূপে কাম কৰে। চাকৰি কালৰ ভিতৰত "Assamese, its Formation and Development" নামৰ ভাষাতত্ত্বমূলক এখন প্ৰামাণিক গ্ৰন্থ্ ৰচনা কৰি ১৯৩৫ খৃঃত কলিকতা-বিশ্ববিদ্যালযৰ পৰা কাকতিয়ে ডক্টৰেট ডিগ্ৰী লাভ কৰে। এই গ্ৰন্থই অসমীয়া-ভাষাৰ প্ৰাচীনত্ব, স্বাতন্ত্ৰ্য আৰু সমৃদ্ধি পণ্ডিত- সমাজত প্ৰতিষ্ঠা কৰে। ১৯৪৭ চনত কাকতি কটন-কলেজৰ অধ্যক্ষ-পদত অধিষ্ঠিত হয়, আৰু কিছুকাল পাছত সেই পদৰ পৰা অৱসৰ গ্ৰহণ কৰে। অৱসৰৰ পাছত তেওঁ গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া-বিভাগৰ অধ্যাপকৰূপে নিযুক্ত হৈ সেই বিষয়টোৰ গুৰি ধৰে। গুৱাহাটী-বিশ্ববিদ্যালয়ৰ তেওঁ প্ৰথম কলাগুৰু নিযুক্ত হয়। তেওঁ বিশ্ববিদ্যালয়ৰ উন্নতিৰ কাৰণে বহুত শিক্ষামূলক আচনি কৰাৰ উপৰিও বয়ঃকনিষ্ঠসকলৰ মাজত ভাষা, সাহিত্য আৰু সংস্কৃতি আদিৰ ওপৰত গৱেষণা-কৰ্মৰ বাট মুকলি কৰে।

*পৰিচয়*

ড° বাণীকান্ত কাকতি আছিল অধ্যয়ন-নিৰত ব্যক্তি— প্ৰাচ্য-পাশ্চাত্য উভয় দিশৰ গ্ৰন্থ্-ভাণ্ডাৰত তেওঁ সদায় আছিল নিমজ্জিত। প্ৰাচ্য-পাশ্চাত্যৰ কেইবাটা ভাষাৰ জ্ঞান থকা কাকতি আছিল ইংৰাজী-সাহিত্যৰ নিষ্ণাত-পণ্ডিত আৰু সংস্কৃত-সাহিত্যৰো যথোচিত জ্ঞানৰ অধিকাৰী। বিস্তৃত আধাৰ-গ্ৰন্থৰ ওপৰত কৰা ব্যাপক-অধ্যয়নে কাকতিৰ মনত সাহিত্যি-সমালোচনাৰ দিশ উন্মুক্ত কৰে, ফলত তেওঁ আধুনিক-সমালোচনাৰ ক্ষেত্ৰত এক প্ৰকাৰ পথ-প্ৰদৰ্শক ৰূপে পৰিগণিত হয়। প্ৰাচ্য-পাশ্চাত্য উভয়বিধ সাহিত্যৰ ৰূপ মাধুৰী উপভোগত অভিজ্ঞ কাকতিৰ সমালোচনা আছিল ব্যাখ্যাত্মক, যুক্তিনিষ্ঠ আৰু তুলনাত্মক। যুক্তিনিষ্ঠ-সূক্ষ্ম-পৰ্য্যবেক্ষণ-শক্তি তেওঁৰ ৰচনাত প্ৰকাশ হৈছে। সেই ৰচনা পদ্ধতি-মূলক, শৃঙ্খলিত আৰু সুসংহত। সংস্কৃত আৰু খাচ অসমীয়া শব্দৰ সুপ্ৰয়োগ আৰু স্থানবিশেষে সংস্কৃত- ইংৰাজী উদ্ধৃতিৰ সংযোগে ৰচনা

*অৱদান*

অধিক অৰ্থপূৰ্ণ আৰু সুস্পষ্ট কৰি তুলিছে, অনৌচিত্য-দোষ নাই বুলিলেই হয়। কাকতিৰ অধ্যয়নৰ বিস্তৃতি আৰু জ্ঞানৰ গভীৰতাৰ তুলনাত সাহিত্য-কৃতি নিশ্চিতভাবেই কম। তাৰ মাজেদি সৃষ্টি হোৱা তেওঁৰ অবদান– "পুৰণি অসমীয়া সাহিত্য", "সাহিত্য আৰু প্ৰেম" "বাণী-প্ৰতিভা" আৰু ভৱানন্দ পাঠক ছদ্মনামত লিখা ধৰ্ম আৰু সাহিত্য সম্পৰ্কীয় আলোচনাসমূহ ড° কাকতিৰ সমালোচনা-শ্ৰেণীৰ কৃতি। "পখিলা" তেওঁৰ শিশু-সাহিত্য। "পুৰণি কামৰূপৰ ধৰ্মৰ ধাৰা" পুৰণি-কামৰূপ ৰাজ্যত প্ৰচলিত বিভিন্ন ধৰ্মৰ চমু আলোচনা আৰু " কলিতা জাতিৰ ইতিবৃত্ত" নামৰ সৰু পুথিখনি অসমত থকা কলিতা জাতিৰ আতিগুৰি বিচাৰ। ড° কাকতিয়ে গৱেষণা গ্ৰন্থখনৰ উপৰিও "Mother goddess kamakhya", "Vishnuite Myths and Legends" আৰু "Life and Teachings of Srimanta Sankardev", এই তিনিখন মূল্যবান পুথি ইংৰাজীত লিখিছে। "Aspects of Early Assamese Literature" কাকতিৰ মূল্যবান সম্পাদিত গ্ৰন্থ। বিভিন্ন পণ্ডিতে পুৰণি সাহিত্যৰ বিভিন্ন বিষয়ৰ ওপৰত লিখা গৱেষণামূলক প্ৰবন্ধবোৰ ইয়াত সন্নিবেশিত।

উল্লেখনীয় কথা— কাকতিৰ বেছিভাগ ৰচনাই ১৯৪০ চনৰ অৱশ্যে পাছত ৰচিত আৰু প্ৰকাশিত। হলেও ইয়াৰ আগতে তেওঁ লেখক আৰু সমালোচক ৰূপে প্ৰতিষ্ঠিত হৈছে। সেযেহে তেওঁক এই প্ৰসঙ্গতে ৰখা হৈছে।

## কৃষ্ণকান্ত সন্দিকৈ (১৮৯৮-১৯৮২)

প্ৰাচ্য-বিদ্যাৰ বিদগ্ধ-পণ্ডিত কৃষ্ণকান্ত সন্দিকৈৰ জন্মস্থান যোৰহাট। সম্ভ্ৰান্ত আৰু আঢ্যৱন্ত পৰিয়ালৰ ৰাধাকান্ত সন্দিকৈৰ ঔৰসত জন্মগ্ৰহণ কৰা কৃষ্ণকান্ত সন্দিকৈএ কলিকতা-বিশ্ববিদ্যালযৰ পৰা সংস্কৃতৰ এম-এ পাছ কৰি প্ৰথম শ্ৰেণী লাভ কৰে, পাছত বিলাতলৈ গৈ অক্সফৌৰ্ড বিশ্ববিদ্যালয়ৰ পৰা ইতিহাসৰো এম-এ পাছ কৰে। তেওঁ ইংৰাজী আদি কেইবাটা ইউৰোপীয় ভাষাও সুন্দৰভাবে জানিছিল। আনুষ্ঠানিক শিক্ষা শেষ কৰাৰ পাছত প্ৰথমতে তেওঁ যোৰহাটৰ জগন্নাথ বৰুৱা কলেজৰ অধ্যক্ষ -পদ গ্ৰহণ কৰি কলেজখনক গঢ় দিয়ে। পাছত গুৱাহাটী-বিশ্ববিদ্যালয স্থাপন হোৱাত তাৰ কৰ্ত্তৃপক্ষই এই গৰাকী আন্তৰ্জাতিক-খ্যাতিসম্পন্ন-পণ্ডিতক বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্যৰ পদত বহুৱায়। নিৰ্দ্দিষ্ট-দুখণ্ড কাল (term)ব্যাপি তেওঁ সেই দায়িত্ব বহন কৰি বিশ্ববিদ্যালয়খনক এটা মৰ্য্যাদাসম্পন্ন স্তৰলৈ উন্নীত কৰে। সংস্কৃত কবি শ্ৰীহৰ্ষৰ "নৈষধীয় চৰিত"ৰ এটা দুষ্পাপ্য ভাষ্য-সংযোগৰ সৈতে ইংৰাজী অনুবাদ, কবি সোমদেৱকৃত "যশস্তিলক-চম্পূ"ৰ আধাৰত খৃষ্টীয়-নৱম-দশম-শতিকাত জৈনধৰ্ম আৰু লগতে ভাৰতীয়-চিন্তাধাৰাৰ বিস্তৃত আলোচনা, আৰু প্ৰৱৰসেনৰ "সেতুবন্ধ"ৰ ওপৰত ইংৰাজীত লিখা গ্ৰন্থই আন্তৰ্জাতিক দিশত সন্দিকৈৰ

খ্যাতি প্ৰতিষ্ঠা কৰিছে। অধ্যয়নৰ বিস্তৃতি আৰু পাণ্ডিত্যৰ বৈদগ্ধ্যৰ ফালৰ পৰা অসমীয়া সাহিত্যলৈ সন্দিকৈৰ অৱদান নিশ্চিতভাবে কম। "য়ুৰোপৰ ভাষা আৰু সাহিত্য", "স্পেনিছ সাহিত্যত ৰুমিও জুলিযেট", "গ্ৰীক নাটকৰ গান", "জাৰ্মান সাহিত্যৰ সপোন নাটক", "চক্ৰেটিছৰ মতে কবিৰ প্ৰকৃতি", "১৯৩৫ চনৰ অসম-সাহিত্য-সভাৰ সভাপতিৰ অভিভাষণ" আদি ৰচনাবোৰে অৱশ্যে আমাৰ সাহিত্যত সন্দিকৈৰ প্ৰতিভা আৰু পাণ্ডিত্যৰ পৰিচয় ৰক্ষা কৰিব পাৰিছে।

## লক্ষ্মীধৰ শৰ্মা (১৯০০-১৯৩৪)

দেশপ্ৰাণ লক্ষ্মীধৰ শৰ্মাৰ জন্ম হয তেজপুৰৰ ভীৰগাওঁত। তীক্ষ্নধী লক্ষ্মীধৰ শৰ্মাই গুৱাহাটীৰ কটন কলেজৰ পৰা ১৯২০ চনত বি-এ পাছ কৰি কলিকতাত গৈ এম-এ পঢ়িবলৈ লয। কিন্তু ১৯২১ চনৰ অসহযোগ আন্দোলনত উঠি পৰি লগা কাৰণে যথা সমযতকৈ দুবছৰ পাছত এম-এ-আৰু বি-এল পাছ কৰে। প্ৰথমতে তেওঁ গুৱাহাটীতে ওকালতি আৰম্ভ কৰে, পাছত কিন্তু তেজপুৰলৈ যায। যক্ষ্মা-ৰোগত আক্ৰান্ত হৈ ১৯৩৪ চনত অকালতে শৰ্মা মৃত্যুমুখত পৰে।

*পৰিচয*

গল্প আৰু কৱিতা, উভয় দিশতে লক্ষীধৰ শৰ্মাৰ অৱদান উল্লেখনীয। "ব্যৰ্থতাৰ দান" (১৯৩৮) নামৰ পুথিখনত অন্তৰ্ভুক্ত হোৱা গল্পবোৰৰ উপৰিও কিছুমান গল্প "আৱাহন" আদিৰ পাততে ৰৈ আছে! সমাজৰ চিৰাচৰিত দোষ-ক্ৰটি, যৌন-প্ৰবৃত্তিৰ অসংযত গতি আৰু কিছুমান জৈৱিক সমস্যাক কেন্দ্ৰ কৰি তেওঁৰ গল্পবোৰ ৰচিত। "ছিৰাজ" লক্ষীধৰ শৰ্মাৰ সৰবৰহী গাল্পিক ৰচনা হলেও ই উপন্যাসধৰ্মী। আপাত-দৃষ্টিত ইযাৰ মাজেদি হিন্দু-মুছলমানৰ ঐক্যসংস্থাপনৰ ভাৱ দেখা যায়, গূঢ়ভাবে চালে কিন্তু প্ৰকাৰান্তৰে ইয়াত যৌৱনসুলভ-প্ৰবৃত্তিৰ অনিয়ন্ত্ৰিত-কাৰ্য্যক সংযমিত্ত কৰাৰ চেষ্টাহে পৰিলক্ষিত হয়। কৱিতাৰ মাজেদি-লক্ষ্মীধৰ শৰ্মাই ৰোমান্টিক-সুৰকেই ধ্বনিত কৰিছে। সৌন্দৰ্য্যৰ সাধনা আৰু আধ্যাত্মিকতাত বিশ্বাস, বিশেষকৈ এই বিশেষত্বত গঢ় লৈ উঠা তেওঁৰ কৱিতা উল্লেখনীয়। "পখিলা"ত কৱিয়ে আনুভূতিক-দৃষ্টিৰে দেখিছে-- প্ৰকৃতিৰ বিৰাট সৌন্দৰ্য্যৰাজি পখিলাৰ ৰূপৰাশিৰ মাজেদিয়ে প্ৰকাশ লভিছে। "মৰণ-দেৱতা" কৱিতাটো ভাৰতীয়-আধ্যাত্মিকতাৰ ভাৱেৰে পৰিপুষ্ট। মৃত্যুৰ মুখলৈ আগবাঢ়ি যোৱা কবিয়ে মৃত্যুত বিভীষিকা দেখা নাই— মৃত্যু তেওঁৰ কাৰণে মনোৰম আৰু পৰম-শান্তিৰ আশ্ৰয়স্থান।

*গল্প, কৱিতা*

## হলীৰাম ডেকা (১৯০০-১৯৬২)

বৰপেটা-জিলাৰ সৰ্থেবাৰী গাওঁত জন্মগ্ৰহণ কৰা হলীৰাম ডেকাই ১৯১৮ চনত প্ৰৱেশিকা আৰু ১৯২২ চনত কটন কলেজৰ পৰা বি-এ-পাছ কৰে। তাৰ পাছত কলিকতা

বিশ্ববিদ্যালয়ৰ পৰা তেওঁ ১৯২৫ চনত এম-এ আৰু ১৯২৬ চনত বি-এল পৰীক্ষাত উত্তীৰ্ণ হয়। জীৱিকাৰ কাৰণে ডেকাই গুৱাহাটীতে কিছুকাল ওকালতি কৰি পাছত গৈ কলিকতা-হাইকোৰ্টত এডভোকেট হয় (১৯৩২-৪৬)। তাৰ পাছত অসমলৈ আহি বিভিন্ন কাম কৰি শেষত অসম-হাইকোৰ্টৰ মুখ্য ন্যায়াধীশৰ পদত অধিষ্ঠিত হয় আৰু সেই পদৰ পৰা অৱশেষত অৱসৰ গ্ৰহণ কৰে।

*পৰিচয়*

হলীৰাম ডেকা আমাৰ সাহিত্যৰ আৱাহন-যুগৰ এগৰাকী শ্ৰেষ্ঠ গল্পকাৰ। ব্যক্তিগত জীৱনৰ সুখ-দুখ বুদ্ধিনিষ্ঠ হাস্যৰসৰ মাজেদি ডেকাৰ গল্পত প্ৰকাশ হোৱা দেখা যায়। তেওঁৰ উল্লেখনীয় গল্প "দ্বিতীয়-পক্ষ"। এক প্ৰকাৰ জৈৱিক সমস্যাক কেন্দ্ৰ কৰি এই গল্পটো ৰচিত। তেওঁৰ "ৰে বড়ে ভাই" আন এটা শ্ৰেষ্ঠ গল্প। ইযাত নিঃসহায় দৰিদ্ৰৰ প্ৰতি নিয়তিৰ নিৰ্মম-বিধান দেখুৱাই লেখকে পাঠকৰ সহানুভূতি আকৰ্ষণ কৰিব পাৰিছে। তেওঁৰ "পৰ্বতৰ টিঙৰ বঙলা ঘৰ", "ফুটুকা" "মৰা ঘোৰা" আদি গল্পবোৰৰ মাজত প্ৰতিফলিত হৈছে বাস্তৱ জীৱনৰ ভাৱ আৰু কাৰ্য্য। ডেকাৰ ভাষা সংযমিত, কিছুমান গল্পত কিন্তু শৈল্পিক ৰীতিৰ প্ৰতি তেওঁৰ মনোনিবেশ থকা যেন নালাগে। ডেকাৰ পত্ৰোপন্যাস শ্ৰেণীৰ ৰচনা "অলকালৈ চিঠি" ১৯৫০ খৃঃত প্ৰকাশ হয়। "চিত্ৰসেন যখৰীযা", এই ছদ্মনামত হলীৰাম ডেকাই "আৱাহন"ত এলানি বুদ্ধিনিষ্ঠ লঘু-ৰচনা লিখিছে। সেইবিধ ৰচনাযো তেওঁৰ নাম স্মৰণীয কৰি ৰাখিছে।

*অৱদান*

## দৈৱচন্দ্ৰ তালুকদাৰ (১৯০১-১৯৬৮)

দৈৱচন্দ্ৰ তালুকদাৰৰ জন্ম নলবাৰী-অঞ্চলৰ উলাবৰী গাওঁত। তেওঁ গুৱাহাটীৰ কটন-কলেজিয়েট স্কুলৰ পৰা ১৯১৯ চনত প্ৰৱেশিকা আৰু ১৯২১ চনত কটন কলেজৰ পৰা আই-এচ-চি পাছ কৰে। ছাত্ৰাৱস্থাৰে পৰা সাহিত্যৰ সাধনা আৰু সৃষ্টিত ব্ৰতী তালুকদাৰে অসম ছাত্ৰ-সন্মিলনৰ মুখপত্ৰ "মিলন"ৰ ক্ৰমোন্নতিৰ কামত ব্যতিব্যস্ত আছিল। বিশ্ববিদ্যালয়ৰ পৰা ডিগ্ৰী নোলোৱাকৈয়ে তেওঁ জীৱিকাৰ কাৰণে গুৱাহাটীৰ ডি-চি অফিছৰ কেৰাণী কামত সোমায়। সেই কামত থাকিয়েই ১৯৫৬ চনত চাকৰিৰ পৰা অৱসৰ গ্ৰহণ কৰে।

*পৰিচয়*

দৈৱচন্দ্ৰ তালুকদাৰৰ সাহিত্যিক প্ৰতিভাৰ ব্যাপ্তি কেইবাটা দিশত প্ৰসাৰিত। তেওঁ কবি, নাট্যকাৰ, ঔপন্যাসিক আৰু প্ৰবন্ধকাৰো। তেওঁৰ প্ৰকাশিত কবিতাৰ পুথি তিনিখন- "প্ৰেমপট" (১৯২২), "কুঁহিমালা" (১৯২৩) আৰু "সৌন্দৰ্য্য" (১৯৩০)। ইয়াৰ প্ৰথম দুখনৰ কবিতা মালিতা বা কাহিনী গীতৰ ঠাচত ৰচিত। এই আখ্যানপ্ৰধান কবিতাই প্ৰকাশ কৰিছে লৌকিকতাৰ পৰশে আবৰা গ্ৰাম্য-জীৱনৰ প্ৰেমৰ চিত্ৰ। তালুকদাৰৰ এই শ্ৰেণীৰ কবিতাই ভাৱৰ গভীৰতা সূচনা

*কাব্যিক অৱদান*

নকৰিলেও তেওঁৰ উপযুক্ত প্ৰকাশ-ৰীতিয়ে সাধাৰণ গ্ৰাম্য-জীৱনৰ এক প্ৰকাৰ নিখুঁত বহিঃচিত্ৰ ৰূপায়িত কৰিছে। ড° সত্যেন্দ্ৰনাথ শৰ্মাই[৯৭] "কুঁহিমালা"ৰ আদৰ্শ ইংৰাজ কৱি ওৱাৰ্ডছ্‌ৱাৰ্থৰ "ৰুথ"ৰ পৰা লোৱা বুলি অনুমান কৰিছে। ৰোমাণ্টিক-কাব্যৰ অন্যতম প্ৰধান লক্ষণ প্ৰাকৃতিক জগতখনৰ প্ৰতি সম্মোহ। ৰোমাণ্টিক কৱিৰূপে "সৌন্দৰ্য্য"ত তালুকদাৰৰ সেই স্পৃহা সুস্পষ্ট হৈ উঠিছে। পখিলাৰ মাজত কবিয়ে বিশ্ব- সৌন্দৰ্য্য উপভোগ কৰিছে—

বিৰহ মাজেৰে সৌন্দৰ্য্য ফুটালে
ৰচকী পখিলা আঁকি।
হাজাৰ পখিলা এনি তেনি উৰে।
সৌন্দৰ্য্য বিলাই বাকি।। (সৌন্দৰ্য্য)

কৱি তালুকদাৰৰ এই সৌন্দৰ্য্যানুভূতি হ্ৰদৰ পাৰত অসংখ্য ডেফোদিল ফুল দেখি ওৱাৰ্ডছ্‌ৱাৰ্থৰ মন প্ৰাণ সৌন্দৰ্য্যনুভূতিত উৎফুল্লিত হৈ উঠাৰ নিচিনা।

অসম-প্ৰতিভা ((১৯২৪), বামুণী-কোঁৱৰ (১৯২৮), হৰদত্ত (১৯৩৫), ভাস্কৰবৰ্মা (১৯৫১), ৰাধা-ৰুক্মিণী (১৯৬৩), বিপ্লৱ (১৯৩৭), চন্দ্ৰকলা (১৯৩৭), ৰেণু (১৯৫০) আৰু লহঙা (১৯৬৩)— এই নাটকবোৰ ৰচনা কৰি দৈৱচন্দ্ৰ তালুকদাৰ সাহিত্যৰ ইতিহাসত নাট্যকাৰ ৰূপে খ্যাত। ইয়াৰ প্ৰথম পাঁচখন নাটক বুৰঞ্জীমূলক আৰু শেষৰ চাৰিখন সামাজিক। বুৰঞ্জীমূলক নাটককেইখনত অসম-বুৰঞ্জীৰ একোটা অধ্যায় আৰু তাৰ লগত সংশ্লিষ্ট-চৰিত্ৰবোৰক ৰূপ দিছে। "অসম-প্ৰতিভা"ত কোচ-ৰজা নৰনাৰায়ণ-চিলাৰায়ৰ গৌৰৱময় অসমৰ স্বৰূপ নাট্যৰূপত প্ৰকাশ কৰিছে। বহুত কথা আৰু চৰিত্ৰৰ সমাবেশ ঘটোৱা কাৰণে নাটকীয়-কাহিনী-কলাৰ ফালৰ পৰা ইয়াৰ কাহিনী পীনবদ্ধ নহয়, এক প্ৰকাৰ অসংলগ্ন। নৰনাৰাযণ-চিলাৰায়ৰ দিনৰ অসমৰ গৌৰৱ-আলোক প্ৰকাশ হোৱা কাৰণে নাটকখনৰ "অসম-প্ৰতিভা" নাম অৱশ্যে সাৰ্থক।

*নাটকাৱলী*

কাহিনী-সৃষ্টি, চৰিত্ৰাঙ্কন, ভাষা আদি সকলো ফালৰ পৰা "বামুণী-কোঁৱৰ" তালুকদাৰৰ শ্ৰেষ্ঠ নাটক। আপাত দৃষ্টিত নাটকখনৰ "বামুণী-কোঁৱৰ" নামটো সমুচিত নোহোৱা যেন লাগে, কাৰণ বামুণী-কোঁৱৰক সশৰীৰে দেখা যায় নাটকৰ একেবাৰে শেষত। কিন্তু এই নামকৰণত নাট্যকাৰে বিশেষত্ব দেখুৱাইছে; কিয়নো, অদৃশ্যভাবে হলেও চুডাংফা কোঁৱৰক (বামুণৰ ঘৰত জন্মি ডাঙৰ হোৱা কাৰণে তেওঁ বামুণী-কোঁৱৰ) লক্ষ্য কৰিয়েই নাটকৰ কাহিনীৰ আৰম্ভণি আৰু ক্ৰমবিকাশ, তেওঁৰ সিংহাসন-আৰোহণত ইয়াৰ পৰিণতিও ঘটিছে। আহোমৰ ৰাজপ্ৰতিনিধি-বদনচন্দ্ৰ বৰফুকনৰ উৎপীড়নৰ ফলস্বৰূপে কামৰূপী

---

৯৭. অ. সা. স. ই.

বীৰ হৰদত্ত আৰু তেওঁৰ অনুজ বীৰদত্তৰ নেতৃত্বত জাগৃত হৈ উঠা দন্দুৱা-দ্ৰোহৰ আধাৰত "হৰদত্ত" নাটক ৰচিত। বীৰদত্তৰ বন্দীত্ব, হৰদত্তৰ শূলাৰোপণ, পদুমী আৰু তেওঁৰ প্ৰেমিক মহীৰামৰো মৃত্যুবৰণ— এইবোৰে নাটকৰ পৰিণতি করুণ কৰি তুলিছে। সপ্তম-শতিকাৰ পুৰণি কামৰূপ-ৰাজ্যৰ একছত্ৰী সম্ৰাট ভাস্কৰবৰ্মাৰ কৃতিত্বৰাশি প্ৰকাশ কৰাৰ লগতে কামৰূপত বৌদ্ধধৰ্মৰ প্ৰচলনো "ভাস্কৰ বৰ্মা"ৰ নাটকত দেখুৱাইছে। এইখন নাটকৰ কাহিনী-সৃষ্টিত কলাত্মক-পৰিকল্পনাৰ অভাৱ সুস্পষ্ট। কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাৰ বুৰঞ্জীদাহ আৰু মোৱামৰীযাৰ-বিদ্ৰোহ— এই দুটা ঐতিহাসিক তথ্যৰ ওপৰত "ৰাধা-ৰুক্মিনী" নাটক ৰচিত। মোৱামৰীযা বিদ্ৰোহৰ সময়ত ৰাধা-ৰুক্মিণীয়ে দেখুৱা বীৰত্ব এই নাটকৰ আকৰ্ষণীয় কথা। উল্লিখিত চাৰিখন সামাজিক-নাটকৰ ভিতৰত "বিপ্লৱ"ৰ বিষয়বস্তু জমিদাৰৰ নিৰ্মম-আচৰণৰ বিৰুদ্ধে উঠা প্ৰজাৰ বিদ্ৰোহ, আৰু "চন্দ্ৰকলা"ৰ বিষযবস্তু কাণিখোৱাৰ অপকাৰিতা-প্ৰদৰ্শন। এক ভগৱানৰ সৃষ্টি হিন্দু-মুছলমানৰ মাজত সুন্দৰ মিলন দেখুৱাই "ৰেণু" নাটকখনি ৰচনা কৰা হৈছে। "লহঙা" নাটকত দুটা কাহিনী আগবাঢ়িছে— এটা লহঙা নৰনাথৰ আৰু আনটো লফা-মোহনৰ। ধৰ্মীয়-নীতি নিয়মৰ ৰূঢ়তা যে হিন্দু-ধৰ্মৰ অৱনতিৰ অন্যতম-কাৰণ সেই কথা ইযাত প্ৰকাৰান্তৰে প্ৰতিপাদন কৰিছে।

"ধুৱলী-কুঁৱলী" (১৯২২), ("আগ্নেয়গিৰি" (১৯২৪) "বিদ্ৰোহী" (১৯৪৮), "অপূৰ্ণ" (১৯৩১-৩২), "আদৰ্শপীঠ" আৰু "দুনীযা" (১৯৬২)— এই কেইখন উপন্যাস ৰচনা কৰি দৈৱচন্দ্ৰ তালুকদাৰে উপন্যাসৰ ক্ষেত্ৰতো এখন স্থান অধিকাৰ কৰিব পাৰিছে। তালুকদাৰ স্বাভাৱিকভাবে আদৰ্শৱাদী। মহাত্মা গান্ধীৰ অসহযোগ আন্দোলনৰ মাজত ৰাজনৈতিক, সামাজিক, সাংস্কৃতিক আদি দিশৰ যি আদৰ্শ প্ৰচাৰিত হৈছিল, সিয়েই তালুকদাৰৰ মানসিকতা বলবৎ কৰি তুলিছে বুলি কব পৰা যায়। সেয়েহে, দেখা যায়—

*উপন্যাস*

তেওঁৰ প্ৰায়বোৰ উপন্যাসৰে কাহিনীৰ মাজত যি কোনো আদৰ্শৰ সুঁতি প্ৰৱাহিত, চৰিত্ৰবিলাকো নিৰ্দ্দিষ্টআদৰ্শ-প্ৰতিষ্ঠাৰ সহায়কৰূপে অঙ্কিত।

বিংশ শতিকাৰ প্ৰথমাৰ্দ্ধত সামাজিক, ধৰ্মীয়, শৈক্ষিক, আৰ্থিক আদি দিশত যিবোৰ ত্ৰুটি দেখা গৈছিল, সেইবোৰ দূৰীকৰণৰ উদ্দেশ্যে ঔপন্যাসিকে প্ৰাচ্য-পাশ্চাত্য উভয়বিধ শিক্ষাৰ প্ৰয়োজন, স্ত্ৰী-শিক্ষাৰ প্ৰচলন, নাৰীৰ ব্যক্তি-স্বাধীনতাৰ বিকাশ, জনজাতিৰ লগত সৌহাৰ্দ্যপূৰ্ণ-সম্বন্ধস্থাপন, পৰিশ্ৰমৰ মৰ্য্যদা-প্ৰতিষ্ঠা, কুটীৰ শিল্পৰ উন্নতিসাধন, সমাজত আধ্যাত্মিক-ভাৱৰ প্ৰসাৰণ আদিবোৰ তালুকদাৰৰ উপন্যাসমূহৰ মাজত কমবেছি পৰিমাণে প্ৰচাৰিত হৈছে। "ধুৱলী-কুৱলী" তালুকদাৰৰ ছাত্ৰাৱস্থাতে ৰচিত উপন্যাস, ইয়াৰ কাহিনী সহজ সৰল, পাছৰ উপন্যাসমূহত প্ৰকাশ পোৱা সংস্কাৰকামিতাও ইয়াত স্পষ্ট ৰূপত দেখা নাযায়। কিছু ত্ৰুটি-বিচ্যুতি থাকিলেও "অপূৰ্ণ" তালুকদাৰৰ শ্ৰেষ্ঠ সৃষ্টি। প্ৰেমধৰ আৰু পূৰ্ণিমাৰ মাজত আৰম্ভ হোৱা প্ৰেম ক্ৰমঘনতাৰ যোগেদি আগবাঢ়ি গৈছিল যদিও

শেষৰ ফালে ই ঘটনাৰ মেৰপাকত শিথিল হয়। ফলস্বৰূপে তাৰ দুঃখদায়ক পৰিণতিত উপন্যাসৰ কাহিনীৰ ওৰ পৰে। কাৰ্ত্তিক, জয়বলীয়া, চম্পা মিকিৰণী আৰু মধুভকত চৰিত্ৰৰ অৱতাৰণা আৰু কাৰ্য্যাৱলীয়ে কাহিনীৰ বৈচিত্ৰ বঢ়াইছে যদিও আৰু লেখকৰ আদৰ্শবাদ- প্ৰচাৰত কিছু সহায়তা কৰিলেও কাহিনী-কলাৰ ফালৰ পৰা সেইসকলোবোৰৰ চিত্ৰণ-একেবাৰে অপৰিহাৰ্য্য হোৱা দেখা নাযায। "আগ্নেয়গিৰি" আৰু "বিদ্ৰোহী"— ঘটনাৰ গতি-প্ৰৱাহ আৰু পৰিণতিৰ পাৰস্পৰিক-যোগ-সূত্ৰৰ ফালৰ পৰা দুখন স্বতন্ত্ৰ উপন্যাস বুলিব নোৱাৰি, কিযনো বিভিন্ন বিৰুদ্ধ পৰিস্থিতিৰ মাজত কনক আৰু আইকণৰ মাজৰ প্ৰেমৰ গতিধাৰা যি স্পষ্টভাবে প্ৰদৰ্শন কৰিছে তাতেই "আগ্নেযগিৰি"ৰ অন্ত, আৰু তেওঁলোকৰ পাছৰ কথাখিনি ৰূপাযিত হৈছে "বিদ্ৰোহী"ত। দুযোখনতে সমাজ-সংস্কাৰমূলক আদৰ্শ ব্যাপকভাবে প্ৰচাৰিত। "আদৰ্শপীঠ"ত ঔপন্যাসিকে বাস্তৱতাত অনভিজ্ঞ শ্ৰীধৰ নামৰ এজন আদৰ্শবাদী যুৱকৰ চৰিত্ৰক ৰূপ দিছে। "দুনীয়া"ত তিনিজনী স্বকীয-বিশেষত্বপূৰ্ণ নাৰীৰ কাৰ্য্যৰ মাজেদি ঘটনাক্ৰম আগবাঢ়িছে।

মুঠতে কব পৰা যায়— সূক্ষ্ম দৃষ্টিত সমালোচকে দোষ-ত্ৰুটি স্থানবিশেষত দেখিলেও, দৈৱচন্দ্ৰ তালুকদাৰৰ উপন্যাসৰাজিৰ-মূল্য সামাজিক-দৈন্য কিছুমান দূৰীকৰণৰ কাৰণে একনিষ্ঠ-চেষ্টাৰ বিশেষ নিদৰ্শনৰূপে সাহিত্যৰ ইতিহাসত হ্ৰাস নহয।

## চন্দ্ৰপ্ৰভা শইকীয়ানী (১৯০১-১৯৭২)

বজালী-অঞ্চলৰ দৈশিঙৰী গাওঁত চন্দ্ৰপ্ৰভা শইকীয়ানীৰ জন্ম হয় যদিও সামাজিক কৰ্মত জৰিত হোৱাৰ পাছৰে পৰা গুৱাহাটীতে তেওঁ বাস কৰে। স্বাধীনতা আন্দোলনত যোগ দি ক্ৰমশঃ তেওঁ নানাবিধ সংগঠনমূলক কামত ব্ৰতী হয়। অসম-প্ৰাদেশিক মহিলা-সমিতিৰ শইকীয়ানী আছিল অন্যতম-প্ৰতিষ্ঠাপিকা। নাৰীৰ স্বাধীনতা আৰু মৰ্য্যাদা বৃদ্ধিৰ কাৰণে তেওঁ জীৱন ভৰি চেষ্টা কৰি আহিছে। এনেধৰণৰ কৰ্মৰাজিৰ স্বীকৃতি স্বৰূপে তেওঁক চৰকাৰে "পদ্মশ্ৰী" উপাধিও প্ৰদান কৰিছে। এনেকুৱা কৰ্মবহুলতাৰ মাজতো শইকীযানীয়ে সাহিত্য-সেৱাও কৰিছে। "অভিযাত্ৰী" নামৰ এখন মাহেকীয়া আলোচনী কিছুকাল তেওঁ সম্পাদন কৰিছিল। "আৱাহন" আদি আলোচনীত গল্প লিখাৰ উপৰিও "পিতৃ-ভিঠা" নামৰ উপন্যাস তেওঁৰ উল্লেখনীয় কৃতি। "মহাত্মা গান্ধীৰ শেষ কথা" (গান্ধীৰ প্ৰাৰ্থনা বচন) নামৰ অনুবাদমূলক পুথিখনো শইকীয়ানীৰ অন্যতম সাহিত্য-কৰ্ম।

## জ্যোতিপ্ৰসাদ আগৰৱালা (১৯০৩-১৯৫১)

১৯০৩ খৃঃৰ জুন মাহত ডিব্ৰুগড় কমলাবাৰী চাহবাগানত জ্যোতিপ্ৰসাদ ওপজে। তেওঁ হৰিবিলাৰ আগৰৱালাৰ নাতি, চন্দ্ৰকুমাৰ আগৰৱালাৰ ভতিজাক আৰু পৰমানন্দ

আগৰৱালাৰ পুত্ৰ। জ্যোতিপ্ৰসাদে তেজপুৰ চৰকাৰী স্কুলত পঢ়িছিল, কিন্তু প্ৰৱেশিকা পৰীক্ষা পাছ কৰে কলিকতাৰ পৰা। তাৰ পাছত কলিকতাৰ নেচনেল্ কলেজত আই-এ মহলাৰ দ্বিতীয় বছৰলৈ পঢ়ে। উচ্চ-শিক্ষা লাভৰ উদ্দেশ্যে ১৯২৬ খৃঃত তেওঁ ইংলণ্ডলৈ যায় আৰু তাৰ এডিনবৰা বিশ্বদ্যিালয়ত কিছুকাল অধ্যয়ন কৰে, কিন্তু কোনো ডিগ্ৰী নোলোৱাকৈয়ে সিমানতে আনুষ্ঠানিক সাধাৰণ-শিক্ষাৰ ওৰ পেলাই তেওঁ জাৰ্মানলৈ যায়। তাত গৈ প্ৰখ্যাত ভাৰতীয় ফিল্ম ডিৰেক্টৰ হিমাংশু ৰায়ৰ সহায়তাত ফিল্ম-প্ৰযোজনা আৰু পৰিচালনা সম্পৰ্কে প্ৰশিক্ষণ লয়। ১৯৩০ চনত তেওঁ ভাৰতলৈ উভতি আহে, আৰু সেই সময়ত চলি থকা মহাত্মা গান্ধীৰ অসহযোগ-আন্দোলনত সক্ৰিযভাৱে যোগদান কৰে। তাৰ ফলস্বৰূপে তেওঁ ১৫ মাহ সশ্ৰম কাৰাদণ্ডও ভোগে। ১৯৩৬ খৃঃত তেওঁৰ বিবাহ হয়, আৰু বৈবাহিক বান্ধোনৰ ফলস্বৰূপে দুটি পুত্ৰ সন্তান আৰু পাঁচজনী ছোৱালীৰ জন্ম হয়। ১৯৪২ চনৰ গণ-আন্দোলনতো জ্যোতিপ্ৰসাদে সক্ৰিয-ভূমিকা গ্ৰহণ কৰে আৰু সেই প্ৰসঙ্গত তেওঁ কলিকতাত গৈ কিছুকাল আত্মগোপন কৰিবলগীয়াও হয়। ১৯৪৩ চনত মহাত্মা গান্ধীৰ নিৰ্দ্দেশ মৰ্মে তেওঁ আত্মপ্ৰকাশ কৰে, আৰু বিচাৰত খালাচ পায়। শেষৰ ফালে কংগ্ৰেছৰ কাৰ্য্যত অসন্তুষ্ট হোৱাত জ্যোতিপ্ৰসাদৰ ৰাজনৈতিক ভাৱধাৰাৰ পৰিবৰ্ত্তন হয়, মাৰ্ক্সবাদীসকলৰ গণ-নাট্য-সংঘৰ তেওঁ সভাপতিও হয়। কৰ্কট ৰোগত আক্ৰান্ত হৈ ক্ৰমে অসুস্থ হৈ ১৯৫১ চনৰ ১৭ জানুৱাৰীত জ্যোতিপ্ৰসাদে ইহলীলা সম্বৰণ কৰে।[৯৮]

*জীৱনৰ আভাস*

অসমীয়া-সাহিত্য-সংস্কৃতিলৈ জ্যোতিপ্ৰসাদৰ অৱদান বহুমুখী আৰু অতুলনীয। তেওঁ সাংবাদিক, শিল্পী, কৱি, গীতিকাৰ, নাট্যকাৰ আৰু গদ্যৰচকো। যিটো পৰিযাল হৰিবিলাস আগৰৱালা আৰু চন্দ্ৰকুমাৰ আগৰৱালাৰ নিচিনা সাহিত্য-সংস্কৃতিৰ একনিষ্ঠ- সাধাকৰ সাধনালব্ধ বহুবিধ-ফলশ্ৰুতিৰে বিশেষত্বপূৰ্ণ হৈ আহিছিল, সেই পৰিয়ালত জন্মগ্ৰহণ কৰিছে জ্যোতিপ্ৰসাদে। পৰিয়ালটোৰ এনেহেন অনুকুল-পৰিৱেশে জ্যোতিপ্ৰসাদৰ স্বাভাৱিক-সাংস্কৃতিক-প্ৰতিভাৰ ব্যাপক বিকাশত সহায়তা নকৰা নহয়। জ্যোতিপ্ৰসাদে ছাত্ৰাৱস্থাতে জেঠাক চন্দ্ৰকুমাৰৰ "অসমীয়া" কাকতত সাময়িকভাৱে কাম কৰি সাংবাদিক জীৱন আৰম্ভ কৰে। পাছত ১৯৪৪ চনত কিছুকাল "দৈনিক অসমীয়া"ৰ সম্পাদনাৰ কাম সুচাৰুৰূপে চলাই সাংবাদিক হিচাপে তেওঁ খ্যাতি অৰ্জ্জন কৰিছে। অসমৰ ফিল্ম্-শিল্পৰ জগত মুকলি কৰোঁতা হিচাপে আৰু তাৰ প্ৰাথমিক-বিকাশ সাধনকৰ্ত্তাৰূপে জ্যোতিপ্ৰসাদৰ নাম বিশেষভাৱে স্মৰণীয়। বহুত বাধা বিঘিনি আৰু প্ৰতিকূল পৰিস্থিতিকো অতিক্ৰম কৰি ১৯৩৫ চনতে তেওঁ "জয়মতী" ফিল্মটো উলিয়াই কলামোদীক চমকৃত কৰে। তাৰ পাছত ১৯৩৯ খৃঃত

*সাংবাদিক আৰু ফিল্ম প্ৰযোজক*

---

৯৮. জ্যোতিপ্ৰসাদৰ ৰচনাৱলী, ভূমিকা, —ড° সত্যেন্দ্ৰ নাথ শৰ্মা।

"ইন্দ্ৰমালতী" নামৰ সামাজিক ফিল্ম উলিয়াই অসমৰ ফিল্ম-জগতখন বহু পৰিমাণে প্ৰশস্ত কৰি তোলে। ইয়াৰ আগে আগে তেওঁ বিষ্ণুপ্ৰসাদ ৰাভাৰ সৈতে লগ লাগি "জয়মতী" আৰু "শোণিত-কুৱৰী"ৰ গ্ৰামোফোন ৰেকৰ্ড কৰে।

জ্যোতিপ্ৰসাদ আগৰৱালা স্বভাৱ-কবি, কাব্যিক-প্ৰতিভাৰ স্বাভাৱিক-স্ফুৰণ তেওঁৰ নাটক আৰু আন আন গদ্যৰচনাৰ মাজতো স্ফুৰিত হৈছে। তেওঁ আছিল বৈপ্লৱিক মনীষাৰ প্ৰতীক, তেওঁ আছিল জন-গণৰ শিল্পী। তেওঁৰ বৈপ্লৱিক মনীষাই প্ৰকাশ কৰা যি ভাৱধাৰা, সি আছিল বহু পৰিমাণে জন-সাধাৰণৰ অন্তঃস্পৰ্শীও— সি ৰূপায়িত হৈছে তেওঁৰ কৱিতা, গীত, নাট, গদ্যৰচনা আদি সকলোবোৰতে। সৌন্দৰ্য্যৰ সাধনা আৰু কল্পনা-বিলাস— "ৰোমান্টি চিজিম"ৰ এই দুই প্ৰধান-লক্ষণ তেওঁৰ সৃষ্টিৰ চলৎশক্তি হলেও ই বাস্তৱবিমুখ নাছিল বুলি বুজা যায়। জ্যোতিপ্ৰসাদৰ কবিতাৰ কথা কবলৈ যোৱাৰ লগে লগে তেওঁৰ গীতৰ কথাও মনলৈ আহে। তেওঁ ৰচনা কৰা ৩৫৯ টা গীত "জ্যোতিপ্ৰসাদ-ৰচনাৱলীৰ" অন্তৰ্ভুক্ত হৈছে। ইয়াৰ ভিতৰত কিছুমান অৱশ্যে তেওঁৰ "শোণিক-কুঁৱৰী", "ৰূপালীম" আদি নাটকৰ অন্তৰ্ভুক্ত। অসমীয়া গীত-মাতক যে নিভাঁজ অসমীয়া সুৰেৰে নাটকত পৰিৱেশন কৰিব পাৰি, ইয়াৰ বাট তেওঁ দেখুৱায়। ইয়াৰ উপৰিও, পাশ্চাত্য-সাঙ্গীতিক- যন্ত্ৰৰ লগত সমন্বয়-স্থাপন কৰি অসমীয়া-সঙ্গীত কলাৰ ক্ষেত্ৰলৈ তেওঁ এটা নতুনত্ব অনাৰ লগতে নাট্য-কলাতো অভিনৱত্ব দান কৰে। এইদৰে গীত, নাট আদিৰ দিশত নতুন-ৰূপ দিয়া কাৰণে জ্যোতিপ্ৰসাদক "ৰূপকোঁৱৰ" বোলা হৈছে। জ্যোতিপ্ৰসাদে ৰচনা কৰা কৱিতাৰ সংখ্যাও বহুত। তাৰ ভিতৰত "সুন্দৰৰ জয়যাত্ৰা", "শিল্পীৰ আলোকযাত্ৰা", "নৱবিপ্লৱী কৱি জাগে", "মোৰ কবিতা" "মুক্তি", "চিত্ৰলেখা" "জয়মতীৰ আত্মাৰ উক্তি", "কনকলতা", "বিশ্বশিল্পী" আদি কবিতাবোৰৰ নাম বিশেষভাবে উল্লেখ কৰা হ'ল। জাতীয়তাবোধ, স্বদেশানুৰাগ, অসমৰ ইতিহাস-ঐতিহ্যৰ প্ৰতি একাত্মতাবোধ, জনগণৰ প্ৰতি সহানুভূতিশীলতা, সমাজৰ কলুষ-কালিমাৰ বিলুপ্তি কামনা, আশাবাদ আদি ভাবেৰে তেওঁৰ কৱিতাসমুহ পৰিপুষ্ট। "যতীন্দ্ৰ কৱিতা", "বিদ্ৰোহী কবি প্ৰসন্নলাল" আৰু "ৰবীন্দ্ৰ নাথ" নামৰ কৱিতাত সমসাময়িক কৱিৰ প্ৰশস্তিও গাইছে। শিশু-কাব্যৰ অন্তৰ্গত তেওঁৰ "জ্যোতি ৰামায়ণ" আৰু কিছুমান শিশু-কৱিতাও উল্লেখনীয়। তেওঁক কবিতাৰ ভাষা, বিশেষকৈ দেশাত্মবোধক আৰু জাতীয়তা-ভাৱপ্ৰকাশক কবিতাসমুহৰ ভাষা ওজস্বী আৰু উদ্দীপ্ত, আৰু কোনো কোনো ক্ষেত্ৰত ধ্বন্যৰ্থৰদ্বাৰা গহীন অৰ্থপ্ৰকাশক। ছন্দপ্ৰয়োগৰ ক্ষেত্ৰতো জ্যোতিপ্ৰসাদে কোনো ঠাইত পুৰণিকলীয়া ছান্দস-ৰীতিৰ বান্ধোন ছিঙিছে, ভাৱ-লহৰ মুক্ত-গতিত আগবঢ়াই নিছে।

*গীত আৰু কৱিতা*

জ্যোতিপ্ৰসাদ আগৰৱালা নাট্যকাৰ ৰূপে অধিক খ্যাতিমান। "শোণিত-কুঁৱৰী"

"কাৰেঙৰ লিগিৰী", "ৰূপালীম", নিমাতী কইনা", "সোণ পখিলী", "লভিতা" "খনিকৰ" "কনকলতা" আৰু "সুন্দৰ কোঁৱৰ", তেওঁৰ এই কেইখন নাটক "জ্যোতিপ্ৰসাদ ৰচনাৱলী"ত ছপা হৈ ওলাইছে। "শোণিক-কুৱৰী", "কাৰেঙৰ লিগিৰী", "ৰূপালীম" আৰু "লভিতা"– এই কেইখন তেওঁৰ শ্ৰেষ্ঠ নাটক। "শোণিত-কুৱঁৰী"ৰ পাতনিত জ্যোতিপ্ৰসাদে নিজেই লিখেছে যে, সেই নাটক তেওঁ স্কুলত পঢ়ি থাকোতে চৈধ্য বছৰ বয়সতে লিখিছে। "ৰূপালীম"ৰ পাতনিৰ পৰা জনা যায়– নাট্যকাৰে ২১ বছৰৰ পৰা ২৩ বছৰৰ ভিতৰত "কাৰেঙৰ লিগিৰী" আৰু ৩৩ ৰ পৰা ৩৫ বছৰৰ ভিতৰত "ৰূপালীম্" লিখিছে। "লভিতা"ৰ বিষয়বস্তু যিহেতু ১৯৪২ চনৰ গণ-আন্দোলনৰ ভেটিত প্ৰতিষ্ঠিত, এই নাটক ইয়াৰ পৰৱৰ্ত্তী ৰচনা। কিশোৰ কালীন ৰচনা কাৰণে "শোণিত-কুঁৱৰী"ৰ ভাষা আৰু প্ৰকাশৰীতি কাব্যিক আৰু কল্পনাধৌত। পৌৰাণিক আখ্যান ঊষা-অনিৰুদ্ধৰ মিলন সূত্ৰক অৱলম্বন কৰি নাট্য-কাহিনী গ্ৰথিত। কম বয়সৰ প্ৰথম ৰচনা হিচাপে নাটকখনত খুঁত থাকিলেও চৰিত্ৰ-সৃষ্টি, সঙ্গীতৰ সমাৱেশ, আভিনয়িক দিশত সফল-কৌশলৰ উপস্থাপনা আদিয়ে ইয়াৰ নাটকীয় মূল্য ৰক্ষা কৰিব পাৰিছে। "কাৰেঙৰ লিগিৰী" সকলো দিশৰ পৰাই আগৰৱালাৰ সৰ্বশ্ৰেষ্ঠ নাটক। ইয়াৰ কাহিনীৰ পটভূমি মধ্যযুগীযা হলেও নায়াক সুন্দৰ কোঁৱৰক প্ৰগতিবাদৰ প্ৰতীকস্বৰূপে সৃষ্টি কৰা হৈছে। কাহিনীৰ বিকাশত ৰোমান্টিক-প্ৰভাৱে ক্ৰিয়া কৰিলেও সৃষ্টি-কৌশল সুন্দৰ, চৰিত্ৰবোৰো স্বকীয়-দিশত উজ্জ্বল, ভাষা আৰু সংলাপবোৰো সুস্থ। "ৰূপালীম"ৰ কাহিনীৰ পটভূমি কাল্পনিক। পূব-সীমান্তৰ ৰুকমী-জনজাতিৰ মায়াব আৰু ৰূপালীম নামৰ দুই ডেকা-গাভৰুৰ অকৃত্ৰিম- প্ৰেমৰ মিলনৰ পৰিৱৰ্ত্তে দুঃখদায়ক পৰিণতি ইয়াত দেখা গৈছে। "লভিতা"ত দেখুৱাইছে—দ্বিতীয-মহাসমৰৰ পটভূমিত ভাৰতীয়-মুক্তি -ফৌজত যোগ দিয়া এজনী অসমীয়া ছোৱালীৰ অসীম-সাহস আৰু আত্মোৎসৰ্গ। জ্যোতিপ্ৰসাদ আগৰৱালা স্বাভাৱিক বৈপ্লৱিক-মনীষাৰ অধিকাৰী। তেওঁৰ নাটসমূহৰ মাজত ইয়াৰ সুৰ ধ্বনিত। নাটকীয় কলা-কৌশলৰ ক্ষেত্ৰতো তেওঁ গতানুগতিকতা ভঙ্গ কৰি নতুনত্বৰ বাট মুকলি কৰিছে।

*নাটক*

বিবিধ-শ্ৰেণীৰ গদ্যৰচক ৰূপেও জ্যোতিপ্ৰসাদৰ বিশেষস্থান আছে। তেওঁ ৰূপহী, বগীতৰা, সোণতৰা আদি কিছুমান গল্প আৰু "আমাৰ গাওঁ" নামৰ এখন সৰু উপন্যাসো ৰচনা কৰিছে। ইয়াৰ উপৰিও অসমৰ ঐতিহ্য, সংস্কৃতি, নৃত্য-গীত আদি বিবিধ বিষয়ৰ বহুত প্ৰবন্ধও তেওঁ ৰচনা কৰি গদ্যৰীতিত বিশেষত্ব দেখুৱাইছে। তেওঁৰ প্ৰবন্ধৰ গদ্যৰীতি সুচাৰু, ঝঙ্কাৰপূৰ্ণ আৰু যুক্তিনিষ্ঠ। সকলো ঠাইতে কিন্তু সৰল বা পৰিমিত-গত্যৰীতিৰ গুণ লক্ষ্য কৰা নাযায়। মাজে মাজে দুৰূহয়ী-গদ্যৰীতিয়ে ভাৱাৰ্থ বুজিবলৈ পাঠকক ক'তো ক'তো টলকি চাবলগীয়া কৰে।

*গদ্যৰীতি*

## অৰ্জ্জুনচন্দ্ৰ দাস (১৯০৩-১৯৮৭)

বৰপেটাত জন্মগ্ৰহণ কৰা অৰ্জ্জুনচন্দ্ৰ দাস "আতা-সাহিত্যিক" ৰূপে খ্যাত। তেওঁৰ উল্লেখযোগ্য গ্ৰন্থ "মহাপুৰুষীয়া ধৰ্মৰ পঞ্চৰত্ন"। ইয়াত তেওঁ নাৰায়ণদাস ঠাকুৰ আতা, ভৱানীপুৰীয়া গোপাল আতা, শ্ৰীৰাম আতা, মধুৰাদাস বুঢ়া আতা আৰু পদ্ম আতাৰ জীৱন-চৰিত প্ৰমাণিকভাৱে অতি সুন্দৰধৰণে অঙ্কন কৰিছে। গ্ৰন্থখনৰ ভাষা আৰু প্ৰকাশৰীতি বিষয়ৰ লগত খাপ খোৱা। ইয়াৰ উপৰিও "অসমীয়া সাধু", "বুঢ়া আতা" "আদি পুথিও তেওঁ লিখিছে।

## পাৰ্বতীপ্ৰসাদ বৰুৱা (১৯০৪-১৯৬৪)

প্ৰথম অভিধানপ্ৰণেতা যাদুৰাম বৰুৱাৰ নাতি পাৰ্বতীপ্ৰসাদ বৰুৱা। তেওঁ শিৱসাগৰত ওপজে। গুৱাহাটীৰ কটন কলেজৰ পৰা আই-এচ্-চি আৰু কলিকতাৰ স্কটিছ চাৰ্চ কলেজৰ পৰা বি-এ পাছ কৰি চাহ-বাগিচাৰ কামত তেওঁ আত্মনিযোগ কৰে। কাব্যিক-প্ৰতিভাৰ কাৰণে সাহিত্যৰ ইতিহাসত তেওঁৰ নাম সমুজ্জ্বল। "সোণৰ সোলেঙ" (১৯৫৫) "গুণগুণনি" (১৯৫৮) "ভগা টোকাৰীৰ সুৰ" (১৯৫৯) "লুইতী" (১৯৫৯) আৰু "শুকুলা ভাৱৰ আৰু কহুৱা ফুল' (১৯৬৩), এই কেইখন তেওঁৰ কাব্যিক-অৱদান। এইবোৰৰ অন্তৰ্ভুক্ত কবিতাবোৰে পাৰ্বতীপ্ৰসাদ বৰুৱাক অসমীয়া-গীতিকৱিতাৰ শাৰীত সুপ্ৰতিষ্ঠিত কৰি তুলিছে। মধুৰ-কোমল শব্দাৱলীৰ প্ৰয়োগ আৰু ছান্দস-লালিত্যই তেওঁৰ প্ৰকাশ-ৰীতিক বিশেষত্ব দান কৰিছে। জাগতিক-সৌন্দৰ্য্যৰ প্ৰতি সম্মোহ আৰু আধ্যাত্মিক-অনুভূতিৰ প্ৰৱাহ তেওঁৰ বহুত কৱিতাৰ চালিকা শক্তি। "সোণৰ সোলেঙ"ত ব'ৰাগীৰূপী কবিয়ে দেখিছে— দূৰত মহা-জীৱনৰ বস্তি "জ্বলিছে, ইযাক পোৱাৰ আশাত জীৱ আগুৱায, কিন্তু জীৱ যিমানেই আগবাঢ়ে, সি সিমানেই আঁতৰি যায়। "সেই ছা-পোহৰৰ সপোন মাধুৰী চাই" মৰতৰ জীৱ হাবাথুৰি খাইছে, সেই জেউতি বিচাৰি ক'ত সন্ধানী, ক'ত ৰহস্যবাদী অনাই-বনাই ফুৰিছে। যেতিয়া মাযা আঁতৰিব, তেতিয়া হয়তো জীৱৰ সপোন সফল হব আৰু জীৱনৰ ঈপ্সিত মহাধন লাভ হব।

## কমলেশ্বৰ চলিহা (১৯০৪—)

কমলেশ্বৰ চলিহা এগৰাকী কবি, ঔপন্যাসিক আৰু নাট্যকাৰ। "সংসাৰী" (১৯২২) তেওঁৰ প্ৰথম কৱিতাৰ পুথি। ইয়াৰ পৰৱৰ্ত্তী তেওঁৰ কবিতাৰ পুথি "কণ-মৌ (১৯২৭), মুকুতি" (১৯২৭), "গুণ্-গুণ" (১৯৩০) আৰু "ছন্দিতা" (১৯৪১)। তেওঁৰ প্ৰকাশতি উপন্যাস "প্ৰিয়া"। "ধূলি" (১৯৩০) আৰু "বৰলা" (১৯৩০), এই দুখন তেওঁৰ প্ৰকাশিত

নাটক। "গান্ধীথল- কমল" নামৰ নাটক এখন সাময়িক আলোচনীত প্ৰকাশ হৈছে। "কণ-মৌ" চলিহাৰ নীতিমূলক শিশু-কৱিতা। ধ্বন্যৰ্থই তেওঁৰ গহীন কৱিতাবোৰৰ বিশেষত্ব প্ৰকাশ কৰে। আধ্যাত্মিক- ভাৱেও কিছুমান কবিতা সজীৱ কৰি ৰাখিছে। শৰ্মিষ্ঠা নামৰ দুখীয়া ছোৱালী এজনীক কেন্দ্ৰ কৰি ৰচনা কৰা "প্ৰিয়া" নামৰ উপন্যাসত চলিহাই এক ধৰণৰ সামাজিক সমস্যা ফুটাই তুলিছে।

# বিনন্দচন্দ্ৰ বৰুৱা (১৯০৫-)

গোপাল বৰুৱাৰ পুত্ৰ বিনন্দচন্দ্ৰ বৰুৱা যোৰহাট মহকুমাৰ টিয়কত ওপজে। তেওঁ যোৰহাট চৰকাৰী হাইস্কুলৰ পৰা প্ৰবেশিকা-পৰীক্ষা আৰু গুৱাহাটীৰ কটন-কলেজৰ পৰা বি এ পৰীক্ষা পাছ কৰে। বৰুৱাই শিক্ষকৰূপে কৰ্ম-জীৱন আৰম্ভ কৰে জাঁজী হাইস্কুলত, পাছত সেই স্কুলতে প্ৰধান-শিক্ষকৰূপে কাম কৰি যথাসময়ত সেই পদৰ পৰা অৱসৰ লয়।

বিনন্দচন্দ্ৰ বৰুৱাই কৱি হিচাপে প্ৰসিদ্ধি লাভ কৰাৰ উপৰিও নাট্যকাৰ আৰু শিশু-সাহিত্যিক ৰূপেও তেওঁ জনাজাত। ১৯২৮-২৯ চনত "অসম ছাত্ৰ সন্মিলন"ৰ মুখপত্ৰ "মিলন"ৰ সম্পাদকৰূপে আৰু "বৰদৈচিলা"ৰো এটা সময়ৰ সহায়কৰূপে তেওঁ সাংৱাদিকতাৰ দিশতো অৰিহণা যোগাইছে। বিনন্দচন্দ্ৰ বৰুৱাক কবিৰূপে সুপ্ৰতিষ্ঠ কৰিছে তিনিখন পুথিযে— শঙ্খধ্বনি (১৯২৫), প্ৰতিধ্বনি (১৯৪০) আৰু জয়ধ্বনি (১৯৭৪)।

*কাব্যিক অৱদান*

পুথিকেইখনৰ নাম আৰু লগতে কৱিতাসমূহৰ সূচিত অৰ্থৰ ফালৰ পৰা তেওঁক উপযুক্তভাবেই বোলা হয় "ধ্বনি কবি।" বিশেষকৈ "শঙ্খধ্বনি"ৰ কৱিতাসমূহৰ মাজত কৱিৰ অতীত-প্ৰেম, বুৰঞ্জী-প্ৰীতি আৰু লগতে উদ্দীপ্ত-ভাষাৰ স্বকীয়-প্ৰকাশ-ৰীতিৰ মাজেদি সেইবোৰক চিত্ৰ ৰং কৰি তুলিব পৰা ক্ষমতা বিশেষভাবে পৰিলক্ষিত। বিবৰণৰ ক্ষেত্ৰত দেখুওৱা বিশেষত্বৰ কাৰণে বৰুৱা আমাৰ সাহিত্যত " বিবৰণী-কৱি" খিতাপেৰেও খ্যাতিমান। অনুভূতিৰ গভীৰতা নাথাকিলেও জতুৱা-ঠাত, খণ্ড-বাক্য, আৰু যুগসাপেক্ষ-ঐতিহাসিক-শব্দ প্ৰয়োগ, লগতে ক'তো ক'তো পুৰণি-ছন্দকে কিঞ্চিৎ পৰিবৰ্ত্তনৰ মাজেদি নতুন ৰূপত ছান্দস- লালিত্যৰ প্ৰদৰ্শন— এই বিশেষত্ববোৰেৰে বৰুৱাৰ কৱিতা বৰ্ণনাত্মক হোৱা সত্ত্বেও অনুভূতিশীল পাঠকৰ অন্তঃস্পৰ্শী হবও পাৰিছে। "গড়গাওঁ" কৱিতা ইয়াৰ বিশেষ অন্যতম নিদৰ্শন। ছান্দস-ৰচনাৰ মাজত অতীত-স্মৃতি আৰু অতীত-গৌৰৱ জাগ্ৰত কৰি তুলিব পৰা ক্ষমতা বৰুৱাৰ বিশেষ। এই ফালৰ পৰা ড° সত্যেন্দ্ৰনাথ শৰ্মাই[৯১] কৈছে— "বৰুৱাক অসমৰ চাৰণ-কৱি আখ্যা দিব পাৰি।"

---

৯১. অ. সা. স ই.

"শৰাইঘাট" (১৯৩৭) আৰু "পাৰ্থ-সাৰথি" (১৯৩৩) — এই দুখন নাটক ৰচনা কৰি বিনন্দচন্দ্ৰ বৰুৱাই নাট্য-জগতত স্থান লভিছে। ইয়াৰ প্ৰথমখনে ৰূপ দিছে অসম বুৰঞ্জীৰ এটা গৌৰৱোজ্জ্বল ঘটনা— শৰাই ঘাটৰ যুদ্ধ। এই যুদ্ধৰ নায়ক লাচিত বৰফুকন নাটনৰো নায়ক। কাল্পনিক ঘটনাৰ প্ৰাধান্য থকা কাৰণে নাটকখনত শৰাইঘটীয়া বীৰ লাচিতৰ স্বৰূপ ঠিকমতে প্ৰকাশ হব নোৱাৰিলে। মহাভাৰতীয় যুদ্ধৰ মূল কথাখিনি "পাৰ্থ-সাৰথি" নাটকৰ বিষয়বস্তু। পাৰ্থই (অৰ্জ্জুনে) কৃষ্ণক সাৰথিৰূপে লাভ কৰাৰ পাছৰ পৰা কুৰুক্ষেত্ৰ যুদ্ধৰ সমাপ্তি পৰ্য্যন্ত বিস্তৃত ঘটনাবোৰৰ সংক্ষিপ্ত ৰূপায়ণ পোৱা গৈছে এই নাটকত। "ল'ৰাৰ বেজবৰুৱা", আৰু "মহাৰাজ নৰনাৰায়ণ", এই দুখন চেমনীয়াৰ উদ্দেশ্যে ৰচিত তেওঁৰ গদ্য-ৰচনা। ইয়াৰ উপৰিও, ৰাজপুত বীৰসকলৰ বীৰত্বপ্ৰকাশক "ৰাজস্থানৰ গল্প" নামৰ এখন অনুবাদ গ্ৰন্থও তেওঁৰ উল্লেখনীয় কৃতি। কেৰপাই শৰ্মা— এই ছদ্মনামত বিনন্দচন্দ্ৰ বৰুৱাই কিছুমান খুহুটীয়া প্ৰবন্ধও লিখি গৈছে।

*নাটকীয় আৰু আন অৱদান*

## হৰেন্দ্ৰনাথ শৰ্মা (১৯০৫-১৯৭৩)

বজালী-অঞ্চলত জন্মগ্ৰহণ কৰা শিক্ষাবিদ হৰেন্দ্ৰনাথ শৰ্মাই পাটাচাৰকুছি বিদ্যাপীঠ হাইস্কুলত প্ৰধান-শিক্ষকৰূপে শিক্ষকতা কৰি তাৰ পৰা অৱসৰ লয়। অতি বুদ্ধিমন্ত আৰু প্ৰতিভাশালী শৰ্মা ছাত্ৰাৱস্থাৰে পৰা আছিল সাহিত্যসেৱী। কলেজীয়া ছাত্ৰাৱস্থাতে তেওঁ কেইবাখনো পুথি ৰচনা আৰু প্ৰকাশ কৰে। ১৯৩৩ চনতে তেওঁ কলিকতাৰ পৰা "পখিলা" নামৰ এখন চেমনীয়াৰ উপযোগী আলোচনী উলিয়াইছিল। "শিৱাজী", "অশোক", "কামালপাছা", "জোৱানডাৰ্ক", "সময় বালিৰ খোজবোৰ" আদি পুথিয়ে তেওঁৰ নাম সাহিত্যৰ ক্ষেত্ৰত স্থায়ী কৰিছে। "অশোক" আৰু "সময় বালিৰ খোজবোৰ"— এই দুখন পুথিৰ কাৰণে এসময়ত শৰ্মাই ৰাষ্ট্ৰীয় পুৰস্কাৰো লাভ কৰিছে। "অসমীয়া বচন-ভঙ্গী নামৰ অসমীয়া খণ্ড-বাক্যৰ বৃহৎ সঙ্কলনটো শৰ্মাৰ অন্যতম বিশেষ-কৃতি। তেওঁৰ "জোৱান ডাৰ্ক", "কামাল পাছা" আদি জীৱনবৃত্তৰ ভাষা ওজস্বী আৰু ভাৱপ্ৰসাৰী।

## শ্ৰীৰামচন্দ্ৰ দাস (১৯০৫-১৯৮৭)

বৰপেটাৰ গাতে লাগি থকা সুন্দৰীদিয়াত জন্মগ্ৰহণ কৰা "লোক-সাহিত্য-বিশাৰদ" শ্ৰীৰামচন্দ্ৰ দাস জন-সাহিত্যৰ অনুসন্ধান, সংগ্ৰহ আৰু সেইবোৰৰ প্ৰচাৰৰ কাৰণে বিখ্যাত। তেওঁৰ সেইধৰণৰ সংগৃহীত পুথিবোৰৰ ভিতৰত "মইনাৰ সাধু", "ফকৰা-যোজনা" "মোৰ দেশৰ সাধুকথা", "অসমীয়া জনসাহিত্যৰ পাৰিজাত" আদি উল্লেখনীয়। জন-সাহিত্যৰ সংগ্ৰহমূলক-পুথিৰ উপৰিও "বভ্ৰুবাহন", "বৈতৰণী", "দেশৰ চাকি", "মাটিৰ মোহ" আদি তেওঁৰ কেইবাখনো পুথিয়ে প্ৰকাশ লভিছে।

## অতুলচন্দ্ৰ হাজৰিকা (১৯০৬—)

গুৱাহাটীৰ উজান বজাৰত স্থায়িভাবে বাস কৰা অতুলচন্দ্ৰ হাজৰিকাৰ মূল ঘৰ আছিল নগাওঁৰ উৰীয়া গাঁৱত। তেওঁৰ পিতৃৰ নাম ৰমাকান্ত হাজৰিকা আৰু মাতামহ আছিল "অভিমন্যু-বধ" কাব্যৰ ৰচক ৰমাকান্ত চৌধুৰী। হাজৰিকাই ১৯২৩ চনত প্ৰৱেশিকা, ১৯২৫ চনত আই-এইচ-চি আৰু ১৯২৮ চনত বি-এ পৰীক্ষা পাছ কৰে। হাইস্কুলৰ সহকাৰী শিক্ষক হিচাপে তেওঁ চাকৰি জীৱন আৰম্ভ কৰে। চাকৰি কালৰ ভিতৰতে হাজৰিকাই বি-এল, বি-টি আৰু অসমীয়াত এম-এ পাছ কৰে। শেষৰ ফালে তেওঁ কটন-কলেজৰ অসমীয়া বিভাগৰ অধ্যাপক হয়, আৰু যথাসময়ত ১৯৬১ চনত সেই পদৰ পৰাই অৱসৰ গ্ৰহণ কৰে।

*পৰিচয়*

অতুলচন্দ্ৰ হাজৰিকা আমাৰ সাহিত্যৰ অক্লান্ত আৰু নিষ্ঠাবান লেখক। ছাত্ৰাৱস্থাৰে পৰা জীৱনৰ শেষ-কাললৈকে পৰম-নিষ্ঠাৰে সৈতে তেওঁ সাহিত্য-কৰ্মত ব্ৰতী হৈ আহিছে। হাজৰিকাৰ সাহিত্যিক-প্ৰতিভাই বহু দিশ উদ্ভাসিত কৰিছে। তেওঁ বিখ্যাত কবি আৰু নাট্যকাৰ ৰূপে সৰ্বজনবিদিত। তাৰ উপৰিও তেওঁ সাংবাদিক, শিশু-সাহিত্যিক, অসমৰ মঞ্চজগতৰ ইতিহাস প্ৰণেতা আৰু গ্ৰন্থসম্পাদক। "দীপালী" (১৯৪০), "মুকুতা মালা" (১৯৪১), " মণিমালা" (১৯৪১), "পাঞ্চজন্য" (১৯৩১), তপোবন (১৯৫৫, "মাণিকি মাধুৰী" আৰু "ৰুণুক-জুনুক" (১৯৫৩)— হাজৰিকাৰ এই কেইখন কবিতাৰ পুথি। ইয়াৰ ভিতৰত শেষৰ দুখন শিশু-কবিতাৰ অন্তৰ্ভুক্ত। হাজৰিকাৰ কবিতাৰ বিষয় বিবিধ। পৌৰাণিক, ঐতিহাসিক আৰু সামাজিক— এই গোটেইবোৰ দিশৰ পৰা তেওঁ কবিতাৰ সমল আহৰণ কৰিছে। প্ৰাকৃতিক-দৃশ্য, তাৰ ৰেহ-ৰূপ, দেশ-প্ৰেম, ভাষা-জননীৰ প্ৰতি শ্ৰদ্ধা আৰু আনুগত্য, সামাজিক বৈষম্যৰ প্ৰতি দৃষ্টিপাত, সেইবোৰত -কবিৰ সহানুভূতিশীল প্ৰতিক্ৰিয়া, দলিত জনৰ প্ৰতি দৰদ আদি নানাধৰণৰ বিষয়বস্তুৰ ওপৰত কবিতা ৰচিত। কবি হাজৰিকাৰ বৰ্ণনাশক্তি প্ৰবল। বস্তুৰ আৱয়বিক-স্বৰূপ আৰু স্থূল-ৰূপৰ চিত্ৰণত তেওঁ নিপুণ। সেই অনুপাতে কিন্তু কাব্যসুলভ অন্তৰ্দৃষ্টিয়ে কবিতাসমূহ মনোৰম কৰি তুলিছে বুলি কবলৈ টান লাগে। উপযুক্ত ভাষা আৰু ছন্দস-লালিত্যৰ যোগেদি কবিতাসমূহ সুসজ্জিত আৰু সুন্দৰ, কিন্তু কল্পনাৰ মহত্ত্ব আৰু অনুভূতিৰ গভীৰতাজনিত মৰ্ম্মধ্বনিয়ে পাঠকৰ অন্তৰ স্পৰ্শ নকৰা কবিতাও হাজৰিকাৰ কাব্যৰাজিৰ মাজত আছে। অৱশ্যে দেৱদাসী, সোণৰ হৰিণা আদি কিছুমান কবিতা ইয়াৰ ব্যতিক্ৰম। "নটী মই নাচি নাচি পাষাণৰ লভিম কৰুণা"— "দেৱদাসী"ত প্ৰকাশিত এই মৰ্ম্মধ্বনিয়ে— অৰ্থাৎ একান্ত ভক্তৰ ভক্তিৰ দৃঢ়তাত থকা বিশ্বাসে কবিতাটো মহৎ কৰি তুলিছে। "বালিচৰ" কবিতায়ো পাঠকৰ মনত অসমৰ ঐতিহাসিক-স্মৃতি ধ্বনিত কৰি তুলিছে।

*কাব্যিক অৱদান*

অতুলচন্দ্ৰ হাজৰিকা নাট্যকাৰ ৰূপে বিশেষ বিখ্যাত। আমাৰ সাহিত্যত কোনো লেখকে হাজৰিকাৰ সমানসংখ্যক নাটক ৰচনা কৰিব পৰা নাই। তেওঁৰ বেছিভাগ নাটকেই পৌৰাণিক আৰু বুৰঞ্জীমূলক। দাদাকৰ্ণ (১৯২৯), নৰকাসুৰ (১৯৩০), বেউলা (১৯৩৩), নন্দদুলাল (১৯৩৫), চম্পাৱতী (১৯৩৫) কুৰুক্ষেত্ৰ (১৯৩৬), শ্ৰীৰামচন্দ্ৰ (১৯৩৭), সীতা (১৯৫২), দময়ন্তী (১৯৫২), ৰুক্মিণী হৰণ, সতী (১৯৬২), তপতী আদি নাটকবোৰ পৌৰাণিক বিষয়বস্তুৰ অৱলম্বনত ৰচিত। "নৰকাসুৰ" নাটক কলেজত পঢ়ি থাকোতে ১৯২৬ চনত হাজৰিকাই লিখিছে। কণৌজ কুঁৱৰী বা হিন্দুস্থান-বিজয় (১৯৩৩), ছত্ৰপতি শিৱাজী (১৯৪৭, টিকেন্দ্ৰজিৎ (১৯৫৯), বীৰাঙ্গনা (১৯৫২), পাণিপথ আৰু আহুতি (১৯৫২), এইকেইখন তেওঁৰ বুৰঞ্জীমূলক নাটক। আমাৰ নাট্য-সাহিত্যৰ পৰিপুষ্টি সাধনৰ কাৰণে হাজৰিকাই সংস্কৃত আৰু ইংৰাজী সাহিত্যৰ পৰা কেইবাখনো নাটক অনুবাদো কৰিছে। কালিদাসৰ "অভিজ্ঞান-শকুন্তলাৰ" তেওঁ অসমীয়া অনুবাদ কৰিছে "শকুন্তলা" (১৯৪০) নামেৰে, আৰু ইংৰাজ কবি চেক্সপীয়েৰৰ "Merchant of Venice" আৰু "King Lear"ৰ অনুৱাদ কৰিছে যথাক্ৰমে "বণিজ কোঁৱৰ" আৰু "অশ্ৰুতীৰ্থ" নাম দি। ইয়াৰ উপৰিও হাজৰিকাই "মৰ্জ্জিয়ানা" (১৯৩৯), "মানস-প্ৰতিমা" (১৯৪৮), "ৰংমহল", "কল্যাণ" (১৯৩৯) আদি বিবিধ বিষয়ৰ নাটক লিখিছে। ইয়াৰ শেষৰখন, অৰ্থাৎ "কল্যাণী" অস্পৃশ্যতাভাৱাপন্ন সামাজিক নাটক। "মৰ্জ্জিয়ানা" আৰু "মানস-প্ৰতিমা" যথাক্ৰমে আৰাব্যোপন্যাসৰ আলিবাবা আৰু দুকুৰি ডকাইত-আৰু ফাৰ্চী সাহিত্যৰ শিৰি ফৰহাদৰ আখ্যানৰ আধাৰত ৰচিত।

*নাটক*

বিংশ-শতিকাৰ চাৰিটামান দশক পৰ্য্যন্ত প্ৰধানভাবে বঙালী-নাটকৰ অভিনয়ৰে অসমীয়াই নাট্য-ৰস পান কৰিবলগীয়া হৈছিল। অতুল চন্দ্ৰ হাজৰিকাই ছাত্ৰাৱস্থাতে অসমৰ নাট্য-জগতৰ এই অৱস্থা অনুভৱ কৰিছিল। "মৌলিক-নাটৰ অভাৱ মানেই চিন্তাশীল লিখকৰ অভাৱ; হাজৰিকাই দৃঢ়সঙ্কল্প কৰে— যেনে তেনে এই অভাৱ দূৰীভূত কৰিবলৈ। অভাৱেই আবিষ্কাৰৰ মূল— কথাষাৰ সাৰ্থক হ'ল। চাওতে চাওতে এখন দুখনকৈ একেৰাহে কেবাখনো পূৰ্ণাঙ্গ-মঞ্চোপযোগী নাট ৰচনা কৰি তেওঁ অসমৰ ৰঙ্গমঞ্চৰ বেদীত থাপনা পাতিলে আৰু নাট্যামোদীসকলে তাক সাদৰে আদৰি লৈ অভিনয় কৰি নবীন নাট্যকাৰক উৎসাহিত কৰিব ধৰিলে"[১০০] উল্লেখযোগ্য কথা— গিৰিশচন্দ্ৰ ঘোষ, দ্বিজেন্দ্ৰ লাল আদি অগ্ৰবৰ্ত্তী বঙালী নাট্যকাৰ সকলৰ ৰচনাৰ প্ৰভাৱত হাজৰিকা প্ৰভাৱিত হৈছিল; অথচ সেই প্ৰভাৱজনিত সৃষ্টিয়ে অসমীয়া-নাট্য-জগতত বঙালী-প্ৰভাৱ দূৰ কৰাত সহায়তা কৰিছিল।

*নাটকৰ অভাৱ অনুভৱ*

বুৰঞ্জীমূলক-নাটকৰ ভিতৰত "কণৌজ-কুঁৱৰী" আৰু পৌৰাণিক নাটকৰ ভিতৰত

---

১০০. অ. না. সা. জি. : ড° হৰিচন্দ্ৰ ভট্টাচাৰ্য্য

"বেউলা" নাট্যকাৰৰ প্ৰথম-সৃষ্টি। দুয়োখনেই ১৯২৩ চনত ছাত্ৰাবস্থাতে অগা-পিছাকৈ ৰচনা কৰা। পৌৰাণিক-নাটকৰ-ভিতৰত "নৰকাসুৰ" হাজৰিকাৰ শ্ৰেষ্ঠ-কৃতি। কালিকা-পুৰাণৰ নৰক আখ্যানটোত কিছু কাল্পনিক-কথা যোগ দি এই নাটকৰ কাহিনীটো সৃষ্টি কৰা হৈছে। দেখাত ট্ৰেজেডি যেন লাগিলেও ই অৱশ্যে প্ৰকৃত-ট্ৰেজেডিৰ শাৰীত উঠা নাই, ই এক প্ৰকাৰ মেলোড্ৰামাৰ অন্তৰ্গত। কুৰুক্ষেত্ৰ, নন্দদুলাল, শ্ৰীৰামচন্দ্ৰ, বেউলা আদিও পৌৰাণিক-নাটকৰূপে বিশেষত্বপূৰ্ণ। "কুৰুক্ষেত্ৰ"ত কুৰুক্ষেত্ৰ যুদ্ধৰ মূল-কথাখিনি, "নন্দদুলাল"ত নন্দ-পুত্ৰৰূপে কৃষ্ণলীলা, "শ্ৰীৰামচন্দ্ৰ"ত ৰামচন্দ্ৰকেন্দ্ৰী ৰামায়ণী-কথাৰ সাৰাংশ আৰু "বেউলা"ত বেউলা-লখিন্দাৰৰ আখ্যানৰ নাটকীয় ৰূপ দিয়া হৈছে। হাজৰিকাই পৌৰাণিক-নাটকৰ বেছিভাগ কথাকেই গৈৰিশী-অমিত্ৰাক্ষৰ ছন্দত লিখিছে। তেওঁৰ নাটকৰ ভাষা উপযুক্তভাৱেই কাব্যধৰ্মী, আবেগিক, শক্তিশালী আৰু প্ৰয়োজন বিশেষে ক্ৰমোৰ্দ্ধগতিত আগবঢ়া। বুৰঞ্জীমূলক-নাটক কেইখনৰ ভিতৰত "কণৌজ কুঁৱৰী", "ছত্ৰপতি শিৱাজী" আৰু "টিকেন্দ্ৰজিতে" সুকীয়া বিশেষত্ব দাবী কৰিব পাৰে। কাহিনীৰ ৰূপায়ণ, সংলাপ, চৰিত্ৰ-সৃষ্টি আদিৰ দিশত "ছত্ৰপতি শিৱাজী"ক শ্ৰেষ্ঠস্থান দিব পৰা যায়। বুৰঞ্জীমূলক নাটককেইখন হাজৰিকাই গদ্যত লিখিছে। আন হাতেদি আকৌ, অনুবাদমূলক নাটকবোৰৰ বেছিভাগ কথাকেই অমিত্ৰাক্ষৰ ছন্দত প্ৰকাশ কৰিছে। তেওঁৰ গদ্যৰ ভাষা বহু পৰিমাণে সংস্কৃতীয়া, অথচ জতুৱা ঠাচপূৰ্ণ। ৰচনাৰ সমাধি-গুণ, অৰ্থাৎ শব্দগত আৰু অৰ্থগত এই উভয়স্বৰূপতে বাক্যৰ উঠা নমা গুণে তেওঁৰ নাটকীয় গদ্য প্ৰয়োজন সাপেক্ষে ওজস্বী আৰু লঘু কৰি তুলিছে। হাজৰিকাৰ নাটকসমূহৰ কাহিনীৰ মাজত চৰিত্ৰসমূহৰ অন্তৰ্দ্বন্দ্ব দেখা নাযায়, বহিৰ্দ্বন্দ্বইহে প্ৰায়বোৰতে সংঘাতৰ সৃষ্টি কৰিছে। দেশ-প্ৰেম আৰু ভাষা জননীৰ প্ৰতি থকা গভীৰ অনুৰাগে অতুলচন্দ্ৰ হাজৰিকাক অক্লান্ত সাহিত্যসেৱী কৰি তুলিছে বুলি কব পৰা যায়। বেজবৰুৱা-গোহাঞিবৰুৱাৰ নিচিনা ভাষা জননীৰ অভাৱপূৰণ কৰাটোও তেওঁৰ সাহিত্য-সৃষ্টিৰ অন্যতম কাৰণ। হাজৰিকাৰ সৃষ্টিমূলক কৃতিৰ ব্যাপক— পৰিসৰৰ মাজত কিছুমান হয়তো মণি-মুক্তা ৰূপে নিজিলিকিবও পাৰে, কিছুমান আকৌ কালৰ বা-বতাহত নিষ্প্ৰভও হব পাৰে; কিন্তু এই কথা ঠিক— বিংশ শতিকাৰ তৃতীয় দশকৰ পৰা প্ৰায় চাৰিটা দশকতকৈও অধিক কাল ব্যাপি অসমীয়া-সাহিত্য কানন বিচিত্ৰ-ৰূপ-মাধুৰ্য্যত আকৰ্ষণীয় কৰি তোলা সৃষ্টিত অতুলচন্দ্ৰ হাজৰিকাৰ অৱদান নিঃসন্দেহে স্বীকাৰ্য্য।

*সাধাৰণ দৃষ্টিপাত*

এটা সময়ত কিছু দিনৰ কাৰণে "মিলন" আলোচনী সম্পাদন কৰি অতুলচন্দ্ৰ হাজৰিকা সাংবাদিক ৰূপেও পৰিগণিত হৈছিল। শিশু-সাহিত্যিক হিচাপেও হাজৰিকাৰ বিশেষ খ্যাতি আছে। কথা-দশম, কথা-কীৰ্ত্তন, জাতকৰ সাধু, অমীয়া নাটৰ সাধু, উদ্ধৱৰ ভোগজৰা আদি তেওঁৰ গদ্যত ৰচিত শিশু-সাহিত্যৰ উপৰিও মাণিকী-মাধুৰী আৰু ৰুণুক-জুনুক নামৰ দুখন

*শিশু সাহিত্য আৰু গ্ৰন্থ সম্পাদন*

শিশু-কবিতাও তেওঁ ৰচনা কৰিছে। "মঞ্চলেখা" নামৰ বিৰাট কলেৱৰৰ যি গ্ৰন্থ হাজৰিকাই প্ৰণয়ন কৰিছে, সিয়েই তেওঁক অসমৰ মঞ্চজগতৰ ইতিহাস-ৰচকৰূপে সুপ্ৰতিষ্ঠিত কৰিছে। এই গ্ৰন্থ হাজৰিকাৰ বহু পৰিশ্ৰম, অনুসন্ধান আৰু নাট্যজগতৰ প্ৰতি থকা একান্ত অনুৰাগৰ ফলশ্ৰুতি। অসমৰ নাট্যজগকৰ বহল আলোচনাৰ সমল ইয়াত নিহিত। লক্ষ্মীনাথ বেজবৰুৱাৰ সমগ্ৰ গ্ৰন্থৰাজি অতুলচন্দ্ৰ হাজৰিকাই সম্পাদন কৰিছে। দুটা খণ্ডত ইয়াক গুৱাহাটীৰ "সাহিত্য প্ৰকাশ" নামৰ অনুষ্ঠানে ছপা কৰি উলিযাইছে (১৯৭০)। বিভিন্ন ঠাইত, বিভিন্ন আলোচনী আদিৰ পাতত সিঁচৰতি হৈ থকা ৰচনাবোৰৰ অনুসন্ধান আৰু সংগ্ৰহ কাৰ্য্য অতীৱ কঠিন আৰু সময়সাপেক্ষ। হাজৰিকাই একপ্ৰকাৰ এই দুঃসাধ্য বিৰাট কাম হাচিল কৰি এক বৈজ্ঞানিক-পদ্ধতিৰ মাজেদি সেইবোৰ শ্ৰেণীবিভাগ কৰি সজাইছে, আৰু দীৰ্ঘাৱয়ৱিক-আলোচনামূলক ভূমিকা লিখি ইযাত সংযোগ কৰি পাঠকৰ পঠন আৰু তত্ত্বাৰ্থৰ অনুধাৱনত সহায়তা কৰিছে। গ্ৰন্থৰ সম্পাদকৰূপে ইযাত হাজৰিকাৰ কৃতিত্ব বিশেষ।

## আনন্দচন্দ্ৰ বৰুৱা (১৯০৬-১৯৮২)

কবি আৰু নাট্যকাৰ আনন্দচন্দ্ৰ বৰুৱাৰ ঘৰ যোৰহাটত। তেওঁৰ পিতৃ আছিল প্ৰেমধৰ বৰুৱা। যোৰহাট চৰকাৰী হাইস্কুলৰ পৰা ১৯২৬ চনত প্ৰৱেশিকা-পৰীক্ষা পাছ কৰি তেওঁ কাশী-হিন্দু-বিশ্ববিদ্যালয়ত গৈ পঢ়ে। কিন্তু আই-এ পাছ নকৰাকৈয়ে ঘূৰি আহি জীৱিকাৰ কাৰণে শিক্ষকতা, সাংবাদিকতা আদি কাম কৰে। "বিজয়া", "বিসৰ্জ্জন", "নল-দময়ন্তী", "কমতা-কুঁৱৰী" আদি নাটকৰ ৰচনাৰ যোগেদি নাট্যকাৰ ৰূপে জনাজাত যদিও কাব্যিক-সৃষ্টিৰ কাৰণেহে তেওঁ অধিক খ্যাত। প্ৰথমতে বিভিন্ন আলোচনীত বৰুৱাৰ কবিতা প্ৰকাশ পায। "পৰাগ", "পুষ্পক" আৰু "ৰঞ্জন ৰশ্মি" নামৰ কবিতা পুথিৰ উপৰিও "বকুল বনৰ কবিতা" নামৰ এখন তেওঁৰ নিৰ্বাচিত কবিতাৰ সঙ্কলন আছে। এই শ্ৰেষ্ঠ সঙ্কলনটোৰ কাৰণে আনন্দচন্দ্ৰ বৰুৱা "বকুল বনৰ কবি" ৰূপে খ্যাত। তেওঁৰ আন দুখন কাব্যিক-সৃষ্টি বিশেষভাবে উল্লেখনীয— এখন মহাকবি কালিদাসৰ "কুমাৰ সম্ভৱ"ৰ অনুবাদ আৰু আনখন পাৰস্যৰ চূফীকবি হাফেজৰ অনুবাদ। ছুফী কবিৰ অনুবাদ কৃত্তিৰ নাম "হাফিজৰ সুৰ"। এই কাব্যিক-অনুবাদে আনন্দচন্দ্ৰ বৰুৱাৰ কাব্যিক-প্ৰতিভাৰ স্বীকৃতি সুদৃঢ় কৰি তোলে। তেওঁ ৰোমাণ্টিক কবি। "পৰাগে" প্ৰথম অৱস্থাতে তেওঁক প্ৰেমৰ কবিৰূপে জনাজাত কৰি তোলে। কল্পনা-বিলাস, আৱেগ-অনুভূতিৰ মাত্ৰাধিক্য, সৌন্দৰ্য্যৰ মোহ আদি ৰোমাণ্টিক-বিশেষত্ববোৰ তেওঁৰ কবিতা এক শ্ৰেণী পাঠকৰ আকৰ্ষণীয় কবি তুলিছে। ৰূপগত-মাধুৰ্য্য থাকিলেও সকলোবোৰ কবিতাতে অৱশ্যে ভাবৰ গভীৰতা বিশেষভাবে উল্লেখনীয় হৈ উঠা নাই।

*সাহিত্যিক অৱদান*

আনন্দচন্দ্ৰ বৰুৱাৰ "বিজয়া" নাটকৰ বিষয়বস্তু আধাৰিত বিদেশী-সাহিত্যৰ এটা আখ্যানৰ ওপৰত। "বিসৰ্জ্জন" আৰু "নল-দময়ন্তী"ৰ বিষয়বস্তু গৃহীত হৈছে ভাৰতীয়-পৌৰাণিক আখ্যানৰ পৰা। "কমতা-কুঁৱৰী" বুৰঞ্জীমূলক নাটক, ই ৰচিত অসম-বুৰঞ্জীৰ এটা ঘটনাৰ আধাৰত। স্পেইন-দেশীয় সাহিত্যৰ আধাৰত জুৱান হাটচেন বুছে ৰচনা কৰা এখন নাটকৰ (টেৰুৱেল নগৰৰ প্ৰণয়ী) আধাৰত কৃষ্ণকান্ত সন্দিকৈএ "আৱাহন"ত (১ম বছৰ, ৩সংখ্যা) এটা প্ৰৱন্ধ লিখিছিল। এই প্ৰবন্ধৰ ওপৰত ভেজা দি নাট্যকাৰ আনন্দচন্দ্ৰ বৰুৱাই "বিজয়া" নাটকৰ কাহিনীটো সাজিছে আৰু ইয়াত ভাৰতীয়-সংস্কৃতিৰ বোল সানি ভাৰতীয-মৰ্যদাৰে ইয়াক অধিক মূল্যবান কৰি তুলিছে। ৰামায়ণৰ উত্তৰা-কাণ্ডৰ অন্তৰ্গত লক্ষণ-বৰ্জন আখ্যানৰ নাট্যৰূপ "বিসৰ্জন" আৰু মহাভাৰতৰ আদি-পৰ্বৰ ভিতৰুৱা নল-দমযন্তী-আখ্যান "নল-দময়ন্তী"ৰ বিষয়ীভূত। অসম-বুৰঞ্জীৰ বিখ্যাত ঘটনা খেন-বংশৰ ৰজা নীলাম্বৰৰ বন্দীত্ব আৰু কমতাপুৰ-ধ্বংস কাৰ্য্য "কমতা-কুঁৱৰী"ত নাট্যকাৰে নাট্যৰূপ দিছে। নাটককেইখনৰ বিষাদাত্মক-কাহিনীৰ মাজত ঠায়ে ঠায়ে নাট্যকাৰে হাস্যৰসৰো সৃষ্টি কৰিছে। কাল্পনিক-কথাৰ সংযোগ, চৰিত্ৰৰ ৰূপায়ণ আদিত সকলো সময়তে বৰুৱাই নিপুণ নাট্য শিল্পীৰ পৰিচয় দিয়া নাই।

## ৰধিকামোহন গোস্বামী (১৯০৬—)

নগাওঁত জন্মগ্ৰহণ কৰা ৰাধিকামোহন গোস্বামীয়ে ১৯২৯ চনত বি-এ-পাছ কৰি তাৰ পাছত বি-এল পৰীক্ষাত উত্তীৰ্ণ হয়, আৰু জীৱিকাৰ কাৰণে নগাওঁতে ওকালতি কৰে। তেওঁ গল্পকাৰ আৰু ঔপন্যাসিকো। গল্পকাৰৰূপে গোস্বামীক অৱশ্যে "আৱাহন" যুগৰ উল্লেখনীয় লেখক বুলি কোৱা সমীচীন। তেওঁ দুখন উপন্যাস ৰচনা কৰিছে— নাম "চাকনৈয়া" (১৯৪২) আৰু "বামাৰলি" (১৯৫৮)। দুয়োখন উপন্যাসেই ১৯৪০ চনৰ পাছত প্ৰকাশিত। গল্পকাৰৰূপে ৰাধিকামোহন গোস্বামী সমাজসচেতন। অন্যতম উৎকৃষ্ট গল্প "ষ্টেট্ ট্ৰেন্সপোৰ্ট"ত তেওঁ দেখুৱাইছে— নৈতিক অধঃপতন আৰু দুৰ্নীতিৰ বিচিত্ৰ-নিদৰ্শন আৰু আৰ্থিক-দিশত দুৰ্বলৰ প্ৰতি আনকি আপোনজনৰো অন্তঃসাৰশূন্য ব্যৱহাৰ। লগতে ইয়াত দেখুৱাইছে— নীতিপৰায়ণ হৈ আত্ম-সন্মানত গৰীয়ান হলেও আৰ্থিক-দিশত দুৰ্বলজন ধন আৰু দুৰ্নীতিৰ পয়োভৰৰ মাজত মূৰ দাঙি উঠিব নোৱাৰে। তেওঁৰ "শেষ-চিঠি"ত ৰূপায়িত হৈছে— মাক-বাপেকৰ ধন আৰু আভিজাত্যজনিত অভিমান আৰু ভুলে নিজৰ ছোৱালীৰ কেনেকৈ দুঃখময় পৰিণতি আনি দিব পাৰে।

## শিৱনাথ বুজৰবৰুৱা (১৮৮০-১৯৫৬)

নলবাৰীৰ ওচৰৰ দতৰা গাওঁত ওপজা শিৱনাথ বুজৰবৰুৱা অসম আৰু বঙ্গদেশৰ ভিতৰতে আছিল বিখ্যাত সংস্কৃত-পণ্ডিত। কুশাগ্ৰবুদ্ধিসম্পন্ন বুজৰবৰুৱাই নবদ্বীপ,

কলিকতা, ঢাকা আদিত বহু অধ্যয়ন কৰি আন শাস্ত্ৰৰ উপৰিও বিংশ-শতিকাৰ প্ৰথমাৰ্দ্ধত বিশেষকৈ স্মৃতিশাস্ত্ৰৰ অদ্বিতীয়-পণ্ডিতৰূপে পৰিগণিত হয়। অসমীয়াত ৰচনা কৰা তেওঁৰ প্ৰকাশিত পুথি "আচাৰ-বিজ্ঞান" আৰু "বিধবা-বিৱাহ খণ্ডনৰ" উপৰিও কিছুমান প্ৰকাশিত অভিভাষণ আৰু প্ৰৱন্ধও আছে। সংস্কৃতত লিখা তেওঁৰ কেইবাখনো গ্ৰন্থ আৰু বহুত মূল্যবান প্ৰৱন্ধও অপ্ৰকাশিত অৱস্থাত ৰৈ আছে।

## গৌৰীকান্ত তালুকদাৰ (১৮৮৫-১৯৬৬)

নলবাৰীৰ ওচৰৰ চামতাত জন্মগ্ৰহণ কৰা গৌৰীকান্ত তালুকদাৰে কলিকতাৰ পৰা বি-এল পাছ কৰি গুৱাহাটীত ওকালতি কৰিছিল। প্ৰসিদ্ধ গান্ধীবাদী নেতা তালুকদাৰৰ বৰগুণি ৰাজনৈতিক দিশত বিশেষ থকাৰ উপৰিও সাহিত্যিক-দিশতো কম নাছিল। "পুৰণি কামৰূপৰ ক্ষত্ৰিয় -জাতি", "হিন্দুধৰ্ম-সৰ্বস্ব", "হিন্দুৰ দৃষ্টিত জীৱনৰ লক্ষ্য, ব্ৰহ্মচৰ্য্য, অস্পৃশ্যতা বৰ্জন", "ভগৱদ্গীতাৰ অনুৱাদ" আদি পুথি ৰচনা কৰি প্ৰকাশ কৰাৰ উপৰিও তেওঁ "দীপক" নামৰ এখন মাহেকীয়া শিশু-আলোচনী সম্পাদন কৰিছিল আৰু তাক বহু বছৰ ধৰি প্ৰচাৰ কৰি শিশুৰ নৈতিক শিক্ষাৰ প্ৰসাৰণ আৰু চৰিত্ৰ-গঠনত সহায়তা কৰিছিল।

## আদ্যনাথ শৰ্মা (১৮৮৬-১৮৮১)

নলবাৰীৰ আদ্যনাথ শৰ্মাই স্কুলত শিক্ষকতা কৰি কৰ্ম জীৱন শেষ কৰে। "ভাৰত-মনীষা" তেওঁৰ সাহিত্যিক-জীৱনৰ বিশেষ-কৃতি। বিশেষকৈ মহাভাৰত আৰু ৰামায়ণৰ অন্তৰ্গত চৰিত্ৰবিলাকৰ একোটা চমু পৰিচয় ইয়াত দাঙি ধৰা হৈছে। ইয়াৰ উপৰিও শৰ্মাই শিশুৰ উপযোগী গল্পৰ পুথিও ৰচনা কৰিছে। "জীৱনৰ চাৰি অধ্যায়" নামৰ এখন উপন্যাস- শ্ৰেণীৰ পুথিও ৰচনা কৰি তেওঁ প্ৰকাশ কৰিছে।

## ডাঃ দীননাথ শৰ্মা (১৮৯৫-১৯৭৮)

বজালী-অঞ্চলৰ বামুণকুছিত জন্মগ্ৰহণ কৰা ডাঃ দীননাথ শৰ্মা আমাৰ সাংবাদিকতাৰ ইতিহাসৰ এগৰাকী অগ্ৰগণ্য ব্যক্তি। খ্যাতিমান গল্পকাৰ নগেন্দ্ৰনাৰায়ণ চৌধুৰীৰ পৃষ্ঠপোষকতাত ১৯২৯ খৃঃত কলিকতাৰ পৰা ওলোৱা মাহেকীয়া আলোচনী "আৱাহন"ৰ সম্পাদকৰ দায়িত্ব বহন কৰিছিল শৰ্মাই। উচ্চ-মানবিশিষ্ট এই আলোচনীখন তেওঁ আকৰ্ষণীয় ৰূপৰ মাজেদি নিয়মিতভাবে বহুকাল চলায়। এই আলোচনীখনে আমাৰ সাহিত্যৰ ইতিহাসত উচ্চভাবগৰিষ্ঠ এটা যুগ সৃষ্টি কৰি গৈছে। ডাঃ শৰ্মাৰ বিশেষ কোনো গ্ৰন্থ পোৱা নগলেও নিপুণ-সাংবাদিকৰূপে তেওঁৰ নাম স্মৰণীয়। তেওঁ "পাৰিজাত" নামৰ এখন শিশু আলোচনীও সম্পাদন কৰিছিল।

## গণেশ গগৈ (১৯১০-১৯৩৮)

জন্ম-সূত্ৰে আহোম-সম্প্ৰদায়ত জন্মগ্ৰহণ কৰা গণেশ চন্দ্ৰ গগৈৰ পিতৃৰ নাম কনকচন্দ্ৰ গগৈ। তেওঁৰ মাতৃ আছিল পূৰ্ণনন্দ বুঢ়াগোহাঞিৰ পো-নাতি লোকেশ্বৰ সিংহৰ কন্যা। যোৰহাট চৰকাৰী হাইস্কুলৰ পৰা ১৯২৬ খৃঃত তেওঁ প্ৰৱেশিকা পৰীক্ষা পাছ কৰি কাশীৰ হিন্দু-বিশ্ববিদ্যালয়ত গৈ পঢ়িবলৈ লয়, কিন্তু আই-এ পৰীক্ষা নিদিয়াকৈয়ে ঘূৰি আহিবলগীয়া হয় আৰু ইযাতেই তেওঁৰ আনুষ্ঠানিক শিক্ষাৰ ওৰ পৰে।

গণেশ গগৈ আমাৰ কাব্য-জগতত দেখা দিয়া অন্যতম স্বভাৱ-কৱি। বিশেষ কথা- আমাৰ সাহিত্যৰ-ৰোমান্টিক সৰোবৰৰ তৰঙ্গমালাৰ স্ফীটাৱস্থাৰ মাজত গগৈৰ জন্ম, তাৰ মাজতে তেওঁৰ কাব্যিক-অনুভূতিৰো স্ফুৰণ আৰু সেই তৰঙ্গৰাশি দুৰ্বল হোৱাৰ সময়ত তেওঁৰ হয় জীৱনৰ পৰিসমাপ্তি। ৰোমান্টিক-ভাৱতৰঙ্গত গগৈৰ কাব্য-প্ৰৱাহ তৰঙ্গিত, প্ৰেমৰ সুঁতিয়ে তাৰ ধাৱৎশক্তি সঞ্চাৰ কৰিছে। তেওঁৰ কৱিতাৰ পুথি তিনিখন— "পাপৰি" (১৯৩৫), "স্বপ্নভঙ্গ" (১৯৪৫) আৰু "ৰূপজ্যোতি" (১৯৪৫)। ড° প্ৰফুল্লদত্ত গোস্বামীয়ে[১০১] গণেশ গগৈৰ কৱিতাসমূহক ভগাইছে— দুটা বহল ভাগত— (ক) প্ৰেম- কৱিতা আৰু (খ) আদৰ্শ-কৱিতা। আদৰ্শ-শ্ৰেণীৰ ভিতৰত বহুবিষয়ক কবিতা থাকিলেও গগৈ প্ৰধানভাবে প্ৰেমৰ কৱিৰূপেহে খ্যাত। এই ৰোমান্টিক-কবিগৰাকীৰ প্ৰেমানুভূতিৰ স্ফুৰণ কবিতাৰ মাজত দেখা যায় বিশেষ। এই বিশেষত্ব ড° সত্যেন্দ্ৰনাথ শৰ্মাৰ[১০২] ভাষাত "প্ৰেম আৰু সৌন্দৰ্য্য কবিৰ দৃষ্টিত দুটা বেলেগ বস্তু নহয়। প্ৰেমেই কবিৰ মনত সৌন্দৰ্য্যৰ দুৱাৰ মুকলি কৰি দিছে। প্ৰেমৰ ব্যৰ্থ পৰিণতিৰ কাৰণে কবিয়ে, প্ৰিয়তমাৰ ওচৰত খেদ কৰিছে যদিও দোষাৰোপ কৰা নাই, দোষী সাব্যস্ত কৰিছে নিয়তিকহে।" দেশ-প্ৰেম, মানৱতাবোধ, শোকানুভূতি, ইতিহাস আৰু সংস্কৃতিৰ প্ৰতি অনুৰাগ আদি বিবিধ বিষয়ৰ আধাৰত গগৈৰ আন শ্ৰেণীৰ কবিতাবোৰ ৰূপ লৈ উঠিছে। তেওঁৰ কৱিতাত অন্তৰ্মুখী সমীক্ষণ আৰু দাৰ্শনিক দৃষ্টিৰ অভাৱ দেখা গলেও সেইবোৰ কবিসুলভ আবেগ আৰু সূক্ষ্মানুভূতিৰে গৰিষ্ঠ। বিবিধ ভাৱানুভূতিৰ আধাৰত গগৈয়ে কিছুমান গীতো ৰচনা কৰিছে।

*কাব্যিক অৱদান*

গণেশ চন্দ্ৰ গগৈ নাট্যকাৰ হিচাপেও কম খ্যাত নহয়। তেওঁ ৰচনা কৰা বিখ্যাত নাটক দুখন— এখন "শকুনিৰ প্ৰতিশোধ" আৰু আনখন "কাশ্মীৰ-কুঁৱৰী"। কূটনৈতিক কাৰ্য্যাৱলীৰ মাজেদি শকুনিৰ অন্তৰ্দাহ-উপশম-কাৰক-ঘটনাংশ মহাভাৰতীয় যুদ্ধৰ বিচিত্ৰ-ঘটনাৱলীৰ মাজৰ পৰা এফলীয়া কৰি তাৰ আলমত "শকুনিৰ প্ৰতিশোধ" নাটকৰ

---

১০১. সাহিত্য আৰু জীৱন

১০২. অ. সা. স. ই.

কাহিনীটো নাট্যকাৰে সাজিছে। নায়কৰূপে শকুনিৰ চৰিত্ৰ নাট্যকাৰৰ সফল ৰূপায়ণ।

*নাট্য অৱদান*

"কাশ্মীৰ-কুমাৰী" নাটকখন কাল্পনিক; নাট্যকাৰে কিন্তু কাশ্মীৰ আৰু কামৰূপৰ মাজত সম্বন্ধস্থাপন কৰি ইয়াৰ কাহিনীত ঐতিহাসিক-বাতাবৰণ সৃষ্টি কৰি আপাত-দৃষ্টিত ইয়াক ঐতিহাসিক নাটকৰ নিচিনা কৰি তুলিছে। দুযোখন নাটকেই মঞ্চসফল, দুযোখনৰ মাজতেই গগৈয়ে নিপুণ নাট্য-শিল্পীৰ পৰিচয় দিব পাৰিছে। ইয়াৰ উপৰিও "কুৰি শতিকা" "দক্ষযজ্ঞ", "হৰিশ্চন্দ্ৰ", "জেৰেঙাৰ সতী" আদি নাটকো গগৈয়ে লিখিছে।

## ভৱদেৱ ভাগৱতী (১৯০২—১৯৮৮)

নলবাৰীৰ ওচৰৰ কৈঠালকুছিত জন্ম গ্ৰহণ কৰা ভৱদেৱ ভাগৱতী বিখ্যাত সংস্কৃত পণ্ডিত। তেওঁ জ্যোতিষশাস্ত্ৰতো আছিল নিপুণ। চামতা হাইস্কুলত সংস্কৃত-শিক্ষকৰূপে কাম কৰি ভাগৱতীয়ে গোটেই কৰ্ম্ম-জীৱন শেষ কৰে। জয়মতী-কুঁৱৰীৰ সতীত্বৰ মহিমা বৰ্ণনা কৰি এখন সংস্কৃত-কাব্য ৰচনা কৰাৰ উপৰিও অসমীয়া-সাহিত্যতো তেওঁ উল্লেখনীয় সেৱা আগবঢাইছে। তেওঁৰ "ভেকোভাওনা" নামৰ হাস্য-ৰসাত্মক আৰু সমালোচনাত্মক পুথিখনে ১৯৪০ চনৰ আগতে সকলোৰে পৰা সমাদৰ লাভ কৰিছিল। একে ভাৱাপন্ন তেওঁৰ পদ্যত লিখা আৰু কেইবাখনো পুথি আছে। ভাগৱতীয়ে "লীলা" (১৯২৪) আৰু "সুখ-সপোন" নামৰ দুখন উপন্যাস-শ্ৰেণীৰ পুথিও ৰচনা কৰি সৃষ্টিমূলক প্ৰতিভাৰ পৰিচয় দিছে।

## বিষ্ণুপ্ৰসাদ ৰাভা (১৯০৯-১৯৬৯)

বিষ্ণুপ্ৰসাদ ৰাভাৰ পিতৃ গোপাল ৰাভা চৰকাৰী চাকৰিয়াল হিচাপে ঢাকা মহানগৰত আছিল। সেয়েহে, বিষ্ণুপ্ৰসাদৰ জন্ম হয় ঢাকাত। পৰিস্থিতিসাপেক্ষে তেওঁ তেজপুৰ, কোচবিহাৰ, ৰংপুৰ আৰু কলিকতাত শিক্ষালাভ কৰিছিল। সমসাময়িক-সমস্যাই ছাত্ৰ-

*পৰিচয়*

অৱস্থাতে বুদ্ধিমন্ত ৰাভাৰ মানসিকতাত অস্থিৰতা জন্মাইছিল। বি এ পৰীক্ষা তেওঁৰ দিয়া নহ'ল। সেই সময়ৰ বঙ্গদেশৰ সন্ত্ৰাসৱাদী-সংগঠনৰ লগত জড়িত থকা বুলি চৰকাৰৰ দৃষ্টি তেওঁৰ ওপৰত নিপতিত হয়। সেয়েহে, অসম আৰু বঙ্গ দেশৰ বিভিন্ন ঠাইত অশেষ কষ্ট স্বীকাৰ কৰি কিছুকাল তেওঁ আত্মগোপন কৰি থাকিবলগীয়া হৈছিল।

বিপ্লৱী-ভাৱাপন্ন বিষ্ণুপ্ৰসাদ ৰাভা অসমৰ আধুনিক যুগৰ অন্যতম-আগশাৰীৰ সাংস্কৃতি নেতা। তেওঁৰ স্বাভাৱিক-প্ৰতিভাৰ কিৰণ স্ফুৰিত হৈছে কবিতা, সঙ্গীত, নৃত্য, নাট্য, অভিনয় আদিৰ দিশত। ভাষাজ্ঞানো তেওঁৰ আছিল ব্যাপক— ইংৰাজী, অসমীয়া, বাংলা,

হিন্দী আদিৰ উপৰিও অসমৰ কেইবাটা জনজাতীয়-ভাষাও তেওঁ ভালকৈ জানিছিল। এই কাৰণে জনজাতীয় সমাজক ধৰি অসমৰ সাংস্কৃতিক-ৰূপ ৰেখাৰ ওপৰত ৰাভাই সুকীয়া মতবাদ পোষণ কৰিবলৈ সক্ষম হৈছে। শিষ্ট-সংস্কৃতি বা আর্য্য-সংস্কৃতিৰ লগত বহু সময়ত জনজাতীয় সংস্কৃতিৰ সংমিশ্ৰণ হৈ বিৰাট অসমীয়া সংস্কৃতিৰ স্বৰূপ গঢ় লৈ উঠিছে বুলি তেওঁ কৈছে। এই মতবাদ প্রতিষ্ঠাৰ ক্ষেত্রত ৰাভাই বহুত মূল্যবান প্ৰবন্ধ ৰচনা কৰি থৈ গৈছে। তেওঁৰ গদ্যৰ ভাষা ওজস্বী, বাক্যৰীতিৰ শব্দসংযোগত অর্থৰ ক্রমোর্দ্ধগতি প্রায়েই লক্ষণীয়। কবি আৰু গীতিকাৰ ৰূপেও ৰাভাৰ সুকীয়া স্থান নুই কৰিব নোৱাৰি।

*সাহিত্য সংস্কৃতিলৈ অৱদান*

এগৰাকী ৰসশিল্পী ৰূপে তেওঁৰ কিছুমান গীত আৰু কবিতাত বিশ্ব- সৌন্দৰ্য্যৰ প্রতি কবি-মানসৰ আকু তি প্রকাশিত। আন হাতেদি আকৌ, বিপ্লৱী-ভাবৰ চলচ্ছক্তিয়ে ৰাভাৰ ভাবধাৰাৰ এটা দিশ সজীৱ কৰি ৰাখিছিল কাৰণে তেওঁৰ কিছুমান গীত আৰু কবিতা অন্যায-দুর্নীতিৰ প্রতি বিদ্রোহসূচক ভাৱপ্রকাশক। "সোণপাহি" (১৯৫৬) নামৰ পুথিখনে গল্পকাৰ ৰূপে ৰাভাৰ কৃতিত্ব বহন কৰিছে। জনজাতীয়-লোকসকলৰ সমস্যাক লৈয়েই তেওঁৰ অধিক সংখ্যক গল্প ৰচিত হৈছে। শৈল্পিক-প্ৰতিভা আৰু বৈপ্লৱিক-ভাৱধাৰা— এই দুই দিশত বিষ্ণুপ্ৰসাদ জ্যোতিপ্ৰসাদৰ প্ৰায় সমধৰ্মী আছিল। "জয়মতী" বোলছবিৰ প্ৰকাশ আৰু "শোণিত কুঁৱৰী"ৰ গ্ৰামোফোন ৰেকৰ্ডকাৰ্য্যত জ্যোতিপ্ৰসাদৰ লগত বিষ্ণুপ্ৰসাদৰ সহযোগ সাংস্কৃতিক-দিশত বিশেষভাবে উল্লেখনীয়।

## ৰমা দাশ (১৯০৯-১৯৮১)

বৰপেটাত জন্মগ্ৰহণ কৰা ৰমা দাশে অসম চৰকাৰৰ সচিৱালয়ত চাকৰি কৰি ছিলঙতে বসবাস কৰিছিল। তেওঁ বিংশ-শতিকাৰ চতুৰ্থ-পঞ্চম-দশকৰ, অৰ্থাৎ বিশেষভাবে আৱাহন-যুগৰ এগৰাকী আগশাৰীৰ গল্পকাৰ। আলোচনীত প্ৰকাশ হৈ থকা গল্পৰাজিৰ মাজৰ পৰা "ৰমাদাশৰ শ্ৰেষ্ঠ গল্প", "বৰ্ষা যেতিয়া নামে", "জাহ্নবী" আৰু "অচল টকা"— এই চাৰিটা সঙ্কলন ইতিমধ্যে ছপা হৈ ওলাইছে। সমসাময়িক-যুগত প্ৰচলিত আৰু আন আন গল্পলেখকসকলে প্ৰয়োগ কৰা শিল্পৰীতিৰ লগত ৰমা দাশৰ শিল্প-নৈপুণ্য নিমিলে। এক অভিনৱ, অথচ চিত্তবিনোদক-প্ৰকাশৰীতিৰ মাজেদি তেওঁ নিজৰ গাল্পিক-প্ৰতিভাৰ প্ৰদৰ্শন কৰিছে। জৈৱিক-বাসনা-প্ৰবৃত্তিৰ উন্মুক্ত পৰিস্ফুৰণ প্ৰধানভাবে তেওঁৰ গল্পৰ দীঘ-বানি। দাশৰ গল্পৰ ভাষাতো বিশেষত্ব আছে। সূক্ষ্ম আৰু স্থূল চিত্ৰ বা পৰিস্থিতিৰ বৰ্ণনাৰ কাৰণে তেওঁৰ প্ৰকাশৰীতিত উপযুক্ত শব্দৰ অভাৱ দেখা নাযায়। দাশৰ বৰ্ণনা-শক্তি, বিশেষকৈ আঢ্যৱন্ত লোকৰ বৈঠকখানা (drawing room) আৰু আধুনিকা যুৱতীৰ বাহ্যিক ধুন-পেচ, চলন-ফুৰণ আৰু আভ্যন্তৰিক-অনুভূতিৰাশিৰ চিত্ৰণত অতি সূক্ষ্ম আৰু বিশেষত্বপূৰ্ণ।

তেওঁৰ ভাষা সমৃদ্ধ আৰু সাৱলীল, ভাৱৰ উৰ্দ্ধগতিয়ে (Climax) ভাষাক ক্ৰমে ওজস্বিতাৰ ফালে তুলি নিয়া প্ৰায়েই দেখা যায়। কিন্তু এই কথা ঠিক— ক'তো ক'তো অবাৰিত চিন্তাধাৰাৰ যোগেদি প্ৰকাশৰীতি হৈছে ফেনায়িত আৰু আড়ম্বৰপূৰ্ণ। ত্ৰৈলোক্যনাথ গোস্বামীৰ[১০৩] ভাষাত "যৌন-ক্ষুধাৰ বিশ্লেষণতেই হওক নাইবা আন সুকুমাৰ- অনুভূতিৰ বৰ্ণনাতেই হওক, লেখাৰ মাজেদি এটা মহত্ব ফুটাই তোলাৰ চেষ্টা নাথাকিলে ৰস-সঞ্চাৰ সম্ভৱ নহয়। মানৱ-মনৰ ৰতি-ভাৱক সাহিত্যৰ মাজেদি প্ৰকাশ কৰোতে সি আদি বা শৃঙ্গাৰ ৰসলৈ ৰূপান্তৰিত হয়। এইদৰে বাস্তৱ জীৱনৰ শোকৰ ছবি সাহিত্যত প্ৰতিফলিত হলে সি শোক নহৈ করুণ-ৰস হৈ পৰে। ৰমা দাশৰ হাতত এইটো হোৱা নাই। বাসনাৰ প্ৰচণ্ডতাৰ আগত চৰিত্ৰবোৰৰ ব্যক্তিত্ব বিলোপ হৈছে আৰু চৰিত্ৰবোৰো যেন বাসনাৰ মূৰ্ত্ত-প্ৰতীক হিচাপেহে পাঠকৰ চকুৰ আগত দেখা দিছে।"

## সৰ্বানন্দ ৰাজকুমাৰ (১৯০৯-১৯৬৮)

চৰকাৰৰ দায়িত্বপূৰ্ণ কামত ব্ৰতী হৈ থাকি সৰ্বানন্দ ৰাজ্যকুমাৰে অসমৰ মধ্যযুগীয় ইতিহাস আৰু তাৰ সমৰ্থনসাপেক্ষ-সাংস্কৃতিক-জগতখনৰ উদঘাটনৰ যি প্ৰচেষ্টা কৰিছে, আৰু তাৰ ফলশ্ৰুতি স্বৰূপে "ইতিহাসে সোঁৱৰা ছশটা বছৰ" নামৰ যি বিৰাট গ্ৰন্থ প্ৰকাশিত (১৯৮০) হৈছে, সি তেওঁৰ অমৰ-কীৰ্ত্তি। এই গ্ৰন্থখন একপ্ৰকাৰ আহোম যুগৰ-বুৰঞ্জী। ইয়াত আহোমৰ ছশবছৰীয়া ৰাজত্ব-কালৰ ৰাজনৈতিক সকলো কথাৰ বৰ্ণনাৰ উপৰিও আহোম-জাতি আৰু তেওঁলোকৰ শাসন-তন্ত্ৰৰ লগত সংশ্লিষ্ট সকলো নিয়ম-নীতি, শিক্ষা, শিল্প, ব্যৱসায়, চিকিৎসা-পদ্ধতি, খেল-ধেমালি, নৃত্য-গীত বাদ্য আদি সকলো দিশৰ বিশদ বৰ্ণনা পোৱা যায়। গ্ৰন্থখনৰ অধিকাংশ বিভিন্ন প্ৰবন্ধৰ আকাৰত ১৯৪০ চনৰ আগতে "আৱাহন"ত প্ৰকাশ হৈছে। উক্ত গ্ৰন্থখনৰ উপৰিও ৰাজকুমাৰৰ আৰু কেইবাখনো পুথি প্ৰকাশ হৈছে। সেইবোৰৰ ভিতৰত "লোকসাধু" (১৯৬০), "চুটিয়া, ভূঞা আৰু মটক ৰাজ্য" (১৯৬৫), "গড়মা কুঁৱৰী" (১৯৬৬) আদি উল্লেখনীয়।[১০৪]

## সীতানাথ ব্ৰহ্মচৌধুৰী (১৯০৮-১৯৮২)

কোকৰাঝাৰ অঞ্চলৰ সীতানাথ ব্ৰহ্মচৌধুৰীৰ নামো আমাৰ ৰোমাণ্টিক-কবিসকলৰ পৰিগণনাত অন্যতম ৰূপে নিৰ্দ্দিষ্ট হয়। তেওঁ অসম-সাহিত্য-সভাৰ সভাপতিও আছিল। ৰাজনীতিৰ ক্ষেত্ৰতো ব্ৰহ্মচৌধুৰীৰ নাম স্মৰণীয়। এসময়ত কেন্দ্ৰীয় সংসদৰ সদস্য ৰূপে অসমৰ একাংশৰ তেওঁ প্ৰতিনিধিত্ব কৰিছিল। প্ৰেম আৰু সৌন্দৰ্য্যানুভূতি, এই দুই

---

১০৩. আ. গ. সা.

১০৪. দ্ৰষ্টব্য : ইং. সোঁ. ছ. ব. সৰ্বানন্দ ৰাজকুমাৰ

ৰোমাণ্টিক বিশেষত্ব ব্ৰহ্মচৌধুৰীৰ কবিতাৰ কেন্দ্ৰীয় সুৰৰ প্ৰৱাহক। "কমল-কলি", "চকুলো", "আৱেগ" আৰু "ফুলেশ্বৰী দৈমাৰী" তেওঁৰ কবিতাৰ পুথি।

## সদানন্দ দাস (১৯০৮-১৯৯৭)

বৰপেটাত জন্মগ্ৰহণ কৰা সদানন্দ দাসে "আৱাহন" আলোচনীৰ পাততে গল্পকাৰ ৰূপে সাহিত্য-জগতত দেখা দিছিল। তেওঁ কবিতা আৰু উপন্যাসো লিখিছে। "ইণা" তেওঁৰ প্ৰকাশিত কবিতাৰ পুথি। তেওঁৰ বহুত গল্প আৰু আন আন গদ্যৰচনা বিভিন্ন আলোচনীৰ পাতত বৈ আছে।

## দেৱকান্ত বৰুৱা (১৯১৪—)

নগাওঁৰ নীলকান্ত বৰুৱাৰ পুত্ৰ দেৱকান্ত বৰুৱা। তেওঁ নগাও হাইস্কুলৰ পৰা প্ৰবেশিকা-পৰীক্ষা পাছ কৰি কাশীৰ হিন্দু-বিশ্ববিদ্যালয়ত গৈ পঢ়ে, আৰু তাৰ পৰা ১৯৩৫ খৃঃত বি-এ আৰু ১৯৩৭ খৃঃত এল- এল-বি পৰীক্ষা পাছ কৰে। তেওঁ ছাত্ৰাৱস্থাৰে পৰা কবিতা ৰচনা কৰিছে, আৰু "আৱাহন"ৰ এগৰাকী শ্ৰেষ্ঠ-কবিৰূপে পৰিগণিত হৈছে।

*পৰিচয়*

কবিতাৰ সংখ্যা-গৰিষ্ঠতাৰ ফালৰ পৰা অৱশ্যে তেওঁ শ্ৰেষ্ঠত্ব লাভ কৰিছে বুলিব নোৱাৰি, শ্ৰেষ্ঠত্ব লাভ কৰিছে বিশেষত্বৰ ফালৰ পৰা। প্ৰকাশিত কবিতাৰ পুথি তেওঁৰ মাত্ৰ এখনেই— "সাগৰ দেখিছা", সিও সৰু— মাত্ৰ একুৰি তিনিটা কবিতা বুকুত লৈ (২ য় সংস্কাৰণ, ১৯৪৫) ই দেখা দিছে। ইয়াত প্ৰকাশিত কবিতাত বাহিৰেও বৰুৱাৰ অৱশ্যে "মনোৰমা", "অসাৰ্থক" আদি আৰু কেইটামান কবিতা আছে। "সাগৰ দেখিছা"ৰ অন্তৰ্ভুক্ত কলঙ পাৰত, কবিৰ কামনা, সুন্দৰ, তুমি নাই, দেৱদাসী, সাগৰ দেখিছা আদি কবিতাবোৰ উল্লেখনীয়।

দেৱকান্ত বৰুৱা মূলতঃ প্ৰেমৰ কবি। ৰোমাণ্টিক-ভাৱৰ প্ৰধান বিশেষত্ব প্ৰেমৰ প্ৰৱাহে তেওঁৰ কাব্যৰ গতি ধাৰা খৰস্ৰোতা কৰি তুলিছে। "কলঙ-পৰীয়া" সৌন্দৰ্য্য পিপাসু কবিয়ে কলঙৰ পাৰত বহি বহি নাৰী-সৌন্দৰ্য্যৰ জয়গান গাইছে, সৌন্দৰ্য্যৰ

*কাব্যিক বিশেষত্ব*

উপভোগ-স্পৃহাও যি ধৰণে ব্যক্ত কৰিছে সি তেওঁক আন প্ৰেমৰ কবিৰ পৰা কিছু পৰিমাণে পৃথক নকৰি থকা নাই। ইন্দ্ৰিয়প্ৰমাথী প্ৰেমৰ উপৰিও কবিৰ মানব-প্ৰেমেও "দেৱদাসী" আদি কবিতা পৃথকভাবে সুন্দৰ কৰি তুলিছে। ইংৰাজ কবি ৰবাৰ্ট ব্ৰাউনিঙৰ কবিতাৰ প্ৰকাশৰীতিয়ে বৰুৱাৰ কিছুমান কবিতাক বিশেষত্বপূৰ্ণ কৰি তুলিছে। উদাহৰণ স্বৰূপে,

*(১) মই কবি, গাওঁ গান, শব্দৰ সপোন সাজো,*
*লিখো যে কবিতা,*

*ফুল আৰু পখিলাৰ চুমাত বিচাৰি চাওঁ*
*প্ৰেমৰ ৰজিতা।* *(কৱিৰ কামনা)*
*(২) কাক দিবা? দিবা কাক? মনৰ মাধুৰী ৰশি, শৰীৰৰ*
*শোভা সুকুমাৰ?* *(দেৱদাসী)*

দেৱকান্ত বৰুৱা কৱিতাৰ পুৰণি আৰু নতুন যুগৰ সংযোজক, ৰোমান্টিক-প্ৰৱাহত উভি ভাহি গৈ সেই ভাৱৰ কৱিতা ৰচনা কৰা বৰুৱাই বিশেষকৈ শৈল্পিক আৰু ছান্দস-ৰীতিৰ ফালৰ পৰা কৱিতাৰ দিশলৈ আধুনিকতাৰ পথ দেখুৱায়। ৰত্নকান্ত বৰকাকতিৰ নিচিনা তেৱোঁ কৱিতাত মুক্তক-ছন্দৰ সূচনা কৰে।

## দীননাথ শৰ্মা (১৯১৪-১৯৮৮)

তেজপুৰত জন্মগ্ৰহণ কৰা দীননাথ শৰ্মাৰ সাহিত্যিক-প্ৰতিভা বিশেষকৈ প্ৰসাৰিত হৈছে দুটা দিশত— এটা গাল্পিক আৰু আনটো ঔপন্যাসিক। সত্যনাথ বৰা আৰু হেমচন্দ্ৰ বৰুৱাৰ জীৱনী ৰচনা কৰি তেওঁ জীৱনীকাৰ ৰূপেও গণ্য হয়, আৰু তাৰবাবে ১৯৪০ খৃঃত অসম-সাহিত্য-সভাৰ পৰা তেওঁ পুৰস্কাৰো লাভ কৰে। দীননাথ শৰ্মাৰ গল্পৰ পুথি পাঁচখন— "অকলশৰীয়া", "কোৱাভাতুৰীয়া ওঠৰ তলত", "দুলাল", "কল্পনা আৰু বাস্তৱ" আৰু "পোহৰ"। তেওঁৰ গল্পবোৰৰ মাজত বিভিন্ন পৰ্যায়ৰ চৰিত্ৰ চিত্ৰিত হৈছে, সেই চৰিত্ৰবোৰ বিভিন্ন সমস্যাৰ মাজত মেৰ খোৱা দেখা যায়। বেছিভাগ গল্পৰ মাজতে চৰিত্ৰৰ মানসিক বিশ্লেষণতকৈ ঘটনাৰ চিত্ৰণ অধিক লক্ষণীয়।

*গাল্পিক অৱদান*

উপন্যাস ৰচনাৰ ক্ষেত্ৰত দীননাথ শৰ্মাৰ স্থান অধিক প্ৰশস্ত বুলি কব পৰা যায়। "উষা" আৰু "সংগ্ৰাম"— এই দুখন উপন্যাস ৰচনাৰ লগে লগে "আৱাহন" আলোচনীত খণ্ড খণ্ডকৈ প্ৰকাশ হোৱাৰ পৰা বুজা যায় যে, বিংশ শতিকাৰ চতুৰ্থ দশকতে তেওঁ ঔপন্যাসিক ৰূপে দৃষ্টিগোচৰ হৈছে, যদিও সেই দুয়োখনেই যথাক্ৰমে গ্ৰন্থৰূপত ১৯৫১ আৰু ১৯৫৪ খৃঃতহে ওলায়। ইয়াৰ পাছত তেওঁৰ আন দুখন উপন্যাস "নদাই" আৰু "শান্তি" ক্ৰমে ১৯৬০ আৰু ১৯৬১ খৃঃত ছপা হৈ ওলায়। এই চাৰিখন মৌলিক উপন্যাসৰ উপৰিও তেওঁ "মাটি আৰু মানুহ" নামেৰে নাট হামচুনৰ (Knut Hamsun) "Growth of the Soil" উপন্যাসখনৰ অসমীয়া অনুবাদ কৰি উলিয়ায়। ডঃ সত্যেন্দ্ৰনাথ শৰ্মাৰ[১০৫] ভাষাত "কাহিনীৰ বৈচিত্ৰ্যপূৰ্ণ অভিব্যক্তি, ঘটনাৰ চাঞ্চল্যকৰ বিন্যাস, নাইবা সংস্কাৰ-কামনা আৰু পোহনীয়া আদৰ্শবাদ

*উপন্যাস কলাত বিশেষত্ব*

---

১০৫. অ.উ.ভূ., ৬ ষ্ঠ অধ্যায়

প্ৰচাৰ উপন্যাস-ৰচনাৰ উদ্দেশ্যৰূপে নলৈ ব্যক্তি মানস-আৱেগ-অনুভূতি আৰু অভিজ্ঞতাৰ সমীক্ষণ-বিশ্লেষণকে প্ৰাধান্য দি উপন্যাস ৰচনা কৰিবলৈ শৰ্মাই প্ৰথমে প্ৰয়াস কৰে। সাম্প্ৰতিক উপন্যাস কলাৰ যি অভিব্যক্তি আমি দেখা পাওঁ, শৰ্মাৰ ৰচনাতে প্ৰথমে পৰিস্ফুট হয়; সেইকাৰণে শৰ্মাক সাম্প্ৰতিক উপন্যাসৰীতিৰ বাটকটীয়া বুলি অভিহিত কৰিব পাৰি।" মুঠতে, তেওঁৰ ৰচনাৰ মাজেদিয়েই, বিশেষকৈ আঙ্গিকৰ ক্ষেত্ৰত উপন্যাস কলাই অভিনৱত্ব লাভ কৰিবলৈ আৰম্ভ কৰে বুলি কব পাৰি। কল্পনা-প্ৰৱণতাই তেওঁৰ গদ্যৰীতি সাধাৰণতে ভাববিলাসী কৰা দেখা নাযায়; দৈৱচন্দ্ৰ তালুকদাৰৰ ভাৱময় আৱেশপূৰ্ণ-চিত্ৰবিশেষৰ চিত্ৰণত কাব্যিক-লালিত্যপূৰ্ণ যি গদ্যৰীতি পোৱা যায়, সেই ৰীতি শৰ্মাৰ ৰচনাত বিৰল। তেওঁৰ চিত্ৰ-পৰিস্থিতিৰ প্ৰকাশ-মাধ্যম কথ্য-ভাষা, কৃত্ৰিমতাবিহীন-সৰলৰীতি (Simple style)।

## ৰাজবালা দাস (১৮৯৩-১৯৮৫)

ডিব্ৰুগডত জন্মলোৱা ৰাজবালা দাস গুৱাহাটীৰ ডাঃ জ্যোতিষ দাসৰ লগত বৈবাহিক- সুত্ৰত বান্ধ খাই গুৱাহাটীবাসিনী হয়। উচ্চশিক্ষিতা আৰু গান্ধীবাদত উদ্বুদ্ধা হোৱাৰ উপৰিও সাহিত্য-সেৱাৰ কাৰণে এই গৰাকী মহিলা স্মৰণীয়। মাতৃজাতিক জগাই তোলাৰ উদ্দেশ্যে তেওঁ "স্ত্ৰীশিক্ষাৰ বাবে কেইযাৰমান" আৰু শিশুৰ উদ্দেশ্যে "ৰাময়ণৰ কথা", "মহাভাৰতৰ কথা", "পৌৰাণিক আদৰ্শ-কাহিনী", "নল-দময়ন্তী", "সাৱিত্ৰী-সত্যবান" আদি পুথি ৰচনা কৰে।

# আন আন লেখকসকল

ইতিমধ্যে যিসকল খ্যাতনামা লেখক আৰু তেওঁলোকৰ অৱদানৰ পৰিচয় দিয়া হ'ল, সেইসকলৰ উপৰিও আমাৰ আলোচিত-যুগৰ ভিতৰতে উল্লেখ কৰিবলগীয়া আৰু ভালেমান লেখক আছে। সেইসকলৰ গোটেইবোৰৰে ৰচনাৰ পৰিচয়, আনকি নামোল্লেখো আমাৰ প্ৰস্তাৱিত গ্ৰন্থত সম্ভৱ নহয়। ইতিমধ্যে উল্লিখিত নোহোৱা-অৱশ্যে আমাৰ সাধ্যানুসৰি তেওঁলোকৰ কিছুমানৰ নামোল্লেখ আৰু ব্যক্তিবিশেষৰ ক্ষেত্ৰত সাহিত্যকৃতিবো উল্লেখ বা যৎকিঞ্চিৎ আভাস ইয়াত দিয়া হ'ল।

### কবিতাৰ দিশত

ভৈৰবচন্দ্ৰ খাটনিয়াৰ (১৯৮৯-১৯৩১), গোপালচন্দ্ৰ ভূঞা (১৮৭০-১৯২৫), উমেশ চন্দ্ৰ বৰুৱা (বিশ্বনাথ বৰুৱা), বিষ্ণুপ্ৰসাদ দুৱৰা, দেৱেশ্বৰ শৰ্মা, পদ্মনাথ শৰ্মা, গনেশ চন্দ্ৰ হাজৰিকা, ৰাজেন্দ্ৰনাথ বৰুৱা (১৮৯১-১৯৪৫), ময়িদুল উছলাম বৰা, মোহম্মদ চালেহ

(১৮৯৭-১৯৪), জ্বলতি ৰাম লহকৰ (১৮৯০-১৯৩৯), জ্ঞানানন্দ জগতী (১৯৭২-১৯৪০), কৃষ্ণপ্ৰসাদ আগৰৱালা (১৮৭২-১৮৯৭), হিমলা বৰুৱানী (১৮৭৭-১৯৪৮), আজলীতৰা নেওগ, থানেশ্বৰ হাজৰিকা, ভগৱতীপ্ৰসাদ বৰুৱা, লক্ষ্মীকান্ত বৰুৱা, ৰামানন্দ চৌধুৰী (১৮৮৭-১৯৫৬), গণেশ লাল চৌধুৰী (১৮৯৬-১৯৩২), বিপিনচন্দ্ৰ বৰুৱা (১৮৯৪-১৯৬১), ভৱনাথ হাজৰিকা, মেঘৰাম পাঠক, প্ৰভাতচন্দ্ৰ অধিকাৰী, বদন চন্দ্ৰ শৰ্মা আৰু কালিদাস খাটনিয়াৰ (১৮৯৩-১৯৭৭)— এই লেখকসকলে কম-বেছি সংখ্যক কবিতা ৰচনা কৰি ১৮৪০ চনৰ আগতে কবিৰূপে স্থান লাভ কৰাৰ লগতে তেওঁলোকৰ কোনো কোনোজনে নাটক, কোনোজনে বিবিধ প্ৰবন্ধ, কোনো কোনো জনে আকৌ উভয়বিধতেই বৰঙণি যোগাই গৈছে।[১০৬] তেওঁলোকৰ প্ৰায়বিলাকেই "বিজুলি", "চেতনা", "বাঁহী" আৰু "আৱাহন"ৰ লেখক। বিশেষ কথা— ১৯২৯ চনত মযিদুল ইছলাম বৰা বিলাতলৈ গৈ তাত গৱেষণা কৰি ডক্টৰেট ডিগ্ৰী লাভ কৰে। ইছলাম বৰাই অসম-সাহিত্য-সভাৰ সভাপতিৰ পদতো অধিষ্ঠিত হয়।

## উপন্যাসৰ দিশত

উপন্যাসৰ দিশত বৰঙণি আগবঢ়োৱাসকলৰ ভিতৰত ইতিমধ্যে যিসকলৰ নামোল্লেখ বা কৃতিবিষয়ক কোনো কথা কোৱা নাই, সেই সকলৰ যথাসম্ভৱ নামোল্লেখ কৰা হ'ল। বিনন্দৰাম গগৈ (প্ৰেমকুঁহি), স্নেহলতা ভট্টাচাৰ্য্য (বীণা ১৯২৬, বেমেজালি ১৯৩৪), দণ্ডীধৰ সোণোৱাল (চপলা ১৯২২), পদ্মকুমাৰী গোহাঁই (মাধুৰী ১৯৩৫), বিষ্ণুকিঙ্কৰ কলিতা (চিন্তা ১৯৩৮), হৰেশ্বৰ শৰ্মা (কুসুম কুমাৰী, ১৯০৫), নবীনচন্দ্ৰ ভট্টাচাৰ্য্য (চন্দ্ৰপ্ৰভা ১৯৩৮), আদিৰ নাম বিশেষভাৱে উল্লেখ কৰা হ'ল। ঊনবিংশ শতিকাৰ একেবাৰে শেষত ২/৩ খন উপন্যাস শ্ৰেণীৰ পুথি ৰচিত হৈছিল যদিও আৰু বিংশ শতিকাৰ প্ৰথম চাৰিটা দশক উপন্যাস-কলাৰ বিকাশমান কাল হলেও একপ্ৰকাৰে এই কালখণ্ডক ইয়াৰ প্ৰাৰম্ভিক-যুগো বুলিব পৰা যায়। এই যুগৰ ঔপন্যাসিকসকলৰ সৃষ্টিৰ শৈল্পিক-ৰীতি সকলো প্ৰকাৰে নিখুঁত হৈ নুঠাৰ উপৰিও তেওঁলোকৰ বিষয়-বস্তুও আছিল জাতীয়-জীৱনৰ দোষ-ত্ৰুটিৰ অপসৰণ আৰু সমাজ-সংস্কাৰৰ প্ৰৱণতাত প্ৰধানভাৱে সীমিত। এই যুগৰ ঔপন্যাসিকসকলৰ ভিতৰত দণ্ডীনাথ কলিতা আৰু দৈৱচন্দ্ৰ তালুকদাৰকেই সামগ্ৰিক- ৰূপত শ্ৰেষ্ঠ-স্থানত বহুৱাব পৰা যায়। যতীন্দ্ৰনাথ গোস্বামীয়ে তেওঁৰ "অসমীয়া সাহিত্যৰ চমু বুৰঞ্জী"ত বিষ্ণুকিঙ্কৰ কলিতাৰ "চিন্তা"ক প্ৰথম অসমীয়া পত্ৰোপন্যাস বুলিছে।

---

১০৬. দ্ৰষ্টব্য ঃ ম. ফ. ক. , অতুলচন্দ্ৰ হাজৰিকা

## গল্পৰ দিশত

১৯৪০ চনৰ আগতে গল্পলেখকৰূপে প্ৰসিদ্ধি লাভ কৰা সকলৰ ভিতৰত যিসকলৰ কথা ইতিমধ্যে উল্লিখিত হোৱা নাই, তেওঁলোকৰ ভিতৰত যথাসম্ভব কিছুমান ঃ ত্ৰৈলোক্য নাথ গোস্বামী, কৃষ্ণ ভূঞা, উমা শৰ্মা, ডাঃ হেম বৰুৱা, প্ৰবোধচন্দ্ৰ গোস্বামী, জমিৰুদ্দিন আহমদ, সুপ্ৰভা গোস্বামী, মুনীন বৰকটকী, প্ৰেমনাৰায়ণ দত্ত, গোবিন্দ চন্দ্ৰ পৈৰা, হৰিপ্ৰসাদ গোৰ্খাৰায়, জগদীশ মেধি, ইন্দীৱৰ গগৈ ইত্যাদি। বিংশ-শতিকাৰ চতুৰ্থ দশকটোত আমাৰ সাহিত্যৰ জগতখন "আৱাহন" আলোচনীয়ে সমুজ্জ্বল কৰি তুলিছিল। "আৱাহন" চলি থকা কালছোৱাতে "জয়ন্তী" আৰু "সুৰভি" নামৰ আন দুখন আলোচনীৰো প্ৰচলন হয়। উক্ত গল্পকাৰসকল এই তিনিখন আলোচনীত, তাৰ ভিতৰতো প্ৰধানভাৱে "আৱাহন"ত গল্প লিখি গল্পকাৰ ৰূপে হয় খ্যাতিমান। এটা বিশেষ কথা, এই কথা আমি আন আন ঠাইতো কৈছো— আলোচনাৰ খাতিৰত কোনো নিৰ্দ্দিষ্ট--কালখণ্ডৰ ভিতৰত লেখকবিশেষক সুমুৱা হয় যদিও তেওঁৰ প্ৰতিভাৰ স্ফুৰণ তাৰ আগৰে পৰা হয় আৰম্ভ আৰু তাৰ পাছতো সি হয় লক্ষিত। এই লেখকসকলৰ কিছুমানৰ ক্ষেত্ৰতো ইয়াৰ ব্যতিক্ৰম দেখা নাযায়। এই প্ৰসঙ্গত উল্লিখিত সকলৰ ভিতৰত বিশেষকৈ ত্ৰৈলোক্যনাথ গোস্বামীৰ কথা প্ৰথমতে আহে। ১৯৪০ চনৰ আগতে গল্পকাৰ ৰূপে তেওঁ প্ৰতিষ্ঠিত, কিন্তু তাৰ পাছতো তেওঁ বহু গল্প লিখিছে, আৰু তাৰো বহুকাল পাছলৈকে তেওঁৰ সমালোচনা আৰু নন্দনতত্ত্বৰ ক্ষেত্ৰত অৱদান যোগোৱাৰ কাৰ্য্যক্ৰম চলি আছিল। এই কাৰণত গোস্বামীৰ সাহিত্য-কৰ্মৰ আলোচনা পৰৱৰ্ত্তী আলোচনা-প্ৰসঙ্গত আগবঢ়োৱা হ'ব। এই ধৰণৰ একে কাৰণতে উমা শৰ্মা, জমিৰুদ্দিন আহমদ, প্ৰেমনাৰায়ণ দত্ত আদিৰ সাহিত্য-কৃতিৰ কথাও যথাসম্ভৱৰূপে পাছত লিখা হৈছে। ডাঃ হেম বৰুৱাৰ মুদ্ৰিত গল্প-সংগ্ৰহ তিনিখন— "চপনীয়া", "নৱগ্ৰহ" আৰু "মোৰ ঘৰখন"। স্বকীয় অভিজ্ঞতাজনিত কথা, মনোবৈজ্ঞানিক প্ৰভাৱ, যৌন-তৃষ্ণৰ প্ৰকাশ, পূৰ্বাগত সংস্কাৰৰ প্ৰতি নিৰপেক্ষতা, ফ্ৰয়েদীৰ প্ৰভাৱ, আদি বিশেষত্ববোৰৰ মাজেদি ডাঃ বৰুৱাৰ গল্পবোৰ বিশেষভাৱে গঢ় লৈ উঠিছে। উল্লিখিত বাকী গল্পকাৰসকলৰো সৃষ্টি স্বকীয়- বিশেষত্বৰে কম-বেছি পৰিমানে বিশেষত্বপূৰ্ণ নোহোৱাকৈ থকা নাই, গ্ৰন্থৰ ব্যাপকতা কমোৱাৰ কাৰণে যদিও আমি সেইকামৰ পৰা বিৰত আছোঁ।[১০৭] বিশেষ কথা— আৱাহন- যুগৰ প্ৰায়বোৰ গল্পকাৰৰ গল্পতেই পাশ্চাত্য গল্প-শিল্পী মোপাছাৰ প্ৰভাৱ আৰু ফ্ৰয়েদৰ (Freud) মনস্তাত্ত্বিক-বিশ্লেষণৰ (Psycho anlysis) কথা লক্ষনীয়।

---

১০৭ দ্ৰষ্টব্য ঃ আ. গ. সা. ত্ৰৈলোক্যনাথ গোস্বামী

## নাট্য-সাহিত্যৰ দিশত

আলোচ্যমান-স্তৰৰ আৰম্ভণিতে আধুনিক-নাট্য-সাহিত্যৰ পৰম্পৰাৰ এটা চমু আলোচনা দি অহা হৈছে। অসমীয়া নাট্য-সাহিত্যৰ পৰম্পৰা পুৰণি কালৰে পৰা সবল-দুৰ্বলভাবে হলেও নিৰবচ্ছিন্ন—ঊনবিংশ- শতিকাৰ শেষৰ ফালে অসমৰ প্ৰায় সকলোবোৰ নগৰতে, আনকি দুই এটা গ্ৰাম্যাঞ্চলতো অস্থায়িভাবে হলেও নাট্য-মঞ্চই গঢ় লবলৈ ধৰে। সেই মঞ্চবোৰত অসমীয়া-নাট্যকাৰসকলে ৰচনা কৰা আধুনিক-শ্ৰেণীৰ বিভিন্ন নাটক (দুই এখন অনুবাদ নাটকো) অভিনয় হৈ আহে। ক্ৰমশঃ ৰঙ্গমঞ্চৰ সংখ্যা বাঢ়ে আৰু অভিনয়ৰ ক্ষেত্ৰও প্ৰসাৰিত হয়, আনকি মুকলি মঞ্চতো অভিনয়ে ব্যাপকত্ব লাভ কৰে। নাট্যাভিনয়ৰ প্ৰতি সহযোগিতা আৰু তাৰ যোগেদি জনসাধাৰণে লাভ কৰা আনন্দমুখৰ-পৰিৱেশৰ মাজত স্বাভাৱিকতে আধুনিক-শ্ৰেণীৰ কিছুমান নাটক ৰচিত হৈছে। আলোচ্যমান সময়ছোৱাৰ ভিতৰৰ যিসকল নাট্যকাৰৰ বিষয়ে ইতিমধ্যে কোৱা হোৱা নাই, সেইসকলৰ কিছুমানৰ অন্ততঃ নামোল্লেখ ইয়াত কৰা হ'ল। যেনে— মাধৱ শৰ্মা (নৱযুগ ১৯২৫), হৰিচন্দ্ৰ ভট্টাচাৰ্য্য (ৰমনী শক্তি '৩৫, কুপুত্ৰ '৩৮, অভিমানৰ প্ৰায়শ্চিত্ত '৩৮, জাগ্ৰত দেৱতা '৩৮, বৰডেকা '৩৩), লক্ষ্মীকান্ত দত্ত (সংসাৰ চিত্ৰ '৩৬), বিষয়ৰাম মহাজন (নাৰী জাগৰণ '৩৭), প্ৰৱীণ ফুকন (কাল পৰিণয় '৩৯), সত্যপ্ৰসাদ বৰুৱা (চাকৈ চকোৱা '৪০), অপূৰ্ব ভূএগ্ৰ (ভক্ত '১১) দুগ্ধ খাউণ্ড (সীতা-হৰণ '১৩), বলৰাম পাঠক (লৱ-কুশ'১৫) ধনীৰাম দত্ত (উৰ্বশী '২৯), পুষ্পসিংহ সাবিত্ৰী '৩৭), শুক্ৰেশ্বৰ বৰা (সিংহাসন '৩৯), পজিৰুদ্দিন আহমদ (গুলেনাৰ '২৪), ৰাধা সন্দিকৈ (মূলা গাভৰু'২৪) বিপিনচন্দ্ৰ শৰ্মা বৰুৱা (মেৱাৰ সন্ধ্যা '৩৭), মেদিনী ঠাকুৰীয়া (কলিঙ্গ বিজয় '৪০), কীৰ্ত্তি বৰদলৈ (বাসন্তীৰ অভিশেষ '৩০) বদন শৰ্মা (কুমাৰ সম্ভৱ '৩৫), দুলাল বৰঠাকুৰ (শৰত অভিশেক '৩৮) আদিবোৰৰ নাম তেওঁলোকে ৰচনা কৰা নাটকৰ নামৰ সৈতে উল্লেখ কৰা হ'ল।[১০৮] ১৯৪০ চনৰ ভিতৰত ৰচিত নাটকৰ ভিতৰত পৌৰাণিকনাটকৰ সংখ্যা সৰ্বাধিক আৰু সামাজিক-নাট্যকাৰ সংখ্যা কম, ঐতিহাসিক-নাটকো কিছু সংখ্যক সৃষ্টি হৈছে।

উল্লেখ কৰিবলগীয়া কথা এই যে, আলোচ্যমান-কালডোখৰৰ ভিতৰত গুণগত-দিশৰ পৰা চুটিগল্প যিমান উন্নত পৰ্য্যায়ত উঠিছে সেই দিশৰ পৰা নাট্য-সাহিত্য যিমান উন্নত পৰ্য্যায়ত উঠিছে বুলিব নোৱাৰি। ইয়াৰ প্ৰধান কাৰণ দুটা— এটা, উপযুক্ত স্থায়ি-ৰঙ্গমঞ্চৰ সংখ্যাস্বল্পতা, আৰু আনটো, অনুবাদ কৰা সুন্দৰ বঙালী-নাটকবোৰৰ অভিনয় চাই জনসাধাৰণৰ নট্যৰস-স্পৃহাৰ পৰিপূৰণ। কিয়নো, ৰঙ্গমঞ্চৰ সা-সুবিধা আৰু দৰ্শকৰ

---

১০৮. দ্ৰষ্টব্য : অ. না সা. জি., ড° হৰিচন্দ্ৰ ভট্টাচাৰ্য্য

ৰুচিবোধ নাট্যৰচনাৰ মূল-প্ৰেৰণা। সেই সময়ত নাট্য-দলবোৰৰ অভিনয়ৰ প্ৰয়োজনীয় সাজ-পোচাক, ধনু-কাঁড়, যাঠি-বল্লম আদি সামগ্ৰীবোৰ, হাৰমণিয়াম, আইনা-দুবি আদি বাদ্য-যন্ত্ৰাদি কেইবাজনো ভাৰুৱেয়ে ভাৰ বান্ধি কান্ধত লৈ ফুৰিছিল। অভিনেতাসকলেও এঠাইত ওৰে ৰাতি অভিনয় কৰি ৰাতিপুৱা ২/৩ ঘন্টা সময় বা সুবিধা থাকিলে তাতকৈ কিছু বেছি সময় জিৰণি লৈ ১০,১৫, আনকি ২০ মাইল বা তাতোকৈ বেছি দূৰ ঠাই পৰ্য্যন্ত খোজ কাঢ়ি গৈ অভিনয় কৰিবলগীয়া আন ঠাইত উপস্থিত হৈছিল। এইধৰণে অভিনেতাসকলে মুকলি মঞ্চত পেট্ৰোমাক্স লাইটৰ পোহৰত অভিনয় কৰিছিল। বিংশ-শতিকাৰ ষষ্ঠ দশকৰ শেষলৈ, কোনো ঠাইত ইয়াৰো পাছলৈকে নাট্যশিল্পীসকলে এইধৰণে অভিনয় কৰি নাট্যকলাৰ পৰম্পৰা জীয়াই ৰাখিছিল।

এই প্ৰসঙ্গত বিশেষ স্মৰণীয় কথা এই যে, বিংশ-শতিকাৰ চতুৰ্থ-দশকৰ ভিতৰত অসমৰ নাট্যাভিনয়-জগত-এক বিৰাট পৰিবৰ্ত্তনৰ সূচনা কৰিছিল এগৰাকী বিপ্লৱী-শিল্পীয়ে— নাম নাট্যাচাৰ্য্য ব্ৰজনাথ শৰ্মা। বৰপেটা-জিলাৰ অন্তৰ্গত শিলা গাওঁত তেওঁৰ জন্ম হয়, ১৮৯৪ খৃঃত। পাছত তেওঁ সৰভোগৰ ওচৰৰ গণকগাড়ী গাওঁত স্থায়িভাবে বাস কৰিছিল। জীৱিকাৰ কাৰণে শৰ্মাই কম বয়সতে এটা চাকৰিত সোমাইছিল, আৰু তাৰ যোগেদি ২৩ বছৰ বয়সতে মেছোপটেমীয়ালৈ গৈ তাৰ বছোৰা নগৰত অভিনয়ৰ প্ৰশিক্ষণ লয়। ফলত তেওঁ হৈ উঠে সকলোপ্ৰকাৰেদি এগৰাকী নিপুণ-নাট্যশিল্পী। বিদেশৰ পৰা অসমলৈ ঘূৰি আহি ব্ৰজনাথ শৰ্মাই "কোহিনুৰ অপেৰা পাৰ্টি" নামৰ এটা যাত্ৰা-দল খোলে। এই দলৰ যোগেদি কৰা অভিনযত শৰ্মাই ১৯৩৩ চনত প্ৰথমতে অসমীয়া- মহিলাৰ হতুৱাই নাৰী-চৰিত্ৰৰ ভাও কৰায, আৰু অসমীয়া-সমাজত ব্যাপক-চাঞ্চল্যৰ সৃষ্টি কৰে। অসমৰ বিভিন্ন স্থানত অস্থায়ী-মঞ্চ সাজি এই দলটোৱে অভিনয় কৰে, সেই অভিনয়ত প্ৰতিখন নাটকতে ব্ৰজ শৰ্মাই নায়কৰ ভাওত অভিনয় প্ৰদৰ্শন কৰে। মুঠতে, অভিনয় কৌশলৰ পৰিপাট্য, মহিলাৰ দ্বাৰা ভাও প্ৰদৰ্শন আদি ৰ যোগেদি অসমৰ নাট্য-জগতলৈ ব্ৰজ শৰ্মাই এক নৱ জাগৰণ আনে। শৰ্মা নিজে নাট্যকাৰো আছিল— "মনোমতী", "সীতা" আৰু "পতিতা", এই তিনিখন নাটক তেওঁ ৰচনা কৰিছে। অৱশ্যে তিনিওখনে অপ্ৰকাশিত অৱস্থাত হৈ আছে। ব্ৰজনাথ শৰ্মা ১৯৪২ চনৰ গণ-আন্দোলনৰ এগৰাকী উগ্ৰ-সাহসী নেতাও আছিল। ১৯৬০ চনত গুৱাহাটীৰ মেডিকেল হাস্পাতালত এই মহান শিল্পী গৰাকীক এটা নিকৰুণ আৰু নিঃসহায় অৱস্থাত মৃত্যুয়ে সাবটি ধৰে।

*নাট্যাচাৰ্য্য ব্ৰজনাথ শৰ্মা*

## অনুসন্ধান আৰু গহীন-আলোচনাৰ দিশত

অনুসন্ধান আৰু গহীন-আলোচনাও গদ্য-সাহিত্যৰ এটা দিশ। পূৰ্ববৰ্তী আলোচনাৰ অন্তৰ্ভুক্ত নোহোৱা এই শ্ৰেণীৰ লেখকসকলৰ ভিতৰত প্ৰতাপচন্দ্ৰ গোস্বামী, হৰমোহন

দাস, অমিয়কুমাৰ দাস, কালিৰাম বৰুৱা, সৰ্বেশ্বৰ কটকী, ৰাধাকান্ত সন্দিকৈ, ভদ্ৰসেন বৰা, ৰূপেশ্বৰ দত্ত, ৰমাকান্ত বৰকাকতি আদি কিছুমানৰ নাম উল্লেখনীয়। এইসকলৰ ভিতৰত প্ৰতাপচন্দ্ৰ গোস্বামীৰ বহুবিধ প্ৰবন্ধ, হৰমোহন দাসৰ, "সাহিত্য-তত্ত্ব" (১৯৩৯), কালিৰাম বৰুৱাৰ "কামাখ্যা", "ভাব-লহৰী", "আমাৰ সম্পদ" আদি উল্লেখনীয়। সৰ্বেশ্বৰ কটকী লিপি-বিষয়ৰ অনুসন্ধান কৰোঁতা আৰু অসমীয়া-লিপিৰ প্ৰণালীবদ্ধ প্ৰথম আলোচকৰূপে, ৰাধাকান্ত সন্দিকৈ সাহিত্যৰ সৃষ্টি আৰু বিকাশৰ পৃষ্ঠপোষকৰূপে, ভদ্ৰসেন বৰা আৰু ৰূপেশ্বৰ দত্ত জনসাহিত্যত বৰঙণি যোগাওতা হিচাপে বিশেষৰূপে স্মৰণীয়। অ.ভা.উ.সা সভাৰ অন্যতম কৰ্মকৰ্ত্তা ৰমাকান্ত বৰকাকতী আছিল কনকলাল বৰুৱাৰ লগতে অসমীয়া সাহিত্যৰ বুৰঞ্জী-উদ্ধাৰৰ অন্যতম অনুসন্ধিৎসু। দেৱেশ্বৰ চলিহাৰ নাম স্মৰণীয় ইংৰাজীত ৰচনা কৰা অসমীয়া-ভাষা আৰু সাহিত্যৰ এখন ইতিহাসৰ কাৰণে।

## ব্যক্তিনিষ্ঠ ৰচনাৰ দিশত

কোনো এটা বিষয়ৰ অৱলম্বনত লেখকৰ ভাৱ আৰু অনুভূতিয়ে প্ৰাধান্য লাভ কৰা সৰস-ভাষাত লিখা যি ৰচনা, তাকেই বুলিব পৰা যায় একপ্ৰকাৰ ব্যক্তিনিষ্ঠ-ৰচনা বা ৰম্যৰচনা। এই বিধ ৰচনাৰ মাজত কিবা গহীন-ভাৱ থাকিলেও পাতল আৰু সৰস ভাষাৰ আমোদজনক-প্ৰকাশৰীতি বা বাক-ভঙ্গিৰ চাতুৰ্য্যই বহু সময়ত তাক তল পেলাই ৰাখে। সাধাৰণতে এই শ্ৰেণীৰ ৰচনাই পাঠকক আমোদ আৰু আনন্দ দিয়ে, কোনো কোনো সময়ত হহুৱায়। ই একপ্ৰকাৰ বুদ্ধিনিষ্ঠ-লঘু-ৰচনা, কিন্তু ইয়াৰ তলিত থকা ধৰ্মীয়, সামাজিক বা জাতীয়-সমস্যাৰ সংস্কাৰাত্মক-চিন্তাপ্ৰবাহে পাঠকক ভাবিবলগীয়া কৰি তোলে। লক্ষীনাথ বেজবৰুৱা আমাৰ সাহিত্যত ইয়াৰ সৃষ্টিকৰ্ত্তাই নহয়, সাৰ্থকভাৱে আৰু অপ্ৰতিদ্বন্দ্বিতভাৱে ইয়াৰ প্ৰসাৰণকৰ্ত্তাও। বেজবৰুৱাৰ পৰৱৰ্ত্তি-কালত এই বিধ ৰচনাৰ পৰম্পৰা ৰক্ষা কৰোঁতা কিছুমানৰ উল্লেখ ইয়াত কৰা হ'ল। সেইসকলৰ ভিতৰত ৰাজমোহন নাথৰ "পীতাম্বৰ ৰাজমেধি", দণ্ডিনাথ কলিতাৰ "আত্মানন্দ", শুক্ৰেশ্বৰ বৰাৰ "চিকাচোৰাং চোৱা" আৰু লগতে দুই এজনৰ ভ্ৰমণ কাহিনী আৰু চিকাৰ কাহিনী কিছুমানো আমাৰ সাহিত্যৰ আলোচ্যমান পৰ্য্যায়ত গণ্য কৰিব পৰা যায়। হলীৰাম ডেকাই "চিত্ৰসেন-যখৰীয়া" ছদ্মনামত এলানি লঘু সৰস প্ৰবন্ধ লিখাৰ কথা ইতিমধ্যে ডেকাৰ সাহিত্য-কৃতিৰ মূল্যান প্ৰসঙ্গত কৈ অহা হৈছে। ডেকাৰ এই ৰচনাখণ্ড মৃদু-সমালোচনাত্মক, অথচ পঠন-কালত সুখদায়ক।

## জীৱনবৃত্তৰ দিশত

জীৱনবৃত্ত বা জীৱনী-চিত্ৰণে আধুনিক-সাহিত্য জগতৰ এটা দিশত সাহিত্যিক-ৰচনাৰূপে মৰ্য্যদা লাভ কৰি আহিছে। কবি-সাহিত্যিক বা আন কোনো দিশত বিশেষত্বপূৰ্ণ

ব্যক্তিৰ জীৱনৰ পৰিচয় দাঙি ধৰা কাৰ্য্য অৱশ্যে পুৰণি কালৰে পৰা প্ৰচলিত। কিন্তু ক্ৰম-বিৱৰ্তনৰ মাজেদি আধুনিক যুগৰ-জীৱনবৃত্তত ব্যক্তিবিশেষৰ অতি-নিন্দা বা অতি-প্ৰশংসা নোহোৱা হৈছে— ব্যক্তিত্বৰ তথ্যানুগ-অবিকৃত-ৰূপায়ণ, আন হাতেদি সাহিত্যৰ অন্তৰ্গতিও। এনেকুৱা জীৱনবৃত্তকেই বোলা হয় শুদ্ধ-জীৱনী (Pure Biography), ইয়াৰেই নামান্তৰ নতুন-জীৱনী (New Biography)। অষ্টাদশ-শতিকাৰ শেষৰ ফালে ইংৰাজ-লেখক জেমছ্ বছোৱেলে (James Boswell) "ড° জনছনৰ জীৱনী" (Life of Dr. Johson) ৰচনা কৰি আদৰ্শ জীৱনী-সাহিত্যৰ বাট দেখুৱাই গৈছে। পৰৱৰ্ত্তি-কালত বিংশ-শতিকাৰ প্ৰথমতে ইংৰাজ লেখক লিটন ষ্ট্ৰেচিয়ে (Lytton Strachey) গুণ-দোষৰ সৈতে ব্যক্তিবিশেষৰ জীৱন-চৰিতৰ কলাত্মক-ৰূপায়ণ কৰি শ্ৰেষ্ঠতম-জীৱনীকাৰ ৰূপে খ্যাতি অৰ্জন কৰে। তেওঁৰ বিখ্যাত জীৱন- বৃত্তৰ নাম "Eminent Victorians" জীৱনী সাহিত্যৰো দুটা শ্ৰেণী— এটা, সাধাৰণ জীৱন-চৰিত, আৰু আনটো আত্ম-জীৱনী। লেখকে নিজৰ কথা নিলিখি য'ত আনৰ জীৱন চৰিত অঙ্কন কৰে, সিয়েই সাধাৰণ জীৱনী; আকৌ, য'ত লেখকে নিজে নিজৰ জীৱনৰ কথাবিলাক লিখি প্ৰকাশ কৰে তাকেই বোলা হয় আত্ম-জীৱনী। আধুনিক-যুগত দুয়ো শ্ৰেণীৰ জীৱন-চৰিতেই ৰচিত হৈছে, আত্ম-জীৱনীৰ সংখ্যা অৱশ্যে কম। বিশেষ কথা এই যে, ১৯৪০ চনৰ আগৰ কালছোৱাত ৰচিত জীৱন-চৰিতবিলাকৰ বেছিভাগকেই "নতুন-জীৱনী"ৰ আদৰ্শত ৰচিত বুলিব নোৱাৰি। অৱশ্যে সেই শ্ৰেণীৰ দুই এখন গ্ৰন্থৰ ভিতৰত ড° সূৰ্য্যকুমাৰ ভূঞাই ৰচনা কৰা "আনন্দৰাম বৰুৱাৰ জীৱনী" (১৯২০) নিশ্চিতভাবেই উল্লেখযোগ্য। লেখকসকলৰ আলোচনা প্ৰসঙ্গত ইতিমধ্যে উল্লেখ নকৰা কিছুমান জীৱনী গ্ৰন্থৰ ভিতৰত গোপীনাথ বৰদলৈৰ "তৰুণৰাম ফুকনৰ জীৱনী", কালিৰাম বৈশ্যৰ "বেঞ্জামিন ফ্ৰেংকলিন", কেশৱ পাঠকৰ "মহাত্মা গান্ধী"— বসন্ত বৰুৱাৰ "বুকাৰ ওৱাচিংটন", ফণীধৰ চলিহাৰ "থিনাৰাম বৰুৱা", দণ্ডিনাথ কলিতাৰ "কৰ্ম্মবীৰ চন্দ্ৰনাথ", সৰ্বেশ্বৰ কটকীৰ "হেমচন্দ্ৰ বৰুৱাৰ জীৱন চৰিত" আৰু "সত্যনাথ বৰাৰ জীৱন-চৰিত" আদিৰ নাম উল্লেখ কৰা হ'ল। সৰ্বেশ্বৰ কটকী প্ৰাকস্বাধীনতা যুগৰ এগৰাকী তথ্যানুসন্ধানকাৰী গদ্যলেখকো আছিল। সেই কালৰ অন্যতম প্ৰসিদ্ধ গদ্য লেখক মহাদেৱ শৰ্মাই "ৰামকৃষ্ণ পৰমহংস", "বুদ্ধদেৱ", "মহম্মদ চৰিত", "যীশু-চৰিত" আদি পুথি ৰচনা কৰি আধুনিক-যুগত ধৰ্মগুৰুৰ চৰিত্ৰ প্ৰচাৰৰ বাট দেখুৱাইছে। ইয়াৰ উপৰিও ফাইজুদ্দিন আহমদে ৰচনা কৰা "হজৰত মহম্মদ" আৰু "হজৰত ওমৰ ফাৰুক"ৰ নামো উল্লেখনীয়। বিশেষ কথা— গুণাভিৰাম বৰুৱাই ৰচনা কৰা "আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন-চৰিত" "আধুনিক যুগৰ প্ৰথম-জীৱন-চৰিত। একোটা সংক্ষিপ্ত পৰিসৰৰ মাজতে ৰচনা কৰা কিছুমান বিভিন্ন দিশত খ্যাতিসম্পন্ন ব্যক্তিৰ জীৱনীৰ সংগ্ৰহো গ্ৰন্থাকাৰে ছপা হৈ ওলাইছে। এই প্ৰসঙ্গত পদ্মনাথ গোহাঞি-

বৰুৱাৰ "জীৱনী-সংগ্ৰহ", ড° সূৰ্য্যকুমাৰ ভূঞাৰ "চানেকি", কুমুদেশ্বৰ বৰঠাকুৰৰ "ৰত্ন-কৌমুদী", সতীশ চন্দ্ৰ কাকতিৰ "জীৱনী-মালা" আদিৰ নাম উল্লেখ কৰা হ'ল।

দ্বিতীয় মহাযুদ্ধৰ পূৰ্বকালীন জীৱবৃত্তবোৰৰ প্ৰায়বোৰেই নতুন-জীৱনীৰ আদৰ্শত ৰচিত নহয় কাৰণে এইবোৰৰ মাজত ব্যক্তিবিশেষৰ গুণাগুণ মিশ্ৰিত ব্যক্তি-সত্তাৰ সম্যক ৰূপায়ণৰ পৰিৱৰ্ত্তে তাত তেওঁ সামাজিক, ৰাজনৈতিক আদি দিশৰ মাহাত্ম্য, ব্যক্তিগত বুদ্ধিমত্তা আদিৰ প্ৰশস্তিৰ প্ৰাধান্যহে দেখা যায়। সেয়েহে, আলোচ্যমান-কালডোখৰৰ ভিতৰত এই শ্ৰেণী সাহিত্যৰ ক্ৰমগতি ক্ৰমশুদ্ধি আৰু ক্ৰমবিকাশৰ ফালে আগবাঢ়িছিল বুলি কব পৰা যায়। ইয়াৰ মাজত এটা বিশেষ কথা এই যে, আলোচ্যমান যুগৰ প্ৰথমাৱস্থাতে মহাপুৰুষ আৰু অৱতাৰী পুৰুষৰ জীৱনলীলাৰ আলেচানাত্মক ৰূপায়ণক কেন্দ্ৰ কৰি বৈজ্ঞানিক-ধৰণৰ বিশ্লেষণাত্মক-সমালোচনাৰো সৃষ্টি হৈছে। লক্ষ্মীনাথ বেজবৰুৱাৰ "শঙ্কৰদেৱ" আৰু "শঙ্কৰদেৱ-মাধৱদেৱ" আৰু পদ্মনাথ গোহাঞিবৰুৱাৰ "শ্ৰীকৃষ্ণ" ইযাৰ দৃষ্টান্ত। এই ধৰণৰ সমালোচনাৰ মাজেদি জীৱন-চৰিতৰ স্বৰূপ-চিত্ৰণৰ সংখ্যা আৰু বাঢিবলৈ আমাৰ সাহিত্যত বাকী আছে। বেজবৰুৱা আৰু গোহাঞিবৰুৱাৰ অনন্যসাধাৰণ এই কৃতিৰ চমু আলোচনা যথা প্ৰসঙ্গত দি অহা হৈছে।

## সমালোচনাৰ দিশত

আমাৰ সাহিত্যৰ ৰোমান্টিক যুগৰ ভিতৰতে সাহিত্য-সমালোচনাৰ দিশটোও কিছু পৰিমাণে প্ৰসাৰিত নোহোৱাকৈ থকা নাই। ইতিহাসৰ পুংখেদি আগুৱাই গলে অৱশ্যে "অৰুণোদয়"ৰ পাততেই পুথিৰ ওপৰত কৰা সমালোচনাত্মক মন্তব্য পাও। তাৰ আগতো, অৰ্থাৎ বৈষ্ণৱ-যুগ আৰু প্ৰাক্ বৈষ্ণৱ-যুগতো কবিসকলে তেওঁলোকৰ কাব্যকৃতিৰ বিষয়বস্তু-গ্ৰহণৰ ৰীতি আৰু তাৰ ৰূপায়ণ-পদ্ধতিৰ কথা অলপ অচৰপ কোৱাৰ উপৰিও কোনোজনে প্ৰকাৰান্তৰে আনৰ কাব্যৰ প্ৰশংসা বা নিন্দাবাক্য উচ্চাৰণ কৰাও দেখা যায়। সমালোচনা বুলিলে গ্ৰন্থবিশেষৰ আকৃতি-প্ৰকৃতিগত যি বন্ধন বা ৰচন-পদ্ধতি আৰু তাৰ গুণাগুণ বিচাৰ-পদ্ধতিৰ কথা বুজা যায়, সি অৱশ্যে উক্ত মন্তব্যবোৰৰ তুলনীয় নহয়— সি আপেক্ষিক ভাবে আধুনিক-যুগত বিশেষভাবে ইংৰাজী-সাহিত্যৰ আদৰ্শত গঢ় লৈ উঠা নিৰপেক্ষ-বিচাৰধাৰা। লিখকৰ ভাবানুভূতিৰ লগত সহানুভূতি ৰাখি সম্যক-জ্ঞানৰ মাজেদি গ্ৰন্থবিশেষৰ গুণাগুণৰ ওপৰত কৰা ই বিচাৰ-প্ৰক্ৰিয়া। আমাৰ সাহিত্যৰ প্ৰকৃত-সমালোচনাৰ নিদৰ্শন "অৰুণোদয়"ৰ পৰিৱৰ্ত্তে "আসাম বিলাসিনী" (১৮৭১-১৮৮৩) কাকততহে লক্ষ্য কৰা যায়, আৰু ই স্পষ্টৰূপত বিকশিত হয় জোনাকী-যুগত। "যোনাকী" আৰু "বাঁহী"ত আনকি এটা পুথি-পৰিচয় প্ৰসঙ্গও আছিল। লক্ষ্মীনাথ বেজবৰুৱাৰ "সাহিত্যৰ লক্ষণ" নামৰ প্ৰবন্ধই সেই যুগত সমালোচনাত্মক-ধাৰণাৰ

ব্যাপকত্বৰ পৰিচয় দিয়ে। তেওঁৰ "শংকৰদেৱ" নামৰ গ্ৰন্থৰ অন্তৰ্গত শংকৰদেৱৰ ৰচনাৰাজিৰ আলোচনা বৈজ্ঞানিক-পদ্ধতিৰে কৰা গ্ৰন্থ সমালোচনাৰ নমুনা। বেজবৰুৱাৰ সমসাময়িক লম্বোদৰ বৰা, পদ্মনাথ গোহাঞিবৰুৱা, হেমচন্দ্ৰ গোস্বামী আদিৰ অৱিহণাও এই দিশত উল্লেখনীয়। আসাম নিউজ,[১০৯] আসাম বন্ধু[১১০] "বিজুলি"[১১১] আদি আলোচনীৰ মাজতো পুথিৰ সমালোচনা স্পষ্টৰূপত দেখা দিছে। আপেক্ষিকভাবে পৰবৰ্ত্তি-সময়ত সাহিত্যৰ সমালোচনাত্মক-দিশত সোণাৰাম চৌধুৰী, বাণীকান্ত কাকতি, ডিম্বেশ্বৰ নেওগ, ৰত্নকান্ত বৰকাকতি আদিৰ মনোনিৱেশ আৰু তাৰ ফলশ্ৰুতি বিশেষ লক্ষণীয়। ড° বাণীকান্ত কাকতি প্ৰকৃত সমালোচনাৰ সৃষ্টিকৰ্ত্তা আৰু ইয়াৰ পথ-প্ৰদৰ্শক। অধ্যয়নৰ পুষ্টিসাধন, মননশীলতা আৰু বোধশক্তিৰ যোগেদি তেওঁ ১৯৪০ চনৰ আগতে আদৰ্শ-সমালোচকৰূপে সাহিত্য জগতত অৱশ্যে স্বীকৃত হৈছে। তেওঁৰ "পুৰণি অসমীয়া সাহিত্য" আৰু "তুমি" আদি কাব্যৰ ভূমিকাই ইয়াক প্ৰমাণ কৰে। তথাপি ১৯৪০ চনৰ পাছত

---

১০৯ লম্বোদৰ বৰাৰ 'ল'ৰা বোধ'ৰ সমালোচনা — "সি যি হওক, যি পুথিৰ বিষয়ে আমি মত প্ৰকাশ কৰিব খুজিছোঁ, সি আন আন অসমীয়া পুথিৰ নিচিনা নহয়, তাত দোষতকৈ গুণৰ ভাগ অধিক, তাত অনেক লাগতীয়াল বিষয় লিখা হৈছে, আৰু প্ৰত্যেক বিষয়ে লেখকৰ পাৰ্গতালিৰ প্ৰমান দিছে। ভাষাও শুদ্ধ, কোনো কোনো ঠাইত ভাষাত অল্পদোষ দেখা যায় হয়, কিন্তু তেনে দোষ বৰ ডাঙৰ বা অধিক নহয়। "ল'ৰাবোধ" স্কুলত চলিলে আমি ৰং পাম।" —আসাম নিউজ ঃ সম্পাদক হেমচন্দ্ৰ বৰুৱা, ১৩ এপ্ৰিল, ১৯৮৫।

১১০ লম্বোদৰ বৰাৰ "ল'ৰাবোধ"ৰ সমালোচনা— "ইয়াত যোলটি প্ৰবন্ধ আছে। এই প্ৰবন্ধবোৰত অনেক জানিবলগীয়া কথা আছে। গ্ৰন্থকাৰে ল'ৰা-ছোৱালীৰ উপকাৰৰ নিমিত্তে এই পুথি ৰচনা কৰিলেও ইয়াক পুঢ়ি আমাৰ দেশৰ ডেকা আৰু বুঢ়া সকলোৰে উপকাৰ যে হব, ইযাত সন্দেহ নাই। বিশেষকৈ 'সময়' আৰু এই দুটি প্ৰবন্ধ কলোৱে যেন পঢ়ে, এই আমাৰ আশা। 'ল'ৰাবোধ'ৰ গ্ৰন্থকাৰে এনে হিতকৰ বিষয় শিক্ষা দি ধন্যবাদৰ পাত্ৰ হৈছে।" আসাম বন্ধু, সম্পাদক গুণাভিৰাম বৰুৱা, ১ ম বছৰ, ৬ষ্ঠ সংখ্যা, ১৮৮৫।

১১১ লম্বোদৰ বৰাৰ "জ্ঞানোদয"ৰ সমালোচনা— "এই পুথিখন (জ্ঞানোদয়) তেওঁ (লম্বোদৰ বৰা) তলৰ খাপৰ পঢ়াশালিৰ প্ৰথম শ্ৰেণীৰ ল'ৰাৰ জোখলৈ লেখিছিল। যি উদ্দেশ্যে তেওঁ পুথিখন লেখিছিল সেই নিমিত্তে যে ই সম্পূৰ্ণৰূপে যোগ্য হৈছে তাক কোৱা বাহুল্য মাথোন। লেখকে 'ছাত্ৰৰ কৰ্ত্তব্য কাম' বুলি যি কেইটা ৰচনা দিছে তেনেকুৱা পাঠ্য অকল অসমত নেলাগে বঙ্গদেশ আদি অন্যান্য ঠাইতো ইস্কুলীয়া কিতাপত এটি প্ৰধান অভাব আছিল। ... নগাওঁৰ পুথি বছা সমিতিয়ে পুথিখনি তলৰ খাপৰ পঢ়াশালিৰ ছাত্ৰৰ পাঠ্য কৰি মনোনীত কৰাত আমি বৰ সন্তোষ পাইছো।"
— বিজুলি, সম্পাদক পদ্মনাথ গোহাঞিবৰুৱা, ২ য় বছৰ, ১৮৯২।

ড° কাকতিয়ে কেইবাখনো মূল্যৱান-গ্ৰন্থ প্ৰণয়ন কৰা কাৰণে আৰু সমালোচনাৰ উপৰিও পাণ্ডিত্য আৰু গৱেষণাৰ ক্ষেত্ৰতো বহুত অৰিহণা যোগোৱা কাৰণে তেওঁক পৰৱৰ্ত্তি-কাললৈকে নিয়াৰো যুক্তি আছে। ১৯৪০ চনলৈকে আমাৰ সমালোচনা-সাহিত্যৰ প্ৰায় তিনিকুৰি বছৰীয়া ইতিহাসৰ শেষৰ ফালে ড° বাণীকান্ত কাকতিয়েই শ্ৰেষ্ঠ-সমালোচক ৰূপে পৰিগণিত হৈছে বুলি কব পৰা যায়।

সাহিত্যকৃতিৰ গুণাগুণ বিচাৰৰ উপৰিও সমালোচনাৰ আৰু এটা ভাগ আছে। সাহিত্য-তত্ত্ববিষয়ক-আলোচনা বা সাহিত্যৰ স্বৰূপ নিৰ্ণায়ক-বিশ্লেষণ এই ভাগৰ অন্তৰ্গত। সমালোচনাৰ এই ভাগৰ কামো ১৯৪০ চনৰ আগতে আৰম্ভ হৈছে, অৱশ্যে সন্তোষজনক ভাবে তাৰ প্ৰসাৰণ হোৱা নাই। ইতিমধ্যে কৈ অহা হৈছে যদিও প্ৰসঙ্গ-ক্ৰমে ইয়াতো কোৱা হ'ল সোণাপতি দেৱশৰ্মাৰ "সাহিত্যৰ সাজ" (১৯২১) এই শ্ৰেণীৰ প্ৰথম সৃষ্টি। আকৌ, সত্যনাথ বৰাৰ "সাহিত্য-বিচাৰ" (১৯২২), হৰমোহন দাসৰ "সাহিত্য-তত্ত্ব" (১৯৩৯) য়ো উক্ত দিশত উল্লেখনীয় স্থান অধিকাৰ কৰিছে। ইয়াৰ উপৰিও, কলিকতাৰ এ-এচ-ক্লাবৰ যোগেদি প্ৰকাশিত "সাহিত্য আৰু সমালোচনা" নামৰ বিখ্যাত গ্ৰন্থখনো এই প্ৰসঙ্গত উল্লেখনীয়। এই পুথিখনৰ প্ৰকাশৰ সময় যদিও ১৯৪১চন, তথাপি ইয়াৰ বিভিন্ন প্ৰবন্ধবোৰ বিভিন্ন কৃতবিদ্য লোকসকলে ১৯৪০ চনৰ ভিতৰতে ৰচনা কৰিছিল বুলি বুজা যায়। এই অৰ্থতেই গ্ৰন্থখনৰ উল্লেখ এই প্ৰসঙ্গত বাঞ্ছনীয় বুলি ধৰা হৈছে।

# সাম্প্ৰতিক–স্তৰ

## (১৯৪০– বৰ্তমানলৈ)

### সাহিত্যৰ পটভূমি ঃ

আমাৰ সাহিত্যৰ ৰোমান্টিক স্তৰ বা উন্নত-স্তৰৰ শেষ সীমা ১৯৪০ চন ধৰি তাৰ পৰা সাম্প্ৰতিক-স্তৰ আৰম্ভ হোৱা বুলি কৈ অহা হৈছে। সেইবুলি গাণিতিক-দৃষ্টিকোণৰ পৰা এই সত্য নিৰ্ণীত নহয়, ব্যৱহাৰিক দৃষ্টিকোণৰ পৰা মোটামুটিভাবে এই কথা কব পৰা যায়। কিয়নো ১৯৪০ চনৰ আগতে- অৰ্থাৎ চতুৰ্থ দশকৰ ভিতৰতে কোনো কোনো লেখকৰ ৰচনাত ৰোমান্টিক-প্ৰৱণতা কমি অহা দেখা গৈছে, আৰু দুই এজন কবিৰ সৃষ্টিত ফ্ৰয়েড আৰু মাৰ্ক্সবাদী মনোবিজ্ঞানৰ যোগেদি সমাজতাত্ত্বিক-ভাৱধাৰা প্ৰবাহিত হৈছে। এই ধৰণে ৰোমান্টিক-যুগতেই শেষৰ ফালে আধুনিকতাৰ গোন্ধ নোলোৱাকৈ থকা নাই। আন হাতেদি আকৌ '৪০ চনৰ পাছতো কোনো কোনো কবি-সাহিত্যিক ৰোমান্টিক-ভাৱধাৰাৰ পৰা মুক্ত হব পৰা নাছিল। প্ৰেম, সৌন্দৰ্য্য, জাতীয়-চৈতন্য, কল্পনা-বিলাসিতা আদিৰ উপৰিও সৃষ্টিধৰ্ম্মী ৰচনাৰ কিছুমান ৰূপগত-বিশেষত্বয়ো ৰোমান্টিক-প্ৰভাৱৰ কথা সূচায়। গতিকে কব পৰা যায়--চতুৰ্থ-দশকৰ মধ্যভাগৰ পৰা পঞ্চম-দশকৰো কিছু বছৰলৈ, এই কালছোৱা আমাৰ সাহিত্যৰ ৰূপগত আৰু ভাৱগত উভয় দিশৰে এটা পৰিবৰ্ত্তনৰ কাল, যদিও আলোচনাৰ সুবিধাৰ কাৰণে ১৯৪০ চনটোকে আমি সাম্প্ৰতিক-যুগৰ আৰম্ভণিৰ সীমা-ৰেখা ৰূপে ধৰি লৈছোঁ। এই ধৰণৰ কথা আমি প্ৰয়োজন-বিশেষে আন ঠাইতো কৈ আহিছোঁ।

*পৰিৱৰ্ত্তনৰ কাল*

আধুনিক-সাহিত্যৰ গতি-প্ৰৱাহ ধাৰণ কৰা দেখা যায় সমসাময়িক-আলোচনীসমূহে। ১৮৯০-১৯৪০ চনলৈ, এই আঢ়েকুৰি বছৰীয়া কালডোখৰত প্ৰচলন হোৱা আলোচনীবোৰৰ ভিতৰত "জোনাকী", "বিজুলি", "উষা", "বাঁহী", "আলোচনী", "আসাম-বান্ধৱ", "চেতনা" আৰু "আৱাহন"ৰ স্থান আৰু বৰঙণিৰ কথা উল্লেখ নকৰি নোৱাৰি। বিশেষ কথা এই যে, বিভিন্ন নামৰ আলোচনীসমূহৰ মাজেদি সৃষ্ট সাহিত্য-ৰাজিৰ কিন্তু সাধাৰণ সুৰ আছিল একেটা - সেয়েই ৰোমান্টিক-সুৰ। সাহিত্যৰ গতি-প্ৰৱাহ আলোচনীসমূহে ধাৰণ কৰা মানে সেই সেই আলোচনীৰ লগত সংশ্লিষ্ট লেখকসকলৰ দ্বাৰা সেই প্ৰৱাহ সৃষ্ট আৰু ৰক্ষিত। ৰোমান্টিক-ভাৱপুষ্ট-সৃষ্টিকৰ্ত্তা-চূড়ামণিসকলৰ সৃষ্টিৰ গতিও কালপ্ৰবাহত মন্থৰ হয়, আৰু লগে লগে তেওঁলোকৰ বেছিভাগেই চিৰদিনৰ কাৰণে আঁতৰি যায়। "জোনাকী"ৰ "ত্ৰিমূৰ্ত্তি"

ৰূপে খ্যাত চন্দ্ৰকুমাৰ, লক্ষ্মীনাথ আৰু হেমচন্দ্ৰ গোস্বামীৰ প্ৰথমজন ১৯৩৭ খৃঃত, দ্বিতীযজন ১৯৩৮ খৃঃত আৰু তৃতীয়জন ১৯২৮ খৃঃতে পৰলোক গমন কৰে। তাৰ উপৰিও ১৯৩৬ খৃঃত কমলাকান্ত ভট্টাচাৰ্য্য, ১৯৩৯ খৃঃত হিতেশ্বৰ বৰবৰুৱা আৰু ৰজনীকান্ত বৰদলৈযেও দেহত্যাগ কৰে। ৰোমান্টিক-যুগৰ অন্যতম-কৰ্ণধাৰ পদ্মনাথ গোহাঞিবৰুৱা অৱশ্যে ১৯৪৬ চনলৈ জীয়াই আছিল যদিও সৃষ্টিকাৰ্য্যত তেওঁৰো আগৰ উদ্যম কমি গৈছে। মুঠতে কব পৰা যায় - আগশাৰীৰ ৰোমান্টিক-কবি-সাহিত্যিকসকল এটাৰ পাছত এটাকৈ নোহোৱা হল, যি কেইজন আছিল তেওঁলোকৰো কোনো কোনো জনৰ অনুভূতিৰ স্ফুৰণ শিথিল হল, দুই এজনৰ আকৌ মানসিকতাৰ ভাৱান্তৰো ঘটিল। তেনে লেখকৰ হাতত আগৰে পৰা চলি অহা ৰোমান্টিক-লক্ষণৰ শুদ্ধতা কমিবলৈ ধৰে আৰু তাৰ পৰিৱৰ্তে সাহিত্যত বাস্তৱতা, বৈজ্ঞানিক-দৃষ্টিভঙ্গি আৰু সত্যদিদৃক্ষা আদিৰ ক্ৰমানুপ্ৰৱেশ আৰম্ভ হয়। ৰোমান্টিকতাৰ অন্যতম প্ৰধান বিশেষত্ব আত্মধৰ্ম্মিতা ক্ৰমশঃ হ্ৰাস পাই আহে, আৰু তাৰ পৰিৱৰ্ত্তে আত্মচেতনা উক্ দি উঠে।

*ৰোমান্টিক ভৱধাৰাৰ ক্ৰম-বিলুপ্তি*

উক্তধৰণৰ পৰিৱৰ্ত্তনৰ কাৰণ হিচাপে অৱশ্যে কেইটামান কথা মন কৰিবলগীয়া। ১৯২১ চনত মহাত্মা গান্ধীৰ নেতৃত্বত যি অসহযোগ-আন্দোলন আৰম্ভ হৈছিল, সিয়েই চতুৰ্থ-দশকত আইন-অমান্য আন্দোলন ৰূপে প্ৰৱল হৈ উঠে। চৰকাৰৰ তৰফৰ পৰা আগৰ দশকতে লাইন-প্ৰথা প্ৰৱৰ্ত্তিত হৈছিল যদিও ইয়াৰ ব্যতিক্ৰমতেই এই কালছোৱাত বিশেষকৈ মৈমনছিঙৰ পৰা অসমলৈ পমুৱাৰ আগমন প্ৰৱল হৈ উঠে। এই দশকৰে শেষৰ ফালে দ্বিতীয়-মহাসমৰৰ সূত্ৰপাত হয়, অৱশ্যে পশ্চিমীয়া দূৰ দেশত - বৃটিছ আৰু জাৰ্ম্মানীৰ মাজত; তথাপি ইয়াৰ আসন্ন আতঙ্কই ভাৰতীয়, তথা অসমীয়াৰ অন্তৰলৈ আনে অস্থিৰতা আৰু উদ্বিগ্নতা। আমোলা-শ্ৰেণী আৰু কৃষকসকলত বাহিৰে বেছিভাগ মানুহেই কৰিবলৈ কাম পোৱা নাছিল। ফলত, এনেধৰণৰ অৰ্থ-সঙ্কটে দশকটো এনেভাবে জুৰিছিল যে পৰি মৰিলেও মানুহে ক'তো এটা পইচা মিলাব পৰা নাছিল। ইফালে, ওপৰতে কোৱাৰ নিচিনা প্ৰধান ৰোমান্টিক-লেখকসকলৰ সৃষ্টিক্ষমতা দুৰ্ব্বল হৈ আহে। আনহাতেদি আকৌ, ফ্ৰয়েডৰ প্ৰভাৱ আৰু মাৰ্ক্সবাদৰ আদৰ্শও আহি কোনো কোনো উচ্চ-শিক্ষিত ডেকা লেখকৰ বুদ্ধিমত্তাত অনুপ্ৰৱেশ কৰেহি। পঞ্চম-দশকৰ সাহিত্যৰ যি পৰিৱৰ্ত্তন, তাৰ আগলী বাতৰা এইধৰণে চতুৰ্থ-দশকতে সূচিত হয়।

*পৰিৱৰ্ত্তনৰ কাৰণ*

দ্বিতীয় মহাযুদ্ধৰ ঢৌ দ্ৰুতবেগে বাগৰি আহি পঞ্চম-দশকৰ আৰম্ভণিতে ভাৰত, তথা অসমৰ বুকুত চমকপ্ৰদ পৰিৱৰ্ত্তন ঘটায়। বহু বিদেশী সৈন্য আহি অসমত পিয়া-পি দিলে, নানা ঠাইত ছাউনী পাতি ৰণোদ্যমত প্ৰস্তুত হল। অভাৱনীয়ভাৱে বস্তুৰ দাম বাঢ়ি গল,

মুদ্ৰাস্ফীতিয়ে ভয়ঙ্কৰ ৰূপত দেখা দিয়ে। দুৰ্নীতি আৰু অসদুপায়েৰে এক শ্ৰেণীৰ লোকে অপৰিসীম ধন উপাৰ্জ্জন কৰিলে, নীতি-আদৰ্শ ক্ৰমশঃ মানুহে হেৰুৱালে, মানুহ হিচাপে সৎ আৰু সাধুৰ জীৱন-যাত্ৰা সমাজত কষ্টকৰ হৈ উঠিল। ইয়াৰ মাজতে ১৯৪৭ খৃঃত্ত ভাৰত গণৰাজ্য আৰু পাকিস্তান, এই দুই নামত বিভক্ত হৈ দেশে স্বাধীনতা লাভ কৰিলে। অসমত কিছুমান উদ্যোগ-কাৰখানা প্ৰতিষ্ঠিত হ'ল। ফলস্বৰূপে কুলি-মজদুৰ নানা সমস্যায়ো দেখা দিলে, আৰু ধনী-দুখীয়াৰ মাজৰ প্ৰভেদো প্ৰকট হৈ উঠিল। বিশ্বৰ ন-ন বৈজ্ঞানিক-আৱিষ্কাৰ, সাহিত্যিক সৃষ্টি, মনোবিজ্ঞানৰ বিকাশ আদিয়ে শিক্ষিত অসমীয়া লোকৰ মনত প্ৰতিক্ৰিয়া কৰিলে। অন্ধবিশ্বাস ক্ৰমশঃ কমি আহিল, আৰু আনহাতেদি বস্তুধৰ্মিতা আৰু যুক্তিবাদে প্ৰাধান্য লাভ কৰিলে। ফ্ৰয়েডৰ মনোবিজ্ঞানৰ প্ৰভাৱ আৰু মাৰ্ক্সবাদৰ আদৰ্শই সাহিত্য-জগতৰ প্ৰায় সকলো দিশতে এক লক্ষণীয় সুৰ সঞ্চাৰিত কৰি তোলে। আকৌ, স্বাধীনতা লাভৰ পাছত পাকিস্তানৰ পৰা হাজাৰ-বিজাৰ নিৰাশ্ৰয় লোক অসমত আহি সোমাই জনসংখ্যাৰ বিপুল-বৃদ্ধি আৰু বসতিস্থানৰ ফালৰ পৰা এক নতুন সমস্যাৰ সৃষ্টি কৰি তোলে। এনে ধৰণৰ দুৰ্যোগ পূৰ্ণ আৰু অশান্তিৰ পৰিস্থিতিয়ে অনুভূতিশীল লোকক ব্যথিক কৰি তুলিলে। ইয়াৰ উপৰিও কিছুমান আন্তৰ্জাতিক সমস্যায়ো ভাৰতবাসী, তথা অসমীয়াক উদ্বিগ্ন কৰি তুলিলে। বিজ্ঞানৰ দ্ৰুত-উন্নতিৰ ফলশ্ৰুতি মহাকাশ-বিজয়, আনৱিক-বোমাৰ ধ্বংসাত্মক-বিস্ফোৰণ, প্ৰবল-ৰাজ-শক্তিবোৰৰ ক্ষমতাস্পৃহা আদিবোৰে মানুহৰ জীৱনৰ স্থায়িত্ব শঙ্কিত কৰি তুলিলে। স্বাধীনতালাভৰ আগে আগে, সকলো মানুহে স্বাধীনতাৰ পাছতে স্বাধীনতা-প্ৰসূত- সুপক্ক কদলীফল আশা কৰিছিল । কিন্তু এই ধৰণৰ সামাজিক, ৰাজনৈতিক, আৰ্থিক আদি নানা দিশত উদ্ভৱ হোৱা অশান্তিকৰ, আনকি সময়বিশেষে দুৰ্ব্বহ হৈ উঠা পৰিস্থিতিয়ে এক শ্ৰেণীৰ অনুভূতিপ্ৰৱণ লোকৰ মনত স্বাভাৱিকতে চেঁচা পানী ঢালি দিছিল। আন হাতেদি আকৌ, এক শ্ৰেণীৰ আশাবাদী লোকে সাময়িক-পৰিস্থিতিত ব্যথিত হ'লেও ভবিষ্যতলৈ সুফল আশা কৰিলে। এই দুই শ্ৰেণীৰ ভিতৰত প্ৰথম শ্ৰেণীৰ সংখ্যা অৱশ্যে তাকৰ। দুয়ো শ্ৰেণীৰ হাততে সাহিত্যৰ সৃষ্টি হ'ল। উক্ত সমস্যাবোৰে বিশেষভাৱে সৃষ্টি কৰিলে এই যুগৰ সাহিত্যৰ আধাৰভূমি। সাহিত্যত আত্মকেন্দ্ৰিকতা হ্ৰাস পালেও বিষয়ব্যাপকতা বাঢ়িল। এই যুগৰ সৃষ্টিত পূৰ্ব্বকালীন ৰোমাণ্টিক-ভাববিলাস কমি গল (সেইবুলি নিঃশেষ হোৱা নাই, সাহিত্যিক-সৃষ্টিত কল্পনা-অনুভূতিৰ ৰঙীন সাঁচ কিছু পৰিমাণে সদায় থাকে), তাৰ ঠাইত দেখা দিলে বাস্তৱবাদ আৰু বৈজ্ঞানিক-দৃষ্টিভঙ্গি; কল্পনাৰ পাখি কটা যোৱা কাৰণে মনৰ ৰুচিকাৰক-বৰ্ণনাৰ অবাধ-গতি নিৰ্দ্দিষ্ট সীমাতে সংহৃত হ'ল আৰু তাৰ পৰিবৰ্ত্তে দেখা দিলে বিচাৰ-বিশ্লেষণ আৰু যুক্তিপ্ৰদ-কৌশল। লগতে আকৌ দেখা দিলে সংযম, সতৰ্কতা আৰু শৃঙ্খলা।

*বিষয় আৰু সমস্যাৰ নানাত্ব*

হেম বৰুৱাই এঠাইত[১] লিখিছে— "অত্যাচাৰ, উৎপীড়ন, শোক-তাপ, অভাৱ-অভিযোগৰ বিপক্ষে অভিযান চলাই পৃথিৱীখন যিমান দূৰ সম্ভৱ নিৰ্ম্মল কৰাই আধুনিক-সাহিত্যৰ উদ্দেশ্য। বৰ্ত্তমান যুগৰ সামাজিক, ৰাজনৈতিক বিধি-ব্যৱস্থা আদিত আধুনিক সাহিত্যিক একেবাৰে অসন্তুষ্ট। ..... .... গতিকে তেওঁ এখন নতুন জগত, এখন শান্তিপূৰ্ণ পৃথিৱী বিচৰাটো স্বাভাৱিক, এনে এখন পৃথিৱী কল্পনাৰ নহয়, বাস্তৱৰ। আধুনিক সাহিত্যিক সদায়েই সুবিচাৰ, সুচিন্তাৰ পক্ষপাতী। আটাইতকৈ ডাঙৰ কথা হৈছে আধুনিক সাহিত্যিক কেতিয়াও আত্মাভিমানৰ ৰ'দ-কাচলিত চালি ধৰি নিজকে নিজে প্ৰতাৰণা কৰা নাই। .. . .... তেওঁৰ দেশৰ প্ৰতি, সমাজৰ প্ৰতি কৰ্ত্তব্য, সংসাৰৰ জ্বালা-যন্ত্ৰণাৰ পৰা আঁতৰি গৈ গুহাত বাস কৰা বনবাসী পিউৰিটানৰ লেখীয়া নহয়। আধুনিক সাহিত্যিক সমাজৰ এটা বিশেষ অঙ্গ।"

*হেম বৰুৱাৰ মত*

আমাৰ সাম্প্ৰতিক-সাহিত্যৰ ক্ৰমগতি প্ৰায় তিনিকুৰি বছৰীয়া। উক্ত বিশেষত্ববোৰৰ সৈতে সৃষ্টিধৰ্ম্মী সকলো বিধ সাহিত্যই ভাৱগত আৰু ৰূপগত পৰিৱৰ্ত্তন কম-বেছি পৰিমাণে লভিছে। আনকি প্ৰবন্ধ, ৰম্যৰচনা আৰু সমালোচনা-কৃতিৰো দৃষ্টিভঙ্গীৰ পৰিৱৰ্ত্তন লক্ষণীয় হৈ উঠিছে।

## কৱিতা

বিংশ-শতিকাৰ পঞ্চম-দশকৰ পৰা, বিশেষকৈ দ্বিতীয়-মহাযুদ্ধৰ হেন্দোলনি শাম কটাৰ পৰা কৱিতাৰ ক্ষেত্ৰত যি পৰিৱৰ্ত্তন আহিছে, সি সৰ্ব্বাধিক। আধুনিক-সাহিত্যৰ গতিধাৰা আলোচনীয়ে নিৰ্ণয় কৰা বুলি ওপৰত কৈ অহাৰ নিচিনা আধুনিক-কৱিতাৰ ক্ষেত্ৰতো কব পৰা যায় — ইয়াৰো আৰম্ভণি আৰু ক্ৰমগতি "জয়ন্তী" নামৰ এখন আলোচনীৰ (১৯৩৬-১৯৪৯) পাততেই পৰিলক্ষিত। অৱশ্যে দীননাথ শৰ্ম্মাসম্পাদিত "আৱাহন"ৰ '৪০ চনৰ মাৰ্চ মাহৰ সংখ্যাত ওলোৱা হেম বৰুৱাৰ "বান্দৰ" নামৰ কৱিতা প্ৰথম আধুনিক-কৱিতাৰূপে দৃষ্টিগোচৰ হয়। কিন্তু পঞ্চম-দশকৰ প্ৰায় আৰম্ভণিৰে পৰা ৰঘুনাথ চৌধাৰী সম্পাদিত "জয়ন্তী"ৰ পাতত আধুনিক-কবিতা প্ৰকাশ হবলৈ ধৰে। প্ৰথম অৱস্থাৰ এই শ্ৰেণী কবিতাৰ ভিতৰত ভবানন্দ দত্তৰ" ৰাজপথ", অমূল্য বৰুৱাৰ "বিপ্লৱী" আৰু "বেশ্যা", চক্ৰেশ্বৰ ভট্টাচাৰ্য্যৰ "এটকীয়া নোট", কেশৱ মহন্তৰ "চোৰৰ কৈফিয়ৎ" আদিৰ নাম উদাহৰণ স্বৰূপে উল্লেখ কৰা হ'ল। এইখিনিতে আধুনিক-কৱিতা (বা আধুনিক সাহিত্য) সম্বন্ধে অলপ কোৱাৰ প্ৰয়োজন। "আধুনিক আৰু "পৌৰাণিক", এই দুটা Relative শব্দ— আজি আমি যি ৰচনাক পৌৰাণিক বুলিছো, ১০০/২০০ বছৰ আগত সি আছিল আধুনিক। আকৌ, আজি যাক আধুনিক বোলা হৈছে, অন্ততঃ ৫০/৬০

১. আ. সা. (আধুনিক সাহিত্যৰ স্বৰূপ) ঃ হেম বৰুৱা

বছৰ পাছত যে তাক পৌৰাণিক বোলা নাযাব, তাক কোনে কব পাৰে? সময়ৰ বিৱৰ্তনে মানুহৰ ৰুচিৰ সলনি কৰে, ই নতুনক কৰে পুৰণি আৰু পুৰণিক পুনঃ নতুন ৰূপলৈ আনে। তথাপি আমাৰ আলোচনা প্ৰসঙ্গত কবলৈ হলে সাধাৰণভাৱে আধুনিক-কবিতা বুলিলে বুজা যায়- আধ্যাত্মিক আৰু পাৰলৌকিক ভাৱধাৰাৰ পৰিৱৰ্ত্তে বস্তুবাদী লৌকিক আদৰ্শ আৰু চিন্তাধাৰাৰ ভাবিক ৰূপায়ণ। ছন্দোবদ্ধ-ৰীতিৰ পৰিৱৰ্ত্তে ইয়াৰ ৰূপগত দিশটো সৃষ্টি কৰে কবিৰ অনুভূতিৰ মাজেদি নিঃসৃত ব্যঞ্জনাপ্ৰধান লয়পূৰ্ণ ভাষাই।

দ্বিতীয়-মহাযুদ্ধৰ পৰৱৰ্ত্তি-কাল বা স্বাধীনোত্তৰ-কাল আধুনিক-কবিতাসৃষ্টিৰ কাৰণে সকলো প্ৰকাৰে অনুকূল হৈ উঠে, আৰু তাৰ ফলশ্ৰুতিয়েও তাৰ নিৰাপদ অৱস্থান ক্ৰমশঃ প্ৰসাৰিত কৰি তোলে। তথাপিতো বিশেষ কথা এইযে, পূৰ্ব্বকালীন ৰোমাণ্টিক-প্ৰবাহ কবিতাসৃষ্টিৰ ক্ষেত্ৰত একেবাৰে স্তিমিত হোৱা নাছিল, আনকি ষষ্ঠ-দশক অতিক্ৰম কৰিও কিছু কাললৈকে ইয়াৰ গতি-প্ৰবাহ ক্ষীণ আৰু মন্থৰ গতিত হলেও দেখা গৈছিল।

*আধুনিক কবিতাৰ প্ৰসাৰণ, ৰোমাণ্টিক প্ৰবাহৰ মন্থৰগতি*

এই শ্ৰেণী কবিতাৰ ভাবগত-বিশেষত্বত তেতিয়াও আছিল কিছুমান ৰোমাণ্টিক-লক্ষণ, আৰু ক'তো ক'তো আধ্যাত্মিকতা আৰু অতীন্দ্ৰিয়ানুভূতি। ভাষামাধুৰ্য্য আৰু ছান্দসলালিত্যই আনিছিল ইয়াৰ ৰূপগত বিশেষত্ব। ৰোমাণ্টিক-যুগৰ বয়ঃকনিষ্ঠ লেখকসকলৰ কিছুমানে, বিশেষকৈ নীলমণি ফুকন (জ্যেষ্ঠ), নলিনীবালা দেৱী, অম্বিকাগিৰি ৰায়চৌধুৰী, প্ৰসন্নলাল চৌধুৰী আদি কবিসকলৰ কাপ তেতিয়াও ভোটা হোৱা নাছিল, অৱশ্যে চলি আছিল মন্থৰ গতিত। কিন্তু তেওঁলোকৰ পাছত তেওঁলোকৰ কাব্য-পৰম্পৰাৰ অনুগামী কবি আৰু ওলোৱা দেখা নগল।

"জয়ন্তী"ৰ পাছত দেখা দিয়া উপৰুক্ত কবিতা শ্ৰেণীৰ ক্ষিপ্ৰ-প্ৰসাৰণ হোৱা দেখা গৈছে। এই শ্ৰেণীৰ কবিসকলৰ দুই চাৰিজন ইতিমধ্যে স্বৰ্গী হৈছে। বাকীবোৰৰ কিছুমান আপেক্ষিকভাৱে বয়োজ্যেষ্ঠ, অধিকসংখ্যকেই অৱশ্যে বয়ঃকনিষ্ঠ। এই কবিসকলৰ যি কাব্যিক-সৃষ্টি, সিয়েই সাধাৰণতে আধুনিক-কবিতা বা সাম্প্ৰতিক-কবিতা হিচাপে আলোচনাৰ ক্ষেত্ৰত খ্যাত। বৰ্ত্তমান সময়ত কবিকুলৰ পৰিমণ্ডল বৃহদাকাৰৰ আৰু তেওঁলোকৰ সৃষ্টিমূলক-ফলশ্ৰুতিৰ পৰিমাণো বহুত বেছি। বিশেষ কথা- আধুনিক-কবিসকলৰ সকলোবোৰৰেই কথাবস্তু, শব্দচয়ন, প্ৰতীক-প্ৰয়োগ আদিৰ যোগেদি কবিতাৰ ৰূপগত-দিশত মিল থাকিলেও তেওঁলোকৰ কিন্তু দৃষ্টিভঙ্গি একে নহয়, তেওঁলোকৰ আদৰ্শৰ মাজতো সূক্ষ্ম-প্ৰভেদ পৰিলক্ষিত হয়। ডঃ সত্যেন্দ্ৰনাথ শৰ্ম্মাদেৱৰ ভাষাত[2] "তেওঁলোকৰ (আধুনিক কবিৰ) কবিতা দুটা উপ-শাখাত বিভাগ কৰিব পাৰি। দুই-এজন কবি দ্বন্দ্বাত্মক-ভৌতিকবাদত বিশ্বাসী। তেওঁলোকে বৰ্ত্তমান ব্যৱস্থাৰ আমূল

---

২. অ. সা. স. ই

পৰিবৰ্ত্তন কৰি শ্ৰেণীহীন সমাজস্থাপনৰ পক্ষপাতী। মাৰ্ক্সবাদী বা কমিউনিজিমত বিশ্বাসী অল্পসংখ্যক কবি কেইগৰাকীমান এই কবিতাৰ পৃষ্ঠপোষক। হীৰেন গোহাই, হীৰেন ভট্টাচাৰ্য্য, অমলেন্দু গুহ, কেশৱ মহন্ত, ৰবীন্দ্ৰ সৰকাৰ, বিজনলাল চৌধুৰী, হেমাঙ্গ বিশ্বাস— এই দ্বন্দ্বাত্মক-ভৌতিকবাদী-কাব্যধাৰাৰ কবি। এওঁলোকে কাব্যৰীতিৰ নতুন আঙ্গিকত বিশ্বাসী যদিও সেইটোৱেই তেওঁলোকৰ কাব্যৰ প্ৰধান কথা নহয়। বাস্তৱতাৰ ভিতৰত, যুগোচিত নতুন আঙ্গিকৰ মাধ্যমত সমাজবাদী আদৰ্শ আগত ৰাখি-কাব্যনুভূতি প্ৰকাশ কৰাৰ ওপৰতহে তেওঁলোকে গুৰুত্ব আৰোপ কৰে। কবিৰ সামাজিক-দায়বদ্ধতা তেওঁলোকে অপৰিহাৰ্য্য আদৰ্শ বুলি গণ্য কৰে। আনটো শাখাই সমাজবাদত বিশ্বাসী যদিও ব্যক্তিসত্তাৰ স্বাতন্ত্ৰ্য অস্বীকাৰ কৰিব নোখোজে। এই শ্ৰেণীৰ লেখকৰ সংখ্যাই অধিক। নৱকান্ত বৰুৱা, নীলমণি ফুকন, ভৱেন বৰুৱা, অজিত বৰুৱা, হৰি বৰকাকতি, নিৰ্ম্মলপ্ৰভা বৰদলৈ, বীৰেশ্বৰ বৰুৱা, মহেন্দ্ৰ বৰা, হিৰেন দত্ত, হোমেন বৰগোহাই, মহিম বৰা আদি ভালেখিনি কবিয়ে যুগৰ আহ্বান উপেক্ষা নকৰিও কোনো পূৰ্ব্বনিৰ্দ্দিষ্ট মতবাদত গা এৰা নিদি স্বকীয়-স্বাতন্ত্ৰ্য, নিৰ্ব্বাচিত আত্মপ্ৰকাশৰ পথত বিশ্বাস কৰে। মানুহৰ মন ইমান জটিল, আৰু বিচিত্ৰ যে, এটা ৰাজনৈতিক বা অৰ্থনৈতিক সমাধানৰ নিৰ্দ্দিষ্ট পথে সকলো সমস্যাৰ অৱসান ঘটাব নোৱাৰে। নিষ্পেষণ শোষণ আৰু উৎপীড়ণৰ অৱসান সকলোৱে বিচাৰে, কিন্তু উপায় লৈহে মতবিৰোধ। দ্বিতীয়তে, দ্বন্দ্বাত্মক ভৌতিকবাদীয়ে এখন আধ্যাত্মিক জগতত বিশ্বাস নকৰে। আন বহুতেই কিন্তু আস্থা নাৰাখিলেও অবিশ্বাস নকৰে, এই শ্ৰেণীৰ কবিৰ বিশ্বাস যে, জীৱনৰ দৰেই কাব্যও চিৰগতিশীল। বৰ্ত্তমান যুগ প্ৰশ্ন, সমস্যা, দ্বিধা, সন্দেহ, যুক্তি আৰু বিজ্ঞানৰ যুগ। এই যুগক প্ৰতিফলিত কৰিবলৈ হলে কেৱল ফুল, চৰাই, বসন্ত, মলয়া, নাৰী সৌন্দৰ্য্যক ৰূপ দিলেই নহব, আধুনিক-জগতৰ প্ৰতিভূস্বৰূপ সকলো বস্তুকে উপাদান ৰূপে গ্ৰহণ কৰিব লাগিব। উপাদানৰ লঘু-গুৰু বুলি এটা কথা তেওঁলোকৰ দৃষ্টিত নাই। খিড়িকিৰ ফাকেদি ভুমুকি মৰা শৰতৰ জোন, অখ্যাত গলীৰ ডাষ্টবিন, নূপুৰৰ নিক্কন, চটিজোতাৰ চত্ চত্ শব্দ, কান্ট-হেগেলৰ দৰ্শন, মায়া-এজ্‌টেক সভ্যতা, বিভিন্ন দেশৰ কাব্য-কবিতাৰ আদৰ্শ, এপিয়ালা ফিকা চাহ, আনৱিক-বোমাৰ বিস্ফূৰণ— এই সকলোবোৰে তেওঁলোকৰ কবিতাত হাতত ধৰা ধৰি কৰি প্ৰৱেশ কৰে।”

*আধুনিক কবিৰ দুটা শ্ৰেণী-আধুনিক কবিতাৰ লক্ষণ*

কবিতা প্ৰকৃতাৰ্থত কবি-মানসৰ কলাত্মক-ভাষিক-ৰূপায়ণ। গভীৰ অনুভূতি সুন্দৰ-কল্পনা আৰু আৱেগৰ মাজেদি ই স্ফুৰিত হয়; এই স্ফুৰণত যুগধৰ্ম্ম বা যুগচিত্ৰৰ সাঁচ পৰে, কবিৰ আদৰ্শৰ বেঙণিয়ে ইয়াৰ অন্তৰ্নিহিত-তত্ত্ব কম-বেছি পৰিমাণে পোহৰাই নোতোলাকৈও নাথাকে। এই মৌলিক-তত্ত্বই কবিতাক চিৰকালেই সঞ্জীৱিত কৰি ৰাখে।

এই ফালৰ পৰা ন-পুৰণি-হিচাপে কবিতাক ভাগ কৰাত অসুবিধা নোহোৱা নহয়। তথাপি বিশেষ কথা এই— অকল সাৰ-পদাৰ্থই মানুহক মুগ্ধ কৰিব নোৱাৰে, তাৰ কাৰণে লাগে সুন্দৰ প্ৰকাশৰীতি আৰু ৰূপসজ্জা। মূল-তত্ত্বৰ বাহক এইবোৰ (প্ৰকাশৰীতি আৰু ৰূপসজ্জা) বহু পৰিমাণে ৰুচিসাপেক্ষ। যুগে যুগে মানুহৰ ৰুচিৰ পৰিবৰ্ত্তন হয়, বা হৈ আহিছে। এই পৰিবৰ্ত্তনৰ লগে লগে শব্দৰ সংযোজন-কৌশল, উপমা আদি বিবিধ অলঙ্কাৰ, প্ৰতীক, চিত্ৰকল্প, আনকি কিছুমান শব্দৰো পৰিবৰ্ত্তন হয়। এইবোৰো এক প্ৰকাৰ উপাদান স্বৰূপ। যুগৰ লগত খাপ খোৱা উক্ত পৰিবৰ্ত্তিত উপাদানসমূহৰ যোগেদি গঠিত প্ৰকাশৰীতি আৰু ৰূপসজ্জাই কবিতাক যুগে যুগে নতুন কৰি ৰাখিছে। দ্বিতীয় মহাযুদ্ধৰ পাছতেই হওক, বা স্বাধীনতাৰ পাছতেই হওক, বিশেষকৈ এই অৰ্থতেই কবিতাই "নতুন কবিতা" বা "আধুনিক কবিতা" আখ্যা লভিছে। এই অৰ্থতেই, আজিৰ যি আধুনিক কবিতা, ৫০/৬০ বছৰ পাছত সিয়েই পুৰণি হৈ নাযাব বুলি কোনোৱে কব নোৱাৰে - সাহিত্যৰ গতি প্ৰৱাহৰ বিচিত্ৰ ৰূপেই এই সত্য প্ৰমাণিত কৰে।

*আধুনিক কবিতা*

সাম্প্ৰতিক-সাহিত্যৰ পৃষ্ঠভূমি প্ৰসঙ্গত কৈ অহা হৈছে যদিও পুনঃ এই প্ৰসঙ্গত কথাখিনি অলপ কোৱাৰ প্ৰয়োজন আছে। ১৯৩৯ চনত দ্বিতীয়-মহাসমৰৰ ঢৌৱে ইউৰোপৰ পশ্চিমাঞ্চল কঁপাই তোলে। ক্ৰমে ইয়াৰ কঁম্পন হয় প্ৰসাৰিত আৰু ভাৰত-ভূমি, তথা অসমভূমিকো আহি ই আলোড়িত কৰি তোলে। ইয়াৰ ফলস্বৰূপে ভাত-কাপোৰৰ হাহাকাৰত জুৰুলা হোৱা বহুত বহিৰাগত আহি অসম ভৰি পৰে। ইতিমধ্যে ১৯৪২ চনৰ গণ-আন্দোলনৰ ব্যাপক স্বৰূপে সকলো প্ৰকাৰে দেশ অস্থিৰ কৰি তোলে— শিক্ষালয়বোৰৰ কাৰ্য্য বন্ধ হয়, প্ৰশাসনীয়-যন্ত্ৰও বহু পৰিমাণে শিথিল হয়। সকলোপ্ৰকাৰে সৰ্ব্বসাধাৰণ মানুহৰ জীৱন-ধাৰণৰ দুখ-কষ্ট কুলাই-পাছিয়ে নধৰা হয়। প্ৰয়োজনীয়-সামগ্ৰীৰ মূল্য অভাৱনীয়ভাৱে বাঢ়ি যায়। সাধাৰণ মানুহে এটা পইচাৰো মুখ নেদেখে, অথচ আন হাতেদি এক শ্ৰেণীৰ লোকে নানান প্ৰকাৰৰ দুষ্কৃতিৰ যোগেদি কল্পনাতীত ৰূপে ধনবন্ত আৰু লগতে শক্তিমন্তও হৈ উঠে। দুৰ্ব্বল-সবল আৰু ধনী-দুখীয়াৰ মাজৰ প্ৰভেদ অধিক প্ৰকট হয়। ইতিমধ্যে ১৯৪৭ চনত দেশে ৰাজনৈতিকভাৱে স্বাধীনতা লাভ কৰে। সেই স্বাধীনতাই অৰ্থনৈতিক-দিশত কিন্তু পৰিবৰ্ত্তন ঘটাব পৰা নাই। আগতে আৰম্ভ হোৱা ফ্ৰয়েড আৰু কাৰ্লমাৰ্ক্সৰ প্ৰভাৱ ক্ৰমশঃ বাঢ়ি উঠে। হুইট্‌মেন্, লৰেন্স, ইলিয়ট্ আদি বিখ্যাত চিন্তাবিদ সকলৰ প্ৰভাৱো লক্ষণীয় হৈ উঠে। কোনো কোনো ঠাইত বামপন্থী সুৰৰ অনুৰণন শুনা যায়; মুঠতে, বিশ্বৰ বিখ্যাত সাহিত্যিক, কবি, বৈজ্ঞানিক, চিন্তাবিদ্ আদিৰ ভাবধাৰাৰ লগত অসমৰ বুদ্ধিজীৱীৰ পৰিচয় ঘটে। এইদৰে বিচিত্ৰ অভিজ্ঞতাই এক শ্ৰেণী চিন্তাশীলৰ মন

*আধুনিক কবিতাৰ আধাৰ*

আলোড়িত কৰি তোলে। জ্ঞান-বিজ্ঞানৰ পোহৰেও এক শ্ৰেণী অসমীয়াৰ মানসিক-দিগন্ত আলোকিত কৰি তোলে। বুদ্ধদেৱ বসু, জীৱনানন্দ দাশ আদি কেইগৰাকীমান বাংলা আধুনিক কৱিৰ প্ৰভাৱো অসমীয়া কবিৰ ওপৰত নপৰাকৈ নাথাকিল। অব্যৱহিত-পূৰ্ব্ববৰ্ত্তি-ৰোমাণ্টিক-যুগৰ কৱিতাৰ বিষয়বস্তুৰ লগত সাম্প্ৰতিক-যুগৰ কৱিতাৰ বিষয়বস্তুৰ পৰিৱৰ্ত্তন হোৱাৰ উপৰিও আঙ্গিকৰো বহুল পৰিৱৰ্ত্তন ঘটে। ছন্দোবদ্ধ-ৰীতি বৰ্জ্জিত হল, তাৰ ঠাই ললে মুক্তক ছন্দ আৰু স্পন্দিত গদ্যই। আগৰ কালৰ আলঙ্কাৰিক-ভাষাৰ প্ৰয়োগ কমি গৈ তাৰ ঠাইত লাক্ষণিক আৰু ব্যঞ্জনাপূৰ্ণ ভাষাৰ ব্যৱহাৰ ব্যাপক হল। চিৰাচৰিত কবিপ্ৰসিদ্ধিবোৰৰ প্ৰয়োগ প্ৰায় বিলুপ্ত হল, উপমা-ৰূপক আদিয়ে নতুন ৰূপত দেখা দিলে, প্ৰতীক আৰু চিত্ৰকল্পৰ সংযোজন বাঢ়িল। আগৰ কৱিতাত থকা কৱিৰ কল্পনা আৰু অনুভূতিৰ প্ৰাধান্যৰ পৰিৱৰ্ত্তে আধুনিক কৱিতাত সুস্পষ্ট হোৱা দেখা গল কৱিৰ স্বকীয় চেতন বা অৱচেতন মনৰ অভিজ্ঞতাৰ ৰূপায়ণ। বিষয়বস্তুৰ লগত ভাষাৰ সম্বন্ধ নিবিড় কাৰণে আধুনিক-যুগৰ নতুন নতুন বস্তু আৰু জটিল সমস্যাৰাজিক বুজোৱাৰ কাৰণে কবিতাৰ ভাষাও বহু ঠাইত হৈ উঠিছে জটিল আৰু সহজতে বুজি নোপোৱা।

কৱিৰ অনুভূত নিগূঢ়-তত্ত্ব কথা পাঠকৰ মানস-পটত পৰিষ্কাৰ কৰি তোলাৰ কাৰণে সাধাৰণতে উপমা, প্ৰতীক, চিত্ৰ-কল্প আদিৰ প্ৰয়োগ কৰা হয়। সেয়েহে, উপমাবাচক আদি শব্দবোৰে পৰম্পৰাগত ভাবে জ্ঞানৰ বিষয়ীভূত বস্তুক সহজভাবে বুজাই আহিছে। আধুনিক কবিতাত কিন্তু এই শব্দবোৰৰ মাজেদি কৱিৰ ঈঙ্গিত-অৰ্থৰ বোধ কিমানখিনি প্ৰকাশ কৰে বহু সময়ত সৰ্ব্বসাধাৰণ পাঠকৰ সি সহজতে বোধগম্য নহয়। ইয়াৰ ফলত আধুনিক-কৱিতা বুজাত সময়বিশেষে পাঠকবিশেষৰ মনত দুৰূহ যেন লাগে। এতিয়া অৱশ্যে সেই কাঠিন্য ক্ৰমশঃ কমি আহিয়েই আছে। এতিয়া কবিৰ সংখ্যাও বাঢ়িছে আৰু ইয়াৰ গুণগ্ৰাহী পাঠকৰ সংখ্যাও বাঢ়ি আহিছে।

*সহজতে বোধগম্য নোহোৱাৰ কাৰণ*

## নাটক

১৯৪০ চনৰ পাছৰ কিছুকাললৈকে নাট্য—সাহিত্যৰ সৃষ্টিকাৰ্য্য সন্তোষজনক বুলিব নোৱাৰি— কৱিতা, আনকি উপন্যাস-গল্পতকৈও ইয়াৰ গতি-প্ৰবাহ কিছু মন্থৰ আছিল। ইয়াৰ কাৰণ হিচাপে কেইটামান কথা অৱশ্যে লক্ষ্য কৰিবলগীয়া। '৪০ চনৰ আগলৈকে অসমৰ নাট্যামোদী জনসাধাৰণৰ নাট্য-ৰুচি আধুনিক-নাট্য—কলাসাপেক্ষে সূক্ষ্মভাবে প্ৰকাশ হোৱা নাছিল বুলিব পাৰি। প্ৰধান নগৰ কেইখনমানত ৰঙ্গমঞ্চ স্থাপন হৈছিল যদিও সেই কেইখনৰ যোগেদি অসমৰ জনগণৰ নাট্য-ৰস-স্পৃহা মিতোৱাটো কোনো প্ৰকাৰে সম্ভৱ হৈ উঠা নাছিল। লোমহৰ্ষক-ঘটনাবহুল, তাৰ মাজতো মেলোড্ৰামাৰ লক্ষণবিশিষ্ট নাটৰ

অভিনয় চাইহে মানুহে ভাল পাইছিল। সেয়েহে, তেনেধৰণৰ অসংখ্য বঙালী-নাটকৰ অসমীয়া-অনুবাদ কৰি অসমৰ গাঁৱে-ভূঞে সেইবোৰৰ অভিনয় প্ৰদৰ্শন কৰোৱা হৈছিল। বিশেষকৈ, সেই সময়ৰ কামৰূপ-জিলাত বহুত নাট্য-দল গঠন হৈছিল, আৰু সেইবোৰে গীত-বাদ্য-অভিনয়-কুশল ওস্তাদবোৰৰ পৰিচালনাত অসমৰ বিভিন্ন স্থানত ৰভাৰ তলত অস্থায়ী মঞ্চ সাজি এই নাটকবোৰ অভিনয় কৰি দৰ্শকক পৰিতৃপ্ত কৰিছিল, আৰু লগতে অভিনেতাসকলেও খ্যাতি অৰ্জ্জন কৰিছিল। ১৯৪০ চনৰ আগৰ নাট্য-কলা আৰু অভিনয়-প্ৰসঙ্গত আমি ইতিমধ্যে অৱশ্যে এইধৰণৰ কিছু কথা হৈ আহিছোঁ। ইয়াৰ কিছু কাল পাছত, অৰ্থাৎ ষষ্ঠ-দশকৰ পৰা এক শ্ৰেণীৰ ভ্ৰাম্যমান নাট্যগোষ্ঠীৰ সৃষ্টি হয়, আৰু এই গোষ্ঠীবোৰে কিছু উন্নত ধৰণৰ ৰঙ্গমঞ্চ অস্থায়িভাৱে সাজি অসমৰ গাঁৱে-ভূঞে অভিনয় প্ৰদৰ্শন কৰিবলৈ আৰম্ভ কৰে। এই দুই গোষ্ঠীৰ প্ৰথমটোৰ অভিনয় আজিৰ দিনত অৱশ্যে লুপ্তপ্ৰায় হৈছে, কিন্তু দ্বিতীয়-শ্ৰেণীৰ অভিনয়-কাৰ্য্যৰ পৰিসৰ বাঢ়িয়েই আছে, আৰু এই গোষ্ঠীৰ অভিনয়ে নাট্যামোদীসকলক ক্ৰমশঃ অধিক আকৰ্ষিত কৰিছে যেন লাগে। এই দ্বিতীয় শ্ৰেণীৰ নাট্যদলে দৰ্শকৰ ৰুচিসাপেক্ষে অৱশ্যে আজি কিছু বছৰ আগৰে পৰা অসমীয়ালৈ অনুবাদ কৰা বঙালী নাটকৰ অভিনয় কৰিবলৈ এৰিছে, তাৰ পৰিৱৰ্ত্তে অসমীয়া নাট্যকাৰে ৰচনা কৰা টেক্‌নিক্ আৰু বিষয়বস্তুৰ ফালৰ পৰা আধুনিক-মৌলিক-নাটকবোৰ অভিনয় কৰিবলৈ ধৰি নাট্যসাহিত্যৰ পৰিৱৰ্ত্তন সুস্পষ্ট কৰি দেখুৱাইছে।

*নাট্য ৰুচি আৰু নাট্য ৰচনাত ক্ৰম পৰিৱৰ্ত্তন*

দ্বিতীয়-মহাযুদ্ধৰ আগলৈকে যিবোৰ নাটক ৰচনা কৰা হৈছিল তাৰ প্ৰায়বিলাকৰে বিষয়বস্তু গ্ৰহণ কৰা হৈছিল সাধাৰণতে ৰামায়ণ, মহাভাৰত, পুৰাণ আৰু বুৰঞ্জীৰ পাতৰ পৰা। সেয়েহে, নাটকবোৰ পৌৰাণিক আৰু বুৰঞ্জীমূলক— এই দুই শ্ৰেণীৰ ভিতৰতে প্ৰধানভাৱে বিভক্ত বুলি কব পৰা যায়। অৱশ্যে সামাজিক সমস্যা আৰু-দোষ-ত্ৰুটিৰ আধাৰতো কিছুমান নাটক ৰচিত হৈ আহিছে; সেইবোৰ লঘু-হাস্যৰসাত্মক নাটক। বিশেষ কথা- উক্ত সময়ৰ নাটকবোৰ বিশেষ ভাৱে ৰচিত হৈছিল ছেক্সপীয়েৰৰ নাটকৰ আদৰ্শ আৰু অনুকৰণত। পূৰ্ণাঙ্গ নাটকৰ দীৰ্ঘবিস্তৃত কাহিনী, কাহিনীৰ অঙ্ক-বিভাগ, অঙ্কৰ ভিতৰতে আকৌ দৃশ্য বা গৰ্ভাঙ্ক-বিভাগ, চৰিত্ৰবিশেষৰ অসংযত দীঘলীয়া বক্তৃতা, স্বগতোক্তি, দৃশ্যৰ ভিতৰতে নানা ধৰণৰ ৰোমহৰ্ষক বিভীষিকাময়-কাৰ্য্য আৰু মৃত্যু-সংঘটনৰ প্ৰদৰ্শন আদি বিশেষত্ববোৰ ছেক্সপীয়েৰৰ নাটকৰ প্ৰভাৱজনিত বুলি কব পৰা যায়। ট্ৰেজেডি আৰু কমেডি—নাটকৰ এই দুই মূল বিভাগো বিশেষকৈ ছেক্সপীয়েৰৰ ধাৰণাৰ ওপৰতে সৃষ্টি হৈছে।

*পূৰ্বকালীন নাটকৰ বিশেষত্ব*

দ্বিতীয়-মহাযুদ্ধৰ অব্যৱহিত- পৰৱৰ্ত্তি-কালডোখৰত সৃষ্টি হোৱা নাটকৰ সংখ্যা অৱশ্যে বহুত বেছি নহলেও ইয়াৰ সংখ্যা ক্ৰমশঃ বাঢ়ি অহা দেখা গৈছে। বিশেষ কথা -পূৰ্ব্বৱৰ্ত্তি-

নাটকৰ লগত আকৃতি আৰু প্ৰকৃতিৰ ফালৰ পৰা সাম্প্ৰতিক-যুগৰ নাটকৰ মিল প্ৰায় নোহোৱা হয়। আগৰ নাটকত থকা ছেক্স্‌পীয়েৰৰ গঠনৰীতি আৰু আন লক্ষণ নোহোৱা হৈ নাটক নৱৰূপত ৰচিত হবলৈ ধৰে। এই পৰিৱৰ্ত্তনো হয় পাশ্চাত্য-প্ৰভাৱতে। ছেক্স্‌পীয়েৰৰ পাছত নৰোৱেৰ বিখ্যাত নাট্যকাৰ ইব্‌ছেনে (Ibsen, ১৮২৮-১৯০৬) আকৃতি আৰু প্ৰকৃতি, উভয় দিশতে নাটকৰ আমূল পৰিৱৰ্ত্তন ঘটায়। আনকি ছেক্স্‌পীযেৰৰ ট্ৰেজেডিৰ নায়কৰ দৈহিক আৰু মানসিক মৃত্যু, এই মূল কথাৰ পৰিৱৰ্ত্তে নাটকত তেওঁ প্ৰতিষ্ঠা কৰে — ট্ৰেজেডিৰ কাৰণে নায়কৰ দৈহিক-মৃত্যুৰ প্ৰযোজন নাই, তেওঁৰ মানসিকতা আৰু আদৰ্শ যদি বিৰুদ্ধ-শক্তিৰ হেঁছাত মষিমুৰ হৈ যায়, তাতেই হয় প্ৰকৃত ট্ৰেজেডি। ইৱছেনৰ কিছুকাল পাছতে ইংৰাজ-নাট্যকাৰ গলছ্‌ৱাৰ্থীযেও (Golsworthy, ১৮৬৭-১৯৩৩) নাট্য-সাহিত্যলৈ বিশেষভাবে আধুনিক-পৰিৱৰ্ত্তন আনে। এই দুগৰাকী পাশ্চাত্য-নাট্যকাৰে বাস্তৱধৰ্ম্মী সামাজিক-নাটক ৰচনাৰ বাট মুকলি কৰি দিয়ে। ইয়াৰ উপৰিও, নাটকত আধুনিকতা অনাৰ ক্ষেত্ৰত বাৰ্টোল ব্ৰেখ্‌ট্‌ আৰু উদ্ভট নাটৰ (Absurd drama) সৃষ্টিৰ বাট দেখুৱাত বেকেট, আয়োনেস্ক্‌ আদিৰ নাম স্মৰণীয়।

*আধুনিক নাটক পূৰ্বকালীন নাটকৰ লগত প্ৰভেদ*

এই ধৰণৰ পাশ্চাত্য নাট্যকাৰসকলৰ প্ৰভাৱৰ উপৰিও আমাৰ নাট্য-সাহিত্যৰ পৰিবৰ্ত্তনৰ দিশত দুই-এজন ভাৰতীয় পূৰ্ব্বসূৰিৰ সমবিষয়ক কৃতিৰ কথাও মনলৈ আহে। দৰাচলতে কবলৈ গলে আমাৰ নাটকলৈ বহুধৰণৰ পৰিৱৰ্ত্তন আহিল। নাটকৰ আকৃতি-প্ৰকৃতি আৰু বিষয়বস্তুৰো পৰিবৰ্ত্তন হোৱাৰ লগতে মঞ্চসজ্জা, অভিনয়-কৌশল আদিৰো পৰিৱৰ্ত্তন হয়। আগৰ পাঁচ অঙ্কৰ বৃহৎ কলেৱৰৰ নাটক নোহোৱা হল। তাৰ ঠাইত, কম সময়তে অভিনয় কৰিব পৰা অনুপাতে তিনি অঙ্কঁ বা এক অঙ্কৰ ভিতৰতে একোখন নাটক পূৰ্ণ কৰি তোলা হল। আনকি কোনো কোনো নাটক একেটা পৰিবেশৰ (Setting) মাজত এটা দৃশ্যতে পৰিসমাপ্ত কৰাও হৈছে। সেই অনুপাতে নাটকৰ কাহিনী হল পীনবদ্ধ আৰু সঙ্কোচিত ; ইয়াত চৰিত্ৰৰ সংখ্যাও কমিল, সংলাপো হল আপেক্ষিকভাবে চুটি চুটি আৰু অধিক অৰ্থপূৰ্ণ। কাহিনীৰ মাজৰ তিনিবিধ ঐক্য লুপ্তপ্ৰায় হল। পৌৰাণিক আখ্যানৰ প্ৰতি আস্থা কমিল। সমাজৰ চিৰকলীয়া সমস্যাবোৰৰ উপৰিও ন-নকৈ উদ্ভৱ হোৱা সমস্যাবোৰক লৈ নাটক ৰচিত হল। অৱশ্যে ঐতিহাসিক বীৰ-বীৰাঙ্গনাবোৰক নায়ক-নায়িকা হিচাপে চিত্ৰিত কৰিও দুই-চাৰিখন নাটক ৰচিত নোহোৱাকৈ থকা নাই।

দৰ্শকৰ সুবিধা আৰু সময়লৈ লক্ষ্য ৰাখি ৰঙ্গমঞ্চও সুবিধা জনকভাবে আধুনিক-ৰূপত সৃষ্টি হবলৈ ধৰিছে আৰু হৈয়েই আছে। একেখন মঞ্চত একাধিক ভাগো সংযোজিত হৈছে, যাৰ ফলত অলপো বিৰাম নোহোৱাকৈ দৃশ্যৰ পৰা দৃশ্যান্তৰৰ অভিনয় ক্ৰমগতিত প্ৰদৰ্শন কৰিব পৰা হৈছে। ঘূৰ্ণীয়মান-মঞ্চৰ ব্যৱস্থায়ো অভিনয়ৰ এই সুবিধা আনিছে।

অভিনয়ৰ সমযত প্ৰযোজনভেদে নানা ৰঙৰ আলোক সঞ্চাৰ-ব্যৱস্থা, কোনো তাৎপৰ্য্যপূৰ্ণ-ভাৱ-প্ৰকাশৰ উদ্দেশ্যে Flashback, অৰ্থাৎ পৃষ্ঠদেশৰ পৰা অচিৰতে ৰশ্মিবিকিৰণ, অভিনয়-কালৰ সুৰুঙা-বুজি নাট্যকাহিনীৰ আনুক্ৰমিক-প্ৰবাহটো নেপথ্যৰ পৰা দৰ্শকৰ মনত জগাই ৰখা ব্যৱস্থা আদি নতুন নতুন কৌশলে নাট্য-জগতলৈ পৰিৱৰ্ত্তন আনিছে। আন এটা বিশেষ কথা—চিনেমাৰ বহুল প্ৰচলনে এফালেদি মঞ্চাভিনয়ৰ প্ৰতি মানুহৰ আকৰ্ষণ-কিছু কমাই দিয়া বুলি কব পৰা যায় যদিও, আনফালেদি ইয়াৰ উন্নতিসাধনতহে সহাযতা কৰিছে। চিনেমাৰ যোগেদি দেখা অভিনয়-কৌশল যিমানেই সূক্ষ্ম নহওক, সি সকলো সময়তে সকলো প্ৰকাৰে বাস্তৱ যেন বোধ নহয়—কোনো কোনো সমযত কৃত্ৰিমতাৰ ভাৱে দৰ্শকৰ মন পাতলাই দিযে। কিন্তু সাৰ্থক-মঞ্চাভিনয়ত এই কৃত্ৰিমতা নাথাকে, ই অবিকল ৰূপে প্ৰতীয়মান হয়। সেয়েহে, মঞ্চাভিনয়ৰ চাহিদা কমা নাই আৰু নকমেও , কিন্তু এই কথা স্বীকাৰ্য্য যে, চিনেমাৰ কিছুমান কলা-কৌশলে মঞ্চাভিনয় অধিক সঙ্গতিপূৰ্ণ, সঙ্কেতাৰ্থপ্ৰকাশক আৰু আকৰ্ষণীয় কৰি তুলিছে।

*অভিনয়ত নতুন নতুন কৌশল*

## উপন্যাস আৰু চুটি গল্প ঃ

দ্বিতীয় - মহাযুদ্ধৰ পাছৰ পৰা উপন্যাস আৰু চুটিগল্পনৰ দিশতো কিছু পৰিৱৰ্ত্তন আহিল। এই পৰিৱৰ্ত্তন প্ৰধানভাবে বিষয়বস্তুৰ ক্ষেত্ৰত লক্ষণীয় হলেও আঙ্গিকৰ ফালেও একেবাৰে নোহোৱা নহয। যুদ্ধৰ পূৰ্ব্বকালীন, অৰ্থাৎ চতুৰ্থ-দশক পৰ্য্যন্ত ৰচিত দুয়োবিধ সাহিত্যৰে বিষয় অৱশ্যে সামাজিক-সমস্যাজনিত আছিল। ইতিহাসৰ ঘটনাক অৱলম্বন কৰি অতীত-গৌৰৱ-সমুজ্জ্বল কৰাৰ উদ্দেশ্যেও দুই-চাৰিখন উপন্যাসৰ সৃষ্টি হৈছিল। বিশেষ কথা এই যে, সেই সময়ৰ লেখকসকল আছিল ৰোমাণ্টিক-ভাৱাবিষ্ট; সেয়েহে তেওঁলোকৰ উক্ত দুয়োবিধ সাহিত্যৰে বিষয়বস্তু— কি সামাজিক, কি ঐতিহাসিক, উভয়েই আছিল ৰোমাণ্টিক-ভাৱোচ্ছল। কিন্তু মহাযুদ্ধৰ প্ৰতিফলনে দেশৰ বুকুত আৰু সমাজৰ গতিধাৰাত নানাবিধ পৰিৱৰ্ত্তন ঘটায়, ৰুক্ষ-বাস্তৱতাৰ উষ্ণ-বায়ুয়ে মানুহৰ অনুভূতিৰ সৌকুমাৰ্য্য আৰু সুখকৰ অথচ হিতকৰ কল্পনাৰ বিলাসো আঁতৰাই নিয়ে। তাৰ ঠাইত তেওঁলোকে দেখিলে - পৰিৱৰ্ত্তিত আৰু বিচিত্ৰ এখন বহল বাস্তৱ-জগত—ইয়াত অশান্তিকৰ আৰু দুঃখদায়ক দিশ থাকিলেও এৰিব নোৱাৰা জাগতিক-বৈচিত্ৰ্যবাজিৰো পয়োভৰ আছে। স্বাধীনতালাভৰ লগে লগে মানুহৰ ৰাজনৈতিক-চেতনা বাঢ়ে, ব্যক্তি-স্বাতন্ত্ৰ্য আৰু সম-অধিকাৰৰ বোধে মানুহক অভিমানী কৰি তোলে, অথচ-বহুতৰ নাগৰিক হিচাপে কৰ্ত্তব্যবোধৰ হ্ৰাস,তাৰ লক্ষ্য কৰাও যায়। আন হাতেদি আকৌ, কিছুমান দুৰ্নীতি-দুষ্কৃতিৰ পয়োভৰে কোনোজনক কৰি তোলে উল্লাসিত আৰু কোনোজনক কৰি তোলে হতাশাগ্ৰস্ত। স্বজন-প্ৰীতি, চোৰাব্যৱসায়, উৎকোচপ্ৰদান আৰু গ্ৰহণ, মিথ্যাচাৰ, ভণ্ডামি, ধনবন্তৰ

সহানুভূতিহীন অৱাঞ্ছিত-আচৰণ আৰু তাৰ ফলত দুৰ্ব্বল-নিঃস্বৰ দুৰ্গতি-দুৰ্দ্দশা আদিবোৰে সমাজ-জীৱন কৰি তোলে ব্যথিত আৰু অশান্তিকৰ। ৰজাঘৰীয়া নীতি বা তাৰ প্ৰয়োগবিধানেও এইবোৰৰ বিলুপ্তিসাধন কৰিব পৰা নাই। এই দুঃখদায়ক কথাবোৰৰ বিপৰীতে আৰু কাল-বিৱৰ্ত্তনৰ অনুকুলে অৱশ্যে আন কিছুমান পৰিৱৰ্ত্তনো আহিব ধৰিলে। শাস্ত্ৰ ব্যৱস্থিত-ক্ৰমাগত-জাতিভেদ-ব্যৱস্থা, স্পৃশ্য-অস্পৃশ্যৰ দৃঢ় বন্ধন আদি একেবাৰে লোপ নহলেও সেই পথত ক্ৰমশঃআগবাঢ়ি আহিছে। আনহাতেদি সমাজত আনধৰণে শ্ৰেণী-বিভেদ প্ৰকট হোৱা দেখা যায়। স্ত্ৰী-শিক্ষাৰ ক্ৰম-প্ৰসাৰণ আৰু লগে লগে তেওঁলোকৰ ব্যক্তিত্বৰ বিকাশ সকলো দিশতে সন্তোষজনক বুলিব পাৰি। পুৰণি কালৰে পৰা চলি অহা ধৰ্ম্মীয় আৰু সামাজিক ব্যৱস্থা কিছুমানো শিথিল হৈ আহিছে ; ফলত বৈৱাহিক-সম্বন্ধ-স্থাপনত জাতিভেদৰ ওপৰত গুৰুত্ব কমি যোৱাৰ উপক্ৰম হৈছে, খোৱা-লোৱাৰ ক্ষেত্ৰতো বাচ-বিচাৰ আৰু নিয়ম-নীতিৰ সলনি হৈছে। সমাজত ব্যক্তি-স্বাতন্ত্ৰ্য বাঢ়ি উঠাৰ ফলস্বৰূপে আগৰ যৌথ-পৰিয়াল প্ৰায় নোহোৱাই হৈছে। প্ৰত্যেকজন ভাই-ভনীৰে একোটা সুকীয়া পৰিয়াল হৈ উঠিছে। "গৃহিণী গৃহমুচ্যতে" - ধৰ্ম্মশাস্ত্ৰৰ এই তাৎপৰ্য্যপূৰ্ণ-উক্তিত আজিৰ গৃহিণীয়ে গৌৰৱবোধ নকৰা হৈছে। এইধৰণৰ নানাবিধ পৰিৱৰ্ত্তিত বৈচিত্ৰ্যৰ আধাৰণত যুদ্ধোত্তৰ যুগত উপন্যাস আৰু গল্প-সাহিত্যই গা-কৰি আহিছে। আন এটা কথা এই যে, নগৰকেন্দ্ৰিক-সমস্যা আৰু জটিলতাই সুন্দৰভাবে উপন্যাসৰ সমল যোগায়। স্বাধীনতাৰ পাছৰ পৰা বিপুল-জনবসতিৰ ফলত গুৱাহাটীৰ পৰিসীমা আশাতীত ৰকমে বঢ়াৰ লগে লগে প্ৰযোজনসাপেক্ষে ইযাত নানা ৰকমৰ অনুষ্ঠান, প্ৰতিষ্ঠান, উদ্যোগ আদি স্থাপিত হৈ উত্তৰ-পূৱ-ভাৰতৰ ই এখন মহানগৰ হৈ উঠিছে। ইযাত আছে নানা বৰ্ণ-ধৰ্ম্মৰ মানুহৰ পৰ্য্যাপ্তি, তেওঁলোকৰ আচৰণ-বিচৰণ আৰু কৰ্ম্ম-ব্যস্ততাৰ বিচিত্ৰতা। এই গুৱাহাটী মহানগৰৰ মাজতো ঔপন্যাসিকে উপন্যাস আৰু গল্পকাৰে গল্পৰচনাৰ কাৰণে নানাবিধ সমল পাব ধৰিছে।

গল্প-উপন্যাসে এইদৰে বিষযবস্তু গ্ৰহণৰ ক্ষেত্ৰত মুকলি ৰাজ্য এখন পোৱাৰ উপৰিও লেখকবিশেষৰ হাতত টেক্‌নিক্ আৰু ভাষাৰ ক্ষেত্ৰতো প্ৰযোজনবোধে বন্ধনমুক্ত নোহোৱাকৈ নাথাকিল।

## প্ৰবন্ধ—গহীন আৰু লঘু, সমালোচনাত্মক-কৃতি, জীৱন-বৃত্ত আদি

সাম্প্ৰতিক-যুগত লেখকৰ সংখ্যা বহুত বাঢ়িছে। সেই অনুপাতে অৱশ্যে গহীন আৰু লঘু উভয়বিধ ৰচনা, সাহিত্যৰ সমালোচনা, জীৱনী-সাহিত্য আদি বিবিধ-শ্ৰেণীৰ সাহিত্য-সৃষ্টিও নবঢ়াকৈ থকা নাই। গহীন-প্ৰবন্ধ তথ্যভিত্তিক, ইয়াত বিষয়বস্তুৰ প্ৰকৃত-স্বৰূপ প্ৰকাশ কৰা হয়, লেখকৰ কল্পনা বা ৰুচি-অভিৰুচিৰ প্ৰাধান্যই ইয়াৰ স্বৰূপ সলনি

নকৰে। অৱশ্যে লেখকৰ প্ৰতিভা, যোগ্যতা আৰু দৃষ্টিভঙ্গিভেদে ৰচনাৰ উপস্থাপন, প্ৰকাশৰীতি আৰু ভাষা বেলেগ হয়, সাহিত্যিক-ৰূপত কেতিয়াবা ই আকৰ্ষণীয়ও হয় আৰু তাৰ যোগেদি পাঠকৰ মানস-ফলিত কথ্য-বিষয় প্ৰতিফলিত হয়। কব পৰা যায় - এইবিধ ৰচনা প্ৰধানভাবে বস্তুনিষ্ঠ (objective) ব্যক্তিবিশেষৰ ব্যক্তিত্ব বা মানসিকতাই ইযাৰ স্বৰূপ গতি নোতোলে। একপ্ৰকাৰ বস্তুনিষ্ঠ প্ৰবন্ধ অৰুনোদয়-যুগতে ৰচিত হৈছিল

*গহীন প্ৰবন্ধ ইয়াৰ ক্ৰমগতি*

যদিও আমাৰ উক্ত আলোচ্য-গহীন-প্ৰবন্ধ ৰচিত হৈছে অৱশ্যে জোনাকী-যুগৰ অব্যৱহিত-পূৰ্ব্ববৰ্ত্তী কালছোৱাত। ৰত্নেশ্বৰ মহন্ত, লম্বোদৰ বৰা আদি লেখকসকলে ৰচনা কৰা অনুসন্ধানমূলক-প্ৰবন্ধবোৰেই ইয়াৰ দৃষ্টান্ত। জোনাকী-যুগতো হেমচন্দ্ৰ গোস্বামীয়ে এই শ্ৰেণীৰ কিছুমান প্ৰবন্ধ ৰচনা কৰিছে। মুঠতে জোনাকী-যুগৰ আগৰে পৰা বিভিন্ন লেখকসকলে এইবিধ প্ৰবন্ধ ৰচনা কৰি আহিছে। যুদ্ধোত্তৰ যুগত মানুহৰ শিক্ষা-দীক্ষা বাঢিছে, নানাবিধ সা-সুবিধাও আহিছে, বিশ্বৰ সকলো ধৰণৰ খা-খবৰ কম আয়াসতে পাইছে আৰু অনুসন্ধান-গৱেষণাৰ বাট প্ৰশস্ত হৈছে। এনেবোৰ কাৰণত প্ৰবন্ধলেখকৰ সংখ্যাও বাঢ়িছে আৰু ৰচনাৰ পৰিমাণো বহু বেছি হৈছে। অসমীয়া-ভাষাতে সম্প্ৰতি কিছুমান গৱেষণা-গ্ৰন্থও ওলাব ধৰিছে। কব পৰা যায়— সাম্প্ৰতিক-যুগত বিষয়ব্যাপকতা প্ৰবন্ধ-সাহিত্যৰ এটা বিশেষত্ব। এইবিধ ৰচনা যিহেতুকে বস্তুনিষ্ঠ, মনোধৰ্ম্মি-বিশেষত্বই ইয়াক বিশেষত্ব দান নকৰে।

লঘু-ৰচনা বা ৰম্যৰচনাৰ লেখক হিচাপে লক্ষ্মী নাথ বেজবৰুৱা আছিল খ্যাতিমান প্ৰথম-পুৰুষ। তেওঁৰ কৃপাবৰী-ৰচনাসমূহ এই শ্ৰেণীৰ উৎকৃষ্ট নিদৰ্শন। তেওঁৰ পাছত কেইবাগৰাকী লেখকে অৱশ্যে সংস্কাৰমূলক হাস্যৰসাত্মক লঘু-ৰচনা লিখিছে। তেওঁলোকৰ ভিতৰত ভোলাই শৰ্মা, কেৰপাই শৰ্ম্মা, শূলপানি ফুকন আদি ছদ্মনামবোৰ উল্লেখনীয যদিও চিত্ৰসেন যথৰীয়া ছদ্মনামধাৰী ব্যক্তিজনে (হলীৰাম ডেকা) "আবাহন"ত

*লঘু ৰচনা, ইয়াৰ স্বৰূপ*

ছোৰা ছোৰাকৈ যি আত্মবিবৃত্তি লিখিছে, সি বিশেষ। এই কথা অৱশ্যে আন প্ৰসঙ্গতো উল্লেখ কৰা হৈছে। গহীন-প্ৰবন্ধৰ লগত লঘু-ৰচনাৰ বিশেষ অমিল এই যে, ই তথ্যপ্ৰধান নহয়, লেখকৰ কল্পনা আৰু অনুভূতিয়ে ইয়াক সৰস আৰু আমোদদায়ক কৰি তোলে। সমালোচক মুনীন বৰকটকীয়ে এঠাইতত[৩] কৈছে - "প্ৰবন্ধ আৰু নিবন্ধৰ (লঘু-ৰচনা) সুকীয়া লক্ষ্য বা উদ্দেশ্যৰ দ্বাৰা দুয়োটাৰ মৌলিক-পাৰ্থক্য নিৰ্ণয় কৰিব পৰা যায়। প্ৰবন্ধৰ প্ৰাথমিক উদ্দেশ্য হল জ্ঞানবিকীৰণ, তথ্যপৰিবেষণ, তথ্য-যুক্তিৰ বিশ্লেষণ, মানসিক-পৰিপুষ্টিসাধন। নিবন্ধয়ো ধেমালিৰ চলেৰে, উপজাত ফল হিচাপে জ্ঞানৰ পোহৰ বিলাব পাৰে। তথাপি ইয়াত প্ৰধান অভীষ্ট হল আনন্দদান, চিত্তবিনোদন, কল্পনা-ভাবনা, আৱেগ-অনুভূতিৰ ৰূপায়ণ,

---

৩. ম. শ. অ. সা (তিনি দশকৰ অসমীয়া নিবন্ধ)

হৃদয়বৃত্তি আৰু বুদ্ধিবোধৰ সঞ্জীৱন আৰু উত্তৰণ। একেষাৰত প্ৰবন্ধ জ্ঞানদায়ক, কৌতূহল চৰিতাৰ্থক, নিবন্ধ-ৰসোদ্দীপক আৰু বুদ্ধি-উত্তেজনক । বস্তুনিষ্ঠ-প্ৰবন্ধৰ দৰে শূন্যতে (ভেকুৱামত) নৈৰ্ব্যক্তিকভাবে, বিষয় একোটাৰ নিস্পৃহ আলোচনা নকৰি নিবন্ধত এজন প্ৰিয় বন্ধুৰ সৈতে আলাপ কৰাৰ দৰে কথা হৈ যোৱা হয় দেখি ইয়াত লিখা কথাখিনিতকৈও লিখাৰ মাজেদি প্ৰকট হোৱা মানুহজন বেছি জৰুৰী - তেওঁৰ ব্যক্তিগত ভাৱ ভঙ্গী, ধ্যান-ধাৰণা, ইডিয়চিন্‌ক্ৰেছী বা ব্যতিক্ৰমী চিন্তন-আচৰণ অধিক অনুধাৱনযোগ্য।"

সমালোচনা-সাহিত্য কি, আৰু ই কেনে ধৰণে আগবাঢ়ি আহিছে, এই সম্বন্ধে চমুকৈ জোনাকী-যুগৰ আলোচনাৰ একেবাৰে শেষত ইতিমধ্যে কৈ অহা হৈছে। সমালোচনামূলক-ৰচনাৰ শ্ৰেণী দুটা— এটাত থাকে সাহিত্য-কৃতিৰ গুণাগুণৰ বিচাৰ, আৰু আনটোত থাকে সাহিত্য-তত্ত্বৰ আলোচনা বা সাহিত্যৰ স্বৰূপনিৰ্ণায়ক বিশ্লেষণ। এই দুয়োবিধৰ ক্ৰমগতিৰ আভাসো সেই প্ৰসঙ্গত দি অহা হৈছে। ১৯৪০ চনৰ আগতে দুয়োবিধ সমালোচনাৰেই দুই-চাৰিখন গ্ৰন্থ ৰচিত হৈছিল যদিও ইয়াৰ পৰৱৰ্ত্তি-কালতহে দুযোবিধৰে সংখ্যা বাঢ়ে। প্ৰথমবিধৰ, অৰ্থাৎ সাহিত্যকৃতিৰ গুণাগুণ-বিচাৰ সম্বন্ধীয় ৰচনা গ্ৰন্থাকৃতিতেই হওক বা বিক্ষিপ্ত-প্ৰবন্ধাকৃতিতেই হওক, বহুত বেছি। কোনো বিশিষ্ট-লেখক বা সাহিত্য-সংস্কৃতি-সম্বন্ধীয় কোনো নিৰ্দ্দিষ্ট বিষযৰ আধাৰত পৰিকল্পিত বহুত গ্ৰন্থ পূৰ্ণৰূপত ওলাইছে, সেইবিষয়ৰ ওপৰত ৰচিত খণ্ড-খণ্ড প্ৰবন্ধবোৰৰ হিচাপতো কৰিবই নোৱাৰি। সাম্প্ৰতিক যুগত এইবিধ সমালোচনাৰ দুটা ধাৰা সুস্পষ্ট হৈ উঠা দেখা যায়। এটা পূৰ্ব্বাগত— ইয়াত সাহিত্যৰ নিৰ্দ্দিষ্ট শিল্পৰূপলৈ লক্ষ্য ৰাখি সাহিত্য-কৃতিৰ অন্তৰ্নিহিত গুণাগুণ বিশ্লেষণ কৰা হয়। আনটো মাৰ্ক্সবাদী— আপেক্ষিকভাবে পৰৱৰ্ত্তী, ইয়াত সাহিত্য-কৃতিৰ বিচাৰ কৰা হয বিশেষভাবে ঐতিহাসিক, সামাজিক আৰু দাৰ্শনিক মূল্যায়নৰ মাজেদি। পূৰ্ব্বাগত প্ৰথম ধাৰাটো সাম্প্ৰতিক-যুগত বলবৎ কৰি তুলিছে ডঃ বাণীকান্ত কাকতি, ডিম্বেশ্বৰ নেওগ, ডঃ বিৰিঞ্চিকুমাৰ বৰুৱা, ত্ৰৈলোক্যনাথ গোস্বামী, ডঃ সত্যেন্দ্ৰনাথ শৰ্ম্মা, ডঃ মহেশ্বৰ নেওগ আদি সমালোচকসকলে। সমালোচনাৰ দ্বিতীয় ধাৰাটোৰ বাট মুকলি কৰে ভৱানন্দ দত্তই, আৰু সাম্প্ৰতিক-কালত ডঃ হীৰেন গোহাই আদি কিছুমান সমালোচকে ইয়াক প্ৰশস্ত কৰি তোলে। বিশেষ কথা এই যে, সমালোচনাৰ উক্ত ধাৰা দুটাৰ কোনোটোৱে স্বতন্ত্ৰভাবে পূৰ্ণতা লাভ কৰিব পাৰে বুলি কব নোৱাৰি। তাৰ কাৰণে পৰস্পৰৰ সহযোগিতাৰ প্ৰয়োজন বোধ কৰা যায়। আন কথা এই যে, নিজ দেশৰ সাংস্কৃতিক-উষ্মাই জাতীয়-সাহিত্য স্পন্দিত কৰি ৰাখে। সেয়েহে, আন দেশৰ ভাবাৰ্থপুষ্ট-সমালোচনা-প্ৰৱাহৰ শীতল-জলসিঞ্চনৰ পৰিবৰ্ত্তে তাৰ কোবাল তৰঙ্গমালাই উদ্বেলিত কৰিলে তাত আমাৰ সাহিত্যৰ প্ৰাণ-শক্তি হ্ৰাস হোৱাৰ আশংকা নোহোৱা নহয়।

*সমালোচনা*

প্ৰকৃত জীৱনবৃত্ত কি, আৰু স্বাধীনতাৰ পূৰ্ব্বকালডোখৰৰ ভিতৰত ৰচিত জীৱনী-

সাহিত্যৰ এটা চমু আভাস জোনাকী-যুগৰ আলোচনাৰ শেষত দি অহা হৈছে। যুদ্ধোত্তৰ-যুগত বৰ্ত্তমান সময়লৈকে ৰচিত হৈছে বহুত জীৱনবৃত্ত, আত্ম-জীৱনীৰ সংখ্যাও কম নহয়। ইয়াৰ উপৰিও নানা দিশত যোগ্যৱন্ত লোকৰ সংক্ষিপ্ত জীৱনালেখ্যৰ একত্ৰীকৰণবোৰ বিভিন্ন নামেৰে গ্ৰন্থাকাৰত প্ৰকাশ হৈছে। এই ধৰণৰ জীৱন-চিত্ৰৰ ৰূপায়ণমূলক সৰু-ডাঙৰ পুথি কোনে কিমান প্ৰকাশ কৰিছে, তাৰ সঠিক নামোল্লেখ সহজ নহয়। এই কথাও উল্লেখনীয় যে, এই ধৰণৰ গোটেইবোৰ পুথিয়েই যে, ইতিমধ্যে কৈ অহা নতুন-জীৱনীৰ (New biogrophy) আদৰ্শত ৰচিত হৈছে, সেই কথা অৱশ্যে কব নোৱাৰি। যুদ্ধোত্তৰ-কালৰ জীৱনী-কাৰসকলৰ প্ৰসিদ্ধ কেইজনমানৰ নাম তেওঁলোকৰ পুথিৰ নামৰ সৈতে উল্লেখ কৰা হল ঃ

*জীৱনবৃত্ত*

গুণাভিৰাম বৰুৱাৰ "আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন চৰিত" আধুনিক-যুগৰ প্ৰথম জীৱনবৃত্ত। ইয়াৰ পাছত ডঃ সূৰ্য্যকুমাৰ ভূঞা বিৰচিত "আনন্দৰাম বৰুৱা" নতুন জীৱনীৰ আদৰ্শত ৰচিত উল্লেখনীয় জীৱনী-সাহিত্য- এই কথা অৱশ্যে কৈ অহা হৈছে। এই শ্ৰেণী ৰচনাৰ ক্ৰমগতিত ১৯৪০ চনৰ পাছৰ পৰা বৰঙণি যোগোৱাসকলৰ ভিতৰত বেনুধৰ শৰ্ম্মা (মণিৰাম দেৱান, গঙ্গা গোবিন্দ ফুকন), গোপীনাথ বৰদলৈ ( গান্ধীজী, ১৯৬৯), আনন্দচন্দ্ৰ বৰুৱা (পণ্ডিত মদনমোহন মালবীয়, ১৯৪৬), শৰৎচন্দ্ৰ গোস্বামী (চক্ৰেটিছ, প্ৰেটো আৰু এৰিষ্টটল, ১৯৫২), মহিবুল হুচেন (হজৰত আজান পীৰ, ১৯৫৬), জমিৰুদ্দিন আহমদ (হজৰত মহম্মদ, ১৯৬৮), আব্দুছ চাত্তাৰ (বাহাদুৰ গাওঁবুঢ়া, ১৯৬৯), শশী শৰ্ম্মা (ৰসৰাজ বেজবৰুৱা ১৯৬৭, পণ্ডিত হেমচন্দ্ৰ গোস্বামী ১৯৭১), দুৰ্গেশ্বৰ শৰ্ম্মা (ভাষাবিদ বাণীকান্ত কাকতি ১৯৫৫), কমলেশ্বৰ চলিহা (অকণিৰ বেজবৰুৱা ১৯৬৬, আব্ৰাহাম লিঙ্কন ১৯৬৭, ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰ ১৯৬৭, পণ্ডিত মতিলাল নেহৰু ১৯৬৯, বিশ্বকবি ৰবীন্দ্ৰনাথ ১৯৬৭, গোপালকৃষ্ণ গোখেল, স্বামী বিবেকানন্দ), ডঃ প্ৰফুল্লদত্ত গোস্বামী (মণিকচন্দ্ৰ বৰুৱা ১৯৭০), দীনবন্ধু তালুকদাৰ (অসম কেশৰী অম্বিকাগিৰি), তিলকচন্দ্ৰ দাস (অম্বিকাগিৰি আৰু তেওঁৰ জীৱন দৰ্শন), বসন্তকুমাৰ বৰুৱা (বুকাৰ ৱাছিংটন্), বিশ্বনাৰায়ণ শাস্ত্ৰী (বিজয়লক্ষ্মী পণ্ডিত), অতুলচন্দ্ৰ বৰুৱা (শৰৎ চন্দ্ৰ গোস্বামীৰ চমু জীৱনী), চিত্ৰ মহন্ত (লোকপ্ৰিয় গোপীনাথ বৰদলৈ), গোকুল ডেকা (কলাগুৰু বিষ্ণু প্ৰসাদ ৰাভা ১৯৬৯, ভাৰতৰত্ন লালবাহাদুৰ ১৯৬৮, ৰাষ্ট্ৰপতি জাকিৰ হুচেন ১৯৭০), নন্দ তালুকদাৰ (কনকলাল বৰুৱা ১৯৭২) ইত্যাদি।

জীৱনৰ একোটা দিশক লৈ আলোচনা কৰা প্ৰবন্ধ ৰাজি একেলগে ছপাই একোজন ব্যক্তিৰ পূৰ্ণ-স্বৰূপ প্ৰকাশ কৰা গ্ৰন্থও ইতিমধ্যে বহুত ওলাইছে। ছপা হৈ ওলোৱা আত্ম-জীৱনীৰ ভিতৰত প্ৰতাপচন্দ্ৰ গোস্বামীৰ "জীৱন স্মৃতি আৰু কামৰূপী সমাজ" (১৯৭১), ডঃ মহেশ্বৰ নেওগৰ "জীৱনৰ দীঘ-বানি" (১৯৮৮) আদি বিশেষভাবে উল্লেখনীয়।

বহুতো প্ৰসিদ্ধ ব্যক্তিৰ আত্ম-জীৱনীমূলক-ৰচনা অপ্ৰকাশিত অৱস্থাত ৰৈ আছে। সেইবিলাকৰ কম সংখ্যকহে সম্পূৰ্ণ, অধিক সংখ্যকেই অসম্পূৰ্ণ।

শেষৰফালে যথাস্থানত জীৱনী আৰু আত্ম-জীৱনীসম্বন্ধীয় ৰচনাৰ এখন বহল তালিকা দিয়া হৈছে।

# সাম্প্ৰতিক-স্তৰৰ লেখকসকল

## **ৰাধানাথ ফুকন[৪] (১৮৭৫-১৯৬৪)**

*পৰিচয়*

১৮৭৫ খৃঃত ৰাধানাথ ফুকন যোৰহাটত ওপজে। প্ৰাথমিক-শিক্ষা লাভৰ সময়তে সংস্কৃত-টোলতো তেওঁ কিছু সংস্কৃত পঢ়িছিল। ফুকনে ১৮৯১ খৃঃত শিৱসাগৰ হাইস্কুলৰ পৰা প্ৰৱেশিকা, ১৮৯৩ খৃঃত কলিকতাৰ প্ৰেছিডেঞ্চী কলেজৰ পৰা এফ্ এ, ১৮৯৫ খৃঃত বি এ আৰু ১৮৯৭ খৃঃত সেই কলেজৰ পৰাই পদাৰ্থ-বিজ্ঞান বিষয়ত এম্-এ পাছ কৰে। উল্লেখনীয় কথা - ৰাধানাথ ফুকন অসমৰ প্ৰথম এম্-এ উপাধিধাৰী। তাৰ পাছত ১৮৯৮ খৃঃত ৰিপন্ কলেজৰ পৰা তেওঁ বি-এল্ পৰীক্ষাও পাছ্ কৰে। এইধৰণে আনুষ্ঠানিক-শিক্ষালাভ শেষ কৰি প্ৰথমতে যোৰহাটতে ওকালতি আৰম্ভ কৰে। ১৯০৩ খৃঃত ৰজাঘৰৰ পৰা ই-এ-চি-পদত তেওঁ নিযুক্ত হয, আৰু সেই কামত দক্ষতাৰে পদোন্নতি কৰি গৈ ১৯৩১ খৃঃত জিলা ন্যাযাধীশ আৰু চেচন জজ হিচাপে চৰকাৰী কামৰ পৰা অৱসৰ গ্ৰহণ কৰে। তাৰ পাছত কিছুদিন পুনঃ ওকালতি কৰি ১৯৩৭ চনৰ পৰা চাহ-বাগিছা চলোৱাৰ কাম আৰম্ভ কৰে। ১৯৬৪ খৃঃত পৰিণত বযসত ফুকনে দেহ-ত্যাগ কৰে

বিজ্ঞানৰ ছাত্ৰ হিচাপে ৰাধানাথ ফুকনে অসমীয়া-সাহিত্যলৈ যি অৱদান দি গৈছে, সি অনন্যসাধাৰণ। তেওঁৰ "অধ্যয়ন-তপস্যাৰ প্ৰথম ফলশ্ৰুতি হল ১৯৪৯ ৰ জুন মাহত প্ৰকাশিত সংখ্যা-দৰ্শন নামৰ গ্ৰন্থখন। তাৰ পিছত তেখেতৰ গ্ৰন্থসমূহ সময়ৰ ক্ৰম অনুসৰি এনেদৰে প্ৰকাশ পায়— বেদান্ত-দৰ্শন (১৯৫১), শ্ৰীমদ্ভগৱদ্গীতা (১৯৫২), কথাৰে

৪. বিশেষ কথা - সময়ৰ হিচাপত ৰাধানাথ ফুকন ৰোমাণ্টিক-যুগৰ লোক। চৰকাৰী কামৰ পৰা অৱসৰ লোৱাৰ পাছৰ পৰা পৰিণত বয়সতহে তেওঁ সাহিত্য-কৰ্ম্মত মনোনিবেশ কৰে। ১৯৪০ চনৰ আগতে এই কৰ্ম্মত হাত দিলেও শতিকাটোৰ পঞ্চম-ষষ্ঠ দশকতহে তেওঁৰ নৈতিক-সাধনৰ ফলশ্ৰুতি অসমীয়া সাহিত্যত পোৱা যায়। সেয়েহে, লেখক হিচাপে ফুকন আলোচ্যমান স্তৰৰ অন্তৰ্গত। এনেকুৱা বিশেষত্বৰ অন্তৰ্গত কাৰণে নাৰায়ণ দেৱ মিশ্ৰ ত্ৰৈলোক্য নাথ গোস্বামী আদি বয়োজ্যেষ্ঠ কেইজ[illegible]নকো এই স্তৰলৈ অনা হৈছে।

উপনিষৎ (১৯৫৪), বিজ্ঞানৰ সিপাৰে (১৯৫৫), জন্মান্তৰ-ৰহস্য (১৯৫৭), The Theory of Refirth (১৯৬২) আৰু The Sankhya Karika of Iswarakrisna (১৯৬২)।

*অৱদান* উল্লেখযোগ্য যে, ১৯৫৬ৰ পৰা ১৯৬৩ ৰ ভিতৰত ৩১ টা দৰ্শনবিষয়ক— প্ৰবন্ধ যোৰহাটৰ গীতাৰ্থী-সমাজৰ মুখপত্ৰ পাঞ্চজন্যত প্ৰকাশিত হৈছিল।"[৫] গীতা, বেদান্ত আৰু সাংখ্য-দৰ্শনৰ আলোচনাবোৰত মূল-শ্লোক আৰু সূত্ৰবোৰ উদ্ধৃত কৰি তাৰ অৰ্থ বৈজ্ঞানিক-ভেটিক তেওঁ বহলাই ব্যাখ্যা কৰিছে আৰু বাকীবোৰ আলোচনাত নিৰন্তৰ আৰ্হিত বিষয়বস্তু প্ৰকাশ কৰিছে। ফুকনৰ গদ্যৰীতি যুক্তিপ্ৰদ আৰু ব্যাখ্যাত্মক।

## নাৰায়ণ দেৱমিশ্ৰ (১৮৭৭-১৯৬৩) —

আনুষ্ঠানিক কোনো বিশেষ শিক্ষা নোলোৱাকৈ অসাধাৰণ মেধা আৰু স্মৃতিশক্তিৰ যোগেদি অগ্ৰগণ্য-পণ্ডিতৰূপে পৰিগণিত হোৱা নাৰাযণ দেৱমিশ্ৰৰ জন্মস্থান আৰু আমৰণ বাসস্থান আছিল বৰপটা। বিবিধ শাস্ত্ৰত থকা ব্যুৎপত্তিৰ উপৰিও বিশেষকৈ তেওঁ গীতা-ভাগৱত আৰু শঙ্কৰদেৱ-প্ৰচাৰিত বৈষ্ণৱ-ধৰ্ম্ম আৰু সাহিত্যৰ শাস্ত্ৰসমৰ্থিত-ব্যাখ্যাকৰণত আছিল অদ্বিতীয়-পাৰদৰ্শী। জীৱনৰ একেবাৰে শেষৰ ফালে তেওঁৰ গভীৰ জ্ঞানৰাশিৰ এটা দিশে স্থায়িৰূপ লয় এখন গ্ৰন্থৰ মাজেদি - নাম, "নাম-ঘোষা-তত্ত্বাৰ্থপ্ৰকাশ"। এই গ্ৰন্থখন তেওঁৰ মৃত্যুৰ বহুকাল পাছত (১৯৯৮ চনত) প্ৰকাশ হৈছে। বিশেষ কথা এই যে, বৃদ্ধকালত দৃষ্টিশক্তি কমাৰ উপৰিও হাত কঁপা কাৰণে নাৰায়ণ দেৱমিশ্ৰই নিজে লিখিব নোৱাৰি লব্ধ-জ্ঞানৰাশি মুখেৰে ভাবি-চিন্তি কৈ গৈছিল, আৰু এজনে সেইমৰ্ম্মে সেই কথাবোৰ লিপিবদ্ধ কৰিছিল। যি কি নহওক, এইধৰণে ৰচিত "নামঘোষা-তত্ত্বপ্ৰকাশ" পণ্ডিত মিশ্ৰৰ অমূল্য-অৱদান।

## দণ্ডীৰাম দত্ত (১৮৯৮-১৯৮৪) —

নলবাৰী অঞ্চলৰ বেলশৰ গাওঁত জন্মগ্ৰহণ কৰা দণ্ডীৰাম দত্তই প্ৰথমতে বহু বছৰ মজলীয়া স্কুলৰ প্ৰধান-শিক্ষকৰ কাম কৰিছিল। পাছত শিক্ষকতা এৰি ভালেমান বছৰ তেওঁ গুৱাহাটী বিশ্ববিদ্যালয়ৰ আহ্বানত পুৰণি-পুথিৰ সংগ্ৰহ-কাৰ্য্যত লিপ্ত হয়, আৰু লগতে তেওঁ সেইবোৰ গভীৰভাৱে অধ্যয়ন কৰাৰো সুবিধা গ্ৰহণ কৰে। গীত-মাত আৰু ফকৰা-যোজনা আদিত ব্যাপক অভিজ্ঞতা লাভ কৰাৰ উপৰিও দত্ত জ্যোতিষৰ অঙ্ক-গণনা আৰু অসমৰ ভিতৰতে কাইথেলী-অঙ্কৰ অদ্বিতীয় পণ্ডিত আছিল। অসম-সাহিত্য-সভা-পত্ৰিকা, আৱাহন, চেতনা আদি আলোচনীত বহুত তত্ত্বপূৰ্ণ প্ৰবন্ধ লিখাৰ উপৰিও কৌতুকৰ কৌশল-তত্ত্বও তেওঁ পুথিৰ আকাৰত প্ৰকাশ কৰিছে। সৰ্বপল্লী

৫. ৰা. ফু. ৰ. পাতনি (প্ৰকাশন পৰিষদ প্ৰকাশিত)

ৰাধাকৃষ্ণণ, ফকৰুদ্দিন আলি আহমদ, জৱহৰলাল নেহৰু আৰু লাল বাহাদুৰ শাস্ত্ৰীৰ জীৱনী-পুথি তেওঁৰ উল্লেখনীয় অৱদান। প্ৰকৃত সাহিত্য সৃষ্টিৰ ক্ষেত্ৰত উজ্জ্বল কৃতি বিশেষ নাথাকিলেও জ্যোতিষ-অঙ্ক আৰু কাইথেলী-অঙ্ক বিষয়ৰ একমাত্ৰ বিশেষজ্ঞ ৰূপে দত্তৰ নাম চিৰদিনেই স্মৰণীয়,

## ভাগৱানচন্দ্ৰ গোস্বামী (১৮৯৮-১৯৭১) —

নলবাৰীৰ ওচৰৰ নামকোণা গাওঁত জন্মগ্ৰহণ কৰা ভগৱান চন্দ্ৰ গোস্বামী সংস্কৃত-ব্যাকৰণ আৰু কাব্য-শাস্ত্ৰৰ বিদগ্ধ পণ্ডিত আছিল। নলবাৰী-সংস্কৃত-কলেজৰ জন্ম-লগ্নৰে পৰা তেওঁ সেই অনুষ্ঠানৰ লগত জৰিত থকাৰ উপৰিও তাৰ অধ্যাপক ৰূপে তাতেই তেওঁৰ কৰ্ম্মজীৱন শেষ কৰিছিল। দণ্ডীৰ "দশকুমাৰ-চৰিত্ৰ" (১৯৬৩) আৰু বাণভট্টৰ "হৰ্ষচৰিত"ৰ গদ্যানুবাদ অসমীযা সাহিত্যলৈ পণ্ডিত গোস্বামীৰ মূল্যৱান আৰু স্মৰণীয় অৱদান।

## উপেন্দ্ৰচন্দ্ৰ লেখাৰু (১৯০৫-১৯৭৯) —

খৃষ্টীয় ১৯০৫ চনত উত্তৰ-গুৱাহাটীত উপেন্দ্ৰচন্দ্ৰ লেখাৰু ওপজে। কটন কলেজৰ পৰা বি-এ পাছ কৰি প্ৰথমতে হাইস্কুলত শিক্ষক হিচাপে কাম কৰিবলৈ লয়। ১৯৪০ চনত কলিকতা-বিশ্ববিদ্যালযৰ পৰা প্ৰাইভেটকৈ অসমীযাত এম্-এ পাছ কৰি কটন কলেজত তেওঁ অধ্যাপকৰূপে নিযুক্তি লাভ কৰে। চৰকাৰী-কামৰ পৰা অৱসৰ লোৱাৰ পাছত তেওঁ আকৌ বৃন্দাবনৰ "বৈষ্ণৱ-পাৰমাৰ্থিক-বিশ্ববিদ্যালয়"ত কেইবা বছৰো গৱেষক-অধ্যাপকৰ দায়িত্ব সুখ্যাতিৰে বহন কৰে। ১৯৭০ চনত ঢিঙত অনুষ্ঠিত অসম-সাহিত্য-সভাৰ সভাপতিৰ পদো তেওঁ অলঙ্কৃত কৰিছিল।

*পৰিচয*

উপেন্দ্ৰচন্দ্ৰ লেখাৰু আছিল এগৰাকী চিন্তাশীল লেখক। অধ্যয়ন আৰু জ্ঞান-গভীৰতা অনুপাতে সাহিত্য-জগতত অৱশ্যে তেওঁৰ কৃতি কম। "সাহিত্য-সেৱক ৰজনীকান্ত বৰদলৈ" (১৯৪৮), "অসমীয়া ৰামায়ণ সাহিত্য" (১৯৪৮), "লক্ষ্মীনাথ বেজবৰুৱা" (১৯৭৯), "শ্ৰীশ্ৰীৰামকৃষ্ণ উপদেশ" (১৯২২), "এনক আৰ্ডেন" (১৯৪৮) আদি পুথি তেওঁ ৰচনা কৰিছে। ইয়াৰ উপৰিও ইংৰাজী আৰু অসমীয়া ভাষাত ৰচিত কিছুমান উল্লেখযোগ্য প্ৰবন্ধও আছে। তেওঁৰ সম্পাদিত পুথি "ভক্তি-বিৱেক ঃ ভট্টদেৱ" (১৯৫১) আৰু "কথা গুৰুচৰিত" (১৯৫৩) - দুয়োখনেই বিশেষ মূল্যৱান গ্ৰন্থ।

## ত্ৰৈলোক্যনাথ গোস্বামী (১৯০৬-১৯৮৮)

সিদ্ধেশ্বৰ (যামিনীকান্ত) গোস্বামীৰ পুত্ৰ ত্ৰৈলোক্যনাথ গোস্বামী ১৯০৬ খৃঃত নলবাৰী সত্ৰত ওপজে। তেওঁ ১৯২৬ খৃঃত নলবাৰী গৰ্ডন হাইস্কুলৰ পৰা প্ৰবেশিকা পৰীক্ষা, ১৯৩০ খৃঃত কটন-কলেজৰ পৰা দৰ্শন-শাস্ত্ৰত অনাৰ্চৰ সৈতে বি-এ আৰু ১৯৩২ খৃঃত

ইংৰাজীৰিষযত এম্-এ পাছ কৰে। পাছত ১৯৩৫ খৃঃত তেওঁ বি-এল্ পৰীক্ষাতো উত্তীৰ্ণ হয়। ত্ৰৈলোক্য গোস্বামীয়ে কলিকতাৰ অক্সফোৰ্ড ইউনিভাৰ্চিটি প্ৰেছত প্ৰথমতে কৰ্ম্মজীৱন আৰম্ভ কৰে। তাৰ পাছত একাধিক স্কুলত কিছুদিনলৈকে শিক্ষকতা কৰি চিলেটৰ মুৰাৰিচাঁদ কলেজত ইংৰাজীৰ প্ৰৱক্তাৰূপে ভৰ্ত্তি হয়। ১৯৪৫ খৃঃত নলবাৰী-কলেজ স্থাপিত হোৱাত

*পৰিচয়*

গোস্বামীয়ে সেই চৰকাৰী কলেজৰ চাকৰি এৰি আহি এই কলেজৰ অধ্যক্ষৰূপে গুৰি ধৰে। সুখ্যাতি আৰু দক্ষতাৰে তেওঁ নলবাৰী-কলেজখন এখন আগশাৰীৰ উচ্চমানবিশিষ্ট শিক্ষানুষ্ঠানলৈ গঢ় দি তোলে আৰু ১৯৬৮ খৃঃত তাৰ অধ্যক্ষ-পদৰ পৰা অৱসৰ লয়। চাকৰি-কালৰ উপৰিও অৱসৰৰ পাছতো গোটেই জীৱন গোস্বামী শিক্ষা-সংস্কৃতিৰ অধ্যয়ন, বিকাশ আৰু প্ৰচাৰৰ ক্ষেত্ৰত ব্যস্ত আছিল। অসম-সাহিত্য-সভাৰ দুটা অধিৱেশন—গোৱালপাৰা আৰু মিৰ্জ্জাৰ, তেওঁ সভাপতিৰ আসন অলঙ্কৃত কৰিছিল। "পূৰ্ব্বভাৰতী" নামৰ যি বিখ্যাত সাংস্কৃতিক-অনুষ্ঠান নলবাৰীত গঢ়লৈ উঠিছে, তাৰো গুৰিতে সভাপতি-পদত থকা ত্ৰৈলোক্য গোস্বামীৰ নাম স্মৰণীয়। মুঠতে কব পৰা যায় - সাহিত্য-সংস্কৃতিৰ চৰ্চ্চা আৰু বিকাশৰ ক্ষেত্ৰত তেওঁ আছিল গুৰিধৰোতা। ১৯৮৮ খৃঃত নলবাৰীৰ নিজ গৃহত গোস্বামীয়ে দেহত্যাগ কৰে।

ত্ৰৈলোক্যনাথ গোস্বামীৰ সাহিত্যিক প্ৰতিভা প্ৰধানভাবে দুটা দিসত প্ৰকাশিত - এটা সৃষ্টিমূলক আৰু আনটো আলোচনাত্মক। সৃষ্টিমূলক-প্ৰতিভাৰ স্ফুৰণ হৈছে -বিশেষকৈ তেওঁৰ গল্প ৰাজিৰ মাজত, আৰু দ্বিতীযবিধে প্ৰকাশ লভিছে আন আলোচনামূলক ৰচনাৰ মাজত।

১৯৪০ চনৰ আগতে বিশেষকৈ "আৱাহন"ৰ যোগেদি ত্ৰৈলোক্য গোস্বামী গল্পকাৰ ৰূপে জনাজাত হৈ উঠে। কিছু পৰিৱৰ্ত্তিত-কালত তেওঁৰ গল্পৰাজি তিনিখন পুথিৰ মাজেদি পাঠক-গোষ্ঠীৰ আগত স্থায়িৰূপত দেখা দিয়ে। পুথি তিনিখনৰ নাম "অৰুণা", মৰীচিকা" আৰু "শিল্পীৰ জন্ম"। ইয়াৰ প্ৰথম দুখনৰ অন্তৰ্ভুক্ত গল্পবোৰৰ অধিক সংখ্যাকেই '৪০ চনৰ আগত ৰচিত, আৰু তৃতীয়খনৰ গোটেইবোৰ গল্পই ইয়াৰ পৰবৰ্ত্তি-ৰচনা।

*গাল্পিক প্ৰতিভা*

সমাজৰ অন্যায়-দুৰ্নীতি আৰু বৈষম্যৰ বিৰুদ্ধে অনুভূত-ভাৱৰাশি গোস্বামীৰ গল্পৰাজিৰ প্ৰধান আশ্ৰয়। দুখী-দৰিদ্ৰ, অস্পৃশ্য আৰু দুৰাৰোগ্য-ব্যধিগ্ৰস্তৰ প্ৰতি তেওঁৰ বিশেষ সহানুভূতি, আৰু লগতে আনৰ প্ৰতি সহানুভূতি নথকা ধনী-সম্প্ৰদায়ৰ প্ৰতিও উপহাসসূচক মন্তব্য তেওঁৰ গল্পত প্ৰকাশ হোৱা দেখা যায়। "শিল্পীৰ জন্ম"ৰ অন্তৰ্গত গল্পবোৰত মানসিক-সংঘাতৰ ওপৰত গুৰুত্ব বেছি দেখা যায়। ত্ৰৈলোক্য গোস্বামীৰ গল্পৰ ভাষা নিৰলঙ্কাৰ আৰু ভাৱব্যঞ্জক ; বৰ্ণনা ৰুচিকৰ, তাত আছে পৰিমিতিবোধ। সমসাময়িক গল্পকাৰ ৰমা দাশৰ নিচিনা অত্যধিক-কল্পনাৰ চৌৰে গোস্বামীৰ ভাষা আৰু প্ৰকাশৰীতি ফেনায়িত আৰু তৰঙ্গিত কৰি তোলা নাই। "জীয়া

মানুহ" নামৰ সৰু পুথিখনকো (এক প্ৰকাৰ ৰূপক ব্যঙ্গ-গল্প বা উপন্যাসিকা) তেওঁৰ সৃষ্টি মূলক ৰনাৰ লগত থব পৰা যায়। এই পুথিত সামাজিক, নৈতিক, প্ৰশাসনীয় আদি দিশত প্ৰবল হৈ উঠা দুৰ্নীতিৰ উপশম আশা কৰি সেইবোৰৰ বিৰুদ্ধে ব্যঙ্গ্য আৰু ক'তো ক'তো হাস্যকৰ চিত্ৰ আকিছে। "পদুমী" নামৰ অপ্ৰকাশিত নাটক আৰু "ছয়তানৰ স্বপ্ন" নামৰ কবিতাও গোস্বামীৰ সৃষ্টিমূলক-প্ৰতিভাৰ নিদৰ্শন।[৬]

ত্ৰৈলোক্যনাথ গোস্বামীয়ে প্ৰাৰম্ভিকৰূপে আমাৰ সাহিত্যৰ ইতিহাসত যি খ্যাতি অৰ্জ্জন কৰিছে, তাক একপ্ৰকাৰে একক আৰু অনন্য বোলাত অসুবিধা নাই। "আধুনিক-গল্প সাহিত্য", "সমুদ্ৰ-মন্থন", "সাহিত্য-আলোচনা" "সাহিত্য-কলা আৰু তাৰ বিচাৰ", 'ইংৰাজী-সমালোচনাৰ ধাৰা আৰু অসমীয়া-সাহিত্যত ইযাৰ প্ৰভাৱ", "নন্দন-তত্ত্ব ঃ প্ৰাচ্য আৰু পাশ্চাত্য" - এই কেইখন প্ৰবন্ধ-শ্ৰেণীৰ গ্ৰন্থ গোস্বামীয়ে ৰচনা কৰিছে। দেখা যায়-

*ত্ৰৈলোক্য গোস্বামী-প্ৰাৰম্ভিক*

সাহিত্যৰ নান্দনিক (aesthetic) দিশৰ ওপৰত গোস্বামীৰ ৰুচিবোধ অধিক আৰু ইযাৰ ওপৰত তেওঁৰ সাধনা জীৱনজোৰা। উল্লিখিত প্ৰথম দুখন গ্ৰন্থ, অৰ্থাৎ "আধুনিক গল্প-সাহিত্য" আৰু "সমুদ্ৰ-মন্থন"ক আমি যদি এফলীয়া কৰিও ৰাখো, বাকী গোটেইকেইখনেই কিছু বহলভাৱত নন্দন-তত্ত্ব বিষয়ৰেই গ্ৰন্থ। প্ৰথম গ্ৰন্থখনত চুটিগল্পৰ প্ৰকৃতিগত-পৰিচয় আৰু পাশ্চাত্য-গল্প-সাহিত্যৰ চমু আলোচনা দি ক্ৰমবিকাশৰ পথত অসমীয়া-গল্প-সাহিত্যৰ যুক্তি সন্মত আলোচনা আগবঢ়াইছে। "সমুদ্ৰ-মন্থন"ত গোস্বামীয়ে ২২ টা বিভিন্ন বিষয়ৰ চিন্তামূলক প্ৰবন্ধ প্ৰকাশ কৰিছে।

"সাহিত্য-আলোচনা" ত্ৰৈলোক্য গোস্বামীৰ নন্দন-তত্ত্ব বা কান্তিবিদ্যা-বিষয়ক প্ৰথম গ্ৰন্থ। ইয়াৰ প্ৰথমখণ্ডটো ১৯৫০ চনতে নলবাৰীৰ "আলোক-প্ৰেছ"ত ছপা কৰিছিল। ইয়াৰ সম্পূৰ্ণ-ৰূপৰ প্ৰথম সংস্কৰণটো ১৯৬১ চনত ওলায়। গ্ৰন্থখনত সাহিত্য-তত্ত্ব বা সাহিত্যৰ স্বৰূপনিৰ্ণায়ক আলোচনা সুসঙ্গতভাৱে স্থাপন কৰা হৈছে। প্ৰথমাংশত ভাৰতীয়-

*নন্দনতত্ত্বৰ দিশত অৱদান*

আচাৰ্যসকলৰ সাহিত্য-তত্ত্ব সম্বন্ধে মতবাদ, আৰু দ্বিতীয়াংশত পাশ্চাত্য-মনীষীসকলৰ মতবাদ বিশ্লেষণ কৰা হৈছে। "সাহিত্য-কলা আৰু তাৰ বিচাৰ " নামৰ গ্ৰন্থত তেৰটা গধুৰ প্ৰবন্ধ অন্তৰ্ভূক্ত। ইয়াৰ কেইটামান প্ৰবন্ধ অসমীয়া-সাহিত্যসম্বন্ধীয় , ইয়াৰ লগত এৰিষ্টটলৰ "Poetics" আৰু টলষ্টয়ৰ "What is Art" গ্ৰন্থৰ সাৰমৰ্মপ্ৰকাশক দীঘলীয়া আলোচনা দুটাৰ সংযোজনে গ্ৰন্থখনলৈ বিশেষত্ব আনিছে। 'ইংৰাজী সমালোচনাৰ ধাৰা আৰু অসমীয়া সাহিত্যত ইয়াৰ প্ৰভাৱ" নামৰ পুথিখনৰ প্ৰথম ভাগত ইংৰাজী-সমালোচনাৰ গতি-

৬. ত্ৰৈ. জী. কৃ. দ্ৰষ্টব্য

প্ৰৱাহৰ ধৰণ দেখুৱাই দ্বিতীয় ভাগত অসমীয়া সাহিত্যত ইয়াৰ প্ৰভাৱ কেনেভাবে পৰিছে, তাক দেখুৱাইছে। "নন্দন-তত্ত্ব ঃ প্ৰাচ্য আৰু পাশ্চাত্য" ত্ৰৈলোক্য গোস্বামীৰ পৰিণত বয়সৰ ৰচনা, ই তেওঁৰ নান্দনিক-অধ্যয়নৰ সৰ্ব্বোৎকৃষ্ট-ফলশ্ৰুতি- অসমীয়া সাহিত্যৰ অন্যতম কীৰ্ত্তিস্তম্ভ। ইয়াত তেওঁ প্লেটো - এৰিষ্টটলৰ পৰা আৰম্ভ কৰি পশ্চাত্য-জগতৰ নন্দনতাত্ত্বিকসকলৰ সৌন্দৰ্য্যানুভূতি আৰু মতবৈশিষ্ট্যবোৰ আলোচনা কৰিছে। ইয়াৰ দ্বিতীয়-ভাগত ভাৰতীয় আচাৰ্যসকলৰো সেই মতবাদবোৰ পৰ্য্যালোচনা কৰিছে, আৰু লগে লগে প্ৰয়োজনবিশেষে তুলনামূলক আলোচনাও দাঙি ধৰিছে। কব পৰা যায়— সাহিত্য-কৃতিৰ গুণাগুণ-বিচাৰ আৰু সাহিত্য-তত্ত্বৰ বিশ্লেষণ, এই দুয়োবিধ আলোচনাতে গোস্বামীৰ কৃতিত্ব একক। আমাৰ সাহিত্যত আন কোনো লেখকে নিবিষ্টভাবে সাধনাত ব্ৰতী হৈ একেটা দিশৰ পদ্ধতিমূলক সমালোচনাৰ পূৰ্ণ-ৰূপ আগবঢ়াবলৈ সক্ষম হোৱা নাই।

গদ্য-শিল্পী হিচাপে ত্ৰৈলোক্য গোস্বামীৰ এটা বিশেষত্ব এই যে, শব্দ-প্ৰয়োগত বিলাসিতা তেওঁৰ মুঠেই নাই। শব্দ প্ৰয়োগত পৰিমিতিবোধ আৰু প্ৰকাশৰীতিত সৰলতা - এই দুটা বিশেষত্বই গোস্বামীৰ গদ্যক মহীয়ান কৰি তুলিছে। পৰিমিত আৰু সৰল গদ্যৰীতিৰ (Economic and simple prose style) মাজেদি অতি কঠিন বিষয়কো পাঠকৰ অনুভূতিগ্ৰাহ্য কৰি তুলিব পৰাটো গদ্য-শিল্পী ৰূপে গোস্বামীৰ বিশেষত্ব।

## বিৰিঞ্চিকুমাৰ বৰুৱা (১৯১০-১৯৬৪)

নগাওঁৰ খৰঙি বৰুৱাৰ বংশত জন্মগ্ৰহণ কৰা বিৰিঞ্চিকুমাৰ বৰুৱাই নগাওঁতে স্কুলীয়া-শিক্ষা শেষ কৰি উচ্চ-শিক্ষা লাভ কৰে যথাক্ৰমে গুৱাহাটী আৰু কলিকতাত। কলিকতা-বিশ্ববিদ্যালয়ৰ পৰা তেওঁ এম্-এ আৰু বি-এল্ পৰীক্ষা পাছ কৰে। তাৰ কিছুকাল পাছত লণ্ডন-বিশ্ববিদ্যালয়ৰ পৰা বৰুৱাই ডক্টৰেট ডিগ্ৰী লাভ কৰে। ১৯৩৮ খৃঃত অসমীয়া-

*পৰিচয়*

সাহিত্যই কলিকতা-বিশ্ববিদ্যালয়ৰ অন্যতম শিক্ষণীয় বিষয়ৰূপে স্বীকৃতি পায়। তেতিয়া বৰুৱাই সেই বিশ্ববিদ্যালয়ত অসমীয়া ভাষা-সাহিত্যৰ অধ্যাপক ৰূপে নিযুক্তি পাই তাত কিছুদিন কাম কৰে। তাৰ পাছত গুৱাহাটীৰ কটন-কলেজত অধ্যাপনা কৰে। ইতিমধ্যে গুৱাহাটী-বিশ্ববিদ্যালয় প্ৰতিষ্ঠা হয় আৰু বৰুৱাই অসমীয়াৰ অধ্যাপক ৰূপে তাত সোমাই শিক্ষা-দানৰ উপৰিও অসমীয়া-ভাষা সাহিত্য আৰু সংস্কৃতিৰ বিকাশ-সাধনত নানা প্ৰকাৰে অৰিহণা যোগায়। ডঃ বাণীকান্ত কাকতিৰ মৃত্যুৰ পাছত ১৯৫৩ চনৰ পৰা ১৯৬৪ চনলৈ ডঃ বৰুৱা অসমীয়া-ভাষা-সাহিত্যৰ প্ৰধান-অধ্যাপকৰ পদত থাকি কাম কৰাৰ লগতে কিছুকাল কলাগুৰুৰ দায়িত্বও বহন কৰিছিল। দৰাচলতে কবলৈ গলে গুৱাহাটী-বিশ্ববিদ্যালয়ৰ শৈক্ষিক আৰু আৱয়ৱিক উভয় দিশৰ বিকাশ সাধনত ডঃ বৰুৱাৰ সেৱা স্মৰণীয়।

ড° বিৰিঞ্চিকুমাৰ বৰুৱা আমাৰ সাহিত্যৰ এগৰাকী বিখ্যাত আৰু বিশেষত্বপূৰ্ণ গদ্যশিল্পী। গদ্যশিল্পীৰূপে তেওঁ বিশেষ খ্যাতি অৰ্জ্জন কৰিছে গদ্যৰচনাৰ তিনিটা দিশত— গল্প, উপন্যাস আৰু আলোচনাত্মক-সৃষ্টি। "আৱাহন" আলোচনীৰ যোগেদি বিংশ-শতিকাৰ চতুৰ্থ-দশকতে বৰুৱা গল্পশিল্পীৰূপে খ্যাতিমান হয়। বিশেষ কথা এই যে, বিৰিঞ্চিকুমাৰ বৰুৱাই সৃষ্টিধৰ্ম্মী ৰচনাসমূহ সৃষ্টি কৰিছে দুটা ছদ্মনামত - এটা, বীণা বৰুৱা, আৰু আনটো ৰাস্না বৰুৱা। তেওঁৰ কিছুমান গল্প যুদ্ধোত্তৰ কালত বীণা বৰুৱাৰ নামত প্ৰকাশ লভিছে "পটপৰিবৰ্ত্তন" (১৯৪৮) আৰু "আঘোণী বাই", এই দুই নামৰ দুখন পুথিত। "পট-

*গল্প আৰু উপন্যাস*

পৰিবৰ্ত্তন"ৰ অন্তৰ্ভুক্ত গল্পকেইটাই কলেজীয়া ছাত্ৰ-ছাত্ৰীৰ বয়সসুলভ পাতল মনোবৃত্তি আৰু লগতে ডেকা-গাভৰুৰ যৌৱন-চাঞ্চল্যৰ চিত্ৰও ৰূপায়িত কৰিছে। "আঘোনী বাই"ৰ অন্তৰ্ভুক্ত আপেক্ষিকভাবে দীঘলীয়া গল্প পাঁচটাৰ ভিতৰত "আঘোনী বাই", "অসমাপিকা" আৰু "লাপেলি" বৰুৱাৰ উৎকৃষ্ট সৃষ্টি। গ্ৰাম্য আৰু নগৰীয়া উভয়বিধ জীৱন-চিত্ৰণত বৰুৱাৰ দক্ষতা মন কৰিবলগীয়া। "আঘোনী বাই" গল্পত ঘৰে ঘৰে খুজি খাই ফুৰা গাঁৱলীয়া সাধাৰণ তিৰোতা এজনীৰ যি সহজ-সৰল মানসিকতাৰ অৱিকল-চিত্ৰণ দাঙি ধৰিছে, "অসমাপিকা"ত নিয়তিৰ নিকৰুণ পৰিহাস যি ধৰণে ৰূপায়িত কৰিছে, সি কলাত্মক হোৱাৰ উপৰিও অতিকৈ সংবেদনশীল। বিশেষকৈ গল্প-ৰচনাৰ মাজেদি চতুৰ্থ-দশকতে খ্যাতিমান হোৱা ডঃ বৰুৱা আধুনিক-যুগৰ শ্ৰেষ্ঠ ঔপন্যাসিক ৰূপে কলামোদীৰ সমাদৃত হয় পঞ্চম-দশকত ৰচিত মাত্ৰ দুখন উপন্যাসৰ যোগেদি। এখন "জীৱনৰ বাটত" (১৯৪৫) - বীণা বৰুৱা ছদ্মনামত ৰচিত; আৰু আনখন "সেউজী পাতৰ কাহিনী" (১৯৫৮) - ৰাস্না বৰুৱা ছদ্মনামত ৰচিত। দুয়োখন উপন্যাসেই উচ্চ-মানবিশিষ্ট আৰু ৰসোত্তীৰ্ণ। প্ৰথমখনত অসমৰ আঢ্যৱন্ত লোকৰ গৃহত অনুষ্ঠিত-বিবাহোৎসৱক কেন্দ্ৰ কৰি অসমীয়া-সমাজত প্ৰচলিত সামাজিক, ধৰ্ম্মীয়, আৰ্থিক, স্থানিক আদি বহু দিশৰ চিত্ৰৱৎ নিখুঁত বৰ্ণনা পোৱা যায়। দ্বিতীয়খন ৰচিত এখন চাহ-বাগিচাৰ পটভূমিত, ইয়াত বৰ্ণিত হৈছে বাগিচাৰ লগত সংশ্লিষ্ট বনুৱা-কৰ্ম্মচাৰী আদিৰ কাৰ্য্য-কলাপ, মানসিকতা আৰু তাৰ সামগ্ৰিক-পৰিবেশৰ আওভাও।

সাহিত্য-সংস্কৃতিৰ আলোচনা, ভাষা-তত্ত্বৰ বিচাৰ, লোক সংস্কৃতিৰ অধ্যয়ন আদিৰ দিশতো ডঃ বৰুৱাই প্ৰভূত-পৰিমাণৰ বৰঙণি আগবঢ়াইছে। কাব্যৰ স্বৰূপ আৰু ইয়াৰ

*আলোচনাত্মক অৱদান*

গুণাগুণ বিচাৰ সম্বন্ধীয় "কাব্য আৰু অভিব্যঞ্জনা" নামৰ গ্ৰন্থখন আমাৰ সাহিত্যৰ নন্দন-তাত্ত্বিক-আলোচনাৰ দিশত প্ৰথম পৰ্য্যায়ৰ উল্লেখনীয় গ্ৰন্থ। এই গ্ৰন্থখন "কাব্য মে অভিব্যঞ্জনাবাদ" নামৰ হিন্দী গ্ৰন্থৰ আলোকত ৰচিত হলেও আমাৰ সাহিত্যৰ নন্দনতত্ত্বৰ ইতিহাসত ইয়াৰ মূল্য নিশ্চিতভাবে স্বীকাৰ্য্য। ভাষা আৰু সংস্কৃতিৰ আলোচনামূলক গ্ৰন্থ "অসমীয়া ভাষা আৰু সংস্কৃতি, "অসমীয়া

ভাষা", লোক-সংস্কৃতিৰ আলোচনামূলক গ্ৰন্থ "অসমৰ লোক-সংস্কৃতি", পুৰণি সাহিত্যৰ আলোচনাত্মক পুথি" অসমীয়া কথা-সাহিত্য", "বৌদ্ধধৰ্ম্ম আৰু সাহিত্য", সম্পাদিত গ্ৰন্থ "অঙ্কীযা নাট", "ৰামানন্দৰ গীত", "অৰুনোদইৰ ধলফাট", আৰু অন্যান্যৰ ভিতৰত "চুইজাৰল্যাণ্ড্ ভ্ৰমণ" আৰু "দেশ-বিদেশৰ সাধু"। ডঃ বৰুৱাৰ ইংৰাজীত লিখা গ্ৰন্থৰ ভিতৰত "Cultural History of Assam", "Assamese literature" আৰু "Modern Assamese liturature" উল্লেখনীয়।

ডঃ বিৰিঞ্চি কুমাৰ বৰুৱা ১৯৪০ চনৰ আগতে লেখক ৰূপে, বিশেষকৈ গল্পকাৰ ৰূপে সুপ্ৰতিষ্ঠিত। পাছৰ দুই দশকৰ ভিতৰত সাহিত্যৰ আন আন দিশত তেওঁৰ প্ৰতিভা বিকশিত হয়। এই অৰ্থত ডঃ বৰুৱা পঞ্চম-ষষ্ঠ দশকৰ শ্ৰেষ্ঠ গদ্যশিল্পী। শব্দ-নিৰ্ব্বাচনত তেওঁ অতি চতুৰ। ৰচনাৰ মাজত তেওঁৰ কল্পনাৰ আৱেশ সদায় সুস্পষ্ট; তাক ৰূপ দিয়াৰ ক্ষেত্ৰত তৎসম, তদ্ভৱ, দেশীয় আৰু লগতে জতুৱাঠাচ আদি সকলো ধৰণৰ

*গদ্যৰীতিৰ বিশেষত্ব*

শব্দৰ যথাযোগ্য প্ৰয়োগত তেওঁ সিদ্ধহস্ত। দৰাচলতে বৰুৱাক ভাষাৰ যাদুকৰ বুলিব পাৰি। বৰ্ণিত ঘটনা বা পৰিস্থিতিৰ লগত খাপ খোৱাকৈ আপ্তবচনৰ নিচিনা চিৰকলীয়া সত্যকথা স্বকীয় ভাষাৰে দাঙি ধৰাটো তেওঁৰ ৰচনাৰীতিৰ অন্যতম বিশেষত্ব। নানা বিধ অলঙ্কাৰ আৰু ঝঙ্কাৰপূৰ্ণ শব্দাৱলীৰ প্ৰয়োগে বৰুৱাৰ ৰচনাৰ খণ্ডবিশেষ সুচাৰু, ৰমণীয় আৰু সুস্পষ্ট কৰি তুলিছে। সেয়েহে, তেওঁৰ ৰচনাত আলঙ্কাৰিক ষ্টাইলৰ (Rhetorical style) পৰিৱৰ্ত্তে এক প্ৰকাৰ সুস্পষ্ট-ৰমণীয ষ্টাইলহে (sonorous style) দেখিবলৈ পোৱা যায।

## যজ্ঞেশ্বৰ শৰ্ম্মা (১৯০৮-১৯৯৯)

১৯০৮ খৃঃত যোৰহাটত জন্মগ্ৰহণ কৰা তীক্ষ্ণধীসম্পন্ন যজ্ঞেশ্বৰ শৰ্ম্মাই কলিকতা বিশ্ববিদ্যালয়ৰ পৰা ইংৰাজীত এম্-এ পাছ কৰে। প্ৰথমতে কিছুকাল তেওঁ যোৰহাটৰ জে-বি কলেজত প্ৰৱক্তাৰূপে কাম কৰে। পাছত নগাওঁ কলেজৰ অধ্যক্ষ-পদত অধিষ্ঠিত হৈ নগাওঁতে স্থায়িভাবে বসবাস কৰিবলৈ লয়। সেই পদত থাকিয়েই শৰ্ম্মাই চাকৰি-কালৰ অন্ত পেলায়। তেওঁ অসম-সাহিত্য-সভাৰ সভাপতিৰ পদতো অধিষ্ঠিত হৈছিল।

যজ্ঞেশ্বৰ শৰ্ম্মা আছিল এগৰাকী চিন্তাশীল পণ্ডিত। সাহিত্য-জগতৰ কেইবাটাও দিশত যদিও তেওঁৰ কৃতি প্ৰসাৰিত হৈছে, তথাপি পাণ্ডিত্যৰ অনুপাতত তেওঁৰ অৱদান কম বুলি কব পৰা যায়। শৰ্ম্মা চিন্তাশীল প্ৰাবন্ধিক, সমালোচক, কবি আৰু ব্যঙ্গ্যকাৰ। "লেফেফা" (ব্যঙ্গ্যাত্মক কবিতা), "সাহিত্য-সংস্কৃতিৰ প্ৰবাহ" (প্ৰবন্ধ-সঙ্কলন), "এলিয়টৰ কাব্য-জিজ্ঞাসা", "শতপত্ৰ" (সম্পাদিত কবিতা-সঙ্কলন) আদি শৰ্ম্মাৰ সাহিত্য-জগতলৈ বিশেষ অৱদান। ইয়াৰ উপৰিও আৰু বহুত আলোচনামূলক প্ৰবন্ধ-পাতি গ্ৰন্থাকাৰত প্ৰকাশ হবলৈ বাকী আছে।

## সত্যেন্দ্ৰনাথ বৰকটকী (১৯০৮-১৯৮৪)

ৰায়বাহাদুৰ দুৰ্গাধৰ বৰকটকীৰ পুত্ৰ সত্যেন্দ্ৰনাথ বৰকটকী আছিল কুশাগ্ৰবুদ্ধি আৰু বিৰল ব্যক্তিত্বৰ অধিকাৰী। বিশ্ববিদ্যালয়ৰ সকলো পৰীক্ষা কৃতিত্বৰ সৈতে পাছ কৰি গৈ কলিকতা বিশ্ববিদ্যালয়ৰ পৰাই ইংৰাজী-সাহিত্যৰ "এ-গ্ৰুপ"ত প্ৰথম - শ্ৰেণী লাভ কৰি তেওঁ এম্-এ পাছ কৰে। তেওঁ অসম আৰু ভাৰতৰ প্ৰথম-শ্ৰেণীৰ বিভিন্ন প্ৰশাসনীয়-পদত দক্ষতাৰে কাম কৰি ক্ৰমোন্নতিৰ যোগেদি শেষত অসম-প্ৰশাসনীয় সেৱা আয়োগৰ অধ্যক্ষৰ পদ অলঙ্কৃত কৰে আৰু ১৯৬৮ খৃঃত সেই পদৰ পৰা অৱসৰ লয়। বৰকটকী এগৰাকী শক্তিশালী লেখকৰূপেও পৰিগণিত। সাহিত্য-চৰ্চ্চাৰ ফলশ্ৰুতিস্বৰূপে তেওঁৰ প্ৰায় ডেৰকুৰিখনমান ইংৰাজী আৰু অসমীয়াত লিখা পুথি পোৱা যায়। ১৯৬১ খৃঃত প্ৰথম প্ৰকাশিত "ফুলবিবি" বহুবিতৰ্কিত হাস্যৰসাত্মক গ্ৰন্থখনে সেই সময়ত ৰাজ্যজুৰি তোলপাৰ লগাইছিল। "নাপায়েল ব'নাপাৰ্ত" আৰু "আডলফ হিটলাৰ" - এই দুখন জীৱনী-গ্ৰন্থই বৰকটকীক জীৱনী কাৰ ৰূপে প্ৰতিষ্ঠা কৰিছে। তেওঁ এগৰাকী নিপুণ অনুবাদকো। "ৰহস্য-কাহিনী", "ৰহস্যৰ ৰহঘৰা", "ৰহস্যৰ মৌকোঁহ" আৰু, "ৰহস্যৰ সফুৰা" - এই কেইখন পুথি চাৰ অৰ্থৰ কনন ডয়লৰ বিখ্যাত ৰহস্যঘন গল্পবোৰৰ সুন্দৰ অনুবাদ। ইয়াৰ উপৰিও তেওঁ মোপাছাঁৰ কিছুমান গল্পৰ অনুবাদো "গীদ মোপাছাঁৰ শ্ৰেষ্ঠ গল্প" নামেৰে প্ৰকাশ কৰিছে।

## দেৱেন্দ্ৰনাথ ভট্টাচাৰ্য্য (১৯০২-১৯৮৫)

নলবাৰী-অঞ্চলৰ আঠঘৰীয়া-গাওঁত জন্মগ্ৰহণ কৰা দেৱেন্দ্ৰনাথ ভট্টাচাৰ্যই শিক্ষা-বিভাগৰ পৰিদৰ্শন-শাখাত কাম কৰি কৰ্ম্ম-জীৱনৰ ওৰ পেলায়। তাৰ মাজতো তেওঁ সাহিত্য-চৰ্চ্চাত মনোনিবেশ কৰি বহু বিষয়ৰ বহু সংখ্যক পুথি ৰচনা কৰিছে। সেইবোৰৰ ভিতৰত "আধুনিকা", "ফল্গু-প্ৰৱাহ" আদি উপন্যাস, "হিয়াৰ কঁপনি" গল্প-পুথি, "ভাৰতীয়-প্ৰেমকাহিনী" আখ্যানমূলক পুথি, "অসমত শক্তি-পূজা", "ঐতিহাসিক-কৃষ্ণ" আদি ধৰ্ম্মশাস্ত্ৰ-আধাৰিত আলোচনামূলক গ্ৰন্থ আৰু "বুনিয়াদী-শিক্ষাৰ পটভূমি" আদি একাধিক শিক্ষামূলক পুথিও ৰচনা কৰিছে। ভট্টাচাৰ্যই শেষৰ ফালে (১৯৭৮) টীকাকাৰসকলৰ মন্তব্য আলোচনা কৰি "শ্ৰীমদ্ভগবদ্গীতা"ৰ এটা বিশেষত্বপূৰ্ণ সংস্কৰণ ছপা কৰি উলিয়ায়।

উল্লেখনীয় কথা— ভট্টাচাৰ্যই একোটা আদৰ্শ আগত ৰাখি উপন্যাসকেইখন লিখিছে।

## অমিয়কুমাৰ দাস (১৮৯৫-১৯৭৫)

অসমৰ ৰাজনীতিৰ ক্ষেত্ৰত অমিয়কুমাৰ দাসৰ নাম উজ্জ্বল। মহাত্মা গান্ধীৰ অসহযোগ-আন্দোলনত যোগ দি তেতিয়াৰে পৰা সক্ৰিয়ভাৱে ৰাজনীতিত লাগি থাকিও

সাহিত্যৰ দিশতো তেওঁ উল্লেখনীয় অৱদান আগবঢ়াইছে। "অসমত মহাত্মা", "মোৰ সত্যঅন্বেষণৰ কাহিনী", "বিলাতত মহাত্মা", "দক্ষিণ আফ্রিকাত সত্যাগ্ৰহ", ""গান্ধী কথামৃত", "মেজমেলত মহাত্মা", "অসহযোগ আন্দোলনত অসম", "গান্ধীজীৰ জীৱনী" আদিবোৰে দাসক সাহিত্যৰ ক্ষেত্ৰতো স্মৰণীয় কৰিছে।

## প্ৰেমনাৰায়ণ দত্ত (১৮৯৯-১৯৬৫)

বজালী-অঞ্চলৰ ৰতনপুৰ গাওঁত জন্মগ্ৰহণ কৰা প্ৰেমনাৰায়ণ দত্ত ডিটেক্‌টিভ উপন্যাসৰ ৰচকৰূপে বিখ্যাত। লেখক-জীৱনৰ প্ৰথম অৱস্থাত তেওঁ "দিন ডকাইত" (১৯৪৭), "ৰাম-টাঙোন" (১৯৫০) আদি বহুসংখ্যক ডিটেক্‌টিভ উপন্যাস ৰচনা কৰি পাঠক-সমাজত সৰবৰহী হৈ উঠে। তাৰ পাছত তেওঁ গহীন-সামাজিক উপন্যাস ৰচনাত মনোনিবেশ কৰে, আৰু তাৰ ফলশ্ৰুতিস্বৰূপে "নিয়তিৰ নিৰ্ম্মালি", "প্ৰণয়ৰ সুঁতি" (১৯৫৪), "মুক্তিৰ পথেদি" (১৯৫৬), "প্ৰাণৰ পৰশ" (১৯৫৭), "আশাৰ অন্তৰালত" (১৯৬২) আদি উপন্যাস প্ৰকাশ হয়। পুৰণিকলীয়া পৰম্পৰাত কুঠাৰাঘাত নপৰাকৈ নতুন আদৰ্শ আৰু ভাৱধাৰাৰে সমাজ পৰিপুষ্ট হোৱাটো গোটেইকেইখন উপন্যাসতে লেখকে বিচাৰিছে। কাহিনী-সৃষ্টিত দুৰ্বলতা থাকিলেও ভাষা-সৌষ্ঠৱ আৰু তাৰ মাজৰ স্থানবিশেষত থকা হাস্যৰসৰ সমাবেশে উপন্যাসৰ সমাদৰ বঢ়াইছে। উপন্যাসসমূহৰ উপৰিও প্ৰেমনাৰায়ণ দত্তই কেইবাখনো ধেমেলীয়া নাটো ৰচনা কৰিছে। ইয়াৰ উপৰিও "অসমাপ্ত", "আদিৰসৰ উৎপত্তি, "আশীৰ্বাদ", "ৰসমাধুৰী", "হে হৰি সাৰশূন্য", "কুমাৰ মধুসূদনৰ কিমাশ্চৰ্য্যম্" আদি তেওঁৰ হাস্যৰসাত্মক গল্প-পুথিও আছে। ১৯৪০ চনৰ আগৰ গল্প-প্ৰসঙ্গৰ আলোচনাতো প্ৰেমনাৰায়ণৰ নামোল্লেখ কৰা হৈছে।

## চক্ৰেশ্বৰ ভট্টাচাৰ্য্য দলৈ

নলবাৰীৰ ওচৰৰ দীঘেলী গাওঁত জন্মগ্ৰহণ কৰা চক্ৰেশ্বৰ ভট্টাচাৰ্য্য বিশেষকৈ তন্ত্ৰ-শাস্ত্ৰৰ ডাঙৰ পণ্ডিত আছিল। "শাক্ত দৰ্শন" আদি একাধিক গ্ৰন্থ সংস্কৃতত লিখাৰ উপৰিও "শক্তি-তত্ত্ব" নামৰ এখন পুথি তেওঁ অসমীয়া পদ্যতো ৰচনা কৰিছে।

## ৰঘুনাথ দেৱ চৌধুৰী (১৯০৭-১৯৯৪)

বৰপেটা-জিলাৰ অন্তৰ্গত পাটাচাৰকুছিৰ ৰঘুনাথ দেৱ চৌধুৰী আছিল শিক্ষাব্ৰতী। কেইবাখনো হাইস্কুলৰ প্ৰধান-শিক্ষকৰ দায়িত্ব বহন কৰি তেওঁ চাকৰি-জীৱন অতিবাহিত কৰিছে। আৱাহন-যুগৰে পৰা সাহিত্য-কৰ্ম্মত মনোনিবেশ কৰি থকা চৌধুৰীয়ে "প্ৰকৃতি-দৰ্পণ" আৰু "মানৱ-সভ্যতা" — এই দুখন মানৱ-সভ্যতাৰ উন্মেষসম্বন্ধীয় গ্ৰন্থৰ উপৰিও আৰু কেইবাখনো পুথি লিখিছে। চৌধুৰীৰ বিশেষ মূল্যবান কৃতি দুখন বৃহৎ গ্ৰন্থৰ অনুবাদ

কাৰ্য্য—এখন "অসম-বুৰঞ্জী" (এডোৱাৰ্ড গেইটৰ "History of Assam" ৰ অনুবাদ) আৰু আনখন "প্ৰাচীন কামৰূপৰ বুৰঞ্জী" (কনক লাল বৰুৱাৰ "Early History of Kamrup" ৰ অনুবাদ)।

## তীৰ্থনাথ শৰ্ম্মা ( ১৯১১– )

শিৱসাগৰৰ জাজী গাওঁত ১৯১১ খৃঃত গোলাপ চন্দ্ৰ শৰ্ম্মাৰ ঔৰসত তীৰ্থনাথ শৰ্ম্মা ওপজে। তেওঁ তেজপুৰ হাইস্কুলৰ পৰা ১৯২৯ খৃঃত প্ৰৱেশিকা, ১৯৩৪ খৃঃত কটন কলেজৰ পৰা সংস্কৃতত অনাৰ্চ লৈ বি-এ আৰু ১৯৩৭ খৃঃত কলিকতা-বিশ্ববিদ্যালযৰ পৰা সংস্কৃতত এম্-এ পাছ কৰে। এম্-এ পাছ কৰি প্ৰথমতে তেওঁ কলিকতা-বিশ্ববিদ্যালযত অসমীযা-বিভাগত অধ্যাপনা কৰে। তাৰ পাছত গুৱাহাটীৰ কটন-কলেজৰ গ্ৰন্থাগাৰিক ৰূপে কেই বছৰ মান কাম কৰি প্ৰাগ্‌জ্যোতিষ-কলেজৰ প্ৰতিষ্ঠাপক অধ্যক্ষ হিচাপে দাযিত্ব বহন কৰে, আৰু সেই দায়িত্বত থাকিযেই যথাসমযত কামৰ পৰা অৱসৰ লয়। ১৯৭১ খৃঃত মাকুমত অনুষ্ঠিত অসম-সাহিত্য সভাৰ সভাপতিৰ পদ তেওঁ অলঙ্কৃত কৰে।

*পৰিচয়*

তীৰ্থনাথ শৰ্ম্মা এগৰাকী নিপুণ গদ্যশিল্পী আৰু সমালোচক। পাণ্ডিত্যৰ গভীৰতা আৰু অধ্যযনৰ ব্যপকতা অনুপাতে তেওঁৰ ৰচনাৰ সংখ্যা কম। "পঞ্চপুষ্প" শৰ্ম্মাৰ সমালোচনাৰ নিদৰ্শন, "ভক্তিবাদ" আধ্যাত্মিক-দিশত সূক্ষ্ম-পৰ্য্যবেক্ষণ আৰু "সাহিত্য-বিদ্যা-পৰিক্ৰমা" সাহিত্য-তত্ত্বৰ সুন্দৰ ব্যাখ্যাৰূপে স্মৰণীয়। "মহাত্মাৰ বাণী" শৰ্ম্মাৰ অন্যতম উল্লেখনীয পুথি। ইযাৰ উপৰিও "আউনীআটী সত্ৰৰ বুৰঞ্জী" শৰ্ম্মাৰ কীৰ্ত্তিস্তম্ভ স্বৰূপ। আউনীআটী-সত্ৰ সম্বন্ধীয সকলো তথ্যৰ উপৰিও ই মধ্যযুগীয় অসমৰ ধৰ্ম্মীয় আৰু সাংস্কৃতিক দিশৰ মূল্যৱান বৃহদাকাৰৰ ইতিহাস। ইয়াত বাদেও তেওঁৰ প্ৰবন্ধ আদি আন আন ৰচনাও আছে। কেইবাখনো উপনিষদৰ অসমীয়া অনুবাদো (উপনিষদ অষ্টক, ১৯৮৭) আমাৰ সাহিত্যলৈ আগবঢ়োৱা শৰ্ম্মাৰ বিশেষ কৃতি। তীৰ্থনাথ শৰ্ম্মাৰ গদ্যৰ আধাৰভূমি ভাৰতীয়-সাংস্কৃতিক-জগত। নিজে সংস্কৃত-পণ্ডিত হলেও তেওঁৰ গদ্য দুৰ্বোধ্য আৰু দুৰান্বয়ী নহয, সৰল আৰু মধুৰহে। তেওঁৰ গদ্য ব্যাখ্যাত্মক আৰু যুক্তিপ্ৰদ-ৰীতিৰ অন্তৰ্গত।

*সাহিত্যিক অৱদান*

## মনোৰঞ্জন শাস্ত্ৰী (১৯১১-১৯৮৮)

মঙ্গলদৈ-অঞ্চলত জন্মগ্ৰহণ কৰা মনোৰঞ্জন শাস্ত্ৰী অকল অসমৰ শ্ৰেষ্ঠ গৱেষক-সংস্কৃত-পণ্ডিতেই নহয়, সৰ্ব্বভাৰতীয় সেই পৰ্য্যায়ৰ পণ্ডিতসকলৰ ভিতৰতো অন্যতম। ব্যাকৰণ, স্মৃতি আৰু দৰ্শনৰ বিশেষজ্ঞ-পণ্ডিত শাস্ত্ৰীয়ে নলবাৰী অঞ্চলৰে বিখ্যাত পণ্ডিত ৰঘুনাথ শিৰোমণি আৰু শিৱনাথ বুজৰবৰুৱা স্মৃতিবাচস্পতিৰ টোলত কৃতিত্বৰে শিক্ষা-

লাভ কৰি পাছত কিছুকালৰ কাৰণে অসমৰ বাহিৰত গৈ কলিকতা আৰু নৱদ্বীপত গুৰুমুখি-শিক্ষালাভ শেষ কৰি ঘূৰি আহে, আৰু নলবাৰীতে স্থায়িভাবে বসবাস কৰে। তেওঁ নলবাৰী-সংস্কৃত-কলেজৰ অধ্যক্ষৰূপে কাম কৰিয়ে চাকৰি-কাল শেষ কৰে। চাকৰি-কালৰ মাজতে কিছুকালৰ কাৰণে গুৱাহাটী বিশ্ববিদ্যালয়তো কিছুকাল ধৰি তেওঁ অধ্যাপনা কৰে।

*পৰিচয়*

আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰী এগৰাকী সংস্কৃত পণ্ডিত বা তাৰ কৃতী শিক্ষকেই নহয়, তেওঁ এগৰাকী প্ৰসিদ্ধ লেখক আৰু গৱেষকো আছিল। অসমীয়া, সংস্কৃত আৰু ইংৰাজী ভাষাত তেওঁ ভালেমান গৱেষণামূলক প্ৰৱন্ধ লিখি সেইবোৰৰ যোগেদি কামৰূপীয়া, তথা উত্তৰ-পূৰ্ব্বাঞ্চলীয় বহুত তথ্য উদঘাটন কৰিছে। সেই ৰচনাবোৰ বহুত সৰ্ব্বভাৰতীয় সংৱাদ-পত্ৰ, স্মৃতি-গ্ৰন্থ আদিত প্ৰকাশ হৈছে। "সাহিত্য-দৰ্শন" (১৯৬২), "অসমৰ বৈষ্ণৱ-দৰ্শনৰ ৰূপ-ৰেখা" (১৯৫৪), "পতাকা-প্ৰকাশ" (১৯৫৬) আৰু "কুমাৰিল ভট্টপাদ আৰু আচাৰ্য্য ধৰ্ম্মকীৰ্ত্তি" (১৯৮৬) - এই কেইখন অসমীযাত লিখা তেওঁৰ প্ৰসিদ্ধ গ্ৰন্থ। ৰঘুনাথ চৌধাৰীৰ "কেতেকী" কাব্যৰ সংস্কৃত-কাব্যানুৱাদ শাস্ত্ৰীৰ সংস্কৃত-ৰচনাসমূহৰ ভিতৰত বিশেষ উল্লেখযোগ্য। "বৈষ্ণৱ-দৰ্শনৰ ৰূপ-ৰেখা" আৰু "সাহিত্য-দৰ্শন", এই দুযোখন গ্ৰন্থৰে বিষয়বস্তু পূৰ্ব্বসূৰিসকলৰ গ্ৰন্থৰ আধাৰত প্ৰতিষ্ঠিত। মূল-গ্ৰন্থৰ অৰ্থৰ আভাসত স্বকীয়-অনুভূতিৰ পৰা ব্যাখ্যা কৰা কাৰণে প্ৰথমখনৰ ভাষা আৰু প্ৰকাশৰীতি আপেক্ষিকভাবে সৰল। দ্বিতীয়খনৰ বহুত কথা সংস্কৃত-আলঙ্কাৰিকসকলৰ ৰচনাৰ অনুবাদ হোৱা কাৰণে সেইবোৰৰ বহুলাংশই স্বকীয়-অনুভূতিসিক্ত হৈ মৌলিক ৰূপত প্ৰকাশ হোৱা নাই। সেয়েহে, ইয়াৰ ভাষা হৈছে অতিমাত্ৰাই সংস্কৃতীয়া আৰু ৰচনাৰীতিও হৈছে দুৰান্বয়ী বিস্তাৰধৰ্ম্মী।

## হেম বৰুৱা (১৯১৪-১৯৭৭)

১৯১৪ খৃঃত হেমকান্ত বৰুৱা তেজপুৰত ওপজে। তেওঁৰ পিতৃৰ নাম বিনন্দ চন্দ্ৰ বৰুৱা। হেম বৰুৱাই ১৯৩২ খৃঃত তেজপুৰ-চৰকাৰী হাইস্কুলৰ পৰা প্ৰৱেশিকা, ১৯৩৪ খৃঃত কটন-কলেজৰ পৰা আই-এ আৰু সেই কলেজৰ পৰাই ১৯৩৬ খৃঃত বি-এ পাছ কৰে। ১৯৩৮ খৃঃত কলিকতা-বিশ্ববিদ্যালয়ৰ পৰা ইংৰাজী-সাহিত্যত তেওঁ এম্-এ পাছ কৰে। যোৰহাটৰ জে-বি-কলেজত বৰুৱাই প্ৰথমতে অধ্যাপকৰূপে কৰ্ম্ম-জীৱন আৰম্ভ কৰে। পাছত ১৯৪৪ খৃঃত গুৱাহাটীৰ ভোলা বৰুৱা কলেজৰ অধ্যক্ষ-পদত অধিষ্ঠিত হৈ সেই কলেজখন এখন আগশাৰীৰ শিক্ষানুষ্ঠানৰূপে গঢ় দি তোলে। বৰুৱা সমাজবাদী ৰাজনীতিৰো নেতা আছিল। শেষৰ ফালে সক্ৰিয়-ৰাজনীতিত লিপ্ত হৈ এম্-পি ৰূপে নিৰ্বাচিত হয়, আৰু বৰ সুখ্যাতি আৰু দক্ষতাৰে দেশ-সেৱা কৰে।

*পৰিচয়*

শিক্ষক, শিক্ষানুষ্ঠানৰ যোগ্য-প্ৰশাসক আৰু বিচক্ষণ-ৰাজনীতিবিদ হোৱাৰ উপৰিও হেম বৰুৱা আছিল প্ৰখ্যাত সাহিত্যিক। কবিতা আৰু গদ্য-ৰচনা, উভয় দিশতে তেওঁৰ বৰঙণি-বিশেষ। হেম বৰুৱাক আধুনিক-কবিতাৰ যাত্ৰা-পথত অগ্ৰনী বোলাত অসুবিধা নাই। কিয়নো, বৰুৱাৰ ১৯৪০ চনত প্ৰকাশিত "বান্দৰ" কবিতাৰ আগে আগে মহেশ্বৰ নেওগৰ "অন্ত্যজা" ওলালেও তেতিয়াৰ পৰাই বহু কাল ধৰি নেওগ কাব্য-জগতৰ পৰা একেবাৰে অদৃশ্য হৈ আছিল। বৰুৱা কিন্তু "বান্দৰ" প্ৰকাশ হোৱাৰ পাছৰ পৰা দুটা দশক জুৰি কাব্য-চৰ্চ্চা আৰু সুকীয়া ধাৰাত ইয়াৰ ৰচনা-কাৰ্য্যত ব্ৰতী হৈযেই আছে। তেওঁৰ "বালিচন্দা" (১৯৬২) আৰু "মনময়ূৰী" (১৯৬৭) প্ৰখ্যাত কবিতা সঙ্কলন। সাম্যবাদি-ভাবাপন্ন বৰুৱাৰ কবিতাৰ মাজত ধ্বনিত হয সাম্যভাৱৰ ঝঙ্কাৰ আৰু নিঃকিন-অৱহেলিতৰ প্ৰতি সহানুভূতি। কিন্তু গভীৰ-অনুভূতিমিশ্ৰিত-নান্দনিক সৌকুমাৰ্য্যই তেওঁৰ কাব্যৰাজিক চিত্তাকৰ্ষক কৰি তুলিছে বুলি বিনাদ্বিধাই কবলৈ টান লাগে। "আধুনিক সাহিত্য" (১৯৫০) "সাগৰ দেখিছা" (১৯৫৪), "সানমিহলী" (১৯৫৭), "ৰঙা কৰবীৰ ফুল" (১৯৫৮), "কিউপিড আৰু চাইকী" (১৯৫৯), "কন্নকী" (১৯৬০), "এই গাওঁ এই গীত" (১৯৬২) আদি পুথিৰ ৰচক ৰূপে আমাৰ গদ্য-সাহিত্যতো হেম বৰুৱাৰ এখন সুকীয়া স্থান নিৰ্ণীত হৈছে। তেওঁৰ "সাগৰ দেখিছা" আৰু "ৰঙা কৰবীৰ ফুল" - এই ভ্ৰমণ-বৃত্তান্তমূলক পুথি দুখনৰ ভাষা আৰু প্ৰকাশ-ৰীতি সহজ-সৰল। আনহাতেদি "আধুনিক-সাহিত্য" আৰু "সানমিহলি" জটিল বিষয়ৰ আলোচনা, ইযাৰ মাজত লেখকৰ মানসিক ভাবধাৰাৰো প্ৰতিফলন হৈছে। সেয়েহে, ইয়াৰ গদ্য সৰলতা-গুণত গৌৰৱান্বিত নহয় যেন লাগে। হেম বৰুৱাই অলপ দিনৰ কাৰণে হলেও "জনতা" (১৯৪৬) আৰু "পছোৱা" (১৯৪৮-৪৯) কাকত সম্পাদন কৰি সাংবাদিকতাৰ ক্ষেত্ৰতো এখনি স্থান লাভিছে।

## ৰজনীকান্ত দেৱশৰ্ম্মা (১৯১১-১৯৯১)

বৰপেটা জিলাৰ ব্যাসকুছিত জন্মগ্ৰহণ কৰা ৰজনীকান্ত দেৱ শৰ্ম্মা আছিল সংস্কৃত-ভাষা-সাহিত্যৰ প্ৰসিদ্ধ-পণ্ডিত। গুৱাহাটীৰ কটন-কলেজৰ সংস্কৃতৰ অধ্যাপক-পদৰ পৰা অৱসৰ লোৱাৰ পাছতো কিছু কাল তেওঁ গুৱাহাটী-বিশ্ববিদ্যালয়ত সংস্কৃত-সাহিত্যৰ অধ্যাপনা কৰে। অসমীয়া-ভাষা-সাহিত্যৰ উন্নতিৰ ক্ষেত্ৰত তেওঁ কেইবা প্ৰকাৰে জৰিত আছিল। তেওঁ আছিল "আধুনিক অসমীয়া অভিধান"ৰ যুটীয়া সম্পাদক আৰু "অসমীয়া-বিশ্বকোষ"ৰ মুখ্য-সম্পাদক। সমসাময়িক আলোচনী-পত্ৰিকাবোৰত প্ৰকাশিত চিন্তাগধুৰ প্ৰবন্ধবোৰ অধ্যাপক শৰ্ম্মাৰ সাহিত্য-চৰ্চাৰ নিদৰ্শন হোৱাৰ উপৰিও বিশাখদত্তৰ "মুদ্ৰাৰাক্ষস নাটক" আৰু কৌটিল্যৰ "অৰ্থ-শাস্ত্ৰ"ৰ অসমীয়া-অনুবাদ আৰু সম্পাদন-কাৰ্য্য আমাৰ অনুবাদ-সাহিত্যলৈ তেওঁৰ স্মৰণীয় কৃতি।

## লক্ষ্যধৰ চৌধুৰী (১৯১৫-২০০০)

উত্তৰ গুৱাহাটীত জন্মগ্ৰহণ কৰা লক্ষ্যধৰ চৌধুৰীয়ে কটন-কলেজৰ পৰা বি-এচ্-চি পাছ কৰি কিছুদিন শিক্ষকতা কৰে। পাছত তেওঁ ৰাজনীতি, সামাজিক কাম আৰু সাহিত্য-সংস্কৃতিৰ সাধনত আত্ম-নিযোগ কৰে। চৌধুৰী আছিল বিশেষভাবে নাট্যকাৰ। "একলব্য", "ৰক্ষকুমাৰ", "নিমিলা অঙ্ক" আদি নাটক ৰচনা কৰি তেওঁ খ্যাতি অৰ্জ্জন কৰিছে। তেওঁ এগৰাকী শ্ৰেষ্ঠ অভিনেতা আৰু হাস্যৰসিক আছিল।

## ডঃ সত্যেন্দ্ৰনাথ শৰ্ম্মা (১৯১৭-১৯৯৯)

শিৱসাগৰৰ ওচৰৰ জাঁজীত সত্যেন্দ্ৰনাথ শৰ্ম্মা ওপজে ১৯১৭ খৃঃত। তেওঁৰ পিতৃৰ নাম গোলাপচন্দ্ৰ শৰ্ম্মা। সত্যেন্দ্ৰনাথ শৰ্ম্মাই ১৯৩৪ খৃঃত জাঁজী হাইস্কুলৰ পৰা প্ৰৱেশিকা, ১৯৩৬ খৃঃত কটন-কলেজৰ পৰা আই-এ, ১৯৩৯ খৃঃত সেই কলেজৰ পৰাই ডিষ্টিংচন লৈ বি-এ পৰীক্ষা পাছ কৰে। ১৯৪১ খৃঃত কলিকতা-বিশ্ববিদ্যালয়ৰ পৰা প্ৰথম-শ্ৰেণীৰ প্ৰথম-স্থান লাভ কৰি অসমীযাত এম্-এ পাছ্ কৰে। "Neo Vaisnavite movement and satra Institution of Assam" নামৰ গৱেষণা-গ্ৰন্থৰ ওপৰত গুৱাহাটী-বিশ্ববিদ্যালয়ৰ পৰা ১৯৫৫ খৃঃত শৰ্মাই ডি-ফিল্ ডিগ্ৰী লাভ কৰে। ১৯৪২ খৃঃৰ পৰা তেওঁ কটন-কলেজৰ অসমীয়াৰ অধ্যাপক ৰূপে কাম কৰি ১৯৪৯ খৃঃত গুৱাহাটী-বিশ্ববিদ্যালযত অসমীয়াৰ অধ্যাপক-পদত নিযুক্তি পায়, আৰু তাতেই তেওঁ চাকৰি-জীৱনৰ ওৰ পেলায়। বিশেষ কথা - ১৯৬৭ খৃঃত শৰ্ম্মা গুৱাহাটী-বিশ্ববিদ্যালযৰ ৰবীন্দ্ৰ নাথ ঠাকুৰ অধ্যাপক-পদত নিযুক্ত হয়, আৰু সেই পদত থাকি তেওঁ আধুনিক-ভাৰতীয়-ভাষা (MIL) বিভাগটোৰ গুৰি ধৰি ইয়াক উন্নতিৰ ফালে আগবঢ়াই নিয়ে। ১৯৭৫ খৃঃত অসম-সাহিত্য-সভাৰ সভাপতিৰ পদ শৰ্ম্মাই অলঙ্কৃত কৰে। এই জাতীয়-অনুষ্ঠানটোৱে "সাহিত্যাচাৰ্য্য" আৰু "সদস্য-মহীয়ান" উপাধি প্ৰদান কৰি শৰ্ম্মাক সম্মানিত কৰে। এই গৰাকী গৱেষক-পণ্ডিতৰ তত্ত্বাবধানত বহুত গৱেষকে গৱেষণা কৰি ডক্টৰেট ডিগ্ৰী লাভ কৰিছে।

*পৰিচয়*

ডঃ সত্যেন্দ্ৰনাথ শৰ্ম্মা সাহিত্য-জগতৰ সাৰস্বত-সাধক। শিক্ষা আৰু সাহিত্য-জগতৰ লগত জীৱনভৰি নিবিড-সম্বন্ধস্থাপন কৰি অহা শৰ্ম্মাৰ প্ৰতিভাৰ ফলশ্ৰুতিয়ে আমাৰ সাহিত্যৰ কেইবাটাও দিশ সমুজ্জ্বল কৰি ৰাখিছে। প্ৰসিদ্ধ গদ্য-শিল্পী শৰ্ম্মাৰ "অসমীয়া-নাট্য-সাহিত্য" (১৯৬২), "অসমীয়া উপন্যাসৰ ভূমিকা" (১৯৬৫), "পৰম্পৰাগত প্ৰাচ্য-নাট্যাভিনয়" (১৯৬৭), "অসমীয়া কাহিনী-কাব্যৰ প্ৰবাহ" (১৯৭১), "অসমীয়া-উপন্যাসৰ গতিধাৰা" (১৯৭৭), "ৰামায়ণৰ ইতিবৃত্ত" (১৯৮৪), "বিশ্ব-মহাকাব্যৰ পৰিচয়" (১৯৯০), "পুৰণি সাহিত্যৰ অধ্যয়ন" (১৯৯১), "মহাভাৰতৰ চৰিত্ৰাৱলী" (১৯৯৬) আদি গ্ৰন্থৰাজি তেওঁৰ অনুসন্ধান,

*সাহিত্য জগতলৈ অৱদান*

গৱেষণা আৰু সাধনাৰ মূল্যৱান ফলশ্ৰুতি। "ৰামায়ণৰ ইতিবৃত্ত" গ্ৰন্থখনৰ বাবে ১৯৮৭ খৃঃত যে, তেওঁ অসম-প্ৰকাশন-পৰিষদৰ দ্বাৰা পুৰস্কৃত হৈছে, ই উল্লেখনীয় কথা। অসমীয়া-সাহিত্যৰ বুৰঞ্জীৰ লেখক ৰূপে শৰ্ম্মাৰ "অসমীয়া-সাহিত্যৰ সমীক্ষাত্মক - ইতিবৃত্ত" উৎকৃষ্ট সৃষ্টি, সেই বিষয়ৰ আন প্ৰচলিত গ্ৰন্থকেইখনৰ ভিতৰত ই অধিক প্ৰচলিত আৰু সমাদৃত হোৱা দেখা গৈছে। পুৰণি পুথিৰ সম্পাদক ৰূপেও ডঃ শৰ্ম্মাৰ খ্যাতি বিশেষ। "উষা-পৰিণয়", "কথা-ৰামায়ণ", "গীত-গোবিন্দ", "ভক্তি-গীত পদ-সঞ্চয়ন", "অঙ্কমালা", "মৌ" আদি পুথিৰ সম্পাদন কাৰ্য্য এই খ্যাতিৰ স্থায়ি-নিদৰ্শন। প্ৰতিখন সম্পাদিত পুথিযেই আলোচনাত্মক-ভূমিকাৰ সৈতে সুখপাঠ্য আৰু গৰিষ্ঠ হৈ উঠিছে। ডঃ শৰ্ম্মাই ইংৰাজী-ভাষাতো কেইবাখনো মূল্যৱান গ্ৰন্থ প্ৰণয়ন কৰিছে। উক্ত গ্ৰন্থ বোৰৰ উপৰিও বিভিন্ন আলোচনী-স্মৃতিগ্ৰন্থ আদিত ছপা হৈ থকা সাহিত্য-সংস্কৃতি সম্বন্ধীয় প্ৰবন্ধৰাজিও তেওঁৰ সাৰস্বত-সাধনৰ ক্ষেত্ৰত উলাই কৰিব নোৱাৰি।

ডঃ সত্যেন্দ্ৰনাথ শৰ্ম্মা আমাৰ-সাহিত্যৰ এগৰাকী শ্ৰেষ্ঠ গদ্যকাৰ আৰু সমালোচক। তেওঁৰ নিৰীক্ষণত সূক্ষ্মতা আৰু ৰূপায়ণত সৰলতা সততে লক্ষ্য কৰা যায়। তেওঁৰ ভাষা সহজ-সৰল, গদ্যৰীতি ব্যাখ্যাত্মক হলেও পৰিমিত-ৰীতিৰ (Economic style) কাষ চপা। মানুহজন বাস্তৱতাত যেনেকৈ সহজ-সৰল, সাহিত্যতো অনুভূতিৰ প্ৰকাশৰীতিত তেনে সহজ-সৰল। তেওঁৰ ৰচনাত বক্ৰতা নাই-সহানুভূতিপূৰ্ণ, অথচ অৰ্থপূৰ্ণ মন্তব্য সৰ্বত্ৰই লক্ষণীয়। "অসমীয়া-সাহিত্যৰ সমীক্ষাত্মক-ইতিবৃত্ত", "অসমীয়া নাট্য-সাহিত্য" "অসমীয়া উপন্যাসৰ ভূমিকা" আদিৰ আলোচনাৰ প্ৰায় সকলো ঠাইতে উক্তমন্তব্যৰ সাৰ্থকতা দেখিবলৈ পোৱা যায়। ত্ৰৈলোক্যনাথ গোস্বামীৰ ভাষাত "তেওঁৰ (ডঃ শৰ্ম্মাৰ) সমালোচনা প্ৰধানকৈ বিশ্লেষণাত্মক হোৱা কাৰণে আৰু প্ৰাঞ্জল ভাষাৰে তেওঁৰ মন্তব্য উপস্থাপিত কৰা হেতুকে পাঠকে তাক সহজে বুজি পায। তেওঁৰ সমালোচনাত পাণ্ডিত্যাভিমানৰ সলনি হৃদয়-বন্ধুৰ সহানুভূতিপূৰ্ণ বিচাৰৰ নিদৰ্শন বেছি। শৰ্ম্মাই সাহিত্য-কৃতিৰ গুণাগুণ-নিৰ্ণয়ো নকৰাকৈ থকা নাই। অনেক ক্ষেত্ৰত তেওঁ আলোচ্য-বস্তুৰ দোষ-ত্ৰুটিৰ উল্লেখো কৰিছে, কিন্তু বস্তুৰ সামগ্ৰিক আৱেদন হ্ৰাস কৰাত এনে দোষ-ত্ৰুটিৰ গুৰুত্ব কিমান বেছি, অথবা সেইবোৰ থকা সত্ত্বেও বস্তুৰ কলাসুলভ মূল্য অটুত আছে নেকি, এনেবোৰ প্ৰশ্নৰ পুঙ্খানুপুঙ্খ বিচাৰ কৰাৰ আৱশ্যকতা তেওঁ উপলব্ধি কৰা নাই।"[৭]

*সমালোচক ৰূপে বিশেষত্ব*

## ডঃ মহেশ্বৰ নেওগ (১৯১৮ - ১৯৯৮)

শিৱসাগৰৰ কমাৰফদীয়া গাওঁত ১৯১৮ খৃঃত মহেশ্বৰ নেওগ ওপজে। নেওগ আছিল তীক্ষ্ণ-বুদ্ধিৰ ছাত্ৰ। ১৯৩৪ চনত যোৰহাট চৰকাৰী হাইস্কুলৰ পৰা চাৰিটা বিষয়ত লেটাৰ পাই প্ৰৱেশিকা পৰীক্ষা পাছ কৰে। তাৰ পাছত ১৯৩৬ চনত আই-এচ্-চি আৰু ১৯৩৯

৭ ম. শ অ সা (যুদ্ধৰ পাছৰ অসমীয়া সমালোচনা)

চনত ইংৰাজীত অনাৰ্ছ লৈ বি-এ পাছ কৰে। বি-এ পাছ কৰি শিক্ষক হিচাপে চাকৰি জীৱন আৰম্ভ কৰে, আৰু কেইবাখনো হাইস্কুলত শিক্ষকৰূপে ভালেমান বছৰ শিক্ষাদান কৰে। ১৯৪৭ চনত কলিকতা বিশ্ববিদ্যালয়ৰ পৰা অসমীয়া ভাষা সাহিত্যত প্ৰথম শ্ৰেণীৰ প্ৰথম হৈ এম্-এ পাছ কৰে। ১৯৪৮ খৃঃৰ পৰা নেওগে গুৱাহাটী-বিশ্ববিদ্যালয়ৰ অসমীয়াৰ অধ্যাপক ৰূপে কাম কৰিবলৈ আৰম্ভ কৰে। পাছৰ ফালে তেওঁ বিশ্ববিদ্যালয়ৰ জৱহৰলাল নেহৰু অধ্যাপক পদত অধিষ্ঠিত হয়, আৰু শেষৰ ফালে সেই পদৰ পৰা অৱসৰ লোৱাৰ আগতে ১৯৭৮ খৃঃত পঞ্জাৱৰ পাটিয়ালা-বিশ্ববিদ্যালযত "শঙ্কৰদেৱ আসন"ৰ অধ্যাপকৰূপে যোগ-দিয়ে, আৰু তাত পাঁচ বছৰ কাল সেৱা আগবঢ়ায়। "Sankardev and his times" নামৰ গৱেষণা-গ্ৰন্থ ৰচনা কৰি ১৯৫৫ খৃঃত নেওগে গুৱাহাটী-বিশ্ববিদ্যালয়ৰ পৰা ডি-ফিল্ উপাধি লাভ কৰে। অসম-সাহিত্য-সভাৰ ১৯৭৪ খৃঃৰ মঙ্গলদৈ অধিবেশনত তেওঁ সভাপতিৰ পদ অলঙ্কৃত কৰে। অসম সাহিত্য-সভাই "সদস্য-মহীয়ান" উপাধি প্ৰদান কৰি নেওগক সন্মানিত কৰে।

*পৰিচয়*

ডঃ মহেশ্বৰ নেওগৰ কৰ্ম্মবহুল-জীৱন শিক্ষা-দান, সাহিত্যৰ চৰ্চ্চা, সৃষ্টি, উদ্ধাৰ আৰু প্ৰসাৰণ আদি কামবোৰত প্ৰধানভাবে আবদ্ধ আছিল। তেওঁৰ প্ৰতিভা কেইবাটাও দিশত প্ৰসাৰিত। তেওঁ সমালোচক, গৱেষক, পুৰণি পুথিৰ সম্পাদক, সাহিত্যৰ বুৰঞ্জী লেখক আৰু কৱি - এই সকলো ৰূপতে নেওগৰ খ্যাতি ভাস্বৰ। ১৯৪০ চনৰ আগতে "আৱাহন" আলোচনীৰ যোগেদি সমালোচক ৰূপে তেওঁ জনাজাত হৈছিল। পঞ্চম-দশকৰ আৰম্ভনলগ্নতে নেওগ আধুনিক কবিৰূপে স্বীকৃত হয় "জয়ন্তী"ত প্ৰকাশিত "অন্ত্যজা" নামৰ কৱিতাৰ যোগেদি। "শ্ৰীশ্ৰীশঙ্কৰদেৱ" নেওগৰ অন্যতম বিখ্যাত আৰু প্ৰধান গ্ৰন্থ। ই তেওঁৰ তথ্যানুসন্ধান, বিভিন্ন বিষয়ৰ সামঞ্জস্যৰক্ষাৰ প্ৰচেষ্টা আৰু বৈজ্ঞানিক-পদ্ধতিত সেইবোৰৰ উপস্থাপন কৰা যোগ্যতাৰ নিদৰ্শন। নেওগৰ অনুসন্ধান আৰু আলোচনামূলক গ্ৰন্থ বহুত আছে। তাৰ ভিতৰত "পুৰণি অসমীয়া সমাজ আৰু সংস্কৃতি", "পৱিত্ৰ অসম", "সত্ৰীয়া নৃত্য", সীমান্ত আৰু সংস্কৃতি" আদি বিশেষৰূপে উল্লেখ কৰা হল। "অসমীয়া সাহিত্যৰ ৰূপ-ৰেখা" তেওঁৰ অসমীয়া-সাহিত্যৰ ইতিহাস। "দুৰ্গাবৰী ৰামায়ণ", "প্ৰাচ্য-শাসনাবলী", "শ্ৰীহস্তমুক্তাৱলী" আদি তেওঁৰ সম্পাদিত গ্ৰন্থ। "জীৱনৰ দীঘ বাণি" (১৯৮৮) নেওগৰ বৃহদাকাৰৰ আত্ম-জীৱনীমূলক গ্ৰন্থ। এই গ্ৰন্থখন তেওঁৰ কৰ্ম্মবহুল জীৱনৰ লগত সংশ্লিষ্ট শিক্ষা-সংস্কৃতিবিষয়ক নানা তথ্যৰ আধাৰ। কোনো কোনো ঠাইত কথ্যবস্তু প্ৰয়োজনতকৈ অধিক বিস্তৃত হোৱা কাৰণে আত্ম-জীৱনীখনে অৱশ্যে কেতিয়াবা পাঠকৰ ৰসভঙ্গ নকৰাকৈ নাথাকে। উক্ত গ্ৰন্থৰাজিৰ উপৰিও বিভিন্ন আলোচনী আৰু স্মৃতি-গ্ৰন্থত ইংৰাজী আৰু অসমীয়া উভয় ভাষাতে লিখা ৰিমানবোৰ

*অৱদান*

মূল্যৱান প্ৰবন্ধ সিচঁৰিত হৈ আছে, সেইবোৰৰ সংখ্যানিৰূপণ সহজ নহয়।

ডঃ মহেশ্বৰ নেওগ আমাৰ সাহিত্যৰ এগৰাকী বিখ্যাত গদ্যশিল্পী আৰু সমালোচক। অতিৰঞ্জনৰ পৰিৱৰ্তে অনুভূতিৰ যথাৰ্থ্যৰূপায়ণৰ চেষ্টা সাধাৰণতে তেওঁৰ গদ্যত দেখা যায়। ভাষাত সংস্কৃত-শব্দৰ প্ৰযোগ আপেক্ষিকভাবে কম, সেইবুলি প্ৰযোজনবোধে নথকা নহয়। আন হাতেদি, জতুৱা-ঠাচৰ সৈতে ঘৰুৱা-প্ৰকাশৰীতিও সঘনে পোৱা যায়। তাৰ মাজতো কোনো কোনো ক্ষেত্ৰত নেওগৰ প্ৰকাশৰীতিত সৰলতাৰ পৰিৱৰ্তে জটিলতা দেখা যায়, কোনো ঠাইত শ্লেষত্বও উক্ দি নুঠাকৈ নাথাকে। সেযেহে, স্থানবিশেষে লেখকৰ ভাৱাৰ্থ পাঠকৰ সহজবোধ্য হোৱাত বাধা পৰা দেখা যায়, অৰ্থ উলিযাবলৈ পাঠক ঠমকিবলগীযা হয়। আন হাতেদি নেওগৰ সমালোচনা তথ্যসমৃদ্ধ, ভাৱগধুৰ আৰু ঐতিহাসিক-চেতনা-সম্পন্ন।

*ৰচনাৰ বিশেষত্ব*

## ডঃ প্ৰফুল্ল দত্ত গোস্বামী (১৯১৯ - ১৯৯৪)

ৰোমান্টিক-যুগৰ কবি সিংহদত্ত অধিকাৰীৰ ঔৰসত খৃষ্টীয ১৯১৯ শকত প্ৰফুল্লদত্ত গোস্বামীৰ জন্ম হয পলাশবাৰীৰ ওচৰৰ নাহিৰা-সত্ৰত। ১৯৩৬ খৃঃত গুৱাহাটীৰ কলেজিয়েট হাই স্কুলৰ পৰা আই-এ, ১৯৪০ খৃঃত সেই কলেজৰ পৰাই ইংৰাজীত অনাৰ্ছ লৈ বি-এ আৰু ১৯৪৪ খৃঃত কলিকতা-বিশ্ববিদ্যালয়ৰ পৰা ইংৰাজী-সাহিত্যত এম্-এ পাছ কৰে। ১৯৫৫ খৃঃত গুৱাহাটী বিশ্ববিদ্যালযৰ পৰা তেওঁ ডি-ফিল্ উপাধি লাভ কৰে। প্ৰফুল্ল দত্ত গোস্বামীয়ে প্ৰথম অৱস্থাত যথাক্ৰমে জে-বি কলেজ আৰু কটন কলেজত অধ্যাপনা কৰি ১৯৪৮ খৃঃৰ পৰা গুৱাহাটী-বিশ্ববিদ্যালয়ত ইংৰাজী-সাহিতাৰ অধ্যাপক ৰূপে কাম আৰম্ভ কৰে। শেষৰ ফালে তেওঁ সেই বিশ্ববিদ্যালয়ৰে লোক-সংস্কৃতি (Flok-lore) বিভাগৰ মূৰব্বী অধ্যাপকৰ পদৰ পৰা অৱসৰ গ্ৰহণ কৰে।

*পৰিচয়*

আমাৰ সাহিত্যত ডঃ প্ৰফুল্লদত্ত গোস্বামীৰ স্থান নিৰ্ণীত কৰিব পৰা যায় বিশেষকৈ জনসাহিত্য, সমালোচনা, উপন্যাস আৰু চুটিগল্পৰ দিশত। জন-সাহিত্যৰ অধ্যয়ন আৰু তাৰ মাজত থকা তত্ত্বকথাৰ আবিষ্কাৰৰ ক্ষেত্ৰত গোস্বামীৰ মনোনিবেশ আৰু সাধনা অধিক দেখা যায়। তেওঁ সেই সম্বন্ধে লিখা পুথিৰ ভিতৰত "অসমীয়া-জনসাহিত্য" (১৯৪৮), "অসম দেশৰ সাধু" (১৯৫৫), "Ballads and Tales of Assam" (১৯৫৪) আদিৰ নাম উল্লেখনীয়। গোস্বামীৰ সমালোচনাত্মক-প্ৰতিভাৰ নিদৰ্শন ৰূপে দুখন গ্ৰন্থ বিশেষভাবে পোৱা যায় - এখন "এই যুগৰ সাহিত্য" (১৯৪৭) আৰু আনখন "সাহিত্য আৰু জীৱন" (১৯৫৫)। "বিলম্ভী হোজা" (১৯৪৮), "ভেজাল সোণ" (১৯৫৫) আৰু "নিতে নৱৰূপ তাৰ" (১৯৫৯) - এই তিনিখন পুথিৰ

*অৱদান*

মাজত তেওঁৰ গাল্পিক-প্ৰতিভাৰ ফলশ্ৰুতিসমূহ সঙ্কলিত হৈছে। "শেষ ক'ত" (১৯৪৮) আৰু "কেঁচা পাতৰ কঁপনি" (১৯৫২), এই দুখন উপন্যাস। ভ্ৰমণ-অভিজ্ঞতাক লৈ ৰচনা কৰা গোস্বামীৰ বৰ্ণনাত্মক পুথি হৈছে "বিলাতত সাত মাহ" (১৯৫১), "সোণ-ৰূপৰ নহয় সি দেশ" (১৯৬২), "মোৰ ৰাছিয়া ভ্ৰমণ" (১৯৭৪) আদি। প্ৰফুল্লদত্ত গোস্বামীৰ "কেঁচাপাতৰ কঁপনি" বিশেষ ধৰণৰ উপন্যাস, ইয়াত এটা পীনবদ্ধ কাহিনী নাই- আছে ভাৱ-সংঘাটৰ প্ৰৱাহ। তেওঁৰ ভাষা সৰল, ৰচনাৰীতি মেৰপাক নথকা, কথ্যবস্তু সততে পোনপটীয়া ভাবে প্ৰকাশিত - এই বিশেষত্ব সকলোবোৰ পুথিতেই লক্ষণীয়।

## ছৈয়দ আব্দুল মালিক (১৯১৯ –  )

ডেৰগাওঁৰ ওচৰৰ নাহৰণিত ১৯১৯ খৃঃত ছৈয়দ আব্দুল মালিকৰ জন্ম হয। তেওঁ ১৯৩৭ খৃঃত যোৰহাট চৰকাৰী হাইস্কুলৰ পৰা প্ৰৱেশিকা, ১৯৩৯ খৃঃত কটন-কলেজৰ পৰা আই-এ আৰু ১৯৪১ খৃঃত সেই কলেজৰ পৰাই ইংৰাজীত অনাৰ্ছ লৈ বি-এ পৰীক্ষা

*পৰিচয়*

পাছ কৰে। তাৰ পাছতে এক্সাইজ ইন্‌পেক্টৰ হিচাপে চাকৰি আৰম্ভ কৰে যদিও সেই কামত বেছিদিন নাথাকি একাধিক স্কুলত শিক্ষকৰূপে তেওঁ কৰ্ম্ম-জীৱন চলায। ১৯৫১ খৃঃত মালিকে গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা অসমীয়াত এম্-এ পাছ কৰে, আৰু তেতিয়াৰ পৰা যোৰহাটৰ জে-বি-কলেজৰ অধ্যাপক-পদত নিযুক্ত হৈ তাতেই তেওঁৰ চাকৰি-কালৰ অন্ত পেলায।

ছৈয়দ আব্দুল মালিকে বিংশ-শতিকাৰ পঞ্চম-দশকৰ পৰা অৰ্দ্ধ-শতিকাৰো অধিক কাল জুৰি অক্লান্তভাবে সাহিত্য-সেৱা কৰি আহিছে। সাহিত্যৰ কেইবাটা দিশত তেওঁৰ প্ৰতিভা উজ্বল। তেওঁ গল্পকাৰ আৰু ঔপন্যাসিকৰূপে সৰ্ব্বজনবিদিত আৰু সৰবৰহী ; কৱিৰূপেও তেওঁৰ খ্যাতি যথেষ্ট, আন আন ৰচনাৰ দিশতো তেওঁৰ লেখনী ঠমকি থকা নাই। ছৈয়দ আব্দুল মালিকৰ সৃষ্টিমূলক-প্ৰতিভাৰ বিশেষ ফলশ্ৰুতি গল্প আৰু উপন্যাস; তাৰ সংখ্যা সমসাময়িক আন লেখকৰ তুলনাত অধিক। "পৰশমণি" (১৯৪৬), "এজনী

*অৱদান*

নতুন ছোৱালী" (১৯৫২), "ৰঙাগৰা" (১৯৫৩), "মৰহা পাপৰি" (১৯৫৪), "মৰম মৰম লাগে" (১৯৬১), "শিখৰে শিখৰে" (১৯৬২), "শিল আৰু শিখা" (১৯৬২), "অস্থায়ী আৰু অন্তৰা" (১৯৬৫), "ছয়নম্বৰ প্ৰশ্নৰ উত্তৰ" (১৯৬৮), "বহুত বেদনা" (১৯৬৬) আদিবোৰ তেওঁৰ প্ৰকাশিত গল্প-সঙ্কলন। এই পুথিসমূহৰ অন্তৰ্ভুক্ত গল্পবোৰৰ উপৰিও তেওঁৰ আৰু বহুত গল্প নানা ঠাইত সিচৰিত হৈ আছে। "ৰথৰ চকৰি ঘূৰে", "বনজুই" (১৯৫৮), "ছবিঘৰ" (১৯৫৯), "মাটিৰ চাকি" (১৯৫৯), "সূৰুযমুখীৰ স্বপ্ন", "জীয়া জুৰিৰ ঘাট" (১৯৬০) "অন্য আকাশ অন্য তৰা" (১৯৬১), "আধাৰ শিলা" (১৯৬৭), "ৰূপতীৰ্থৰ যাত্ৰী", "ওমলা ঘৰৰ ধুলি" (১৯৬৪), "সিপাৰে প্ৰাণ সমূদ্ৰ", "ৰজনী গন্ধাৰ চকুলো" (১৯৬৭), "প্ৰাচীন আৰু প্ৰান্তৰ" (১৯৬৮), "অঘৰী

আত্মাৰ কাহিনী”(১৯৬৯), “পহুমৰা হাবিৰ বাট” আৰু “জেতুকা পাতৰ দৰে” (১৯৭১), “খোৰা নিদান” (১৯৭১), “সোণালী সূতাৰে বন্ধা” (১৯৭২), “এটা সূৰ্য্য, দুখন নদী” আৰু “এখন মৰুভূমি”(১৯৭২), “একা বেকা বৃত্ত”(১৯৭৪), “শৰীৰত একুৰা জুই” (১৯৭৮), “ৰূপাবৰীৰ পলশ” (১৯৮০), “কবিতাৰ নাম লাভা” (১৯৬৯), “অমৰ মায়া” আদি প্ৰকাশিত উপন্যাসৰাজিৰ যোগেদি ছৈয়দ আব্দুল মালিক বৰ্ত্তমান অসমীয়া সাহিত্য-জগতৰ আগশাৰীত সুপ্ৰতিষ্ঠিত। তেওঁৰ কৱিতাৰ পুতি “বেইদুন” (১৯৪৮) আৰু “স্বাক্ষৰ” (১৯৬৪)। শেষৰ ফালে কাব্য-কলাৰ প্ৰতি মালিকৰ মনোনিবেশ কমিছিল বুলি অনুমান হয়।

ছৈয়দ আব্দুল মালিকৰ সৃষ্টিশীল প্ৰতিভা-প্ৰসূত-সৃষ্টি-বহুলতাই অসমীয়া-সাহিত্যৰ গল্প-উপন্যাসৰ ক্ষেত্ৰ জকমকীয়া কৰি তুলিছে - সন্দেহ নাই। বিশেষ কথা - প্ৰতিভাশালী লেখকৰ হাতত বহুত সৃষ্টি হব পাৰে বা হয়। কিন্তু বিৰামবিহীন অতিপাত ক্ষিপ্ৰতাৰ মাজেদি শিল্পীযে কৰা তুলিকাৰ প্ৰতিটো সাঁচ বা আঁচোৰ সৃষ্টিৰ কলাত্মক-সৌন্দৰ্য্যবৃদ্ধিৰ অনুকুলে নাযাব পাৰে বা নাযায়। সেয়েহে, প্ৰতিভাশালী লেখকৰো ৰচনাৰ যি সংখ্যাবহুলতা, সমালোচকৰ বিচাৰৰ তুলাচনীত গুণ-গুৰুত্বৰ ফালৰ পৰা তাৰ সংখ্যা নকমাকৈ নাথাকে। মালিকৰ ক্ষেত্ৰতো এই সাৰ্ব্বজনীন কথাৰ ব্যতিক্ৰম হোৱা দেখা নাযায়। তেওঁৰ পঞ্চাশাধিক বছৰীয়া সাহিত্যিক-জীৱনটো দুটা ভাগত ভগাব পাৰি। তাৰ প্ৰথম-ভাগৰ প্ৰথম দুটা দশকত তেওঁ বিশেষভাৱে গল্প-ৰচনা কৰিছে। দৰাচলতে কবলৈ গলে দ্বিতীয়-মহাযুদ্ধৰ অব্যৱহিত-পূৰ্ব্ববৰ্ত্তি-কালতেই তেওঁ গল্পকাৰ ৰূপে সুপ্ৰতিষ্ঠিত নহলেও অন্ততঃ জনাজাত হৈছিল। বিচিত্ৰ-ভাৱাপন্ন বহুসংখ্যক গল্প-ৰচনা কৰি অভিজ্ঞ আৰু প্ৰসিদ্ধ হৈ উঠা গল্পকাৰ মালিকে ষষ্ঠ-দশকৰ শেষৰ ফালেহে উপন্যাসৰ ৰাজ্যত সোমায়, ১৯৫৮ খৃঃত তেওঁৰ “ৰথৰ চকৰি ঘূৰে” পুথিখন প্ৰথম উপন্যাস ৰূপে ছপা হৈ ওলায়। জাগতিক-বৈচিত্ৰ্য, সামাজিক-ঘাত-প্ৰতিঘাত, হৰ্ষ-বিষাদ আদি মানৱীয়-অনুভূতি আদি বহু বিষযত মালিকৰ বোধশক্তি প্ৰখৰ থকা যেন লাগে। বোধহয সেই কাৰণতে বিবিধ, ন-ন বিষয়বস্তুৰ ৰূপায়ণে তেওঁৰ অসংখ্য গল্পৰাজি আকৰ্ষণীয় কৰি তুলিছে। এই বিশেষত্ব তেওঁৰ উপন্যাসসমূহৰ মাজতো লক্ষ্য কৰা যায়। টেক্‌নিকৰ বিচিত্ৰতা, ভাষাৰ সাৱলীল-গতি - তাৰ মাজত প্ৰয়োজন-বিশেষে চাতুৰ্য্য আৰু বক্ৰভাৱৰ স্ফুৰণো সৃষ্টিৰ আকৰ্ষণ বৃদ্ধিৰেই কাৰণ ৰূপে প্ৰতীয়মান হয়। ত্ৰৈলোক্যনাথ গোস্বামীয়ে[৮] ৰমাদাশৰ গাল্পিক-বিশেষত্বৰ লগত মালিকৰ গাল্পিক- প্ৰতিভাৰ তুলনামূলক-মন্তব্য প্ৰকাশ কৰিছে এই ধৰণে - “বস্তুনিৰ্ব্বাচন আৰু ৰচনা-কৌশলৰ ক্ষেত্ৰত ৰমাদাশৰ লগত তেওঁৰ (মালিকৰ) কিছু

*গল্প-- ইয়াৰ বিশেষত্ব*

---

৮. আ. গ. সা.

মিল আছে। যৌন-আকৰ্ষণৰ মাদকতা-চিত্ৰণত ৰমা দাশৰ কৃতিত্ব। মালিকৰ এই ক্ষেত্ৰত কৃতিত্বলাভ নহলেও জনপ্ৰিয়তা লাভ হৈছে। যৌন-জীৱনৰ ছবি আনৰ মনত ভাল লগাকৈ আঁকিব তেওঁ জানে। ৰমা দাশৰ দৰে মালিকৰ হাততো প্ৰণয়বন্ধনৰ বান্ধ সহজতে টান হৈ পৰে। কিন্তু ইয়াৰ মনোবৈজ্ঞানিক কাৰণ বিচাৰ প্ৰয়াস তেওঁৰ আছে। ৰমাদাশৰ বস্তুনিৰ্ব্বাচনৰ ক্ষেত্ৰতকৈ তেওঁৰ ক্ষেত্ৰ-বেছি ব্যাপক। টেক্‌নিকৰ সফল প্ৰয়োগ আৰু অনুভূতিৰ গাঢতা-চিত্ৰণত মালিকৰ প্ৰতিভা ৰমাদাশৰ স্তৰলৈ উন্নীত হোৱা নাই। ৰমা দাশৰ অভিজ্ঞতাৰ পৰিসৰ সীমিত। কিন্তু এই সীমিত অভিজ্ঞতাৰ ৰূপদান উজ্জ্বল। জীৱনৰ ব্যাপকতাৰ প্ৰতি মালিকৰ চকু আছে, কিন্তু অভিজ্ঞতাৰ ৰূপদান ৰমাদাশৰ দৰে প্ৰোজ্জ্বল নহয়। * * * তেওঁৰ সৰহভাগ গল্পতে অনাৱশ্যকীয় দীঘল ভূমিকা আছে। ভালেমান গল্পতে আছে কেঁচা মনৰ চঞ্চল কঁপনি। * * * শ্ৰেণী-সংগ্ৰামৰ তথ্যৰ প্ৰভাৱত গঢ়ি উঠা গল্প কেইটাৰ মাজত প্ৰচ্ছন্ন প্ৰচাৰগন্ধী মনোভাবৰ ব্যাকুল আত্মপ্ৰকাশৰ চেষ্টা পৰিস্ফুট হৈছে।

মালিকৰ "ৰথৰ চকিৰ ঘূৰে" উপন্যাস ১৯৫৮ খৃঃত প্ৰকাশিত ৰূপত প্ৰথমতে দেখা দিয়া বুলি ওপৰতে কোৱা হৈছে। শতিকাটোৰ পঞ্চম আৰু ষষ্ঠ দশক দুটাত তেওঁৰ গল্পৰাজিযে চমকৃতিৰ মাজেদি পাঠকক আমোদ দিয়াৰ নিচিনা উক্ত ৰচনাৰ পাছৰ পৰা উপন্যাসমূহৰ সঘন আৱিৰ্ভাৱেও তেওঁলোকক বিস্মিত আৰু আহ্লাদিত কৰি ৰাখিছে। উল্লিখিত প্ৰথম উপন্যাসখনত মাৰ্ক্সবাদী আদৰ্শৰ সাধাৰণ ৰেঙনি অৱশ্যে লক্ষ্য কৰা যায়। ইয়াৰ পাছৰ দুই এখন উপন্যাসতো তেনে ভাবৰ চেগাচোৰোকা আভাস পোৱা গলেও প্ৰায়বোৰ ৰচনাকেই কোনো মতবাদকেন্দ্ৰী বুলিব নোৱাৰি। প্ৰেম-প্ৰীতি, আৱেগ-অনুভূতি, দুৰ্নীতি-দুষ্কৃতিত অসন্তুষ্টি, যৌন-বাসনাৰ স্বাভাৱিকতা, স্থানবিশেষে সেই বাসনাৰ প্ৰতি সহানুভূতিশীলতাৰ প্ৰদৰ্শন, দুৰ্ব্বল-নিঃকিনৰ প্ৰতি উদাৰতা, মানৱতাবাদ আদি বিশেষত্ববোৰৰ ওপৰত ভেটি কৰি তেওঁৰ উপন্যাসবোৰ গঢ লৈ উঠিছে। মালিকৰ কিছুমান গল্পৰ স্থানবিশেষত সৰু কথা একোটাৰ ওপৰতে অপ্ৰয়োজনীয়-বিস্তৃতি থকাৰ দৰে তেওঁৰ উপন্যাসৰ মাজতো ক'তো ক'তো এই ধৰণৰ বিস্তৃতিয়ে উপন্যাসৰ কাহিনী-কলাৰ পীনবদ্ধ-স্বৰূপ শিথিল কৰি তোলা দেখা যায়। ছৈয়দ আব্দুল মালিকৰ উপন্যাসৰ আলোচনা-প্ৰসঙ্গত ডঃ সত্যেন্দ্ৰনাথ শৰ্ম্মাৰ[১] মন্তব্যৰ খণ্ডবিশেষ— "ন-ন পৰিস্থিতি-উদ্ভাৱনা আৰু বিচিত্ৰ মনোবৃত্তি আৰু মানসিক-অৱস্থা (mood) চিত্ৰণ আৰু বিভিন্ন ধৰণৰ চৰিত্ৰ-ৰূপায়ণত মালিকে বৈশিষ্ট্য প্ৰকাশ কৰিছে যদিও জীৱনৰ গভীৰ তললৈ প্ৰবেশ কৰাৰ চেষ্টা দেখা নাযায় ; জীৱনৰ গভীৰ সত্যৰ লগত পাঠকক মুখামুখি - কৰিছে বুলি ভাবিবৰ সমল তেওঁ উপস্থাপিত কৰা নাই।

*উপন্যাস বিশেষত্ব*

---

১. অ. উ. গ. ধা.

গভীৰ অন্তৰ্দৃষ্টি আৰু স্বকীয-জীৱনজিজ্ঞাসাৰ অভাৱ তেওঁৰ ৰচনাত ধৰা পৰে। ৰতাহত ঢৌ খেলি যোৱা প্ৰেম-প্ৰৱাহৰ উপৰুৱা তৰঙ্গঁচয়ৰ খেলা অতিক্ৰম কৰি অন্তঃপ্ৰৱাহী গভীৰ স্ৰোতৰ স্বৰূপ উদঘাটন কৰাৰ প্ৰচেষ্টা তেওঁ কৰা নাই। সেই কাৰণেই সাধাৰণ পাঠকক সাময়িক উত্তেজনাৰে অভিভূত কৰিলেও বুদ্ধিনিষ্ঠ পৈণত ৰুচিৰ পাঠকক সন্তুষ্ট কৰিব নোৱাৰে। ভাষাৰ মাধুৰ্য্য আৰু আৱেগ-অনুভূতিৰ আমেজসনা কোমল প্ৰকাশে তেওঁৰ ৰচনা সুখপাঠ্য কৰিলেও জীৱনৰ অনুদঘাটিত দিশৰ ওপৰত নতুন আলোকপাত কৰিছে বুলি কব নোৱাৰি। * * * গ্ৰাম্য-সমাজৰ চিত্ৰ আকোতে তেওঁ সাধাৰণতে স্বপৰিচিত মুছলমান-সমাজতে ৰচনা আৱদ্ধ ৰাখিছে, কিন্তু নগৰীয়া মিশ্ৰ সমাজখনৰ ছবি আঁকোতে সাম্প্ৰদায়িক-সমাজত আৱদ্ধ থকা নাই।"

## ৰমণীকান্ত দেৱ শৰ্ম্মা (১৯১২ — )

নলবাৰী-অঞ্চলৰ নাগাৰকুছিত জন্মগ্ৰহন কৰা ৰমণীকান্ত দেৱ শৰ্ম্মা এগৰাকী প্ৰসিদ্ধ সংস্কৃত-পণ্ডিত। আজীৱন বৈদিক-সাহিত্য আৰু পণিনি-ব্যাকৰণ-অধ্যয়ন-অধ্যাপনা কৰা শৰ্ম্মাই অসমীয়া-সাহিত্যলৈও বৰঙণি আগবঢ়াইছে। কিছুমান প্ৰৱন্ধ লিখাৰ উপৰিও তেওঁ "সচিত্ৰ মণ্ডল অধ্যায" আৰু "লঘু-সিদ্ধান্ত-কৌমুদী" নামৰ দুখন মূল্যৱান গ্ৰন্থ প্ৰণযন আৰু প্ৰকাশ কৰিছে। প্ৰথমখনত চিত্ৰৰ সৈতে বৈদিক-মণ্ডলসমূহৰ বিবৰণ আৰু দ্বিতীযখনত কৰিছে সংস্কৃত "লঘূ-সিদ্ধন্ত কৌমুদী"ৰ সুন্দৰ অসমীয়া ভাঙনি। দুযোখন গ্ৰন্থই কষ্টসাধ্য আৰু পাণ্ডিত্যপূৰ্ণ, লগতে আমাৰ সাহিত্যত ই একক।

## যাদৱচন্দ্ৰ দাস (১৯১৪ —)

হাউলীত জন্মগ্ৰহণ কৰা যাদৱচন্দ্ৰ দাসে দীৰ্ঘকাল নৰ্ম্মাল স্কুলত শিক্ষকতা কৰি যথাসময়ত অৱসৰ গ্ৰহণ কৰিছে। তেওঁ শিক্ষাসেৱী, সাহিত্য-সংস্কৃতিৰ চৰ্চ্চাকাৰী আৰু তাৰ প্ৰচাৰক। আন ৰচকৰ কেইবাখনো গ্ৰন্থৰ উপৰিও তেওঁ নিজে লিখাও ভালেমান পুথি তেওঁৰ "পঞ্চৰতন ফাৰ্ম্ম"ৰ যোগেদি প্ৰকাশ কৰিছে। "নিংনি ভাৱৰীয়াৰ ৰহস্য" দাসৰ জনপ্ৰিয় সুখপাঠ্য পুথি। ইয়াৰ উপৰিও "শ্ৰদ্ধাঞ্জলি" (কাব্য), "গীতাৰ্থী ভাৰত", "ল'ৰাৰ সংযম-শিক্ষা", "নিৱেদন", "স্মৃতি-তৰ্পন" আদি তেওঁৰ পুথি প্ৰকাশিত হৈছে। ঐতিহাসিক আৰু সাংস্কৃতিক-দিশৰ পৰা বিশেষ মূল্যবান তেওঁৰ আন গ্ৰন্থ "বৰনগৰৰ ঐতিহ্য" (১৯৯৫) সকলোৰে সমাদৃত। এইবোৰৰ উপৰিও যাদৱ দাসে স্বাস্থ্য-পাঠ, আমাৰ অসম, আমাৰ দেশ আদি কিছুমান পঢ়াশলীয়া পুথি ৰচনা কৰিও শিক্ষাৰ্থীৰ উপকাৰ সাধন কৰিছে।

## স্নেহ দেৰী (১৯১৬ — )

আৱাহন-যুগতে গল্প লিখিবলৈ আৰম্ভ কৰা স্নেহ দেৱী ৰামধেনু-যুগত উল্লেখনীয়া গল্পলেখিকাৰূপে পৰিগণিতা হয়। আনুষ্ঠানিক-শিক্ষা বেছি নাথাকিলেও কলাসুলভ-

অনুভূতিয়ে তেওঁক গল্পৰচনাত বিশেষত্ব দান কৰিছিল। বিশেষকৈ নাৰী-হৃদযৰ সূক্ষ্ম-অনুভূতিৰাশি আছিল তেওঁৰ গল্পৰ উপজীব্য। মানুহৰ সুখ-দুখ, হৰ্ষ-বিষাদৰ চিত্ৰ তেওঁৰ গল্পৰ মাজেদি প্ৰকাশিত হৈছে। ঘৰুৱা চিত্ৰও কিছুমান গল্পত সুন্দৰভাৱে ৰূপায়িত। "স্নেহ দেৱীৰ শ্ৰেষ্ঠ গল্প" নামৰ তেওঁৰ এখন গল্প-সংগ্ৰহ ছপা হৈ ওলাইছে।

## হোমেশ্বৰ শৰ্ম্মা (১৯১৪ – )

হাইস্কুলৰ প্ৰধান-শিক্ষক আৰু শিক্ষাবিদ্ ৰূপে খ্যাতি অৰ্জ্জন কৰি অহা বজালি-অঞ্চলৰ হোমেশ্বৰ শৰ্ম্মাই আমাৰ সাহিত্যৰো কেইবাটাও দিশত বৰঙণি যোগাইছে। তেওঁৰ প্ৰকাশিত পুথিসমূহৰ ভিতৰত কৱিতাৰ পুথি "সমাজ-চিত্ৰ", "স্মৃতি-তৰ্পণ" আৰু "পৃথিৱী দেখিছা", গীত-সঙ্কলন "গীতি-মালিকা", কাহিনীসম্বলিত পুথি "ভাগৱতৰ আখ্যান", ধৰ্ম্মমূলক-পুথি "শ্ৰীমদ্ভাগৱত কথামৃত", উপন্যাস "কুন্তীপুত্ৰ ৰাধাৰ নন্দন" আৰু আত্ম-জীৱনীসম্বন্ধীয় গ্ৰন্থ "এজন শিক্ষকৰ আত্ম-কথা"। ইংৰাজী ভাষাৰ ব্যাকৰণকে আদি কৰি তেওঁ কেইবাখনো স্কুলীয়া পুথিও ৰচনা কৰিছে।

## হেমাঙ্গ বিশ্বাস (১৯১৭-১৯৮৭)

মাৰ্ক্সবাদী আদৰ্শত একান্ত বিশ্বাসী হেমাঙ্গ বিশ্বাসে আৱাহন-যুগতে কাব্য-জগতত প্ৰৱেশ কৰে। পাছত "আমাৰ-প্ৰতিনিধি", "প্ৰৱাহ" আদি আলোচনীত তেওঁৰ বহুত কৱিতাই প্ৰকাশ লভে। বিপ্লৱী ভাৱৰ জাগৰণ, সাম্ৰাজ্যবাদৰ বিৰুদ্ধাচৰণ, জনগণৰ জীৱন-ধাৰণৰ সন্মুখত দেখা দিয়া সঙ্কট আদি বিষয়ৰ ওপৰত লিখা তেওঁৰ কৱিতাসমূহে জনপ্ৰিযতা অৰ্জ্জন কৰিছে। "মই ফুৰো হোৱাংহুৰ পাৰে পাৰে", "ডিব্ৰুগড়লৈ", "বিকুল্দালৈ" জ্যোতি প্ৰপাত", "কমৰেড ৰত্নেশ্বৰ ৰাভা" আদি হেমাঙ্গ বিশ্বাসৰ উল্লেখনীয় সৃষ্টি। "কুলখুৰাৰ চোতালত" (১৯৭০) তেওঁৰ প্ৰকাশিত কৱিতা-সঙ্কলন।

## তিলকচন্দ্ৰ দাস (১৯১৭ - )

বৰপেটাৰ বৰহাটীত জন্মগ্ৰহণ কৰা তিলকচন্দ্ৰ দাসে শিক্ষা-বিভাগৰ পৰিদৰ্শন-শাখাত কাম কৰি অৱসৰ লৈছে। দাস এগৰাকী নিষ্ঠাৱান সাহিত্যসেৱী। সাহিত্যৰ কেইবাটাও দিশত তেওঁৰ বৰঙণি থাকিলেও ঔপন্যাসিক ৰূপে তেওঁ অধিক খ্যাত। "আৱৰ্তি" তেওঁৰ প্ৰথম উপন্যাস। তাৰ পাছত "জীৱনৰ গতি", "আজিৰ সমাজ", "দুজন বেকাৰ", "মিলনৰ পথ-বন্ধ কৰি", "শিৱনাথৰ সংসাৰ", "আকৌ জোনাক", "শিল্পী" আদি ভালেমান উপন্যাস তেওঁ লিখিছে। বিষয়বস্তু উদ্ভাৱন কৰি লোৱাৰ লগতে সেইবোৰক কাহিনীৰ ৰূপলৈ ৰূপান্তৰ কৰাৰ কাৰণে শিল্পীৰ মানসিক প্ৰস্তুতিৰো প্ৰয়োজন আছে। এটা সময়ত উপৰ্যুপৰি সৃষ্টিকাৰ্য্য চলোৱা কাৰণে দাসে কিজানি কাহিনী-কলাৰ সৌন্দৰ্য্যলৈ

চকু দিবৰ আহৰি পোৱা নাই ; সেয়েহে ঘটনাসমূহৰ পীনবদ্ধ সঙ্গতিৰ ব্যতিক্ৰমত কোনো কোনো সৃষ্টিত কাহিনীয়ে কলাত্মক-ৰূপ লৈ উঠা নাই। উপন্যাসসমূহৰ উপৰিও বিষ্ণুপ্ৰসাদ ৰাভা, অম্বিকাগিৰি ৰায়চৌধুৰী, শ্ৰীমন্ত শঙ্কৰদেৱ আদিৰ জীৱনালেখ্য ৰূপায়ণ কৰি দাস জীৱনীকাৰ ৰূপেও জনাজাত। সত্ৰীয়া-সঙ্গীত আৰু গীত-বাদ্য-নৃত্যৰ ওপৰত গ্ৰন্থ ৰচনা কৰিও সত্ৰীয়া-সংস্কৃতিৰ ওপৰত তেওঁ আলোকপাত কৰিছে। সাহিত্য-সংস্কৃতিৰ ওপৰত লিখি থকা বিভিন্ন প্ৰৱন্ধ-পাতিয়ে তেওঁৰ সাহিত্যচৰ্চ্চা এতিয়াও অব্যাহত ৰাখিছে।

## জমিৰুদ্দিন আহ্মদ (১৯১৭ —)

নলবাৰী-অঞ্চলত জন্মগ্ৰহণ কৰা জমিৰুদ্দিন আহ্মদ বিশেষকৈ কবি আৰু গল্পকাৰ ৰূপে সাহিত্য-জগতত জনাজাত। শিশু-সাহিত্যিক ৰূপেও তেওঁৰ পৰিচয় আছে। আৱাহন আৰু জয়ন্তীৰ যুগতে আহ্মদ কবিৰূপে খ্যাত হয়। তেওঁৰ কবিতা আছিল জাতীয়-ভাৱাপন্ন আৰু দেশপ্ৰেমমূলক। "অগ্নি-শিখা" আৰু "শতাব্দীৰ পৰিহাস" তেওঁৰ প্ৰকাশিত কৱিতাৰ পুথি। আহ্মদে ৰচনা কৰা গল্প সমূহৰ কিছুমান প্ৰকাশিত হৈছে দুখন পুথিৰ ৰূপত — "জেৰিণা" আৰু "আন্ধাৰ নিশাৰ জুই"। কিছুমান গল্প অৱশ্যে এতিয়াও আলোচনীৰ পাততে আছে। দুখীয়া-দৰিদ্ৰৰ কষ্ট আৰু তেওঁলোকৰ প্ৰতি সহানুভূতি তেওঁৰ কিছুমান গল্পৰ উপজীব্য। গল্পলেখক ৰূপে ইতিমধ্যে অৱশ্যে স্থানান্তৰত জমিৰুদ্দিন আহ্মদৰ কথা উল্লেখ কৰি অহা হৈছে।

## তাৰিণীকান্ত ভট্টাচাৰ্য্য ( ১৯১৩—১৯৭৯)

নলবাৰীৰ ওচৰৰ ভানুকুছি গাওঁত জন্মগ্ৰহণ কৰা তাৰিণীকান্ত ভট্টাচাৰ্যই কৰ্ম্ম-জীৱনৰ অধিকাংশ কাল কটন-কলেজৰ ইংৰাজী-সাহিত্যৰ অধ্যাপকৰূপে কটায়। শেষৰ ফালে অসম-মাধ্যমিক-শিক্ষা-পৰিষদৰ অধ্যক্ষ হিচাপে কিছুদিন কাম কৰি তাৰ পৰা অৱসৰ গ্ৰহণ কৰে। ভট্টাচাৰ্যই "সাহিত্যৰ গতি-পথ"(১৯৬২), নামৰ আলোচনামূলক এখন গ্ৰন্থ ৰচনা কৰাৰ উপৰিও অৱসৰৰ পাছত ছেক্সপীয়েৰ(১৯৭৭) আৰু ইব্ছেনৰ (১৯৬২), নাট্যালোচনাৰ ওপৰত দুখন মূল্যৱান গ্ৰন্থ লিখি অসমীয়া সাহিত্যৰ এটা অভাৱ পূৰণ কৰিছে। ইয়াৰ উপৰিও আৰু কেইবাখনো ইংৰাজী সাহিত্যৰ গ্ৰন্থ তেওঁ অসমীয়ালৈ অনুৱাদ কৰে। "নাম-ঘোষা" আৰু "ঘোষা-ৰত্ন" — এই দুখন প্ৰসিদ্ধ ধৰ্ম্মপুথি তেওঁ ইংৰাজীলৈ অনুবাদ কৰি আমাৰ পুৰণি-সাহিত্যৰ প্ৰসাৰণত পোষকতা কৰিছে।

## ভৱানন্দ দত্ত (১৯১৮—১৯৫৯)

ভৱানন্দ দত্ত বৰপেটা-জিলাৰ বজালী-অঞ্চলৰ ৰত্নপুৰত ওপজে। দীপ্তধীসম্পন্ন দত্তই কলিকতা-বিশ্ববিদ্যালয়ৰ পৰা দৰ্শন-শাস্ত্ৰত প্ৰথম -শ্ৰেণীৰ স্নাতকোত্তৰ ডিগ্ৰী লৈ

আহি কিছুদিনৰ কাৰণে নলবাৰী-কলেজত অধ্যাপনা কৰে। পাছত চৰকাৰৰ সাহায্য লাভ কৰি এটা-শিক্ষামূলক আঁচনিত তেওঁ বিলাতলৈ যায়। তাৰ পৰা ঘূৰি আহি কটন-কলেজত দৰ্শন-শাস্ত্ৰৰ প্ৰৱক্তাৰূপে কাম কৰে। সাহিত্যৰ ক্ষেত্ৰত ভৱানন্দ দত্তৰ প্ৰতিভাৰ স্ফুৰণ একাধিকমুখী। দাৰ্শনিক-চিন্তাবিদ্ হোৱাৰ উপৰিও তেওঁ কবি আৰু সমালোচক। আধুনিক-কবিতাৰ অন্যতম-অগ্ৰণী ৰূপে তেওঁৰ নাম ইতিমধ্যে উল্লেখ কৰি অহা হৈছে। "ৰাজপথ", "পাউদাৰ", "পূৰেৰুশ" আদি তেওঁৰ উল্লেখনীয় কবিতা। "অসমীয়া কবিতাৰ কাহিনী" (১৯৬৯), "ৰবীন্দ্ৰ-প্ৰতিভা" আৰু "দৃষ্টি আৰু দৰ্শন" (১৯৬৩) তেওঁৰ আলোচনামূলক পুথি।

## উমাকান্ত শৰ্ম্মা (১৯১৮ — )

চুটিগল্প, উপন্যাস আৰু আলোচনাত্মক-প্ৰবন্ধ ৰচনাৰ দিশত উমাকান্ত শৰ্ম্মাৰ অৱদান বিশেষ। তেওঁৰ "ঘূৰণীয়া পৃথিৱীৰ বেকা পথ" নামৰ গল্প-সম্ভাৰ প্ৰকাশ হয় ১৯৪৭ খৃঃত। শৰ্ম্মাৰ গল্প সম্বন্ধে বিশেষ কথা এই যে, তেওঁৰ গল্পত ৰোমাণ্টিকভাৱ থাকিলেও তাৰ মাজত দাৰ্শনিক আৰু মনস্তাত্ত্বিক-প্ৰভাৱ অধিক লক্ষণীয়। "উৰন্ত মেঘৰ ছাঁ" (১৯৬০), "ছিমছাঙৰ দুটি পাৰ" (১৯৬৪), "ৰঙা ৰঙা তেজ" (১৯৬৭) আৰু "এজাক মানুহ এখন অৰণ্য" (১৯৮৬) - এই কেইখন শৰ্ম্মাৰ প্ৰকাশিত উপন্যাস। বিশেষভাবে উল্লেখনীয় কথা এই যে উমাকান্ত শৰ্ম্মা ঔপন্যাসিক-ৰূপত জনাজাত পশুপতি ভৰদ্বাজ নামেৰেহে। কিয়নো, তেওঁ প্ৰথম তিনিখন উপন্যাস ৰচনা কৰিছে এই গুপ্ত-নামত, শেষত "এজাক মানুহ এখন অৰণ্য" খনহে লিখিছে নিজ নামত। উপন্যাস কেইখন সামাজিক-সমস্যাক কেন্দ্ৰ কৰি গঢ়লৈ উঠিছে, কিন্তু ইয়াৰ মাজত থকা দাৰ্শনিক-অনুভূতি আৰু কাব্যিক-ভাৱময়তাই বিশেষত্ব আনিছে। প্ৰথম তিনিখনতকৈ চতুৰ্থখনক শ্ৰেষ্ঠ বুলি কব পৰা যায়। বিংশ-শতিকাৰ পঞ্চমদশকতে প্ৰকাশিত "কাব্য-ভূমি" (১৯৪৮) আমাৰ সাহিত্যৰ নান্দনিক-দিশলৈ উমাকান্ত শৰ্ম্মাৰ উল্লেখযোগ্য অৱদান। সাহিত্যৰ কেইটামান দিশৰ শৈল্পিক-প্ৰকৃতি ইয়াত প্ৰধানভাবে আলোচিত হৈছে।

## যতীন্দ্ৰনাথ গোস্বামী (১৯১৮ —)

টীয়কত জন্মগ্ৰহন কৰা আৰু বৰ্ত্তমানে যোৰহাটত স্থায়িভাবে বাস কৰা যতীন্দ্ৰনাথ গোস্বামী এগৰাকী একনিষ্ঠ সাহিত্য-সেৱক আৰু চিন্তাশীল লেখক। চিৰদিন শিক্ষাব্ৰতী গোস্বামীয়ে যোৰহাটৰ জে-বি কলেজৰ অসমীয়া-বিভাগত দীৰ্ঘকাল অধ্যাপনা কৰি অৱসৰ লৈছে। "অসমীয়া সাহিত্যৰ চমু বুৰঞ্জী" ছাত্ৰ-সমাজত প্ৰচাৰিত তেওঁৰ উল্লেখযোগ্য কৃতি। "সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱা" (১৯৬৮), জগন্নাথ বৰুৱা, হেমচন্দ্ৰ বৰুৱা আদি তেওঁৰ লেখত লবলগীয়া জীৱনী-গ্ৰন্থ, "মৌচাক" (১৯৫৮) তেওঁৰ শিশু-

সাহিত্য। ইয়াৰ উপৰিও গোস্বামীৰ বহুত আলোচনামূলক ৰচনা সিচৰিত হৈ আছে। সাহিত্য-জগতৰ সংগঠক ৰূপে তেওঁৰ নাম সদায় স্মৰণীয়। অসম-সাহিত্য-সভাৰ সভাপতিৰ আসনতো গোস্বামী অধিষ্ঠিত হৈছে।

## অতুল চন্দ্ৰ বৰুৱা ( ১৯১৯ —)

মঙ্গলদৈ-মহকুমাৰ মাৰৈ গাওঁত অতুল চন্দ্ৰ বৰুৱাৰ জন্ম হয়। তেওঁ ১৯৩৬ খৃঃত প্ৰবেশিকা, ১৯৩৮ খৃঃত কটন-কলেজৰ পৰা আই-এ, ১৯৪০ খৃঃত বি-এ আৰু ১৯৪৪ খৃঃত কলিকতা-বিশ্ববিদ্যালযৰ পৰা অসমীযাত এম্-এ পাছ কৰে। প্ৰথমতে শিক্ষক হিচাপে তেওঁ কৰ্ম্ম-জীৱন আৰম্ভ কৰে, পাছত ১৯৪৯ খৃঃত অসম চিভিল-চাৰ্ভিছত সোমায আৰু তাত ক্ৰমোন্নতিৰ যোগেদি শেষত গৈ ১৯৭২ খৃঃত তেওঁ কামৰূপ জিলাৰ অতিৰিক্ত-উপায়ুক্তৰ পদ লাভ কৰে।

চৰকাৰী কাম সুকলমে কৰি যোবাৰ লগে লগে সাহিত্য-চৰ্চাও বৰুৱাই নিযমিতভাবে কৰি গৈছিল। অনুসন্ধিৎসু আৰু সমালোচক ৰূপে তেওঁ এগৰাকী খ্যাতিমান গদ্যশিল্পী। " সাহিত্যৰ ৰূপ-ৰেখা"(১৯৫৩), "সাহিত্য-সৃষ্টি"(১৯৫৯), "সাহিত্য-জীৱন"(১৯৬৫), "মদন-বসন্ত"(১৯৬১), "লোক-দেৱতা শিৱ"(১৯৬৭), "প্ৰজাপতিৰ নিৰ্ব্বন্ধ"(১৯৫৭), "অসমীযা-কাব্যত প্ৰেমৰ বোৱতী সুঁতি"(১৯৭০), "সমালোচনা-সাহিত্য"(১৯৬০) আদি বৰুৱাৰ প্ৰকাশিত গ্ৰন্থ। "সাহিত্যৰ ৰূপ-ৰেখা"ত সাহিত্যৰ বিভিন্ন শ্ৰেণীৰ শৈল্পিক-দিশৰ প্ৰাঞ্জল আলোচনা শিক্ষাৰ্থীৰ কাৰণে বৰ উপাদেয। বিশেষকৈ লোক-দৃষ্টিত শিৱব স্বৰূপ "লোকদেৱতা শিৱ"ত সুন্দৰভাবে ব্যাখ্যা কৰা হৈছে। বাকীকেইখন আলোচনাত্মক গ্ৰন্থতো উত্থাপিত বিষয় কোনো মেৰ-পাকত নোসোমোৱাকৈ ব্যাখ্যা কৰিছে। বৰুৱাৰ গদ্যৰীতি সৰল, ভাষা আডম্বড়পূৰ্ণ নহলেও পাঠকক নান্দনিক অনুভূতিৰে আহ্লাদিত কৰিব পাৰে। বৰুৱাই কেইবাখনো পুথি সম্পাদনো কৰিছে। অসম-সাহিত্য-সভাৰ শোৱালকুছি - অধিবেশনৰ সভাপতিৰ পদত তেওঁ অধিষ্ঠিত হৈছিল।

## সত্যপ্ৰসাদ বৰুৱা (১৯১৯ —)

সত্যপ্ৰসাদ বৰুৱাই ১৯৩৮ খৃঃত কটন-কলেজৰ পৰা বি-এ আৰু ১৯৪১ খৃঃত আৰ্ল-ল কলেজৰ পৰা বি-এল্ পৰীক্ষা পাছ কৰে। প্ৰথমতে গ্ৰন্থ-প্ৰকাশনৰ যোগেদি কৰ্ম্ম-জীৱন আৰম্ভ কৰি পাছৰ ফালে তেওঁ আকাশ-বাণীৰ যুটীয়া-সঞ্চালকৰ দায়িত্ব বহন কৰে। সেই কামত উন্নতি কৰি শেষত তেওঁ অসম-চৰকাৰৰ তথ্য-জনসংযোগ আৰু সাংস্কৃতিক-বিভাগৰ সঞ্চালকৰ পদ লাভ কৰে।

"চাকৈচকোৱা"ৰ লেখকৰূপে সত্যপ্ৰসাদ বৰুৱাৰ নাম অৱশ্যে আগতো উল্লেখ কৰা হৈছে। এই গ্ৰন্থখনৰ (১৯৪০) উপৰিও শিখা (১৯৫৭), জ্যোতিৰেখা (১৯৫৮),

আনাৰ কলি (১৯৫৭), ৰাণাদিল, কল্পনাৰ মৃত্যু, শাশ্বতী, নায়িকা নাট্যকাৰ (১৯৭৬) মৃণাল মাহী (১৯৭৭) আদি সামাজিক আৰু বুৰঞ্জীমূলক নাটকবোৰ বৰুৱাই ৰচনা কৰে। ইয়াৰ উপৰিও তেওঁ দুখন অনুবাদ-গ্ৰন্থও ৰচনা কৰিছে, নাম - বনহংসী (১৯৬১) আৰু ৰজা ইডিপাচ (১৯৬৪)। বৰুৱাৰ "নাটক আৰু অভিনয় প্ৰসঙ্গ" (১৯৬১) নাট্যকলা আৰু অভিনয় সম্বন্ধীয় অনুসন্ধানমূলক আৰু আলোচনাত্মক বিশেষ মূল্যৱান গ্ৰন্থ। আদৰ্শ-চৰিত্ৰ সৃষ্টি বৰুৱাৰ নাটকৰ অন্যতম বিশেষত্ব। টেক্‌নিকৰ ফালৰ পৰা নতুনত্ব দেখুওৱাৰ লগতে সঘন আৰু সুদীৰ্ঘ-মঞ্চনিৰ্দ্দেশনাই তেওঁৰ নাটকত ইব্‌চেনৰ প্ৰভাৱ সূচায়।

## ফণী তালুকদাৰ (১৯১৯-১৯৯৭)

ফণী তালুকদাৰৰ পিতৃপুৰুষসকল বৰনগৰ-অঞ্চলৰ আছিল যদিও তেওঁৰ জন্ম হৈছিল বৰপেটাৰ আমবাৰী হাটীত। প্ৰথমৰে পৰা সাংবাদিকতাৰ দিশত লাগি থকা তালুকদাৰে শেষৰ ফালে "অসম-বাণী"ৰ সম্পাদকৰ কাম দক্ষতাৰে চলায়, আৰু সেই পদৰ পৰাই অৱশেষত অৱসৰ গ্ৰহণ কৰে। সাহিত্য আৰু সুকুমাৰ-কলাত ছাত্ৰাৱস্থাৰে পৰা তেওঁৰ মনোনিবেশ দেখা গৈছিল। সাধনৰ ক্ৰমগতিৰ ফলস্বৰূপে এই দুই দিশত তেওঁৰ স্মৰণীয় ফলশ্ৰুতি পোৱা গৈছে। জুযে পোৱা সোণ, চিত্ৰলেখা, অগ্নিপৰীক্ষা, আলোকযাত্ৰী আদি মঞ্চনাটৰ উপৰিও ভালেমান অনাতাঁৰ নাটো তেওঁ লিখিছে। "প্ৰমথেশ বৰুৱা" নামৰ জীৱনী-গ্ৰন্থ ৰচনা কৰি জীৱনীকাৰ ৰূপেও তালুকদাৰ পৰিচিত।

ফণী তালুকদাৰৰ পত্নী ডলী তালুকদাৰৰ অৱদানো উল্লেখনীয়। তেওঁৰ সাহিত্যিক-অৱদানৰ কথাও এই প্ৰসঙ্গত উল্লেখ কৰা হল। "মধুলেখা", "মনমাটি মেঘ", নামৰ গল্প-সঙ্কলন, "মৃত্যুৰ পিছত" আৰু "জখলাৰ খোপনি" নামৰ উপন্যাসৰ উপৰিও কেইবাখনো তেওঁৰ অনুৱাদ-গ্ৰন্থও আছে।

## চক্ৰেশ্বৰ ভট্টাচাৰ্য্য

চক্ৰেশ্বৰ ভট্টাচাৰ্য্য অসমীয়া-সাহিত্যত প্ৰগতিবাদী আন্দোলনৰ অন্যতম বিকাশ-সাধনকৰ্ত্তা। প্ৰগতিবাদী কবি হিচাপে তেওঁৰ খ্যাতি যথেষ্ট। কমলনাৰায়ণ দেৱৰ লগত চক্ৰেশ্বৰ ভট্টাচাৰ্য্যই কিছুকাল "জয়ন্তী" সম্পাদন কৰি তাৰ যোগেদি সাংবাদিক ৰূপে পৰিগনিত হোৱাৰ উপৰিও সাহিত্যৰ গতিধাৰাত ভিন্নমুখিতা স্পষ্ট কৰি তোলাতো সহায়তা কৰে। ৰামধেনু-যুগত তেওঁ গল্পকাৰ ৰূপেও পৰিগণিত হৈছে। প্ৰগতিবাদী কবি হিচাপে চক্ৰেশ্বৰ ভট্টাচাৰ্য্যৰ কথা ইতিমধ্যে অৱশ্যে উল্লেখ কৰি অহা হৈছে।

## সাৰদা বৰদলৈ (১৯০২-১৯৮৫)

**সাৰদা বৰদলৈ স্বাধীনোত্তৰ-যুগৰ অন্যতম উল্লেখযোগ্য নাট্যকাৰ। তেওঁৰ নাটক "পহিলা তাৰিখ" (১৯৫৬), আৰু "সেই বাটেদি" (১৯৫৭)। ইয়াৰ উপৰিও বৰদলৈয়ে**

কৃষ্ণানন্দ ভট্টাচাৰ্য্যৰ লগত যুটীয়াভাবে "মগবীৰৰ আজান" নামৰ এখন নাটক লিখে। এই নাটকত হিন্দু-মুছলমানৰ মিল দেখুৱাইছে।

## প্ৰবীণ ফুকন (১৯১২-১৯৮৫)

প্ৰবীণ ফুকন স্বাধীনোত্তৰ-যুগৰ বিখ্যাত নাট্যকাৰ। "মণিৰাম দেৱান" (১৯৪৮), "লাচিত বৰফুকন" (১৯৪৯), "শতিকাৰ বাণ" (১৯৫৪), "বিশ্বৰূপা" (১৯৬১) আদি নাটক ৰচনা কৰি তেওঁ আধুনিক-নাট্য-সাহিত্যৰ ভৰাল সমৃদ্ধ আৰু বিশেষত্বপূৰ্ণ কৰি তুলিছে।

## ভৱপ্ৰসাদ ৰাজখোৱা (১৯১৭ — )

"বাঁহী" আৰু "আৱাহন"ৰ পাতত প্ৰথমতে ৰমন্যাসিক কৱিৰূপে ভৱপ্ৰসাদ ৰাজখোৱাই আত্মপ্ৰকাশ কৰে। পাছৰ ফালে তেওঁৰ কৱিতাৰ বিষযবস্তু আৰু টেক্‌নিকৰ ফালৰ পৰা তেওঁ আধুনিক-কৱিগোষ্ঠীৰ মাজত ঠাই লবলৈ সক্ষম হৈছে। "ৰিক্সাৱালা", "বিদ্ৰোহী বিধৱা", "পৰিচয়" আদি ৰাজখোৱাৰ উল্লেখনীয সৃষ্টি।

## মাধৱ বেজবৰুৱা

লক্ষ্মীনাথ বেজবৰুৱাৰ ভতিজাক মাধৱ বেজবৰুৱা। লক্ষ্মীনাথৰ পাছত "বাঁহী"ৰ সম্পাদনাৰ ভাৰ কিছুদিনৰ কাৰণে অমিয়কুমাৰ দাসৰ হাতত পৰে, তাৰ পাছত সেই গুৰুত্বপূৰ্ণ ভাৰ মাধৱ বেজবৰুৱাই লয়। তেওঁৰ হাতত এই আলোচনীখন ১৯৪৪ খৃঃলৈ কিছু অনিয়মীযাভাৱে হলেও চলে। গ্ৰন্থাকাৰত মাধৱ বেজবৰুৱাৰ কোনো ছপা গ্ৰন্থ পোৱা নগলেও "বাঁহী"ৰ সম্পাদন-কাৰ্য্যত তেওঁ যি বিশেষত্ব আৰু নতুনত্ব দেখুৱাই আলোচনীখন জীযাই ৰাখিছিল, তাৰ বাবে তেওঁৰ নাম নিশ্চিতভাবে স্মৰণীয়।

## ভুৱন চন্দ্ৰ সন্দিকৈ

বুৰঞ্জী আৰু ঐতিহ্যৰ এগৰাকী অনুসন্ধানকাৰী ভুৱন চন্দ্ৰ সন্দিকৈ। আৱাহন-যুগৰ পৰা আৰম্ভ কৰি "জয়ন্তী" আদি কেইবাখনো আলোচনীত তেওঁ তথ্য প্ৰকাশক-গহীন প্ৰবন্ধ বোৰ লিখিছে। "ৰংঘৰ"ত তেওঁৰ শিশুৰ উপযোগী আলোচনাও উল্লেখনীয়। এটা বিশেষ কথা এই যে, ভুৱন চন্দ্ৰ সন্দিকৈয়ে দ্বাদশ বছৰৰ একাদশ-সংখ্যা "ৰামধেনু"ত "সম্পাদকৰ ডাক-টোপোলা" শিতানত চুটিগল্পৰ জনপ্ৰিয়তাৰ ওপৰত প্ৰতিক্ৰিয়া প্ৰকাশ কৰি এখন চিঠি লিখিছিল। এই চিঠিয়ে ৰামধেনু-যুগৰ সাহিত্যৰ গতিধাৰা প্ৰকাশ কৰাৰ লগতে সমসাময়িক-সাহিত্য-প্ৰৱাহৰ প্ৰতি সন্দিকৈৰ চেতনাৰ উমান পোৱা যায়। "পুৰণি অসমৰ শিল্প" (১৯৫৯) নামৰ পুথিখন তেওঁৰ অনুসন্ধান আৰু গৱেষণাৰ বিশেষ

ফলশ্ৰুতি। পৰৱৰ্ত্তীসকলক অনুসন্ধানৰ পহ্ দেখুৱাই দিয়া তেওঁৰ বহুত প্ৰবন্ধ মূল্যবান ৰূপে স্বীকৃত।

## গুৰুদত্ত ভাগৱতী

বৰ্ত্তমান নলবাৰী-জিলাৰ মাখিবাহা গাওঁত জন্মগ্ৰহণ কৰা গুৰুদত্ত ভাগৱতীয়ে কাশী হিন্দু-বিশ্ববিদ্যালয়ৰ পৰা আই-এ পাছ কৰি কলিকতা-বিশ্ববিদ্যালযৰ পৰা বি-কম্ পাছ্ কৰে। অসম চৰকাৰৰ চাকৰিত যোগদান কৰি ক্ৰমোন্নতিৰ যোগেদি তেওঁ পৌৰ-প্ৰশাসন-বিভাগৰ উপ-সঞ্চালকৰ পদ লাভ কৰে। আৱাহন-আলোচনীৰ যোগেদিয়েই ভাগৱতী লেখকৰূপে প্ৰতিষ্ঠিত হয। কেইবাখনো পুথিৰ উপৰিও তেওঁ ভালেমান আলোচনামূলক প্ৰৱন্ধও ৰচনা কৰিছে। "সমাজ-উন্নযন", "পঞ্চায়তৰ ৰাজ" "অসমৰ চাহপাত মই", "বাণিজ্যৰ কথা" আদি ভাগৱতীৰ উল্লেখনীয় গ্ৰন্থ।

## ডঃ কালীচৰণ দাস

দাৰ্শনিক-পণ্ডিত কালিচৰণ দাসৰ জন্ম হৈছিল বৰপেটাৰ ওচৰৰ ভেল্লা-অঞ্চলত। গুৱাহাটী-বিশ্ববিদ্যালযত দৰ্শন-শাস্ত্ৰৰ অধ্যাপক হিচাপে কাম কৰি শেষত মুখ্য-অধ্যাপকৰ পদৰ পৰা তেওঁ অৱসৰ গ্ৰহণ কৰে। বিভিন্ন গ্ৰন্থ আৰু আলোচনীত প্ৰকাশ হোৱা তেওঁৰ আধ্যাত্মিক আৰু দাৰ্শনিক আলোচনাসমূহে আমাৰ সাহিত্যৰ তাত্ত্বিক-আলোচনাৰ দিশ পুষ্ট কৰাত সহায়তা কৰিছে। "ইমানুৱেল কান্ট" আৰু "ভগবান মহাবীৰ", এই দুখন তেওঁৰ উল্লেখনীয গ্ৰন্থ। প্ৰথমখনত পাশ্চাত্য-দাৰ্শনিক কান্টৰ দাৰ্শনিক-মতবাদ আৰু দ্বিতীয়খনত ভাৰতৰ ধৰ্ম্মাৱতাৰী পুৰুষ মহাবীৰৰ জীৱন-কৃতি আৰু মত-বৈশিষ্ট্য আলোচনা কৰা হৈছে।

## নলিনীধৰ ভট্টাচাৰ্য্য (১৯২১ —)

সমাজবাদী আধুনিক-কাব্যধাৰাৰ মাজত অন্যতম সমুজ্জ্বল কবি নলিনীধৰ ভট্টাচাৰ্য্যৰ জন্ম হয় যোৰহাটৰ চেলেং কাঠগাওঁত। জীৱিকাৰ কাৰণে প্ৰথমতে হাইস্কুলত আৰু পাছত একাধিক কলেজত প্ৰৱক্তা ৰূপে কাম কৰিছে। "ৰামধেনু"ৰ পাততে ভট্টাচাৰ্যই কবিৰূপে প্ৰসিদ্ধি লাভ কৰে, আৰু লগে লগে ক্ৰমশঃ কৱিতাৰ আলোচক ৰূপেও খ্যাতি অৰ্জ্জন কৰিছে। তেওঁ মাৰ্ক্সীয়-দৰ্শনপ্ৰভাৱিত লেখক। আলোচনা আৰু ৰচনাত সেই মতবাদ থাকিলেও সি অৱশ্যে অত্যধিক পক্ষপাতপ্ৰধান নহয়। তেওঁৰ প্ৰকাশিত কৱিতাৰ পুথি "চেৰাপালিৰ মালিতা", "আহত সপোন", "দুই পুৰুষ" আৰু "কুৱলীতে"।

## গৌৰীদত্ত শাস্ত্ৰী (১৯২১ —)

নলবাৰীৰ ওচৰৰ অময়াপুৰ গাওঁৰ অধিবাসী গৌৰীদত্ত শাস্ত্ৰী এগৰাকী সংস্কৃত-পণ্ডিত। স্কুলৰ সংস্কৃত-শিক্ষক ৰূপে কাম কৰি অৱসৰ লোৱা শাস্ত্ৰীয়ে সদায় সাহিত্য-

সংস্কৃতিৰ চৰ্চা কৰি আহিছে। সংস্কৃত আৰু অসমীয়া, উভয় ভাষাতে তেওঁৰ কাব্যিক-প্ৰতিভাৰ স্ফুৰণ লক্ষণীয়। প্ৰথমাৱস্থাত শাস্ত্ৰীয়ে স্বকীয় অনুভূতি কৱিতাৰ মাধ্যমত প্ৰকাশ কৰিছে, তাৰ নিদৰ্শন - "পঞ্চকলি" "সনাতন ধৰ্ম্মৰ মৌকোঁহ"। পাছৰ ফালে শাস্ত্ৰীয়ে দেৱী-ভাগৱতখন বিবিধ অসমীয়া ছন্দত অনুৱাদ কৰি আধুনিক-যুগতো মধ্যযুগীয় কাব্যিক-প্ৰৱাহ বোৱাই দিছে। গীতা-শাস্ত্ৰৰ অনুবাদ কৃতিও তেওঁৰ উল্লেখনীয় অনুৱাদ। সম্প্ৰতি শাস্ত্ৰীয়ে কালিদাসৰ "মেঘদূত" কাব্যখনৰ এটা ভাল সংস্কৰণ উলিয়াইছে। ইয়াত আছে মূল শ্লোক, তাৰ অন্বয় আৰু অসমীয়া গদ্যানুৱাদ।

## অমূল্য বৰুৱা (১৯২২-১৯৪৬)

প্ৰাক্-স্বাধীনতা-যুগৰ অব্যৱহিত-পূৰ্ব্বকালীন কবি অমূল্য বৰুৱা আধুনিক-কাব্যপ্ৰৱাহৰ প্ৰথমাৱস্থাতে দেখা দিয়া কৱিকেইগৰাকীৰ ভিতৰত অন্যতম। কলিকতাৰ সাম্প্ৰদায়িক সঙ্ঘৰ্ষত ১৯৪৬ খৃঃত অকালতে তেওঁৰ মৃত্যু হোৱা কাৰণে তেওঁৰ সম্ভৱনাপূৰ্ণ কাব্যিক-প্ৰতিভাৰ যথোচিত বিকাশ হবলৈ বাকী ৰৈ গৈছে। তথাপি স্বল্পকালীন জীৱনটোৰ ভিতৰতে তেওঁ "বেশ্যা", "কয়লা", "কুকুৰ", "বিপ্লৱী" আদি শ্ৰেষ্ঠ কবিতা ৰচনা কৰি কাব্যিক-জগতত আধুনিকতাৰ বাট স্পষ্ট কৰাত সহায়তা কৰিছে। আধুনিক-যান্ত্ৰিক-সভ্যতাৰ যোগেদি গঢ় লৈ উঠা নগৰীয়া সমাজৰ চিত্ৰ এইবোৰত চিত্ৰিত হৈছে। তেওঁৰ কৱিতাৰ পুথি "অচিনা" ১৯৬৬ চনত মৰণোত্তৰভাবে প্ৰকাশ হয়। অমূল্য বৰুৱাৰ দুখন উপন্যাসো পোৱা যায় - নাম, "এই পদুমণি" আৰু "উ-খুন-জঙা"।

## আব্দুছ ছাত্তাৰ (১৯২২ —)

১৯২২ খৃঃত আব্দুছ ছাত্তাৰৰ জন্ম হয় টিয়ক-চাহবাগানত। কটন-কলেজৰ পৰা তেওঁ আই-এ আৰু বি-এ পৰীক্ষা পাছ কৰি ১৯৪৯ খৃঃত কলিকতা-বিশ্ববিদ্যালয়ৰ পৰা অসমীয়াত এম্-এ পাছ কৰে। হাইস্কুলৰ শিক্ষকৰূপে কৰ্ম্ম-জীৱন আৰম্ভ কৰি পাছত যথাক্ৰমে পঞ্চায়ত-বিভাগৰ সামাজিক-শিক্ষাৰ উপদেষ্টা আৰু বুনিয়াদী-প্ৰশিক্ষণ-কেন্দ্ৰৰ অধ্যক্ষৰ দায়িত্ব পালন কৰে।

আব্দুছ ছাত্তাৰে সৰু ডাঙৰ ভালেমান পুথি ৰচনা কৰি সাহিত্য-সেৱাৰ পৰিচয় দিছে। তেওঁ শিশু-সাহিত্য আৰু জীৱনী-গ্ৰন্থ ৰচনা কৰাৰ উপৰিও "হিয়াৰ বীণ" (১৯৪২), "কবৰ" (১৯৪২), "সৰগ" (১৯৪৩) "নতুন সুৰ" (১৯৪৫) আদি কবিতা পুথিৰো প্ৰণেতা। "প্ৰসঙ্গ কোষ" তেওঁৰ বিশেষ উল্লেখযোগ্য কৃতি। নানা প্ৰসঙ্গত মানুহৰ সঘনে প্ৰয়োজন হোৱা দেশী-বিদেশী বহুত চৰিত্ৰৰ চমু পৰিচয় এই গ্ৰন্থত দাঙি ধৰা হৈছে। শেষৰ ফালে ৰচনা কৰা কৃষ্ণ কান্ত সন্দিকৈৰ জীৱনী ছাত্তাৰৰ লেখত লবলগীয়া কৃতি। এইবোৰৰ উপৰিও আন আন বিবিধ ৰচনাৰেও তেওঁ মাতৃ-ভাষাৰ সেৱা কৰি আহিছে।

## পৰাগ চলিহা (১৯২১-১৯৯৯)

শিৱসাগৰৰ পদ্মধৰ চলিহাৰ পুত্ৰ পৰাগ চলিহা। তেওঁ শিৱসাগৰ কলেজৰ যথাক্ৰমে অধ্যাপক আৰু অধ্যক্ষৰ পদত থাকি পাছৰ ফালে সক্ৰিয়-ৰাজনীতিলৈ গৈ সাংসদ ৰূপে ৰাজনীতিত অৰিহনা যোগায। অসমীয়া সাহিত্য আৰু সংস্কৃতিৰ দিশতো তেওঁৰ বৰঙণি উল্লেখনীয়। প্ৰবন্ধকাৰ আৰু আলোচকৰূপে চলিহাৰ নাম পৰিগণিত হোৱাৰ উপৰিও তেওঁ বিশেষভাবে গায়ক, সুৰকাৰ আৰু গীতৰচক। "বনপোনাৰ মনগীত" তেওঁৰ স্বৰচিত গীতৰ সমষ্টি। ইয়াত নানাবিধ জাতীয়-ভাৱাপন্ন আৰু বহু সুৰসংহত গীতবোৰ একত্ৰীত হৈছে। চলিহাৰ "সোণ-ৰূপ নেওচি" সামাজিক নাটক। তেওঁৰ "চাৰিহাজাৰ বছৰৰ অসম" অসমৰ সাংস্কৃতিক ইতিহাসৰ সুন্দৰ ৰূপায়ণ।

## ডঃ হৰিচন্দ্ৰ ভট্টাচাৰ্য্য

গুৱাহাটীৰ সন্দিকৈ-ছোৱালী কলেজত অসমীয়াৰ অধ্যাপক ৰূপে কাম কৰি অৱসৰ গ্ৰহণ কৰা হৰিচন্দ্ৰ ভট্টাচাৰ্য্য আছিল আজীৱন সাহিত্য-কৰ্ম্মত ব্ৰতী। সংস্কৃত ব্যাকৰণকে আদি কৰি স্কুলীয়া পুথিৰচনা কৰাৰ উপৰিও ভট্টাচাৰ্য্যৰ মনোনিবেশ অধিক দেখা গৈছিল নাট্যসাহিত্যৰ আলোচনা আৰু তাৰ সৃষ্টিৰ ক্ষেত্ৰত। তেওঁ "কুপুত্ৰ" (সামাজিক নাটক), " প্ৰভু ঈচৰ" (ধেমেলীয়া নাটক), "কৰ্ণবীৰ" (পৌৰাণিক নাটক) - এই তিনিখন তিনি অঙ্কীয়া নাটৰ উপৰিও বহুতবিলাক একাঙ্কিকা ৰচনা কৰিছে। ভট্টাচাৰ্য্যই "Origin and Development of the Assamese Drama and the Stage" নামৰ গ্ৰন্থ ৰচনা কৰি গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা ডক্টৰেট ডিগ্ৰী লাভ কৰিছে। সেই গ্ৰন্থখনৰ আধাৰত ৰচনা কৰা তেওঁৰ "অসমীযা নাট্য-সাহিত্যৰ জিলিঙনি" আমাৰ সাহিত্যৰ সেই নিৰ্দ্দিষ্ট দিশৰ মূল্যৱান আলোচনা গ্ৰন্থ। অসমীয়া নাটকৰ উৎপত্তিৰ পৰা ১৯৬০ চনৰো কিছু পাছলৈ ৰচিত সকলো নাটৰে চমু আলোচনা আৰু সেইবোৰৰ ৰচকসকলৰো চমু পৰিচয় ইয়াত দিয়া হৈছে।

## কীৰ্ত্তিনাথ হাজৰিকা

কীৰ্ত্তিনাথ হাজৰিকা প্ৰতিষ্ঠিত সাংবাদিক হোৱাৰ উপৰিও শিশু-সাহিত্য আৰু ৰম্যৰচনাৰ দিশতো বিশেষভাবে তেওঁৰ খ্যাতি দেখা যায়। তেওঁৰ শিশুপযোগী "ফুটুকাৰ ফেন" (১৯৫৬) উল্লেখনীয় কৃতি। তেওঁৰ "নাৰদৰ ডায়েৰী" বিশেষগুৰুত্বপূৰ্ণ ৰম্যৰচনা। ইয়াত তেওঁ যথোচিত প্ৰকাশভঙ্গীৰ মাজেদি স্থানবিশেষত ব্যঙ্গভাব প্ৰকাশ কৰাৰ লগতে হাস্যৰসৰো সৃষ্টি কৰিছে।

## ধীৰেন্দ্ৰ চন্দ্ৰ দত্ত

"বাঁহী" আৰু "আৱাহন"ৰ পাততে কৱিতা লিখিবলৈ আৰম্ভ কৰা ধীৰেন্দ্ৰ চন্দ্ৰ দত্তই জয়ন্তী-যুগতে কৱিৰূপে খ্যাত হয়। তেওঁৰ "অইভযান" নামেৰে সংকলিত কৱিতাৰ পুথি ১৯৩৫ চনতে প্ৰকাশ হয। পাছত "ধীৰেন দত্তৰ কৱিতা" নামৰ আন এখন পুথি ১৯৯৩ খৃঃত প্ৰকাশ হয। জযন্তী-যুগৰ আগতে ৰচনা কৰা তেওঁৰ কৱিতাবোৰেও আধুনিক-কাব্য-জগতৰ আগলি-বতৰা দিয়ে। বাস্তৱ-চেতনাবোধ, নজৰুলীকাব্য-ভঙ্গিমা, স্থানবিশেষত ছন্দোবদ্ধ-ৰীতিৰ বিলুপ্তি আদিবোৰে তেওঁক আধুনিক-কবিৰ লগৰীযা কৰি তুলিছে।

## ডঃ বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্য (১৯২৪-১৯৯৭)

আধুনিক-যুগৰ সৃষ্টিমূলক-সাহিত্যৰ এগৰাকী নিপুণ সৃষ্টিকৰ্ত্তা বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য। তেওঁৰ জন্ম চাহ-বাগিচাত, উমনা লৰা-ঢপৰা গাওঁত। বাতৰিকাকতৰ লগত সম্বন্ধ ৰাখি-গুৱাহাটীত থাকি সাংবাদিক ৰূপে কৰ্ম্ম-জীৱন আৰম্ভ কৰা ভট্টাচাৰ্য্যই মাহেকীযা আলোচনী "ৰামধেনু"ৰ সম্পাদকৰ ভাৰ গ্ৰহণ কৰে ১৯৫২ খৃঃত। সাংবাদিকতাত অভিজ্ঞ আৰু সম্পাদন-কাৰ্য্যত নিপুণ ভট্টাচাৰ্য্যৰ হাতত "ৰামধেনু" আলোচনীখনে এঘাৰ বছৰকাল উচ্চমান ৰক্ষা কৰি পাঠকৰ সমাদৰ লাভ কৰিছিল। পাছত ১৯৬৩-১৯৬৭ খৃঃ, এই কালডোখৰত ভট্টাচাৰ্য্য "নৱ-যুগ" নামৰ আন এখন সাদিনীযা আলোচনীৰ সম্পাদন-কাৰ্য্যত ব্ৰতী হয। কিছু কাল পাছত ভট্টাচাৰ্য্যই গুৱাহাটী বিশ্ববিদ্যালযৰ পৰা ডক্টৰেট ডিগ্ৰী লাভ কৰি সেই বিশ্ববিদ্যালযতে সাংৱাদিকতা (journalism) বিষযত প্ৰৱক্তা ৰূপে কাম কৰে। শেষৰ ফালে তেওঁ "সাহিত্য একাডেমী"ৰ সভাপতিৰ পদ অলঙ্কৃত কৰি অসমৰ সন্মান বঢায়। তেওঁ অসম-সাহিত্য-সভাৰ সভাপতিৰ পদতো অধিষ্ঠিত হৈছিল।

সাহিত্যৰ ক্ষেত্ৰত বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য্যৰ প্ৰতিভা বহুমুখী প্ৰথমাৱস্থাৰে পৰা সংবাদ-পত্ৰৰ লগত সম্বন্ধ ৰক্ষা কৰা ভট্টাচাৰ্য্যই দুখন আলোচনী সম্পাদন কৰি আমাৰ সাহিত্যৰ ইতিহাসত বিশেষত্বপূৰ্ণ যুগচিত্ৰ আঁকি দিয়াৰ উপৰিও তেওঁ প্ৰখ্যাত গল্পকাৰ, কৱি, ঔপন্যাসিক আৰু সমালোচকো। সৃষ্টিমূলক-সাহিত্যৰ দিশত প্ৰথমতে তেওঁ কবি আৰু গল্পকাৰ ৰূপে দেখা দিযে। স্বাধীনতাৰ অব্যৱহিত-পৰবৰ্ত্তি কালৰ ৰাজনৈতিক, সামাজিক আদি দিশৰ ধ্যানধাৰণাত লাভ কৰা জীৱনবোধ ৰূপায়িত হৈছে ভট্টাচাৰ্য্যৰ কবিতা আৰু গল্পবোৰত। তেওঁৰ প্ৰকাশিত গল্পৰ পুথি দুখন— "কলং আজিও বয়" আৰু "সাতসৰী"। এই দুখনৰ অন্তৰ্ভুক্ত গল্পবোৰৰ উপৰিও আৰু কিছুমান গল্প অৱশ্যে আলোচনীৰ পাততে হৈ আছে। সাম্যভাৱ, মানৱতাবোধ, উদাৰ-দৃষ্টিভঙ্গি, সকলো ক্ষেত্ৰতে অত্যাধিক্যৰ বৰ্জন

আদি বিশেষত্ববোৰে তেওঁৰ গল্পৰাজি বিশেষত্বপূৰ্ণ কৰি তুলিছে। গল্পত সমাজচেতনা আৰু উদ্দেশ্যতা থাকিলেও প্ৰচাৰধৰ্ম্মিতা নাই। তেওঁৰ অৱশ্যে এখনহে কৱিতা-সঙ্কলন পোৱা গৈছে ১৯৯০ খৃঃত—নাম "সান্ধ্যস্বৰ"।

বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য্য উপন্যাসৰ দিশত গদ্যশিল্পীৰূপে সৰ্ব্বাধিক খ্যাত। "ৰাজপথে ৰিঙিয়ায়" (১৯৫৭) ছপা হৈ ওলোৱাৰ পাছৰে পৰা বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য্য ঔপন্যাসিকৰূপে প্ৰশস্ত হৈ উঠে। এই উপন্যাসখন মাথোন এদিনৰ ঘটনা-প্ৰৱাহৰ ৰূপায়ণ। শৈল্পিক-দৃষ্টিকোণৰ পৰা ইয়াৰ কাহিনীৰ মাজত অৱশ্যে ত্ৰুটি নথকা নহয়। ভট্টাচাৰ্য্যৰ পৰৱৰ্ত্তী উপন্যাসসমূহ হ'ল "আই" (১৯৫৮), "ইয়াৰুইঙ্গম" (১৯৬০), "শতঘ্নী" (১৯৬৪), "মৃত্যুঞ্জয" (১৯৭০), "প্ৰতিপদ" (১৯৭০), "কবৰ আৰু ফুল" (১৯৭২), "বল্লৰী" (১৯৭৩), "ৰঙামেঘ", "ডাইনীত মুনিচুনিৰ পোহৰ (১৯৭৯), কালৰ হুমুনিয়া (১৯৮২) আদি। উল্লেখযোগ্য কথা এই যে, শ্ৰেষ্ঠ কৃতিৰূপে "ইয়াৰুইঙ্গমে" সাহিত্য-একাডেমীৰ পৰা আৰু "মৃত্যুঞ্জয়ে" জ্ঞান-পীঠৰ পৰা পুৰস্কাৰ লাভ কৰিছে। "ইয়াৰুইঙ্গম" ৰচনা কৰা হৈছে স্বাধীনতাৰ পাছত নগাপাহাৰত উদ্ভৱ হোৱা বিভিন্ন সমস্যাৰ ভেটিত, আৰু "মৃত্যুঞ্জয" ৰচিত হৈছে বিয়াল্লিছ চনৰ গণ-আন্দোলনৰ আধাৰত। গল্পৰ নিচিনা ভট্টাচাৰ্য্যৰ উপন্যাসসমূহো সাম্যবাদ, মানৱীয় গুণ, উদাৰতা আদি বিশেষত্বৰে পৰিপূৰ্ণ; বৰ্ণনা আৰু কল্পনা সকলো ঠাইতে সংযত , গদ্যৰীতিত পৰিমিতিবোধ সকলো সময়তে লক্ষণীয়। "আধুনিক অসমীয়া ঔপন্যাসিকসকলৰ ভিতৰত ভট্টাচাৰ্য্য নিঃসন্দেহে অগ্ৰণী বুলি কব পাৰি। তেওঁৰ ৰচনা সুপৰিকল্পিত, স্বকীয় দৃষ্টিসম্পন্ন আৰু নিজৰ চিন্তাধাৰাৰে সমৃদ্ধ। সুলভ সস্তীয়া আৱেদনৰ প্ৰতি তেওঁৰ প্ৰৱণতা দেখা নাযায়। চৰিত্ৰ আৰু পৰিস্থিতিৰ ঠায়ে ঠায়ে পুনৰুক্তি ঘটিলেও বৈচিত্ৰ্যৰ অভাৱ নাই।"[১০]

## হিতেশ ডেকা (১৯২৪ —)

সৰ্থেবাৰীত জন্মগ্ৰহণ কৰি নলবাৰী-কলেজৰ পৰা স্নাতক-ডিগ্ৰী লাভ কৰা হিতেশ ডেকা অসমীয়া সাহিত্যৰ আধুনিক যুগৰ সৰবৰহী আৰু আক্ৰান্ত ঔপন্যাসিক। তেওঁৰ প্ৰথম উপন্যাস "আজিৰ মানুহ" (১৯৫৪)। ইয়াৰ পাছত তেওঁৰ প্ৰকাশিত উপন্যাসবোৰ হৈছে "নতুন পথ" (১৯৫৬), "ভাৰাঘৰ" (১৯৫৮), মাটিকাৰ (১৯৬০), "এয়েটো জীৱন" (১৯৫১), "আচল মানুহ" (১৯৬৭), "জীৱন-সংঘাত" (১৯৭০), "বৈৰী মানুহ", "সুখৰ সংসাৰ", "কাম-পত্নী", "নিয্যাতিত সতী", "গাঁৱৰ মানুহ", "সীমাৰ কাঁজিয়া" আদি। "আজিৰ মানুহ" প্ৰথম ৰচনা হলেও ইয়াৰ মাজতেই ডেকাই উপন্যাস-কলা-নৈপুণ্য প্ৰকাশ কৰিবলৈ সক্ষম হৈছে। ইয়াৰ কাহিনী-বিন্যাসৰ লগতে পৰিণতিতো কিছু দুৰ্ব্বলতা

---

১০ অ. উ. গ. ধা. ড° সত্যেন্দ্ৰনাথ শৰ্ম্মা

থাকিলেও এইখনকেই ডেকাৰ শ্ৰেষ্ঠ কৃতি বুলিব পাৰি। প্ৰকৃতাৰ্থত এই উপন্যাসখনেই হিতেশ ডেকাক ষষ্ঠ-দশকতে ঔপন্যাসিকৰূপে প্ৰতিষ্ঠিত কৰিছে। পৰৱৰ্ত্তি-ৰচনাৰ অন্যতম "আচল মানুহ" আন হাতেদি তেওঁৰ সকলো ৰচনাৰ ভিতৰতে নিম্ন-পৰ্য্যায়ৰ। কাহিনীৰ পীনবদ্ধ প্ৰকৃতি, বিষয়বস্তু-উপস্থাপনৰ কলাত্মক-সংযম আদি প্ৰযোজনীয় দিশৰ অভাৱ ইয়াত সুস্পষ্ট। যৌন-ব্যভিচাৰৰ যিবোৰ চিত্ৰ ইযাত অকপটভাবে বৰ্ণিত হৈছে, তাৰ লেখীযা উদাহৰণ বাস্তৱসমাজত ক'ৰবাত হয়তো থাকিব পাৰে, তথাপি তেনেকুৱা চিত্ৰৰ আবিকৃত চিত্ৰণ আৰ্টৰ বুকুত আদৰণীয় নহয়। তেনে সৃষ্টিৰ মাজত নান্দনিক অনুভূতি পোৱা নাযায়। সমাজৰ, বিশেষকৈ গাঁৱলীযা সমাজৰ বিচিত্ৰ-দিশবোৰ আগত ৰাখি হিতেশ ডেকাই উপন্যাসসমূহ লিখিছে। এইবোৰত ঘটনাৰ বৈচিত্ৰ্য আছে, কিন্তু মানসিক প্ৰতিক্ৰিয়াৰ সূক্ষ্ম-বিশ্লেষণে প্ৰযোজনবিশেষে স্থান লভা দেখা নাযায। কিছু দোষ ত্ৰুটি থাকিলেও ডেকাৰ উপন্যাসৰ সমাদৰ কমি যোৱা নাই। "আজিৰ মানুহ"ৰ যোগেদি ষষ্ঠ-দশকতে ডেকাই লাভ কৰা প্ৰতিষ্ঠাৰ প্ৰভাৱে অৱশ্যে পৰৱৰ্ত্তি-কালতো পাঠকৰ মানসিকতাত চাপ পেলাই নৰখা নহয়।

উপন্যাসৰ উপৰিও হিতেশ ডেকাই গল্প আৰু একাঙ্কিঁকা কিছুমানো লিখিছে। "প্ৰায়শ্চিত্ত", "গৰখহনীযা", "এইখন আমাৰ সমাজ" তেওঁৰ প্ৰকাশিত গল্প-সঙ্কঁলন, আৰু "শীৰ্ষসম্মিলন", "বিহুৱান", "অসমীৰ প্ৰাণৰ কথা" আদি তেওঁৰ একাঙ্কিঁকা।

হিতেশ ডেকাই শিক্ষকতা কৰি জীৱিকা চলাইছে। অসম-সাহিত্য-সভাই সৰ্থেবাৰী অধিৱেশনৰ সভাপতিৰ আসনত অধিষ্ঠিত কৰি এই গৰাকী ঔপন্যাসিকক সন্মান জনাইছে।

## ডঃ উপেন্দ্ৰ নাথ গোস্বামী ( ১৯২৪— )

নলবাৰী-সত্ৰত জন্মগ্ৰহণ কৰা উপেন্দ্ৰনাথ গোস্বামীয়ে ডিব্ৰুগড কানৈ কলেজ আৰু গুৱাহাটীৰ কটন কলেজত কিছুদিনলৈ অধ্যাপনা কৰি পাছৰ ফলে গুৱাহাটী-বিশ্ববিদ্যালয়ত অসমীয়াৰ অধ্যাপক ৰূপে কাম কৰে, আৰু যথাসময়ত তাৰ পৰা অৱসৰ গ্ৰহণ কৰে। গোস্বামী সাম্প্ৰতিক কালৰ ভাষাতত্ত্বৰ অন্যতম বিশেষজ্ঞ। তেওঁ ব্যাকৰণ আৰু ভাষাতত্ত্ব বিষয়ৰ একাধিক পুথি ৰচনা কৰাৰ উপৰিও সমালোচনাৰ দিশতো তেওঁৰ বৰঙণি উল্লেখনীয়। "ভাষা আৰু সাহিত্য"ৰ (১৯৫৬) উপৰিও বিভিন্ন আলোচনী-পত্ৰিকাত প্ৰকাশিত প্ৰবন্ধৰাশিয়ে সমালোচকৰূপে ডঃ গোস্বামীৰ স্থান নিৰ্ণয় কৰে। প্ৰত্ন অসমীয়া ভাষাৰ ৰূপতাত্ত্বিক-বিবৰণ, ভাষা-বিজ্ঞান আদি ভাষা-তত্ত্বৰ দিশলৈ গোস্বামীৰ বিশেষ অৱদান। ইয়াৰ উপৰিও "অসমীয়া-লিপি" ৰচনা কৰিও তেওঁ লিপিসম্বন্ধে স্বকীয় মতবাদ প্ৰতিষ্ঠা কৰিবলৈ সক্ষম হৈছে।

## ডঃ বিশ্বনাৰায়ণ শাস্ত্ৰী (১৯২৩ —)

উত্তৰ লক্ষীমপুৰৰ নাৰায়ণপুৰত জন্মগ্ৰহণ কৰা বিশ্বনাৰায়ণ শাস্ত্ৰী সাম্প্ৰতিক-যুগৰ এগৰাকী আগশাৰীৰ প্ৰাচ্যতত্ত্ববিদ্ পণ্ডিত। নলবাৰী-সংস্কৃত কলেজৰ প্ৰথম বিদ্যাৰ্থী বিশ্বনাৰায়ণে আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰীৰ ওচৰত দৰ্শন-শাস্ত্ৰ অধ্যয়ন কৰিছিল। অসম-প্ৰকাশন পৰিষদৰ সচিৱৰ দায়িত্ব লৈ চৰকাৰৰ সেই নতুন অনুষ্ঠানটো তেওঁ গঢ় দি তুলিছিল। তাৰ পাছত তেওঁ ৰাজনৈতিক-জগতত প্ৰৱেশ কৰে আৰু সাংসদৰূপে জনগণৰ সেৱা কৰে। ৰাজনীতিত উল্লেখনীয় অৱদান যোগোৱাৰ উপৰিও অসমীয়া আৰু সংস্কৃত উভয় ভাষাতে শাস্ত্ৰীৰ সাহিত্যিক কৃতি স্মৰণীয। তেওঁ সংস্কৃতত "অবিনাশি" নামৰ যি উপন্যাস শ্ৰেণীৰ গদ্যৰচনা কৰিছে সি পণ্ডিত-সমাজত ভূয়সী প্ৰশংসিত। ইয়াৰ অসমীয়া অনুবাদখনিও আমাৰ সাহিত্যৰ মূল্যবান সম্পদ। "ভাৰতীয়-চিন্তা" (১৯৬০) নামৰ গ্ৰন্থখন অসমীয়া-সাহিত্যলৈ তেওঁৰ বিশেষ অৱদান। এই গ্ৰন্থখন ভাৰতৰ উচ্চ-পৰ্য্যায়ৰ চিন্তানায়ক কেইগৰাকীমানৰ ভাৰতীয় সভ্যতা-সংস্কৃতিবিষয়ক প্ৰবন্ধ কিছুমানৰ অসমীয়া-ৰূপান্তৰ। বিশ্বনাথ কবিৰাজৰ "সাহিত্য-দৰ্পণ" নামৰ বৃহৎ আলঙ্কাৰিক-গ্ৰন্থ-খনৰ টীকাৰ সৈতে তেওঁ অসমীয়া অনুবাদ কৰি (১৯৬৪) আমাৰ সাহিত্যৰ সৌষ্ঠৱ বঢ়াইছে। ইয়াৰ উপৰিও শাস্ত্ৰীযে অনুসন্ধান আৰু গৱেষণামূলক বহুত কাম কৰি আছে।

## শীলভদ্ৰ (১৯২৪ —)

শীলভদ্ৰৰ আচল নাম ৰেৱতীদত্ত চৌধুৰী, শীলভদ্ৰ সাহিত্যিক নামহে। গল্প আৰু উপন্যাস, উভয়দিশতে শীলভদ্ৰৰ বৰঙণি উল্লেখনীয়। "মধুপুৰ" (১৯৭১), "তৰঙ্গিনী" (১৯৭১), "আঁহতগুৰি" (১৯৭৩) আৰু "আগমনিৰ ঘাট" (১৯৭৩) - এই কেইখন গ্ৰন্থই শীলভদ্ৰক ঔপন্যাসিকৰূপে প্ৰতিষ্ঠা কৰিছে। তেওঁৰ উপন্যাসৰ অন্তৰ্গত কথাবোৰ পৰিকল্পিতভাবে সংযোগ-সূত্ৰই পথিত নকৰা কাৰণে তাৰ মাজত কাহিনীৰ এককত্ব পোৱা নাযায়। এই কাৰণতে গ্ৰন্থৰ আদ্যোপান্ত সকলো কথাৰ লগত সম্বন্ধ থকা নায়ক বা নাযিকাও বাচি উলিয়াবলৈ টান। বৰ্ণিত বিষয় আৰু চৰিত্ৰবোৰৰ গতিধাৰা অৱশ্যে সবল আৰু প্ৰোজ্জ্বল। বিবিধ-সামাজিক, চিত্ৰৰ লগতে নতুনৰ আহ্বান আৰু পুৰণিৰ প্ৰতিও আকৰ্ষণ, এই দুই ভাৱৰ মাজত এক শ্ৰেণী লোকৰ যি মানসিকতা, তাৰ চিত্ৰণো উপন্যাসৰ মাজত পোৱা যায়। শতিকাটোৰ নৱম-দশকত তেওঁৰ আন দুখন প্ৰকাশিত উপন্যাস "গধূলি" (১৯৮১) আৰু "অনুসন্ধান" (১৯৮৭)। শীলভদ্ৰৰ কেইবাটাও গল্প-সঙ্কলন ইতিমধ্যে প্ৰকাশ হৈছে। সমাজৰ বিবিধ সমস্যা আৰু মানুহৰ মনস্তাত্ত্বিক-প্ৰতিক্ৰিয়া আদিবোৰ তেওঁৰ গল্পৰাজিৰ প্ৰধান উপজীব্য।

## ডঃ গোলোক চন্দ্ৰ গোস্বামী (১৯২৩ —)

মায়াং মৌজাৰ দৈপড়া সত্ৰত ১৯২৩ খৃঃত জন্মগ্ৰহণ কৰা গোলোক চন্দ্ৰ গোস্বামীয়ে

প্ৰথমতে সাংবাদিকতাৰ যোগেদি কৰ্ম্ম-জীৱন আৰম্ভ কৰিছিল বুলি বুজা যায়। গুৱাহাটী-বিশ্ববিদ্যালয়ৰ পৰা ১৯৫৩ চনত তেওঁ অসমীয়াত প্ৰথম শ্ৰেণী লাভ কৰি এম্-এ পাছ কৰে, আৰু কিছুদিন পাছতে সেই বিশ্ববিদ্যালয়তে অধ্যাপনা আৰম্ভ কৰে। যথাসময়ত চাকৰিৰ পৰা অৱসৰ লৈ সাহিত্য-সংস্কৃতিৰ, বিশেষকৈ অসমীয়া-ভাষাতত্ত্ব আৰু ব্যাকৰণৰ কামত মনোনিৱেশ কৰি আছে। গোস্বামী সাম্প্ৰতিক-যুগৰ এগৰাকী নিষ্ণাত ভাষাতত্ত্বজ্ঞ-পণ্ডিত। ইতিমধ্যে তেওঁ অসমীয়া-ব্যাকৰণ আৰু ভাষা-বিজ্ঞানৰ ওপৰত মৌলিক চিন্তা চৰ্চ্চাৰ যোগেদি কেইবাখনো গ্ৰন্থ প্ৰণযন কৰিছে। বিজ্ঞানসন্মতভাৱে অসমীয়া-অভিধান-প্ৰণয়ন সম্বন্ধেও তেওঁ চিন্তা-চৰ্চ্চা কৰি আছে। ডঃ বাণীকান্ত কাকতি, কালিৰাম মেধি আৰু ডঃ বিৰিঞ্চিকুমাৰ বৰুৱাৰ পাছতে ভাষাতত্ত্বৰ ক্ষেত্ৰত ডঃ গোলোক চন্দ্ৰ গোস্বামী আৰু লগতে ডঃ উপেন্দ্ৰনাথ গোস্বামীৰ নাম উল্লেখনীয়।

## প্ৰসন্নকুমাৰ ডেকা (১৯২৪ —)

সৰ্থেবাৰীৰ প্ৰসন্ন কুমাৰ ডেকাই টিহু কলেজত অসমীয়াৰ প্ৰৱক্তা হিচাপে কাম কৰি অৱসৰ লৈছে। নিয়মিত অধ্যাপনাৰ মাজত ডেকাৰ সাহিত্য-চৰ্চ্চাও লক্ষণীয। তাৰ ফলশ্ৰুতিস্বৰূপে এই পৰ্যন্ত “জীৱন জেউতী”, “জীৱনৰ জীয়া কাহিনী”, “মাক আৰু মৰম”, “জোন আৰু জুৰি”, “সৰা শেৱালীৰ সুৱাস”, “মনোৰম মৰুভূমি” আদি পুথি প্ৰকাশিত হৈছে। এইবোৰৰ উপৰিও সাহিত্যৰ তত্ত্ববিষযক আলোচনাৰ পুথি এখনো ডেকাই ৰচনা কৰি প্ৰকাশ কৰিছে।

## ডঃ সৰ্ব্বেশ্বৰ ৰাজগুৰু (১৯২৩ —)

সৰ্ব্বেশ্বৰ ৰাজগুৰুয়ে প্ৰথমতে বজালী কলেজত প্ৰৱক্তাৰূপে অলপ দিন কাম কৰিছিল। তাৰ পাছত তেওঁ নগাওঁ কলেজলৈ যায়, আৰু তাতেই চাকৰি-জীৱনৰ অন্ত পেলায়। অৱসৰৰ পাছত নগাওঁতে তেওঁ স্থায়িভাৱে বসবাস কৰিছে. “Medieval Assamese Society” নামৰ গৱেষণামূলক গ্ৰন্থখনৰ কাৰণে ৰাজগুৰুৱে ১৯৬৭ খৃঃত গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা ডক্টৰেট ডিগ্ৰী লাভ কৰে। চিন্তাশীল বহুত প্ৰবন্ধ লিখি তেওঁ আমাৰ গদ্য-সাহিত্যৰ দিশ গহীন কৰাত সহায়তা কৰিছে। তেওঁৰ বহুশ্ৰমসাধ্য সঙ্কলন “অসমীয়া-প্ৰবাদ” নামৰ বৃহদাকাৰৰ গ্ৰন্থখনে (১৯৭২) আমাৰ জন-সাহিত্যৰ এটা দিশ একপ্ৰকাৰ পূৰ্ণৰূপত প্ৰকাশ কৰিছে। “হেয়ালিৰ ছন্দ” তেওঁৰ আন এখন উল্লেখনীয় পুথি। বৈদিক-প্ৰভাৱত আমাৰ সাহিত্যৰ এটা দিশ কেনেধৰণে পৰিপুষ্ট হৈছে, এই কথা উক্ত পুথিখনৰ আলোচ্য-বিষয়। “অসমীয়া ভাষা সাহিত্যৰ আত্ম-ৰক্ষা-সংগ্ৰাম”, “অসমৰ মধ্যযুগৰ নাট্যকলা,” আৰু “কৱি আৰু কাব্য কথা”— আলোচনামূলক পুথি হিচাপে এই তিনিখনৰ স্থানো বিশেষ।

## বীৰেন বৰকটকী

শিৱসাগৰ কলেজত অসমীয়া-ভাষা-সাহিত্যৰ অধ্যাপক ৰূপে কাম কৰি অৱসৰ লোৱা বীৰেন বৰকটকী আমাৰ সাহিত্যৰ এগৰাকী চিন্তাশীল লেখক। "সাহিত্যৰ পটভূমি" (১৯৬৪), "ইংৰাজ ৰোমাণ্টিক কবিৰ কাব্য-প্ৰতিভা" (১৯৮৪), "অসমীয়া-সাহিত্যত এভূমুকি" (১৯৯২) আৰু "সাহিত্যৰ চিন্তা-চৰ্চা" (১৯৯৪) – এই চাৰিখন বৰকটকীৰ আলোচনামূলক মূল্যৱান গ্ৰন্থ। ইয়াৰ প্ৰথমখনত আছে নাটকাদি সাহিত্যৰ বিভিন্ন শ্ৰেণীৰ শৈল্পিক-ৰীতিৰ আলোচনা, দ্বিতীয়খনত আছে ইংৰাজী-সাহিত্যৰ ৰমন্যাসিক-কবিৰ আলোচনা, তৃতীয়খনত আছে কেইখনমান অসমীয়া-গ্ৰন্থৰ মূল্যায়ন, আৰু চতুৰ্থখনত পোৱা যায় বিশ্ব-সাহিত্যৰ প্ৰখ্যাত কেইখনমান গ্ৰন্থৰ মূল্য-নিৰূপণৰ প্ৰচেষ্টা। ইয়াৰ উপৰিও "ঔপন্যাসিক ৰজনী কান্ত বৰদলৈ" (১৯৬৭) আৰু "বেজবৰুৱাৰ সাহিত্য-আলোচনা" নামৰ দুখন গ্ৰন্থ-সম্পাদন কৰি গ্ৰন্থ-সম্পাদনাৰ খ্যাতিও তেওঁ লাভ কৰিছে। বৰকটকীয়ে অনুবাদ কৰা দুখন মূল্যৱান উপন্যাসো আছে – নাম, "কুমাৰী পৃথিৱী" আৰু "প্ৰেম আৰু শঙ্কাৰে"। গদ্য-শিল্পীৰূপে বৰকটকীৰ বিশেষ স্থান আছে। অনুভূত-কথা পৰিমিত-ভাষাৰ মাজেদি তেওঁ প্ৰকাশ কৰাৰ যত্ন সততে লক্ষ্য কৰা যায়।

## ড° প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্য (১৯২৫ – )

নলবাৰীৰ ওচৰৰ দীঘেলী গাওঁত জন্ম গ্ৰহণ কৰা প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য বিশেষভাবে এগৰাকী ভাষাতত্ত্বৰ পণ্ডিত। ১৯৪৩ খৃঃত নলবাৰী গৰ্ডন হাইস্কুলৰ পৰা প্ৰথম-বিভাগত প্ৰবেশিকা পৰীক্ষা পাছ কৰে। পাছত কটন-কলেজৰ পৰা বি-এ, আৰু ১৯৫০ খৃঃত গুৱাহাটী বিশ্ববিদ্যালয়ে লোৱা প্ৰথম পৰীক্ষাত তেওঁ দ্বিতীয়-শ্ৰেণীত প্ৰথম স্থান লাভ কৰি অসমীয়াত এম্ -এ পাছ কৰে। পাছত বড়ো ভাষাৰ ওপৰত গৱেষণামূলক -গ্ৰন্থ প্ৰণয়ন কৰি ১৯৬৫ খৃঃত তেওঁ গুৱাহাটী-বিশ্ববিদ্যালয়ৰ পৰা ডি-ফিল্ ডিগ্ৰী লাভ কৰে। প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্যই ১৯৪৭ খৃঃৰ পৰা "দৈনিক-অসমীয়া" কাকতৰ কৰ্ম্মচাৰীৰূপে কৰ্ম্ম-জীৱন আৰম্ভ কৰে। ১৯৫১ খৃঃত বি-বৰুৱা কলেজৰ প্ৰবক্তা ৰূপে অধ্যাপনা আৰম্ভ কৰে আৰু শেষৰফালে সেই কলেজৰে অধ্যক্ষ-পদত নিযুক্ত হয়। যথাসময়ত সেই পদৰ পৰা অৱসৰ গ্ৰহণ কৰে। ভট্টাচাৰ্য্য চিৰদিনেই ভাষাতত্ত্ব আৰু সাহিত্য-সংস্কৃতিৰ সেৱাত ব্ৰতী। সেৱাৰ নিবিড়তা অনুপাতে অৱশ্যে তাৰ ফলশ্ৰুতি কম দেখা যায়। ভাষাতত্ত্ব আৰু লোক-সাহিত্যবিষয়ক আলোচনাত তেওঁৰ স্থান উল্লেখনীয়। "অসমৰ জন-জাতি" (১৯৬২) তেওঁৰ বিখ্যাত সম্পাদিত গ্ৰন্থ। ইংৰাজীত লিখা গৱেষণা-গ্ৰন্থৰ উপৰিও "অসমৰ লোক-উৎসব" (১৯৭০) ভট্টাচাৰ্য্যৰ অন্যতম কৃতি।

## নৱকান্ত বৰুৱা (১৯২৬ – )

বৰ্ত্তমান-যুগৰ অসমীয়া-সাহিত্যৰ একাধিক দিশত নৱকান্ত বৰুৱাৰ নাম আৰু খ্যাতি সমুজ্জ্বল। ইংৰাজী-সাহিত্যত এম্ - এ পাছ কৰা বৰুৱাই গুৱাহাটীৰ কটন-কলেজত অধ্যাপনা কৰি অৱসৰ লৈছে। আধুনিক-যুগত খ্যাতনামা কবিৰূপে সৰ্ব্বজনবিদিত হোৱাৰ উপৰিও তেওঁ ঔপন্যাসিক আৰু শিশু -সাহিত্যিকো। "হে অৰণ্য, হে মহানগৰ" (১৯৫২), "এটি দুটি এঘাৰটি তৰা" (১৯৫৭), "যতি আৰু কেইটামান স্কেচ্চ" (১৯৬১), "ৰাৱণ", "সম্রাট" আৰু ""মোৰ আৰু পৃথিৱীৰ" আদি বৰুৱাৰ প্ৰকাশিত কবিতা-সংকলন। সমাজবাদী ভাবে বৰুৱাৰ বেছিভাগ কৱিতাকে সঞ্জীৱিত কৰি ৰাখিছে বুলি কব পাৰি। সমাজৰ দুৰ্নীতি, আধোগতি, জীৱনৰ বক্ৰতা আদি অমঙ্গলীযা কথাবোৰেও কৱিক ব্যথিত, দুঃখিত কৰি তুলিছে। সেইবুলি তেওঁ নিৰাশবাদ পোষণ কৰা নাই। আধ্যাত্মিকতাৰ আভাস স্থানবিশেষত প্ৰকাশ হলেও কৱি অসীমমুখী হোৱা নাই। তেওঁ অতীন্দ্ৰিয়-সুখ-উপভোগ কৰা নাই। "ৰাবণ" আৰু "সম্রাট" একপ্ৰকাৰ ৰূপকাত্মক চুটিকাব্য। "কপিলী পৰীযা সাধু" (১৯৫৪), "ককা দেউতাৰ হাড়" (১৯৭২), "গৰমা কুৱঁৰী" (১৯৮০) আৰু "মানুহ আটাইবোৰ দ্বীপ" (১৯৮১) ৰচনা কৰি নৱকান্ত বৰুৱাই ঔপন্যাসিক ৰূপেও খ্যাতি অৰ্জ্জন কৰিছে। ইয়াৰ প্ৰথমখণ্ডৰ কপিলী পৰীযা জীৱন-প্ৰৱাহে প্ৰকৃতিৰ সৈতে মানৱ- জীৱনৰ সম্পৰ্ক স্পষ্ট কৰি তুলিছে, দ্বিতীয়খনত শক্তি-মন্ত লোকৰ স্বভাৱজাত দ্বন্দ্বাত্মক-সমস্যাৰ চিত্ৰণ, তৃতীযখনত ইতিহাস-প্ৰসিদ্ধা গডমা কুঁৱৰীৰ কথা ৰূপাযিত হৈছে শিল্পী-মানসৰ আনুভূতিক-তুলিকাৰ মাজেদি। ইযাৰ চতুৰ্থখন ৰচিত হৈছে বৌদ্ধ-ভিক্ষুকিনীৰ জীৱন- প্ৰৱাহৰ অৱলম্বনত। নৱকান্ত বৰুৱাই ভালেমান ৰচনাৰ যোগেদি শিশু সাহিত্যৰ কুঠৰী সমৃদ্ধ কৰাৰ উপৰিও আলোচনাৰ দিশতো তেওঁ দৃষ্টি নিপতিত কৰিছে। "অসমীয়া ছন্দৰ ভূমিকা" ৰচনা কৰি তেওঁ নান্দনিক-অভিজ্ঞতাৰো পৰিচয় দিব পাৰিছে।

## মহিম বৰা (১৯২৬ – )

নগাওঁৰ মহিম বৰাৰ খ্যাতি প্ৰসাৰিত বিশেষকৈ দুটা দিশত — তেওঁ কৱি আৰু গল্পকাৰ। পূৰ্ব্বসংস্কাৰত বিশ্বাস ৰখা আধুনিক-কৱিগোষ্ঠীৰ অন্যতম বৰা। "দৃষ্টি", "ৰঙা জীয়া", "উভতি অহাৰ কথা", "এই নদী অৰুন্ধতী", "তোমাৰ কৱিতা পঢ়ি", আদি বৰাৰ উল্লেখযোগ্য কৱিতা। তেওঁৰ কৱিতাত সূক্ষ্ম-কৌশল আৰু ব্যঞ্জনা আছে। গল্পলেখক ৰূপেও মহিম বৰাৰ সুকীয়া স্থান আছে। "কাঠনিবাৰীৰ ঘাট" নামৰ গল্প-সঙ্কলনখনৰ উপৰিও কিছুমান গল্প বিভিন্ন আলোচনীৰ পাতত আছে। তেওঁৰ কিছুমান গল্পত লঘু-হাস্যৰসৰ সমাৱেশ পোৱা যায়। বৰাৰ ভাষা সহজ-সৰল। "কাঠনিবাৰীৰ

ঘাট" এটা উৎকৃষ্ট পৰিৱেশপ্ৰধান গল্প। 'পুতলা-ঘৰ' (১৯৭১) আৰু "হেৰোৱা দিগন্তৰ মায়া" (১৯৭৩), এই দুখন উপন্যাসৰ যোগেদি উপন্যাসৰ ক্ষেত্ৰতো বৰাই এখনি স্থান লভিছে। প্ৰতীকধৰ্ম্মিতা আৰু ব্যঞ্জনাৰ সমাৱেশে বৰাৰ ৰচনা বিশেষত্বপূৰ্ণ কৰিব পাৰিছে।

## কেশৱ মহন্ত (১৯২৫ —)

ভৌতিকবাদত বিশ্বাসী আধুনিক-কবিগোষ্ঠীৰ অন্তৰ্ভুক্ত অন্যতম খ্যাতিমান কবি কেশৱ মহন্ত। তেওঁ জয়ন্তী-যুগতে কবিৰূপে আত্মপ্ৰকাশ কৰিছে। "আঘোনৰ কুঁৱলী" , "মৰনৈৰ কাল", "চিত্ৰলেখা", "চৰাই হে পৰিমগৈ", "প্ৰেক্ষাগৃহলৈ", "এটা নতুন গান", আদি মহন্তৰ উল্লেখযোগ্য কবিতা। অসমীয়া লোক-জীৱনৰ আদৰ্শ তেওঁৰ কবিতাৰ প্ৰধান অৱলম্বন। গীতিকাৰ ৰূপে কেশৱ মহন্তৰ পৰিচয় অধিক প্ৰশস্ত দেখা যায়। ইতিমধ্যে তেওঁৰ কেইবাখনো গীতিগুচ্ছই প্ৰকাশ লভিছে। "ৰ'দ জিকিমিকি" (১৯৬০), "কুঁৱলী আঁতৰি যা" (১৯৬৪), "দিশ ধৱলী বৰণ" (১৯৭০) আদি তেওঁৰ গীতি - কৱিতাৰ সঙ্কলন। ইযাত অসমীয়া গাৱঁলীযা জীৱনৰ বাহ্যিক আৰু আভ্যন্তৰিক চিত্ৰৰ সাঙ্গীতিক-ৰূপায়ণ বিশেষ আকৰ্ষণীয়। মহন্তৰ "আমাৰ পৃথিৱী" নামৰ কৱিতা-সঙ্কলন ১৯৪৬ চনতে প্ৰকাশ হয়।

## নীলিমা দত্ত (১৯২৫-- )

অসমীয়া-সাহিত্যৰ একাধিক দিশত বৰঙণি আগবঢাই অহা অন্যতমা লেখিকা নীলিমা দত্ত। তেওঁ কবি, চিন্তামূলক-প্ৰৱন্ধ-লেখিকা, শিশু-সাহিত্য-ৰচয়িত্ৰী আৰু আত্ম-জীৱনীৰো লেখিকা। তেওঁৰ "লুইতৰে পানী যাবি ঐ বৈ" (১৯৯৩) সাম্প্ৰতিক কালৰ এখন উল্লেখনীয় আত্ম-জীৱনীমূলক ৰচনা। এই গ্ৰন্থখন তিনিটা খণ্ডত বিভক্ত। লেখিকা কবি হোৱা কাৰণে আত্মজীৱনীত থাকিবলগীয়া বিষয় বৰ্ণিত হোৱাৰ উপৰিও ভাষা আৰু উপস্থাপনৰীতিৰ ফালৰ পৰা গ্ৰন্থখনে সাহিত্যিক-মৰ্য্যদাও লাভ কৰিছে। তেওঁৰ আন আন পুথিৰ ভিতৰত "আকাশ বন্তি" (১৯৬৭), "শৈল-শিখৰ" (১৯৬৯), "ধুমুহাৰ পিছত" (১৯৯২) আৰু "প্ৰাণ শিখা" (১৯৮৪) উপন্যাস, আৰু "শেষ নাই", "অন্ধকূপ আদি কৱিতাৰ পুথি । "গ্ৰীক-দৰ্শনৰ চমু পৰিচয়", " সৰ্ব্ব পল্লী ৰাধাকৃষ্ণণ - দৰ্শন আৰু আদৰ্শ" আদি দাৰ্শনিক-গ্ৰন্থৰ উপৰিও শিশুৰ উপযোগী কেইবাখনো পুথিও তেওঁ লিখিছে।

## গোকুল পাঠক (১৯২৬ — )

বৰপেটাৰ গোকুল পাঠক সাহিত্য-সংস্কৃতিৰ সেৱক। নিজে লেখক হোৱাৰ উপৰিও তেওঁ গায়ক আৰু গীতিকাৰো। "বৰপেটা সত্ৰৰ ইতিহাস" নামৰ পুথি ৰচনা কৰি তেওঁ বিশেষভাবে জনাজাত। গীত, গল্প, উপন্যাস, প্ৰবন্ধ আদিৰ শ্ৰেণীভুক্ত কেইবাখনো পুথি

তেওঁ ৰচনা কৰিছে। "ৰূপান্তৰ" আৰু "আমাৰ দেশ" নামৰ দুখন আলোচনী সম্পাদন কৰি স্বকীয় প্ৰচেষ্টাত কিছুকাল চলাই তেওঁ সাংবাদিক-আখ্যাও লভিছে।

## যোগেশ দাস (১৯২৭-১৯৯৯)

ডুমডুমাৰ ওচৰৰ হাঁহচৰা-বাগিচাত জন্মগ্ৰহণ কৰা যোগেশ দাসে ১৯৫২ খৃঃত গুৱাহাটী-বিশ্ববিদ্যালযৰ পৰা অসমীয়াত এম্-এ পাছ্ কৰি বি-বৰুৱা কলেজৰ অধ্যাপক নিযুক্ত হয়, আৰু সেই কলেজৰে সেই পদৰ পৰা যথাসমযত অৱসৰ গ্ৰহণ কৰে। দ্বিতীয মহাযুদ্ধৰ অব্যৱহিত-পৰিৱৰ্ত্তি-কালৰে পৰা অসমীযা-সাহিত্যৰ উপন্যাস আৰু গল্প, উভয-দিশ যোগেশ দাসৰ সৃষ্টিমূলক ৰচনাই সমৃদ্ধ কৰি তুলিছে। "ডাৱৰ আৰু নাই" (১৯৫৫) দাসৰ প্ৰথম প্ৰকাশিত উপন্যাস। ইয়াৰ পাছত তেওঁৰ "জোনাকীৰ জুই" (১৯৫৯), নেদেখা জুইৰ ধোৱাঁ (১৯৭২), "ছা জুই দেখি" (১৯৬৯), "পোহৰৰ ফালে" (১৯৬৮), "নিৰুপায" (১৯৬৩), "এমুঠি ধূলি" (১৯৬৫), "হেজাৰ ফুল" (১৯৬৭), "অবৈধ" (১৯৭২), "উৎকণ্ঠ উপকণ্ঠ" (১৯৭০) আদি উপন্যাসবোৰ প্ৰকাশ হৈছে। প্ৰথম প্ৰকাশিত হলেও "ডাৱৰ আৰু নাই" যেই যোগেশ দাসৰ উপন্যাসৰাজিৰ ভিতৰত সামগ্ৰিক-ৰূপত শ্ৰেষ্ঠত্ব দাবী কৰিব পাৰে। দ্বিতীয়-মহাযুদ্ধৰ ঘৰ্ষণৰ মাজেদি অসমৰ বুকুত সামাজিক, অৰ্থনৈতিক, চাৰিত্ৰিক, নৈতিক আদি সকলো দিশতে অস্বাভাৱিকভাবে যি বিকট ৰূপৰ উদ্ভৱ হৈছিল, সেই চিত্ৰৰেই কলাত্মক-ৰূপাযণ এই উপন্যাস। নানা প্ৰকাৰ দুৰ্নীতি-ব্যভিচাৰৰ মাজতো শিক্ষিত নীতিপৰায়ণ বাখৰে মানৱীয় আদৰ্শ ৰক্ষা কৰাৰ ফলস্বৰূপে পত্নীৰো অপ্ৰীতিভাজন হয়, আনকি সাময়িকভাবে পত্নীয়ে তেওঁক এৰাও দিযে। ঘটনা-প্ৰৱাহৰ মাজেদি পাছত সন্দেহৰ ডাৱৰ আঁতৰ হোৱাত দুযোৰো মিলন হয়। এই ঘটনাখিনি "ডাৱৰ আৰু নাই"ৰ কেন্দ্ৰীয কথা। বিবাহৰ ক্ষেত্ৰত যুৱক-যুৱতীৰ স্বাভাৱিক-প্ৰণয-আকৰ্ষণতকৈ পিতৃ-মাতৃ আৰু সমাজৰ প্ৰভাৱ যে বেছি কাৰ্যকৰী, আৰু ফলত এগৰাকী নাৰীৰ জীৱনলৈ নামি অহা কাৰুণ্যৰ কথা "জোনাকীৰ জুই"ত ৰূপায়িত হৈছে। দাসৰ বাকী উপন্যাসবোৰো সমাজৰ বিভিন্ন চিত্ৰৰ আধাৰত ৰূপ লৈ উঠিছে। বিশেষকৈ সমাজৰ মধ্যম-শ্ৰেণীৰ, ক'তো ক'তো নিম্ন-শ্ৰেণীৰ লোকৰো জীৱন-বৈচিত্ৰ্য আৰু সামাজিক ব্যৱস্থাবোৰৰ ওপৰত গুৰুত্ব পৰিলক্ষিত। কাহিনীৰ মাজত অস্বাভাৱিক ঘটনাৰ সংযোগ আৰু কোনো বৰ্ণনাৰে আতিশয্য নথকাটো লক্ষণীয় কথা। ক'তো ক'তো ঘটনা-প্ৰবাহ সমান্তৰালভাৱে গলেও বেছিভাগতে ঘটনাবোৰ সঙ্গতিৰ মাজেদি নিৱদ্ধিত ; ফলস্বৰূপে কাহিনীৰ এককত্ব-ৰূপ লক্ষণীয় হৈছে। চৰিত্ৰ-চিত্ৰণৰ ক্ষেত্ৰত দাস সকলো ক্ষেত্ৰতে নিৰপেক্ষ আৰু যথোচিত উদাৰ।

"সঁহাৰি পাই" (১৯৫৫), "পপীয়া তৰা" (১৯৫৭), "মদাৰৰ বেদনা" (১৯৬৩), "আন্ধাৰৰ আঁৰে আঁৰে" আৰু "পৃথিৱীৰ অসুখ" (১৯৭৯) আদি যোগেশ দাসৰ প্ৰকাশিত

গল্প-সঙ্কলন। উল্লেখ কৰিবলগীয়া কথা এই যে, পূৰ্ব্বতে প্ৰকাশিত সৰু উপন্যাস "সংহাৰি পাই"ৰ লগত "গিৰি-গুহা মেছ" আৰু "পলৰীয়া" নামৰ দুটা দীঘলীয়া গল্প লগ লগাই "ত্ৰিবেণী" নামেৰে এখন পুথি ১৯৫৯ চনত ছপা কৰি উলিয়াইছে। উপন্যাসসমূহৰ নিচিনা যোগেশ দাসৰ গল্পবোৰো জীৱনৰ বিবিধ সমস্যাৰ আধাৰত ৰচিত। ত্ৰৈলোক্যনাথ গোস্বামীৰ[১১] ভাষাত "স্ত্ৰী-পুৰুষৰ আকৰ্ষণৰ ছবি তেওঁ আঁকিছে। ক'তো ক'তো এই আকৰ্ষণ আগতে গঢ়ি উঠা আকৰ্ষণ। কিন্তু প্ৰকৃত প্ৰেমৰ গভীৰতা তেওঁ ক'তো দেখুৱা নাই। আত্মিক-প্ৰয়োজনৰ ওপৰত তেওঁৰ হয়তো আস্থা কম। সেই বাবে তেওঁ দৈহিক-প্ৰযোজনৰ ওপৰলৈ উঠাৰ চেষ্টা নকৰে। যোগেশ দাসৰ বিশেষত্ব হল সৰল-বাক্ভঙ্গীৰ সহাযত অজটিল ঘটনাৰ প্ৰকাশ। এই প্ৰকাশৰ মাজত বিচিত্ৰতা নাথাকিলেও ঠায়ে ঠায়ে মাধুৰ্য্য আছে।"

আলোচনামূলক-প্ৰৱন্ধলেখক ৰূপেও যোগেশ দাসৰ নাম উল্লেখনীয়। তেওঁৰ গদ্য প্ৰধানভাবে পৰিমিত ষ্টাইলৰ (Economic Style) অন্তৰ্গত।

## অনন্ত দেৱ শৰ্ম্মা (১৯২৭-১৯৭৫)

তীক্ষ্ণ-বুদ্ধিসম্পন্ন অনন্ত দেৱ শৰ্ম্মাৰ জন্ম হৈছিল ৰামদিয়া মৌজাৰ বৰসন্তাৰ গাওঁত। গুৱাহাটীৰ কামৰূপ একাডেমী আৰু মঙ্গলদৈ চৰকাৰী হাই স্কুলত সংস্কৃত-শিক্ষক হিচাপে তেওঁ কাম কৰিছিল। কৰ্কট-ৰোগত আক্ৰান্ত হৈ ৪৮ বছৰ বয়সতে তেওঁ মৃত্যুবৰণ কৰিবলগীয়া হয।

শিশুৰ মানসিকতা অধ্যয়ন কৰি শিশুৰ উপযোগীকৈ কবিতা আৰু আধুনিক ধৰণৰ চুটিগল্পৰ সাৰ্থক লেখক ৰূপে অনন্ত দেৱ শৰ্ম্মাৰ নাম অগ্ৰগণ্য বুলিব পাৰি। তেওঁ প্ৰসিদ্ধ শিশু-সাহিত্যিক ৰূপে পৰিগণিত। তেওঁৰ প্ৰকাশিত গল্প-সংগ্ৰহ সাতখন— "লুচি পালন" (১৯৭২), "ওৰণিৰ তলৰ গোঁফ" (১৯৭৩), "গল্পৰ থুপি" (১৯৭২), "জন্মদিনৰ উপহাৰ" (১৯৭৩) "জোলোঙাৰ মেকুৰী" (১৯৭৩) "মণিমালা" (১৯৭০) আৰু "জিৰণিৰ সাধু" (১৯৭২)। ইয়াৰ উপৰিও মৃত্যুৰ আগতে আৰু চাৰিখন গল্প-পুথিৰ পাণ্ডুলিপি তেওঁ প্ৰস্তুত কৰি থৈছিল। সেই চাৰিখনৰ তিনিখনৰ নাম এই "দেও লগা পিঠা", "উকাদেও" আৰু "ইৰু আতাৰ বেমাৰ" ; আনখনৰ নামকৰণ পোৱা নাযায়। "মণিমালা" আৰু "জিৰণিৰ সাধুত" ভাৰতীয়-নীতিমূলক-আখ্যান কিছুমান শিশুৰ উপযোগী ৰূপত অন্তৰ্ভুক্ত হৈছে। বাকী পাঁচখন পুথিত সন্নিবেশিত হৈছে কিছুমান আধুনিক চুটি গল্প— সেইবোৰৰ বিষয়বস্তু শিশু-মানসিকতাৰ লগত খাপ খোৱা আৰু প্ৰকাশভঙ্গীও শিশুৰ আনন্দদায়ক। শিশু-সাহিত্যিক বহুত থাকিলেও সেইবোৰৰ মাজত অনন্ত দেৱ

---

১১. আ. গ. সা

শৰ্ম্মাৰ বিশেষত্ব এই যে, তেওঁ আধুনিক চুটিগল্পৰ বিষয় আৰু টেক্‌নিক্ অৱলম্বন কৰি শিশুৰ উপযোগী গল্পবোৰ ৰচনা কৰিছে। অনন্ত দেৱ শৰ্ম্মাৰ শিশুপযোগী কৱিতাৰ পুথি পাঁচখন প্ৰকাশ হৈছে। সেইবোৰৰ নাম - "ৰঙা ৰ'দ আনোগৈ বল", "কৰণিৰ ফুল", "মালিকা", "মন ফুলনি" আৰু "জোনাক বিচাৰি"। দেৱ শৰ্ম্মাৰ কৱিতাবোৰে শিশু-মনক ভাৰতীয় আদৰ্শলৈ আকৰ্ষিত কৰে, আৰু আধুনিক-যুগতো কৱিতাৰ পুৰণিকলীয়া ছান্দস-ৰীতি শিশুৰ মানস-ফলিত উজলাই দিয়ে।

## যতীন্দ্ৰনাথ গোস্বামী ( কনিষ্ঠ, ১৯২৭)

যতীন্দ্ৰনাথ গোস্বামীৰ[১২] জন্ম বৰপটো-জিলাৰ পাটাচাৰকুছিত। পাছত তেওঁ গুৱাহাটীতে স্থায়িভাবে বাস কৰে। চিৰদিন অসমীয়া-সাহিত্য-সংস্কৃতিৰ সাধনা কৰি অহা লোকসকলৰ ভিতৰত তেওঁ অন্যতম। গোস্বামীৰ অৱিহণা বহু দিশত দেখিবলৈ পোৱা যায়। তেওঁ গল্প, উপন্যাস, কৱিতা, আলোচনাত্ম-গদ্য ৰচনা আদি বিবিধ দিশত বহুসংখ্যক পুথি লিখিছে। সেই বিলাকৰ ভিতৰত অসমীয়া-সাহিত্যৰ বুৰঞ্জীসম্বন্ধীয় গ্ৰন্থ "অসমীয়া ভাষা আৰু সাহিত্যৰ ইতিহাস" আৰু অসমৰ সংস্কৃতি-জনসংস্কৃতি- অধ্যয়নৰ ফলশ্ৰুতি "অসমৰ লোকসংস্কৃতিত দৃষ্টিপাত" বিশেষভাবে উল্লেখনীয় গ্ৰন্থ। অলপতে প্ৰকাশিত বাণভট্টৰ "হৰ্ষচৰিত"ৰ অসমীয়া অনুৱাদ তেওঁৰ অন্যতম বিশেষ কৃতি।

## চন্দ্ৰপ্ৰসাদ শইকীয়া (১৯২৭——)

আমগুৰি-অঞ্চলৰ জালুক গাওঁত জন্মগ্ৰহণ কৰা চন্দ্ৰপ্ৰসাদ শইকীয়া সাম্প্ৰতিক কালত প্ৰসিদ্ধ সাংবাদিক, ঔপন্যাসিক, গল্পকাৰ আৰু আলোচনামূলক গদ্য-লেখকৰূপে প্ৰতিষ্ঠিত। কৰ্ম্ম-জীৱনৰ অধিকভাগ সময় তেওঁ সাংবাদিক হিচাপেই কটাইছে। ইংৰাজী-সাহিত্যত এম্-এ পাছ্ কৰি ১৯৫৫ খৃঃত "আসাম ট্ৰিবিউন"ত তেওঁ সাংবাদিকৰূপে কাম কৰিবলৈ আৰম্ভ কৰে। তাৰ পাছত কিছুকাল "অসম-বাতৰি" সম্পাদনা কৰে। ১৯৬৭ চনৰ পৰা ভালেমান বছৰধৰি অসম প্ৰকাশন-পৰিষদৰ সচিৱৰ দায়িত্ব তেওঁ বহন কৰে। সেই দাযিত্বৰ পৰা অব্যাহতি লৈ শইকীয়াই "গৰীয়সী" নামৰ মাহেকীয়া আলোচনী সম্পাদন কৰি সাংবাদিক হিচাপে খ্যাতি অৰ্জ্জন কৰিছে। অসম-সাহিত্য-সভাৰ সভাপতিৰ আসনত বৰ্ত্তমানে তেওঁ অধিষ্ঠিত।

"এদিন" (১৯৬৯), সূৰ্য্যস্নান (১৯৬৩), মন্দাক্ৰান্তা (১৯৬৩), মেঘমল্লাৰ (১৯৬৩), উত্তৰ কাল (১৯৭২), জন্মান্তৰ (১৯৭৮), মহাৰথী (১৯৯২) আদি গ্ৰন্থৰ যোগেদি চন্দ্ৰপ্ৰসাদ শইকীয়া ঔপন্যাসিক ৰূপে পৰিগণিত। শইকীয়াৰ প্ৰথম ৰচনা "এদিন"। "এদিন"

---

১২. আমাৰ সাহিত্যত দুগৰাকী যতীন্দ্ৰনাথ গোস্বামী বিখ্যাত। এগৰাকী বয়োজ্যেষ্ঠ, তেওঁ *যোৰহাট নিবাসী; আন গৰাকী বয়ঃকনিষ্ঠ, তেওঁ গুৱাহাটী বাসী।*

আৰু "সূৰ্য্যস্নান"ৰ আৱয়ৱিক-স্বৰূপৰ মাজত পূৰ্ণতাৰ অভাৱ কাৰণে ইয়াক প্ৰকৃত উপন্যাস বুলি কোৱাত অসুবিধা আছে। বাকী কেইখন উপন্যাস পূৰ্ণপৰ্য্যায়ৰ। উপন্যাস কেইখনৰ বিষয়বস্তু প্ৰধানভাবে মধ্যবিত্ত শিক্ষিত-সমাজৰ সমস্যাৰ অন্তৰ্গত। ইয়াৰ মাজত গ্ৰাম্য-সমস্যা আৰু পৰিবেশৰ অৱতাৰণা আপেক্ষিকভাবে কম। কাহিনী-সৃষ্টিৰ কলাত্মক-কৌশলো সকলো ক্ষেত্ৰতে নিখুঁত দেখা নাযায়। শইকীয়াৰ "মহাৰথী" উপন্যাসখনে সাহিত্য-একাডেমীৰ পুৰস্কাৰ লাভ কৰিছে। মহাভাৰতীয়-কথাৰ অৱলম্বনত, সাম্প্ৰতিক-যুগৰ সামাজিক-চেতনাবোধৰ উম দি ৰচনা কৰা ই এখন বিশেষ গ্ৰন্থ। শইকীয়াৰ গল্পসমূহৰ এই পৰ্য্যন্ত তিনিটা সঙ্কলন পোৱা হেছে - নাম, "মায়ামৃগ", "নাচপতি ফুল" আৰু "অঙ্গীকাৰ"। অৰ্থপ্ৰকাশক-পৰিমিত-ভাষাৰ প্ৰযোগ আৰু একোটা আদৰ্শৰ চাপে তেওঁৰ গল্পসমূহৰ আকৰ্ষণ বঢ়াইছে। তেওঁৰ ভ্ৰমণ-কাহিনী আৰু আন আন চিন্তাগধুৰ প্ৰবন্ধয়ো আমাৰ সাহিত্য সমৃদ্ধ কৰাত সহায়তা কৰিছে।

## পদ্ম বৰকটকী (১৯২৭ — )

পদ্ম বৰকটকী স্বাধীনোত্তৰ-যুগৰ অন্যতম সৰবৰহী ঔপন্যাসিক। এই কালডোখৰৰ কৃতী গল্পকাৰসকলৰ পৰিগণনাতো তেওঁৰ নাম উল্লেখনীয়। এই দুই দিশৰ উপৰিও কবি, নাট্যকাৰ আৰু সাংবাদিকৰূপেও তেওঁৰ একোখনি স্থান নিৰ্ণীত হয়। তেওঁৰ সকলোবোৰ দিশৰ প্ৰকাশিত শতাধিক পুথিৰ এখন তালিকা পোৱা গৈছে। পদ্ম বৰকটকীৰ প্ৰথম প্ৰকাশিত উপন্যাস "মনৰ দাপোন" (১৯৫৮)। তাৰ পাছত তেওঁৰ "বিচাৰৰ বাবে" (১৯৬১), "কোনো খেদ নাই" (১৯৬৩)" "খবৰ বিচাৰি" (১৯৫৯), জীৱন এষণা" (১৯৬৫), "নজ্বলা ধূপৰ ইতিকথা" (১৯৬৭), "পুতলাৰ নমস্কাৰ" (১৯৬৮), "নতুন প্ৰতীতি" (১৯৬৯), "জীৱন অৰণী" (১৯৬৯), "দুষ্মন্তৰ চুমা" (১৯৭০), "ৰঙা ৰঙা ৰং" (১৯৭১) আদি উপন্যাসবোৰে প্ৰকাশ লভিছে। প্ৰথম উপন্যাস "মনৰ দাপোন"ত ছিলঙৰ এখন আদৰ্শহীন সমাজৰ নগ্ন-চিত্ৰ প্ৰতিফলিত কৰিছে। কাহিনীৰ পীনবদ্ধ-ৰূপ ইয়াত পোৱা নাযায়। "কোনো খেদ নাই" অসম-বুৰঞ্জীৰ বিখ্যাত নাৰী-চৰিত্ৰ ৰাণী ফুলেশ্বৰীৰ জীৱনালেখ্যৰ আধাৰত ৰচিত। লেখকৰ অত্যধিক কাল্পনিক-প্ৰৱণতাই ইয়াত কিন্তু বুৰঞ্জীৰ সত্য স্তিমিত কৰিছে। অষ্টাদশ-শতিকাৰ ঘটনাৰ ৰূপায়ণত বিংশ-শতিকাৰ গণ-তান্ত্ৰিক-ভাৱধাৰা সানি দিয়াত ইয়াৰ কাহিনীত কাল-বিৰোধ-দোষো (anachronism) পৰিলক্ষিত হৈছে। শেষৰ ফালৰ ৰচনা "ৰঙা ৰঙা ৰং"ত লেখকে এখন সমাজ তান্ত্ৰিক-সামাজ প্ৰতিষ্ঠাৰ যত্ন কৰিছে। কলাত্মক-দৃষ্টিৰ পৰা ই উপন্যাসৰ মৰ্য্যদাত অৱশ্যে গৰীয়ান নহয়। কাহিনীৰ অন্তৰ্গত ঘটনাসমূহৰ সংযোগ-সূত্ৰত সুসঙ্গতিৰ অভাৱে অধিকসংখ্যক উপন্যাসকে নিটোল ৰূপ দিয়াত বাধা জন্মাইছে। সমাজৰ বিশেষকৈ মধ্যবিত্ত-শ্ৰেণীৰ কাৰ্য্য-কলাপৰ চিত্ৰণত বৰকটকীয়ে গুৰুত্ব আৰোপ কৰিছে।

তেওঁলোকৰ বক্ৰতা, মিথ্যাচাৰ, ইন্দ্ৰিয়াসক্তি, সম্ভোগস্পৃহা আদি দিশবোৰৰ বৰ্ণনাত বৰকটকী সিদ্ধহস্ত। এনেবোৰ কথাৰ বৰ্ণনাত তেওঁৰ ভাষা উপযুক্ত, ঝঙ্কাঁৰপূৰ্ণ আৰু আকৰ্ষণীয হৈ উঠিছে। বৰকটকীৰ সমাজ সচেতনতা গুণ সুস্পষ্ট। সমাজ-পৰিশুদ্ধিৰ ভাব তেওঁৰ ৰচনাৰ মাজত পৰিব্যাপ্ত। স্থানবিশেষত ব্যঙ্গ্যভাবৰ প্ৰযোগো এই উদ্দেশ্যসিদ্ধিৰেই কাৰণ ৰূপে প্ৰতীযমান।

গল্পকাৰ ৰূপেও পদ্ম বৰকটকীৰ স্থান নিম্ন-পৰ্য্যায়ত নহয়। তেওঁৰ "অশ্লীল" নামৰ সঙ্কঁলনটোৰ অন্তৰ্গত গল্পবোৰত বাহিৰেও আৰু কিছুমান গল্প আলোচনীৰ পাততে আছে। উপন্যাসৰ নিচিনা গল্পতো কলা-কৌশলতকৈ সমাজ-পৰিশুদ্ধিৰ দিশত বৰকটকীৰ অধিক মনোনিবেশ লক্ষ্য কৰা যায়। ইযাতো ব্যঙ্গ্যভাবে উদ্দেশ্যসিদ্ধিত সহাযতা কৰিছে।

সাংবাদিকতাৰ দিশতো পদ্ম বৰকটকীৰ বৰঙণি কম আদৰণীয নহয। উচ্চ-মানবিশিষ্ট "আমাৰ প্ৰতিনিধি" আলোচনীৰ সম্পাদনা ইযাৰ নিদৰ্শন।

## ভুবনমোহন দাস

গল্প, প্ৰবন্ধ, জীৱনী আদিৰ দিশত বৰঙণি যোগাই অহা অন্যতম লেখক ভুবনমোহন দাস। তেওঁৰ গ্ৰন্থ পোৱা যায দুখন– এখন "দেউতাৰ কথা" (১৯৬৭) আৰু আনখন "নিজৰা কবি শৈলধৰ ৰাজখোৱা" (১৯৯০)। নৃতত্বসম্বন্ধীয বৈজ্ঞানিক আলোচনাৰ তিনিখন কিতাপ তেওঁৰ প্ৰকাশ হৈছে। সেইকেইখন– "আদিম যুগৰ আদি কথা" (১৯৬০), "মানৱৰ আদি কথা" (১৯৬০) আৰু "বিৱৰ্ত্তনৰ পথত মানৱ" (১৯৬১)। ভুবনমোহন দাস গল্পলেখকৰূপে পৰিচিত হয "ৰামধেনু"ৰ পাততে।

## বাপচন্দ্ৰ মহন্ত

বাপচন্দ্ৰ মহন্ত সাম্প্ৰতিক-কালৰ এগৰাকী উল্লেখনীয় আলোচক। তেওঁ কেইবাখনো গ্ৰন্থ প্ৰকাশ কৰি ইতিমধ্যে আমাৰ আলোচনাত্মক-গদ্য-সাহিত্যৰ পুষ্টিসাধনত সহায়তা কৰিছে। "জীৱন আৰু সাহিত্য" (১৯৬৩), "ভাৰতীয়-ধৰ্ম্মসাধনা" (১৯৬৭), "নাম ঘোষাৰ তত্ত্বদৰ্শন" (১৯৭৮), "সাহিত্যৰ স্বৰূপ আদৰ্শ" আৰু "মহাপুৰুষ শঙ্কঁৰদেৱ" (১৯৬৫), এই কেইখন তেওঁৰ বিশেষভাবে উল্লেখনীয় গ্ৰন্থ। ইয়াৰ উপৰিও তেওঁৰ কেইবাখনো প্ৰকাশিত পুথি আছে। তেওঁ এখন ব্যাকৰণো ৰচনা কৰিছে। উল্লিখিত আলোচনাত্মক গ্ৰন্থ চাৰিখনত মহন্তই অধ্যয়ন আৰু বিচাৰবোধৰ পৰিচয় দিব পাৰিছে।

## জ্ঞানানন্দ শৰ্ম্মা পাঠক

ৰামধেনু-যুগৰ পৰা সাহিত্য-সমালোচনাৰ ক্ষেত্ৰত প্ৰসিদ্ধিলাভ কৰা আলোচকসকলৰ ভিতৰত জ্ঞানানন্দ শৰ্ম্মা পাঠক অন্যতম। "নতুন কবিৰে মুকলি চিঠিত" (১৯৮৬)

তেওঁ আধুনিক-কবিতাৰ সমালোচনাত এটা নতুন ধাৰা দেখুৱাইছে বুলি কব পৰা যায়। তেওঁৰ "নতুন ৰচনা"ত সমসাময়িক ৰম্যৰচনাসমূহৰ বহল আলোচনা দাঙি ধৰা হৈছে। ইয়াৰ উপৰিও আৰু কিছুমান লিখকৰ কৃতিত্বৰ পৰ্য্যালোচনা শৰ্ম্মা পাঠকে আগবঢ়াইছে।

## পদ্মৰাম শালৈ

শিক্ষাব্ৰতী পদ্মৰাম শালৈয়ে চান্‌মাগুৰি উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ অধ্যক্ষৰ পদৰ পৰা অৱসৰ গ্ৰহণ কৰিছে। তেওঁ কেইবাখনো আলোচনাত্মক মূল্যৱান গ্ৰন্থ ৰচনা কৰি আমাৰ সাহিত্যৰ সমৃদ্ধি বঢোৱাত সহায়তা কৰিছে। "প্ৰাচ্য-পাশ্চাত্যৰ সাহিত্যত এভুমুকি" (১৯৭৮) আৰু "ইংৰাজী-ৰোমান্টিক-কাব্য সাহিত্যৰ জিলিঙনি (১৯৯৪) তেওঁৰ উল্লেখনীয় অৱদান। "শালৈ জাতিৰ ঐতিহ্য-বিচাৰ" তেওঁৰ এখন অনুসন্ধানমূলক পুথি।

## ৰোহিণীকুমাৰ কাকতি (১৯২৮ —)

চুটিগল্প আৰু উপন্যাসৰ দিশত ৰোহিণীকুমাৰ কাকতিৰ অৱদান উল্লেখনীয়। প্ৰথমতে গল্পৰ ক্ষেত্ৰত পাঠকৰ লগত সুপৰিচিত হৈ পাছৰ ফালে তেওঁ উপন্যাসৰ দিশত প্ৰৱেশ কৰে। তেওঁৰ গল্পসমূহে মধ্যবিত্ত-শ্ৰেণীৰ লোকৰ বিভিন্ন দিশত আলোকপাত কৰিছে। "জীৰ্ণশীৰ্ণ", "মৃত্তিকা", "বালিচন্দা", "অস্থিৰ শিখা" আদি তেওঁৰ উল্লেখযোগ্য গল্প। তেওঁ কেইটামান ব্যঙ্গ্যাত্মক-গল্পও ৰচনা কিৰছে। "শেঁতা ৰ'দ" (১৯৬২), "এক নক্ষত্ৰৰ নিশা" (১৯৬৪), "সূৰ্য্য-ৰেখা" (১৯৬৫), "ৰ'দ আৰু কুঁৱলী" (১৯৬৭), "ভগ্নাংশ" (১৯৬৯), আৰু "ভগ্নদূত" (১৯৭৯)— এই কেইখন ৰোহিণীকুমাৰ কাকতিৰ প্ৰকাশিত উপন্যাস। উপন্যাসকেইখনত ৰোমান্টিক-আৱেশ থাকিলেও এইবোৰক একেবাৰে বাস্তৱবিমুখ বুলিব নোৱাৰি। এক প্ৰকাৰ অভিনৱ টেক্‌নিকৰ মাজেদি উপন্যাসকেইখনৰ কথাবস্তু ৰূপায়িত হোৱাটোও এক লক্ষণীয় বিশেষত্ব।

## অজিত বৰুৱা (১৯২৮ —)

অজিত বৰুৱা আছিল উচ্চস্তৰৰ এগৰাকী সুদক্ষ প্ৰশাসনীয় বিষয়া। সাহিত্যৰ ক্ষেত্ৰত, বিশেষকৈ তেওঁ প্ৰগতিবাদী কবিৰূপে খ্যাতিমান। "তীখা" আৰু "হাতুৰি" - প্ৰথম অৱস্থাতে ৰচনা কৰা এই দুটা কৱিতাৰ মাজতে বৰুৱাই সমাজবাদী ভাৱধাৰা আৰু শ্ৰমজীৱীৰ আত্মচৈতন্য জগাই তোলে। পাছৰ ফালে তেওঁ প্ৰতীকবাদৰ প্ৰতি বেছি আকৰ্ষিত হোৱা দেখা যায়। বহু সময়ত ভাৱানুসৰি সংযমৰ মাজেদি শব্দ-প্ৰয়োগত তেওঁ নৈপুণ্য দেখুৱাব পাৰিছে। কোনো কোনো ঠাইত ভাৱবিক্ষিপ্ততাই পাঠকৰ চিন্তাধাৰাত আউল লগায় আৰু ভাৱগ্ৰহণত তেওঁক চিন্তাক্লিষ্ট কৰি তোলে। কবিৰ শেষৰ ফালৰ উল্লেখনীয় সৃষ্টি "ব্ৰহ্মপুত্ৰ" এই প্ৰসঙ্গত মন কৰিবলগীয়া। তেওঁৰ কৱিতাৰ পুথি "কিছুমান পদ্য আৰু গান" (১৯৮২)। অনুবাদৰ দিশতো বৰুৱাৰ বৰঙণি উল্লেখনীয়।

## দীনেশ্বৰ ভট্টাচাৰ্য্য (১৯২৮ — )

নলবাৰীৰ ওচৰৰ আৰিকুছি গাওঁত জন্মগ্ৰহণ কৰা দীনেশ্বৰ ভট্টাচাৰ্যই নলবাৰী-কলেজত অসমীযাৰ-প্ৰৱক্তা ৰূপে কাম কৰি অৱসৰ লৈছে। তেওঁ কিছুমান প্ৰবন্ধ-পাতি লিখাৰ উপৰিও অসমীযা কাব্য-প্ৰৱাহৰ ওপৰত লিখা তেওঁৰ আলোচনাসমূহ বিশেষভাবে উল্লেখযোগ্য। এই আলোচনাৰাজি "অসমীয়া-কাব্য-সাহিত্য আৰু জাতীয়-জীৱনত প্ৰগতিবাদী চিন্তা" নামেৰে তিনিটা খণ্ডত গ্ৰন্থাকাৰে যথাক্ৰমে ১৯৭২, ১৯৮৫ আৰু ১৯৯৩ চনত প্ৰকাশ হৈ ওলাইছে।

প্ৰথম খণ্ডত ১৪ শ শতিকাৰ পৰা ১৯৪৭ চনৰ ভিতৰৰ কবি সকলৰ আলোচনা সুমুৱা হৈছে। দ্বিতীয় আৰু তৃতীয় খণ্ডত ১৯৪৭ চনৰ পাছৰ পৰা ১৯৭০ চনৰ ভিতৰত বা তাৰো কিছু পৰৱৰ্ত্তি-কালৰ ভিতৰত প্ৰতিষ্ঠা লাভ কৰা কবিসকলৰ কৱিতাৰ আলোচনা অন্ত ভূৰ্ক্ত কৰা হৈছে। আমাৰ সাহিত্যৰ আৰম্ভণিৰ পৰা বৰ্ত্তমানলৈকে সৰু-ডাঙৰ প্ৰায সকলোবোৰ কবিৰে কৱিতাৰ একহাতৰ আলোচনা অন্তভূৰ্ক্ত কৰা হিচাপে এই গ্ৰন্থ একক, ইযাৰ বিশেষ মূল্য আছে। কিন্তু মূল্যাযনত সমালোচক কোনো কোনো সময়ত সহৃদয হব নোৱাৰা কাৰণে আৰু সকলোবোৰ কৱিতাৰ আলোচনাকে একমুখী কৰিবলৈ যত্ন কৰা কাৰণে গ্ৰন্থখন যথোচিতভাবে সমাদৃত হোৱা দেখা নাযায়।

## ড° মহেন্দ্ৰ বৰা (১৯২৯-১৯৯৭)

ডিব্ৰুগড়ৰ টিংখণ্ডত জন্মগ্ৰহণ কৰা মহেন্দ্ৰ বৰাই কলিকতা বিশ্ববিদ্যালয়ৰ পৰা ইংৰাজী-সাহিত্যত এম্-এ পাছ কৰি দৰং কলেজকে আদি কৰি কেইবাখনো কলেজত কিছু কিছু কাল অধ্যাপনা কৰে। পাছত যথাক্ৰমে গোৱালপাৰা আৰু বিলাসীপাৰা কলেজৰ অধ্যক্ষ - পদত থাকি শেষৰ ফালে ডিব্ৰুগড-বিশ্ববিদ্যালয়ৰ অসমীযা -বিভাগৰ অধ্যাপকৰ পদত অধিষ্ঠিত হৈ চাকৰি-কালৰ অৱসান ঘটায়।

কৱিতা, সাংৱাদিকতা, সমালোচনা আদি কেইবা দিশত অৱদান আগবঢ়াই মহেন্দ্ৰ বৰাই অসমীয়া-সাহিত্যৰ সেৱা কৰিছে। "মণিদীপ" নামৰ এখন উচ্চ-মানৰ মাহেকীয়া-আলোচনী কিছু কাল ধৰি (১৯৬০-৬৬) তেওঁ সম্পাদন কৰি উলিয়াইছিল। সেই কাৰ্য্যই বৰাক বিশেষকৈ সাংবাদিক ৰূপে খ্যাতি আনি দিয়ে। মহেন্দ্ৰ বৰা আধুনিক কৱিগণৰ গগনাত অন্যতম ৰূপে গণ্য। "জাতিস্মৰ" (১৯৬১), "এই নদীয়েদি," "ৰূপৰ টিলিঙাৰ মাত" আদি তেওঁৰ কৱিতা-সংকলন। সমাজ - সচেতনতা আৰু ৰোমাণ্টিক- অনুভূতি, এই দুয়োবিধৰ মিশ্ৰণে তেওঁৰ অধিকাংশ কৱিতাক বিশেষত্ব প্ৰদান কৰিছে। "অসমীয়া-কৱিতাৰ ছন্দই"(১৯৬২) বৰাৰ ছন্দশাস্ত্ৰত অধ্যয়ন আৰু ব্যুৎপত্তিৰ কথা সুচায়। তেওঁ বিদেশী সাহিত্যৰ অনুবাদক ৰূপেও খ্যাতিমান। "ডন্ কুইকচোট," "গালিভাৰ", "নীল

সাগৰৰ সাধু" আদি অনুবাদ-গ্রন্থ ইয়াৰ দৃষ্টান্ত। "সাহিত্য-উপক্রমণিকা" (১৯৮৫) বৰাৰ আলোচনাত্মক-প্রতিভাৰ বিশেষ নিদর্শন। পাশ্চাত্য-নান্দনিক-দৃষ্টিভংগিৰে বিভিন্ন শ্রেণীৰ সাহিত-তত্ত্বৰ ইয়াত আলোচনা আগবঢ়োৱা হৈছে। গীতা-শাস্ত্ৰৰ কাব্যিক- অনুবাদ মহেন্দ্ৰ বৰাৰ অন্যতম শ্রেষ্ঠ-কৃতি। শিশু-সাহিত্যৰ পুথিও তেওঁ লিখিছে।

## হৰি বৰকাকতি (১৯২৯—)

আগশাৰীৰ আধুনিক-কৱি হৰি বৰকাকতি সমাজৱাদত বিশ্বাসী, কিন্তু ভৌতিকৱাদি—গোষ্ঠীৰ অন্তর্গত নহয়। তেওঁৰ দুখন কৱিতা-সঙ্কলন প্ৰকাশ হোৱা দেখা গৈছে, এখনৰ নাম "কোনোৱা শীতৰ এক বগা সন্ধিয়াত" (১৯৭২) আৰু আনখন - "হৰি বৰকাকতিৰ কৱিতা" (১৯৭৮)। বৰকাকতি প্রধানভাবে প্ৰেমৰ কৱি। প্ৰেমানুভূতিৰ পৰশ তেওঁৰ বেছিভাগ কৱিতাৰে উপজীৱ্য। নাৰী-প্ৰেমৰ যোগেদিয়েই তেওঁ সৃষ্টিৰ ৰহস্যও অনুসন্ধান কৰিব বিচাৰিছে। পৰৱৰ্ত্তি-কালত বৰকাকতিৰ "সময় বালিৰ খোজ" (১৯৮১) নামৰ আন এখন কাব্য-সঙ্কলন ওলাইছে।

## শুচিব্ৰতা ৰায়চৌধুৰী (১৯২৯–)

অম্বিকাগিৰি ৰায়চৌধুৰীৰ কন্যা শুচিব্রতা ৰায় চৌধুৰীয়ে আমাৰ সাহিত্যলৈ অৰিহণা যোগাইছে কৱিতা, গল্প, উপন্যাস আদিৰ যোগেদি। তেওঁৰ কবিতাৰ পুথি "মাথো কথা", গল্প-সঙ্কলন "শতপর্ণা" আৰু উপন্যাস "বা-মাৰলী"। ইয়াৰ উফৰিও "কোন বাটে" নামৰ এখন নাটক আৰু আন আন ভালেমান ৰচনাৰ যোগেদি তেওঁ সাহিত্যলৈ সেৱা আগবঢ়াই আছে।

## কুমাৰ কিশোৰ (কিশোৰী মোহন শৰ্ম্মা, ১৯২৯-৮৫)

নলবাৰীৰ ওচৰৰ দিঘেলী গাওঁত জন্মলোৱা কিশোৰীমোহন শৰ্ম্মাই "কুমাৰ কিশোৰ" ছদ্মনাম লৈ কেইবাখনো উপন্যাস ৰচনা কৰিছে। "শিখাৰ কঁপনি" (১৯৫৪), "শতাব্দীৰ স্বপ্ন" (১৯৫২), "কবৰ আৰু কঙ্কাল" (১৯৬৩), "এৰা সুতিৰ স্বপ্ন " (১৯৬৬), "জুই, ধোৱাঁ আৰু ছাই" (১৯৭০), "প্ৰৱাল আৰু প্ৰাচীৰ" (১৯৭২), "এমুঠি তৰাৰ জিলিমিলি" (১৯৬৪) আদি উপন্যাসবোৰ কুমাৰ কিশোৰে ৰচনা কৰিছে। এইবোৰৰ উপৰিও "ৰঙা-সেন্দুৰৰ বগা ফোট" (১৯৮৪) আৰু "ৰঙা তেজ কলা ৰং" (১৯৮৫) - এই দুখন তেওঁৰ শেহতীয়া ৰচনা পোৱা যায়। কুমাৰ কিশোৰৰ উপন্যাস সমূহত সমাজ-সচেতনতাৰ অভাৱ থাকিলেও কাহিনীৰ শেষ পৰ্য্যন্ত থকা উৎকণ্ঠা প্রধান আকর্ষণীয় বিশেষত্ব ৰূপে দেখা দিয়ে। ড° সত্যেন্দ্ৰ নাথ শৰ্ম্মাই[১৩] কৈছে — "তেওঁৰ প্ৰথম উপন্যাস কেইখনত,

১৩. অ. উ. প. ধ.

বিশেষকৈ শিখাৰ কঁপনি আৰু 'শতাব্দীৰ স্বপ্ন' ত আধুনিক নগৰীয়া শিক্ষিত-সমাজত দৈহিক-উপভোগ বাসনাৰ বীভৎস-ৰূপ ব্যঙ্গ্যাত্মক-দৃষ্টিৰে অঙ্কন কৰিছে। — দ্বিতীয় স্তৰত কুমাৰকিশোৰে যৌনসৰ্ব্বস্ব-কাহিনী পৰিত্যাগ কৰি মনস্তাত্বিক-স্তৰলৈ কাহিনী আগবঢ়াই নিছে - বিশেষকৈ বিকৃত, অস্বাভাৱিক বা ৰুগ্ন-মনস্তত্ত্বৰ ভেটিত কাহিনী ৰচনা কৰিছে।" শেষৰ ফালৰ উপন্যাসত, বিশেষকৈ "ধোৱাঁ আৰু ছাই" আৰু "প্ৰৱাল আৰু প্ৰাচীৰ" অতি প্ৰাকৃতৰ সমাবেশত ৰোমহৰ্ষক হৈ উঠিছে।

## মেদিনী চৌধুৰী (১৯২৯—)

মেদিনী চৌধুৰী আমাৰ সাহিত্যৰ এগৰাকী প্ৰতিষ্ঠিত গল্পকাৰ আৰু ঔপন্যাসিক। "ৰামধেনু"ৰ মাজেদি প্ৰথমতে তেওঁ গল্পকাৰ ৰূপে প্ৰতিষ্ঠিত হয়, তাৰ পাছতহে উপন্যাসৰ দিশত প্ৰবেশ কৰে, আৰু প্ৰথমখন উপন্যাস ৰচনা কৰিয়েই যথোচিত সুখ্যাতি অৰ্জ্জন কৰে। "অনন্য প্ৰান্তৰ" (১৯৭২),"বণ্ডুকা বেহাৰ" (১৯৭৬), "তাত নদী নাছিল"(১৯৭৭), "অৰণ্য আদিম" (১৯৭৭) আৰু "ফেৰেংগাদাও" (১৯৮২) - চৌধুৰীৰ এই কেইখন প্ৰকাশিত উপন্যাস পোৱা হৈছে। প্ৰথম উপন্যাস "অনন্য প্ৰান্তৰ" ৰচনা কৰিযেই প্ৰকৃতাৰ্থত মেদিনী চৌধুৰী অন্যতম শ্ৰেষ্ঠ ঔপন্যাসিক হিচাপে পৰিগণিত হয়। গুৱাহাটীৰ পৰা শিৱসাগৰলৈ এটা বাছ ভ্ৰমণৰ প্ৰসঙ্গত অসমৰ ইতিহাস-কিম্বদন্তিৰ লগতে ইয়াৰ বিচিত্ৰ ভাষা-সংস্কৃতিৰ সংগতিপূৰ্ণ কলাত্মক বৰ্ণনাই উপন্যাসখনৰ কথাবস্তুৰ বিশেষত্ব। উপন্যাসখনৰ কথাবস্তুৰ এই অভিনৱ-ৰূপায়ণ অসমীয়া-জাতিৰ মাজত ঐক্যবোধৰ প্ৰেৰণাদায়ক। তেওঁৰ উল্লিখিত শেষতম গ্ৰন্থ "ফেৰেংগাদাও" খনো আন এটা দিশৰ পৰা আকৰ্ষণীয় । জননেতা বিষ্ণুৰাভাৰ সংঘাতপূৰ্ণ জীৱনৰ বিশেষকৈ সাংস্কৃতিক-স্বৰূপ ইয়াত কলাত্মক-ৰূপত ৰূপায়িত হৈছে। তেওঁৰ "বণ্ডুকা বেহাৰো" জীৱনীমূলক-উপন্যাসেই। ইয়াত মাধৱদেৱৰ শেষাংশ-জীৱনকৃতি শিল্পীসুলভ-দৃষ্টিকোণৰ পৰা অঙ্কিত হৈছে। গল্পকাৰ মেদিনী চৌধুৰীয়ে গ্ৰাম্য-জীৱনৰ চিত্ৰ তেওঁৰ গল্পসমূহত বিশেষভাবে অংকন কৰিছে। গল্পকাৰ হিচাপে চৌধুৰীৰ স্থান আমাৰ সাহিত্যত অৱশ্যে অস্পষ্ট নহয়, কিন্তু ঔপন্যাসিক ৰূপে তেওঁৰ স্থান অধিক ভাস্কৰ।

## মহম্মদ পিয়াৰ

স্বাধীনতা-লাভৰ অব্যবহিত-পৰিবৰ্ত্তি-কালতে ঔপন্যাসিক ৰূপে দেখা দিয়া মহম্মদ পিয়াৰে কেইবাখনো উপন্যাস-ৰচনা কৰিছে। তেওঁ প্ৰীতি-উপহাৰ, সংগ্ৰাম, মৰহা পাপৰি, হেৰোৱা স্বৰ্গ, জীৱন- নৈৰ জাঁজি আদি উপন্যাসবোৰ লিখি পঞ্চম-ষষ্ঠ-দশকৰ ভিতৰত কম বয়সতে খ্যাতি লাভ কৰিছিল। তেওঁৰ প্ৰথম উপন্যাস "প্ৰীতি-উপহাৰ" ছপা হয় ১৯৪৮ খৃঃত। তাৰ পাছত প্ৰকাশ লভিছে বাকীকেইখনে। লেখক মুছলিম-সম্প্ৰদায়ৰ

লোক হোৱা হেতুকে স্বাভাৱিকতে তেওঁৰ উপন্যাসৰ পটভূমি বিশেষভাৱে মুছলিম-সমাজ হোৱা দেখা গৈছে। উপন্যাসসমূহৰ মাজত হিন্দু-মুছলমানৰ সম্প্ৰীতিৰ ভাৱ ৰূপায়িত হোৱাটো উল্লেখনীয় বিশেষত্ব। কাহিনী-সৃষ্টি আৰু চৰিত্ৰৰ ৰূপায়ণতো বিশেষ জটিলতা দেখা নাযায়। পিয়াৰৰ ভাষা আৰু প্ৰকাশ-ৰীতিও সৰল।

## ড° মুকুন্দ মাধৱ শৰ্ম্মা ঃ

যোৰহাটত জন্মগ্ৰহণ কৰা মুকুন্দমাধৱ শৰ্ম্মা সাম্প্ৰতিক কালত সংস্কৃতৰ প্ৰসিদ্ধ পণ্ডিত। কলিকতা-বিশ্ববিদ্যালয়ৰ পৰা তেওঁ সংস্কৃত-সাহিত্যৰ প্ৰথম-শ্ৰেণীৰ এম্-এ ডিগ্ৰী লাভ কৰে। তাৰ পাছত সেই বিশ্ববিদ্যালয়ৰে পৰা তেওঁ পি-এইছ-ডি আৰু ডি-লিট ডিগ্ৰীও পায। গুৱাহাটী-বিশ্ববিদ্যালয়ৰ সংস্কৃত-বিভাগৰ অধ্যাপক ৰূপে কিছু বছৰ কাম কৰি শেষৰ ফালে সেই বিভাগৰে তেওঁ মুৰব্বী অধ্যাপকৰ দায়িত্ব বহন কৰিছিল। তাৰ পাছত ডিব্ৰুগড-বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্য-পদত তেওঁ অধিষ্ঠিত হয় আৰু সেই পদৰ পৰা যথাসময়ত অৱসৰ গ্ৰহণ কৰে। শৰ্ম্মা সংস্কৃত-ভাষা-সাহিত্যৰ খ্যাতিমান পণ্ডিত আৰু গৱেষক হোৱাৰ উপৰিও অসমীয়া-সাহিত্য-সংস্কৃতিৰো উল্লেখনীয় লেখক। "উপমা কালিদাসস্য" তেওঁৰ এখন প্ৰসিদ্ধ আলোচনামূলক গ্ৰন্থ। কালিদাস-ভৱভূতিৰ নাটকৰ ওপৰত লিখা সূক্ষ্ম-বিচাৰমূলক আৰু ৰসসিক্ত কিছুমান প্ৰবন্ধ ইযাত সন্নিবেশিত। "Inscription of Ancient Assam" শৰ্ম্মাৰ বহু পৰিশ্ৰম আৰু অনুসন্ধানৰ ফলশ্ৰুতি। আলোচনামূলক ভূমিকাৰ সৈতে ইযাত কামৰূপৰ প্ৰাচীন তাম্ৰশাসনসমূহৰ পাঠ আৰু লগতে সেইবোৰৰ ইংৰাজী অনুবাদ দিয়া হৈছে। অসমীয়া, ইংৰাজী আৰু সংস্কৃতত লিখা গৱেষণামূলক আৰু তথ্যপ্ৰধান বহুত প্ৰবন্ধ বিভিন্ন ঠাইৰ স্মৃতি-গ্ৰন্থ আৰু আলোচনীসমূহত প্ৰকাশ হৈ আছে। "ব্যাকৰণ-মঞ্জৰী" নামৰ এখন অসমীয়া ব্যাকৰণো তেওঁ লিখিছে।

## শশী শৰ্ম্মা (১৯৩০ –)

নলবাৰীৰ ওচৰৰ জানিগোগ গাওঁত জন্মগ্ৰহণ কৰা শশী শৰ্ম্মাই নলবাৰী কলেজৰ পৰা বি-এ পাছ কৰি কিছুদিন হাইস্কুলত শিক্ষকতা কৰে। পাছত গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা অসমীয়াত এম্-এ পাছ কৰি অভয়াপুৰী কলেজত অলপ দিন অধ্যাপনা কৰে। তাৰ পাছত নলবাৰী কলেজত প্ৰবক্তা ৰূপে যোগ দি তাতেই চাকৰি কালৰ ওৰ পেলায়। শশী শৰ্ম্মা ছাত্ৰাৱস্থাৰে পৰা সাহিত্যসেৱী থকাৰ উপৰিও লেখকো আছিল। বিখ্যাত লোকৰ জীৱনালেখ্যৰ ৰূপায়ণ, বিবিধ সাহিত্যৰ আলোচনা আৰু শিশু-সাহিত্য-ৰচনা—বিশেষকৈ এইকেইটা দিশত তেওঁৰ সাহিত্যিক-প্ৰতিভা স্ফুৰিত হৈছে। "ৰসৰাজ বেজবৰুৱা (১৯৬৭), "মেক্সিম গৰ্কী" (১৯৬৮), "সাহিত্যৰথী পদ্মনাথ গোহাঞিবৰুৱা" (১৯৭১),

"পণ্ডিত হেমচন্দ্ৰ গোস্বামী" (১৯৭১), "হেম বৰুৱা" (১৯৮০) আদি আৰু কেইবাগৰাকী ডাঙৰ মানুহৰ জীৱনী ৰচনা কৰি আমাৰ জীৱনী-সাহিত্যৰ কুঠৰী টনকিয়াল কৰিছে। "সময়ে যাক পাহৰি যাব" (১৯৭৬) নামৰ এখন জীৱনী-সংকলনত মধ্যম-ধৰণৰ কিছুমান ব্যক্তিৰ কৃতি আৰু স্মৃতি তেওঁ ৰূপায়ণ কৰিছে। "সাহিত্য-সৃষ্টি" (১৯৬৯), "সাহিত্যত বিৱৰ্ত্তন" (১৯৮৪), "সাহিত্যত বাস্তৱৰ স্বপ্ন" (১৯৮৭), "সাহিত্য, প্ৰাচ্য আৰু পাশ্চাত্য" (১৯৯৩), "সংস্কৃতিৰ বিৱৰ্ত্তন" আদি শৰ্ম্মাৰ আলোচনামূলক গ্ৰন্থ। অসমৰ লোক-সাহিত্যৰ দিশতো তেওঁ দৃষ্টিপাতকৰিছে; তাৰ ফলশ্ৰুতি স্বৰূপে "অসমৰ লোক-সাহিত্য" (১৯৯৩) নামৰ গ্ৰন্থত অসমৰ প্ৰায় সকলো জাতি-উপ-জাতিৰ লোক-সাহিত্যৰ আলোচনা তেওঁ সন্নিবেশ কৰিছে। শশী শৰ্ম্মা মাৰ্ক্সীয়-দৰ্শনৰ একান্ত অনুগামী। সেযেহে তেওঁৰ প্ৰায় সকলো আলোচনাতে সেই দৰ্শনৰ প্ৰভাৱ অনুভূত হয় । শশী শৰ্ম্মাই বহু কেইখন শিশুপযোগী পুথি ৰচনা কৰি আমাৰ শিশু -সাহিত্যৰ দিশো সমৃদ্ধ কৰাত সহায়তা কৰিছে। উল্লিখিত বোৰৰ উপৰিও শৰ্ম্মাৰ একনিষ্ঠ সৃষ্টি-প্ৰেৰণাৰ ফলশ্ৰুতি স্বৰূপে আৰু কিছুমান পুথি প্ৰকাশিত ৰূপত দেখা যায়।

## ড° লীলা গগৈ (১৯৩০-১৯৯৪)

অসম-সাহিত্য-সভাৰ সভাপতিৰ পদত অধিষ্ঠিত হোৱা ডিব্ৰুগড-বিশ্ববিদ্যালয়ৰ অসমীয়া-বিভাগৰ অধ্যাপক লীলা গগৈ আছিল এগৰাকী উল্লেখযোগ্য গদ্যকাৰ আৰু সমালোচক। অসম-বুৰঞ্জী আৰু পুৰাতত্ত্ব-বিভাগৰ ডিৰেক্টৰ হিচাপেও তেওঁ কিছুকাল কাৰ্য্যনিৰ্ব্বাহ কৰিছিল। অসমীয়া-সাহিত্য-সংস্কৃতিৰ পৰিপুষ্টি-সাধনৰ কাৰণে গগৈযে কেইবাটাও দিশত অৰিহণা যোগাইছে। "অসমীয়া-লোক-গীত" (১৯৫৭), "বিহুগীত আৰু নামঘোষা" (১৯৬১), "মণিৰাম দেৱানৰ গীত" (১৯৫৭), — এই কেইখন লোক-সাহিত্যৰ সংগ্ৰহ-পুথিয়ে গগৈক লোক-সাহিত্যৰ সংগ্ৰাহক ৰূপে প্ৰতিষ্ঠিত কৰিছে। "অসমীয়া-লোক-সাহিত্যৰ ৰূপ-ৰেখা" (১৯৬৮) "অসমৰ সংস্কৃতি" (১৯৮২), "বুৰঞ্জীয়ে পৰশা নগৰ," "হেৰোৱা দিনৰ কথা" (১৯৫৮), "আহোম-জাতি আৰু অসমীয়া-সংস্কৃতি" (১৯৬১), এইকেইখন আলোচনামূলক গ্ৰন্থ গগৈৰ অসমৰ সংস্কৃতিৰ অধ্যয়ন আৰু বুৰঞ্জীপ্ৰীতিৰ ফলশ্ৰুতি। "কপলিং ছিঙা ৰেল" আৰু "বৃকোদৰ বৰুৱাৰ বিয়া" ই লঘু-হাস্যৰসিক-ৰচকৰূপে লীলা গগৈক এডোখৰ ঠাই দিছে। শিশু-সাহিত্যৰ ক্ষেত্ৰতো তেওঁৰ স্থান লক্ষ্য কৰা যায়— "পোনাকণৰ সাধু", "ৰংমনৰ কথা" আদিয়েই ইয়াৰ প্ৰমাণ। লীলা গগৈয়ে সৃষ্টিমূলক-ৰচনাতো হাত দিছে — "বেলি মাৰ গ'ল" আৰু "নৈ বৈ যায়" (১৯৮১), এই দুখন উপন্যাস-শ্ৰেণীৰ ৰচনা ইয়াৰ নিদৰ্শন।

কব পৰা যায় - উল্লেখনীয় গদ্য শিল্পী লীলা গগৈ; বিশেষকৈ অসমৰ সংস্কৃতি, ঐতিহ্য আৰু বুৰঞ্জীৰ আধাৰত তেওঁ প্ৰভুত পৰিমাণৰ অন্যতম গদ্যসৃষ্টি কৰিছোঁতা। তেওঁৰ ভাষা আৰু প্ৰকাশৰীতি বিষয়বস্তুৰ লগত খাপ খোৱা।

## সৌৰভ কুমাৰ চলিহা (১৯৩০ -)

স্বাধীনোত্তৰ-যুগৰ অন্যতম উল্লেখনীয় গল্পকাৰ সৌৰভকুমাৰ চলিহা। তেওঁৰ প্ৰকাশিত গল্প-সঙ্কলন পোৱা গৈছে চাৰিখন — নাম, "অশান্ত ইলেক্ট্ৰন" (১৯৬২), "দুপৰীয়া" (১৯৬৩), "এহাত দাবা" (১৯৭৩) আৰু "গোলাম" (১৯৭৩)। বহুত বৈজ্ঞানিক-পাৰিভাষিক-শব্দৰ প্ৰযোগ আৰু বৈজ্ঞানিক- ভাৱধাৰাৰ মাজেদি জীৱন- প্ৰৱাহৰ বৈচিত্যৰাজিক ৰূপ দি সমসামযিক-গল্প-সাহিত্যত তেওঁ একপ্ৰকাৰ নতুনত্ব দেখুৱাইছে। তেওঁৰ মননশীলতা আৰু সঙ্কেতপূৰ্ণ ভাৱে বহু সমযত পাঠকক চিন্তান্বিত কৰে। সমালোচক ত্ৰৈলোক্যনাথ গোস্বামীযে[১৪] সৌৰভকুমাৰ চলিহাৰ ওপৰত হেমিংওৱেৰ প্ৰভাৱ দেখুৱাইছে, লগতে হেমিংওৱেৰ লগত তেওঁৰ বৈসাদৃশ্যাও দেখুৱাইছে। উক্ত গোস্বামীযে[১৫] আকৌ গল্পকাৰ সৌৰভকুমাৰ চলিহাক ভৱেন্দ্ৰনাশ শইকীযাৰ লগত তুলনা কৰি কৈছে - "ভৱেন্দ্ৰ নাথ শইকীয়াৰ মনৰ ওপৰতো বৈজ্ঞানিক-চিন্তাধাৰাৰ প্ৰভাৱ আছে। এই প্ৰভাৱৰ ফলত তেওঁৰ হাতত ঘটনা আৰু কাৰ্য্যৰ বৰ্ণনা নিখুঁত অথচ সৰস হৈ পৰিছে। পৰিবেশৰ খুটিনাটিৰ ওপৰত তেওঁৰ নজৰ। পৰিবেশৰ দাপোনত চৰিত্ৰৰ মানসিক-দ্বন্দ্ব প্ৰতিফলিত কৰাবলৈ তেওঁ যত্ন কৰে। ক'তো ক'তো এই যত্ন সাৰ্থক হৈছে। কিন্তু দুটা এটা গল্প পৰিবেশসৰ্ব্বস্ব হৈযেই আছে। সৌৰভকুমাৰ চলিহাৰ দৃষ্টি পৰিৱেশৰ ওপৰত নপৰে, পৰে চৰিত্ৰৰ মানসিক ৰূপৰ ওপৰত। পৰিবেশ তেওঁৰ লেখাত গৌণ।"

## উপেন্দ্ৰ নাথ শৰ্ম্মা (১৯২৯ —)

নলবাৰীৰ ওচৰৰ অময়াপুৰ গাওঁত জন্ম লোৱা উপেন্দ্ৰ নাথ শৰ্ম্মাই গুৱাহাটীৰ কটন-কলেজৰ ইংৰাজী-সাহিত্যৰ অধ্যাপক পদৰ পৰা অৱসৰ গ্ৰহণ কৰে। তেওঁ এগৰাকী সাহিত্যৰ যশস্বী সমালোচক আৰু অনুৱাদকো । এতিয়ালৈকে তেওঁৰ আলোচনাত্মক গ্ৰন্থ পোৱা হৈছে দুখন— "বিংশ শতাব্দীৰ অসমীয়া সাহিত্য" আৰু "বিবিধ প্ৰৱন্ধ"। শৰ্ম্মাৰ উচ্চমানবিশিষ্ট বহুত ৰচনা বিবিধ পত্ৰিকা- আলোচনীত ছপা হৈয়েই আছে।

## ভৱানন্দ ডেকা (১৯২৯ —)

গুৱাহাটীৰ প্ৰাগ্‌জ্যোতিষ-কলেজৰ অধ্যক্ষৰ পদৰ পৰা অৱসৰ গ্ৰহণ কৰা ভৱানন্দ ডেকা বৰ্ত্তমান সময়ৰ অন্যতম গদ্যৰচক। তেওঁৰ জন্মস্থান ব্যাসকুছি-সত্ৰ। "ব্যাসকুছি - সত্ৰৰ ইতিবৃত্ত, "ভক্তি-সাহিত্য আৰু ধম্মপদ", "পূণ্য-ভূমি অসম", "ঐতিহ্যমণ্ডিত

১৪. আ গ. সা.

১৫. আ. গ. সা.

বেলবাৰী", "প্ৰৱন্ধ বিচিত্ৰা", "শ্ৰীশ্ৰীদামোদৰ দেৱ" আদি পুথিবোৰ ডেকাৰ গদ্য-ৰচনাৰ নিদৰ্শন। ডেকাই একাধিক পুথি সম্পাদনো কৰিছে।

## নবীনচন্দ্ৰ ডেকা

সৰ্থেবাৰীত জন্মগ্ৰহণ কৰা নবীন চন্দ্ৰ ডেকাই শিক্ষকতা কাম কৰিছিল। সৃষ্টিমূলক-ৰচনাৰ দিশত ডেকাৰ নাম প্ৰধানভাবে উল্লেখনীয়। "এম্-এল্-এ" আৰু "মৃগতৃষ্ণা", এই দুখন তেওঁৰ প্ৰকাশিত উপন্যাস। ইয়াৰ প্ৰথমখন অধিক প্ৰচাৰিত আৰু বহুজনসমাদৃত। "হিয়াৰ সুৰ" আৰু "যৌৱন-স্বপ্ন" নামৰ দুখন কৱিতাৰ পুথি আৰু "মহাপুৰুষৰ জীৱন-সৌৰৱণ" (হৰিদেৱ, শঙ্কৰদেৱ, আৰু দামোদৰদেৱৰ চমুজীৱনী) আৰু "পদ্মনাথ গোহাঞিবৰুৱাৰ জীৱন-কৰ্ম্মৰ পৰিচয়" নামৰ দুখন জীৱন-বৃত্তও তেওঁ ৰচনা কৰিছে।

## হোমেন বৰগোহাঞি (১৯৩১—)

হোমেন বৰগোহাঞি বৰ্ত্তমান সময়ৰ নিৰ্ভীক আৰু শক্তিশালী লেখক। প্ৰথমতে তেওঁ চৰকাৰী-চাকৰিত সোমাইছিল, কিন্তু তেওঁৰ স্পষ্টবাদী মনোভাৱে তাক পৰিত্যাগ কৰায়। তেতিয়াৰ পৰা তেওঁ এটা স্বতন্ত্ৰ-লেখক-জীৱন-যাপন কৰি আহিছে। বৰগোহাঞি সাংৱাদিক, কৱি, ঔপন্যাসিক আৰু গল্পকাৰ। কোনোটো দিশেতে তেওঁৰ প্ৰতিভাৰ স্ফুৰণ অৱশ্যে কম নহয়। সাদিনীয়া "নীলাচল" কাকত সম্পাদন কৰি তেওঁ সাংৱাদিকৰূপে প্ৰতিষ্ঠা লাভ কৰে। হোমেন বৰগোহাঞি যুদ্ধোত্তৰ-যুগৰ এগৰাকী শ্ৰেষ্ঠ কৱিও। "সাপ", "মোৰ আইতা", "এজনী-তিৰোতা" আদি তেওঁৰ শ্ৰেষ্ঠ কাব্যিক-সৃষ্টি। এই কবিতা কেইটা একপ্ৰকাৰ প্ৰতীকধৰ্মী। আধুনিক-সভ্যতাৰ গতি-বিধি, আশাবাদ, দেশৰ ঐতিহ্যৰ প্ৰতি সন্মোহ আদি বৈশিষ্ট্য তেওঁৰ কবিতাৰ মাজত প্ৰকাশিত। "সুবালা" (১৯৬৩), "তান্ত্ৰিক" (১৯৬৭), "কুশীলৱ" (১৯৭০), "তিমিৰতীৰ্থ" (১৯৭৩), "হালধীয়া চৰায়ে বাওধান খায়" (১৯৭৩), "পিতাপুত্ৰ" (১৯৭৫), "মৎস্যগন্ধা" (১৯৮৭), "সাউদৰ পুতেকে নাও মেলি যায়" (১৯৮৭) আদি উপন্যাস ৰচনা কৰি বৰগোহাঞে আমাৰ সাহিত্যৰ উপন্যাসৰ কুঠৰী সমৃদ্ধ কৰি তুলিছে। "সুবালা" তেওঁৰ প্ৰথম উপন্যাস। বেশ্যাবৃত্তি গ্ৰহণ কৰিবলৈ বাধ্য হোৱা এজনী নাৰীৰ কৰুণ-জীৱনালেখ্য ইয়াত ৰূপায়িত হৈছে। "তান্ত্ৰিক"ত প্ৰকৃতিবাদী আৰু অস্তিত্ববাদী ভাবধাৰাৰ প্ৰতিষ্ঠাৰ যত্নৰ মাজেদি অতীন্দ্ৰিয়বাদী সুৰো উজলি উঠিছে। "হালধীয়া চৰায়ে বাওধান খায়" আৰু "পিতাপুত্ৰ" বৰগোহাঞিৰ উৎকৃষ্ট উপন্যাস, কিন্তু "পিতাপুত্ৰ" সৰ্ব্বোৎকৃষ্ট ৰূপে পৰিগণিত। স্বাৰ্থপৰ শক্তিশালী এক শ্ৰেণীৰ লোকে সৰল-নিঃকিন গাঁৱলীয়া মানুহক কেনেকৈ শোষণ কৰি নি কেনেকৈ তেওঁৰ জীৱনত কাৰুণ্যৰ সৃষ্টি কৰিছে, তাৰেই প্ৰতিচ্ছবি ৰোমাণ্টিক-প্ৰৱণতাৰ আঁতৰত থাকি বাস্তৱ-ৰূপত ৰূপায়িত কৰিছে ইয়াৰ প্ৰথমখনত। কচ্ছদেশৰ

বিখ্যাত ঔপন্যাসিক টুৰ্গেনেভৰ "পিতা আৰু পুত্ৰ" (Fathar and Sons) উপন্যাসৰ আদৰ্শ আগত ৰাখি বৰগোহাঞে তেওঁৰ "পিতাপুত্ৰ"ৰ সৃষ্টি কৰিছে বুলি বুজা যায়। পাশ্চাত্য ধ্যান-ধাৰণাৰ আদৰ্শত চৰিত্ৰ আৰু কাহিনীৰ ৰূপায়ণ, অথচ সি অসমৰ পৰিবেশ-পৰিস্থিতিৰ লগত খাপ খোৱাকৈ তোলাটোবৰগোহাঞিৰ উপন্যাসৰ বিশেষত্ব। অন্যায়-দুৰ্নীতিৰ প্ৰভাৱ, নিঃসহায়-নিচলাৰ নিকৰুণ-পৰিস্থিতি, প্ৰকাৰান্তৰে সেইবোৰৰ প্ৰতিকাৰ-ভাৱনাৰ জাগৃতি-শক্তিশালী ভাষাৰ যোগেদি ৰূপায়ণ তেওঁৰ উপন্যাস সমূহৰ সৰ্বজন-আকৰ্ষণীয় লক্ষণ। গল্পকাৰ ৰূপেও হোমেন বৰগোহাঞিৰ স্থান সুস্পষ্ট । "বিভিন্ন কোৰাছ" (১৯৫৭), "প্ৰেম আৰু মৃত্যুৰ কাৰণে" (১৯৫৭), "বিভিন্ন নৰক", "স্বপ্ন-স্মৃতি" (১৯৬৭) আদি তেওঁৰ গল্প-সংকলন প্ৰকাশ হৈছে। এইবোৰত অন্তৰ্ভুক্ত গল্পসমূহৰ উপৰিও তেওঁৰ আৰু কিছুমান গল্প আলোচনী-পত্ৰিকা আদিত ছপা হৈ আছে। ন্যায়-নীতিৰ অভাৱ, দুৰ্নীতি-দুষ্কৃতিৰ পয়োভৰ আদি বহু কথাকে অৱলম্বন কৰি বৰগোহাঞে গল্পবোৰ লিখিছে। নিৰ্ভীকতা, স্পষ্টবাদিতা, আৰু স্থানবিশেষে উপযুক্ত ভাষাৰ মাধ্যমত পৰিস্থিতি-চিত্ৰাদিৰ যথাৰ্থ চিত্ৰণ তেওঁৰ উল্লেখনীয় বিশেষত্ব। ত্ৰৈলোক্য নাথ গোস্বামীয়ে[১৬] লিখিছে - 'বৰগোহাঞি অস্তিত্ববাদী লেখক নহয, কিন্তু এই চিন্তা ধাৰাৰ প্ৰতি তেওঁৰ আকৰ্ষণ আছে। কোনো এটা বিশেষ দাৰ্শনিক বা মনোবৈজ্ঞানিক চিন্তাধাৰৰ প্ৰভাৱেৰে তেওঁৰ শিল্পী মন সদায় পৰিচালিত হোৱা নাই। স্বতন্ত্ৰভাৱে চিন্তা কৰাৰ ইচ্ছা তেওঁৰ আছে। কিন্তু অসংলগ্ন ভিন্ ভিন্ মতবাদৰ পৰিধিৰ মাজতে তেওঁৰ চিন্তাশক্তি অৱৰুদ্ধ হৈ থাকে।*** আৰ্টৰ সৌকুমাৰ্য্যৰ প্ৰতি লক্ষ্য নকৰাকৈ দুই চাৰি সাহসিক কাৰ্য্য বা উক্তিৰে পাঠকক চমক লগোৱাৰ আকাঙ্খা তেওঁৰ বেছি প্ৰৱল। এনে উক্তি প্ৰয়োগৰ ফলত কোনো কোনো গল্পত লেখকৰ নিৰপেক্ষতাৰ আঁৰকাপোৰ ঠেলি প্ৰচাৰকামী শিল্পী ৰঙ্গমঞ্চত ওলাই পৰিছে।"

আলোচনাত্মক -গ্ৰন্থ ৰচনাতো হোমেন বৰগোহাঞিৰ স্থান উল্লেখ কৰিবলগীয়া। "বিশ্বাস আৰু সংশয" (১৯৬৮), "ধূসৰ দিগন্ত" (১৯৭০), "জিজ্ঞাসা" (১৯৭৯) আদি এই পৰ্য্যাযৰ গ্ৰন্থ। সমাজৰ বিবিধ চিত্ৰ আৰু সমস্যাৰ উল্লেখৰ সৈতে বৰগোহাঞে আত্ম-কথাৰ বিৱৰণমূলক-গ্ৰন্থ "আত্ম-জিজ্ঞাসা"ও প্ৰকাশ কৰিছে।

## ড° দুৰ্গেশ্বৰ শৰ্ম্মা (১৯৩১–)

গুৱাহাটীৰ আৰ্য্যবিদ্যাপীঠ-কলেজত অসমীয়াৰ প্ৰৱক্তা ৰূপে কাম কৰি দুৰ্গেশ্বৰ শৰ্ম্মাই অৱসৰ লৈছে। জীৱনৰ আদিভাগৰে পৰা তেওঁ সাহিত্য-চৰ্চ্চা কৰি আহিছে। সমালোচনা আৰু জীৱনবৃত্ত ৰচনাত তেওঁৰ স্থান লক্ষ্য কৰা যায়। "অসমীয়া-সাহিত্যৰ

---

১৬. আ. গ সা.

সমীক্ষা", "অসমীয়া-সাহিত্য-বীথিকা", জীৱনী-চয়ন", "প্ৰৱন্ধ-বিতান", "ভাষাবিদ্ বাণীকান্ত কাকতি" আদিবোৰ শৰ্ম্মাৰ উল্লেখনীয়া কৃতি।

## অৱনীন্দ্ৰ চন্দ্ৰ বৰা (১৯৩১ –)

নগাওঁত জন্মগ্ৰহণ কৰা অৱনীন্দ্ৰ চন্দ্ৰ বৰাই ৰাজ্য-চৰকাৰৰ জনসম্পৰ্কৰক্ষী-বিষযা হিচাপে কৰ্ম্ম-জীৱন আৰম্ভ কৰে। শেষৰ ফালে তেওঁ চৰকাৰৰ সামাজিক-শিক্ষা-বিভাগৰ আলোচনী "জনশিক্ষা" ৰ সম্পাদকৰ দায়িত্ব বহন কৰে। কৱিতা, গল্প আৰু আলোচনামূলক প্ৰৱন্ধ-ৰচনাত তেওঁৰ স্থান উল্লেখনীয। ১৯৫০ চনতে "ধূলি" নামৰ কৱিতাৰ পুথি প্ৰকাশ কৰি তেওঁ কবি ৰূপে পৰিচয দিব পাৰিছে। তাৰ পাছত ১৯৭৩ চনত তেওঁৰ এখন কাহিনী-গ্ৰন্থও ছপা হৈ ওলাইছে। বিবিধ পত্ৰিকা আলোচনীত বৰাই তত্ত্ব আৰু অনুসন্ধানমূলক আলোচনা লিখিয়েই আছে। ৰামধেণু-যুগৰে পৰা লিখিবলৈ আৰম্ভ কৰা বৰাৰ ৰচনাৰ পৰিসৰ অনুপাতে গ্ৰন্থাকৃতিত তাৰ ৰূপায়ণ কম দেখা গৈছে। অৱনীন্দ্ৰচন্দ্ৰ বৰা এগৰাকী জ্যোতিষ-শাস্ত্ৰৰো পণ্ডিত।

## ৰামমল ঠাকুৰীয়া (১৯৩১- ১৯৮৮)

বৰপেটা-জিলাৰ বেলবাৰীত জন্ম গ্ৰহণ কৰা ৰামমল ঠাকুৰীয়াই গুৱাহাটীৰ কটন-কলেজত অসমীয়াৰ প্ৰবক্তাৰূপে কাম কৰিছিল। চাকৰি কাল পূৰ্ণ নৌহওতেই মৃত্যুবৰণ কৰিবলগীয়া হোৱাত তেওঁৰ সাহিত্য-সাধনায়ো পূৰ্ণতা লাভ নকৰিলে। "সাহিত্য-বিচাৰ (১৯৭১), আৰু "অসমীয়া- সাহিত্য-বিকাশ" (১৯৯৩) — এই দুখন গ্ৰন্থই সমালোচক-ৰূপে ঠাকুৰীয়াক স্থান দিব পাৰিছে। ইয়াৰ প্ৰথমখনত আছে সাহিত্যৰ শৈল্পিক-বিষয়ক কেইটামান বিষযৰ আলোচনা আৰু দ্বিতীয়খনত আছে অসমীয়া-সাহিত্যৰ গীতি-যুগৰ পৰা মিছনাৰী -যুগলৈকে নটা প্ৰধান বিষয়ৰ ওপৰত বহল আলোচনা। তেওঁৰ অৱশ্যে প্ৰকাশিত আন কেইবাখনো পুথিও আছে।

## মহেন্দ্ৰ বৰঠাকুৰ

বিশেষকৈ উপন্যাসৰ দিশত অবদান আগবঢ়োৱা সকলৰ ভিতৰত মহেন্দ্ৰ বৰঠাকুৰ অন্যতম। "উদাসী সন্ধ্যা" (১৯৬২), "বেলি ফুল" (১৯৭১), "বেগম পাৰা", "বৃহন্নলা"(১৯৮৩) আদি উপন্যাস মহেন্দ্ৰ বৰঠাকুৰে লিখিছে। উপন্যাসকেইখনত ৰোমাণ্টিক-প্ৰবণতা থাকিলেও বাস্তৱতাৰ মাজত সংযমিত নোহোৱাকৈ থকা নাই। "পনীয়া সোণৰ দেশ" (১৯৫৯) নামৰ বৈজ্ঞানিক-বিষয়ৰ ওপৰতো এখন পুথি ৰচনা কৰিছে। গল্পকাৰ ৰূপেও বৰঠাকুৰৰ নাম উল্লেখনীয়।

## ভুৱনেশ্বৰী বৈশ্য

গুৱাহাটীৰ কটন-কলেজৰ অসমীয়া-সাহিত্যৰ মুখ্য-অধ্যাপিকা ৰূপে কাম কৰি অৱসৰ গ্ৰহণ কৰা ভুৱনেশ্বৰী বৈশ্যৰ অৱদান ভাষাতত্ত্ব আৰু সমালোচনা উভয় দিশতে লক্ষণীয়। "প্ৰাকৃত ভাষা আৰু পৰিচয" আৰু "অসমৰ বৈষ্ণৱ-সাহিত্য আৰু সংস্কৃতি" (সঙ্কলিত গ্ৰন্থ) সাহিত্যৰ ক্ষেত্ৰত তেওঁৰ বিশেষ অৱদান।

## ড° নন্দ তালুকদাৰ (১৯৩২-১৯৮৩)

বৰপেটা-জিলাৰ বৰনগৰ-অঞ্চলত ওপজা নন্দ তালুকদাৰ পাণ্ডু-কলেজৰ অসমীয়া-সাহিত্যৰ প্ৰৱক্তা আছিল। গুৱাহাটীত আকস্মিকভাবে হোৱা দুৰ্ঘটনাজনিত তেওঁৰ অকাল মৃত্যুয়ে (১৯৮৩) অসমীয়া - সাহিত্যৰ বহুতখিনি ক্ষতি কৰিছে। গুৱাহাটী-বিশ্ববিদ্যালয়ে তেওঁক মৰণোত্তৰভাবে ডক্টৰেট-ডিগ্ৰী প্ৰদান কৰে। জীৱনী-গ্ৰন্থ আৰু আলোচনাগ্ৰন্থ-ৰচনাৰ উপৰিও গ্ৰন্থ-সম্পাদন কাৰ্য্যত তেওঁ বহুখিনি আগবাঢ়িছিল। মৃত্যু-সময়লৈকে তেওঁ লিখা জীৱনীগ্ৰন্থ সমূহ হ'ল - "বনফুলৰ কবি দুৰ্গা", "কনকলাল বৰুৱা", "প্ৰসন্নলাল চৌধুৰী", "হেম বৰুৱা", "কালিৰাম মেধি", "সূৰ্য্যকুমাৰ ভূঞা", "সীতা নাথ ব্ৰহ্মচৌধুৰী" আদি, আলোচনামূলক পুথি হ'ল - "কৱি আৰু কৱিতা", "অসমীয়া সাহিত্য-বিচিত্ৰা", "সংবাদ-পত্ৰৰ ৰ'দ কাচলিত অসমীয়া সাহিত্য" আদি। তেওঁ সম্পাদন কৰা গ্ৰন্থকেইখন হ'ল "আনন্দৰাম ঢেকিয়ালফুকনৰ ৰচনা-সংগ্ৰহ", "নবীন-চন্দ্ৰ বৰদলৈৰ ৰচনাৱলী", "ৰঘুনাথ চৌধাৰীৰ স্মৃতি-গ্ৰন্থ" "লম্বোদৰ বৰাৰ ৰচনাৱলী", "অমূল্য বৰুৱাৰ কৱিতাৰ সংকলন", "পদ্মাৱতী দেৱী ফুকননীৰ ৰচনাৱলী" (যুটীযাভাবে) আৰু "আৱাহন-যুগৰ নিৰ্ব্বাচিত গল্প-সংকলন" (যুটীযাভাবে)। ইযাৰ উপৰিও সৰু সুৰা পুথি কেইবাখনো তেওঁ ৰচনা কৰিছে আৰু বিবিধ প্ৰৱন্ধও লিখিছে। নন্দ তালুকদাৰ আছিল আজীৱন নিষ্ঠাবান অনুসন্ধিৎসু, তেওঁৰ অকাল মৃত্যুয়ে সেই দিশত আনি দিয়া শূন্যতা আজিও অনুভূত।

## ড° হেমন্তকুমাৰ শৰ্ম্মা (১৯৩২ –)

নলবাৰী-অঞ্চলৰ পিপেলিবাৰী গাওঁত জন্মগ্ৰহণ কৰা হেমন্ত কুমাৰ শৰ্ম্মাই যথা সময়ত গুৱাহাটী-বিশ্ববিদ্যালযৰ পৰা অসমীয়াত এম্-এ পাছ কৰে, আৰু কটন-কলেজত অসমীয়াৰ প্ৰৱক্তাৰূপে অধ্যাপনা কৰে। অধ্যাপনাৰ মাজতে গুৱাহাটী-বিশ্ববিদ্যালয়ৰ পৰা তেওঁ ডক্টৰেট-ডিগ্ৰীও লাভ কৰে। চাকৰি-কাল শেষ হোৱাৰ আগতে আপেক্ষিকভাবে কম বয়সতে শৰ্ম্মাৰ মৃত্যু হয়। ছাত্ৰাৱস্থাৰে পৰা সাহিত্য-কৰ্ম্মত লাগি থকা শৰ্ম্মাৰ প্ৰতিভাৰ স্ফুৰণ বিশেষকৈ লোক-সাহিত্যৰ অনুসন্ধান-সম্পাদনকাৰ্য্য আৰু সমালোচনা, এই দুই দিশত পোৱা যায়। "অসমীয়া-লোক-গীতি-সঞ্চয়ন" (১৯৭৪) আৰু "কামৰূপী

লোক গীত -সংগ্ৰহ" (১৯৭৭), এই দুখন শৰ্ম্মাৰ লোক-সাহিত্যৰ মূল্যৱান সংগ্ৰহ-কৃতি।

আলোচনাৰ দিশত আগবঢ়োৱা অৱদানৰ ভিতৰত "অসমীয়া-সাহিত্যত দৃষ্টিপাত" (১৯৬৪) আৰু "অসমীয়া-সাহিত্যৰ ৰেঙনি" (১৯৬৭), এই দুখন মুদ্ৰিত গ্ৰন্থৰ বাহিৰেও ভালেমান প্ৰৱন্ধ আলোচনী-পত্ৰিকাৰ পাতত ৰৈ আছে। "কাবেৰীৰ পাৰে পাৰে" (১৯৬৩) পুথিখন শৰ্ম্মাৰ ভ্ৰমণ বৃত্তান্তমূলক স্মৰণীয় ৰচনা। "নগেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ গল্প" (১৯৬৩) আৰু "ৰজনী বৰদলৈ ৰচনামালা" (১৯৬৭) ত বাহিৰেও "সাহিত-সমীক্ষা" (১৯৬৪) নামৰ এখন প্ৰবন্ধ-সংকলনো তেওঁ সম্পাদন কৰিছে। গল্পলেখক ৰূপেও হেমন্ত শৰ্ম্মাৰ নাম স্মৰণত নহাকৈ নাথাকে।

## হীৰেন ভট্টাচাৰ্য্য (১৯৩২ -)

ভৌতিকৱাদত বিশ্বাসী আধুনিক-কবিগোষ্ঠীৰ অন্তৰ্ভুক্ত হীৰেন ভট্টাচাৰ্য্যৰ নাম সৰবৰহী। "ৰৌদ্ৰ কামনা" (১৯৬৪), "মোৰ প্ৰেমৰ কবিতা" (১৯৬৯), "মোৰ দেশ", "বিভিন্ন দিনৰ কবিতা" (১৯৮১) আৰু "সুগন্ধি পখিলা" (১৯৮১), এইকেইখন ভট্টাচাৰ্য্যৰ এতিয়ালৈকে প্ৰকাশিত কৱিতাৰ পুথি। স্বদেশ-প্ৰেম, কৃষক-বণুৱা আদি সৰ্ব্বসাধাৰণৰ প্ৰতি সহৃদযতা, সমাজত দুৰ্নীতি-দুষ্কৃতিৰ পয়োভৰৰ ওপৰত কটু দৃষ্টিপাত — এইবোৰ প্ৰধানভাবে ভট্টাচাৰ্য্যৰ কৱিতাৰ উপজীৱ্য। "মোৰ দেশ", "আই", "শোভাযাত্ৰাত নিহতজনৰ কবিতা", "ভোগালি", "আশ্ৰয়", "ধুমুহা" আদি কাব্যিক সৃষ্টিবোৰ হীৰেন ভট্টাচাৰ্য্যৰ আলোচনাৰ প্ৰসঙ্গত উল্লেখনীয়। তেওঁৰ কৱিতাৰ প্ৰকাশৰীতি আপেক্ষিকভাবে সৰল, ভাৱাৰ্থ গ্ৰহণ কৰিবলৈ পাঠকে বৰকৈ মূৰ ঘমাঁব নালাগে।

## ভবেন্দ্ৰনাথ শইকীয়া (১৯৩২—)

ভবেন্দ্ৰনাথ শইকীয়া যুদ্ধোত্তৰ যুগৰ অন্যতম প্ৰসিদ্ধ গল্পকাৰ। তেওঁৰ "প্ৰহৰী" (১৯৬৩), "গহ্বৰ" (১৯৬৯), "সেন্দুৰ" (১৯৭০), "শৃঙ্খল" (১৯৭৩), "তৰঙ্গ" (১৯৭৯), "এই বন্দৰৰ আবেলিত" (১৯৮৮) আদি গল্প সম্ভাৰসমূহ ক্ৰমশঃ ছপা হৈ ওলাইছে। গল্পবোৰত সৰল-জীৱনৰ চিত্ৰ ৰূপায়িত হলেও বহু সময়ত সি জটিল পৰিৱেশ-পৰিস্থিতিৰ মাজেদি আগবাঢ়ে। তাৰ মাজত স্থানভেদে দীঘলীয়া বৰ্ণনাও নথকা নহয়। কিন্তু তাৰ মাজেদি বৈ যোৱা কৌতূহল -ঔৎসুক্যৰ সুঁতিয়ে গল্পক আকৰ্ষণীয় কৰি ৰখা দেখা যায়। কাহিনীকলালৈ লক্ষ্য ৰাখি ঘটনা-সংযোগত শইকীয়া যুক্তিস্থিত। "অন্তৰীপ" (১৯৮৬) নামৰ উপন্যাস লিখি শইকীয়াই উপন্যাসৰ ক্ষেত্ৰতো উজ্জ্বল-স্থান লভিছে। প্ৰায় অৰ্দ্ধশতিকা আগৰ সমাজত আৰু গাৰ্হস্থ্য-পৰিবেশত তিৰোতা [illegible] অৱহেলিত আছিল, এই কথা ইয়াৰ কাহিনীৰ মাজত চিত্ৰিত হৈছে।

## লক্ষ্মীনন্দন বৰা (১৯৩২ –)

গল্প আৰু উপন্যাস, এই উভয় দিশতে লক্ষ্মীনন্দন বৰাৰ নামৰ লগত পাঠকগোষ্ঠীৰ সুপৰিচয় আছে। ৰামধেনু-যুগতেই প্ৰথমতে গল্পকাৰ ৰূপে বৰাই সাহিত্য-জগতত আত্ম-প্ৰকাশ কৰে আৰু সুখ্যাতি অৰ্জ্জন কৰি শ্ৰেষ্ঠ গল্পকাৰসকলৰ অন্যতম ৰূপে পৰিগণিত হয়। "দৃষ্টিৰূপা", "গৌৰীৰূপক" (১৯৬১), "কাচিয়লিৰ কুঁৱলী" (১৯৬৫), "মন মাটি মেঘ", "সেই সুৰে উতলা" (১৯৬১), "অচিন কথা" (১৯৬৫), "গোপন গধূলি" (১৯৬৯), "মাজত তুষাৰ নৈ" (১৯৬৭) আদি বৰাৰ গল্পসংকলনবোৰ ইতিমধ্যে প্ৰকাশ হৈ ওলাইছে। গাঁৱলীয়া সমাজৰ বিবিধ চিত্ৰ আৰু ক'তো ক'তো নগৰীয়া সমস্যাও তেওঁৰ গল্পৰ আধাৰ ৰূপে দেখা যায়। শ্ৰেষ্ঠ গল্পকাৰৰূপে স্বীকৃতি লাভ কৰা লক্ষ্মীনন্দন বৰাই কিছু পাছত উপন্যাস ৰচনাত মনোনিৱেশ কৰে। "নিশাৰ পূৰবী" (১৯৬২), "গঙ্গাচিলনীৰ পাখি" (১৯৬৪), "বলুকাত বিজুলি" (১৯৬৯), "মাটিত মেঘৰ ছাঁ" (১৯৭০), "উত্তৰ পুৰুষ" (১৯৭০), আদি তেওঁৰ প্ৰকাশিত উপন্যাস। গল্প ৰচনাত বৰাৰ যি কৃতিত্ব স্বীকৃত, উপন্যাসত সেই কৃতিত্বৰ ন্যূনতা লক্ষণীয়। কলাত্মক-দৃষ্টিকোণৰ পৰা কাহিনীৰ ৰূপায়ণ, বিষয়-গাম্ভীৰ্য্য, নিয়মিত-ব্যৱস্থাত চৰিত্ৰ-চিত্ৰণ আদি দৃষ্টিকোণৰ পৰা সমালোচকে বৰাৰ উপন্যাসত ত্ৰুতি লক্ষ্য কৰিব পাৰে। ড° সত্যেন্দ্ৰ নাথ শৰ্ম্মাই[১৭] কৈছে – বৰাৰ "সৰহভাগ উপন্যাসেই ফৰমাইচী উপন্যাস যেন ধাৰণা হয়।" ইয়াৰ মাজতো অৱশ্যে "গঙ্গাচিলনীৰ পাখি" বৰাৰ শ্ৰেষ্ঠ সৃষ্টিৰূপে গণ্য কৰাৰ যোগ্য। উপন্যাসখনৰ নামটো যেনেকুৱা ৰোমাণ্টিক আৰু আকৰ্ষণীয়, তাৰ বিপৰীতে ইয়াৰ কাহিনীভাগ কিন্তু সিমান বেদনাদায়ক। সোণাই নদীৰ বেলাভূমি আৰু সলিল প্ৰৱাহৰ লগত সম্বন্ধবিজৰিতা বাসন্তীৰ প্ৰণয়লিপ্সু জীৱনৰ ব্যৰ্থতাৰ কাৰুণ্য ইযাত চিত্ৰিত হৈছে। বৰাৰ অন্যতম উপন্যাস "পাতাল ভৈৰবী"য়ে (১৯৬৮) অৱশ্যে যথোচিত সমাদৰ আৰু স্বীকৃতি লাভ কৰিছে।

## নিৰুপমা বৰগোহাঞি (১৯৩২ – )

নিৰুপমা বৰগোহাঞি উপন্যাস আৰু গল্প, উভয়দিশতে খ্যাতি লাভ কৰা লেখিকা। "সেই নদী নিৰবধি" (১৯৬৩), "দিনৰ পিছতে দিন" (১৯৮২), "সামান্য অসামান্য, "এজন বুঢ়া মানুহ " (১৯৬৬), "হৃদয় এটা নিৰ্জ্জন দ্বীপ" (১৯৭০), "ইপাৰৰ ঘৰ সিপাৰৰ ঘৰ" (১৯৭৯) আদি উপন্যাসবোৰ আৰু বহুত গল্প শ্ৰীমতী বৰগোহাঞিয়ে ৰচনা কৰি সাহিত্যৰ পুষ্টিসাধন কৰিছে। নাৰীৰ বিবিধ সমস্যা আৰু মনস্তাত্ত্বিক-দিশৰ আধাৰত তেওঁৰ উপন্যাস আৰু গল্পসমূহ প্ৰধানভাৱে আধাৰিত। তেওঁৰ "অন্য জীৱন"

---

১৭ আ. উ. গ. ধা.

খনত নাৰীবাদী চেতনা সচেষ্টভাবে ৰূপায়িত হোৱা দেখা যায়। তেওঁৰ "চম্পাৱতী"ও এই শ্ৰেণীৰেই উপন্যাস।

## ৰাম গগৈ (১৯৩২ –)

ৰাম গগৈ ৰামধেনু-যুগৰ অন্যতম প্ৰগতিবাদী কবি। তেওঁৰ প্ৰকাশিত কবিতাৰ পুথি দুখন– "মাটিৰ স্বপ্ন" (১৯৬৩) আৰু "হে পৃথিৱী অন্তৰাত্মা" (১৯৮৬)। বস্তুবাদী চিন্তাধাৰাৰ ওপৰত কৱিতাসমূহ প্ৰধানভাবে প্ৰতিষ্ঠিত, তাৰ মাজত থকা ভাৱঘন প্ৰৱাহে কাব্যিক-গুণ বঢ়াই তোলা দেখা যায়। "পথাৰ" গগৈৰ এটা উল্লেখযোগ্য প্ৰসিদ্ধ কৱিতা।

## নিৰোদ চৌধুৰী

যুদ্ধোত্তৰ-যুগৰ অন্যতম জনপ্ৰিয় লেখক নিৰোদ চৌধুৰী। বিশেষকৈ উপন্যাস আৰু চুটিগল্পৰ দিশত তেওঁৰ সাহিত্যিক-প্ৰতিভা উজ্জ্বল। "দেহ দেউল" (১৯৫৮), "দে ৱী" (১৯৬৯), "কুকুহা" (১৯৬৯), "বনহংস" (১৯৬৯), "কুঁৱলিৰ আখৰ" (১৯৬৯), "পানী" (১৯৭০), "কালহীৰা" (১৯৭০), "নাম ৰাখিলো বাসবী" (১৯৭১), "নকল বাঘ" (১৯৭৩), "মন প্ৰজাপতি" আদি চৌধুৰীৰ প্ৰকাশিত উপন্যাস। বাস্তৱ-সমাজখনকে আধাৰ-ভূমি হিচাপে লৈ চৌধুৰীয়ে উপন্যাসসমূহ ৰচনা কৰিছে। তেওঁৰ ৰচনাৰ মাজত থকা মনস্তাত্বিক-বিশ্লেষণে চিন্তাশীল পাঠকক আকৰ্ষণ কৰিব পাৰে। গল্পকাৰ ৰূপেও নিৰোদ চৌধুৰীয়ে যথোচিত খ্যাতি অৰ্জন কৰিছে। বিভিন্ন শ্ৰেণীৰ মানসিকতা তেওঁৰ গল্পৰাজিত প্ৰকাশিত। তেওঁৰ গল্পৰ ভাষা সৰল, প্ৰকাশৰীতিও আকৰ্ষণীয় – তাত বাগাড়ম্বৰ নাই, সংযমিত- গুণে বিশেষত্ব দান কৰা দেখা যায়।

## ড° নবীন শৰ্ম্মা

গুৱাহাটী-বিশ্ববিদ্যালয়ৰ লোক-সংস্কৃতি-বিভাগৰ অধ্যাপক নবীন শৰ্ম্মাৰ অৱদান বিশেষভাবে পুৰণি-পুথিৰ সম্পাদন আৰু লোক-সংস্কৃতিৰ অধ্যয়নত লক্ষ্য কৰা গৈছে। চন্দ্ৰভাৰতীৰ "কুমৰ-হৰণ কাব্য", "ৰুদ্ৰসিংহ কৃত "শিৱ-পুৰাণ", সূৰ্য্যখড়ি দৈবজ্ঞৰ "দৰংৰাজবংশাৱলী", ৰুচিনাথ কন্দলীৰ "শ্ৰীশ্ৰী চণ্ডী" আদি পুৰণি-সাহিত্য শৰ্ম্মাই সম্পাদনা কৰিছে। "অসমীয়া-লোক-সংস্কৃতিৰ আভাস", "ডাক-প্ৰৱচন" আদি তেওঁৰ লোক-সাহিত্য অধ্যয়নৰ ফলশ্ৰুতি। ইয়াৰ উপৰিও "অসমীয়া সাহিত্যৰ আলোক-ৰেখা" , "পুৰণি অসমীয়া সাহিত্যৰ সুৱাস" আদি কেইবাখনো গ্ৰন্থ প্ৰণয়ন আৰু প্ৰকাশ কৰি তেওঁ সমালোচনাৰ দিশত বৰঙণি আগবঢ়াইছে। গ্ৰন্থাকৃতি নোলোৱাকৈও শৰ্ম্মাৰ বহুত আলোচনাত্মক -ৰচনা অ'ত ত'ত বৈ আছে।

## ড° নিৰ্ম্মলপ্ৰভা বৰদলৈ (১৯৩৩ –)

শিৱসাগৰত জন্ম গ্ৰহণ কৰা ড° নিৰ্ম্মল প্ৰভা বৰদলৈ বহুবিধ প্ৰতিভাৰ গৰাকিনী, এগৰাকী বিদুষী নাৰী। সাহিত্য-সংস্কৃতিৰ দিশত তেওঁৰ নাম অসমত সৰ্ব্বজনবিদিত হোৱাৰ উপৰিও আন্তৰ্জাতিক ক্ষেত্ৰতো সি প্ৰসঙ্গ আৰু সময় বিশেষে উল্লিখিত হৈ আহিছে। ১৯৫৪ খৃঃত গুৱাহাটী-বিশ্ববিদ্যালয়ৰ পৰা অসমীয়াত এম্-এ পাছ্ কৰি গুৱাহাটীৰ বি-বৰুৱা কলেজত তেওঁ অধ্যাপনা কৰে । পাছত গুৱাহাটী-বিশ্ববিদ্যালয়ত অসমীয়াৰ অধ্যাপক-পদত নিযুক্তা হয়। সেই পদত কাম কৰি থাকি শেষৰ ফালে তেওঁ জৱহৰলাল-নেহৰু-অধ্যাপকৰ আসন লাভ কৰে, আৰু অৱশেষত সেই আসনৰ পৰা অৱসৰ লয়। ১৯৭২ খৃঃত নিৰ্ম্মলপ্ৰভা বৰদলৈয়ে গুৱাহাটী-বিশ্ববিদ্যালয়ৰ পৰা ডক্টৰেট ডিগ্ৰী লাভ কৰে। ১৯৯১ খৃঃত অসম-সাহিত্য-সভাৰ সভাপতিৰ পদত তেওঁ অধিষ্ঠিতা হয়।

আমাৰ সাহিত্য-সংস্কৃতিৰ ক্ষেত্ৰত কেইবাটাও দিশ নিৰ্ম্মল প্ৰভা বৰদলৈৰ প্ৰতিভাই উজলাইছে । তেওঁ কৱি, গায়িকা, গীত-ৰচয়িত্ৰী, শিশুমনোজ্ঞা আৰু অনুসন্ধান-গৱেষণাৰ পথ-চাৰিণী। তেওঁৰ অৱদানে এই গোটেইবোৰ দিশ যথোচিত ভাবে সমৃদ্ধ কৰি তুলিছে। “বনফৰিঙৰ ৰঙ” (১৯৬৭), “দিনৰ পাছত দিন” (১৯৭৭), “সমীপেষু” (১৯৭৭), “অন্তৰঙ্গ” (১৯৭৮) আদি বৰদলৈৰ কবিতা সংকলন। তেওঁৰ কিছুমান কৱিতাত নাৰী-মনৰ কোমল অনুভূতি প্ৰকাশ হৈছে, কিছুমানত দেশ আৰু সমাজৰ অবাঞ্ছিত-চিত্ৰসমূহ প্ৰকট হৈছে। কৱি হিচাপে তেওঁ সামাজিক-দায়বদ্ধতাত বিশ্বাসিনী, কিন্তু ভৌতিকৱাদত পূৰ্ণৰূপত বিশ্বাসিনী নহয়। নিৰ্ম্মলপ্ৰভাৰ গীত আৰু শিশু-সাহিত্যৰ পুথিও বহুত প্ৰকাশ হৈছে। “অসমৰ লোক -সংস্কৃতি” (১৯৭২) নামৰ গ্ৰন্থখন তেওঁৰ লোক-সংস্কৃতি-অধ্যয়নৰ এটা দিশৰ সুন্দৰ ৰূপায়ণ। পাছৰ ফালে বৰদলৈয়ে অনুসন্ধান আৰু গৱেষণা-কৰ্ম্মত অধিকভাৱে মনোনিৱেশ কৰে। তাৰ ফলশ্ৰুতি স্বৰূপে পোৱা গৈছে দুখন কলেৱৰপুষ্ট মূল্যবান গ্ৰন্থ — এখন, “দেৱী” (১৯৮৬) আৰু আনখন “শিৱ” (১৯৯৭) । অনুসন্ধান আৰু অধ্যয়নৰ যোগেদি আহৃত বহুত তথ্য দুয়োখন গ্ৰন্থতে সন্নিৱেশিত হৈছে। শক্তি আৰু শিৱ — ভাৰতীয়-সংস্কৃতিৰ এই দুটা মূল উৎসৰ ফালে আৰু অধিক আগুৱাই যোৱাৰ কাৰণে বৰদলৈৰ সাধুপ্ৰচেষ্টাজনিত উক্ত দুই ফলশ্ৰুতিয়ে পৰৱৰ্ত্তী গৱেষক পণ্ডিতক পহ্ দেখুৱাব। উল্লিখিতবোৰৰ উপৰিও বৰদলৈৰ আৰু বহুত ৰচনা প্ৰকাশিত বা অপ্ৰকাশিত ৰূপত সিঁচৰিত হৈ আছে।

## বীৰেশ্বৰ বৰুৱা (১৯৩৩ -)

বৰপেটাৰ ওচৰৰ সুন্দৰীদিয়াত জন্ম হয় বীৰেশ্বৰ বৰুৱাৰ। স্বাধীনোত্তৰ- যুগৰ পৰা “ৰামধেনু”ৰ যোগেদি তেওঁ ক্ৰমশঃ কাব্যিক দিশত খ্যাত হৈ উঠে। “নিৰ্জ্জান নাবিক”,

"চৰাই, শামুক আৰু নক্ষত্ৰ", "অচিন আৰাও" আদি তেওঁৰ স্বৰচিত কবিতৰ প্ৰকাশিত পুথি। ইয়াৰ উপৰিও তেওঁ বিদেশী কবিতাৰ অনুৱাদ-গ্ৰন্থও কেইবাখনো প্ৰকাশ কৰিছে। ভাষাৰ সৰলতা আৰু লগতে ভাৱৰ গভীৰতা বৰুৱাৰ কৱিতাৰ বিশেষত্ব। গল্প আৰু উপন্যাসৰ দিশতো তেওঁৰ বৰঙণি স্মৰণীয।

## ৰাধিকামোহন ভাগৱতী (১৯৩৩ –)

ৰাধিকামোহন ভাগৱতী সাংৱাদিক, ঔপন্যাসিক আৰু কৱি। বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্যই সম্পাদনাৰ কাম এৰাৰ পাছত "ৰামধেনু" আলোচনী দুৰ্ব্বল হৈ যোৱাতো ৰাধিকামোহন ভাগৱতীযে ১৯৬৪-১৯৬৭ চনলৈ সম্পাদনৰ দাযিত্ব লৈ ইযাক জীযাই ৰাখিছিল। তেওঁৰ সুদক্ষ সম্পাদনাত বৰ্ত্তমানে "আজিৰ অসম" নামৰ দৈনিক বাতৰি ওলাই আছে। ষাঠিৰ দশকত তেওঁ কিছুমান প্ৰতীকধৰ্ম্মী কৱিতা ৰচনা কৰিছে । তেওঁ "ৰক্তজবা" (১৯৭০) নামৰ এখন উপন্যাস তান্ত্ৰিক-ভাৱৰ আধাৰত ৰচনা কৰিছে।

## বিশ্বেশ্বৰ হাজৰিকা (১৯৩৩ –)

গোলাঘাটৰ বৰপথাৰত জন্মগ্ৰহণ কৰা বিশ্বেশ্বৰ হাজৰিকাই গুৱাহাটীৰ বি-বৰুৱা কলেজৰ প্ৰৱক্তা-পদৰ পৰা অৱসৰ গ্ৰহণ কৰিছে। তেওঁ বিশেষকৈ অসমীয়া - ভাষা-বিজ্ঞানৰ অধ্যায়নকাৰী, "অসমীয়া ভাষাৰ উৎপত্তি আৰু ক্ৰমবিকাশ" (১৯৮৮) হাজৰিকাৰ উল্লেখযোগ্য মুদ্ৰিত-গ্ৰন্থ। ইয়াৰ উপৰিও ভাষাতত্ত্ব আৰু লিপি সম্বন্ধীয় তেওঁৰ আৰু কিছুমান আলোচনা আছে।

## লক্ষ্যহীৰা দাস (১৯৩৩ –)

কামৰূপ-জিলাৰ শোৱালকুছিত লক্ষ্যহীৰা দাসৰ জন্ম। গুৱাহাটী-বিশ্ববিদ্যালয়ৰ শিক্ষা-বিভাগৰ অধ্যাপিকা ৰূপে কাম কৰি তেওঁ অৱসৰ গ্ৰহণ কৰিছে। তেওঁ এগৰাকী আগশাৰীৰ গায়িকা, গীত-ৰচয়িত্ৰী, কৱি আৰু বিবিধ শ্ৰেণীৰ সাহিত্যৰ সৃষ্টিকাৰিণী। যিবোৰ মূল্যবান অৱদানেৰে তেওঁ আমাৰ সাহিত্যৰ ক্ষেত্ৰ সমৃদ্ধ কৰিছে, সেইবোৰৰ ভিতৰত"সুৰসেতু", "গীতাৰ্ঘ্য", " প্ৰাণগঙ্গা", "আদৰ্শ -নাৰী", "অস্কাৰ ওৱাইল্ডৰ গল্প", "শিশুমনৰ পথেদি", "আকাশী কোঁৱৰৰ সাধু", "অসমীয়া গীতি-সাহিত্যৰ ৰূপ-ৰেখা", "ভাৰতৰ স্ত্ৰী-শিক্ষাৰ ইতিহাস" আদিৰ নাম বিশেষভাবে উল্লেখ কৰা হ'ল।

## নীলমণি ফুকন (কনিষ্ঠ, ১৯৩৩ –)

প্ৰতীকবাদী আৰু কল্পচিত্ৰবাদী এগৰাকী প্ৰখ্যাত আধুনিক কবি। "সূৰ্য্যহেনো নামি আহে এই নদীয়েদি" (১৯৬৩), "নিৰ্জ্জনতাৰ শব্দ" (১৯৬৫), "আৰু কি নৈঃশব্দ্য" (১৯৬৮), "ফুলি থকা সূৰ্য্য মুখী ফুলটোৰ ফালে" (১৯৭১), "কাইট গোলাপ আৰু

কাঁইট" (১৯৭৫), "গোলাপী জামুৰ লগ্ন" (১৯৭৫), "কুৰি শতিকাৰ অসমীয়া আৰু কবিতা" (১৯৭৭) — এই কেইখন ফুকনৰ প্ৰকাশিত কবিতা-সঙ্কলন।

## কনকসেন ডেকা (১৯৩৩—)

কনকসেন ডেকাৰ খ্যাতি সাংবাদিকতাৰ দিশত বিশেষ। আন ফালেদি ঔপন্যাসিক ৰূপেও তেওঁৰ নাম উল্লেখনীয়। "টেমচৰ পৰা লুইতলৈ" (১৯৬৭), "লুইতক ভেটিব সিহঁতে" (১৯৬৮), "সূৰ্য্যপুৰত নুঠে" (১৯৬৯) আৰু "সোণৰ পালেঙত নুশুৱায়" (১৯৭১) — এতিয়ালৈকে ডেকাৰ এইকেইখন উপন্যাসে প্ৰকাশ লভিছে।

## অমলেন্দু গুহ (১৯৩৪—)

স্বাধীনোত্তৰ-যুগৰ অন্যতম শ্ৰেষ্ঠ কবি অমলেন্দু গুহ। তেওঁৰ কবিতাৰ পুথি "তোমালৈ" (১৯৬০) খনৰ দ্বিতীয় সংস্কৰণত (১৯৬৪) তেওঁ লিখিছে — "আজি কালি কবিতাই জনপ্ৰিয়তা হেৰুৱাইছে বুলি ঘনাই তোলা অভিযোগটো মানিবলৈ টান পাইছোঁ। কাৰণ মোৰ নিজা অভিজ্ঞতা বেলেগ। প্ৰকাশিত হোৱাৰ আঢ়ৈ বছৰৰ ভিতৰত 'তোমালৈ'ৰ এঘাৰ শ (১১০০) কপি নিঃশেষিত হৈছিল আৰু প্ৰকাশকৰ পৰা দ্বিতীয়-সংস্কৰণৰ পাণ্ডুলিপি সাজু কৰিবলৈ তাগিদ পাইছিলোঁ। মোৰ বিশ্বাস, কবিতাক দুৰ্ব্বোধ্য কৰাৰ কৃত্ৰিম প্ৰচেষ্টা বৰ্জ্জিত হলে, কবি আৰু সহৃদয় ৰসগ্ৰাহীৰ মাজত সহযোগিতাৰ বাট আৰু বহল হব।" এইখিনি কথাই সৰলতাৰ পিনে আধুনিক-কবিতাৰ গতি ধাৰাৰ কথা সূচনা কৰাৰ উপৰিও গুহৰ কবিতাও যে দুৰ্ব্বোধ্য নহয়, এই কথাও বুজায়। বনুৱা, কৃষক আদি সাধাৰণ মানুহৰ কৰ্ম্ম-জগত আৰু মানসিক-ভাৱধাৰা গুহৰ কবিতাৰ প্ৰধান উপজীব্য। বিষয়বস্তু আৰু ক'তো ক'ত্ৰো পটভূমি হিচাপে জনজীৱনক বাচি লোৱা কাৰণে লুইতপৰীয়া নদীয়াল, তাঁতশালৰ শিপিনী, ধাননি পথাৰ, চাহ-বাগিচাৰ আকৰ্ষণীয় -চিত্ৰ আদিবোৰ গুহৰ কবিতাৰ উল্লেখনীয় বিষয়। কবিতাৰ উপৰিও "চোভিয়েট দেশত এভূমুকি নামৰ এখন ভ্ৰমণ মূলক কিতাপো গুহৰ উল্লেখযোগ্য কৃতি।

## ঘনকান্ত গগৈ

বিংশ-শতিকাৰ দ্বিতীয়াৰ্দ্ধৰ ঔপন্যাসিকসকলৰ ভিতৰত ঘনকান্ত গগৈ অন্যতম। "সোণৰ নাঙল" আৰু "ভূমিকন্যা" নামৰ উপন্যাস দুখনৰ যোগেদি উপন্যাসৰ দিশত বিশেষকৈ তেওঁ খ্যাতি লভিছে।

## হীৰেন্দ্ৰনাথ দত্ত (১৯৩৭—)

তিতাবৰত জন্মগ্ৰহণ কৰা হীৰেন্দ্ৰ নাথ দত্ত গুৱাহাটী-বিশ্ববিদ্যালয়ৰ ইংৰাজী-সাহিত্যৰ অধ্যাপক। শ্ৰেষ্ঠ আধুনিক-কবিসকলৰ ভিতৰত অন্যতম দত্তৰ এই পৰ্য্যন্ত প্ৰকাশিত কবিতা-সংকলন পোৱা হৈছে এখন — নাম, "সোমবিবিৰ সৌৰবলি" (১৯৮১)। কবিতাৰ

অন্তৰ্ভুক্ত বিষয়ৰ ওপৰত সূক্ষ্মানুভূতি, আৰু তাৰ ৰূপায়ণৰ সাধু চেষ্টা তেওঁৰ কবিতাৰ অন্যতম বিশেষত্ব। অনুভূতিক ৰূপ দিয়াৰ ক্ষেত্ৰত প্ৰতীক আৰু কল্পচিত্ৰৰ ওপৰত সঘনে অৱলম্বন কৰিছে। দত্ত এগৰাকী সাহিত্যৰ আলোচকো। "কিতাপৰ ভৱিষ্যত" (১৯৯০) নামৰ গ্ৰন্থখনে তেওঁৰ এই দিশৰ আভাস দিয়ে।

## ড° বাণীকান্ত শৰ্মা (১৯৩৭ –)

গুৱাহাটী-বিশ্ববিদ্যালয়ৰ এম-আই-এল বিভাগৰ অধ্যাপক ৰূপে কাম কৰি অৱসৰ লোৱা বাণীকান্ত শৰ্মা গৱেষক-পণ্ডিত আৰু গদ্য-লেখক। "অসমীয়া ভাষা-সাহিত্যলৈ মিছনাৰী সকলৰ দান", বহু গহীন আলোচনাত্মক ৰচনাৰ উপৰি একাধিক গ্ৰন্থ তেওঁ সম্পাদন কৰিছে।

## ভৱপ্ৰসাদ চলিহা (১৯৩৭ –)

ভৱপ্ৰসাদ চলিহা গুৱাহাটী-বিশ্ববিদ্যালয়ৰ অসমীয়া-বিভাগৰ অধ্যাপক। ভালেমান চিন্তাশীল প্ৰবন্ধৰ যোগেদি আমাৰ গদ্য-সাহিত্যৰ দিশ চহকী কৰাৰ লগতে বিভিন্ন আলোচনাত্মক ৰচনাৰ সঙ্কলক ৰূপেও তেওঁৰ খ্যাতি স্বীকৃত। "মাধৱদেৱ আৰু সংস্কৃতি" (১৯৮১) এই শ্ৰেণীৰ বিশেষ গ্ৰন্থ। "ড° সূৰ্য্যকুমাৰ ভূঞা ঃ ব্যক্তিত্ব আৰু সাধনা" আমাৰ জীৱনী-সাহিত্যলৈ আগবঢোৱা অধ্যাপক চলিহাৰ এখন শ্ৰেষ্ঠ বৰঙণি।

## ইলিমুদ্দিন দেৱান (১৯৩৭ –)

বৰপেটা-জিলৰ চেনীমাৰী গাওঁত জন্মগ্ৰহণ কৰা এম্-ইলিমুদ্দিন দেৱান ন-অসমীয়াসকলৰ ভিতৰত অগ্ৰগণ্য লেখক। তেওঁ সাংবাদিক, কবি, জীৱনবৃত্তকাৰ আৰু বহুধৰণৰ গদ্যৰচক। "আজান" নামৰ এখন কাকত তেওঁ কেইবা বছৰো সম্পাদন কৰি নিজ প্ৰচেষ্টাত প্ৰচাৰ কৰিছিল। "মনৰ আকুতি" (কবিতা), "অমৰ শ্বহীদ" (চুটিগল্প), "হাৰুণ মাষ্টৰৰ বিয়াৰ বেদনা" (উপন্যাস), আৰু 'ইতিহাসৰ বা- মাৰলিত সম্ৰাট-দুহিতা জাহানাৰা", "মানৱ-মুকুট হজৰত মহম্মদ", মতিভ্ৰষ্ট নবাব চিৰাজ নে বিকাৰগ্ৰস্ত ইংৰাজ", "চৰ-চাপৰিৰ জীৱনধাৰা" আদি বহুসংখ্যক গদ্যৰ পুথি দেৱানে নিষ্ঠাৰ সৈতে ৰচনা কৰি অসমীয়া-সাহিত্যৰ সেৱা কৰি আহিছে।

## ড° পৰীক্ষিত হাজৰিকা

নলবাৰী-অঞ্চলত জন্ম গ্ৰহণ কৰা পৰীক্ষিত হাজৰিকা গুৱাহাটী-বিশ্ববিদ্যালয়ৰ অসমীয়া-বিভাগৰ অধ্যাপক। ভাষাতত্ত্বৰ ক্ষেত্ৰত তেওঁৰ অৱদান বিশেষ। "চৰ্য্যাপদ" আৰু "কামৰূপী তাম্ৰশাসনৰ প্ৰাকৃত" – এই দুই গ্ৰন্থ উক্ত দিশত হাজৰিকাৰ উৎকৃষ্ট অৱদান। ইয়াৰ উপৰিও বিভিন্ন স্থানত প্ৰকাশ পোৱা তেওঁৰ আলোচনামূলক প্ৰবন্ধবোৰেও তেওঁক সমালোচকৰ শাৰীত স্থান দিছে।

## নগেন্দ্ৰনাৰায়ণ গোস্বামী

নলবাৰী-জিলাৰ কৈঠালকুছি অঞ্চলত জন্মলোৱা নগেন্দ্ৰনাৰায়ণ গোস্বামী অভয়াপুৰী-কলেজৰ অসমীয়াৰ মুখ্য-অধ্যাপক । মহাপুৰুষ দামোদৰ দেৱৰ জীৱনী আৰু দামোদৰীপন্থাৰ দিক্ নিৰ্ণায়ক কেইবাখনো আলোচনামূলক পুথি তেওঁ ৰচনা কৰিছে। তাৰ ভিতৰত "ভক্তি মূৰ্ত্তি দেৱ দামোদৰ গুৰু : জীৱনী আৰু ধৰ্ম্মমত", "শ্ৰীশ্ৰী দামোদৰ গুৰু", "বেদবিদ্ গুৰু দামোদৰদেৱ", "পুৰণি অসমত স্মৃতি-শাস্ত্ৰৰ চৰ্চা আৰু দামোদৰীপন্থাত ইয়াৰ প্ৰভাৱ" আদি গোস্বামীৰ বিশেষ উল্লেখযোগ্য পুথি।

## ড° থানেশ্বৰ শৰ্ম্মা (১৯৩৮ –)

নলবাৰী-জিলাৰ বৰভাগ -অঞ্চলত থানেশ্বৰ শৰ্ম্মাৰ জন্ম । বৰ্ত্তমানে গুৱাহাটী-বিশ্ববিদ্যালয়ৰ সংস্কৃত-সাহিত্যৰ অধ্যাপক শৰ্ম্মা এগৰাকী নিষ্ঠাবান লেখকো। সংস্কৃত-সাহিত্যৰ আধাৰত অসমীয়া-সাহিত্যলৈ তেওঁ মূল্যবান অৱদান আগবঢ়াই আছে। "সংস্কৃত-সাহিত্যৰ ইতিবৃত্ত", "বৈদিক-সাহিত্যৰ ৰূপ-ৰেখা", "সামবেদৰ জিলিঙনি", "অভিজ্ঞান শকুন্তলা সমীক্ষাত্মক-অধ্যয়ন" আদি শৰ্ম্মাৰ গ্ৰন্থসমূহ নিশ্চিতভাৱে আমাৰ সাহিত্যলৈ তেওঁৰ সমৃদ্ধিকাৰক অৱদান।

## গুৰুকৃষ্ণ গোস্বামী (১৯৩৮ –)

পাটবাউসীৰ দামোদৰী সত্ৰৰ অধিকাৰ গুৰুকৃষ্ণ গোস্বামীয়ে জীৱিকাৰ কাৰণে চৰকাৰী-চাকৰি কৰিলেও লগে লগে সাহিত্য-চৰ্চাও কৰি আহিছে। আন আন পুথি-লিখিলেও বিশেষকৈ ভট্টদেৱী-সাহিত্যৰ বিকাশত তেওঁৰ মনোনিবেশ অধিক দেখা গৈছে। ভট্টদেৱৰ "প্ৰসঙ্গমালা" আৰু "শ্ৰীকৃষ্ণ- লীলা-কীৰ্ত্তন", আৰু ৰামৰায়কৃত "গুৰুলীলা"ৰ সম্পাদিত ৰূপ তেওঁ উলিয়াইছে। ইয়াৰ উপৰিও "ভট্টদেৱ : সাহিত্য-প্ৰতিভা" আৰু "শ্ৰীশ্ৰীদামোদৰদেৱ" নামৰ দুখন জীৱনকৃতিও তেওঁৰ উল্লেখনীয় ৰচনা। "মিছৰৰ নিমাতী কুঁৱৰী" আৰু "মায়া সৰোবৰৰ যক্ষ" – এই দুখন শিশুপযোগী পুথি গোস্বামীয়ে ৰচনা কৰিছে।

## ড° নগেন শইকীয়া (১৯৩৮ – )

ডিব্ৰুগড়-বিশ্ববিদ্যালয়ৰ অসমীয়া-বিভাগৰ অধ্যাপক আৰু অসম-সাহিত্য-সভাৰ প্ৰাক্তন-সভাপতি নগেন শইকীয়াই আমাৰ সাহিত্যৰ বিভিন্ন দিশত অবিহণা যোগাই আহিছে যদিও গল্প আৰু সমালোচনাৰ ক্ষেত্ৰত মনোনিৱেশ অধিক দেখা গৈছে। "ৰামধেনু"ৰ মাজেদি গল্পকাৰ ৰূপে আত্মপ্ৰকাশ কৰি কম দিনৰ ভিতৰতে ইয়াত সাৰ্থকতা লাভ কৰা শইকীয়াৰ ইতিমধ্যে প্ৰকাশিত গল্প-সংকলন "অস্তিত্ব-শিকলি" য়ে তেওঁৰ গাল্পিক-প্ৰতিভাৰ স্বাক্ষৰ বহন কৰিছে। "চিন্তা আৰু চৰ্চা" গ্ৰন্থখনে শইকীয়াৰ আলোচনাত্মক-

ৰচনাৰ নিদৰ্শন দেখুৱাইছে। সাহিত্য-চৰ্চ্চাত ব্ৰতী নগেন শইকীয়াৰ অৱশ্যে আৰু বহুত অৱদান আছে।

## ড° হীৰেন গোহাই (১৯৩৯ –)

গুৱাহাটী-বিশ্ববিদ্যালয়ৰ ইংৰাজী-সাহিত্যৰ অধ্যাপক ড° হিৰেন গোহাই এগৰাকী তীক্ষ্ণধী সম্পন্ন ব্যক্তি। বিশেষ কৃতিত্বৰে গুৰিৰে পৰা সকলো পৰীক্ষা পাছ কৰি গৈ ১৯৬২ খৃঃত দিল্লী-বিশ্ববিদ্যালয়ৰ পৰা ইংৰাজীত প্ৰথম-শ্ৰেণীৰ প্ৰথম স্থান লাভ কৰি তেওঁ এম্-এ পাছ কৰে, আৰু ইংলণ্ডৰ কেম্ব্ৰিজ বিশ্ববিদ্যালয়ৰ পৰা ১৯৬৭ খৃঃত ডক্টৰেট ডিগ্ৰী লাভ কৰে। গোহাই বিশ্ববিদ্যালযত নিযমিতভাবে শিক্ষাদান কৰি থকাৰ উপৰিও এগৰাকী সমাজ-সচেতন সাহিত্যিক আৰু বিখ্যাত সমালোচক ৰূপেও সৰ্ব্বজনস্বীকৃত হৈ আহিছে। তেওঁ মাৰ্ক্সীয-মতবাদ আৰু দৰ্শনত বিশ্বাসী আৰু তাৰ অনুগামী। সমাজবাদী আদৰ্শৰ প্ৰতি সচেষ্ট বামপন্থী সমালোচকৰূপে গোহাইৰ খ্যাতি ব্যাপ্ত আৰু স্বীকৃত। তেওঁৰ সূক্ষ্মদৰ্শিতা, বোধশক্তি আৰু মতসাপেক্ষে মূল্যাযন স্বীকাৰ্য্য। সমালোচনাৰ এই বিশেষত্ববোৰ কাৰ্য্যক্ষম কৰি তোলাত তেওঁৰ অধ্যয়নপুষ্ট-মানসিকতায়ো সহাযতা কৰিছে। "সাহিত্য আৰু সত্য" (১৯৭১), "সাহিত্য আৰু চেতনা" (১৯৭৬), "বিশ্বায়তন" (১৯৮৩) আদিৰ উপৰিও আৰু ভালেমান গ্ৰন্থ প্ৰণয়ন কৰি তেওঁ আমাৰ সাহিত্যৰ সমালোচনাৰ দিশ প্ৰশস্ত কৰি তুলিছে। নতুন সমালোচনাৰ দিকনিৰ্ণায়ক হিচাপে তেওঁ "কৱিতাৰ বিচাৰ আৰু নতুন সমালোচনা" (১৯৮৬) লিখিছে।

সাম্প্ৰতিক-কবি সকলৰ পৰিগণনাতো হিৰেন গোহাইৰ নাম বিশেষত্বৰ সৈতে উল্লেখনীয়।

## ড° প্ৰফুল্লচন্দ্ৰ ভূঞা (১৯৩৯ –)

সৰ্থেবাৰীৰ ওচৰতে জন্ম গ্ৰহণ কৰা প্ৰফুল্লচন্দ্ৰ ভূঞাই তাৰ স্থানীয় বাপুজী-কলেজৰ অধ্যক্ষ- পদৰ পৰা ১৯৯৯ চনৰ ডিচেম্বৰ মাহত অৱসৰ গ্ৰহণ কৰে। ইতিহাস আৰু ইংৰাজী -সাহিত্যৰ ছাত্ৰ ভূঞাৰ অসমীয়া-সাহিত্যলৈ যোগোৱা বৰঙণিও উল্লেখনীয়। "অসমৰ বৈষ্ণৱ-ধৰ্ম্মৰ তত্ত্ব আৰু দৰ্শন" নামৰ তেওঁৰ এখন তত্ত্বমূলক -গ্ৰন্থ ইতিমধ্যে ছপা হৈ ওলাইছে। ইয়াৰ উপৰিও প্ৰকাশিত বহুত আলোচনামূলক- প্ৰবন্ধয়ো ভূঞাৰ অধ্যয়নশীল চিন্তা-চৰ্চ্চাৰ পৰিচয় দিয়ে। তেওঁৰ একাধিক গ্ৰন্থ প্ৰকাশৰ পথত আগবাঢ়ি আছে।

## যোগেন্দ্ৰনাৰায়ণ ভূঞা (১৯৩৯ –)

নগাওঁ-ছোৱালী কলেজৰ অসমীয়া-বিভাগৰ অধ্যাপক যোগেন্দ্ৰ নাৰায়ণ ভূঞা এগৰাকী উল্লেখনীয় গদ্যকাৰ। "মহাফেজখানাৰ খিড়িকীয়েদি", "ঊনবিংশ-শতিকাৰ অসম-সংবাদ", "উৱলি যোৱা নথিৰ পৰা", "সদাগৰ ভোলানাথ বৰুৱা" আদি প্ৰকাশিত গ্ৰন্থ সমূহে গদ্যশিল্পীৰূপে ভূঞাৰ স্থান নিৰ্ণয় কৰিছে।

## ড° গোবিন্দপ্ৰসাদ শৰ্ম্মা (১৯৪০ –)

টিহু-অঞ্চলত জন্মগ্ৰহণ কৰা গোবিন্দপ্ৰসাদ শৰ্ম্মা গুৱাহাটী-বিশ্ববিদ্যালয়ৰ ইংৰাজী-সাহিত্যৰ অধ্যাপক। সাহিত্যৰ আলোচনাৰ ক্ষেত্ৰত আগবাঢ়ি অহা এগৰাকী সাম্প্ৰতিক-যুগৰ তেওঁ প্ৰসিদ্ধ লেখক। বিশেষকৈ উপন্যাস আৰু জীৱনী-সাহিত্যৰ ওপৰত শৰ্ম্মাৰ মনোনিৱেশ অধিক পৰিলক্ষিত। "উপন্যাস আৰু অসমীয়া উপন্যাস" (১৯৯৫), "বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য্য: ঔপন্যাসিক" (১৯৮৩) আৰু "জীৱনী আৰু অসমীয়া জীৱনী" (১৯৮৬) - এই কেইখন গ্ৰন্থই যুক্তিনিষ্ঠ, তাত্ত্বিক আৰু তথ্যবহুল সমালোচনাৰ স্ৰষ্টাৰূপে শৰ্ম্মাক প্ৰতিপন্ন কৰিছে। ইয়াৰ উপৰিও তেওঁৰ সম্পাদিত গল্প-সঙ্কলন "কাচৰ দৰে, হীৰাৰ দৰে" উল্লেখনীয় পুথি।

## বিজনলাল চৌধুৰী (১৯৪০ –)

বৰপেটাত জন্ম লোৱা বিজনলাল চৌধুৰী বৰপেটাৰ এম্-চি কলেজৰ অসমীয়াৰ প্ৰৱক্তা। তেওঁ মাৰ্ক্সীয়- মতবাদ আৰু দৰ্শনত একান্ত বিশ্বাসী। তেওঁ কৱি আৰু আলোচকো। দুয়োবিধ ৰচনাৰ মাজ্তত, বিশেষকৈ কৱিতাৰ মাজত তেওঁৰ উক্ত বিশ্বাস সুস্পষ্টভাৱে প্ৰকট। "স্পন্দিত মুহূৰ্ত্ত" নামৰ তেওঁৰ এটা কৱিতা-সংকলন আৰু "জোনাকীৰ আলোড়ন" নামৰ আলোচনাত্মক এখন পুথি ইতিমধ্যে ছপা হৈ ওলাইছে। তেওঁৰ আৰু বহুত কৱিতা আৰু আন আন ৰচনা ছপা হবলৈ বাকী আছে। "জ্যোতি-চেতনা" নামৰ আন এখন পুথি বিজনলাল চৌধুৰী আৰু অনিলৰায় চৌধুৰী উভয়ৰে নামত পোৱা যায়।

## লুম্মেৰ দাই (১৯৪০ –)

লুম্মেৰ দাই অৰুণাচলীয় লোক। বিশেষকৈ কেইবাখনো উপন্যাস ৰচনা কৰি তেওঁ অসমীয়া-সাহিত্যৰ ইতিহাসত সুস্পষ্ট স্থান লাভ কৰিব পাৰিছে। "পাহাৰৰ শিলে শিলে" (১৯৬০), "পৃথিৱীৰ হাঁহি" (১৯৬৩), "মন আৰু মন" (১৯৬৮) আৰু "কইনাৰ দাম" (১৯৮৪), দাইৰ এই চাৰিখন উপন্যাসে এই পৰ্য্যন্ত প্ৰকাশ লভিছে। উপন্যাস কেইখনৰ মাজত বৰ্ণিত বিভিন্ন সমস্যা, চিত্ৰ আৰু চৰিত্ৰৰ মাজেদি অৰুণাচলৰ ভৌগোলিক, সামাজিক পৰিস্থিতি আৰু লোক-মানসিকতা সুন্দৰভাৱে চিত্ৰিত হৈছে। লুম্মেৰ দাই কৱি আৰু প্ৰবন্ধলেখকো।

## ড° পূৰ্ণানন্দ শইকীয়া

গুৱাহাটীৰ কমাৰ্চ্ছ কলেজৰ ইংৰাজী-সাহিত্যৰ অধ্যাপক পূৰ্ণানন্দ শইকীয়া। প্ৰসিদ্ধ কৱি আৰু ঐতিহাসিক-পণ্ডিত হিতেশ্বৰ বৰবৰুৱাৰ সাহিত্য-কৃতি আলোচনাত্মক যি গ্ৰন্থৰ

কাৰণে তেওঁ ডক্টৰেট ডিগ্ৰী লাভ কৰিছে, তাৰ অসমীয়া-ৰূপান্তৰ শইকীয়াৰ অসমীয়া-সাহিত্যলৈ মূল্যৱান অৰিহণা। "মাধৱদেৱৰ ভক্তি-সাহিত্য (১৯৯০) তেওঁৰ অন্যতম ৰচনা। ইযাত মহাপুৰুষ মাধৱদেৱৰ গোটেইখিনি ভক্তিমূলক-গীত, পদ আৰু নাটৰ আলোচনা পৰিকল্পিত -ৰূপত দাঙি ধৰা হৈছে।

## ভৱেন বৰুৱা (১৯৪০ —)

গুৱাহাটী-বিশ্ববিদ্যালযৰ ইংৰাজী-সাহিত্যৰ অধ্যাপক ভৱেন বৰুৱা অন্যতম উল্লেখনীয আধুনিক কৱি। কৱিতাৰ শৈল্পিক দিশ আৰু শব্দপ্ৰযোগত বৰুৱা সচেতন, প্ৰতীকৰ সঘন-প্ৰযোগো তেওঁৰ কৱিতাত লক্ষণীয। কৱিতাৰ ৰসোপলব্ধিৰ কাৰণে শব্দৰ ব্যঞ্জনাৰ্থ আৰু প্ৰতীক-প্ৰকাশিত ভাৱাৰ্থ উদঘাটন কৰিবলৈ পাঠকে চিন্তা কৰিবলগীযা হয কাৰণে কোনো কোনো ক্ষেত্ৰত তেওঁৰ কৱিতা উপভোগ্য হৈ উঠাত অসুবিধা দেখা যায়। বহু বৈচিত্ৰ্যপূৰ্ণ জীৱন আৰু সমাজৰ কিছুমান দিশত বৰুৱাৰ দৃষ্টি নিপতিত হোৱা দেখা যায। "সোণালী জাহাজ" (১৯৬৫), "মৃত" (১৯৬৩), "দ্বীপকণ্ঠ" (১৯৬৪), "নিজৰাৰ স্বপ্ন-ভঙ্গ" (১৯৬৪), "সময" (১৯৬৬), "অশ্বাৰোহী", "শিলাস্তম্ভৰ সন্মুখত" আদি তেওঁৰ প্ৰসিদ্ধ কৱিতা। এতিযালৈ বৰুৱাৰ প্ৰকাশিত কৱিতা-সঙ্কলন এখন - নাম, "সোণালী জাহাজ" (১৯৭৭)। সমালোচক ৰূপেও ভৱেন বৰুৱাৰ স্থান সুস্পষ্ট।

## চিত্তৰঞ্জন চৌধুৰী (১৯৪১ — )

সুন্দৰীদিযাত জন্ম গ্ৰহণ কৰা চিত্তৰঞ্জন চৌধুৰী কোক্ৰাঝাৰ কলেজৰ অসমীয়া-বিভাগৰ প্ৰৱক্তা। তেওঁ এগৰাকী অধ্যযনশীল আৰু চিন্তাশীল লেখক। "ড° বাণীকান্ত কাকতিঃ জীৱন আৰু প্ৰতিভা" তেওঁৰ বিশ্লেষণাত্মক শৃঙ্খলিত আলোচনা মূলক গ্ৰন্থ। "বিভিন্ন প্ৰহৰ" নামৰ গল্প-সঙ্কলন আৰু "সোঁৱৰণ" নামৰ জীৱনীৰ পুথিও তেওঁ প্ৰকাশ কৰিছে। ইয়াৰ উপৰিও কেইবাখনো মূল্যৱান পুথি তেওঁ সম্পাদনো কৰিছে।

## ড° শৈলেন ভৰালী (১৯৪২ —)

শৈলেন ভৰালীৰ জন্ম নলবাৰী-জিলাৰ বৰডাগ-অঞ্চলত। তেওঁ গুৱাহাটী-বিশ্ববিদ্যালয়ৰ অসমীয়া-বিভাগৰ অধ্যাপক। সাম্প্ৰতিক যুগত আমাৰ সাহিত্যৰ এগৰাকী বিশিষ্ট-সমালোচক ৰূপে তেওঁ খ্যাতিমান হৈছে। নাট্য-সাহিত্যৰ ক্ষেত্ৰত তেওঁৰ অধ্যয়ন দেখা যায় বিশেষ। "নাটক আৰু অসমীযা নাটক", "ট্ৰেজেডি বিচাৰ", "নাট্যকলা: দেশী আৰু বিদেশী", "অসমীয়া লোক-নাট্য পৰম্পৰা", "অসমীয়া ঐতিহাসিক উপন্যাস", "সাহিত্যৰ কথা", "আধুনিক অসমীয়া সাহিত্যৰ ইতিহাস", "আধুনিক ভাৰতীয় সাহিত্য" আদি ভৰালীৰ বিশেষ উল্লেখযোগ্য অৱদান।

## ড° বসন্তকুমাৰ ভট্টাচাৰ্য্য (১৯৪২ – )

নলবাৰী-অঞ্চলত জন্ম গ্ৰহণ কৰা বসন্তকুমাৰ ভট্টাচাৰ্য্য নলবাৰী-কলেজৰ অসমীয়া-বিভাগৰ প্ৰৱক্তা। তেওঁ গল্প, উপন্যাস, নাটক আৰু আলোচনা, এই কেউটাদিশতে আমাৰ সাহিত্যলৈ ভালেমান অৱদান আগবঢ়াইছে। তেওঁৰ প্ৰকাশিত পুথি বোৰৰ ভিতৰত "বোধন", "দুষ্টপ্ৰজাপতি", "অসংলগ্ন", "প্ৰতিবাদ", "অৱৰোধ", "এটি নিশাৰ বাতৰিৰে", "দুঃস্বপ্নৰ সময়", গ্ৰহণ, ক্লান্ত অপৰাহ্ন, "প্ৰত্যুষৰ আলাপ" আদি গল্প-সঙ্কলন, "অন্য এক অসুখ" আৰু "পলাশী স্পন্দন" উপন্যাস, "গ্ৰহণ-মুক্তি", আৰু "সময়-বৃত্ত" নামৰ দুখন পূৰ্ণাঙ্গ নাটকৰ উপৰিও কেইবাখনো একাঙ্কিকা প্ৰকাশ হৈছে। ইয়াৰ উপৰিও ভট্টাচাৰ্য্যৰ "ভাষা-সাহিত্যৰ আভাস", "অৰুণোদই - যুগৰ সাহিত্য" "অসমীয়া-সাহিত্যৰ বিশ্লেষণ", "অসমীয়া লোক-গীত-সমীক্ষা", "অসমীয়া সাহিত্যৰ সুৰভি" আদি পুথিও আমাৰ আলোচনা- সাহিত্যৰ দিশত উল্লেখনীয়। কেইবাখনো পুৰণি নাট আৰু কাব্যও তেওঁ সম্পাদন কৰি উলিয়াইছে।

## মামণি ৰয়ছম গোস্বামী (১৯৪৩ – )

আপেক্ষিকভাবে বয়ঃকনিষ্ঠা হলেও মামণি ৰয়ছম গোস্বামী বৰ্ত্তমান-যুগৰ এগৰাকী প্ৰসিদ্ধা লেখিকা। তেওঁৰ প্ৰতিভাৰ স্ফুৰণ প্ৰধানভাবে গল্প আৰু উপন্যাসৰ দিশত লক্ষণীয়। গোস্বামীয়ে কলেজীয়া কালতে চুটিগল্প লিখিবলৈ আৰম্ভ কৰে, আৰু সাহিত্যিক-জীৱনৰ প্ৰথম অৱস্থাতে গল্প লেখিকা ৰূপে জনাজাত হয়। "কাঠফুলা", "সন্ধি", "সংস্কাৰ" আদি তেওঁৰ উল্লেখনীয় গল্প। প্ৰতিটো গল্পতে সমাজৰ একোটা চিত্ৰ লেখিকাই নিৰ্ভীকভাবে চিত্ৰিত কৰিছে। শতিকাৰ অষ্টম-দশকৰ পৰা মামণি গোস্বামীৰ ধাউতি উপন্যাস ৰচনাৰ ফালে অহা বুলি জনা যায়। ফলস্বৰূপে "চীনাৱৰ সোঁত" (১৯৭২), "নীলকণ্ঠী ব্ৰজ" (১৯৭৬), "অহিৰণ" (১৯৭৬), "মামৰে ধৰা তৰোৱাল" (১৯৮০), "দঁতাল হাতীৰ উঁয়ে খোৱা হাওদা" (১৯৮৮) আদি এই শ্ৰেণীৰ ৰচনা পোৱা গৈছে। উপন্যাসকেইখনৰ মাজত গোস্বামীৰ সামাজিক চেতনা পৰিস্ফুট হৈছে, ক'তো ক'তো নাৰীবাদী আদৰ্শও উক্ দি উঠিছে। "দঁতাল হাতীৰ উঁয়ে খোৱা হাওদা" এখন বৈষ্ণৱ সত্ৰৰ সংৰক্ষণশীল পৰিবেশৰ ওপৰত প্ৰতিষ্ঠিত উপন্যাস । লেখিকাই ইয়াত ধৰ্ম্মীয়, সামাজিক, ৰাজনৈতিক, আদি গোড়ামিৰ চিত্ৰণ অংকন কৰিছে। তাৰ মাজতো অৱশ্যে নতুন ভাৱধাৰাৰ উন্মেষ ঘটাবলৈ যত্ন কৰিছে। বিষয়বস্তু, শৈল্পিক নৈপুণ্য, ভাষা আদিৰ ফালৰ পৰা এইখন উপন্যাসক শ্ৰেষ্ঠ স্থান দিব পৰা যায়।

## ড° পোনা মহন্ত (১৯৪৩ –)

নাজিৰাৰ চনিহা-বাৰেঘৰ সত্ৰত পোনা মহন্তৰ জন্ম হয়। তেওঁ ডিব্ৰুগড়-বিশ্ববিদ্যালয়ৰ ইংৰাজী-সাহিত্যৰ অধ্যাপক। নাটক আৰু তুলনামূলক-সাহিত্যৰ দিশত মহন্তৰ অধ্যয়ন

বিশেষভাবে লক্ষণীয। অসমীযাত ৰচিত তেওঁৰ এতিয়ালৈ প্ৰকাশিত পুথি "নাটক আৰু নাট্যকাৰ"। ইংৰাজী-ভাষাতো তেওঁ একাধিক পুথি ৰচিছে।

## নিৰুপমা মিশ্ৰ (১৯৪২ — )

বৰপেটাৰ নিৰুপমা মিশ্ৰই সুলেখিকা ৰূপে ইতিমধ্যে খ্যাতি অৰ্জ্জন কৰিছে। " সদৌ অসম-লেখিকা-সমিতিৰ" লগতো তেওঁৰ সম্বন্ধ নিবিড। বিশেষকৈ শিশু-সাহিত্য - ৰচনাৰ ক্ষেত্ৰত তেওঁৰ যশস্যা বাঢ়িছে। ইতিমধ্যে প্ৰকাশ হৈ ওলোৱা শ্ৰীমতী মিশ্ৰৰ শিশুপযোগী পুথিখেইখন হ'ল - "পাখিয়ে পাখিযে ৰং", "সাধুত আছে যাদু", 'সাধুৰ কৰণি", "সোণ সঁফুৰা" আৰু "পাপুমণিৰ সপোন"। উল্লিখিত প্ৰথমখন পুথিযে "প্ৰকাশন-পৰিষদ" আৰু "সাহিত্য-সভা" ৰ পৰা পুৰস্কাৰো লভিছে।

## ড° শ্যামাপ্ৰসাদ শৰ্ম্মা (১৯৪৪ —)

গুৱাহাটীত জন্মগ্ৰহণ কৰা শ্যামাপ্ৰসাদ শৰ্ম্মা কটন-কলেজৰ পদাৰ্থ-বিজ্ঞানৰ অধ্যাপক। বিজ্ঞানৰ কথাবোৰ অসমীয়া-ভাষাৰ মাধ্যমত সাহিত্যিক-ৰূপত প্ৰচাৰ কৰাৰ ক্ষেত্ৰত বিজ্ঞানৰ ছাত্ৰ হিচাপে তেওঁৰ বিশেষ কৃতিত্ব দেখা গৈছে। "অসমীযা মঞ্চ-সাহিত্য" আৰু "গল্পৰ ছলেৰে বিদ্যুৎপ্ৰৱাহ" - এই দুখন পুথি তেওঁৰ এতিয়ালৈকে প্ৰকাশিত হৈছে। উপন্যাস আৰু নাটকৰ দিশতো শৰ্ম্মাৰ অৱদান আছে । "বিজ্ঞান-জেউতি"ৰ তেওঁ এগৰাকী সক্ৰিয কৰ্ম্মকৰ্ত্তা।

## অক্ষয় কুমাৰ মিশ্ৰ (১৯৪৪ —)

বৰপেটাৰ অক্ষয়কুমাৰ মিশ্ৰ বৰপেটা-বিদ্যাপীঠ হাইস্কুলৰ শিক্ষক। তেওঁ এগৰাকী চিন্তাশীল লেখক। "জীৱন-জিজ্ঞাসা", "ৰমণীয় বৰণীয়" আৰু "জীৱন-তৃষ্ণা" — এই কেইখন তেওঁৰ চিন্তামূলক পুথি, এইবোৰত আনুভূতিক আৰু চিন্তামূলক কথাবোৰ পৰিমিত ভাষাৰ মাজেদি ৰূপ দিবলৈ লেখক সক্ষম হৈছে। "ড° সৰ্ব্বপল্লী ৰাধাকৃষ্ণণ" আৰু "বাণীৰ পুত্ৰ বাণীকান্ত" নামৰ দুখন তেওঁৰ জীৱনীমূলক পুথি আৰু আন পথি কেইবাখনো প্ৰকাশ হৈছে। ইয়াৰ উপৰিও তেওঁ কেইবাখনো মূল্যবান গ্ৰন্থ সম্পাদন আৰু সঙ্কলন কৰিছে। সেইবোৰৰ কেইখনমান তেওঁ স্বকীয়ভাবে সম্পাদন কৰিছে আৰু কেইখনমান কৰিছে যুটীয়াভাবে।

## ড° কবীন ফুকন (১৯৪৬ —)

যোৰহাটৰ কবীন ফুকন ডিব্ৰুগড়-বিশ্ববিদ্যালয়ৰ ইংৰাজী-সাহিত্যৰ অধ্যাপক। তেওঁ অসমীয়া আৰু ইংৰাজী, উভয়ভাষাতে আলোচনামূলক প্ৰবন্ধপাতি লিখিছে। অৱশ্যে কবি হিচাপে তেওঁৰ খ্যাতি অধিক। "এনেকৈয়ে দিন এনেকৈয়ে ৰাতি" (১৯৯১) আৰু

"কোনে কয় নুপুৱায় আউসীৰ ৰাতি" (১৯৯২) — এই দুখন ফুকনৰ প্ৰকাশিত গল্প-সংকলন।

## অশ্বিনী কুমাৰ শৰ্মা (১৯৪৮ —)

নলবাৰীৰ ওচৰৰ বৰ আজাৰা গাওঁত জন্ম গ্ৰহণ কৰা অশ্বিনীকুমাৰ শৰ্মাৰ সাহিত্য-প্ৰতিভা কেইবাটাও দিশত প্ৰকাশিত হোৱা দেখা গৈছে। ১৯৭৩ খৃঃতে "কলঙ্কিত চুমা" নামৰ গল্প-সঙ্কলন প্ৰকাশ কৰি তাৰ পাছত কবিতা, আলোচনা, জীৱনী, শিশু-সাহিত্য আদিৰ দিশত কেইবাখনকৈ পুথি প্ৰকাশ কৰি এতিয়ালৈকে ২৫/২৬খনমান পুথিৰ ৰচকৰূপে গৌৰৱ লাভ কৰিছে।

## ড° কৰবী ডেকা হাজৰিকা (১৯৫৩ — )

কৰবী ডেকা হাজৰিকাৰ জন্ম নগাপাহাৰত। তেওঁ ডিব্ৰুগড়-বিশ্ববিদ্যালয়ৰ অসমীয়া -বিভাগৰ অধ্যাপিকা। বিশেষকৈ কবি আৰু আলোচকৰূপে তেওঁ খ্যাতি অৰ্জ্জন কৰিছে। "সুবাসিত যি যন্ত্ৰণা" আৰু "এজাক সোণালী তৰা" তেওঁৰ কবিতাৰ পুথি। ইয়াৰ উপৰিও "অসমীয়া-সাহিত্যৰ ৰূপ-ৰস", "সাহিত্যৰ চিন্তা-ছায়া", "কবিতাৰ ৰূপ-ছায়া", "মাধৱদেৱ · সাহিত্য, কলা আৰু দৰ্শন" আদি আলোচনামূলক গ্ৰন্থৰে তেওঁ আমাৰ সাহিত্যৰ কলেবৰ বৃদ্ধি কৰিছে।

## ড° হৰিনাথ শৰ্ম্মা দলৈ (১৯২৮ —)

নলবাৰীৰ ওচৰৰ বৰমূৰিকোণা গাওঁত জন্মাগ্ৰহণ কৰা হৰিনাথ শৰ্ম্মা দলৈয়ে ১৯৪৬ খৃঃত প্ৰবেশিকা, ১৯৫১ খৃঃত কটন কলেজৰ পৰা বি-এ আৰু ১৯৫৪ খৃঃত গুৱাহাটী-বিশ্ববিদ্যালয়ৰ পৰা অসমীয়াত এম্-এ পাছ কৰে। ১৯৫৫ চনৰ পৰা বৰপেটাৰ এম্-চি কলেজত প্ৰৱক্তা ৰূপে কাম কৰিবলৈ আৰম্ভ কৰে, আৰু তাত একাদিক্ৰমে ৩৪ বছৰ (চৈধ্যদিন কম) কাম কৰি ১৯৮৯ খৃঃত তাৰ উপাধ্যক্ষৰ পদৰ পৰা অৱসৰ গ্ৰহণ কৰে। বিশেষ কথা- কলেজত সোমোৱালৈকে পঢ়াকাল ডোখৰৰ ভিতৰতে শিক্ষানুষ্ঠানবোৰৰ লগত সম্বন্ধ ৰাখিও আৰ্থিক অনাটনৰ হেচাত পাঁচ খন হাইস্কুলত তেওঁ কম-বেছি কাল ধৰি প্ৰায় চাৰে তিনি বছৰ শিক্ষকতা কৰে। "Saktism and Sakta Literature in Assam" নামৰ গৱেষণা-গ্ৰন্থৰ ওপৰত ১৯৭১ খৃঃত গুৱাহাটী-বিশ্ববিদ্যালয়ৰ পৰা শৰ্ম্মা দলৈয়ে ডক্টৰেট ডিগ্ৰী লাভ কৰে।

স্কুলীয়া ছাত্ৰাৱস্থাৰে পৰা শৰ্ম্মাদলৈয়ে বিশেষকৈ সাহিত্য আৰু ভাৰতীয়-সংস্কৃতি সম্বন্ধীয় বিবিধ গ্ৰন্থ নিবিড় ভাবে অধ্যয়ন কৰিছিল। লগে লগে নানান কথা নিজ ভাবাত লিখাৰ উপৰিও স্কুলীয়া কালতে কেইবাখনো নাটক ৰচনা কৰিছিল। "মাহাত্মাৰ তিৰোভাব"

(১৯৪৮) আৰু "অসম আৰু বিদেশী" (১৯৪৯), এই দুখন তেওঁৰ প্ৰথম প্ৰকাশিত পুথিৰ প্ৰথমখনত আছে মহাত্মা গান্ধীৰ কৃতিত্বৰ সোঁৱৰণ আৰু তেওঁৰ প্ৰতি শ্ৰদ্ধাঞ্জলি-জ্ঞাপন, আৰু দ্বিতীয়খনত আছে অতীতৰে পৰা বহিঃপ্ৰদেশৰ পৰা অসমলৈ হোৱা নানা লোকৰ আগমন আৰু তাৰ ভয়াবহ ফলশ্ৰুতিৰ বিবৰণ। শৰ্মাদলৈৰ পৰৱৰ্ত্তী প্ৰকাশিত সাহিত্য-কৃতি এইবোৰ ঃ ভট্টদেৱৰ কথা-ভাগৱত, ১ম স্কন্ধ বিস্তৃত-ভূমিকা আৰু তত্ত্বাৰ্থ-ব্যাখ্যাৰ সৈতে সম্পাদিত (১৯৫৭) ; কথা-ভাগৱত, ২য় আৰু ৩য স্কন্ধ - বিস্তৃত-ভূমিকা আৰু তত্ত্বাৰ্থ - ব্যাখ্যাৰ সৈতে সম্পাদিত (১৯৬৭), কথা-ভাগৱত, ১০ম স্কন্ধ - পাঠান্তৰ আৰু বিস্তৃত-ভূমিকাৰ সৈতে সম্পাদিত (১৯৬০); কথা-ভাগৱত, সম্পূৰ্ণ - আলোচনাত্মক বিস্তৃত ভূমিকাৰ সৈতে সম্পাদিত (১৯৮৭), শঙ্কৰদেৱৰ "ৰাম-বিজয নাট" - অৰ্থ-ব্যাখ্যা আৰু বহল ভূমিকাৰ সৈতে সম্পাদিত (১৯৬২); শঙ্কৰদেৱৰ "পাৰিজাত-হৰণ নাট" - অৰ্থ-ব্যাখ্যা আৰু বহল ভূমিকাৰ সৈতে সম্পাদিত (১৯৬২), "ভাগৱতৰ সাধু" — ভাগৱতৰ কেইটামান আখ্যানৰ শিশুপযোগী ৰূপায়ণ (১৯৬৫), "অকণলৈ দেৱী-মহিমা" — শ্ৰীশ্ৰী চণ্ডীৰ শিশুপযোগী ৰূপাযণ (১৯৭২), "গীতা- পৰিচয" - সৰ্ব্বসাধাৰণৰ কাৰণে গীতোক্ত-কথাৰ সৰল-ৰূপায়ণ (১৯৭৪), "সাহিত্য আৰু সংস্কৃতি" - সাহিত্য আৰু সংস্কৃতিসম্বন্ধীয় প্ৰৱন্ধৰ সঙ্কলন (১৯৬৫), "ভাৰত-কোষ"— বৈদিক-সাহিত্যৰ পৰা তান্ত্ৰিক-সাহিত্যলৈকে প্ৰায়বোৰ গ্ৰন্থৰ আধাৰত ঋষি-মুনি, দেৱতা, গন্ধৰ্ব্ব, ৰজা-মহাৰজা, দৈত্য -দানৱ, নাগ- পক্ষী, নদী-পৰ্ব্বত, নগৰ-তীৰ্থ আদিবোৰৰ উপৰিও ভাৰতীয়-সংস্কৃতিৰ লগত খাপ খোৱা তাৎপৰ্য্যপূৰ্ণ কিছুমান শব্দৰ পৰিচয়ো মূলৰ reference ৰ সৈতে এই বৃহৎ গ্ৰন্থত দেখুৱা হৈছে (১৯৭৭) ; "শংকৰদেৱৰ সাহিত্য-প্ৰতিভ" ১ম খণ্ড — শঙ্কৰদেৱৰ কাব্য-নাটকসমূহৰ বহল আলোচনা (১৯৮০) ; "শঙ্কৰদেৱ সাহিত্য-প্ৰতিভা ২য় খণ্ড — কাব্য-নাটত বাহিৰে বাকী সকলো গ্ৰন্থৰে বহল আলোচনা (১৯৯৫) , "শঙ্কৰদেৱৰ সাহিত্য- প্ৰতিভা" ৩ য় খণ্ড— শঙ্কৰদেৱৰ সকলোবোৰ ৰচনাৰ মাজত প্ৰকাশিত প্ৰায় সকলোবোৰ নান্দনিক-দিশৰ সম্যক - ৰূপায়ণ (১৯৯৭) ; "অসমত শক্তি -সাধনা আৰু শাক্ত-সাহিত্য" — উত্তৰ-পূৰ্ব্বাঞ্চলীয় বিস্তৃত -ভূখণ্ডত প্ৰাগৈতিহাসিক যুগৰে পৰা প্ৰচলিত শক্তিবাদ আৰু ইয়াৰ সাধন-পদ্ধতিৰ তথ্য-পূৰ্ণ-ক্ৰমবিকাশ আৰু লগতে ইয়াত সৃষ্টি হোৱা শাক্ত-সাহিত্যৰ আলোচনা (১৯৮৩) ; "সাহিত্য-প্ৰৱেশ" — প্ৰাচ্য আৰু পাশ্চাত্য উভয়-দিশৰ ধাৰণানুসৰি সাহিত্য-তত্ত্বৰ বিভিন্ন ফালৰ আলোচনা (১৯৮৬) ; "অসমীয়া-গদ্য-সাহিত্যৰ গতি-পথ" — আৰম্ভণিৰে পৰা বৰ্ত্তমানলৈকে অসমীয়া-গদ্যৰ ক্ৰমবিস্তৃতি আৰু বিচিত্ৰ-গদ্যৰীতিৰ আলোচনা (১৯৯২) আৰু "বাৰেবৰণীয়া অসম"— সংস্কৃতি আৰু লোক-সংস্কৃতি কি, আৰু অসমৰ সংস্কৃতি আৰু লোক সংস্কৃতিৰ বৈচিত্ৰ্যাঙ্কন (১৯৯৪)।

# অন্যান্য লেখকসকল

## (ক) কবি

এটা সময়ত, বিশেষকৈ যৌৱনৰ প্ৰাৰম্ভত, প্ৰায় সকলোৰে নিজৰ অনুভূতিত কল্পনাৰ ৰহন সানি তাক কবিতাৰ ৰূপত প্ৰকাশ কৰাৰ প্ৰৱণতা বাঢে। কিছুমানৰ সেই প্ৰৱণতাৰ ফলশ্ৰুতি বিশিষ্ট -ৰূপত স্থায়ী হয। তেওঁলোকেই নিজৰ অৱদানেৰে কাব্যিক-জগতৰ কোনো নহয় কোনো অংশ পৰিপূৰণত আগবাঢে। হয়তো এনেকুৱা কাৰণতেই আমাৰ সাহিত্যৰ আধুনিক - যুগ বা সাম্প্ৰতিক-যুগতো কবি-কৃতিৰ সংখ্যাও অধিক দেখা যায়, আৰু সেই অনুপাতে কবিৰ সংখ্যাও অধিক দেখা গৈছে। এতিয়ালৈকে বয়োজ্যেষ্ঠ বা বয়ঃকনিষ্ঠ কিমান লোকে কাব্য-জগতত সোমাইছে বা তেওঁলোকে খোজ পেলাইছে, তাৰ সঠিক সংখ্যা-নিৰূপণ সম্ভৱ নহয়, তেওঁলোকৰ কাব্যকৃতিৰ সূক্ষ্ম-মূল্যায়ন কৰাটো দূৰৰেই কথা।

*সংখ্যা-নিৰূপণ সম্ভৱ নহয়*

ইতিমধ্যে যি সকল লেখকৰ নামোল্লেখ আৰু তেওঁলোকৰ সাহিত্য-কৃতিৰ চমু পৰিচয় দি অহা হৈছে, সেই সকলৰ ভিতৰতো কাব্য-জগতলৈ উল্লেখনীয় বৰঙণি যোগোৱা শ্ৰেষ্ঠ লোক কিছুমান আছে। কিন্তু যিসকল কবিৰ নাম তাত নোসোমোৱাকৈ ৰৈ গৈছে, সেই সকলৰ যথাসম্ভৱ কিছুমানৰ নাম ইয়াত উল্লেখ কৰা হ'ল। লগতে কোনো কোনো জনৰ যথাসম্ভৱ কাব্যকৃতিৰো উল্লেখ কৰা হ'ল ·

হেমন্ত মিশ্ৰ (১৯১৭), সৰ্বেশ্বৰ জালভাৰীফুকন (১৯১৭), যজ্ঞোৰাম গগৈ (১৯২০), গজেন্দ্ৰনাথ চহৰীযা (১৯২০), এম্-ইব্ৰাহীম আলি (১৯২০), ভবানন্দ ৰাজখোৱা (১৯২৩), লক্ষেশ্বৰ চুতীয়া (১৯২০), দিব্যপ্ৰভা ভৰালী (১৯২০), ভুপেন হাজৰিকা (১৯২৬), ৰত্ন ওজা (১৯২৬), মহেশ চন্দ্ৰ দেৱ গোস্বামী (১৯২৭), মুনীন ভূঞা (১৯২৮), সাবিত্ৰী বৰগোহাঞি (১৯২৮), অনুৰাধা দাস (১৯২৮), আৰতি শইকীয়া (১৯২৮), ঈশান দত্ত (১৯৩০), গুণাভিৰাম চৌধাৰী (১৯৩১), মহেন্দ্ৰনাথ ভট্টাচাৰ্য্য (১৯৩১), যাদৱ বৰদলৈ (১৯৩২), মাণিক গগৈ (১৯৩২), পবীন্দ্ৰ বৰা (১৯৩২), দিলীপ বৰুৱা আদি কিছুমান কবি আপেক্ষিক ভাবে অগ্ৰৱৰ্ত্তী। সদা শইকীয়া (১৯৩৩), ভগগিৰী ৰায়চৌধুৰী (১৯৩৩), পৰেশমল্ল বৰুৱা (১৯৩৪), সুশীল শৰ্মা (১৯৩৪), অনন্ত লহকৰ (১৯৩৪), নিভা দত্ত (১৯৩৪), প্ৰবীণা শইকীয়া (১৯৩৪), হেমলতা বৰা (১৯৩৪), দীনেশ গোস্বামী (১৯৩৫), বীৰেন বৰাগোহাঞি (১৯৩৫), ছাকিনা খাতুন (১৯৩৫), অঞ্জলি বৰুৱা

*কিছুমানৰ নামোল্লেখ*

(১৯৩৫), চিত্ৰলতা ফুকন (১৯৩৬), এলি আহমেদ (১৯৩৭), ফুল বৰা (১৯৩৮), নিৰঞ্জন ফুকন (১৯৩৯), লিলি ৰাজবংশী (১৯৩৯), অনিল বৰুৱা (১৯৩৯), নগেন ঠাকুৰ (১৯৪০), কমল কছাৰী (১৯৪০), পুণ্ডৰীকাক্ষ ভৰালী (১৯৪০), নাহেন্দ্ৰ পাদুন (১০৪১), গৌতম প্ৰসাদ বৰুৱা (১৯৪২), হৰেকৃষ্ণ ডেকা (১৯৪৩), ৰবীন্দ্ৰ বৰা, নাৰাযণ বেজবৰুৱা আদি আন কিছুমান কৱি ওপৰত উল্লেখ কৰা কৱি গোষ্ঠীতকৈ কিছু কনিষ্ঠ। তেওঁলোকৰ কৃতিয়ে বিশেষকৈ ষষ্ঠ আৰু সপ্তম দশকৰ কাব্য-জগত সমৃদ্ধ কৰি তোলে। উক্ত দ্বিতীয়-গোষ্ঠীৰ কবিসকলতকৈও আপেক্ষিকভাবে কনিষ্ঠ আৰু বহুত বেছি সংখ্যক কবিয়ে আমাৰ কাব্যিক-জগতলৈ অৱদান আগবঢাইছে আৰু আগবঢাযেই আছে। সেইসকলৰ ভিতৰত ৰবীন্দ্ৰ নাথ সৰকাৰ, দিলীপ ফুকন, যতীন্দ্ৰকুমাৰ বৰগোহাঞি, জীৱৰাজ বৰ্ম্মন, অশোককুমাৰ বৰঠাকুৰ, পুতুল হাজৰিকা, ৰফিকুল হুচেন, মোহন কৃষ্ণ মিশ্ৰ, পৰমেশ শীল, কেশৱ গগৈ, মনজিৎ সিং, তফ্‌জুল আলি, তৰুণ বৰুৱা, চিৰঞ্জীৱ জৈন, অমিত সৰকাৰ, হিতেন শৰ্মা, মেঘালি ফুকন, মিকু সিং ৰাজপুত, ডাঃ সমৰেন্দ্ৰ উজীৰ, কমলকুমাৰ জৈন, পঙ্কজ গোবিন্দ মেধি, ডাঃ হৰেন চৌধুৰী, প্ৰমথ নাথ, ভুৱনেশ্বৰ ডেকা, লীলা ডেকা, ধৰমচাদ জৈন, উৎপল দত্ত, কৈলাশ চন্দ্ৰ শৰ্ম্মা, মুনীন হাজৰিকা, কমলজিৎ কলিতা, দিলীপকুমাৰ ভট্টাচাৰ্য্য, প্ৰফুল্ল ভূঞা, অতুল শইকীযা, সুভাষ সাহা, সমীৰ তাঁতি, আশীস দত্ত, সৰিতা কোঁৱৰ, অৰ্চ্চনা পূজাৰী, আনন্দেশ্বৰ শৰ্ম্মা, চন্দ্ৰ ডেকা, ফনীন্দ্ৰ নাথ কলিতা, ধ্ৰুৱ কুমাৰ তালুকদাৰ, আদিৰ নাম প্ৰাসঙ্গিকভাবে উল্লেখ কৰা হ'ল। এই সকলৰ উপৰিও আৰু বহুতো বযঃকনিষ্ঠ কবিযে কবিতা ৰচনা কৰি আমাৰ কাব্য-সাহিত্যৰ কুঠৰী পৰিপুষ্ট কৰি আহিছে। সেই সকলোবোৰৰে নামোল্লেখ আমাৰ কাৰণে সম্ভৱ নহ'ল। স্বীকাৰ্য্য কথা এই যে, নামোল্লেখ কৰা সকলৰ বা নামোল্লেখ নকৰা সকলৰো কিছুমানে এখন আৰু কিছুমানে একাধিক মুদ্ৰিত কাব্য-সম্ভাৰ ভাষা-জননীৰ ভৰাললৈ আগবঢ়াইছে। সমযত সেইবোৰৰ মূল্যায়ন নিৰ্ণীত হব।

## (খ) নাট্যকাৰ

ইতিমধ্যে স্থানান্তৰৰ আলোচনাত কৈ অহা হৈছে যে, দ্বিতীয় মহাযুদ্ধৰ আগলৈকে আমাৰ নাট্যকাৰসকলে নাটক ৰচনা কৰিছিল প্ৰধানভাবে ছেক্স্‌পীয়েৰৰ আদৰ্শত। এই কথাও কোৱা হৈছে যে, সেই কালত নাটক বিশেষভাবে ৰচিত হৈছে পৌৰাণিক আৰু ঐতিহাসিক-বিষয়বস্তুৰ ওপৰত। ১৯৪০ চনৰ পাছৰ পৰা, বিশেষকৈ টেক্‌নিক, বিষয়বস্তু আৰু লগে লগে কায়িক-ৰূপত নাটক ক্ৰমপৰিৱৰ্ত্তনৰ মাজেদি আগবাঢ়ে। লগে লগে সমাজবাদী চিন্তাধাৰা, যুক্তিনিষ্ঠতা আৰু মনস্তাত্ত্বিক-ভাৱজনিত অৰ্ন্তদ্বন্দ্বই নাটকত বিশেষ স্থান লাভ কৰিবলৈ ধৰে। এই কথা উল্লেখনীয় যে, ইয়াৰ কিছুকাল আগতেই জ্যোতিপ্ৰসাদ আগৰৱালাই কেইবাখনো নাটক

*নাট্যকলাৰ পৰিৱৰ্ত্তন*

লিখি নাট্যকলাৰ বিৱৰ্ত্তন দেখুৱাই আধুনিক-নাটকৰ সূচনা কৰে। আমাৰ সাম্প্ৰতিক-স্তৰৰ আলোচনা-প্ৰবাহৰ মাজত যিসকল নাট্যকাৰৰ বিষয়ে কবলৈ বাকী আছে, সেইসকলৰ নাম যথাসম্ভৱ ইয়াত উল্লেখ কৰা হ'ল। নামৰ লগত তেওঁলোকৰ কোনো কোনো জনৰ নাট্যকৃতিৰ নামো উল্লেখ কৰা হৈছে। সেই নাট্যকাৰ সকলৰ ভিতৰত নগাও নাট্য-সমিতিৰ কোনো লেখক (পিয়লি ফুকন ১৯৪৮), সুৰেন্দ্ৰনাথ শইকীয়া (কুশল কোঁৱৰ ১৯৪৯ কৰ্ণ ১৪৪৯, আপোচ ১৯৪৯), মথুৰানাথ বৰুৱা (ভীষ্মৰ শৰশয্যা ১৯৪৭), মুক্তি নাথ বৰদলৈ (ভক্ত প্ৰহ্লাদ ১৯৪৯), সুৰেশ গোস্বামী (ৰূপমী ১৯৪৬), কৰুণাধৰ বৰুৱা (মিলিটাৰী প্ৰেম ১৯৪০, ৰত্নাকৰ ১৯৪৭, মধুমাষ্টৰৰ গৰু ১৯৪৯), কুমুদ চন্দ্ৰ বৰুৱা (গুদ্ নাইট ছাৰ ১৯৪৬, লিমিটেড্ কোম্পানী ১৯৪৬, বৰযাত্ৰী ১৯৪৯), জীৱেশ্বৰ গোস্বামী (ৰঙালী বিহু ১৯৪০) আদি নাট্যকাৰ সকল আপেক্ষিকভাবে অগ্ৰৱৰ্ত্তী। ইয়াৰ কিছু পৰৱৰ্ত্তী নাট্যকাৰ সকলৰ ভিতৰত ফণী শৰ্ম্মা (চিৰাজ ১৯৫৭, কিয় ১৯৬৩), গিৰীশ চৌধুৰী (মিনা বজাৰ ১৯৫৮), সৰ্ব্বেশ্বৰ চক্ৰৱৰ্ত্তী (অভিমান ১৯৫৮, কঙ্কন ১৯৫৬), অমৰেন্দ্ৰ পাঠক (ইণ্টাৰভিউ ১৯৫৫), লক্ষ্যধৰ চৌধুৰী (নিমিলা অঙ্ক ১৯৬৫), শিৱপ্ৰসাদ বৰুৱা, ধৰ্ম্মেশ্বৰ ঠাকুৰ (সমাজশক্তি ১৯৬০), দুৰ্গেশ্বৰ বৰঠাকুৰ (বা-মাৰলী ১৯৬১), অৰুণ শৰ্ম্মা (জিন্‌টি ১৯৬২), হিমেন্দ্ৰ কুমাৰ বৰঠাকুৰ (বাঘ ১৯৭১), আলি হাইদৰ (চোলাৰ কাহিনী), মহেন্দ্ৰ বৰঠাকুৰ (জন্ম), অখিল চক্ৰৱৰ্ত্তী (উত্তৰ পুৰুষ), অজিত মহন্ত (শ্ৰদ্ধেয় ৰাইজ), উত্তম বৰুৱা আদিৰ নাম উল্লেখ কৰা হ'ল। আন এটা কথা এই যে, ষষ্ঠ-সপ্তম দশকৰ পৰা পাঁচ অংকৰ পূৰ্ণাঙ্গ নাটকৰ সমাদৰ কমি আহে। তেতিয়াৰ পৰা অধিক জনপ্ৰিয় হৈ উঠে সামাজিক আৰু মনস্তাত্ত্বিক সমস্যাক লৈ ৰচনা কৰা একাঙ্কিকা। ফলস্বৰূপে এই ধৰণৰ বহুত সৰু সৰু নাট ৰচিত হয় আৰু এতিয়ালৈ হৈয়েই আছে। ভুপেন হাজৰিকা, তফজুল আলি, জয়ন্ত বৰুৱা, ভবেন শইকীয়া, ভবেন বৰুৱা, ৰফিকুল হুচেন, অমূল্য প্ৰসাদ দাস, প্ৰফুল্ল কুমাৰ শৰ্ম্মা অনন্ত ৰাম দাস ধৰ্মেশ্বৰ শৰ্মা, আদি বহুতৰ নাম এই প্ৰসঙ্গত উল্লেখনীয়। ষষ্ঠ-দশকৰ মাজভাগত আৰম্ভ হোৱা ভ্ৰাম্যমান মঞ্চাভিনয়ৰ সাৰ্থক-ক্ৰমব্যাপকতাই অৱশ্যে উক্ত ধৰণৰ একাঙ্কিকাবোৰৰ সৃষ্টিত সহায়তা কৰিছে।

*নাট্যকাৰ সকল*

অন্যতম উল্লেখনীয়া কথা এই যে, বিংশ-শতিকাৰ প্ৰায় মধ্যভাগত পশ্চিমীয়া দেশত অগা -পিছাকৈ নতুন দুই শ্ৰেণীৰ নাটকৰ উদ্ভৱ হয়— এবিধক বোলা হয় এপ্ৰিক ড্ৰামা (Epic Drama), আৰু আনবিধ বোলা হয় এবছাৰ্ড ড্ৰামা (Absurd Drama)। জাৰ্ম্মানি দেশৰ বেৰ্টোল্ট ব্ৰেষ্ট এপিক নাটকৰ জন্ম দাঁতা। এইবিধ নাটকে পৰম্পৰাগত শৈল্পিক-ৰীতিক অনুসৰণ কৰাৰ পৰিবৰ্ত্তে মহাকাব্যৰ নিচিনা বৰ্ণনাত্মক ৰীতিহে অনুসৰণ কৰিছে। বিষয়বস্তুৰ ফালৰ পৰাও বিভীষিকাত্মক ৰোমহৰ্ষক আৱেগিক ঘটনাৰ পৰিবৰ্ত্তে ইয়াত

সমাজবাদী দিশহে প্ৰতিফলিত হৈছে। ইয়োৰোপ আৰু আমেৰিকাত উদ্ভুৰ হয় এব্‌ছাৰ্ড ড্ৰামা বা উদ্ভট নাটকৰ। বিষয়বস্তু, গঠনৰীতি আদিবোৰৰ ফালৰ পৰা এইবিধ নাটকো অগতানুগতিক। প্ৰচলিত শৈল্পিক-ৰীতিৰ বিপৰীতে বিকৃত-ৰূপতো ইয়াক কেতিয়াবা-কানি দেখিবলৈ পোৱা যায়। "এইধৰণৰ নাটকত ঘাইকৈ দুটা কথাৰ ওপৰত গুৰুত্ব দিয়া হয়। প্ৰথম, এই সংসাৰত মানুহ অকলশৰীয়া আৰু সহায়হীন, আৰু ইয়াকেই নাটকীয় সংঘাতৰ কেন্দ্ৰীয় বস্তু হিচাপে লোৱা হয়। দ্বিতীয়তে, ইয়াত দেখুউৱা যায় যে, প্ৰকৃতিয়ে কোনো ৰকমৰ যুক্তি নামানে; প্ৰকৃতি প্ৰধানতঃ খামখেয়ালিপূৰ্ণ। এনেবোৰ নাটকত একোটা চৰিত্ৰই বিভিন্ন ৰূপত, পুৰুষ বা নাৰীৰ ভাৱত, বহুৰূপী বেশত ওলাব পাৰে। প্ৰয়োজনানুসৰি, বয়সত বুঢ়া বা ডেকাও হ'ব পাৰে। নাটকীয় বস্তু পৰিৱেশনতো কোনো নিৰ্দ্দিষ্ট পৰিৱেশ নাথাকে, নাটকীয় সময়ৰ ক্ৰমগতিও অনিৰ্দ্দিষ্ট। এইজাতীয় নাটক ৰচোঁতাৰ ভিতৰত চেমুৱেল বেকেট, ইউজিনি আযনেস্ক্ আৰু হেৰল্ড্ পিণ্টাৰৰ নাম উল্লেখযোগ্য।"[১] আমাৰ ভাষাত কিছু বছৰ আগৰে পৰা উক্ত দুই শ্ৰেণীৰ নাটক ৰচনা হৈছে। মুনীন শৰ্ম্মাৰ "সভ্যতাৰ সঙ্কট" (১৯৯০) নামৰ নাটকখন এপিক-নাটক-শ্ৰেণীৰ অন্যতম ৰূপে উল্লেখ কৰা হ'ল। অৰুণ শৰ্ম্মাৰ "শ্ৰীনিবাৰণ ভট্টাচাৰ্য্য" (১৯৬৭) আৰু "আহাৰ" উল্লেখযোগ্য উ দ্ভট-শ্ৰেণীৰ নাটক (Absurd Drama)। আয়নেস্কৰ "The Chairs" নামৰ নাটকৰ প্ৰভাৱ "শ্ৰীনিবাৰণ ভট্টাচাৰ্য্য"ৰ ওপৰত সুস্পষ্টভাৱে পৰিলক্ষিত। উল্লিখিত সকলৰ উপৰিও আৰু বহুত নাট্যকাৰে তেওঁলোকৰ নাট্যকৃতিৰ দ্বাৰা আমাৰ আধুনিক নাট্য-সাহিত্যৰ দিশ সমৃদ্ধ কৰি তুলিছে, এই কথা নিশ্চিতভাৱে স্বীকাৰ্য্য।

*এপিক নাটক আৰু এব্‌ছাৰ্ড-নাটক*

সাম্প্ৰতিক কালত প্ৰাচ্য আৰু পাশ্চাত্য কিছুমান নাটকৰ অসমীয়া অনুবাদো ওলাইছে। সেইবিলাকৰ কথাও এই প্ৰসংগত স্মৰণীয়।

## (গ) ঔপন্যাসিক আৰু গল্পকাৰ

আধুনিক-যুগৰ অন্যতম শ্ৰেষ্ঠ আৰু অগ্ৰবৰ্ত্তী ঔপন্যাসিক বিৰিঞ্চিকুমাৰ বৰুৱা আদি বহুতৰ সাহিত্য-কৃতিৰ আলোচনাৰ লগতে তেওঁলোকৰ উপন্যাসৰ কথাও কৈ অহা হৈছে। ইতিমধ্যে দি অহা সাহিত্যিকসকলৰ পৰিচয়ৰ মাজত যিসকল ঔপন্যাসিক বাদ পৰি ৰৈছে, সেই সকলৰ যথাসম্ভৱ নামোল্লেখৰ লগতে তেওঁলোকৰ ৰচনাৰ উল্লেখো ইয়াত কৰা হ'ল। এই ঔপন্যাসিক সকলৰ ভিতৰত কাঞ্চন বৰুৱা (অসমীত যাৰ হেৰাল সীমা ১৯৪৫, পুৱতি তৰা ১৯৬৪, অশান্ত প্ৰহৰ ১৯৭৮), সুৰেশ গোস্বামী (সাত ৰঙৰ নতুন কাৰেং ১৯৪৯, ৰশ্মিৰ কাৰেং

*কিছুমান ঔপন্যাসিক*

---

১. সাহিত্য আৰু সংজ্ঞা, ড° প্ৰফুল্ল কটকী

১৯৬৫), ৰাখালচন্দ্ৰ শৰ্ম্মা (দেৱচক্ৰ, অশ্ৰু-অৰ্ঘ্য), গোবিন্দ চন্দ্ৰ মহন্ত (পথৰ যাত্ৰী, শেষ পথ, নতুন জীৱন), হিৰন্ময়ী দেৱী (জীৱন-সংগ্ৰাম ১৯৫৬), ধৰ্ম্মেশ্বৰ কটকী, কমলেশ্বৰ চলিহা, কৈলাশ শৰ্ম্মা (বিদ্ৰোহী নগাৰ হাতত ১৯৫৮, ডালিমীৰ সপোন১৯৭২), উমা বৰুৱা (লুইতৰ পাৰে পাৰে), নাৰায়ণ বেজবৰুৱা (হেৰোৱা দিগন্ত ১৯৬১, প্ৰেৰণাৰ প্ৰতীক ১৯৬৪), ৰুণু বৰুৱা (নিজান ঘাট ১৯৬৬, শান্ত মৰমী), ডিম্বেশ্বৰ বৰা (প্ৰতীক্ষাৰ বেদনাত, মেঘালীৰ আঁৰে আঁৰে ১৯৭২), চিত্ৰলতা ফুকন (অশ্ৰুকন্যা ১৯৬৯), নবীন বৰুৱা (কটন কলেজ ১৯৭০), ৰাজেন্দ্ৰ নাথ হাজৰিকা (উৎকণ্ঠ মহানগৰী ১৯৭১), ভুবনমোহন মহন্ত (হৃদয় ১৯৭৩, নৈ বৈ যায় ১৯৭৬, জননী ১৯৭৯), দেবেন্দ্ৰনাথ আচাৰ্য্য (১৯৩৭-১৯৮১, অন্য যুগ অন্য পুৰুষ ১৯৭১, কালপুৰুষ ১৯৬৭, জঙ্গম ১৯৮২), ত্ৰৈলোক্য ভট্টাচাৰ্য্য ( সাঁচিপাতৰ পুথি (১৯৭৩), চৰাইদেও ১৯৭৭), অনিল ৰায় চৌধুৰী (কাণ্ডাৰী ১৯৭৯, শত্ৰু ১৯৮০), ৰং বং টেৰাং (ৰংমিলিৰ হাঁহি ১৯৮১), তিলোত্তমা মিশ্ৰ (স্বৰ্ণলতা - এখন জীৱনীমূলক উপন্যাস ১৯৯১), ফণীন্দ্ৰকুমাৰ দেৱ চৌধুৰী (অনুৰাধাৰ দেশ ১৯৮৯) ভূপেন্দ্ৰনাৰায়ণ ভট্টচাৰ্য্য (মৰুদ্যান ১৯৯১), গোবিন্দ চন্দ্ৰ পৈৰা (প্ৰেম আৰু পৃথিৱী ১৯৮৮) আদিৰ নাম উল্লেখ কৰা হ'ল।

বিংশ-শতিকাৰ অষ্টম-দশকৰ পৰা যিসকল আপেক্ষিকভাবে নবীন লেখকে উপন্যাস -ৰচনাত মনোনিৱেশ কৰিছে, তেওঁলোকৰ মূল-প্ৰেৰণাৰ উৎসত হৈছে সমাজৰ ক্ষতিকাৰক কাৰ্য্যৰ বিৰুদ্ধাচৰণ আৰু প্ৰগতিবাদী চিন্তাধাৰাৰ স্ফুৰণ। সেইবুলি ৰোমাণ্টিক-প্ৰৱণতা যে বিলুপ্ত হৈছে, এই কথাও নহয় — কোনো কোনো জনৰ ৰচনা এনেধৰণৰ প্ৰৱণতায়ো আকৰ্ষিত কৰাত সহায়তা কৰিছে। উক্ত ঔপন্যাসিক সকলৰ ভিতৰত বসন্ত দাস (জংচন ১৯৭৪, পিৰামিড), ভুপেন শৰ্ম্মা (উড্ডীন উত্তৰীয় ১৯৭৫), ভগবান শৰ্ম্মা (বিষন্ন প্ৰহৰ ১৯৭৮, মেৰঘৰ ১৯৭৮), প্ৰণৱপ্ৰাণ ভট্টচাৰ্য্য (নক্ষত্ৰৰ দৰে জাগ্ৰত ১৯৮০), তোষেশ্বৰ চেতিয়া (লৌহপিঞ্জৰ ১৯৭৭), অচ্যুত শৰ্ম্মা (সূৰ্য্য শিখা ১৯৭৭), ফুলেন বৰ্ম্মন (হাতীৰজা হোৱাৰ কথা ১৯৮৪), দিনেশ শৰ্ম্মা (আপোন জন ১৯৮৩), ধ্ৰুবজ্যোতি বৰা (লোহ ১৯৮৫), বিৰুজানন্দ চৌধুৰী (চোৰাং চোৱা নৰ্ত্তকী ১৯৮৪), জয়ন্ত ৰংপি (পুৱাতে এজাক ধনেশ ১৯৭৭), পৰাগ কুমাৰ ভট্টাচাৰ্য্য (অন্ধকূপৰ পৰা ১৯৭৫, বোধিদ্ৰুমৰ ছাঁ ১৯৮৩), সন্তোষ কুমাৰ শৰ্ম্মা (শেষনিশাৰ জোনাক ১৯৭৩), শৈলেন ভট্টাচাৰ্য্য (সূৰ্য্যমুখী ১৯৮২), প্ৰবীণ শইকীয়া, কুমুদ গোস্বামী (উজনিৰ পোহৰ ১৯৮৫), ইমৰাণ শ্বাহ (জবানবন্দী ১৯৮৮), অৰুণ শৰ্ম্মা (আশীৰ্বাদৰ ৰং ১৯৯৬), দীনেশ শৰ্ম্মা (ৰঙা পখী), বিপিন শৰ্ম্মা (ওচৰত মিলনপুৰ ১৯৯৭), নলিনী কান্ত শৰ্ম্মা আদিৰোকৰ নাম মাত্ৰ উল্লেখ কৰা হ'ল।[২]

*আপেক্ষিক ভাবে পৰিৱৰ্ত্তীসকল*

২. দ্ৰষ্টব্য : অসমীয়া উপন্যাসৰ ধাৰা, ড° গোবিন্দ প্ৰসাদ শৰ্ম্মা (অসমীয়া সাহিত্যৰ বুৰঞ্জী, ৬ষ্ঠ খণ্ড)

সাম্প্রতিক-কালৰ ভিতৰত যিসকল গল্পকাৰৰ কথা ইতিমধ্যে কোৱা হোৱা নাই বা নামোল্লেখো কৰিবলৈ বাকী ৰৈছে, যথাসম্ভৱ সেইসকলৰ অন্ততঃ কিছুমানৰ নামোল্লেখ কৰা হ'ল। এই সকলৰ অগ্ৰৱৰ্ত্তীৰ ভিতৰত ক্ষীৰোদ শইকীয়া, ইমৰান শ্বাহ, প্ৰতুল শৰ্ম্মা, ছহিদুল ইছলাম, ৰত্নেশ্বৰ মেধি আদি উল্লেখনীয়। পৰৱৰ্ত্তীসকলৰ ভিতৰত অতুলানন্দ গোস্বামী, অৰুণ গোস্বামী (১৯৪৫), কুমুদ গোস্বামী (১৯৪৯), প্ৰণৱজ্যোতি ডেকা (১৯৩৯), অপূৰ্ব্ব শৰ্ম্মা (১৯৪৩), পজিৰুদ্দিন আহমেদ, হৰেকৃষ্ণ ডেকা (১৯৪৩), বিনোদ শৰ্ম্মা, ভুৱনমোহন মহন্ত, তীৰ্থফুকন, বিৰিঞ্চিকুমাৰ মেধি, ৰিজু হাজৰিকা, বিষ্ণুকিঙ্কৰ গোস্বামী, নযনকুমাৰ মেধি, বিপুল খাটনিযাৰ, উদয়াদিত্য ভৰালী, মদন শৰ্ম্মা, ভূপেন্দ্ৰ নাৰযণ ভট্টাচাৰ্য্য, ৰবীন্দ্ৰ বৰা, দেৱব্ৰত দাস, ইন্দীবৰ গগৈ, পৰেশ নাথ শৰ্ম্মা ইত্যাদি। উক্ত গল্পকাৰসকলৰ প্ৰায়বিলাকেই অৱশ্যে এখন বা তাতোধিক গল্প-সংকলন ছপা কৰি গল্প-সাহিত্যৰ কুঠৰী সমৃদ্ধ কৰাত সহায়তা কৰিছে। গল্প-সাহিতলৈ অৱদান যোগোৱা মহিলাৰ সংখ্যাও সাম্প্ৰতিক যুগত বহুত বাঢ়িছে। সেই সকলৰ বিতৰত অনিমা দত্ত, হিৰন্ময়ী দেৱী, ফুল বংশ, ৰুণু বৰুৱা, নীলিমা শৰ্ম্মা, দীপালী দত্ত, প্ৰীতি বৰুৱা, প্ৰণতি গোস্বামী, বাসন্তী বৰুৱা, মিনতি চৌধুৰী, পূৰৱী বৰমুদৈ, প্ৰবীণা শইকীয়া, শশীপ্ৰভা দেৱী, তৰুলতা দাস, ৰেবা গোস্বামী, সৰোজিনী মেধি আদিৰ নাম উল্লেখ কৰা হ'ল। সকলো প্ৰকাৰে পৰিৱৰ্ত্তনশীল সমাজৰ প্ৰতি উক্ত গল্পকাৰসকল সজাগ। পৰিৱৰ্ত্তিত বৈচিত্ৰ্যৰাজিত উক্ দি উঠা বিভিন্ন অনুভূতিয়েই তেওঁলোকৰ সৃষ্টিৰ প্ৰেৰণা। কোনো কোনো লেখকৰ সৃষ্টিত মানৱীয়-অনুভূতিৰ ৰূপায়ণো বিশেষভাবে লক্ষণীয়। বিষয়বস্তুৰ উপৰিও কিছুমান গল্পকাৰৰ আঙ্গিকৰো পৰিৱৰ্ত্তন ঘটিছে - যুদ্ধৰ পূৰ্ব্বকালীন বা অব্যৱহিত-উত্তৰকালীন গল্পৰ নিৰ্দ্দিষ্ট আঙ্গিকৰ নিচিনা সেই আঙ্গিকৰ মাজেদি সাম্প্ৰতিক-যুগৰ গল্পৰ কথ্যবস্তু ৰূপাযিত হোৱা দেখা নাযায়।

*গল্পকাৰ*

## (ঘ) বিভিন্ন দিশৰ গদ্যকাৰসকল

গহীন-প্ৰবন্ধ, লঘু-ৰচনা, সমালোচনা, জীৱনবীক্ষা আদি বিষয়কেইটা এই শিতানত অন্তৰ্ভুক্ত কৰা হৈছে। গদ্য-সাহিত্যৰ এই নিৰ্দ্দিষ্ট ভাগকেইটাৰ স্বৰূপ সম্বন্ধে ইতিমধ্যে চমুকৈ কৈ অহা হৈছে। বিশেষ কথা এই যে, প্ৰবন্ধ আৰু সমালোচনা গদ্য-ৰচনাৰ দুটা ভাগ হলেও বহু ক্ষেত্ৰত দুয়োবিধ স্থূলভাৱত এক শ্ৰেণীৰ ভিতৰতে সোমাই থকা বুলিব পাৰি— কিয়নো, বহু আলোচনাত্মক-প্ৰবন্ধই সুসমালোচনা, আৰু বহু সমালোচনাও প্ৰবন্ধই। এই দুবিধৰ মাজত সুকীয়া আলোচনা কৰিবলৈ হলে সূক্ষ্ম-বিষয়বোধ আৰু আলোচনা পদ্ধতিৰ ওপৰত গুৰুত্বৰ প্ৰয়োজন বিশেষ। যি কি নহওক,

*স্থূল ভাৱত প্ৰবন্ধ আৰু সমালোচনা এক পৰ্য্যায়ৰেই*

আমাৰ গ্ৰন্থৰ আলোচনা-প্ৰসঙ্গলৈ লক্ষ্য ৰাখি এই ধৰণৰ সূক্ষ্মতাত সোমোৱাৰ প্ৰয়োজন নাই বুলি ভাবিছোঁ। দেখা যায় — কি কবি, কি ঔপন্যাসিক, কি গল্পকাৰ, কি বিবিধ বিষয়ৰ গদ্যকাৰ, প্ৰথিতযশা প্ৰায় সকলোবোৰ সাহিত্যিকেই একোজন সমালোচকো— তেওঁলোকে সাহিত্যিক-জীৱনত সাহিত্য-কৰ্ম্মৰ মূল্যায়নসাপেক্ষে অন্ততঃ দুই এটা হলেও প্ৰৱন্ধ-পাতি নিলিখাকৈ থকা দেখা নাযায়। তাৰ উপৰিও গল্প-উপন্যাস আদি স্বকীয় - সৃষ্টিৰ সময়তো তেওঁলোকৰ সমালোচনাত্মক-প্ৰৱণতাই সৃষ্টিৰ প্ৰবাহ আগ বঢ়াই নিয়ে। ইতিমধ্যে আমি যিসকল লেখকৰ নাতিদীৰ্ঘ পৰিচয় দি আহিছো, এই দৃষ্টিকোণৰ পৰা তেওঁলোকৰ অধিকসংখ্যকেই আলোচক ৰূপেও পৰিচিত হয়।

ড° বাণীকান্ত কাকতি, ড° সূৰ্য্য কুমাৰ ভূঞা, ডিম্বেশ্বৰ নেওগ, ড° বিৰিঞ্চি কুমাৰ বৰুৱা, আদিয়ে ১৯৪০ চনৰ আগতে সমালোচনাৰ ক্ষেত্ৰত প্ৰৱেশ কৰে আৰু যুদ্ধোত্তৰ যুগতো তাৰ পথ- প্ৰদৰ্শকৰূপে প্ৰসিদ্ধ ভূমিকা গ্ৰহণ কৰে। লগে লগে ড° সত্যেন্দ্ৰ নাথ শৰ্ম্মা, ড° মহেশ্বৰ নেওগ, ড° প্ৰফুল্ল দত্ত গোস্বামী, তীৰ্থনাথ শৰ্ম্মা, ৰত্নকান্ত বৰকাকতি, উপেন্দ্ৰ চন্দ্ৰ লেখাৰু আদিৰ অনুসৰণকাৰীৰূপে প্ৰায় সুমসাময়িক আৰু আপেক্ষিকভাৱে বয়ঃকনিষ্ঠসকলে সমালোচনাৰ ধাৰা ৰক্ষা কৰি আছে। এই শ্ৰেণীৰ সমালোচকে পৰম্পৰাগত নিৰ্দ্দিষ্ট শিল্পৰীতি আগত ৰাখি সমালোচনা-কৰ্ম্ম-সম্পাদনত অৱশ্যে সচেষ্ট। বিশেষ কথা এই যে, বেছিভাগ আলোচকৰেই আলোচনা এই ধৰণৰ। ১৯৪০ চনৰ পাছৰ পৰা সমালোচনাৰ আন এটা সুঁতিৰ উদ্ভৱ হৈছে,আৰু ক্ৰমশঃ ই শক্তিশালী হৈ আহিছে। এই ধাৰাটোৰ উদ্ভাৱক ভৱানন্দ দত্ত, হেম বৰুৱা, ড° হীৰেন গোহাই আদি । মাৰ্ক্সীয়-দৰ্শনৰ প্ৰভাৱ আৰু আদৰ্শ এই ধাৰাটোৰ চালিকাশক্তি। সমালোচনাৰ এই ধাৰাটোৰ সমৰ্থকৰ সংখ্যা বাঢ়ি আহিছে যদিও এতিয়াও কিন্তু প্ৰথম ধাৰাৰ সমৰ্থকেই বেছি।

*সমালোচনাৰ দুটা ধাৰা*

এতিয়ালৈকে লেখকসকলৰ যি স্বতন্ত্ৰ পৰিচয় দি অহা হৈছে, তাৰ মাজত অৱশ্যে বহুত প্ৰৱন্ধকাৰ আৰু সমালোচকৰ নাম অন্তৰ্ভুক্ত হোৱা নাই। বৈ যোৱা সেইসকলৰ যথাসম্ভৱ কিছুমানৰ কথা ইয়াত উল্লেখ কৰা হ'ল। মুনীন বৰকটকী আবাহন যুগৰ আৰু ইয়াৰ পৰৱৰ্ত্তী-কালৰ এগৰাকী গল্পকাৰ আৰু সমালোচক। এই সময়ৰেই অন্যতম লেখক যতিনাৰায়ণ শৰ্ম্মা। তেওঁ কবি আৰু সমালোচক, তেওঁৰ সম্পাদিত পুথি "আধুনিক অসমীয়া কবিতা" (১৯৪৬)। যতীন্দ্ৰকুমাৰ বৰগোহাঞি আধুনিক বয়ঃকনিষ্ঠ কবিসকলৰ অন্যতম। "অসমৰ অৰ্থনৈতিক ইতিহাস" (১৯৮৫) আৰু "অসমৰ সাংস্কৃতিক ইতিহাস" (১৯৮৯) তেওঁ ৰচনা কৰিছে। পদ্মেশ্বৰ গগৈ, কেদাৰনাথ গোস্বামী, সদানন্দ চলিহা, জিতেন্দ্ৰ নাথ দাস, ৰূপনাথ ব্ৰহ্ম, বায়হান শ্বাহ, বিজয়চন্দ্ৰ ভাগৱতী, গোপীনাথ বৰদলৈ, অমিয়কুমাৰ দাস, দিবাকৰ

*অগ্ৰৱৰ্ত্তী আলোচক সকল*

গোস্বামী আদি বয়োজ্যেষ্ঠ আগশাৰীৰ প্ৰবীণসকলেও আৱাহন-যুগৰ পৰা জয়ন্তী-যুগ অতিক্ৰম কৰি ৰামধেনু-যুগলৈকে বিভিন্ন বিষয়ৰ ওপৰত কম-বেছি সংখ্যক চিন্তাগধুৰ প্ৰবন্ধ বা জীৱনী-ৰচনাৰে আমাৰ সাহিত্য সমৃদ্ধ কৰাত সহায়তা কৰিছে। মাধৱ বেজবৰুৱা, জ্ঞানানন্দ জগতী, শুক্লেশ্বৰ বৰা আদি আন আন উল্লেখনীয় লেখক। শুক্লেশ্বৰ বৰা আছিল নাট্যকাৰ, তাৰ উপৰি "জয়ন্তী"ৰ শেষৰ ফালৰ সম্পাদক। "চিকাচোৰাং চোৱাৰ গুপ্তকথা" নামৰ আকৰ্ষণীয় শিতানটোৰ তেওঁ লেখক। মাধৱ বেজবৰুৱাই শেষৰ ফালে "বাঁহী" সম্পাদন কৰিছিল। মহেশ দেৱ গোস্বামী, কামাখ্যা প্ৰসাদ ত্ৰিপাঠী, চন্দ্ৰকান্ত বিদ্যালঙ্কাৰ, ফটিকচন্দ্ৰ গগৈ, নিৰ্ম্মলেশ্বৰ শৰ্মা, গজেন চহৰীয়া আদিও বিভিন্ন শ্ৰেণীৰ আলোচনামূলক গদ্যলেখক। নতুন কমলাবাৰী সত্ৰৰ অধিকাৰ নাৰায়ণ চন্দ্ৰ গোস্বামীয়ে "সত্ৰীয়া সংস্কৃতিৰ স্বৰ্ণ-ৰেখা" নামৰ বৃহৎ গ্ৰন্থ প্ৰণয়ন কৰি সত্ৰীয়া সংস্কৃতিৰ উল্লেখযোগ্য আলোচক ৰূপে স্থান লাভ কৰিছে।

ড° যোগীৰাজ বসু, ড° প্ৰফুল্ল কটকী, ড° কেশৱানন্দ গোস্বামী, ড° নগেন ঠাকুৰ, ড° শিৱনাথ বৰ্ম্মন, ড° সত্যেন্দ্ৰনাৰায়ণ গোস্বামী, ড° বীৰেন্দ্ৰনাথ দত্ত, ড° নবীন শৰ্ম্মা, ড° বানীকান্ত শৰ্ম্মা, দিলীপ বৰুৱা, হৰনাথ শৰ্ম্মা বৰদলৈ, বিপিন পাল দাস, ড° পৰীক্ষিত হাজৰিকা আদি আপেক্ষিকভাবে পৰৱৰ্ত্তী-সময়ৰ প্ৰবন্ধাদি বিবিধ আলোচনাত্মক -সাহিত্যৰ ৰচক। যোগীৰাজ বসুৰ মনোনিবেশ দেখা গৈছে বৈদিক-সংস্কৃতিৰ বিকাশত। প্ৰফুল্ল কটকীৰ বিশেষ খ্যাতি দেখা যায়। "সাহিত্য আৰু সংজ্ঞা" নামৰ সাহিত্যৰ বিভিন্ন কথাবোৰৰ স্বৰূপ প্ৰকাশক সূত্ৰবোৰৰ ব্যাখ্যামূলক পুথিখন ৰচনাত। নগেন ঠাকুৰ, সত্যেন্দ্ৰনাৰায়ণ গোস্বামী আৰু পৰীক্ষিত হাজৰিকাই খ্যাতি অৰ্জন কৰিছে বিশেষ ভাবে ভাষা-বিজ্ঞান সম্বন্ধীয়-আলোচনাত, শিৱনাথ বৰ্ম্মনৰ খ্যাতি "অসমীয়া জীৱনী-অভিধান" (১৯৯২) আৰু অন্য তাত্ত্বিক-ৰচনাত, বীৰেন্দ্ৰনাথ দত্ত আৰু নবীনচন্দ্ৰ শৰ্ম্মা স্মৰণীয় লোক-সংস্কৃতি আৰু আন আন দিশত যোগোৱা অৱদানৰ কাৰণে। বাণীকান্ত শৰ্ম্মা আৰু কেশৱানন্দ গোস্বামীয়ে খ্যাতি লভিছে পুথি-সম্পাদন আৰু সাহিত্যৰ আন আন দিশৰ আলোচনাত। "সত্ৰ-সংস্কৃতিৰ ৰূপ-ৰেখা"ৰ অঙ্কনকাৰ্য্য আৰু "ভাগৱত" আদি বৈষ্ণৱ-গ্ৰন্থৰ সম্পাদ নকাৰ্য্য গোস্বামীৰ বিশেষ স্মৰণীয় কৃতি।

*আলোচক সকল*

বৰ্ত্তমান-কালত সাহিত্য-সংস্কৃতিৰ বিবিধ দিশৰ আলোচক বহুত। আমাৰ স্বকীয় সাহিত্য-সংস্কৃতিৰ উপৰিও অসমীয়া ভাষাত তেওঁলোকৰ বহুতে বিভিন্ন দিশৰ সাহিত্য-সংস্কৃতি আৰু জ্ঞান-বিজ্ঞানৰ তথ্যাদি প্ৰকাশ কৰিছে। সেইবোৰ প্ৰবন্ধকাৰে আলোচনী-বাতৰিকাকত, স্মৃতিগ্ৰন্থ আদিৰ মাজত প্ৰকাশ হোৱাৰ উপৰিও কিছুমান বিবিধ গ্ৰন্থাকাৰেও প্ৰকাশ হৈ আমাৰ

*বিভিন্ন দিশৰ আলোচক সকল*

সাহিত্যৰ ভাণ্ডাৰ পৰিপুষ্ট কৰাত সহায়তা কৰিছে। সাহিত্যৰ বিভিন্ন আলোচনাত্মক-দিশ টনকিয়ালকৰোতাসকলৰ ভিতৰত কিছুমান —

প্ৰদীপ আচাৰ্য্য, পবিত্ৰ বৰগোহাঞি, দেউৰাম তাছা, সৰ্ব্বানন্দ ৰয়, মুনীন্দ্ৰনাথ শৰ্ম্মা, হৰেন্দ্ৰনাথ শৰ্ম্মা, জগন্নাথ চক্ৰবৰ্ত্তী, ভৱেন নাৰ্জ্জী, মণি ৰাভা, মালিনী গোস্বামী, ফুলকুমাৰী কলিতা, হৰমোহন দেৱ গোস্বামী, যোগেশ্বৰ শৰ্ম্মা, চানাৰাম কলিতা, ডিম্বেশ্বৰ শৰ্ম্মা, মহেন্দ্ৰ নাথ বুজৰবৰুৱা, গোবিন্দ্ৰ তালুকদাৰ, জীৱন কৃষ্ণ পাত্ৰ, কুসুম শৰ্ম্মা, তীৰ্থলোচন তামুলী, নৱদ্বীপৰঞ্জন পাটগিৰি, বিজয়কৃষ্ণ দেৱ শৰ্ম্মা, মনোৰমা দাস, মথুৰামোহন গোস্বামী, ৰঞ্জিৎকুমাৰ দেৱ গোস্বামী, যোগেন্দ্ৰ নাৰায়ণ ভূঞা, ৰূপশ্ৰী গোস্বামী, কিশোৰ ভট্টাচাৰ্য্য, পৰাগ ভট্টাচাৰ্য্য, মীৰা দেৱী, ভৈৰৱচন্দ্ৰ শৰ্ম্মা, মনোৰমা বৰুৱা, হৰিদত্ত শৰ্ম্মা, অপূৰ্ব্ব বৰঠাকুৰীয়া, উমেশ ডেকা, তৰুণ খাখলাৰী, লোকনাথ ভৰালী, দীননাথ মেধি, যোগেন চেতিয়া, যুগল দাস, কনক চন্দ্ৰ শৰ্ম্মা, তাৰক চন্দ্ৰ গোস্বামী, দীনেশ বৰপূজাৰী, উমেশ বৰুৱা, প্ৰেমধৰ চৌধুৰী, দীননাথ মেধি, মুৰাৰিচৰণ দাস, গগনচন্দ্ৰ সোণোৱাল, হীৰালাল তেৱাৰী, কেশৱনাৰায়ণ দত্ত, শোভা ব্ৰহ্ম, হেৰম্ব বৰপূজাৰী, উপেন্দ্ৰ নাথ বৰকটকী, পৰমানন্দ মহন্ত, ৰাম গোস্বামী, তৰুণ পামে গামা, দয়ানন্দ পাঠক, নিশিপদ চৌধুৰী, পুষ্প গগৈ, আনন্দ বৰমুদৈ, ভৃগুমোহন গোস্বামী, ফণী দাস, ৰাধিকামোহন গোস্বামী, লীলাৱতী শইকীয়া, ভুৱনমোহন দাস, পূৰ্ণ ভট্টাচাৰ্য্য, অশ্বিনীকুমাৰ শৰ্ম্মা, ঈশ্বৰ বৰুৱা, উমাকান্ত গোস্বামী, উদয়চন্দ্ৰ দত্ত, কামিনী শৰ্ম্মা, কালীনাথ শৰ্ম্মা, গোলোক চন্দ্ৰ দত্ত, কামাখ্যা চৰণ ভাগৱতী, উত্তম চন্দ্ৰ পাঠক, পৰমানন্দ ৰাজবংশী, দীপালী দেৱী, নগেন্দ্ৰ নাথ ভট্টাচাৰ্য্য, ৰফিকুল হুচেন বৰুৱা, বৌচন আলি, কুলেন্দু পাঠক, অমৰজ্যোতি চৌধুৰী, প্ৰবোধ নাৰায়ণ গোস্বামী, উমাকান্ত শৰ্ম্মা, সতীশ চন্দ্ৰ কাকতি, গোলোকচন্দ্ৰ কলিতা, সতীশ চৌধুৰী, অঞ্জলি শৰ্ম্মা, গৌৰীশঙ্কৰ ভট্টাচাৰ্য্য, ব্ৰজপতি মহন্ত, ৰেণু মেধি, অৰ্ণবজান ডেকা ইত্যাদি। উক্ত লেখকসকলৰ বহুতৰ একাধিক গ্ৰন্থও ছপা হৈ ওলাইছে। আন কথা এই যে, এই লেখকসকলে যে কেৱল আলোচনামূলক সৃষ্টিয়েই কৰিছে এনে নহয়, আন আন দিশতো তেওঁলোকৰ বহুজনৰ বৰঙণি-গণ্য কৰিবলগীয়া। সাম্প্ৰতিক-কালত যিমানবোৰ লেখকে সাহিত্য-সৃষ্টিত অৰিহণা যোগাইছে, সেই সকলোবোৰৰ নামোল্লেখো অৱশ্যে আমাৰ কাৰণে সম্ভৱ নহ'ল।

লঘু-ৰচনা বা ৰম্যৰচনাৰ স্বৰূপ কি, আৰু এইবিধ ৰচনাৰ যে অপ্ৰতিদ্বন্দ্বী প্ৰবৰ্ত্তক লক্ষ্মীনাথ বেজবৰুৱা, এই কথা ইতিমধ্যে কৈ অহা হৈছে। লেখকসকলৰ পৰিচয়-প্ৰসঙ্গত ঠায়ে ঠায়ে এইবিধ ৰচনাৰ কিছুমানৰ নামোল্লেখো কৰি অহা হৈছে। প্ৰসঙ্গ ৰক্ষাৰ কাৰণে - ইয়াত যথাসম্ভৱ ইয়াৰ কিছুমান লেখকৰ নামোল্লেখ কৰা হ'ল। বেজবৰুৱাৰ পাছত হলীৰাম ডেকাৰ "চিত্ৰসেন যখৰীয়াৰ আত্মবিবৃতি" যে

*লঘু ৰচনা*

ৰসাত্মক-লঘু-ৰচনাৰ বিশেষ উল্লেখযোগ্য অৱদান এই কথাও একাধিক প্ৰসঙ্গত উল্লেখ কৰা হৈছে। যুদ্ধোত্তৰ কালৰ পাছৰ পৰা এই শ্ৰেণীৰ লেখকসকলৰ ভিতৰত ডাঃ হেমচন্দ্ৰ বৰুৱাৰ নাম প্ৰথমতে উল্লেখনীয়। "মোৰ ঘৰখন", "নৱগ্ৰহ" আৰু "চপনীয়া" তেওঁৰ এই শ্ৰেণীৰ ৰচনা। আন আন লেখকসকলৰ ভিতৰত হেমচন্দ্ৰ শৰ্ম্মা (বাটৰ দুবৰীবন, মদাৰফুলৰ মালা), তিলক হাজৰিকা (আড্ডা, কত কথা), নৱকান্ত বৰুৱা (ৰমণীয), কিৰণ শৰ্ম্মা (কিমিদং ব্যহুতং মযা), ভদ্ৰ বৰা (মধুৰে,অৰ্দ্ধং ত্যজতি), কীৰ্ত্তি হাজৰিকা (নাৰদৰ ডায়েৰী,) ললিত বৰা (ৰং বেৰং), দুলাল বৰঠাকুৰ আদি খ্যাতিমান লেখকসকলে বিশেষকৈ সমাজৰ দোষ-ত্ৰুটি আৰু বিসঙ্গতিপূৰ্ণ কাৰ্য্য-কলাপৰ আধাৰত হাস্য-কৌতুকপূৰ্ণ লঘু-ৰচনাবোৰ সৃষ্টি কৰি আমাৰ গদ্য-সাহিত্যৰ এটা দিশ ৰসময় কৰি ৰাখিছে। বৰ্ত্তমান সময়ত কোনো কোনো বাতৰিকাকতত এই শ্ৰেণী ৰচনাৰ কাৰণে সুকীয়া শিতানো নিৰূপিত হৈছে। এই শিতানৰ এগৰাকী জনপ্ৰিয় লেখক দীনেশ দাস।

স্বাধীনতা-লাভৰ পাছৰ পৰা বহুত অসমীয়া শিক্ষিত-লোকে বিশেষকৈ চৰকাৰী সা-সুবিধাৰ যোগেদি কাৰণবশতঃ বিভিন্ন দেশ-ভ্ৰমণ কৰিয়েই আছে। তেওঁলোকৰ বহুতে ভ্ৰমণত দেখা, শুনা আৰু তাৰ যোগেদি লাভ কৰা জ্ঞান অভিজ্ঞতাক অৱলম্বন কৰি কিছুমান বৰ্ণনাত্মক আমোদজনক পুথি ৰচনা কৰিছে। ভ্ৰমণমূলক হলেও এই ৰচনাবোৰো এক প্ৰকাৰে লঘু, সৰস আমোদদায়ক। এই শ্ৰেণীৰ ৰচকসকলৰ ভিতৰত

*ভ্ৰমণ বৃত্তান্ত*

সুব্ৰতা বৰুৱা (হিমতীৰ্থ বদ্ৰিনাথ ১৯৬২), লাৱণ্যময়ী দেৱী, (ভাৰত-তীৰ্থৰ বাটে বাটে ১৯৮০), দেৱেশ্বৰ গোস্বামী (ভ্ৰমণ-পথত ১৯৬৮), হেমলতা দত্ত (অলকানন্দাৰ পৰা সাগৰ তীৰলৈ ১৯৭৮), হেমন্ত শৰ্ম্মা (কাবেৰীৰ পাৰে পাৰে ১৯৬৩), দানিছ মহম্মদ (হজ যাত্ৰীৰ ডায়েৰী ১৯৬৪), হেম বৰুৱা (ভ্ৰমণমূলক ৰচনাবোৰৰ নাম ব্যক্তি পৰিচযৰ লগত দিয়া হৈছে), বিৰিঞ্চিকুমাৰ বৰুৱা (চুইজাৰল্যাণ্ড ভ্ৰমণ ১৯৪৫), প্ৰফেচাৰ বৰুৱাৰ চিঠি), প্ৰফুল্ল দত্ত গোস্বামী, প্ৰসন্ন গোস্বামী (বৈদেশিকা ১৯৬০), হেমাঙ্গ বিশ্বাস (আকৌ চীন চাই আহিলো ১৯৭৪), চন্দ্ৰ প্ৰসাদ শইকীয়া (আমেৰিকাৰ চিঠি ১৯৬৮), উপেন্দ্ৰ চন্দ্ৰ তালুকদাৰ (যমুনা-গঙ্গাৰ পাৰে পাৰে) আদিবোৰৰ নাম মাত্ৰ উল্লেখ কৰা হ'ল। উল্লেখনীয় কথা — ন-পুৰণি আৰু বহুত লেখকে এই শ্ৰেণীৰ পুথি লিখিছে আৰু লিখিয়েই আছে। সেই সকলোবোৰৰে নামোল্লেখ আমি ইয়াত কৰিব নোৱাৰিলোঁ।

জীৱনবৃত্ত আৰু আত্মজীৱনীৰ স্বৰূপ সম্বন্ধে ইতিমধ্যে স্থানান্তৰত কৈ অহা হৈছে। লগতে ১৯৪০ চন পৰ্য্যন্ত ৰচিত জীৱনী সাহিত্যৰ কথাও মোটামুটিভাবে কোৱা হৈছে। ১৯৪০ চনৰ পাছৰ পৰা যিসকলে আমাৰ জীৱনী-সাহিত্যক দিশ সমৃদ্ধ কৰি আহিছে, সেই সকলৰ ভিতৰত বিজয়চন্দ্ৰ ভাগৱতী (হেমচন্দ্ৰ বৰুৱা), নলিনীবালা দেৱী (স্মৃতিতীৰ্থ

১৯৪৮), দীননাথ শৰ্ম্মা (দেশপ্ৰাণ লক্ষ্মীধৰ শৰ্ম্মা), গোপীনাথ বৰদলৈ (বুদ্ধদেৱ), নকুল চন্দ্ৰ ভূএগ (ৰাধাকান্ত সন্দিকৈ ১৯৬১), মহাদেৱ শৰ্ম্মা (লোকপ্ৰিয় গোপীনাথ বৰদলৈ ১৯৫৬), জ্যোতিপ্ৰসাদ আগৰৱালা (চন্দ্ৰ প্ৰসাদ আগৰৱালা ১৯৬৮), কুমুদেশ্বৰ বৰঠাকুৰ (ঝাঁন্সিৰ ৰাণী লক্ষ্মীবাই ১৯৬০), শশীকান্ত শৰ্ম্মা (লোকমান্য তিলক ১৯৬৯), যতীন্দ্ৰনাথ গোস্বামী (সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱা ১৯৬৮), জগন্নাথ বৰুৱা ১৯৭৬), অসমীয়া ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱা ১৯৮৫), নন্দ তালুকদাৰ (জীৱনী-গ্ৰন্থ সমূহৰ নাম তেওঁৰ পৰিচয়-প্ৰসঙ্গত দিয়া হৈছে), শশী শৰ্মা (গ্ৰন্থসমূহৰ নাম পৰিচয়-প্ৰসঙ্গত দ্ৰষ্টব্য), ভৱপ্ৰসাদ চলিহা (মহেশ্বৰ নেওগ: মানুহ আৰু কাম ১৯৭৪), আব্দুছ ছাত্তাৰ (কৃষ্ণকান্ত সন্দিকৈ ১৯৭৫), তিলক দাস (বিষ্ণুৰাভা এতিয়া কিমান ৰাতি ১৯৭৭), প্ৰফুল্ল চন্দ্ৰ বৰা (চৈয়দ আব্দুল মালিক ১৯৭৬), যুগল দাস (মহেন্দ্ৰনাথ ডেকাফুকন ১৯৮৩), যোগেন্দ্ৰ নাৰায়ণ ভূএগ (দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱা ১৯৮৮), ভৃগুমোহন গোস্বামী (জন কৃষ্টিৰ সাধক ড° প্ৰফুল্ল দত্ত গোস্বামী ১৯৯০), অতুল চন্দ্ৰ বৰুৱা (শৰৎ চন্দ্ৰ গোস্বামী ১৯৮৭), নমিতা ডেকা (যতীন্দ্ৰ নাথ দুৱৰা ১৯৯১), ভুৱনমোহন দাস (নিজৰা কৰি শৈলধৰ ৰাজখোৱা ১৯৯০), প্ৰফুল্ল দত্ত গোস্বামী (মাণিকচন্দ্ৰ বৰুৱা আৰু তেওঁৰ যুগ ১৯৭০), সত্যেন বৰকটকী (নেপলেয় বোনাপাৰ্ট ১৯৭৩, আডল্‌ফ্ হিটলাৰ ১৯৮২), নিৰোদ চৌধুৰী (ইন্দিৰা গান্ধী ১৯৮৪), শিৱনাথ বৰ্ম্মন (আইন্‌ষ্টাইন আৰু পদাৰ্থবিজ্ঞান ১৯৭৬), ললিত কুমাৰ বৰুৱা (ৰামমোহন আৰু বিদ্যাসাগৰ ১৯৭৪), মহেন্দ্ৰ বৰা (মহাজীৱনৰ মহাশিল্পী ১৯৯১) আদিৰ মাত্ৰ নাম তেওঁলোকৰ কৃতিৰ সৈতে উল্লেখ কৰা হ'ল।[৩]

*জীৱনী-সাহিত্য*

বহু ব্যক্তিৰ চমুকৈ লিখা জীৱনীৰ একত্ৰিত মুদ্ৰণৰ পুথিও এই প্ৰসঙ্গত উল্লেখনীয়। ইতিমধ্যে উল্লেখ নকৰা এই শ্ৰেণীৰ কেইখনমান পুথিৰ ভিতৰত প্ৰফুল্ল দত্ত গোস্বামীৰ "ইউৰোপৰ মনীষী পাঁচ গৰাকী" (১৯৫৮), অতুলচন্দ্ৰ হাজৰিকা সম্পাদিত "কামৰূপ ৰত্নমালা" (১৯৭৩), উপেন বৰকটকীৰ "জীৱন আৰু কীৰ্ত্তি" (১৯৮৭), মহেন্দ্ৰ বৰাৰ "কুৰিজন বিজ্ঞানী" (১৯৮১), শিৱনাথ বৰ্ম্মনৰ "বিশ্বৰ বৰেণ্য বিজ্ঞানী" (১৯৮৮), বাৰীন্দ্ৰ কুমাৰ শৰ্ম্মাৰ "ভাৰতীয় বিজ্ঞানী" (১৯৮৭), প্ৰফুল্ল কুমাৰ শৰ্ম্মাৰ "জীৱন চানেকি" শীলা বৰঠাকুৰ সম্পাদিত "লেখিকাৰ জীৱনী" (১৯৮৭), জিতেন্দ্ৰ কুমাৰ শৰ্ম্মাৰ "অখ্যাত মহৎ" (২০০০), ৰমানাথ বৰুৱাৰ "চানেকিৰে জীৱনৰ" (১৯৯৯), দিলীপ বৰ্ম্মনৰ "জীৱন বাটৰ পথিক" (২০০০), ৰুচিনাথ শৰ্ম্মা সম্পাদিত "নলবাৰী ৰত্নমালা" আদি কিছুমান উল্লিখিত হ'ল।

আধুনিক-যুগত আত্ম-জীৱনীৰ ৰচকৰ সংখ্যাও কম নহয়। যি সকলে এই দিশত

৩. দ্ৰষ্টব্য : অসমীয়া জীৱনী, অঞ্জলি শৰ্ম্মা (অসমীয়া সাহিত্যৰ বুৰঞ্জী, ৬ষ্ঠ খণ্ড)

অৱদান আগবঢ়াইছে, সেই সকলোবোৰকে পাঠকৰ দৃষ্টিগোচৰ কৰাটো সম্ভৱ নহয় কাৰণে অন্ততঃ কিছুমানৰ নামোল্লেখ কৰা হ'ল লক্ষ্মীনাথ বেজবৰুৱাৰ "মোৰ জীৱন-সোঁৱৰণ" (১৯৪৪) প্ৰথম প্ৰকাশিত আত্ম-জীৱনী হলেও ৰচনাৰ সময় হিচাপে হৰকান্ত শৰ্ম্মা মজিন্দাৰ বৰুৱাৰ (১৮১৫-১৯০১) সেই লেখীয়া গ্ৰন্থ "হৰকান্ত সদৰামীনৰ আত্মজীৱনী" (ৰচনা কাৰ্য্য সমাপ্ত, ১৮৯০ খৃঃত) প্ৰথম গ্ৰন্থ। অৱশ্যে ই মুদ্ৰিত ৰূপত দেখা দিছে বহু পাছত — ১৯৬০ খৃঃত। ঊনবিংশ শতাব্দীটোৰ প্ৰায় তিনি চতুৰ্থাংশ জোৰা লেখকৰ জীৱনৰ দীঘলীয়া কালখণ্ডৰ ৰাজনৈতিক, সামাজিক, সাংস্কৃতিক আদি দিশত লাভ কৰা জ্ঞান-অভিজ্ঞতা ৰূপায়িত এই গ্ৰন্থখন বহুকালৰ পৰা মূল্যবানো। পৰৱৰ্ত্তি-কালত ৰচিত পদ্মধৰ চলিহাৰ "জীৱন-বীণাৰ সুৰ" (১৯৬৩), হৰি নাৰায়ণ দত্ত বৰুৱাৰ "জীৱন-স্মৃতি" (১৯৬৬), তৈয়বউল্লাৰ "কাৰাগাৰৰ চিঠি" (১৯৬২), দেৱেশ্বৰ শৰ্ম্মাৰ "হেৰাই যোৱা দিন বোৰ" (১৯৮০), জ্ঞানদাভিৰাম বৰুৱাৰ "মোৰ কথা" (১৯৮১), নলিনীবালা দেৱীৰ "এৰি অহা দিনবোৰ" (১৯৭৭), অতুল চন্দ্ৰ হাজৰিকাৰ "স্মৃতি-লেখা" অম্বিকাগিৰি ৰায় চৌধুৰীৰ "মোৰ জীৱন-ধুমুহাৰ এছাটি" (১৯৮৬), হিৰণ্য কুমাৰ ভট্টাচাৰ্য্যৰ "কাৰাৰুদ্ধ জীৱনৰ বাক্‌ৰুদ্ধ কাহিনী" (১৯৮৪), মহেশ্বৰ নেওগৰ "জীৱনৰ দীঘ আৰু বাণি" (১৯৮৮), হোমেন বৰগোহাঞিৰ "আত্মানুসন্ধান" (১৯৮৮), ত্ৰৈলোক্য নাথ গোস্বামীৰ "অতীতৰ কথা" (১৯৮৯), চৈয়দ আব্দুল মালিকৰ "মোৰ জীৱনৰ নহ'লবোৰ" (১৯৯০), মহেন্দ্ৰ বৰাৰ "উপলা নদীৰ দৰে" (১৯৯০), জগন্নাথ চক্ৰৱৰ্ত্তীৰ "সোণালী স্মৃতিৰ সুবাস" আদিবোৰৰ নাম মাত্ৰ উল্লেখ কৰা হ'ল।

*আত্ম-জীৱনী*

# অসমীয়া আলোচনী আৰু বাতৰিকাকত

আলোচনী আৰু বাতৰিকাকত উদ্ভৱ হোৱাৰ পাছৰে পৰা সাহিত্য-চৰ্চ্চাৰ প্ৰসাৰণ আৰু ইয়াৰ ক্ৰমগতিও নিৰ্দ্দিষ্ট -গুণ-বৈশিষ্ট্যৰ মাজেদি নিৰ্ণীত হোৱা দেখা গৈছে। আধুনিক-অসমীয়া-সাহিত্যৰো নতুন নতুন ভাৱ-বৈশিষ্ট্যপুষ্ট-প্ৰৱাহো আলোচনী আৰু বাতৰি কাকতৰ মাজেদি বহু পৰিমাণে লক্ষ্য কৰা যায়। বিশ্ব-জগতত আবিষ্কৃত ন-ন তথ্যপাতি আৰু মানৱমনে অনুভৱ কৰা ধাৰণাৰ বিবৰণ বা সেইবোৰৰ আলমত সৃষ্ট-সৃষ্টিমূলক-ৰচনাসমূহো লেখকসকলে সময়ে সময়ে ওলোৱা আলোচনীবোৰৰ যোগেদি প্ৰকাশ কৰে। যথাসময়ত প্ৰসিদ্ধ হৈ উঠা প্ৰায়বোৰ লেখকেই প্ৰথমাৱস্থাত আলোচনী-বাতৰিকাকতৰ যোগেদি নিজক প্ৰতিষ্ঠা কৰা দেখা যায়। একোখন প্ৰসিদ্ধ আলোচনীৰ যোগেদি পৰিৱৰ্ত্তনশীল বিশ্ব-জগতৰ ভাৱ-প্ৰৱাহ বৈ পৰাৰ লগে লগে সংশ্লিষ্ট লেখক-গোষ্ঠীৰ সৃষ্টিকাৰ্য্যো

*আলোচনী বাতৰিকাকতৰ আৱশ্যকতা*

তেনে ভাৱতে স্বাভাৱিকতে সজীৱ হৈ উঠে। সেয়েহে, একোখন দীৰ্ঘস্থায়ী আলোচনীয়ে ইয়াৰ উত্তৰকালীন-ভাৱমণ্ডলে বস্তুজগত আৰু চিন্তা-জগতত উদ্ভৱ হোৱা নতুন নতুন উহ্ বিৰিঙাই তোলে, আৰু সাহিত্য-জগতত একোটা বিশেষত্বপূৰ্ণ যুগৰ সৃষ্টি কৰে। আমাৰ আধুনিক-সাহিত্যৰ ইতিহাসো ইয়াৰ ব্যতিকম নহয়। এই কাৰণত, অসমীয়া-সাহিত্যৰ ইতিহাসৰ ৰূপ্-ৰেখা অঙ্কনৰ পূৰ্ণ-ৰূপ-দিয়াৰ প্ৰসংগত আলোচনী আৰু বাতৰিকাকতৰ অৱদান আৰু প্ৰভাৱ একান্তভাবে স্মৰণীয়।

ভাৰতৰ আন কিছুমান ৰাজ্যৰ আলোচনীতকৈ আমাৰ অসমত আলোচনীৰ আৰম্ভণি বহুত পাছত হৈছে। ইয়াৰ প্ৰধান কাৰণ এই যে, ১৮২৬ খৃঃলৈ অসম-দেশ আছিল স্বাধীন —তেতিযালৈকে ইয়াত প্ৰচলিত হৈছিল ৰীতি-নীতি আৰু সাহিত্য-সংস্কৃতিৰ পুৰণিকলীয়া পৰম্পৰা। ১৮২৬ খৃঃত এই দেশ ইংৰাজৰ শাসনাধীন হোৱাৰ পাছৰ

*অসমীয়া-সংবাদ-পত্ৰৰ উদ্ভৱ আপেক্ষিকভাৱে পৰৱৰ্ত্তী*

পৰাহে বৰ্হিজগতৰ পৰা আওভাও উটাই অনা বা-বতাহ ক্ৰমশঃ ইয়ালৈ আহে। আমেৰিকাৰ বেপ্তিষ্ট মিছনাৰীসকল মূলতঃ খৃষ্টধৰ্ম্ম প্ৰচাৰৰ উদ্দেশ্যতা আগত ৰাখি পূৱফালেদি আহি অসমত সোমায় আৰু সেই একে উদ্দেশ্যতাৰে সহায়ক হব বুলি ভাবি অসমীয়াৰ মাতৃ -ভাষাত (অসমীয়াত) ১৮৪৬ খৃঃত এখন শিৱসাগৰৰ পৰা উলিয়ায় সংবাদ পত্ৰ— নাম "অৰুণোদই সংবাদ- পত্ৰ"। উল্লেখনীয় কথা — মিছনাৰীসকলে ১৮৪০ খৃঃত শিৱসাগৰত ছপাশাল এটা স্থাপন কৰিছিল , কিন্তু ইয়াৰ ভালেমান বছৰ আগতে বঙ্গ দেশৰ শ্ৰীৰামপুৰত তেওঁলোকে ছপাশাল বহুৱাইছিল, আৰু ১৮১৮ চনতে তেওঁলোকে বাংলা-ভাষাৰ প্ৰথম সংবাদ- পত্ৰ "দিগ্‌দৰ্শন" প্ৰকাশ কৰে। গতিকে কব পৰা যায়— মিছনাৰীসকল অকল অসমীয়া- আলোচনী -প্ৰকাশৰ ক্ষেত্ৰতে আগৰণুৱা নহয়, বাংলা-আলোচনীৰ প্ৰসঙ্গতো সেই একে মৰ্য্যদাৰ অধিকাৰী। "অৰুনোদই" ছপা হৈ ওলোৱাৰ পৰা আজিলৈকে ডেৰশ বছৰৰো অধিক কাল অতিবাহিত হ'ল। এই দীঘলীয়া কালচোখৰৰ ভিতৰত বহু আলোচনী আৰু বাতৰিকাকত উদ্ভৱ হৈছে, আৰু সেইবিলাকৰ কিছুমানে আমাৰ সাহিত্যৰ ইতিহাসৰ গতিধাৰা সময়ে সময়ে বিশেষত্বপূৰ্ণ কৰি তুলিছে।

১৮৪৬ খৃঃত প্ৰকাশিত "অৰুনোদই" আমাৰ সাহিত্যৰ প্ৰথম আলোচনী। শেষৰ ফালে ইয়াৰ প্ৰকাশ কিছু অনিয়মীয়া হলেও ই ১৮৮০ খৃঃলৈ চলে । নাথান ব্ৰাউন, ডেনফোৰ্থ, এছ-এম্-হুইটিং, উইলিয়াম বাৰ্ড, ক্লাক, শ্ৰীমতী এছ -আৰ্- বাৰ্ড আৰু এ-কে-গাৰ্ণীয়ে যথাক্ৰমে ইয়াৰ সম্পাদনাৰ দায়িত্ব বহন কৰিছিল বুলি বুজা যায় - এই কথা ইতিমধ্যে আন প্ৰসঙ্গত কৈ অহাও হৈছে। "অৰুণোদয়" চলি থকা কালচোখৰতে আউনীআটিৰ সত্ৰাধিকাৰৰ তত্ত্বাবধানত "আসাম-বিলাসিনী"ৰ (১৮৭১-১৮৮৩) উপৰিও কম-বেছি কিছু দিনৰ কাৰণে হলেও "আসাম দৰ্শন" (১৮৭৪-৭৫), "আসাম-দীপিকা"

(১৮৮২-৮৮) আৰু “চন্দ্ৰোদয়” নামৰ আলোচনী ওলায়। প্ৰায় সমসাময়িকভাবে “আসাম-নিউচ্” (হেমচন্দ্ৰ বৰুৱাৰ সম্পাদিত), “আসাম মিহিৰ” (১৮৭২-১৮৭৩), “আসাম-বন্ধু” (১৮৮৫-৮৬), “মৌ” (১৮৮৬), “আসাম তৰা” (১৮৮৯-৯০) আৰু “ল'ৰা বন্ধু” (১৮৮৮) প্ৰকাশ হয়। ইয়াৰ পাছত বিখ্যাত “জোনাকী” প্ৰকাশ হয় ১৮৮৯ খৃঃৰ জানুৱাৰী মাহত— চন্দ্ৰকুমাৰ আগৰৱালা আৰু লক্ষ্মীনাথ বেজবৰুৱাৰ সম্পাদনাত ছয় বছৰ জুৰি কলিতাপৰা ওলায়, আৰু তাৰ পাছত সত্যনাথ বৰাৰ সম্পাদনাত তিনি বছৰ গুৱাহাটীৰ পৰা প্ৰকাশ হয়। “জোনাকী” ওলোৱাৰ পাছতে ১৮৯০ খৃঃত পদ্মনাথ গোহাঞিবৰুৱাৰ উদ্যোগত “বিজুলি” ওলায়। ইয়াৰ পাছত “আসাম বন্তি” নামৰ এখন পষেকীয়া আলোচনী মথুৰামোহন বৰুৱাৰ সম্পাদনাত কেইবাবছৰো প্ৰকাশ হয়। প্ৰায় একে সময়তে মিছনাৰী সকলৰ উদ্যোগত “দীপ্তি” নামৰ আলোচনী ১৯০৫ খৃঃত, পদ্মনাথ গোহাঞি বৰুৱাৰ সম্পাদনাত ১৯০৭ খৃঃত “উষা” আৰু ১৯০৯ খৃঃত লক্ষ্মীনাথ বেজবৰুৱাৰ সম্পাদনাত “বাঁহী” নামৰ আলোচনী প্ৰকাশিত হয়। “বাঁহী”ৰ সুৰ ক্ৰমশঃ দুৰ্ব্বল হৈ যোৱাতো ১৯৪০ চনৰো পাছলৈকে ইযাৰ ৰিং শুনা গৈছিল যদিও ১৯২৯ খৃঃত কলিকতাৰ পৰা দীননাথ শৰ্ম্মাৰ সম্পাদনাত “আৱাহন”ৰ আৱাহনে পাঠক-গোষ্ঠীক মুগ্ধ কৰিবলৈ ধৰে। ইতিমধ্যে দুৰ্গানাথ চাংকাকতি আদিৰ সম্পাদনাত ডিব্ৰুগড়ৰ পৰা ওলোৱা “আলোচনী” (১৯১০-১৯১৬), অম্বিকাগিৰি ৰায়চৌধুৰীৰ সম্পাদনাত “চেতনা” (১৯১৯-১৯২৬) আৰু তাৰানাথ চক্ৰবৰ্ত্তীৰ সম্পাদনাত “আসাম বান্ধৱে” (১৯১০) সাংৱাদিকতাৰ দিশত কম-বেছি বৰঙণি যোগায়। “চেতনা”ৰ চৈতন্য-প্ৰদান-শক্তি বিলুপ্ত হোৱাত আৰু “আৱাহন”ৰো আৱাহনী-মন্ত্ৰৰ আকৰ্ষণ কমি যাবলৈ ধৰাত ৰঘুনাথ চৌধাৰীৰ সম্পাদনাত “জয়ন্তী”য়ে (১৯৩৬-১৯৪৯) — প্ৰথমতে পষেকীয়া ভাবে আৰু পাছত মাহেকীয়া ভাবে বিশেষ ভূমিকা গ্ৰহণ কৰে। প্ৰায়ে একে সময়তে ৰঘুনাথ চৌধাৰীৰেই সম্পাদনাত “সুৰভি” নামৰ আলোচনীও ওলায়। ইয়াৰ পাছত “ৰামধেনু” (১৯৫০-১৯৬৭) নামৰ মাহেকীয়া আলোচনী দীৰ্ঘকাল ব্যাপি প্ৰচলিত হয়। ইয়াৰ প্ৰথম বছৰৰ সম্পাদক আছিল ড° মহেশ্বৰ নেওগ, মাজতে (১৯৫১-৬৪) আছিল বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্য আৰু শেষৰ (১৯৬৪-৬৭) সম্পাদক আছিল ৰাধিকামোহ ভাগৱতী। বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্যই “ৰামধেনু”ৰ সম্পাদনা বাদ দি “সাদিনীয়া নৱযুগ” (১৯৬৩-৬৭) উলিয়ায়। ইতিমধ্যে “মণিদীপ” (১৯৬০-৬৯), “অসমীয়া” (১৯৬৮) আৰু “আমাৰ প্ৰতিনিধিয়ে” (১৯৫৯) উল্লেখযোগ্য বৰঙণি যোগায়। প্ৰকাশন-পৰিষদৰ যোগেদি অষ্টম-দশকৰ পৰা (১৯৭৫) ওলোৱা “প্ৰকাশ” নামৰ মাহেকীয়া আলোচনীখনেও কিছুকাল ধৰি উচ্চমান ৰক্ষা কৰিছিল। তাৰ পাছত চন্দ্ৰপ্ৰসাদ শইকীয়াৰ সম্পাদনাত ওলোৱা “গৰিয়সী” আলোচনীখন সাহিত্য-আলোচনাৰ যথোচিত মৰ্য্যাদাৰ সৈতে এই পৰ্য্যন্ত নিয়মিতভাৱে

*বিভিন্ন আলোচনীৰ আৱিৰ্ভাৱ আৰু*

চলি আহিছে। ইতিমধ্যে ওলোৱা "সংলাপ", "সংজ্ঞা", "নতুন পৃথিৱী" আদিৰ নামো স্মৰণীয়। বিশেষ কথা-অসম-সাহিত্য সভাৰ সৌজন্যত "অসম-সাহিত্য-সভা-পত্ৰিকা" নামৰ এখন আলোচনী ১৯২৬ খৃঃত প্ৰকাশ হয় যদিও সি নিয়মিতভাবে প্ৰকাশ হ'ব পৰা নাছিল, কিন্তু ১৯৫৬ খৃঃৰ পৰা বৰ্তমানলৈকে ই উচ্চমান ৰক্ষা কৰি আলোচনী-প্ৰচলনৰ এক দীৰ্ঘতম-ইতিহাস দেখুৱাইছে। ইয়াৰ উপৰিও দুই-তিনি দশকৰ ভিতৰত আৰু ভালেমান আলোচনী ওলাই কম-বেছি বিশেষত্বপূৰ্ণ অৱদান আগবঢ়াইছে বা বঢ়ায়েই আছে। সেইবিলাকৰ ভিতৰত "সাম্প্ৰতিক সাময়িকী", "নক্সা", "আজিৰ সময়", "লুইত প্ৰৱাহ", " প্ৰান্তিক", "সীৰলু" "সূত্ৰধাৰ", "ৰংপুৰ", "জ্ঞানদীপ", "প্ৰহৰী", "ৰহস্য আলোচনী" আদিৰ নাম বিশেষভাবে উল্লেখ কৰা হ'ল।

অসমীয়া-সাহিত্যৰ আলোচনীৰ ইতিহাস ডেৰশ বছৰতকৈ অধিক কাল আগবাঢ়ি আহিছে। ইয়াৰ ভিতৰত দেখা যায়-- আলোচনীবোৰৰ ভিতৰত "অৰুনোদই" (অৰুণোদয়) অকল প্ৰথমেই নহয়, কালব্যাপ্তিৰ ফালৰ পৰাও বিশেষভাবে গণ্য। ভাষাৰ আধুনিকীকৰণ, বিষয়বস্তুৰ বিস্তৃতিকৰণ, বিভিন্ন নতুন দিশৰ উদ্ভাৱন আদিবোৰ সূচনা কৰি এই কাকতে আধুনিক-অসমীয়া-সাহিত্যৰ পাতনি মেলে। "আসাম বন্ধু" আৰু "আসাম নিউচে" ভাষাক ব্যাকৰণ সন্মত ভাৱে শুদ্ধ আধুনিক-ৰূপ দি অনুসন্ধান-গৱেষণাৰ কামো আৰম্ভ কৰে। "জোনাকী"যে ৰোমান্টিক-ভাৱধাৰাৰে সাহিত্যৰ সকলো দিশ ৰমণীয় আৰু আকৰ্ষণীয় কৰি তোলে। "বাঁহী", "উষা"ৰ মাজেদি আগবাঢি আহি অসমীয়া-সাহিত্য "আৱাহন"ৰ কালত গল্প-কবিতা আদিৰ ৰূপায়ণত ৰোমান্টিক-ভাৱৰ পূৰ্ণপ্ৰকাশৰ দিশত লক্ষিত হয়, আৰু এই আলোচনীৰে শেষৰ ফালে আধুনিক কবিতাৰো উন্মেষ ঘটে।

*প্ৰধান আলোচনীবোৰৰ বিশেষত্ব প্ৰদান*

"জয়ন্তী"য়ে আধুনিক-কবিতাৰ প্ৰসাৰণ ঘটায়। "ৰামধেনু"য়ে ৰোমান্টিক-কল্পনা-বিলাস আঁতৰাই আধুনিক কবিতা, গল্প, উপন্যাস, আদি সৃষ্টিৰ ভেটি প্ৰশস্ত কৰি তোলে। বিষয়, ভাষা আৰু গাঁঠনি আদিৰ ফালৰ পৰা এইবোৰ সৃষ্টি আগতকৈ সলনি হয় আৰু ব্যাপকত্ব লাভ কৰে। কবি, গল্পকাৰ আৰু ঔপন্যাসিকৰ সংখ্যাও বহু বাঢ়ি উঠে। আন ফালেদি, সমালোচনা, অনুসন্ধান আৰু গৱেষণাৰ ক্ষেত্ৰ বহু পৰিমাণে প্ৰসাৰিত হয়। "মণিদ্বীপ", " প্ৰকাশ", "গৰিয়সী" আদি পৰৱৰ্ত্তী উল্লেখনীয় আলোচনী কেইখনেও এই পৰম্পৰা ৰক্ষা কৰিছে।

শিশু-আলোচনী শিশু-সাহিত্যৰে এটা অঙ্গ। আমাৰ ভাষাত শিশু-আলোচনীৰ গতিধাৰাও দীঘলীয়া। ডঃ সত্যেন্দ্ৰ নাথ শৰ্মাই কৈছে "অসমীয়া-শিশু-আলোচনীৰ বুৰঞ্জী আৰম্ভ হয় ১৮৮৮ খৃঃৰ পৰা। সেই চনতে নগাওঁৰ পৰা কৰুণাভিৰাম বৰুৱাসম্পাদিত "ল'ৰাবন্ধু" প্ৰকাশ হয়।"[১] তাৰ পৰৱৰ্ত্তী কালত প্ৰকাশ হোৱা শিশু আলোচনীবোৰৰ

---

১ অ. সা. স. ই.

ভিতৰত হেমচন্দ্ৰ গোস্বামী সম্পাদিত "অৰুণ" (১৯১৬), ৰঘুনাথ চৌধাৰী সম্পাদিত "মইনা" (১৯২৩), মহাদেৱ শৰ্ম্মা সম্পাদিত "অৰুণ" (১৯২৬), হৰেন্দ্ৰ নাথ শৰ্ম্মা সম্পাদিত "পখিলা" (১৯৩৩), বিৰিঞ্চিকুমাৰ বৰুৱা সম্পাদিত "অৰুণ", দীননাথ শৰ্ম্মা সম্পাদিত "পাৰিজাত" (১৯৪০), বিৰিঞ্চি কুমাৰ বৰুৱা সম্পাদিত "ৰংঘৰ" (১৯৪৮), ইব্ৰাহিম আলি সম্পাদিত "কাচিজোন", গৌৰীকান্ত তালুকদাৰ সম্পাদিত "দীপক" (১৯৫৪-১৯৬৬) আদি বোৰ সপ্তম-দশক পৰ্য্যন্ত উল্লেখযোগ্য শিশু-আলোচনী। "দীপক"ৰ প্ৰচলন-কালতে নৱকান্ত বৰুৱা -সম্পাদিত "জোনবাই"ৰ (১৯৬১-৭০) প্ৰচনল আৰম্ভ হয়। ইয়াৰ কিছুকাল পাছত ওলোৱা শিশু-আলোচনীৰ ভিতৰত "সঁফুৰা" (১৯৮৩) অধিক জনপ্ৰিয়। সাম্প্ৰতিক-কালৰ আন দুখন শিশুপযোগী আলোচনী "মৌচাক" (১৯৮৪) আৰু "কিশোৰ" (১৯৯১)। "কাকলি (১৯৭২-৭৩) আৰু "সূৰুজ" (১৯৮৯-৯২), অশ্বিনী শৰ্মা আৰু ৰুচি শৰ্মাৰ সম্পাদনাত এই দুখন আলোচনীয়েও গা কৰি উঠিছিল। উল্লিখিত আলোচনীবোৰৰ ভিতৰত "দীপকে"ই দীৰ্ঘদিন স্থায়ী হৈছে। শিশু-মানসিকতাৰ লগত সকলো প্ৰকাৰে খাপ খুৱাই এইবিধ আলোচনী স্থায়ী কৰাৰ কাৰণে যত্নৰ অৱশ্যে আৰু প্ৰয়োজন আছে।

মহিলা-আলোচনীৰ ভিতৰ "উৰুলি"কেই প্ৰথম বুলি কব পৰা যায়। তাৰ পাছৰ পৰা "পূৱালী" "শ্ৰীময়ী", "সখী", "নন্দিনী" আদি প্ৰচলিত হয়। হাস্য ব্যঙ্গ্যাত্মক আলোচনীৰ ভিতৰত "ৰহিমালা" "অবিকল", "চিচিংফাক" আদিৰ নাম উল্লেখনীয়। প্ৰথম অসমীয়া মিনি-আলোচনীয়েও (ভূপেন হাজৰিকা সম্পাদিত) এসময়ত নতুনত্ব আনিছিল।

১৮৪৬ খৃঃত ওলোৱা "অৰুণোদই" খনে যিহেতুকে অসমীয়া-আলোচনীৰ পাতনি মেলিছে, এক শতাব্দী নহলেও ইয়াৰ বহুকাল পাছতহে অসমীয়া বাতৰিকাকতৰ ইতিহাস সূচনা হোৱা বুলি বুজা যায়। ১৯৩৫ খৃঃৰ ১২ আগষ্ট তাৰিখে যোৰহাটৰ ঠেঙালৰ পৰা প্ৰকাশ হয় অসমীয়া ভাষাৰ "দৈনিক বাতৰি"। ইয়াৰ সম্পাদক আছিল বাগ্মীবৰ নীলমণি ফুকন। "দৈনিক হৈ প্ৰকাশ হোৱাৰ আগেয়ে কাকতখন "বাতৰি" নামেৰে সাপ্তাহিক হিচাপে ১৯২৯ চনৰ পৰা যোৰহাটত প্ৰকাশ হৈ আছিল।"[২]

*অসমীয়া বাতৰি কাকতৰ ইতিহাস*

গতিকে বুজা যায়— বাতৰিকাকতৰ ইতিহাসৰ আৰম্ভণি আৰু ছয়বছৰ আগুৱাই যায়। আন এটা কথা এই যে, বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য্যই লিখিছে — "প্ৰথম অসমীয়া দৈনিক আছিল "নগৰৰ কথা"। এইখন যোৰহাটৰ পৰা ওলাইছিল। দ্বিতীয় দৈনিকখন হ'ল "দৈনিক বাতৰি"। এইনখন ওলাইছিল যোৰহাটৰ ঠেঙালৰ পৰা। — ইয়াৰ প্ৰকাশক আছিল চাহ-খেতিয়ক শিবপ্ৰসাদ বৰুৱা। ১৯৪৬ চনত গুৱাহাটীৰ পৰা তৰুণচন্দ্ৰ আগৰৱালাই নামজ্বলা অৰ্দ্ধসাপ্তাহিক কাকত "অসমীয়া"

---

২. *অসমীয়া ভাষাৰ দৈনিক-বাতৰি কাকত ঃ প্ৰসন্ন কুমাৰ ফুকন (অ.বা.কা)*

খন দৈনিক ৰূপে প্ৰকাশ কৰে। ইয়াৰ প্ৰথম সম্পাদক আছিল দেৱকান্ত বৰুৱা। পিছলৈ সম্পাদনাৰ ভাৰ লয় হৰেন্দ্ৰ নাথ বৰুৱাই।"[৩] "নগৰৰ কথা" সম্পৰ্কে প্ৰৱীণ সাংবাদিক লক্ষ্মীনাথ ফুকনৰ মন্তব্য এই যে, "প্ৰকৃত পক্ষে সেইখন (নগৰৰ কথা) বাতৰি কাকত নাছিল। প্ৰথম পৃথিৱী-যুদ্ধৰ সময়ত (১৯১৪) ডিব্ৰুগড়ৰ সূৰ্য্যধৰ ৰাজখোৱাৰ ছপাশালৰ পৰা দিনৌ ওলোৱা "ৰণৰ বাতৰি"ৰ দৰে "নগৰৰ কথা" কবলৈ গলে বুলেটিনহে আছিল।"[৪] এইবোৰ কথাৰ পৰা কব পৰা যায় - "নগৰৰ কথা"ক বাতৰি-কাকত বুলি ধৰিলে আমাৰ বাতৰি কাকতৰ ইতিহাসৰ আৰম্ভণি অন্ততঃ ১৯১৪ চন বুলিয়েই ধৰিব পাৰি। এই খনক যদি বাতৰি কাকত বুলি ধৰা নাযায়ো, এই ইতিহাসৰ আৰম্ভণি হয় ১৯২৯ চনৰ পৰা, কিয়নো সেই চনৰ পৰা ওপৰত কোৱাৰ দৰে "বাতৰি" নামেৰে সাপ্তাহিক-কাকতখন প্ৰচলিত হৈছে।

"বাতৰি"ক প্ৰথম বুলি ধৰিলে সময়ৰ হিচাপত দ্বিতীয় হয় "দৈনিক বাতৰি", আৰু তৃতীয় স্থানলৈ আহে "দৈনিক -অসমীয়া"। ইতিমধ্যে "সাদিনীয়া অসমীয়া" খন হৰেন্দ্ৰনাথ বৰুৱাৰ সম্পাদনাত প্ৰকাশ হৈছিল। ১৯৪৬ চনৰ পৰা "সাদিনীয়া অসমীয়া" খনেই আন এটা ৰূপ আৰু নামত, অৰ্থাৎ "দৈনিক অসমীয়া" নামত দেখা দিয়ে। দুয়োটা নামৰ এই কাকত দুখনৰ সম্পাদনাত থাকে দেৱকান্ত বৰুৱা। "দৈনিক অসমীয়া" ১৯৪৯ চনৰ ৩১ মাৰ্চ্চ পৰ্য্যন্ত চলে, কিন্তু ইয়াৰ আগে আগে কাকতখনৰ সম্পাদনাৰ দায়িত্ব লৈছিল হৰেন্দ্ৰনাথ শৰ্ম্মাই। "দৈনিক অসমীয়া" বন্ধ হোৱাৰ দুমাহ পাছত ১৯৪৯ খৃঃৰ ২৬ জুন তাৰিখৰ পৰা আন এখন দৈনিক-বাতৰি ওলায় - নাম "নতুন অসমীয়া"। দেৱকান্ত বৰুৱাই ইয়াৰ সম্পাদনা আৰম্ভ কৰে। তাৰ পাছত যথাক্ৰমে ডঃ বিৰিঞ্চি কুমাৰ বৰুৱা, কীৰ্ত্তিনাথ হাজৰিকা, হৰেন্দ্ৰ নাথ বৰুৱা আৰু ৰাধিকামোহন ভাগৱতীয়ে সম্পাদনাৰ দায়িত্ব বহন কৰিছে। "নতুন-অসমীয়া"ৰ জনপ্ৰিয়তা আৰু সুখ্যাতিৰ কালতে ৰাধাগোবিন্দ বৰুৱাৰ পৃষ্ঠপোষকতাত ১৯৬৫ চনৰ ৪ আগষ্টত জন্ম লভে "দৈনিক অসমে"। এতিয়ালৈকে এই কাকতখন খ্যাতি আৰু পাঠকগোষ্ঠীৰ বিশেষ সমাদৰৰ মাজেদি চলি আহিছে। ইয়াৰ প্ৰথম সম্পাদক আছিল কীৰ্ত্তিনাথ হাজৰিকা, তাৰ পাছত প্ৰফুল্ল চন্দ্ৰ বৰুৱা আৰু বৰ্ত্তমান সম্পাদক অনিল বৰুৱা। ১৯৭২ খৃঃত যোৰহাটৰ পৰা ওলোৱা "দৈনিক—জনমভূমি"ও প্ৰসিদ্ধ দৈনিক বাতৰি। বিশেষ কথা এই যে, ১৯৪৭ চনত আৰম্ভ হোৱা "সাপ্তাহিক—জনমভূমি" খনো এই "দৈনিক-জনমভূমি"ৰ লগত সমান্তৰালভাবে চলি আহিছে। ইয়াৰ উপৰিও ১৯৮০ চনৰ পৰা "বিয়লিৰ বাতৰি", ১৯৮২ চনৰ পৰা "প্ৰতিদিন", ১৯৮৩ চনৰ পৰা "ৰাষ্ট্ৰীয়

*প্ৰধান প্ৰধান বাতৰি সমূহ*

---

৩. *সন্নিকলত অসমীয়া দেনিক (অ. বা. কা)*

৪. *অসমীয়া ভাষাৰ দৈনিক বাতৰি কাকত ঃ প্ৰসন্ন কুমাৰ ফুকন (অ. বা. কা)*

বাতৰি", ১৯৮৭ চনৰ পৰা "আজিৰ অসম", ১৯৮৮ চনৰ পৰা "নতুন দৈনিক", "আমাৰ অসম" আদি দৈনিক বাতৰি কাকত বৰ্ত্তমানে প্ৰচলিত হৈ আহিছে। বিংশ-শতিকাৰ ষষ্ঠ-দশকৰ আৰম্ভণিৰ পৰা আজিলৈকে চলি অহা সাপ্তাহিক "অসম-বাণী" দীৰ্ঘতম কালব্যাপকেই নহয়, সাহিত্য-সংস্কৃতিৰ দিশতো ইয়াৰ অৱদান গণ্য কৰিব লগীয়া। প্ৰথমাবস্থাত বহু বছৰ ধৰি ইয়াৰ সুসম্পাদনা কৰিছিল সতীশ কাকতিয়ে। ইয়াৰ উপৰিও "সাদিন", "অগ্ৰদূত" আদি সাপ্তাহিক-কাকতবোৰেও আমাৰ সাংবাদিকতাৰ দিশত পৰিপুষ্টিসাধন কৰি আহিছে । অসমৰ বিভিন্ন অঞ্চলবোৰতো স্থানীয় প্ৰয়োজনীয়তা মিতোৱাৰ কাৰণে বহুত সাপ্তাহিক বা পযেকীয়া কাকত প্ৰচলিত হৈ আছে। সেইবোৰৰ নামোল্লেখ সহজো নহয, তাক কৰিবলৈ আমি যত্নও কৰা নাই।

আপেক্ষিকভাৱে দীৰ্ঘকাল স্থায়ী হোৱা বাতৰিকাকতবোৰৰ কিছুমানে একোখন ৰাজ্যৰ, বিশেষকৈ ৰাজনৈতিক, সাংস্কৃতিক, সাহিতিক, সাংবাদিক আদি দিশ এফালেদি যেনেকৈ নিযন্ত্ৰণ কৰি ৰাখে আনফালেদি সুপথত সেইবোৰৰ সম্প্ৰসাৰণো ঘটায। উল্লিখিত বাতৰি-কাকতবোৰে অৱশ্যে কম বেছি সন্তোষজনক ভূমিকা গ্ৰহণ কৰি আহিছে। তাৰ ভিতৰতো কেইবাখনে উক্ত দিশবোৰত যে বিশেষ ভূমিকা গ্ৰহণ কৰি আহিছে তাত সন্দেহ নাই। বিশেষকৈ "নতুন অসমীয়া" "দৈনিক অসম" আৰু "দৈনিক জনমভূমি"ৰ অৱদান বিশেষ স্মৰণীয় । অসমৰ ৰাজনৈতিক বেমেজালি, ভাষা-আন্দোলন, বিদেশী বহিষ্কাৰ-আন্দোনল, শিক্ষা-জগতৰ বিশৃংখলা আদি নানান সমস্যা আৰু সংঘাতপূৰ্ণ পৰিস্থিতিৰ মাজতো এই কেইখন কাকতৰ ধীৰ, স্থিৰ নিৰপেক্ষ ভূমিকা মন কৰিবলগীয়া। এইবোৰ বিশেষত্বৰ কাৰণে "দৈনিক -অসম" বিশেষভাবে অগ্ৰগণ্য। কোনো কটূক্তি নকৰা সহজ-সৰল ভাষাৰ মাজেদি নিৰপেক্ষ অথচ বলিষ্ঠ সংস্কাৰমূলক-মন্তব্য নিৰ্ভীকভাৱে এই কাকতখনে দি আহিছে। কোনো কোনো কাকতৰ নিচিনা ইয়াত ভাষাৰ উগ্ৰতাও নাই, বাতৰি পৰিৱেশনখনো চাঞ্চল্যকৰ বা ৰহস্যময় কৰি তোলাৰ যত্ন নাই। সাপ্তাহিক-কাকতৰ ভিতৰত "অসম-বাণী" য়ে যে প্ৰায় পঞ্চাশ বছৰ ধৰি প্ৰশংসা আৰু সমাদৰ লাভ কৰি আহিছে, ইয়াৰ মূলতে লক্ষ্য কৰা যায়—কাকতখনৰ নিয়মিত প্ৰকাশ, সত্যবাৰ্ত্তাৰ পৰিৱেশন, সাহিত্য-সংস্কৃতিৰ বিকাশ-সাধনৰ চেষ্টা, সচেতন-বিদ্বৎমণ্ডলীৰ বিভিন্ন জ্ঞানগৰ্ভ-কথাৰ সংযোজন আৰু উগ্ৰতাবিহীন সহজ-সৰল ভাষা।

*বাতৰি কাকতৰ অৱদান*

## অসমীয়া ব্যাকৰণ আৰু অভিধান

সুসঙ্গত শুদ্ধ ভাষাৰ ক্ৰমোন্নতি আৰু ক্ৰমবিকাশত ব্যাকৰণ (Grammar) আৰু অভিধান (Dictionary) ৰ প্ৰয়োজন এৰাব নোৱাৰা। ভাৰতীয়-সাহিত্যত এই দুয়োবিধৰে

ঐতিহ্য প্ৰাচীন হলেও ব্যাকৰণৰ ঐতিহ্য অধিক প্ৰাচীন। ব্যাকৰণ বেদৰ প্ৰধান অঙ্গ (প্ৰধানং ষট্স্বঙ্গেয়ু ব্যাকৰণম্ - পতঞ্জলি)। "যাৰ দ্বাৰা বা য'ত প্ৰকৃতি-প্ৰত্যেয়ভেদে শব্দ ব্যুৎপাদিত হয়" (দুৰ্গাদাস), তাকেই ব্যাকৰণ বোলে। অসমীয়া-সাহিত্যৰ ওজা হেমচন্দ্ৰ বৰুৱাই ব্যাকৰণৰ অৰ্থ কৈছে - "ভাষা শুদ্ধ ৰূপে কবৰ আৰু লিখিবৰ নিযম থকা পুথি।" (হেমকোষ) চন্দ্ৰকান্ত অভিধানে কয় —"যি শাস্ত্ৰৰ দ্বাৰায ভাষাৰ গঠন-প্ৰণালী ভালকৈ জানিব পাৰি।" আন আন আধুনিক ব্যাকৰণবিদ্ সকলেও ব্যাকৰণৰ স্বৰূপনিৰ্ণায়িক ভিন্ ভিন্ সূত্ৰ বা ব্যাখ্যা দাঙি ধৰিছে।

*ব্যাকৰণ কি*

ব্যাকৰণত ব্যুৎপত্তি হলেহে মানুহে পদৰ সাধন আৰু অৰ্থবিষয়ত জ্ঞান লাভ কৰিব পাৰে। সেয়েহে, বৈদিক-যুগত অন্তেবাসীয়ে উপনয়নৰ পাছতে অধ্যয়ন কৰিব লাগিছিল ব্যাকৰণ-শাস্ত্ৰ, যাতে বেদাধ্যয়নৰ কাৰণে তেওঁ যোগ্যতা লাভ কৰিব পাৰে। মন্ত্ৰাৰ্থ প্ৰত্যযৰ উপকাৰক বুলি ব্যাকৰণ বেদৰ মুখস্বৰূপ - "শিক্ষা ঘ্ৰাণং তু বেদস্য মুখং ব্যাকৰণং স্মৃতম্"।[১] ছান্দোগ্যোপনিষদে কৈছে - ব্যাকৰণ বেদৰ বেদ।[২] ব্যাকৰণ স্মৃতি বুলিও অভিহিত। অনাদি আৰু অপৌৰুষেয় বেদৰ অঙ্গৰূপে ই আবহমান কালৰে পৰা প্ৰচলিত থাকিলেও ক্ৰমশঃ ইযাৰ অভাব হবলৈ ধৰে। পৰৱৰ্ত্তি-কালত গৈ ত্ৰিমুনি-ব্যাকৰণেই ব্যাকৰণ-স্মৃতিৰ স্থান অধিকাৰ কৰে। ত্ৰিমুনিকৃত ব্যাকৰণে বুজায় — পাণিনিৰ অষ্টাধ্যায়ী -সূত্ৰ, তাৰ কাত্যায়নকৃত-বাৰ্ত্তিক আৰু পতঞ্জলিকৃত-মহাভাষ্য। প্ৰকৃতাৰ্থত পাণিনি-কাত্যায়ন আদিও আবহমান কালৰে পৰা প্ৰচলিত ব্যাকৰণ-স্মৃতিৰ স্মৰ্ত্তাহে, কৰ্ত্তা নহয়। পাণিনিৰ বহুকাল আগৰে পৰা তেওঁৰ পাছলৈকে ভাৰতীয়-শিক্ষা-সংস্কৃতিৰ ৰাজ্যত ব্যাকৰণ- স্মৃতিৰ এই ধৰণৰ বহুতো স্মৰ্ত্তাই ব্যাকৰণ-সম্প্ৰদায় বলবৎ কৰি ৰাখিছে। সেই সকলৰ নামানুসৰি অভিহিত ব্যাকৰণসমূহৰ কিছুমান আজি লুপ্ত, কিছুমান লুপ্তপ্ৰায় আৰু কিছুমানহে বৰ্ত্তমান। পণ্ডিত গুৰুপদ হালদাৰে তেওঁৰ "ব্যাকৰণ-দৰ্শনেৰ ইতিহাস"ত এই ধৰণৰ শতাধিক ব্যাকৰণৰ উল্লেখ আলোচনা কৰিছে। পাণিনিৰ পৰৱৰ্ত্তী প্ৰচলিত-ব্যাকৰণসমূহৰ ভিতৰত পুৰুষোত্তম বিদ্যাবাগীশৰ "প্ৰয়োগ—ৰত্নমালা" অন্যতম। মহাৰাজ নৰনাৰায়ণ বা মল্লদেৱৰ কথামতে পুৰুষোত্তমে ১৫৬৮ খৃঃত (১৪৯০ শকত) এই ব্যাকৰণ ৰচনা কৰে। ইয়েই অসমত অভিনৱ-ব্যাকৰণ-সম্প্ৰদায়ৰ প্ৰৱৰ্ত্তন কৰে। পৰৱৰ্ত্তি-কালত বহুত পণ্ডিতে এই ব্যাকৰণৰ ওপৰত টীকা, ব্যাখ্যা, উপ-ব্যাখ্যা কৰিছে। পাণিনি- ব্যাকৰণৰ তুলনাত ৰত্নমালা-ব্যাকৰণৰ প্ৰচলন অসমৰ সংস্কৃত-টোলবিলাকত বহুত বেছি।

*ব্যাকৰণৰ কাম, ইয়াৰ পৰম্পৰা*

সৰ্ব্বভাৰতীয়-শিক্ষাৰ পৰৱৰ্ত্তি-পটভূমিত পাণিনিৰ-ব্যাকৰণ, কলাপ-ব্যাকৰণ আদি

---

১. ব্যাকৰণ-দৰ্শনেৰ ইতিহাস (উপোদ্‌ঘাত) ঃ গুৰুপদ হালদাৰ

২. বেদানাং বেদঃ (৭/১/৫)

প্ৰচলিত হৈ আহিছিল। কালক্ৰমত দেশ ইংৰাজৰ অধীন হোৱাত ইংৰাজী-ভাষাৰ ইয়াত ব্যাপক প্ৰচলন হ'ল । ভাষাবোৰে আধুনিক-ৰূপ লোৱাৰ পাছৰে পৰা সেইবোৰ সুসঙ্গত

*আধুনিক ব্যাক-ৰণৰ উদ্ভৱ*

ৰূপত গঢ়ি তোলাৰ উদ্দেশ্যে আধুনিক-ব্যাকৰণবোৰ ৰচিত হবলৈ ধৰে — বিশেষকৈ পূৰ্ব্বাগত-সংস্কৃত-ব্যাকৰণ আৰু নৱাগত ইংৰাজী - ব্যাকৰণৰ আদৰ্শ আৰু প্ৰভাৱত। ভাৰতীয়-ভাষাবোৰৰ শব্দ-সম্ভাৰৰ অধিক-সংখ্যকেই যিহেতুকে সংস্কৃত-মূলানুগ, শব্দাৰ্থবিচাৰত সংস্কৃত-ব্যাকৰণৰ প্ৰভাৱ বিশেষ। এনেকুৱা আদৰ্শতেই অসমীয়া-ভাষাতো ঊনবিংশ -শতিকাৰ চতুৰ্থ-দশকত আধুনিক-ব্যাকৰণ দেখিবলৈ পোৱা যায়।[৩]

বিশেষ উল্লেখনীয় কথা যে, অসমীয়া-ভাষাৰ প্ৰথম-ব্যাকৰণ ১৮৩৯ খৃঃত ৰচনা কৰিছে এজন ইংৰাজ বিষয়াই — নাম উইলিয়াম ৰবিনছন। ইয়াৰ ন বছৰ পাছত ১৮৪৮ খৃঃত অসমীয়া-ভাষাৰ দ্বিতীয়খন ব্যাকৰণ ৰচনা কৰে কেইবাটা ভাষাৰ বিশিষ্ট ভাষাবিদ্ পণ্ডিত বেপ্টিষ্ট মিছনাৰী ড° নাথান ব্ৰাউনে। বিশেষ কথা - দুয়োখন ব্যাকৰণৰেই মাধ্যম আছিল ইংৰাজী, আৰু উদ্দেশ্য আছিল অসমীয়া-ভাষা শিকা। ব্ৰাউনৰ ব্যাকৰণখন আছিল বহু বিশেষত্বপূৰ্ণ। ইয়াৰ পাছত হেমচন্দ্ৰ বৰুৱাই অসমীয়া ভাষাত এখন ব্যাকৰণ ৰচনা কৰে, আৰু ই ছপা হৈ ওলায় ১৮৫৯ খৃঃত। প্ৰথমাৱস্থাত ইয়াৰ নাম আছিল "অসমীয়া ভাষাৰ ব্যাকৰণ", পাছত ই "অসমীয়া ব্যাকৰণ" নামেৰে প্ৰচলিত হয়। হেমচন্দ্ৰ বৰুৱাই ব্যাকৰণ খনৰ পৰবৰ্ত্তী এটা সংস্কৰণৰ ১৭৯৫ শকৰ ৮ ভাদ তাৰিখে লিখা[৪] পাতনিত কৈছে যে, তেওঁৰ ব্যাকৰণখন প্ৰথমতে বহুত ত্ৰুটি পূৰ্ণভাবেই চলিছিল। যেতিয়া

---

৩ দ্ৰষ্টব্য ঃ অসমীয়া ব্যাকৰণৰ মৌলিক-বিচাৰ ঃ ড° গোলোক চন্দ্ৰ গোস্বামী

৪ অসমীয়া ভাষাৰ ব্যাকৰণ-ৰচনাৰ সেযে প্ৰথম উদ্যোগ, এতেকে সেই পুথিত ভালেমান অশুদ্ধ আছিল। যদিওপুথি-প্ৰকাশিত হোৱাৰ অলপ দিনৰ পাছতে সেই অশুদ্ধবিলাক লেখকৰ চকুত পৰিছিল, তথাপি তেতিয়া অসমীয়া ভাষাক বঙ্গালীৰ বিকৃতি বুলি অনেকে তালৈ হেলা কৰাত এই ব্যাকৰণ শুদ্ধ কৰি আকৌ ছপাবৰ আৱশ্যক দেখা নগ'ল। এতিয়া ভাগ্যৰ গুণে-বঙ্গদেশৰ দুৰলীয়া গৰাকী স্যাৰ জৰ্জ্জ কেম্বেল চাহাবৰ অনুগ্ৰহত অসমীয়া-ভাষা এই দেশৰ পঢ়াশালি আৰু ৰাজসভাৰ কাৰ্য্যত চলিত হোৱাত তাৰ এখনি ভাল ব্যাকৰণ প্ৰয়োজন হৈছে। এতেকে ইয়াক পুনৰাই প্ৰকাশিত কৰা গ'ল। এইবাৰ ছপাবলৈ যুগুত কৰোঁতে ইয়াৰ অকল অধিক পৰিমাণে সংশোধিত মাথোন কৰা হৈছে, এনে নহয়, আগৰ পুথিত যিবিলাক অচলিত সংস্কৃত- শব্দ আছিল সেইবিলাকৰ সৰহ ভাগৰ সলনি দেশী শব্দ, আৰু অনেক অকামিলা শব্দ গুচাই সেইবিলাকৰ ঠাইত অতি লাগতিয়াল নিয়মবিলাক দিয়া হৈছে - - - - সংক্ষেপকৈ কব লাগিলে, এই পুথি একেবাৰেই ন-কৈ লিখা হৈছে বোলা উচিত।

**শ্ৰীহেম চন্দ্ৰ বৰুৱা, গুৱাহাটী, ৮ ভাদ, ১৭৯৫ শক**

অসমীয়া ভাষা পঢ়াশালি আৰু কাছাৰিত প্ৰচলিত হ'ল, তেতিয়া ইয়াক সংশোধন কৰি মুদ্ৰিত কৰিলে। লোক নাথ শৰ্ম্মাই ৰচনা কৰা এখন ব্যাকৰণ হেমচন্দ্ৰ বৰুৱাৰ পৰৱৰ্ত্তী নিদৰ্শন হলেও সত্যনাথ বৰাৰ "বহল ব্যাকৰণ" ব্যাকৰণ- ইতিহাসৰ উৎকৃষ্ট সৃষ্টি। হেমচন্দ্ৰ বৰুৱাৰ ব্যাকৰণখনতকৈ "বহল ব্যাকৰণ"ৰ কিছুমান আলোচনা অধিক সন্তোষজনক। ইয়াৰ পাছত বহুত ব্যাকৰণ-ৰচিত হৈছে। সেইবিলাকৰ ভিতৰত শৰৎচন্দ্ৰ গোস্বামীৰ "সৰল ব্যাকৰণ" (১৯৩৩), কালীচৰণ পাটোৱাৰীৰ "ল'ৰাবোধ ব্যাকৰণ" (১৯৪১), সোণাৰাম চৌধুৰীৰ 'অসমীয়া-সাহিত্যবোধ-ব্যাকৰণ" (১৯৪২), গণপতি ভূঞাৰ "সাহিত্য সুহৃদ ব্যাকৰণ" (১৯৪৭), ঘনকান্ত শৰ্ম্মাৰ "অসমীয়া-ভাষাশিক্ষা-ব্যাকৰণ" (১৯৫১), ভূপেন্দ্ৰ নাথ চৌধুৰীৰ "অসমীয়া-ভাষাৰ ব্যাকৰণ" (১৯৫২), তাৰানাথ বৰপূজাৰীৰ "অসমীয়া ভাষাবোধ ব্যাকৰণ" (১৯৫২), নগেন্দ্ৰ নাথ চৌধুৰীৰ "অসমীয়া ব্যাকৰণ" (১৯৫২), গিৰিধৰ শৰ্ম্মাৰ "আধুনিক অসমীয়া ভাষাৰ ব্যাকৰণ" (১৯৫৩), উমাকান্ত শৰ্ম্মাৰ "অসমীয়া ব্যাকৰণ", হৰি চন্দ্ৰ ভট্টাচাৰ্য্যৰ "অসমীয়া ব্যাকৰণৰ জিলিঙনি" (১৯৫৪), ইব্ৰাহিম আলিৰ "নতুন ব্যাকৰণ চিনাকি" (১৯৭১), হৰেন্দ্ৰ নাথ শৰ্ম্মাৰ "আদৰ্শ ব্যাকৰণ" (১৯৭২), দুৰ্গাশঙ্কৰ শৰ্ম্মাৰ "আধুনিক অসমীয়া ব্যাকৰণ" (১৯৭৩), বৈকুণ্ঠ নাথ শৰ্ম্মাৰ "ছাত্ৰবোধ ব্যাকৰণ" (১৯৭২), ধৰ্ম্মদাস চৌধুৰীৰ " প্ৰাথমিক ব্যাকৰণ" (১৯৪২), মুকুন্দ মাধব শৰ্ম্মাৰ "ব্যাকৰণ মঞ্জৰী" (১৯৭২), সত্যেন্দ্ৰ নাৰায়ণ গোস্বামীৰ "সৰল ব্যাকৰণ" (১৯৭২), গোলোকচন্দ্ৰ গোস্বামীৰ "অসমীয়া গোলোক ব্যাকৰণ" (১৯৭২) "অসমীয়া ব্যাকৰণৰ মৌলিক বিচাৰ" (১৯৮৭) আৰু "অসমীয়া বৰ্ণ-প্ৰকাশ" (১৯৬৯), গজেন্দ্ৰ নাথ চহৰীয়াৰ "ব্যাকৰ নঞ্জৰী" (১৯৭৩), ভগৱান মৰলৰ "অসমীয়া ব্যাকৰণ জ্যোতি" (১৯৭৪), উপেন্দ্ৰ নাথ গোস্বামীৰ "অসমীয়া ভাষাৰ ৰূপ কথা" (১৯৭৪), আৰু "অসমীয়া ভাষাৰ ব্যাকৰণ" (১৯৮৭১), বাপচন্দ্ৰ মহন্তৰ "অসমীয়া ব্যাকৰণৰ ৰূপৰেখা" (১৯৮২), নৰনাৰায়ণ শৰ্ম্মাৰ "অসমীয়া ভাষাৰ ৰূপতত্ত্ব আৰু ব্যাকৰণ" (১৯৯৯) আদিবোৰৰ নাম বিশেষভাৱে উল্লেখ কৰা হ'ল।

উপৰুক্ত ব্যাকৰণবোৰত প্ৰায়বোৰ লেখকে অলপ-অচৰপ বিশেষত্ব দেখুৱাবলৈ যত্ন কৰিছে যদিও সেইবোৰত পূৰ্ব্বসূৰি হেমচন্দ্ৰ বৰুৱা আৰু সত্যনাথ বৰাৰ প্ৰভাৱ বিশেষভাৱে লক্ষিত। সেইবোৰৰ কুক্ষীত থাকিবলগীয়া সকলোবোৰ বিষয়ো অন্তৰ্ভুক্ত হোৱা বুলিব নোৱাৰি। সেইবোৰৰ কোনোখন যে ত্ৰুটি -বিচ্যুতিৰ একেবাৰে উৰ্দ্ধত উঠিছে, সেই কথাও নহয়। গোলোক চন্দ্ৰ গোস্বামী আৰু উপেন্দ্ৰ নাথ গোস্বামীৰ এই বিধ ৰচনাৰ ক্ষেত্ৰত দৃষ্টিভঙ্গী সলনি হোৱা দেখা গৈছে। বিষয়বস্তুৰ উপস্থাপন আৰু ব্যাখ্যাৰ প্ৰসঙ্গতো নতুনত্ব দেখুৱাবলৈ যত্ন কৰিছে। অ.নকি গোলোক চন্দ্ৰ গোস্বামীয়ে "অসমীয়া ব্যাকৰণৰ মৌলিক-বিচাৰ"ৰ "স্বগত" - শিতানত লিখিছে — "যি সকলে সঁচাকৈয়ে অন্তৰেৰে অসমীয়া-ব্যাকৰণৰ

*নতুনত্ব প্ৰদানৰ চেষ্টা*

সংস্কাৰ আৰু সংশোধন কামনা কৰে, সেইসকলে এটা আলোড়নৰ সৃষ্টি কৰক। সজাগ, সচেতনতা আৰু আলোডনৰ মাজেদিহে গোড়ামিৰ স্থবিৰতা ভাঙি নতুনত্বৰ প্ৰতিষ্ঠা কৰিব পৰা যাব।" উপেন্দ্ৰ নাথ গোস্বামীয়েও "অসমীয়া ভাষাৰ ৰূপকথা"ৰ পাতনিত লিখিছে — "সাধাৰণভাবে ই এখন অসমীয়া-ব্যাকৰণো। সচৰাচৰ আমাৰ ব্যাকৰণবোৰত বিশেষ্য, বিশেষণ আদি শব্দবোৰৰ যেনে ধৰণৰ সংজ্ঞা দিয়া হৈছে, এই পুথিত সেইবোৰক তেনেধৰণে নাৰাখি কোনো ৰূপৰ আন ৰূপৰ লগত কেনে ধৰণৰ সম্পৰ্ক হয় আৰু বাক্যত সেই ৰূপবোৰৰ কি স্থান আদিৰ প্ৰতি লক্ষ্য ৰাখিহে ভাষাবৈজ্ঞানিক দৃষ্টিৰে সেই ৰূপবোৰৰ সংজ্ঞা নিৰ্দ্ধাৰিণ কৰা হৈছে।" এই প্ৰসঙ্গত ডঃ বাণীকান্ত কাকতিৰ "Assamese, its Formation and Development" (১৯৪১) আৰু কালিৰাম মেধিৰ "অসমীয়া ব্যাকৰণ আৰু ভাষাতত্ত্ব" (১৯৩৬) — এই দুখন বৃহৎ গ্ৰন্থ ভাষাতত্ত্বৰ দিশত প্ৰামাণিত আৰু গুৰুত্বপূৰ্ণ হোৱাৰ উপৰিও ব্যাকৰণৰ দিশতো উত্তৰপুৰুষৰ কাৰণে অনুকৰণীয় হৈ আছে। ভাষাতত্ত্বৰ দিশত অৱদান আগবঢোৱা আন আন ব্যক্তিসকলৰ ভিতৰত দেৱানন্দ ভৰালী, দেৱেশ্বৰ চলিহা, ডিম্বেশ্বৰ নেওগ, প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য, গোলোকচন্দ্ৰ গোস্বামী, উপেন্দ্ৰ নাথ গোস্বামী, ৰমেশ পাঠক, ভগৱান মৰল, বিশ্বেশ্বৰ হাজৰিকা আদিৰ নাম বিশেষভাবে উল্লেখযোগ্য।

শব্দাৰ্থ-প্ৰতিপাদক-গ্ৰন্থকেই অভিধান বোলা হয়। এই বিধ গ্ৰন্থ শব্দকোষ ৰূপেও পৰিগণিত। প্ৰকৃতি-প্ৰত্যয়ৰ নিয়মসিদ্ধ সংযোগজনিত অৰ্থ ইয়াত প্ৰতিপাদিত। লৌকিক, দেশীয় বা স্থানীয়, বহিৰাগত আদি শব্দবোৰৰ অৰ্থ বিশেষভাবে প্ৰকাশ কৰা হয় শব্দৰ অভিধানৰ আকৃতি-প্ৰকৃতি গত-অৰ্থ, লৌকিকতাত তাৰ প্ৰয়োগবিধান আদিবোৰৰ ওপৰত নিৰ্ভৰ কৰি। ভাৰতবৰ্ষত অভিধান শ্ৰেণীৰ গ্ৰন্থ প্ৰণয়নৰ আৰম্ভণি অতি প্ৰাচীন — ই খৃঃ পূঃ ৫ ম শতিকাৰ অগ্ৰৱৰ্ত্তী, যাস্কই তেতিয়াই বৈদিক-শব্দৰ অৰ্থসূচক "নিৰুক্ত" সংকলন কৰিছিল। তাৰ পৰৱৰ্ত্তী-কালত বহুত পণ্ডিতে এই শ্ৰেণীৰ গ্ৰন্থ প্ৰণয়ন কৰি গৈছে। উল্লেখনীয় কথা এই যে, প্ৰাচীন-কালৰ অভিধান-ৰচনাৰ প্ৰণালীৰ লগত আধুনিক-যুগৰ প্ৰণালী বেলেগ হৈছে। তেতিয়া শব্দবোৰ কিছুমান সৰ্গত ভাগ কৰি লৈছিল, আৰু একাৰ্থবাচক -শব্দবোৰ ছান্দসগতিত একেলগে উল্লেখ কৰিছিল। তাৰ বিপৰীতে আধুনিক-যুগত শব্দবোৰ দিয়া হয় বৰ্ণনানুক্ৰমিকভাবে।

*অভিধান কি, ইয়াৰ ঐতিহ্য*

আমাৰ সাহিত্যৰ অভিধান-প্ৰসঙ্গত যাদুৰাম ডেকা বৰুৱাৰ নাম প্ৰথমতে উল্লেখনীয়। তেওঁ ১৮৩৯ খৃঃত ৰচনা কৰা "বঙলা-অসমীয়া অভিধান" খনৰ প্ৰয়োজনীয় কথাখিনি ইতিমধ্যে যথাস্থানত কৈ অহা হৈছে। পাছত ভাষাতত্ত্ববিদ্ মিছনাৰী পণ্ডিত ড° মাইলছ ব্ৰন্সনে এখন "অসমীয়া-অভিধান" প্ৰণয়ন কৰে — যাদুৰাম ডেকা বৰুৱাৰ অভিধানৰ আদৰ্শ আগত ৰাখি। ব্ৰন্সনৰ পৰিচয়-প্ৰসঙ্গত এই অভিধানখনৰ কথাও আলোচনা কৰা

হৈছে। অসমীয়া-অভিধান ৰচকসকলৰ ভিতৰত হেমচন্দ্ৰ বৰুৱাৰ স্থান নিশ্চিতভাৱে শীৰ্ষস্থানত । তেওঁ লিখিছিল তিনিখনি অভিধান — "অসমীয়া পঢ়াশলীয়া অভিধান' "সংক্ষিপ্ত-হেমকোষ" আৰু "হেমকোষ"। সেইসমযোচিত হিচাপে "হেমকোষ পূৰ্ণতা প্ৰাপ্ত, ই প্ৰথম প্ৰকাশিত হয় ১৯০০ খৃঃত, বৰুৱাৰ মৃত্যুৰ চাৰিবছৰ পাছত। "হেমকোষ" ওলোৱাৰ কিছুকাল পাছত অসম-সাহিত্য-সভাৰ উদ্যোগ আৰু তত্বাৱধানত আন এখন অভিধান সঙ্কলিত হয় — নাম "চন্দ্ৰকান্ত অভিধান"। ই ১৯৩২ খৃঃত প্ৰকাশিত হয় । এই অভিধানখনে কিন্তু বিশেষ নতুনত্ব দাবী কৰিব নোৱাৰে। ই থুলমূল ভাবে "হেমকোষ"ৰেই অনুকৰণাত্মক, অৱশ্যে দুই চাৰিটা নতুন শব্দৰ অন্তৰ্ভুক্তি ইযাত পোৱা যায। পৰৱৰ্ত্তি-কালত ওলোৱা এই অভিধান খনৰ দুটা সংস্কৰণেও সন্তোষজনক ৰূপ লব পৰা নাই । অসমীয়া-অভিধানৰ পৰম্পৰা ৰক্ষা কৰিছে গিৰিধৰ শৰ্ম্মাৰ "অসমীয়া অভিধান" (১৯৫২) আৰু মহেশ্বৰ নেওগ সঙ্কলিত আন এখন অভিধানে । এই প্ৰসঙ্গত এই শ্ৰেণী'ৰ আৰু দুখন মান গ্ৰন্থৰ নাম স্মৰণীয - তাৰ এখন শৰৎচন্দ্ৰ শৰ্ম্মাই সঙ্কলন কৰা "অসমীয়া ভাষাৰ এৰা বোটলা" (১৯৮৯) আৰু এখন প্ৰভাতচন্দ্ৰ শৰ্ম্মাই সংকলন কৰা "দৰঙী শব্দকোষ" (১৯৮৯)। ইযাৰ প্ৰথমখন বিশেষকৈ কামৰূপী উপভাষাৰ শব্দসংগ্ৰহ, আৰু দ্বিতীয় খন বিশেষভাবে মঙ্গলদৈ-অঞ্চলত প্ৰচলিত শব্দসমূহৰ সংগ্ৰহ।

*প্ৰকাশিত অসমীয়া অভিধান*

পৌৰাণিক চৰিত্ৰ, স্থান, অনুষ্ঠান আদিৰ পৰিচয় থকা গ্ৰন্থ, অৰ্থাৎ পৌৰাণিক-অভিধান-শ্ৰেণীৰ গ্ৰন্থৰ কথাও এই প্ৰসঙ্গত উল্লেখনীয়। আদ্যনাথ শৰ্ম্মাৰ "ভাৰত-মনীষা" এই শ্ৰেণীৰ প্ৰথম গ্ৰন্থ। লেখকে ইয়াত বিশেষকৈ মহাভাৰত আৰু ৰামায়ণত বৰ্ণিত ৰজা-মহাৰজা, ঋষি-মুনি, দৈত্য-দানৱ আদি চৰিত্ৰবোৰৰ চমু পৰিচয় দাঙি ধৰিছে। আব্দুছ চত্তাৰে ৰচনা কৰা 'প্ৰসঙ্গ-কোষ" নামৰ আন এখন পুথিও কবলৈ গলে এই শ্ৰেণীৰ অন্তৰ্গত। ইয়াত ভাৰতীয প্ৰধান প্ৰধান পৌৰাণিক আৰু আধুনিক চৰিত্ৰবোৰৰ পৰিচয় থকাৰ উপৰিও আন আন দেশৰো প্ৰধান প্ৰধান কিছুমান চৰিত্ৰৰ পৰিচয় আছে। হৰিনাথ শৰ্ম্মা দলৈয়ে ৰচনা কৰা "ভাৰত-কোষ" প্ৰকৃত পৌৰাণিক-অভিধান-শ্ৰেণীৰ গ্ৰন্থ। প্ৰায় চাৰে ছয়শ পৃষ্ঠাৰ এই বৃহৎ গ্ৰন্থ খনৰ ইতিমধ্যে দুটা সংস্কৰণ ওলাইছে - ১৯৭৭ খৃঃত প্ৰথম আৰু ১৯৮৯ খৃঃত দ্বিতীয় সংস্কৰণ। বৈদিক-সাহিত্যৰ পৰা পৌৰাণিক, তথা তান্ত্ৰিক -সাহিত্যলৈকে গ্ৰন্থৰাজিৰ মাজত বৰ্ণিত, ৰজা-মহাৰজা, ঋষি-মুনি, দেৱতা-গন্ধৰ্ব্ব, দৈত্য-পিশাচ, নদী-পৰ্ব্বত, নগৰ-তীৰ্থস্থান, উৎসব-অনুষ্ঠান আদিবোৰৰ উপৰিও ভাৰতীয়-সংস্কৃতিৰ লগত সম্বন্ধ থকা তাৎপৰ্য্যপূৰ্ণ শব্দবোৰৰ পৰিচয়ো এই গ্ৰন্থত সন্নিবেশিত হৈছে। বিশেষ কথা— সেইবোৰৰ পৰিচয়ৰ লগে লগে তাত নিৰ্দ্দিষ্ট - গ্ৰন্থবোৰৰ নামৰ লগতে অধ্যায়, আনকি শ্লোকৰ নম্বৰ পৰ্য্যন্ত (Reference) উল্লেখ কৰি যোৱা হৈছে।

*পৌৰাণি- অভিধান*

◆ ◆ ◆

# (ক) গ্ৰন্থত উল্লিখিত কিছু সংখ্যক গ্ৰন্থসূচী

## অ

## খ



## গ

## ন



## প

## স

# (খ) গ্ৰন্থত উল্লিখিত কিছুমান লেখকৰ নাম

অ

লেখক

## জ



## ড



## ত



## থ



## দ

## ফ



## ব



## ভ

## স



## হ



## ক্ষ



◆ ◆ ◆